আধুনিক অসমীয়া ভাষাত

# কথা-গুৰুচৰিত

(মূল কথা-গুৰুচৰিতৰ নতুন অধ্যায়-বিন্যাস, আধুনিক অসমীয়া ভাষাত ভাঙনি আৰু প্ৰয়োজনীয় কথাৰ টীকা-টিপ্পনীসহ)

আধুনিক অসমীয়া ৰূপান্তৰ ঃ
শ্ৰীজ্ঞানৰঞ্জন দাস, এম. এছ্-ছি.

চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

***Katha-Gurucharit** : A book on life histories and activities of Mahapurush Srimanta Sankardev, his prime disciple Mahapurush Sri Sri Madhabdev and many other disciples written in ancient dialect has been converted into Modern Assamese prose by Sri Jnanaranjan Das. M.Sc. and Published by Rajendra Mohan Sarma and Dr. Rabindra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati-1*

---

**প্ৰকাশক** : ৰাজেন্দ্ৰ মোহন শৰ্মা
ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ - ০৩৬১-২৫১১৯৪৬

**প্ৰথম প্ৰকাশ** : ২০০৯

**মূল্য** : ৯৮০ ০০ টকা।

**মুদ্ৰণ** : আঙ্গিক প্ৰেছ
গোপীনাথ বৰদলৈ পথ,
আমবাৰী, গুৱাহাটী-১
ফোন ঃ৯৮৬৪০-৩২৮২৯



# উচৰ্গা

যিজনা মহাপুৰুষে বৈকুণ্ঠৰ অমৃত আনি মৰ্ত্তত বিলালে, সংসাৰ সমুদ্ৰত দিশহাৰা লোকসকলৰ বাবে যিজনা নিজেই কাণ্ডাৰী আৰু নাও, সেইজনা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিতামৃত এই কথা-গুৰুচৰিতৰ আধুনিক অসমীয়া ভাঙনি গ্ৰন্থখনি তেৰাৰ পবিত্ৰ নামত সভক্তিৰে উচৰ্গা কৰা হ'ল।

সেৱাৰে –

**শ্ৰীজ্ঞানৰঞ্জন দাস**

# পাতনি

এই গ্ৰন্থখন "কথা-গুৰু চৰিত"ৰ আধুনিক অসমীয়া সংস্কৰণ। কথা-গুৰু চৰিত পুথিখন আঞ্চলিক অসমীয়া উপভাষাত (Dialect) ৰচিত হোৱা হেতু অনেক লোকে পুথিখন পঢ়ি তাৰ ভাবধাৰা সহজে আয়ত্ত কৰিব নোৱাৰে। পাঠকৰ সেই অসুবিধা দূৰ কৰাৰ হেতু পুথিখন আধুনিক অসমীয়া ভাষাত ভাঙনি কৰাৰ বিনম্ৰ প্ৰয়াস কৰিলো।

কথা-গুৰু চৰিত পুথিখন প্ৰথম বাৰৰ বাবে ছপা ৰূপত প্ৰকাশ পাইছিল ১৯৫২ চনত। পুথিখন সম্পাদনা কৰিছিল মাননীয় ঁউপেন্দ্ৰ চন্দ্ৰ লেখাৰুদেৱে অৰু প্ৰকাশক আছিল " দত্তবৰুৱা এণ্ড কোম্পানী"ৰ স্বত্বাধিকাৰী সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাদেৱ। চৰিত পুথিখনৰ পাতনিত শ্ৰদ্ধেয় লেখাৰুদেৱে যিখিনি মহত্ত্বপূৰ্ণ তথ্য উল্লেখ কৰিছে সেই বিষয়ে ইয়াত উল্লেখ কৰা হ'ল।-- -মূল সাঁচিপতীয়া পুথিখন ড: বাণীকান্ত কাকতিদেৱে ১৯২৭ চনত বৰপেটাত সেই সময়ৰ বৰপেটা সত্ৰৰ সত্ৰীয়া শ্ৰদ্ধেয় ঁচতুৰ্ভুজ মিশ্ৰদেৱৰ পৰা সংগ্ৰহ কৰি তাৰ প্ৰতিলিপি এটি কৰি থৈছিল। প্ৰথম অৱস্থাত ঁউপেন্দ্ৰ চন্দ্ৰ লেখাৰু আৰু বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে যুটীয়াভাৱে সম্পাদনাৰ দায়িত্ব লৈছিল। অৱশ্যে বৰুৱাদেৱে পিছলৈ সেই কামৰ পৰা অব্যাহতি লয়। আনুমানিক ১৬৩৮ শক অথবা ১৭১৬ খৃষ্টাব্দৰ ঠিক পিছতে গ্ৰন্থখন ৰচিত হৈছিল। আটাইকেইখন চৰিত পুথিৰ তুলনাত কথা-গুৰু চৰিতৰ বিবৰণ বিশদ। আৰু সাঁচিপতীয়া পুথি এখনে মাত্ৰ পোৱাত সম্পাদনা কৰোঁতে কোনো কোনো ঠাইত বুজিব নোৱাৰা শব্দ সেইভাৱেই ৰখা হৈছে। চৰিত পুথিৰ লেখকজনে তেখেতৰ নাম পুথিখনত উল্লেখ কৰা নাই।

এতিয়া আহো আমি অজ্ঞাত লেখকজনৰ বিষয়লৈ। প্ৰথম পৰ্য্যায়ত পুথিখনৰ যুটীয়া সম্পাদকৰ দায়িত্বত থকা শ্ৰদ্ধেয় ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে তেখেতৰ ইংৰাজী পাতনিখনত অজ্ঞাত লেখকজনৰ সম্পৰ্কত যিখিনি কথা লিখিছে তাৰ ভাবাৰ্থ এই--"ভক্তি ভাবৰ দ্বাৰা অনুপ্ৰাণিত হৈ লেখকে পুথিখনত

নিজৰ নাম লিখা নাছিল।" পুথিখনত "বিষয়-প্ৰৱেশ" বুলি যিখন পাতনি দিয়া আছে তাৰ পৰা গুৰু-চৰিত চৰ্চাৰ আৰম্ভনি, গুৰু-চৰিত কথা সংগ্ৰহ, প্ৰচাৰ, পৰম্পৰাগত ভাৱে সংৰক্ষণৰ ক্ৰম আৰু চৰিতকাৰজনৰ বিষয়ে কিছু তথ্য পাব পাৰি। সেই তথ্যমতে গুৰুজনৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত মহাপুৰুষ মাধৱদেৱে প্ৰথমে আতা-আতৈ সকলৰ আগত গুৰু-চৰিত কথা ক'বলৈ আৰম্ভ কৰে। তাৰ পাছত ভাটৌকুছীয়া আতা আৰু বদুলা আতাই হৰিনাম শ্ৰৱণ-কীৰ্ত্তনৰ লগতে গুৰু-চৰিত কথা কীৰ্ত্তন কৰিছিল। ভাটকুছিয়া আতাই সেই চৰিত কথা জয় আতৈৰ তাত থ'য়। ইয়াত 'থ'য়' বোলোঁতে এজন লোকক চৰিত কথা শিকাই বুজাই মুখস্থ কৰাই আনক ক'ব পৰাকৈ পাৰ্গত কৰি তোলাকে বুজাইছে। জয় আতৈয়ে সেই চৰিত কথা ভোগপুৰৰ দামোদৰ আতৈৰ তাত থৈ বৈকুণ্ঠ প্ৰয়াণ কৰে। দামোদৰ আতৈয়ে সেই চৰিত কথা কুৰৱাবাহীৰ পৰীক্ষিত আতৈৰ তাত থয়।

পৰীক্ষিত আতৈৰ সময়ৰ কথা। চক্ৰপাণি বৈৰাগীয়ে গোটেই অসম ভ্ৰমণ কৰি গুৰুজনাৰ চৰিত কথা সংগ্ৰহ কৰি আনিছিল। ভকতসকলৰ অনুৰোধত বৈৰাগীয়ে হালধিয়াৰ দয়াৰাম আতৈৰ বৰবাহাত ছয় মাহ ৰৈ ভকতসকলক গুৰুজনাৰ চৰিত কীৰ্ত্তন কৰি শুনাইছিল। গুৰু-চৰিতৰ বৈ যোৱা কথাও বৈৰাগীয়ে বৰবাহাৰ ভকতসকলৰ পৰা সংগ্ৰহ কৰি নিছিল। বৈৰাগীয়ে তাৰ পৰা গৈ বৰদোৱাত ৰৈছিল। বৰদোৱাত বৈৰাগীৰ পৰা গুৰু-চৰিত কথা গায়ন বাপু, সিদ্ধ বাপু, লিখক বাপু, কৰিয়া সুৱা বাপু, লিখক বাপু, হৰিনাৰায়ণ, হৰিচ্ছন্দন, প্ৰদ্যুম্ন আতৈ, ৰামৰাম দেউৰী এই সকলে শুনে। সেই চৰিত কথা সেই ভাগে ৰ'ল।

ইয়াৰ পাছত কথা-গুৰু চৰিতৰ লেখকে তেওঁ কেনেকৈ গুৰু-চৰিত কথা শুনিলে তাৰ বিৱৰণ দিছে। দয়াৰাম আতৈৰ বৰবাহাত বৈৰাগী আতৈয়ে চৰিত কথা থৈছিল মণিপু আতৈত, মণিপু আতৈয়ে থ'লে সৰুজনা আতৈত আৰু সৰুজনা আতৈয়ে থ'লে গৰলীয়া বাপুত। গৰলীয়া বাপুয়ে বৰবাহাত জয়বাপুক সত্ৰীয়া পাতিলে আৰু ধনঞ্জয় আতৈক শুদ্ধ ধৰ্ম বস্তু দি সেৱকৰ মুখ্য পাতি থ'লে। জয়বাপুৱে বিৰুবাপুক আজ্ঞা দিলে। আতৈয়ে (?) গুৰু-চৰিত কথা থ'লে জয়ৰাম আৰু কৃষ্ণৰাম আতৈত। ইয়াত আতৈ (?) বোলোঁতে

কথাৰ ভাবধাৰা মতে বিৰুবাপুকহে বুজাইছে; কিন্তু লেখাৰুদেৰে ধনঞ্জয় আতৈ বুলিহে ঠাৱৰ কৰিছে। জয়ৰাম, কৃষ্ণৰাম,ৰামগতি, ৰঘুৰাম, পৃথুৰাম, কৃষ্ণৰাম, ভগিৰাম আতৈয়ে আতৈক (?) গুৰু-চৰিত কথা ক'বলৈ অনুৰোধ কৰিছিল। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে কথা-গুৰু চৰিতৰ লেখক জয়ৰাম আৰু কৃষ্ণৰাম আতৈৰ পাছৰ কোনোৱা লোক। গুৰুজনাৰ চৰিত কথা সংগ্ৰহকৰ্ত্তাৰূপে চক্ৰপাণি বৈৰাগীৰ মান সৰ্বোপৰি; কিন্তু পুথিখনৰ পাতনিয়ে বৈৰাগীক পুথিখনৰ লেখক বুলি ইঙ্গিত নকৰে। উল্লেখনীয় কথাটি হ'ল, সাহিত্য ৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাদেৱে সম্পাদনা কৰি উলিওৱা " প্ৰাচীন কামৰূপীয়া কায়স্থ সমাজৰ ইতিবৃত্ত" গ্ৰন্থখনৰ পৰা কথা-গুৰু চৰিতৰ চতুৰ্থ প্ৰকাশত (২০০২ চন) শ্ৰীমন্ত শঙ্কৰদেৱৰ বংশাৱলী দিয়া হৈছে। তাত কথা-গুৰু চৰিতৰ লেখক পুৰুষোত্তম ঠাকুৰ আৰু ভাৰ্য্যা ৰেৱতী দেৱীৰ কন্যা অনন্তপ্ৰিয়াৰ স্বামী ইন্দ্ৰজিত গাভৰুগিৰি বুলি উল্লেখ কৰিছে।

গুৰুজনাই প্ৰথমতে উজনিত ধৰ্ম প্ৰচাৰ কৰোঁতে কেইবাখনো যুদ্ধ-বিগ্ৰহৰ মাজত সোমাই পৰিব লগা হৈছিল আৰু বান আদি প্ৰাকৃতিক দুৰ্য্যোগৰ বাবেও বাৰে বাৰে ঠাই সলনি কৰি থাকিব লগাত পৰিছিল। শেষত তেৰাই ধুঁৱাহাট বেলগুৰিত আহোম ৰজাৰ পৰা নিৰ্য্যাতন পাই ভকত-জ্ঞাতি-বংশ সমন্বিতে ভটীয়াই আহি প্ৰথমতে বৰপেটাৰ চুণপোৰাত ছয় মাহ, কমাৰকুছিত এবছৰ আৰু শেষত পাটবাউসীত থাকিবলৈ ল'য়। পাটবাউসীতে তেওঁ নিগাজিকৈ থাকিবলৈ লোৱা বুলি ক'লে অত্যুক্তি কৰা নহয়; কিয়নো তেৰাই কোচৰজাৰ ৰাজ সভালৈ পাটবাউসীৰ পৰাই অহা-যোৱা কৰি আছিল আৰু তেৰাৰ বেহাৰত বৈকুণ্ঠ প্ৰয়াণৰ পাছতো তেৰাৰ পৰিয়াল বহু বছৰ পাটবাউসীতে আছিল। পাটবাউসীতে শান্তিৰ পৰিবেশ পাই গুৰুজনে মহাপুৰুষীয়া ধৰ্মৰ বহুতো মূল্যবান গ্ৰন্থ ৰচিছিল। উজনিৰ সময়ছোৱাত গুৰুজনে যে কেৱল কীৰ্ত্তন-ঘোষাখনৰ পদ ছোৱা-ছোৱকৈ ৰচনা কৰিছিল আৰু আন আন পুথি সমূহ যে পাটবাউসীলৈ অহাৰ পাছতহে ৰচিছিল সেই কথা ক'বলৈ গৈ কথা-গুৰু চৰিতৰ লেখকে পুথিৰ পাতনিতে লিখিছে– " বৰদোৱাৰ পৰা পাটবাউসীলৈ কথা চৰিত, ঘোষা কীৰ্ত্তনহে আছিল। সৰু আতা, ঠাকুৰ আতাই প্ৰমুখ্যে সোধে, গুৰুজনে মুখপদ্মে কীৰ্ত্তন কৰে দশ অৱতাৰ, বাইশ অৱতাৰ, শ্ৰীকৃষ্ণৰ-বলভদ্ৰৰ

চৰিত্ৰ। আতৈসবে মহা শ্ৰদ্ধাভাৱে কৰ্ণাঞ্জলি ভৰি পিয়ে। গুণমালা, লীলামালা, ভটিমাৰ ক্ৰম নাছিল, মাত্ৰ কীৰ্ত্তন ওজাহে আছিল।" (কথা-গুৰু চৰিত : বিষয় প্ৰৱেশ)। বৃন্দাবনীয়া বস্ত্ৰখনো গুৰুজনে পাটবাউসীত থাকোঁতেই তাঁতীকু ছিঁলে (বৰপেটা) অহা-যোৱা কৰি তাত বোৱাইছিল।

আতাসকলৰ মাজত শিৰোমণি নাৰায়ণ দাস ঠাকুৰ আতাই চুণপোৰাতে গুৰুজনাৰ ওচৰত শৰণ ল'য় আৰু জীৱন মুকুত শ্ৰীৰাম আতাই পাটবাউসীত গুৰুজনাৰ তাত শৰণ লৈছিল। ভৱানীপুৰীয়া গোপাল আতা, বৰ বিষ্ণু আঁতা আৰু মথুৰাদাস বুঢ়া আতাই সুন্দৰীদিয়াত মহাপুৰুষ মাধৱদেৱৰ তাত শৰণ লৈছিল। দামোদৰদেৱ আৰু হৰিদেৱেও পাটবাউসীতে গুৰুজনাক লগ পায়। এতেকে বৃহত্তৰ বৰপেটা অঞ্চলৰ বৰপেটা, পাটবাউসী,বাৰাদি, জনীয়া, সুন্দৰীদিয়া, কালজাৰ আদিক লৈ মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ এখন ক্ষেত্ৰ তৈয়াৰ হৈছিল। আৰু তাৰ পৰাই মহাপুৰুষীয়া ধৰ্মই নতুন উদ্যম আৰু গতিৰে চাৰিও ফালে প্ৰচাৰিত হৈছিল।

গুৰুজনৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত মহাপুৰুষ মাধৱদেৱে সুন্দৰীদিয়া, বৰপেটা সত্ৰত কেইবা বছৰো থাকি ধৰ্ম প্ৰচাৰ কৰাৰ পাছত শেষত বেহাৰলৈ গৈ তাতে বৈকুণ্ঠ প্ৰয়াণ কৰে। গুৰুজনাৰ জ্ঞাতি-বংশৰ লোক, মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰৰ জ্ঞাতি-বংশৰ লোক, ৰামৰাম গুৰু আৰু ৰামৰায় আতাৰ জ্ঞাতি-বংশৰ লোক, নাৰায়ণ দাস ঠাকুৰ আতাৰ, ভৱানীপুৰীয়া গোপান আতাৰ আৰু মথুৰা দাস বুঢ়া আতাৰ জ্ঞাতি বংশৰ জ্ঞাতি বংশৰ লোক আৰু লগতে আন্যান্য জ্ঞাত-অজ্ঞাত গুৰজনাৰ সান্নিধ্য পোৱা ভকত-আতৈৰ জ্ঞাতি বংশৰ লোক বৃহত্তৰ বৰপেটা অঞ্চলত আছিল আৰু আজিও আছে। তেওঁলোকে উপৰিপুৰুষসকলৰ পৰা গুৰু চৰিত কথা নিশ্চয় শুনিছিল আৰু পৰম্পৰাভাৱে সেই গুৰু চৰিত কথা তেওঁলোকৰ মাজত প্ৰচলিত হৈ আছে। তেনে উৎসৰ পৰা আমি গুৰু চৰিত কথা জানিব পাৰো। তাৎপৰ্য্যপূৰ্ণ কথা এই যে তীৰ্থ ভ্ৰমণ কালৰ ঘটনা সমূহ বাদ দিলে দুজনাগুৰু আৰু আতা- আতৈ সকলৰ মাজত ঘটা ঘটনাৰ বৰ্ণনা কথা- গুৰু চৰিতত যতবোৰ আছে তাৰে সৰহ ভাগে গুৰুজনে পাটবাউসীত থাকিবলৈ লোৱাৰ সময়ৰ পাছৰ ঘটনা।

এতিয়া আহো আমি চৰিত পুথিৰ যথাৰ্থতাৰ প্ৰশ্নলৈ। যিসকল মহন্ত,

অধিকাৰক আমি লগ পাইছিলো, যিসকলে নিজকে শুদ্ধ মহাপুৰুষীয়া ধৰ্মত থকা বুলি দাবি কৰে আৰু আমি নিজেও দেখিছিলো তেওঁলোকৰ শুদ্ধ ভকতীয়া আচাৰ-ব্যৱহাৰ, তেওঁলোকে কোনো এখন চৰিত পুথিকে পূৰ্ণ মান্যতা দিব নিবিচাৰে। তাৰ কাৰণ হিচাপে তেওঁলোকে কয়—(১) চৰিত পুথি সমূহ গুৰুজন বৈকুণ্ঠ প্ৰয়াণৰ বহুত পাছত ৰচিত হৈছিল। (২) চৰিত পুথি কেইখনৰ মাজত চন-তাৰিখৰ অমিল। (৩) চৰিত পুথি সমূহত এনে কিছুমান কাৰ্য্যৰ উল্লেখ আছে যিবোৰ গুৰুজনে নিজে লিখা ৰচনাৰ পৰিপন্থী। অৱশ্যে তেওঁলোকে মুখে মুখে চলি অহা গুৰু-চৰিত কথা কয়। অভিযোগবোৰ উলাই কৰিব পৰা বিধৰ নহয়। চৰিত পুথিৰ মতে ৰামৰাম গুৰু, ৰামৰায় আতা গুৰুজনাৰ বাল্য বন্ধু আছিল। গুৰুজনৰ দুয়োবাৰ তীৰ্থ ভ্ৰমণত তেওঁলোক সঙ্গী আছিল। আৰু গুৰুজনে যেতিয়া ধুঁৱাহাট বেলগুৰিৰ পৰা ভটীয়াই আহি পাটবাউসীত থাকিবলৈ ল'য় তেওঁলোকো গুৰুজনাৰ লগতে আহিছিল। তেওঁলোকৰ দুজনৰ কোঁনো এজনেই যদি গুৰু-চৰিত ৰচনা কৰিলেহেঁতেন আৰু যদি পৰৱৰ্ত্তী কালত অবিকৃত ৰূপত থাকিলহেঁতেন তেতিয়া তেনে চৰিত পুথি সৰ্বজন গ্ৰহণযোগ্য হ'লহেঁতেন। মাধৱদেৱে যদি গুৰু-চৰিত ৰচনা কৰিলেহেঁতেন তেতিয়া হ'লে গুৰুজনাৰ শেষ জীৱনৰ এখন শুদ্ধ চৰিত পুথি আমি পালোহেঁতেন। মাধৱদেৱৰ গুৰু ভটিমাটিৰ পৰা অৱশ্যে গুৰুজনাৰ বিষয়ে আমি কিছু কথা জনিব পাৰো। শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতাই মনথৈত তেৰাৰ ঘৰৰ মজিয়াত গদ্য কথাৰে ভকতসকলক গুৰুজনাৰ চৰিত কথা শুনাইছিল। অনেক কেৱলীয়া বুঢ়াভকতে তাৰ পৰা প্ৰতিলিপি আনি নিজ নিজ বাহাত পাঠ কৰি লোকক সেই চৰিত কথা শুনাইছিল। বৰপেটা সত্ৰৰ ভকতৰ বাহাত, সুন্দৰীদিয়া সত্ৰত আৰু বৰপেটাৰ পুখুৰীৰ পাৰৰ বাহাত বিশেষ তিথিত গুৰু-চৰিত তোলা নিয়ম এটি অতীতৰে পৰা আজিলৈ চলি আহিছে। ভকতৰ মুখে মুখে চলি অহা কথাকে নিৰ্ভৰ কৰি চৰিত পুথি লিখোঁতে ঐতিহাসিক চন-তাৰিখৰ কিছু তাৰাতম্য হোৱাঁটো একো অস্বাভাবিক কথা নহয়। আনহাতে চৰিত পুথিত দুই এটি এনে কথা আছে ,যিবোৰ প্ৰকৃত ঐতিহাসিক সময়ৰ লগত কিছু অমিল। কিন্তু চৰিত পুথিত দুজনা গুৰু আৰু আতা-আতৈৰ কথাৰ মাজেদি এনে কিছুমান চিৰন্তন সত্য কথা উদ্ভাসিত হৈছে যি ঐতিহাসিক চন-তাৰিখৰ উৰ্দ্ধত, শাশ্বত। কেৱল

ঐতিহ্যৰ দোহাই দি যদি আমি সেইবোৰ কথাও অৱজ্ঞা কৰো, দলিয়াই পেলাও তেতিয়া আমাৰ আধ্যাত্মিক সাধনাৰ ক্ষেত্ৰখনৰ প্ৰভূত ক্ষতি হ'ব।

এতিয়া যাওঁ আমি চৰিত পুথিত থকা গুৰুজনৰ মতৰ লগত অমিল হোৱা কথাকেইটিৰ কথালৈ। যিখন চৰিত পুথিত গুৰুজনাৰ বাক্যৰেই কৰ্মকাণ্ডক নিন্দা কৰা হৈছে সেইখন চৰিত পুথিতে মাধৱদেৱৰ উপস্থিতিত গুৰুজনৰ পৰিয়ালে মৃতকক পিণ্ড-জল দিয়াৰ দৰে কৰ্মকাণ্ডৰ কথাও আছে, যিটো দেখ দেখ অমিল কথা। এটি কথা সকলো পণ্ডিতে মানি লৈছে যে চৰিত পুথি সমূহ পিছৰ কালত প্ৰক্ষিপ্ত কৰা হৈছিল। যিসকল কৰ্মকাণ্ডত বিশ্বসী পণ্ডিতে গুৰুজন জীৱিত থকা কালতে বিৰোধ কৰিছিল, তেওঁলোকৰ গোটটোৱে গুৰুজনৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছতো বিৰোধ নকৰাকৈ থকা নাছিল। মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত ভকতসকলৰ মাজত পণ্ডিতৰ অভাৱ হোৱাত তেনে ধৰণৰ বিৰুদ্ধবাদী পণ্ডিতে নানান কৌশলেৰে ভকতসকলৰ মাজত সোমাই গুৰুজনাৰ ধৰ্ম বিৰোধী কথা ভকতসকলৰ মাজত সোমাই দিয়াৰ লগতে পুথি সমূহো প্ৰক্ষিপ্ত কৰাত লাগে। তাৰ ফল স্বৰূপে পৰস্পৰ বিৰোধী কথা আমি চৰিত পুথিত পঢ়িবলৈ পাওঁ। এটা কথা মনকৰিবলগীয়া যে চৰিত পুথি সমূহ অলপ মনোযোগেৰে পঢ়িলেই প্ৰক্ষিপ্ত কথাবোৰ ধৰিব পাৰি। মাধৱদেৱৰ বাক্যৰে ক'বলৈ হ'লে," গাখীৰত পিপৰা পৰিলে পিপৰা গুচাই গাখীৰ খাব পাৰি।" এতেকে চৰিত পুথিৰ প্ৰক্ষিপ্ত কথাবোৰ বাছি উলিয়াই ল'ব লাগিব। শ্ৰীশঙ্কৰদেৱে যিহেতু নিজেই শাস্ত্ৰ ৰচনা কৰি গৈছে, এতেকে তেওঁৰ ৰচনাৰ লগত যিবোৰ কথাৰ অমিল সেইবোৰ আমি বাদ দিব পাৰো। চৰিত পুথি অধ্যয়নৰ আৱশ্যকতা আছে। দুজনা গুৰু আৰু আতা-আতৈ সকলে শাস্ত্ৰৰ কথাবোৰ নিজৰ জীৱনত কেনেকৈ পালন কৰিছিল, সেয়া জানিলে সাধাৰণ লোকৰ বাবে শাস্ত্ৰ-তত্ত্ব বুজাটো সহজ হৈ পৰে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ নাট সমূহতে অসমীয়া গদ্যই পাতনি মেলিছিল। তাৰ পাছত ভট্টদেৱে অসমীয়া গদ্য সাহিত্য ৰচনা কৰে। শ্ৰীশঙ্কৰদেৱৰ গদ্যত ব্ৰজাৱলী আৰু ভট্টদেৱৰ গদ্যত সংস্কৃত শব্দৰ ব্যৱহাৰ অধিক। তেৰাসবৰ সেই সেই ৰচনাত সৰ্বভাৰতীয় পটভূমি, চিন্তাধাৰ আৰু চৰিত্ৰৰ কথা আছে। আনহাতে সম্পূৰ্ণ থলুৱা পটভূমি, থলুৱা কথন-ভঙ্গি, থলুৱা চৰিত্ৰ আৰু থলুৱা দৃষ্টান্ত-উপমা-জঁতুৱা

ঠাচ-খণ্ড বাক্যৰে কথা-গুৰু চৰিতত যি গদ্য ভাষা ৰচিত হৈছে প্ৰকৃততে সেয়েহে প্ৰথম সম্পূৰ্ণ অসমীয়া গদ্য সাহিত্যৰ নিদৰ্শন। আজি কালি আমি যি আধুনিক গদ্য ৰীতিত অসমীয়া সাহিত্য ৰচনা কৰো তাৰ নিদৰ্শন কথা-গুৰু চৰিতত আছে। কথা-গুৰু চৰিতৰ পুৰণি শব্দবোৰ সলাই দিলেই আমি অধুনিক অসমীয়া ভাষাৰ ৰূপটি পাওঁ। এটা কথা মন কৰিবলীয়া ভট্টদেৱৰ গদ্য ৰচনাত বাক্যবোৰ চুটি চুটি, আনহাত কথা-গুৰু চৰিতৰ লেখকে বহুত দীঘলীয়া বাক্যও ৰচনা কৰিছে।

১৫ শতিকাৰ পৰা ১৭ শতিকাৰ ভিতৰৰ সুদীৰ্ঘ দুশ বছৰৰ অনেক চৰিত্ৰ, অনেক পৰিবেশ আৰু পৰিস্থিতিৰ অসংখ্য ঘটনা সন্নিবিষ্ট হৈছে কথা-গুৰু চৰিতত। সেই ঘটনাবোৰত প্ৰতিফলিত হৈছে সেই সময়ৰ সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক , আধ্যাত্মিক, ধৰ্মীয় পৰম্পৰা, ঐতিহাসিক, ভৌগলিক প্ৰতিচ্ছবি আৰু লগতে বৰ্ণিত হৈছে অসমীয়া সাধাৰণ মানুহৰ আবেগ, অনুভূতি, মানবীয় প্ৰমূল্য, শৌৰ্য্য-বীৰ্য্য আৰু কুশাগ্ৰবুদ্ধিৰ কাহিনী। গ্ৰন্থখন অসমীয়া সাহিত্য-সংস্কৃতিৰ সেই সময়খিনিৰ এখন সুস্পষ্ট দলিল। গ্ৰন্থখন অধ্যয়ন কৰিলে কোনোবাখিনিত উপন্যাস, কোনোবাখিনিত কাব্য, কোনোবাখিনিত নাটক, কোনোবাখিনিত ভ্ৰমণ কাহিনী, কোনোবাখিনিত ৰাজনৈতিক চিন্তা আৰু কোনোবাখিনিত বুৰঞ্জী আদি বিভিন্ন ভাবৰ উদ্ৰেক ঘটে। বেদান্ত দৰ্শনৰ দৰে দৰ্শন শাস্ত্ৰৰ ব্যাখ্যা লেখকে থলুৱা ভাষাত দৃষ্টান্তৰে যেনে অতি সূক্ষ্ম আৰু স্পষ্টভাৱে প্ৰকাশ কৰিছে তাক ভাবিলে বিস্ময়াভিভূত হ'ব লাগে। ঘটনাৰ সুস্পষ্ট পৰিবেশ সৃষ্টিৰ লগতে খণ্ডবাক্য আৰু উপমাৰে লেখকে চৰিত্ৰবোৰৰ মনৰ আতি সুক্ষ্ম ভাব দক্ষতাৰে প্ৰকাশ কৰিছে, যিয়ে অসমীয়া সাহিত্যত নতুন মাত্ৰা প্ৰদান কৰিছে। কথা-গুৰু চৰিতত দুজনা গুৰু, আতা-আতৈ সকলৰ জীৱনী ধাৰাবাহিক বিৱৰণ নহয়, লেখকে চুটি চুটি ঘটনাৰ মাজেৰে জীৱনী ক্ৰমে আগবঢ়াই নিছে আৰু প্ৰতিটো ঘটনাতে আছে ধৰ্ম তত্ত্বৰ পৰম ৰহস্য। এই কথাটিয়ে আমাক বাইবেলৰ নতুন নিয়মৰ (New Testament) আৰ্হিটোকে মনত পেলাই দিয়ে। এনেবোৰ বহুত দিশ বিবেচনা কৰি এই কথা নিসন্দেহে ক'ব পাৰি যে কথা-গুৰু চৰিতৰ দৰে দ্বিতীয় এখন গ্ৰন্থ অসমীয়া ভাষাত আজিলৈ ৰচিত হোৱা নাই। এনেকৈ ভবাৰো থল আছে যে কথা গুৰু চৰিতত যিবোৰ খণ্ডবাক্য আছে সেইবোৰৰ সৰহ ভাগ লেখকৰ নিজৰ সৃষ্টি আৰু পাছলৈ সেইবোৰ

অসমীয়া ভাষাত ব্যৱহাৰ হ'বলৈ ধৰে; কিয়নো তেনে বহুত খণ্ডবাক্য আমি আগৰ লেখকৰ ৰচনাত পঢ়িবলৈ নাপাওঁ। এটা উল্লেখনীয় কথা এই যে সাঁচিপতীয়া পুথিখনৰ ২২ পৃষ্ঠাৰ পৰা ২৮ পৃষ্ঠালৈ মুঠ ৭ পৃষ্ঠা সম্পাদক লেখাৰুদেৱে নাপালে। কথা-গুৰু চৰিতৰ লেখকজনৰ পাণ্ডিত্যৰ পৰিচয় পোৱা যায় তেওঁ যেতিয়া দৰ্শনৰ তত্ত্ববোৰ অতি স্পষ্ট, নিখুত আৰু স্বচ্ছন্দে প্ৰয়োগ কৰিছে আৰু তেওঁৰ নিৰপেক্ষতাৰ পৰিচয় পোৱা যায় যেতিয়া তেওঁ কোনো বিষয়ৰ ভিন ভিন যি ধৰণৰ কথা শুনিছে তাকো লিপিবদ্ধ কৰিছে।

কথা-গুৰু চৰিতত আমি পাওঁ যে গুৰুজনাই প্ৰথম তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে বাটত বিভিন্নজন লোকক শৰণ দিছিল। সেই যাত্ৰাত তেৰাই পুৰীত পাণ্ডা আৰু পণ্ডিতৰ আগত শাস্ত্ৰ ব্যাখ্যা কৰিছিল আৰু কেইবাজন পাণ্ডাক শৰণ দিছিল। এই কথাৰ পৰা এইটো স্পষ্ট যে গুৰুজনাই বিস্তৃত শাস্ত্ৰ অধ্যয়ন, স্বপ্ৰজ্ঞা আৰু উপলব্ধিৰে গৃহভূমিতে তেৰাৰ ধৰ্মটো উদ্ভাৱন কৰিছিল আৰু তাকে ভাৰতবৰ্ষত প্ৰচাৰৰ বাবে তীৰ্থ ভ্ৰমণলৈ ওলাইছিল। আধুনিক অসমীয়া ভাষাত গুৰুজনাৰ চৰিত লিখোঁতে ঁলক্ষ্মীনাথ বেজবৰুৱাদেৱে গুৰুজনাই প্ৰথম তীৰ্থ ভ্ৰমণত ভাৰতবৰ্ষৰ অনেক তীৰ্থৰ পৰা জ্ঞান আহৰণ কৰি আহি তেৰাই হৰিনাম ধৰ্ম প্ৰচাৰৰ বাবে অনুপ্ৰেৰণা পাইছিল বুলি উল্লেখ কৰিছে। (শ্ৰীশ্ৰীশঙ্কৰদেৱ ঃ লক্ষ্মীনাথ বেজবৰুৱা)। এই কথাটো সত্য নহয়। বেজবৰুৱাদেৱে পিতৃ ঁদীননাথ বেজবৰুৱাৰ "বৰ চৰিত" আৰু "বৰদোৱা চৰিত"ৰ আলমতে তেওঁৰ গুৰুজনাৰ চৰিত গ্ৰন্থখন লিখিছে বুলি উল্লেখ কৰিছে। তেওঁ আকৌ লিখিছে যে তেওঁ গুৰুজনাই তীৰ্থ ভ্ৰমণৰ বিস্তৃত বিৱৰণ ক'তো পোৱা নাই, এতেকে অনুমানৰো আশ্ৰয় ল'ব লগা হৈছে। বেজবৰুৱাদেৱৰ দিনত 'কথা-গুৰুচৰিত'খন ছপা আকাৰত ওলোৱা নাছিল। 'কথা-গুৰুচৰিত'ত গুৰুজনাৰ তীৰ্থ ভ্ৰমণৰ বিস্তৃত বিৱৰণ আছে। উক্ত গুৰুচৰিতখন বেজবৰুৱাদেৱে পোৱা হ'লে তেখেতৰ মতৰ সলনি হ'লহেঁতেন। দুখৰ বিষয় এই যে বেজবৰুৱাদেৱৰ পাছৰ লেখকসকলেও কথা-গুৰুচৰিতৰ কথা উপেক্ষা কৰি বেজবৰুৱাদেৱৰ মন্তব্যকে চলাই আহিছে। অৱশ্যে গুৰুজনাই তীৰ্থ ভ্ৰমণৰ পাছত লিখা পুথিত ঠায়ে ঠায়ে তেখেতৰ তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতা প্ৰকাশ কৰিছে। কিন্তু সিবোৰে ইয়াকে নুবুজায় যে গুৰুজনাই তীৰ্থ ভ্ৰমণৰ পৰা শিক্ষা লৈ ধৰ্মটো

উদ্ভাৱন কৰিছিল।

এতিয়া আহো আমি কথা-গুৰু চৰিতৰ আঞ্চলিক অসমীয়া উপ-ভাষাটিলৈ। আমি ল'ৰালি কালত বৰপেটা অঞ্চলত অসমীয়া ভাষাৰ দুটি ৰূপ দেখিবলৈ পাইছিলো। সেই সময়ত ঘৰৰ বয়োজেষ্ঠ্যসকলে, বিশেষকৈ বয়োজ্যেষ্ঠ তিৰোতাসকলে এনে কিছুমান শব্দ ব্যৱহাৰ কৰি কথা কৈছিল, তেনে শব্দ আমি বাহিৰৰ সমাজৰ লোকৰ মুখত শুনা নাছিলো। সেই সময়ত আমি যদিও কথাটি আচহুৱা যেন অনুভৱ কৰিছিলো; কিন্তু তাৰ একো কাৰণ জনা নাছিলো। পাছত কথা-গুৰু চৰিত পঢ়িবলৈ পাই বুজিব পাৰিছিলো যে আই- আইতা সকলে ব্যৱহাৰ কৰা বহুত শব্দ আৰু বাক্যৰ গাঠনি কথা -গুৰু চৰিতত আছে। এইখিনিতে দৃষ্টান্ত এটি দিয়াৰ লোভ সামৰিব নোৱাৰিলো। আমি সৰু কালত কিবা বস্তুৰ বাবে আইক আকোঁৰগোজ হৈ ধৰিলে আয়ে বিৰক্ত হৈ আমাক গালি পাৰিছিল " একাম্বুৰিয়া" বুলি। কথা-গুৰু চৰিতত "একাম্বৰি যোগ" বুলি যিটি যোগৰ কথা আছে তাত সাধনাত নেৰানেপেৰাকৈ লাগি থকাটোৱে বুজাইছে। কথা-গুৰু চৰিতত এনে শব্দ বহুত আছে। সমাৰ্থক শব্দৰ অভাৱত দুই-এটি তেনে শব্দ গ্ৰন্থখনত সেইভাৱেই ৰখা হৈছে। এটা কথা মনকৰিবলগীয়া তেনে শব্দবোৰ বৰপেটা চহৰৰ চাৰিসীমাৰ বাহিৰত কাহানিও কাৰো মুখত আমি শুনা নাছিলো, যদিও চহৰৰ বাহিৰত আমাৰ ওচৰ সম্বন্ধীয় লোক বহুত আছিল। এনেবোৰ কথা বিচাৰ কৰি চালে কথা-গুৰু চৰিতখন বৰপেটাতে ৰচিত হোৱা বুলি ক'ব পাৰি। পুথিখনৰ একমাত্ৰ সাঁচিপতীয়া কপিটো বৰপেটাতে পোৱা কথাটিয়েও তাৰে ইঙ্গিত দিয়ে। অৱশ্যে গ্ৰন্থখনত বাৰে বাৰে ব্যৱহাৰ কৰা "বোপা" শব্দই উজনীয়া ভাব এটি আনি দিয়ে। এনেও হ'ব পাৰে উজনিৰ কোনো লোকে বহু বছৰ বৰপেটা অঞ্চলত থকাৰ পাছত গ্ৰন্থখন ৰচনা কৰিছিল। যিচু খৃষ্টই যিটো ভাষাত ধৰ্মোপদেশ দিছিল সেই ভাষাটো কাহানিবাই পৃথিৱীৰ পৰা বিলুপ্ত হৈছে; কিন্তু সেই উপদেশবোৰ অইন ভাষালৈ তৰ্জ্জমা কৰা হেতু সেইবোৰ আজি আমি পঢ়িবলৈ পাইছো। আজি কালি বৰপেটা অঞ্চলত তাহানিৰ পুৰণি শব্দবোৰৰ ব্যৱহাৰ ক্ৰমে কমি আহিছে, সম্ভৱত দুই-চাৰিজন লোকেহে তেনে শব্দবোৰ জানে। এতেকে কথা-গুৰু চৰিতখন আধুনিক অসমীয়ালৈ তৰ্জ্জমা কৰাটো অধিক আৱশ্যক হৈ পৰিছে।

গুৰুজনাৰ চৰিত কথাৰ লগত কিছুমান অলৌকিক কথা জড়িত হৈ আছে। বহুত আধুনিক পণ্ডিতে সেইবোৰ বাদ দিয়াৰ পক্ষপাতী। বৌদ্ধ, যীচু, নানক আদি ধৰ্ম গুৰুৰ লগতো বহুত অলৌকিক কথা জড়িত হৈ আছে। সেই সেই ধৰ্মাৱলম্বী লোকে তেনে আলৌকিক কথাবোৰ বাদ দিয়া নাই। আকৌ লৌকিক-অলৌকিক কথাবোৰ সময় সাপেক্ষ। ভাগৱতত আমি পাওঁ, মুচুকুন্দ ৰজাই স্বৰ্গতি ইন্দ্ৰৰ হকে যুঁজিবলৈ গৈ কেইদিনমান স্বৰ্গত থাকোঁতে মৰ্ত্তত এটা যুগ পাৰ হৈ গৈছিল। ইয়াত স্বৰ্গ (অন্তৰিক্ষ) আৰু মৰ্ত্তৰ( পৃথিবীৰ) মাজত সময়ৰ ব্যৱধান দেখুওৱা হৈছে। এনেবোৰ কথা সৌ সিদিনালৈ অলৌকিক আছিল। বিজ্ঞানী আইনষ্টাইনে কুৰি শতিকাৰ প্ৰথম ভাগতে আবিস্কাৰ কৰা আপেক্ষিকতাবাদ তত্ত্বই তেনে অলৌকিক কথাক বিজ্ঞান সন্মত বুলি সাব্যস্ত কৰিলে। এনে উদাহৰণ অনেক দিব পাৰি। তত্ত্ব অধ্যয়নৰ বিস্তৃতি, জ্ঞান আৰু উপলব্ধিৰ গভীৰতা আৰু সাধনাৰ তাৰতম্যত একেটি কথাই কোনোজনৰ বাবে অলৌকিক হ'লৈও কোনোবাৰ বাবে সত্য। আকৌ গুৰুজনাৰ লগত জড়িত অলৌকিক কথাবোৰ বাদ দিয়াৰ অধিকাৰ আমাৰ নাই।

নাম-ঘোষা আৰু দুজনা গুৰুৰ বৰগীত সমূহৰ ব্যাখ্যা, টীকা-টীপ্পনি যুক্ত গ্ৰন্থ কেইবাখনো ইতিমধ্যে প্ৰকাশ পাইছে; কিন্তু সেই গ্ৰন্থ সমূহত নাম-ঘোষাৰ কোনটো পদ কোন পৰিস্থিতিত ৰচনা কৰা হৈছিল বা কোনটো বৰগীত কোন পৰিৱেশ-পৰিস্থিতিত ৰচনা কৰা হৈছিল তাৰ আলোচনা হোৱা নাই। তেনে আলোচনা থাকিলে ঘোষা বা বৰগীত সমূহ অধিক মনোগ্ৰাহী হ'লহেঁতেন। কথা-গুৰু চৰিতত নাম-ঘোষাৰ অনেক পদ আৰু কেইবাটিও বৰগীত কেতিয়া কোন পৰিৱেশ পৰিস্থিতিত ৰচনা কৰা হৈছিল তাৰ বৰ্ণনা আছে, যিটো কথাই গ্ৰন্থখন অধিক মনোগ্ৰাহী কৰি তুলিছে। দুজনা গুৰুৰ উপৰিও তেৰাসবৰ আন আন ভকত-শিষ্যই কেতিয়া কি গ্ৰন্থ ৰচনা কৰিছিল তাৰ বিবৰণ কথা-গুৰু চৰিতত আছে। সেই ফালৰ পৰা কথা-গুৰু চৰিতখন অসমীয়া সাহিত্যৰ এটি কালৰ বুৰঞ্জীও।

পৰমপূজ্য শ্ৰীশ্ৰীহৰি সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীযুত তাৰিণী কান্ত মহন্তদেৱৰ পৰামৰ্শতে কথা-গুৰু চৰিতৰ আধুনিক অসমীয়ালৈ তৰ্জ্জমাৰ কাম আৰম্ভ কৰো। দুজনা গুৰুৰ কৃপা আৰু অধিকাৰদেৱৰ আশীৰ্বাদতে দুটা বছৰৰ ভিতৰত

গ্ৰন্থখনৰ তৰ্জ্জমাৰ কাম সম্পূৰ্ণ হয়। এইখিনিতে অধিকাৰদেৱলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম জনালো। বৰঙাজুলি সত্ৰৰ সত্ৰাধিকাৰ পৰমপূজ্য শ্ৰীযুত হৰেকৃষ্ণ মহন্তদেৱৰ পৰা পোৱা আশীৰ্বাদ আৰু অনুপ্ৰেৰণাৰ বাবেও তেখেতলৈকো মোৰ সশ্ৰদ্ধ প্ৰণাম যাচিছোঁ। ইয়াৰ পাছতে মোৰ এই কামত বিশেষভাৱে উৎসাহ আৰু অনুপ্ৰেৰণা যোগোৱা ব্যক্তি " বৰপেটা সত্ৰৰ ইতিহাস" প্ৰণেতা শ্ৰীযুত গোকুল পাঠকদেৱলৈ মোৰ শ্ৰদ্ধা নিবেদিছো। কথা-গুৰু চৰিতৰ পুৰণি বৰপেটাৰ শব্দবোৰ মোৰ আই চম্পাৱতী দাসৰ মুখত শুনা,যাৰ অবিহনে মোৰ এই তৰ্জ্জমা সম্ভৱ নহ'লহেতেন। এই আপাহতে আইলৈ মোৰ শ্ৰদ্ধা নিবেদিছো। শেষত ডি, টি, পি, অপাৰেটৰ শ্ৰীহিতেশ শৰ্মা আৰু শান্তি-বাণী প্ৰেছৰ সমূহ কৰ্মচাৰীবৃন্দকে ধন্যবাদ যাচিছো।

নখান্দা পাৰ, বৰপেটা।
পিন : ৭৮১৩০১

*ৰাইজলৈ সেৱাৰে -*
জ্ঞানৰঞ্জন দাস।



# সূচীপত্র

## প্রথম খণ্ড


| | |
|---|---|
| (ক) বিষয় প্রবেশ | ক |
| ১। প্রথম অধ্যায় | ১ |
| ২। দ্বিতীয় অধ্যায় | ১৮ |
| ৩। তৃতীয় অধ্যায় | ২৮ |
| ৪। চতুর্থ অধ্যায় | ৩৪ |
| ৫। পঞ্চম অধ্যায় | ৩৮ |
| ৬। ষষ্ঠ অধ্যায় | ৪৬ |
| ৭। সপ্তম অধ্যায় | ৫০ |
| ৮। অষ্টম অধ্যায় | ৭০ |
| ৯। নবম অধ্যায় | ৮৪ |
| ১০। দশম অধ্যায় | ৯৩ |
| ১১। একাশদ অধ্যায় | ৯৭ |
| ১২। দ্বাদশ অধ্যায় | ১০৬ |
| ১৩। ত্রয়োদশ অধ্যায় | ১২৭ |
| ১৪। চতুর্দশ অধ্যায় | ১২৯ |
| ১৫। পঞ্চদশ অধ্যায় | ১৫৫ |
| ১৬। ষষ্ঠদশ অধ্যায় | ১৬৫ |
| ১৭। সপ্তদশ অধ্যায় | ১৯০ |
| ১৮। অষ্টাদশ অধ্যায় | ১৯৮ |
| ১৯। উনবিংশ অধ্যায় | ২০৫ |
| ২০। বিংশ অধ্যায় | ২০৮ |

# সূচাপত্র

## দ্বিতীয় খণ্ড


১। প্রথম অধ্যায় ২৫৯
২। দ্বিতীয় অধ্যায় ২৬৩
৩। তৃতীয় অধ্যায় ২৬৬
৪। চতুর্থ অধ্যায় ২৭৫
৫। পঞ্চম অধ্যায় ২৭৯
৬। ষষ্ঠ অধ্যায় ২৮৩
৭। সপ্তম অধ্যায় ২৯৩
৮। অষ্টম অধ্যায় ২৯৮
৯। নবম অধ্যায় ৩০০
১০। দশম অধ্যায় ৩০৫
১১। একাশদ অধ্যায় ৩১১
১২। দ্বাদশ অধ্যায় ৩২০
১৩। ত্রয়োদশ অধ্যায় ৩৩৭
১৪। চতুর্দশ অধ্যায় ৩৫২
১৫। পঞ্চদশ অধ্যায় ৩৬৭
১৬। ষোড়শ অধ্যায় ৩৭৬
১৭। সপ্তদশ অধ্যায় ৩৮৩
১৮। অষ্টাদশ অধ্যায় ৩৮৭
১৯। উনবিংশ অধ্যায় ৩৯৬
২০। বিংশ অধ্যায় ৪০৯
২১। একবিংশ অধ্যায় ৪৩৫
২২। দ্বাবিংশ অধ্যায় ৪৪৮
২৩। ত্রয়োবিংশ অধ্যায় ৪৫৩

২৪। চতুৰ্বিংশ অধ্যায় ৪৭১
২৫। পঞ্চবিংশ অধ্যায় ৪৮১
২৬। ষষ্ঠবিংশ অধ্যায় ৪৯২
২৭। সপ্তবিংশ অধ্যায় ৪৯৪
২৮। অষ্টাবিংশ অধ্যায় ৪৯৯
২৯। ঊনত্রিংশ অধ্যায় ৫০৬
৩০। ত্রিংশ অধ্যায় ৫১০
৩১। একত্রিংশ অধ্যায় ৫১৯
৩২। দ্বাত্রিংশ অধ্যায় ৫২৬
৩৩। ত্রয়স্ত্রিংশ অধ্যায় ৫৩৫
৩৪। চতুস্ত্রিংশ অধ্যায় ৫৪৭
৩৫। পঞ্চত্রিংশ অধ্যায় ৫৬৩
৩৬। ষট্‌ত্রিংশ অধ্যায় ৫৮২
৩৭। সপ্তত্রিংশ অধ্যায় ৬২৩
৩৮। অষ্টাত্রিংশ অধ্যায় ৬২৮
৩৯। ঊনচত্বাৰিংশ অধ্যায় ৬৩৯
৪০। চত্বাৰিংশ অধ্যায় ৬৪৪
৪১। একচত্বাৰিংশ অধ্যায় ৬৫৪
৪২। দ্বিচত্বাৰিংশ অধ্যায় ৬৭৪
৪৩। ত্ৰিচত্বাৰিংশ অধ্যায় ৬৭৭
৪৪। পৰিশিষ্ট - ১ ৬৮০
৪৫। পৰিশিষ্ট - ২ ৬৮৯
৪৬। বিষয় নিৰ্ঘণ্ট ৬৯৫
৪৭। গ্ৰন্থপঞ্জী ৭১৩



# মূল পুথিৰ পাতনি
## (বিষয়-প্ৰৱেশ)

প্ৰথমে আদি পুৰুষ দুজনা গুৰু, নজন আতা, দুজন ঠাকুৰকে মুখ্য কৰি আন সকল সেৱক; পূৰ্ণ গুৰু, পূৰ্ণ ভক্ত, পূৰ্ণ সেৱক বৈকুণ্ঠৰ পৰা নামি আহিল জীৱক কৃপা কৰি। মায়া নৰদেহাৰ ( শ্ৰীমন্ত শঙ্কৰদেৱৰ) জন্ম আলিপুখুৰীত আৰু (শ্ৰীশ্ৰীমাধৱদেৱৰ) লেটেকুপুখুৰীত। বৰদোৱাৰ পৰা পাটবাউসীক অহাৰ সময়কলৈ কেৱল কথা-চৰিত আৰু ঘোষা কীৰ্ত্তনহে আছিল। মাধৱদেৱে আৰু ঠাকুৰ আতাই সোধে আৰু গুৰুজনে পদ্মমুখেৰে কীৰ্ত্তন কৰে দশ অৱতাৰ, বাইশ অৱতাৰ, শ্ৰীৰাম, কৃষ্ণৰ আৰু বলভদ্ৰৰ চৰিত। আতৈসকলে মহাশ্ৰদ্ধাভাৱে কৰ্ণ ভৰি শুনে। আদিতে গুণমালা, লীলামালা, ভটিমাৰ ক্ৰম নাছিল, মাত্ৰ ওজাহে গাইছিল।

শ্ৰীমন্ত শঙ্কৰদেৱ জগতৰ গুৰু। তেৰাই মাধৱদেৱ, দামোদৰদেৱ, হৰিগুৰু, পঁচিশ মহন্ত এই সকলত ধৰ্ম বস্তু থৈ একশ উনৈশ বছৰ পৃথিবীত ৰৈ বেহাৰৰ কাকতকুটাত পৃথিবী এৰি নৰদেহা সম্বৰণ কৰি বৈকুণ্ঠলৈ গ'ল। তাৰ পাছত মাধৱদেৱে গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি গুৰুজনাৰ চৰিত্ৰ সদা সৰ্বদা কীৰ্ত্তন কৰিছিল। আৰু আতৈসকলে শ্ৰৱণ কৰিছিল। সুন্দৰীদিয়াত গৰুড়ৰ স্কন্ধত ভগৱন্তই আহোঁতে (মাধৱদেৱে) চৌধ্য প্ৰসঙ্গ ক্ৰম লগাই চৰ্চা কৰি শাৰী ক্ৰম লগাই নাম মূৰ্ত্তিমন্তকৈ পাতিছে। গুৰুজনাৰ বৈকুণ্ঠ পয়ানৰ পাছত গুৰু বাক্য পালি শুদ্ধ ধৰ্ম ধৰি জীৱক কৃপা কৰি মাধৱদেৱে আঠাইশ বছৰ জীৱিত আছিল। দুজন ঠাকুৰকে মুখ্য কৰি নজন আতা, ৰামচৰণ ঠাকুৰ, লাৱঠিয়া শ্ৰীহৰি, গোমাৰ গোবিন্দ, দধিৰ লক্ষ্মীকান্ত, পৰিয়াৰ মাধৱ, হৰি কৃষ্ণ, অচ্যুত গুৰু,মাণিকবাৰীয়া কৃষ্ণ,লচাকনীয়া খটৰা গোবিন্দ, বংশীগোপাল, আবিলিয়া যদুমণি আদি কৰি পঁচিশজনক আচাৰ্য্য পাতি তেওঁলোকৰ তাত ধৰ্মবস্তু থৈ আজ্ঞা দিছে নিৰ্গুণা, কেৱলা, সপ্ৰেমা, ভাগৱতী, বিৰলা, অন্তৰঙ্গা যাৰ যি ইচ্ছা আৰু যিজন যিহৰ

পাত্র চাই। বেহাৰৰ ভেলা মধুপুৰত নৰদেহা এৰি (মাধৱদেৱে) বৈকুণ্ঠলৈ গ'ল।

নজন আতাৰ লগৰ ভাটকুছিয়া আতা আৰু বদলা আতা এক বস্তু। তেৰাসৱে গুৰু বাক্য-শিক্ষা ধৰি শ্ৰৱণ কীৰ্ত্তন প্ৰেম ভক্তি কথা-চৰিত সুখত ৰত আছিল। পাছত আতাই ধৰ্ম বস্তু জয় আতৈত আৰু ভোগপুৰৰ দামোদৰত থৈ পৃথিবী এৰি বৈকুণ্ঠলৈ গ'ল। পাছত জয় আতৈ আৰু দামোদৰ আতৈয়ে সেই চৰিত কথা কুৰুৱাবাহীয়া পৰীক্ষিত আতৈত থ'লে।

পৰীক্ষিত আতৈৰ দিনৰে হালধিবাৰীৰ দয়াময় আতৈৰ বৰবাহাৰ কথা। চক্ৰপাণী বৈৰাগী আতৈ পুৰুষে তিনিও ৰাজ্য ঘূৰি ফুৰোঁতে জণ্টিয়াৰঙ্গত বৈ নাম সেৱা কৰাৰ অন্তত নাম-ঘোষাৰ চাৰিটি ঘোষা চাৰি প্ৰকাৰে ব্যাখ্যা কৰাত ভকতে আতৈক মান কৰি বৰকাপোৰ দি ( দয়াময় আতৈৰ) বৰবাহত নি গুৰুজনাৰ চৰিত কথা সুধিছে," শ্ৰীশঙ্কৰদেৱৰ জন্মৰ পৰা বৈকুণ্ঠ পয়ানলৈ চৰিত কথা কওঁক, আমি তেনেকৈ নাপাওঁ।" তেতিয়া বৈৰাগী আতৈয়ে তাত ছয়মাহ বৈ গুৰুজনাৰ চৰিত কথা কৈছে, আকৌ তেওঁৰো যিবোৰ কথা বৈ আছিল তাৰ ভকতসকলৰ পৰা লৈ আহিছে। বৈৰাগীয়ে আহি বৰদোৱাত ৰ'ল। বৰদেৱাত গায়ন বাপু, হৰিনাৰায়ণ, হৰিনন্দন, প্ৰদ্যুম্ন আতৈ, সহজানন্দ, সৰ্বানন্দ, হৈদাস, গতি আতৈ ৰামৰায় দেউৰী এইসকলে বৈৰাগী আতৈক প্ৰাৰ্থনা কৰি সুধিছে গুৰু-চৰিত কথা আৰু আতৈয়ে দুজনা গুৰুৰ চৰিত জন্মৰ পৰা পয়ানলৈ কৈছে আৰু শেষত সেৱকসকলৰ চৰিত কথা কৈছে। বৈৰাগীৰ পৰা চৰিত কথা তেওঁলোকৰ তাত ৰ'ল। সেই ভাগ তেনেকৈয়ে ৰ'ল। আৰু মই ( কথা গুৰু-চৰিতৰ লেখক) গুৰু-চৰিত কথা পালো এই ক্ৰমত। বৈৰাগীয়ে চৰিত কথা থ'লে মণিপু আতৈত, মণিপু আতৈয়ে থ'লে বৰজনা আতৈত, তেওঁ থ'লে সৰুজনা আতৈত, সৰুজনা আতৈয়ে থ'লে গৰলীয়া বাপুত। গৰলীয়া বাপুৱে জয় বাপুক সত্ৰীয়া আৰু ধনঞ্জয় আতৈ পুৰুষকক মহাশুদ্ধ ধৰ্ম বস্তু দি সেৱকৰ মুখ্য কৰি বৰবাহাত থৈ গ'ল। জয়বাপুৱে বিৰু বাপুক আজ্ঞা দিলে। আতৈয়ে (?)[১] চৰিত কথা থ'লে কৃষ্ণৰাম আৰু জয়ৰাম আতৈত। ৰামগতি, মণিৰাম, শ্ৰীৰাম, ৰঘুৰাম, কৃষ্ণৰাম, ভগিৰাম, জয়ৰাম আতৈ এইসকলকে মুখ্য

(১,২) : কথাৰ ভাবধাৰা মতে আতৈজন বিৰু বাপু হ'ব লাগে; কিন্তু লেখাৰুদেৱে ধনঞ্জয় আতৈ বুলিছে ঠাবৰ কৰিছে।

কৰি আতৈসকলে আতৈক (?)[২] প্ৰশ্ন কৰিলে দুজনা গুৰু, দুজনা ঠাকুৰ আৰু আন আন সেৱকৰ চৰিত কথা। আতৈয়ে ক'লে,"নাৰদে কৈছিল—"মোক কৃপাহে কৰিলা; যিহেতু গোবিন্দৰ গুণ ক'বলৈ ক'লা।" আৰু মোকো তোমালোকে কৃপাহে কৰিলা; মোক তিনি তাপে পুৰি মাৰে, আজিহে প্ৰাণ গুৰুক সোঁৱৰাইলা।" এই সকল ৰাজ্যৰ শিৰোমণি ভকতে আৰু আন সেৱক সকলে শ্ৰৱণ কৰে আৰু আতৈয়ে নিতে চৰিত কথা কীৰ্ত্তন কৰে। দেৱতাৰ অমৃতে উচ্চকৈ কামক বঢ়ায় আৰু হৰি কথামৃতে সংসাৰ বন্ধ ছিণ্ডি শৰীৰ শুদ্ধ, তুচ্য কৰি অন্তকালত বৈকুণ্ঠক দিয়ে।

অনন্তৰ চৰিত কথা ব্ৰহ্মা, সিদ্ধ মুনি সকলেও কৈ অন্ত কৰিব পৰা নাই আৰু মই ক্ষুদ্ৰ টিপচি চৰাইৰ সেয়া মুখত জুইৰ আঙঠা যেন। সিংহই গৰুড়ৰ বিক্ৰমক কি নিয়ন্ত্ৰণ কৰিব পাৰে? এই চৰিত কথাৰ আগ-পিছু, বঢ়া-টুটা, ভ্ৰম-ভ্ৰান্তি, হস্ৰ-দীৰ্ঘ মোৰ বুদ্ধিৰ দোষত হৈছে, সাধুৱে শান্তভাৱে চিন্তা কৰি মোক নিন্দা নকৰি ক্ষমা কৰিব। উত্তোমত্তমে অলপ গুণক বৃদ্ধি কৰে, উত্তমে দোষ এৰি গুণ ল'য়, মধ্যমে গুণ দোষ বিচাৰ কৰে আৰু অধমে দোষ কল্পনা কৰে। মহাপুৰুষৰ ঐকান্তিক সেৱাৰ দাসৰো দাসৰ চৰণত ধৰো, এই গুৰু-যশ লীলা চৰিত্ৰ শুনি মোৰ সহস্ৰ অপৰাধ ক্ষমিব।



# প্ৰথম অধ্যায়

## শ্ৰীমন্ত শঙ্কৰদেৱৰ পূৰ্ব পুৰুষসকল

**১-১-১ :** এদিনাখন দেৱৰ্ষি নাৰদ, যাৰ অবাধিত গতি, যিজন ঈশ্বৰৰ অংশ অৱতাৰ, কেৱলা পূৰ্ণভক্ত, তেওঁ গ'ল গোলোক ধামলৈ। গোলোক পাই তেওঁ সৰস্বতী সমন্বিতে কৃষ্ণক সেৱা কৰিলে।তেতিয়া কৃষ্ণই পৰম স্নেহত নাৰদক নিজ জন্ম ৰহস্য ক'লে আৰু ভবিষ্যতে য'ত যি অংশ, কলা বিভূতি পুনৰ অৱতাৰ হ'ব তাকো ক'লে। কৃষ্ণে নাৰদক সঙ্গ-প্ৰীতি কৰাই তেওঁৰ ৰহস্য প্ৰেম নাম নাৰদক দিছে। পাছত ৰাধাৰ সৈতে কৃষ্ণই ওলাই নাৰদক এখন বীণা দি ক'লে,"এটি গীত গোৱা।" তেতিয়া নাৰদে মহা প্ৰেমৰসত পঞ্চতত্ত্বত পঞ্চ সুৰ তুলি তাঁৰ যন্ত্ৰত ঘোষা গীত গালে। সেই গীতৰ সুৰত শিলত পানী স্ৰবিলে আৰু কৃষ্ণৰ শৰীৰত ঘাম নিগৰিলে। তাৰ পাছত কৃষ্ণই আজ্ঞা কৰিলে সৰস্বতী মাতৃক,"প্ৰিয়া, তুমিও এটি গীত গোৱা।" সৰস্বতী মাতৃয়ে শাৰঙ্গ বীণা তুলি লৈ গীত গালে সাত বস্তুৰ সপ্ত স্বৰ তুলি। সেই গীতত শিলত পানী স্ৰবিলে, বৃক্ষ দ্ৰৱীভূত হ'ল, বৃক্ষ মৰহি পাত সৰিল আৰু কৃষ্ণই প্ৰেমত দ্ৰবি তেওঁৰ শৰীৰ তলবল কৰিব ধৰিলে। আই সৰস্বতীয়ে দেখিলে, স্বামী হেৰায। তেওঁ গীত গাৱ এৰি স্বামীক প্ৰবোধ দি ধৰিলে। পাছত সেই প্ৰেমানন্দ জলত ঈশ্বৰৰ ইচ্ছাত দুয়োৰো মাজত শিশুৰ শিৰোমণি এটি দেৱ শিশুৰ উদ্ভৱ হ'ল। কৃষ্ণৰ প্ৰেমেৰে পূৰ্ণ বাবে শিশুটিৰ নাম থ'লে পূৰ্ণানন্দ। সেই শিশু ডাঙৰ হৈ গীত ৰাগ গান নাচ তাল সুৰ নাটত সৰ্বগুণাকৰ, সুশোভিত সুন্দৰ দিব্য পুৰুষ হ'ল। পূৰ্ণানন্দই গোলোকত ৰাধাকৃষ্ণৰ আগত নাচ গান কৰি কিছু দিন আছিল। এদিনাখন শ্বেতবলাসৰ ঈশ্বৰে গৈছিল গোলোক নাথৰ ওচৰলৈ। তেওঁ তাত পূৰ্ণানন্দৰ গান-নাচ দেখি মোহ গৈ কৃষ্ণক প্ৰাৰ্থনা কৰি খুজি আনিলে। তাৰে পৰা পূৰ্ণানন্দক খুজি আনিলে সন্তান ভগৱন্তই। তাৰে পৰা কৃপাণ ঈশ্বৰে খুজি আনিলে। তাৰে পৰা অম্বৰু বলাসৰ কৃষ্ণে খুজি আনিলে। তাৰে পৰা কণকদণ্ড হংস নাৰায়ণে আনিলে। তাৰে পৰা নিত্য বলাসৰ শ্ৰীনাৰায়ণে আনিলে প্ৰাৰ্থনা কৰি। তাৰে পৰা কালপু নাৰায়ণে আনিলে। তাৰে পৰা সনাতন বলাসৰ নিৰঞ্জনে আনিলে। তাৰে পৰা সত্য লোকৰ পালক বিষ্ণুৱে

আনিলে। তাৰে পৰা গৈ ব্ৰহ্মালোকতো আছিল কিছু দিন। তাৰে পৰা কৈলাসৰ পাৰ্বতীনাথ সদাশিৱে নিলে। তাৰ পাছত আনাদি শিৱই নিজ কুল উদ্ধাৰৰ হেতু পৃথিবীত পূৰ্ণানন্দৰ বশোংভ্তৱৰ কথা চিন্তা কৰিলে। পাছত ত্ৰিপুৰাৰী বিশ্বেশ্বৰে কাশী-বাৰানসীলৈ আহোঁতে ভাগীৰথী নৈৰ তীৰত পূৰ্ণানন্দক থৈ গ'ল। পথত এৰি থৈ গ'ল হেতু তেওঁৰ নাম হ'ল সুপন্থগিৰি। ঈশ্বৰ পুৰুষ সুপন্থগিৰিৰ পৃথিবীত ধনে-ধানে, দাস-দাসীয়ে, গৰুৱে-ম'হে অচলা সম্পত্তি হ'ল। তেওঁৰ দান-মান, দান- কৃপা, অতিথি শুশ্ৰূষা গুণ-যশে জগত জুৰিলে। তেওঁ বিবাহ কৰিলে সেউতীক। তেওঁলোকৰ পুত্ৰ নাছিল। ব্ৰাহ্মণক মাতি বিধিমতে ব্ৰত উপবাসত থাকি পুত্ৰৰ অভিলাসত ব্ৰহ্মবীজ মন্ত্ৰেৰে তেওঁ হোম আহুতি কৰিলে। তাৰ পাছত পুত্ৰৰ জন্ম হ'ল। ব্ৰহ্মাৰ দানত জন্ম হোৱা হেতু তেওঁলোকে পুত্ৰৰ নাম থ'লে ব্ৰহ্মাগিৰি। আৰু জ্যোতিষীয়ে জাত ক'লে কায়স্থ বুলি। ব্ৰহ্মাগিৰিযে বিবাহ কৰিলে মিশ্ৰা নামে কন্যাক। তেওঁলোকৰ পুত্ৰ নাই। ব্ৰতত থাকি বীজ মন্ত্ৰেৰে তেওঁলোকে চন্দ্ৰক আৰাধনা কৰি পূজিলে। পাছত পুত্ৰ জন্ম পালে। চন্দ্ৰৰ বৰদানত জন্ম হোৱা হেতু পুত্ৰৰ নাম থ'লে চন্দ্ৰগিৰি। একে নিয়মতে চন্দ্ৰগিৰিৰ পুত্ৰ সন্তান নাই। তেওঁ চতুৰ্মাহ ব্ৰতত থাকি গঙ্গা স্নান-দান কৰি হোম কৰাই গোলোকনাথ কৃষ্ণক পূজিলে পুত্ৰৰ অভিলাসত। পুত্ৰ জন্ম পালে আৰু পুত্ৰ কৃষ্ণৰ দানত জন্মা বাবে নাম পালে কৃষ্ণগিৰি। পুনৰ কৃষ্ণগিৰি অপুত্ৰক। তেওঁ ব্যাস, পৰাশৰ, ভৃগু, পুলহ, পুলস্তি, অগস্তি, গৌতম, ভৰদ্বাজ, কৰ্দ্দমকে মুখ্য কৰি অনেক ঋষিক পূজিলে। অত্ৃ ঋষিৰ সংকল্পত অতৃৰ গোত্ৰ লৈ পুত্ৰৰ জন্ম হ'ল। অতৃৰ গোত্ৰ হেতু পুত্ৰৰ নাম হ'ল অতৃ। অতৃৰ পত্নী হৰিপ্ৰিয়া। পুনৰ পুত্ৰ নাই। পূজাৰ সংকল্পলৈ তেওঁ সূৰ্য্য মণ্ডলী নাৰায়ণক আৰাধনা কৰিলে। পুত্ৰৰ জন্ম হ'ল। পুত্ৰৰ নাম থ'লে সুৱৰ্ণগিৰি। দান, কৃপা, শক্তি, বলত সুৱৰ্ণগিৰি নাৰায়ণৰ সদৃশ হ'ল। তথাপি অপুত্ৰক। তেওঁ মনোকষ্ট পাই জ্যোতিষী বিপ্ৰ আনি পূজা-হোম কৰাই গন্ধৰ্বক প্ৰাৰ্থনা কৰিলে। তাৰ পাছত পুত্ৰৰ জন্ম হ'ল ৰূপ-গুণ-বিদ্যাত গন্ধৰ্ব সদৃশ। গন্ধৰ্বৰ বৰত জন্ম পোৱা বাবে নাম থ'লে গন্ধৰ্বগিৰি। গন্ধৰ্বগিৰিৰ পত্নী শশীপ্ৰিয়া। সকলো ফালে আঢ্যৱন্ত তেওঁ, তথাপি পুত্ৰ নাই। সেই নিমিত্তে দুখ কৰি ব'হাগৰ দহ দিন যোৱাত শুক্লা দশমীত শ্ৰীৰামক চিন্তি পুত্ৰ বৰ মাগিলে। সাত মাহত পুত্ৰ

জন্মিল। জ্যোতিষী আনি গণনা কৰাই শ্ৰীৰামৰ দানত জন্ম পালে বাবে নাম থ'লে ৰামগিৰি। ৰামগিৰিৰ পত্নীৰ নাম ভাৰতী। ৰামগিৰি বল-বীৰ্য্য, পৰাক্ৰমত ৰামৰ সদৃশ হ'ল, তথাপি পুত্ৰ নাই। তেওঁ ভক্ত, বিপ্ৰ সকলোকে মাতি আনি বেদ মন্ত্ৰেৰে হেমবলাসৰ ঈশ্বৰক পূজিলে আৰু ভক্ত, ব্ৰাহ্মণক ভোজন কৰাই গো-বস্ত্ৰ, ৰূপ-সোণ দান কৰি পুত্ৰ বৰ মাগিলে। পুত্ৰ জন্ম পালে, মহাধিৰ-শান্ত-দাতা গুণ লৈ। জ্যোতিষীৰ দ্বাৰা গণনা কৰি হেমবলাসৰ দান গুণে নাম থ'লে হেমগিৰি। হেমগিৰিৰ পত্নীৰ নাম ইন্ধনী। পূৰ্বৰ নিয়মত আকৌ পুত্ৰ নাই। হেমগিৰিয়ে দণ্ডী, যতি, ব্ৰহ্মাচাৰী, বৈষ্ণৱ, সন্ন্যাসী, ব'ৰাগীক সন্তুষ্ট কৰি হৰক পূজি পুত্ৰ দান মাগিলে। পুত্ৰ জন্ম পালে আঘোণৰ কৃষ্ণা একাদশীত। হৰৰ দান হেতু পুত্ৰৰ নাম থ'লে হৰিবৰগিৰি। হৰিবৰগিৰিৰ পত্নী প্ৰকৃতি। আকৌ পুত্ৰ নাই। পুত্ৰৰ বাবে খেদ কৰি আগৰ নিয়মত জ্ঞাতি-বিপ্ৰ-পণ্ডিতক ভোজ দি অসুৰ বলাসৰ হৰিক পূজি পুত্ৰ বৰ প্ৰাৰ্থিলে। পুত্ৰ জন্মিল, নাম থ'লে হৰিগিৰি। হৰিগিৰি সুন্দৰ, সুলক্ষণ, ক্ষমাদাতা, গুণৱন্ত। তেওঁ বিবাহ কৰিলে তিনিজনী ভাৰ্য্যা-ইন্দুলী, অৰুণী আৰু অনুসূয়াক। তথাপি পুত্ৰ নাই। তেওঁ সৰস্বতীক চিন্তা কৰি পূজি বৰ মাগিলে। এজনী কন্যাই জন্ম পালে। কন্যাই কৃষ্ণৰ একান্ত ভক্তি মাতৃৰ শৰীৰৰ পৰা উপজিছে নিজ শক্তি লৈ। কৃষ্ণক মানস কৰি আৰু কৃষ্ণৰ দানত জন্ম পোৱা বাবে কন্যাৰ নাম থ'লে কৃষ্ণকান্তি। কৃষ্ণকান্তি মহাসুন্দৰী, সৰ্বসুলক্ষণী, শান্তি, সতী; ৰূপে গুণে লক্ষ্মী-সৰস্বতী সদৃশ। কৃষ্ণকান্তিয়ে ৰাতি দিনে শয়নে-ভোজনে সদা সৰ্বদা কৃষ্ণৰ চৰণ চিন্তে, সতী ৰুক্মিনী যেন। অনেক কায়স্থ পাত্ৰই কৃষ্ণকান্তিক বিবাহৰ বাবে সোধে; কিন্তু হৰিগিৰিয়ে নিজৰ পুত্ৰ নাই হেতু জোঁৱায়েকক পুত্ৰ ৰূপে ৰাখিব বিচাৰে বাবে বিবাহ হোৱা নাই। কৃষ্ণকান্তিয়ে এদিন মাকক ক'লে," মা, মই ক'তো বিবাহ নোসোমাওঁ, পিতাক ক'বা।" নিশা মাকে পিতাকক ক'লে কন্যাই বিষয় নকৰে বুলি। ৰাতিপুৱা হৰিগিৰিয়ে মনোকষ্টেৰে কন্যাক সুধিলে," আই, তুমি হেনো কালৈকে বিবাহত নুসুমোৱা, হয়নে?" কন্যাই ক'লে," হে পিতা, বিষয় বীভৎস, সংসাৰ যাতায়ত মাত্ৰ। প্ৰহ্লাদৰ বাক্যত—গৃহ অন্ধকূপ, লোহাৰ বন্দীশাল; পশু আদি কৰি সমস্ত যোনিত বিষয় পায়; কিন্তু হৰি ভক্তি মানৱ দেহা বিনে নাই। ভাৰতবৰ্ষত ব্ৰহ্মাৰো প্ৰাৰ্থনীয় মনুষ্য জন্ম পাইছোহঁক। ব্ৰহ্মাৰ নিয়মত

ফু মাৰোঁতেই মানুহৰ আয়ুস যায়, এতেকে কৃষ্ণক চিন্তিয়ে থাকিম। হে পিতা, কাতৰ কৰিছো, এইসব জঞ্জাল নাপাতিবা আৰু।" হৰিগিৰিয়ে কন্যাৰ পৰা বিবাহৰ সম্মতি নাপাই দুখ মনেৰে ৰ'ল। তাৰ কিছু দিন পাছত কৃষ্ণকান্তিৰ পুষ্পোৎসৱ হ'ল। কৃষ্ণকান্তিৰ ভৰ যৌৱন বয়স, দৃষ্টি পৰিলে চন্দ্ৰ সূৰ্য্যই ৰথ ৰাখে। এদিন কৃষ্ণকান্তিৰ শিৰস্নান হ'ল। তেতিয়া আয়ে গঙ্গা স্নানলৈ গৈ স্নান দান কৰি গঙ্গাৰ তীৰত বহি কৃষ্ণক ধ্যান কৰি হৃদয়ত কৃষ্ণক দেখিলে। কিছুক্ষণ পাছতে হৃদয়তে কৃষ্ণ অন্তৰ্দ্ধান হ'ল। তাৰ পাছত আয়ে চকু মেলি ওপৰলৈ দৃষ্টি কৰি চাই দেখিলে সুন্দৰ শ্যামকানু গৰুড় বাহনৰ ওপৰত আছে শঙ্খ চক্ৰ গদা পদ্ম লৈ। তাতে ঈশ্বৰৰ বীৰ্য্যপাত হৈ কৃষ্ণকান্তিৰ মুখত পৰি আইৰ গৰ্ভত স্থিতি ল'লে। কৃষ্ণৰ দেহৰ ৰশ্মিৰ পোহৰত আইৰ নোম শিয়ৰি উঠি আনন্দ অশ্ৰু নিগৰিলে। এনেতে গঙ্গাই দেখা দি আইক সম্বোধন কৰি পঠাইছে। আজি কালি কৰি কৃষ্ণকান্তিৰ গৰ্ভ প্ৰকট হৈ আহিল। মানুহে কণা-কণি কৰিব ধৰিলে," কৃষ্ণকান্তি শান্তি বুলি কয়, পিছে মঁহা বেশ্যা; দেশত কলঙ্ক আনিলে।" গাঁওত এখন সভা বহি হৰিগিৰিক ধৰিবৰ বাবে আলচ কৰা হ'ল। তাকে শুনি হৰিগিৰিয়ে সেইদিনা ৰাতি মনোকষ্টেৰে ৰ'ল। সপোনত কৃষ্ণই হৰিগিৰিক ক'লে, "তুমি সংশয় নকৰিবা, মোৰ বীৰ্য্যতে সেই সন্তান হ'ব।" কৃষ্ণই সপোনত দেখা দি সেই কথাকে গাঁওৰ মুখিয়াল সকলোকো ক'লে। পুৱাতে হৰিগিৰিয়ে নিজ কন্যাক ক'লে," অ' আই, ৰাইজে আজি আমাক ধৰিব খুজিছে, তোমাৰ এই বিনাশ কৰ্মৰ আলোচনাৰ বাবে সভা বহিব; তুমি সত্য কথাটিকে ক'বা, মিছা নক'বা।" কৃষ্ণকান্তিয়ে ক'লে," হে পিতা, মোৰ কৃষ্ণহে স্বামী, গুৰু,বন্ধু, সুহৃদ, সোদৰ, পিতা-মাতা, আত্মা, প্ৰাণ; নিশ্চয় নিশ্চয়কৈ সেয়ে সত্য। দিঠকত বাদেই সপোনত পৰপুৰুষৰ ছায়াত ভৰি দিয়া নাই আৰু গঙ্গা মাই এই কথা বিদ্যমানে জানে।" হৰিগিৰিয়ে ছোৱালীৰ কথা আৰু সপোনৰ কথাৰ মিল পালে দেখি মন ডাঠ কৰি সন্তোষ মনেৰে ৰ'ল। দুপৰীয়া সভাঘৰত হৰিকীৰ্ত্তন হৈছিল। তালৈকে হৰিগিৰিয়ে গৈছিল। দুষ্ট খলুৱাইঁতে হাই উৰুমি কৰি হৰিগিৰিক ধৰি ক'লে," তোমাৰ ছোৱালীৰ পতি নাই, কেনেকৈ গৰ্ভ হ'ল? সেই গৰ্ভ উত্তম বা অন্ত্যজৰনে, তাৰ কি চিন চাব?" তেতিয়া হৰিগিৰিয়ে ক'লে,"মই ছোৱালীক সুধিছো, ছোৱালীয়ে কৈছে কৃষ্ণৰ

বীৰ্য্যৰ পৰাই গৰ্ভ হৈছে আৰু সপোনত কৃষ্ণই মোক সেই কথাই কৈছে আৰু গঙ্গা দেৱীও সাক্ষী আছে।" তাৰ পাছত মুখিয়ালসকলেও ক'লে," হেৰা, সপোনত ভগৱন্তই আমাক কৈছে, কৃষ্ণয়হে পতি, একো সন্দেহ নকৰিবাইক।" তথাপি দুষ্ট খলুৱাই নামানে। তেতিয়া কৃষ্ণকান্তিয়ে গৈ ক'লে," মোৰ দেহৰ সোণ ৰূপৰ বত্ৰিশ অলঙ্কাৰ গঙ্গাত দলিয়াও, সেয়া যদি ভাহে কৃষ্ণই মোৰ পতি আৰু যদি তল যায়, মই বেশ্যা।" তেতিয়া সিহঁতে ক'লে," হয়, সেই কথাই সত্য। তেতিয়া কৃষ্ণকান্তিৰ অলঙ্কাৰ নি সিহঁতে নদীত দলিয়ালে। সেই অলঙ্কাৰ পানীত ভাহা দেখি সকলো লোক আশ্চাৰ্য্য-অদ্ভুত মানিলে। কোনোৱে ক'য় কৃষ্ণকান্তিক সীতাৰ দৰে অগ্নিত পৰীক্ষা কৰা হৈছিল। তথাপি হেমাই, কেচাই আৰু কেচেৰা এই তিনি মহা দুষ্টই অবিশ্বাস কৰি ৰ'ল। নিশা সপোনত কৃষ্ণই দেখা দি লাঠীৰে খুন্দা মাৰি সিহতৰ গাল ফুলাই ভিগুাকাৰ কৰিলে। তেতিয়া সিহঁতৰ মুখত ছাই পৰাত পতিয়ালে।

কালৰ নিয়মত সাত মাহ পোন্ধৰ দিনত দেৱ-বীৰ্য্যত কৃষ্ণকান্তিৰ পুত্ৰ জন্ম হ'ল। পুত্ৰ মহাসুন্দৰ, ধীৰ-গম্ভীৰ। সন্তানটিৰ পিতৃ নাই হেতু ককাকে নাম থ'লে লগুা আৰু দেৱতাৰ বীৰ্য্যত, দেৱতাৰ বৰত জন্ম পোৱা বাবে নাম হ'ল লগুাবৰ। লগুাবৰক কৌশিক অধ্যাপকৰ পঢ়াশালিত পঢ়িবলৈ থোৱা হ'ল। ছাত্ৰসকলে লগুাবৰক পঢ়াশালি মোচাত আগ শাৰীত স্থান নিদিয়ে পিতৃ নাই হেতু। নিশা সপোনত অধ্যাপকক ভগৱন্তই দেখা দি ক'লে," মোৰ অংশকো অসূয়া কৰানে?" তাৰ পাছত অধ্যাপকে সেই কথা সকলোকে কৈ লগুাবৰক আগশাৰীত স্থান মান দি পাঠ শিকাইছে। লগুাবৰ যৌৱন প্ৰাপ্ত হ'ল। তেওঁ বিবাহ কৰিলে পত্নী সুপ্ৰভাক। তেওঁলোকৰ পুত্ৰ নাই। লগুাবৰে বিপ্ৰক মাতি আনি ডুচমা কাঠেৰে হোম পুৰি লোম-ৰুধিৰ অগ্নিত আহুতি দি চণ্ডীক আৰধনা কৰিলে আৰু বিপ্ৰক গো-বস্ত্ৰ, সোণ-ৰূপ দান দিলে পুত্ৰৰ অভিলাসত। সপোনত চণ্ডীয়ে লগুাবৰক ক'লে," পুত্ৰ হওক।" কালৰ নিয়মত লগুাবৰৰ পুত্ৰ হ'ল ভাদ্ৰৰ শুক্লা দশমীত। পুত্ৰ সুন্দৰ, শান্ত পুৰুষ। পুত্ৰৰ নাম থ'লে চণ্ডীবৰ, চণ্ডীৰ বৰত জন্ম পোৱা হেতু। কালৰ নিয়মত চণ্ডীবৰ যৌৱন প্ৰাপ্ত হ'ল। চণ্ডীবৰে বিবাহ কৰালে সন্ধ্যা নামে কন্যাক।

১-১-২ : প্ৰথমতে গৌৰ দেশৰ ৰজা আছিল আদি বিক্ৰম। তেওঁৰ পাছত ৰজা হ'ল ভোজ। ভোজৰ পাঁচ পুৰুষে ৰাজপাত খালে। তাৰ পাছত ৰজা হ'ল কন্ন নামে ৰজাই। কন্নক মাৰি পাঠান ৰজা হ'ল। পাঠানক মাৰি লাল কুচান ৰজা হ'ল। কুচানে তিনি পুৰুষ ৰাজত্ব কৰিলে। তাৰ পাছত দেশ অৰাজক হ'ল। পাছত দিল্লীত আকৌ এবাৰ পাঠান ৰজা হ'ল। সেই ৰজাই ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰকে মুখ্য কৰি সকলো জাতিৰ লোকক ধৰি বুৰঞ্জী ফালিলে আৰু জাতি বংশ বুজাব নোৱাৰিলে জাতি-কুল মাৰি যৱন কৰিব ধৰিলে। ৰজাৰ টেকেলাই চণ্ডীবৰক ধৰি তেওঁৰ বুৰঞ্জী সমস্ত পুখুৰীত পেলাই দিলে। চণ্ডীবৰে জাল, জকাই, প'ল, জুলুকি বাই চাই বুৰঞ্জী নাপাই মনৰ দুখত পুখুৰীৰ পাৰত বহি আছিল। তেতিয়া বৰ ডাঙৰ কাছ এটাই পুথি-পাঁজিবোৰ পিঠিত তুলি আনি চণ্ডীবৰক দিলে। চণ্ডীবৰে তাকে আনন্দ মনেৰে লৈ গৈ ৰজাক দেখুৱাই নিজ কুল ৰাখিলে। কাছে কৰা উপকাৰৰ বাবে চণ্ডীবৰে প্ৰতীজ্ঞা কৰিলে তেতিয়াৰে পৰা কাছ নাখাবলৈ আৰু বংশৰ লোককো মানা কৰিলে।

(খ)

১-১-৩ : গৌৰ দেশৰ ৰজা ধৰ্মনাৰায়ণৰ সৈতে দেশৰ সীমাৰ বাবে বিবাদ লাগি কামৰূপৰ ৰজাই সেনা, হাতী, ঘোঁৰা, উট, গাধ, ৰথ গোটাই লৈ গৌৰ দেশৰ সীমা মহানন্দা নদীৰ তীৰত গড় মাৰি ৰ'ল। কামৰূপৰ ৰজাই কটকী পঠাই গৌৰেশ্বৰক যুদ্ধ অথবা দেশ খুজিলে। তেতিয়া গৌৰেশ্বৰে খং কৰি সেনা গোটাই পুৱাতে গৈ কামৰূপৰ সেনাক বাধা দিলেহি। দুয়ো ৰাজ্যৰ সেনাৰ মাজত তুমুল যুদ্ধ চলিল। কাৰো হাৰ-জিত নাই। সাত দিন সাত ৰাতিৰ যুদ্ধত দুয়ো দলৰ অনেক ৰথ-ৰথী, হাতী, ঘোঁৰা, সেনা,সেনাপতিৰ নিপাত হ'ল। মোহনা গঙ্গাৰ পানী তেজেৰে ৰাঙলী হৈ বৈ গ'ল, শৱে গঙ্গাৰ তীৰ জুৰিলে। দুয়োজন ৰজা চণ্ডীৰ ভক্ত, পূজাত দুয়োজন ভক্তকে দেৱীয়ে সাক্ষাৎ কৰে। দেৱীয়ে দেখিলে দুয়োজন পুত্ৰৰে দেশ উচ্ছন্ন হয়। সপোনত দুয়োজন ভক্তকে দেৱীয়ে ক'লে," যি দেশৰ কাৰণে যুঁজিছা তাৰ সকলো প্ৰজা মৰিলে কি ৰাজ্য শাসন কৰিবা? তোমালোকৰ কোনোৱে কাকো বলে নোৱাৰা, তোমালোকৰ জয়-

পৰাজয় নাই। এতেকে মোৰ বাক্য ধৰি যুদ্ধ এৰি দুয়ো মিত্ৰ হোৱা।" আৰু দেৱীয়ে গৌৰৰ ৰজাক সপোনত ক'লে," তোমাৰ মাক কাইলৈ সাপে দংশিব আৰু কামেশ্বৰ ৰজাই চালে সুস্থ হ'ব।" এই বুলি কৈ দুৰ্গা দেৱী অন্তৰ্দ্ধান হ'ল। তাৰ পাছত গৌৰেশ্বৰ ৰজাৰ মাকক সাপে দংশিলে । ৰজাই সপোনৰ নিৰ্দ্দেশ মতে কটকী পঠাই কামেশ্বৰ ৰজাক মতাই নি সন্ধি কৰিলে। কামেশ্বৰ ৰজাৰ চিকিৎসাত গৌৰেশ্বৰ ৰজাৰ মাক জীলে। গৌৰৰ ৰজাই কামেশ্বৰক ৰাজধানীলৈ মতাই নি দাস-দাসী, হতী, ঘোৰা, ৰথ, সোণ- ৰূপ,কাপোৰ, বাচন, হীৰা, পোৱাল, বাখৰ দি সন্মান কৰি মিত্ৰতা কৰিলে। কামৰূপৰ ৰজায়ো গৌৰৰ ৰজাক সোণ ৰূপ,বস্ত্ৰ দি গঙ্গাত হাত থৈ দুয়ো দুয়োকো চাই মিত্ৰতা কৰিলে। গৌৰেশ্বৰে কামৰূপ ৰজা আৰু ৰজাৰ লগত অহা অনেক লোকক ভোজন পাতি দি ন মাহ নিজ ৰাজ্যত ৰাখিলে। পাছত কামৰূপৰ লোকে ভয় খোৱা বুলি শুনি কামৰূপৰ ৰজাই গৌৰেশ্বৰৰ তাত বিদায় প্ৰাৰ্থনা কৰিলে। কামেশ্বৰে গৌৰৰ ৰজাক ক'লে,"মহাৰাজ, আমাৰ দেশত পণ্ডিত ব্ৰাহ্মণ আৰু কায়স্থ নাই। পণ্ডিত ব্ৰাহ্মণ আৰু কায়স্থ কেইঘৰ মান আমাক দিয়ক, তেওঁলোকৰ দ্বাৰা আপোনাৰ আৰু আমাৰ সুখ দুখৰ বাৰ্ত্তাও পোৱা যাব। গৌৰৰ ৰজাই বাছি বাছি উত্তম ব্ৰাহ্মণ সাত ঘৰ আৰু সাত ঘৰ শূদ্ৰ, মুঠ চৌধ্য ঘৰ লোক কামৰূপৰ ৰজাক দিলে। সাতঘৰ কায়স্থ ক্ৰমে হৰি, শ্ৰীহৰি, শ্ৰীপতি, শ্ৰীধৰ, চিদানন্দ, সদানন্দ আৰু চণ্ডীবৰ। আৰু পুৰোহিত কৃষ্ণ পণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ, বয়ন, ধৰম, আৰু মথুৰা; এই সাতঘৰ ব্ৰাহ্মণ। চণ্ডীবৰে পূজাত চণ্ডী দেৱীক সাক্ষাৎ কৰে। গৌৰৰ ৰজাই চণ্ডীবৰক দেৱী দাস নাম দি ক'লে," সকলোৰে ওপৰত তোমাক মুখিয়াল পাতিলো, বছৰৰ শেষত আহি গৈ সখিৰ দেশৰ হিত-অহিত বাৰ্ত্তা দি থাকিবা।" চণ্ডীবৰে বস্ত্ৰ, তামোল ৰজাক উপহাৰ দিলে। গৌৰেশ্বৰে এক প্ৰহৰৰ বাট তেওঁলোকক আগবঢ়াই থৈ গ'ল। কামৰূপৰ ৰজাই সেই চৌধ্য ঘৰ লোকক আনি বৰ নদীৰ নামনিত হাজোৰ আগত লেঙ্গামাগুৰিত স্থাপিলে ঘৰ, ধান, কোৰ, দা, বন্দী-বেটী দি। ঘৰ-বাৰী, কৃষি কৰি ছয় মাহৰ অন্তত চৌধ্যজন লোকে নাও লৈ গ'ল গৌৰ দেশলৈ ঘৰৰ আন লোকসকলক তুলি আনিবলৈ। চণ্ডীবৰে ঘৰ পোৱাত আয়ুসৰ অন্তত লগুাবৰ ঢুকাল। চণ্ডীবৰে পিতৃৰ কাঠ সংস্কাৰ কৰি উঠি

প্ৰেত-কৰ্ম কৰিলে। ধান, গৰু, ঘৰৰ সকলো বস্তু আৰু লোকক নাওত তুলি লৈ ৰাতিপুৱাতে উজাই গঙ্গাৰে ভটীয়াই আহি তেওঁ লেঙ্গামাগুৰি পালে। দীপ কটোৱালে গোৰেশ্বৰ ৰজাক লগাই ক'লে," চণ্ডীবৰ ৰজাৰ এনেহে স্নেহৰ; ভালকৈ খুৱাইছিল দেখোঁ, পিছে আহি গ'লহি; কিন্তু ৰজাৰ ওচৰলৈ নাহিল।" ৰজাই মনতে ভাবিলে," বছৰৰ শেষতহে মাতিছিলো, আহিব পিছত।" এবছৰ হ'ল, ৰজাক পিঠি দি চণ্ডীবৰে নগ'ল। তেতিয়া ৰজাই ছলনা কৰি সোণবৰণীয়া ডগলা টুপি পঠাই নিৰণ মুদৈক পঠালে চণ্ডীবৰক আনিবলৈ। মুদৈয়ে চণ্ডীবৰৰ ঘৰ পাই ৰাজ আজ্ঞা শুনালে, ৰজাই তেওঁক মাতিছে বুলি। গৌৰ ৰাজ্য পাই দুই কটকীয়ে চণ্ডীবৰক ৰজাক গটালে। ৰজাই চণ্ডীবৰক খং কৰি ক'লে," তই মোক পাহৰিলি, ঘৰলৈ আহিয়ো মোৰ ওচৰলৈ নাহ।" ৰজাই কটকীক আদেশ কৰিলে চণ্ডীবৰক কুন্দা লগাই গাঁতত পেলাই থ'বলৈ। দূতে নিমিষতে আগ চোতালত গাঁত খান্দি চাক শাল দি চণ্ডীবৰক গাঁতত পেলাই থ'লে। তেওঁ ছয় মাহ তাতে দুখত পৰি আছে।

**১-১-৪** : সেই সময়ত চন্দ্ৰকবি নামেৰে এজন পণ্ডিতে ষাঠিজন শিষ্যৰে সৈতে শান্তিপুৰৰ পৰা আহি গৌৰ ৰজাৰ চ'ৰাঘৰত উপস্থিত হ'ল। পণ্ডিতজনে দেশে দেশে তৰ্ক-বাদত আন আন পণ্ডিতক জয় কৰি আহিছিল। চন্দ্ৰকবি পণ্ডিতে ৰজাক পণ্ডিত খুজিলে তৰ্ক-বাদ কৰিবলৈ। ৰাজাই কবিবৰক চাউল সিধা দি ৰাখিলে আৰু নিজ ৰাজ্যৰ পণ্ডিত দিলে বাদ কৰিবলৈ। ৰাজ্যৰ পণ্ডিতে কবিচন্দ্ৰৰ আগত মুখ মেলিবই নোৱাৰিলে, সিহঁত সিংহৰ আগত নিগনি প্ৰায় হ'ল। সেই পণ্ডিত আছিল সিংহপ্ৰায় মহাপণ্ডিত, ৰজাই হাৰ স্বীকাৰ কৰিলে। কবিচন্দ্ৰই তালি টেপোলা বান্ধি ক'-ম'ৰ ভু নোপোৱা মুৰ্খ ৰজা- প্ৰজা বুলি যাবলৈ ওলাওঁতে চণ্ডীবৰে গাঁতৰ পৰা সংস্কৃতৰ শ্লোক মাতিলে। তাকে শুনি কবিচন্দ্ৰই উলটি আহি ৰজাক নিন্দা কৰি ক'লে," অ' , এনে পণ্ডিত থাকোঁতে মিছা মাতিছা?" ৰজাই পুনৰ কবিচন্দ্ৰক সিধা দি ৰাখি আৰু লক্ষ্মী কমাৰৰ দ্বাৰা চণ্ডীবৰৰ শিকলি কটাই ,পসৰ নাপিতৰ দ্বাৰা ক্ষৌৰ কৰ্ম কৰাই পঞ্চামৃত ভোজন কৰালে চণ্ডীবৰক। চণ্ডীবৰক হাৰ কিৰীটি, কুণ্ডল পিন্ধাই ৰজাৰ বেশত কাঠৰ পীৰাৰ ওপৰত কম্বল দি কবিচন্দ্ৰ পণ্ডিতৰ আগত আসন দিয়া হ'ল। চণ্ডীবৰে তাতে বহিল। চণ্ডীবৰে

সংস্কৃতেৰে পণ্ডিতক সুধিলে তেওঁলোক কোন দেশৰ, গাঁওৰ, কি বেদী আৰু গোত্ৰ কি। পণ্ডিতে সংস্কৃতেৰে ক'লে গাঁও পোতনিপুৰ বুলি। পণ্ডিতেও চণ্ডীবৰক সুধিলে তেওঁৰ দেশ-গাঁওৰ কথা। চণ্ডীবৰে সংস্কৃতত ক'লে গাঁওৰ নাম গোগৰিয়া (গৰুৰ গোবৰ) বুলি। তেতিয়া পণ্ডিতে চণ্ডীবৰক ঠাট্টা কৰি হাঁহি ক'লে, "অ' এনেয়ে নীচ, তাতে নিন্দনীয় গৰুৰ গোবৰৰ গাঁওত জন্ম।" তেতিয়া চণ্ডীবৰে সংস্কৃতত শ্লোক মাতি ক'লে," গৃহস্থই ভাত খাই পোতনি চৰিয়াত থ'য় আৰু সেই পোতনি নি নৰ্দ্দমাত পেলায়। সেয়া পুনৰ বৈ গৈ গাঁতত পৰি ৰ'য়। তাৰে পানী নিগনি, কাউৰীয়ে আনি চোতালত পেলাই চোতাল অশুচি কৰে। মাটি পানীৰে তিনিবাৰ আৰু গোবৰেৰে এবাৰ মচিলে তেনে চোতাল শুচি হয়। এতেকে তোমালোক শুচিনে? মোক যে নিন্দা কৰিলা?" তাৰ পাছত চণ্ডীবৰে গৰুৰ চাৰি ঠেং, নাক, কাণ আদি কৰি সকলো অঙ্গ ব্যাখ্যা কৰি দেখুৱালত তাতেই বেদৰ তত্ত্ব ওলাল। পণ্ডিতে আশ্চৰ্য্য-অদ্ভুত মানি তৰ্কত নোৱাৰে বুলি জানি একো নামাতি গুচি গ'ল। ৰজাই চণ্ডীবৰক টকা বস্ত্ৰ দি সন্মান কৰি নিজ গৃহলৈ যাবলৈ অনুমতি দিলে লগত নাও আৰু মাজী দি। চণ্ডীবৰে কামৰূপৰ মাগুৰীলৈ আহি তাত কিছু দিন আছিল।

১-১-৫: মাগুৰী জানেৰে ব্ৰহ্মপুত্ৰৰ পানী সোমাই ৰাইজৰ শষ্যৰ হানি কৰে। ৰজাই ৰাইজক আজ্ঞা কৰিলে বান্ধ বান্ধি ল'বলৈ। বহুত প্ৰজা লগ লাগি নৈৰ বান্ধ বান্ধিলে। আহাৰ মাহ, ব্ৰহ্মপুত্ৰৰ পানী প্ৰচণ্ড বেগত বাঢ়ি বান্ধ ভাঙি পানী জানত সোমাল। ৰাইজে বান্ধত মাটি দিয়ে, পুনৰ নদীয়ে উটুৱাই নিয়ে। ৰাইজৰ হাৰাশাস্তি হ'ল। সেই সময়ত চণ্ডীবৰে সেইখিনি ঠাই পালে। চণ্ডীবৰে ৰাইজৰ কাৰ্য্য দেখি ক'লে," কি বুদ্ধিহীন লোক, বান্ধটো মজবুত নহ'লে ই মানুহে মাৰিব।" চণ্ডীবৰৰ কথা শুনি ৰজাই ক'লে," তেওঁকে মুখিয়াল পাতি দিছো, তেৱেঁই জানটো বান্ধক।" ৰাজ আজ্ঞা পাই চণ্ডীবৰে লম্বা কাঠ আনি গজাল ৰচী লগাই কৌশল কৰি সেই কাঠ শাৰী শাৰীকৈ মাটিত পুতিলে। পাছত সেই খুঁটাত পথালি চতি লগাই ঢাৰি বান্ধি ফাকত মাটি পেলাই বান্ধটো বান্ধিলে। তাকে দেখি ৰজাই সন্তোষ লভি চণ্ডীবৰক তামোলৰ সঁফুৰা এটি উপহাৰ দি ক'লে," তুমি বৰ ডাঙৰ কাম কৰিলা, ৰাজ্যৰ প্ৰাণী আৰু শষ্য ৰক্ষা কৰিলা।" তাৰ পাছত

ৰজা-প্ৰজা সকলোৱে সন্তুষ্ট হৈ হৰিধ্বনি কৰি চণ্ডীবৰক আশীৰ্বাদ কৰিলে তেওঁৰ পুত্ৰ সন্তান হওঁক বুলি। কালৰ নিয়মত মাঘৰ মহা কৃষ্ণচতুৰ্দ্দশীত দুপৰ নিশা চাৰি দণ্ডত চণ্ডীবৰৰ পুত্ৰ জন্ম হ'ল। পুত্ৰ মহা সুন্দৰ, ধীৰ, গহীন-গম্ভীৰ, শান্ত আৰু ধৈৰ্য্যবান সৰ্ব সুলক্ষণ দিব্য পুৰুষ। চণ্ডীবৰে পৰম সন্তোষ লভি বান্ধ(ধৰ) বান্ধা ৰজাৰ বৰত জন্ম হ'ল দেখি পুত্ৰৰ নাম থ'লে ৰাজধৰ। ৰাজধৰ যৌৱন প্ৰাপ্ত হ'ল। তেওঁ বিবাহ কৰালে দেৱহুতি নামে কন্যাক। এনেতে আঘোণ মাহত ভুটীয়া সেনা নামি আহি ৰাজ্যৰ মানুহ মাৰি গৰু, ম'হ সকলো লুটি নিলে। প্ৰজাই পলাই হাবিত সোমাল। কামৰূপৰ ছোটা ৰজা গন্ধৰ্বৰায়ে পলাই কৰতলীয়া ৰাজ্য লুইতৰ দক্ষিণ পাৰ পালে। গধূলি সময়ত ৰাজধৰে পথাৰত ডাঙৰি বান্ধি আছিল। তাতে ভুটীয়া সেনাই ৰাজধৰক পাই বান্ধি নিলে। সেই খবৰ চণ্ডীবৰে নিশা পাই আতুৰ হৈ নিজৰ দেহকো পাহৰি দা-শেল লৈ ভুটীয়াক খেদি গ'ল এই বুলি," পুত্ৰৰ লগতে মৰিম বা জীম।" চণ্ডীবৰে খেদি গৈ দেখিলে ভুটীয়া সেনাই যাওঁতে বাটত স্ত্ৰী, শিশু, বিপ্ৰক কাটি গৈছে। তাকে দেখি চণ্ডীবৰৰ গা জ্বলি গ'ল। ঠাইখনৰ নাম দৈমৰা। ভুটীয়াবোৰে তাত মদে ভাতে খাই বন্দীবোৰক কুন্দা লগাই আৰু গৰু-ম'হক বান্ধি থৈ ৰাতি শুলে। চণ্ডীবৰে সিহঁতক তাতে পাই এমূৰৰ পৰা কাটি ক্ষয়ঙ্কাৰ কৰি পেলালে। কিছু সময় পাছত চণ্ডীবৰে ৰাজধৰক বিচাৰি পাই কুন্দা খুলি আনিলে আৰু যি পাৰে বস্তু সামগ্ৰী আনিলে। তেওঁ আন আন বন্দী সকলৰো বান্ধ কাটি আনিলে। ৰাইজে এই খবৰ পাই যাৰ যি বস্তু ভুটীয়াই নিছিল চণ্ডীবৰৰ পৰা আনিলে। চণ্ডীবৰৰ বীৰত্বক ৰজা-প্ৰজা সকলোৱে প্ৰশংসা কৰিলে। সেই ভুটীয়াসকলৰ যিবিলাক ল'ৰা ছোৱালী আছিল, চাৰি পাঁচ বছৰৰ পাছত সিহঁত ডেকা হৈ আলোচনা কৰিলে," আমাৰ বংশৰ মানুহক যিসকল লোকে মাৰিছে সিহঁতক আমি দিনে নিশাই মাৰোহঁক।" কামৰূপৰ ৰজাই সেই আলোচনা শুনি ভয়তে সিহঁতক ক'লে," আমি তোমালোকৰ মানুহ মৰা নাই, যিজনে তোমালোকৰ দ্ৰোহ কৰিছে তেওঁকে ধৰা।" চণ্ডীবৰে সেই কথা শুনি বাৰ ভূঞাসকলক গোটাই মেল কৰি ক'লে," মই সকলোৰে হিতহে কৰিছিলো, তথাপি ৰজাই মোলৈহে হুল চাঁচিলে। আমাৰ আশীখন ঢাল-তৰোৱাল আছে, ৰজা-প্ৰজাই আমাক ভৰসা কৰিলে আমিয়ে ভেটিব পাৰো ভুটীয়াক, তথাপি ৰজাই

আমাকে দেখুৱাই দিয়ে, এনে অধৰ্মী দেশত নাথাকোহঁক।" এই বুলি বাৰ ভূঞাই কাজলী নৈৰ মুখেৰে উজাই আহি ভলুকাগুৰিত ৰ'ল। তাতে ছয় মাহ বৈ খেতি বাতিৰ অসুচল দেখি লুইতৰ উত্তৰে পৰ্বতৰ কাষত কুঠাৰ ডুবিৰ ফেঁটা শিমলুলৈ গৈ ৰ'ল। তাতো মাছ-পানী-খৰিৰ কষ্ট পাই এবছৰ তাত বৈ উজাই আহিল। সিঙ্গৰিৰ পোনে পোনে ৰটাত চাৰি গড় মাৰি ভূঞা সকল তাতে ৰ'ল। পাছত ভুটীয়া সেনাই পৰ্বতৰ পৰা নামি আহি কামৰূপ ৰাজ্যত ভূঞাসকলক বিচাৰি নাপালে। কামৰূপ ৰজাৰ পৰা বাৰ্ত্তা পাই সিহঁতে ৰ'টালৈ আহি ভূঞাসকলক বেঢ়ি ধৰি যুদ্ধ কৰিলে। ৰাতি দিনে তিনি দিন যুদ্ধ চলিল। ভুটীয়া সেনা কিছু মৰিল। সিহঁতে যুদ্ধত হাৰি গড়ৰ বাহিৰৰ লোক কিছুমানক মাৰি বয়-বস্তু লৈ গুচি গ'ল। পাছত তাতেই কালৰ নিয়মত আয়ুসৰ অন্তত কৃষ্ণা একাদশীত চণ্ডীবৰ ঢুকাল। পিতৃৰ ক্ৰিয়া-কৰ্ম কৰি উঠি ৰাজধৰ বাৰভূঞাসকলৰ ওপৰত বৰভূঞা হ'ল। সেই সময়ত শিৱসিংহই মহাদেৱৰ কৃপাত সকলোকে জয় কৰি অসমৰ একচত্ৰী ৰজা হৈছিল। ৰাজধৰে ব্ৰহ্মপুত্ৰলৈ স্নান কৰিবলৈ যাওঁতে কেইবাদিনো লক্ষ্য কৰিলে এজনী কপিলী গায়ে নদী পাৰ হৈ যায়। ৰাজধৰে এদিন এখন সৰু নাও লৈ গাইজনীৰ পাছ লৈ নদী পাৰ হৈ গৈ দেখিলে নদীৰ দক্ষিণত অটব্য হাবিত সোমাই গাইজনীয়ে এডোখৰ দীঘল চটা শিলত শুই পৰিলে। গাইজনীৰ ওহাৰৰ পৰা গাখীৰ নিগৰি শিল চটাৰ ওপৰত বৈ মথা বান্ধিলে। তেওঁ আৰু দেখিলে মাটি পানী বিল মাছ খৰি সকলো ফালৰ পৰা ঠাইডোখৰ সুচল। তেওঁ তাৰে পৰা আহি বাৰভূঞাৰ লগত আলোচনা কৰি ৰ'টাত বাৰ বছৰ থকাৰ অন্তত নদী পাৰ হৈ তেওঁলোক ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰলৈ গ'ল। সেই ঠাইত চাৰিটাকৈ আলি বান্ধি আৰু পুখুৰী খান্দি লৈ তেওঁলোক তাতে ৰ'ল। ঠাইডোখৰৰ নাম আলিপখুৰী হ'ল। এনেতে কছাৰীয়ে অসম ৰাজ্যৰ প্ৰজাক খেদি মাৰি ঘৰ-বাৰী লুটি কপিলী মুখত ৰৈছিল। অসমৰ ৰজাই পলাই হাবিত সোমালে। ভূঞা সকলে সকলো যা -যোগাৰ কৰি এদিন ৰাতি ওলাই নাওৰে গৈ কছাৰীসকলক বেঢ়ি ধৰিলে। ভূঞাসকলৰ হাতত কিছুমান কছাৰী মৰিল, কিছুমানে পানীত পৰিল আৰু কিছুমান পলাল। ভূঞাসকলে কছাৰীৰ বস্তু-বাহানি নাওত লৈ আহিল। তেতিয়াৰে পৰা কছাৰীয়ে মনে মনে থাকিল আৰু পুনৰ যুদ্ধ নকৰিলে। অসমৰ ৰজায়ো ৰক্ষা পালে।

**১-১-৬ :** ৰাজধৰৰ মনত দুখ, সকলো সম্পত্তিৰ গৰাকী হৈয়ো তেওঁৰ বংশধৰ পুত্ৰ নাই। তেওঁ জ্যোতিষ-বিপ্ৰক আনি সূৰ্য্যক আহুতি দি পূজিলে। কালৰ নিময়ত ৰাজধৰৰ পুত্ৰ হ'ল। পুত্ৰ মহা বিচক্ষণ সুন্দৰ পুৰুষ। সূৰ্য্যক আৰধনা কৰি পুত্ৰ লাভ কৰা বাবে পুত্ৰৰ নাম থ'লে সূৰ্য্যবৰ। ৰাম চৌধুৰীৰ পত্নী জয়ন্তীয়ে প্ৰসবৰ দিনাখন তুলী পাটী চুৰা হ'ল দেখি খেৰ পাৰি শুইছিল। তাতে এজনী কন্যা জন্ম পালে। খেৰৰ বিছনাত জন্ম পোৱা বাবে কন্যাই নাম পালে খেৰসূতী। খেৰসূতী ক বিবাহ কৰালে সূৰ্য্যবৰে। খেৰসূতী আকৃতিত সৰু আছিল।

ৰাজধৰৰ মধ্যম পুত্ৰৰ নাম জয়ন্ত। জয়ন্তই বিবাহ কৰালে গুটিমালিক। কণিষ্ঠ পুত্ৰৰ নাম হলায়ুধ। হলায়ুধৰ পত্নী সুভদ্ৰা। কণিষ্ঠতম পুত্ৰৰ নাম মাধৱ। মাধৱৰ পত্নী সুভগা। হলায়ুধ কম বয়সতে ঢুকায়। তেওঁৰ সন্তান নহ'ল। জয়ন্তৰ পুত্ৰ সতানন্দ। সতানন্দৰ পুত্ৰ জগতানন্দ।[১] জগতানন্দৰ পত্নী নাৰায়ণী প্ৰিয়া। মাধৱৰ পুত্ৰ মাধবী দ'লৈ। মাধবীৰ পুত্ৰ ৰতিকান্ত দ'লৈ। ৰতিকান্তৰ পুত্ৰ হাতীয়া দ'লৈ। কালৰ নিয়মত ৰাজধৰ ঢুকাল। সূৰ্য্যবৰে পিতৃৰ ক্ৰিয়া-কৰ্ম কৰিলে। সূৰ্য্যবৰ বাৰভূঞাৰ মুৰব্বী হ'ল।

**১-১-৭ :** সূৰ্য্যবৰৰ পুত্ৰ নাই হেতু মনত দুখ। ধনে-ধানে পূৰ্ণ সম্পত্তিৰ গৰাকী; কিন্তু পিণ্ড জল দিবলৈ পুত্ৰ নাই। সূৰ্য্যবৰে চন্দ্ৰবিপ্ৰ পণ্ডিতক মাতি আনি ব্ৰত কৰি পূজা হোম কৰাই ব্ৰাহ্মণক দান দক্ষিণা কৰি লোকক ভোজ খুৱাই দেৱতাক আৰাধনা কৰি পুত্ৰ বৰ মাগিলে। পূজাত সন্তুষ্টি লভি দশোদিকপালে কুসুম বৃষ্টি কৰি বৰ দিলে। মাঘ মাহত খেৰসূতী আইৰ শিৰস্নান হ'ল আৰু সূৰ্য্যবৰে বীৰ্য্যধান কৰিলে। কালৰ নিয়মত আহিন মাহৰ ন দিন যোৱাত শুক্লা দশমীত শুক্ৰবাৰে পুত্ৰ জন্ম পালে। পুত্ৰ মহাধীৰ, গম্ভীৰ, সুন্দৰ, সুলক্ষণ, গহীন, শান্ত-শীতল। পুত্ৰক পাই সূৰ্য্যবৰে আনন্দ-সন্তোষ লভি জ্ঞাতি-বংশ, দৈৱজ্ঞ-ব্ৰাহ্মণক ভোজ খুৱাই সোণ-ৰূপ, গো দান কৰিলে। দেৱতাই কুসুম বৰষি অভিষেক কৰোঁতে জন্ম পালে বাবে পুত্ৰৰ নাম থ'লে কুসুম্বৰ। আজি কালি কৰি কুসুম্বৰ যৌৱন প্ৰাপ্ত হ'ল।

**১-১-৮ :** শ্ৰীহৰি নামেৰে এজন ভূঞা। তেওঁৰ পত্নী মালাকান্তি। তেওঁলোকৰ পুত্ৰ হ'ল হৃদয়ানন্দ। হৃদয়ানন্দৰ পত্নী ৰামপুৰী। তেওঁলোকৰ পুত্ৰ

অনিৰুদ্ধ। অনিৰুদ্ধৰ পত্নী হ'ল সৰস্বতী। তেওঁলোকৰ কন্যা মহা ৰূপৱতী,সতী, শান্তি; নাম সত্যসন্ধ্যা। সেই কন্যাক খেৰসুতী আৰু সূৰ্য্যবৰে কুসুম্বৰৰ স'তে বিবাহ জুৰিলে। শুভ মাহ-তিথি-বাৰত বিবাহ সম্পন্ন হ'ল। কন্যা শান্তি হ'লত কুসুম্বৰে গৃহলৈ আনি সংসাৰ কৰিলে। কিছুদিন পাছত আয়ুসৰ অন্তত সূৰ্য্যবৰ ঢুকাল। কুসুম্বৰে পিতৃৰ ক্রিয়া কর্ম কৰি ভোজ দি দান দক্ষিণা কৰিলে। কুসুম্বৰ বাৰভূঞাৰ ওপৰত শিৰোমণি ভূঞা হ'ল। প্রথমা পত্নীৰ পুত্র নথকাত তেওঁ শ্রীপতি ভূঞাৰ ঘৰৰ কন্যা এগৰাকীক বিবাহ কৰিলে। দ্বিতীয় পত্নী অনুসূয়া নামেৰে মহাসুন্দৰী, দিব্য কান্তিৰ। দিন পাৰ হ'ল, তথাপি দুয়ো পত্নীৰ পুত্র নাই। কুসুম্বৰ সকলো সম্পত্তিৰ গৰাকী,ঐশ্চর্য্যশালী, লক্ষ্মীৰ প্রিয়; তথাপি পিণ্ডজল দিবলৈ বংশধৰ নাই।

**১-১-৯** : কুসুম্বৰ অপুত্ৰক হেতু মনৰ দুখতে আছে। বুঢ়াখা দ'লৈৰ এজনী কপিলী গাই আছিল। গাইজনী তেওঁ বাথানত বান্ধে। গাইজনীয়ে নিতে ন ঘটী গাখীৰ দিয়ে। তাই ৰাতি পুলুকা মাৰি পঘাৰ পৰা ওলাই যাই পুনৰ আহি সেই খুঁটিৰ কাষতে থিয় হৈ থাকে। গাইজনীৰ গা তিতালৈ লক্ষ্য কৰি গুৱালে সন্দেহ কৰি ৰাতি গাইজনীক চুপি আছিল। গুৱালে দেখিলে গাইজনীয়ে শিঙেৰে জপনাখন কাতি কৰি থৈ ওলাই গ'ল। গুৱালেও গাইজনীৰ পাছ ধৰি গ'ল। গাইজনীয়ে ব্রহ্মপুত্র পাৰ হৈ গৈ সিঙ্গৰি গোপেশ্বৰ মন্দিৰৰ সন্মুখত হেম্বেলালে। পুজাৰীয়ে উঠি আহি ন ঘটী গাখীৰ খীৰাই ল'লে। তেওঁ সেই গাখীৰেৰে গোপেশ্বৰ শিৱক স্নান কৰায় আৰু ভোগ লগায়। গাইজনী ঘূৰি আহি পুনৰ বাথানৰ খুঁটিত ৰ'লহি। গাইজনীৰ পাছে পাছে গুৱালেও আহিল নাও বাই। গুৱালে সেই আশ্চার্য্য অদ্ভুত কথা সকলোকে ক'লে। তাকে শুনি কুসুম্বৰেও গোপেশ্বৰক জাগ্রত সদাশিৱ জানি মানি জৰা, পুৰা, দে. গাখীৰ, ঘী, মৌ, আখৈ, পিঠা, পায়স, পনম, চেনী, চিৰা, ঘোল, খীৰ, খিৰিমা সকলো নি শিৱক পূজিলে পুত্ৰৰ অভিলাসত। শিৱ সন্তুষ্ট হোৱাত মূৰ্ত্তিৰ তুলসীৰ ঢোপ ধাৰ সৰি পৰিল। তেতিয়া পূজাৰী বিপ্ৰই সন্তোষ লভি ৰং মনে ধু ুম্বৰক ক'লে, "তোমাৰ পুত্ৰ হ'ব, গৌৰীনাথ সন্তুষ্ট।" কুসুম্বৰে পূজাৰীক সোণ, ৰূপ, বস্ত্ৰ দান কৰি ৰং মনেৰে আহিল। তাৰ এমাহৰ পাছত সত্যসন্ধ্যা আইৰ শিৰস্নান হ'ল। সাদিনৰ অন্তত

আয়ে নতুন বিছনা কৰি ধূপ দীপ, গন্ধ ঘট পাতি সাৱধানে আছিল। ক্ষণিক সময়ৰ বাবে আইৰ টোপনি আহিছিল। সপোনত আয়ে দেখিলে বৃষবৰ পিঠিত সদাশিৱ আৰু গৰুড়ৰ স্কন্ধত শঙ্খ, চক্ৰ, গদা , পদ্মৰে সৈতে ভগৱান। "আই স্থান দিয়া" বুলি কৈ ভগৱন্ত অন্তৰ্দ্ধান হ'ল। পোহৰৰ চমৎকাৰ জ্যোতি লাগি আই সাৰ পাই ৰাম কৃষ্ণ বুলি বিছনাত বহিল। তাৰ পাছত মাজ নিশা কুসুম্বৰে গৈ ভাৰ্য্যাৰে ৰতি সম্ভোগ কৰিলে। আয়ে স্বামীক সপোনৰ কথা ক'লে। তেতিয়া কুসুম্বৰে মনতে পুত্ৰ হ'ব বুলি জানি পৰম সন্তোষ লভি আইক ক'লে," এই কথা কাকো নক'বা।"

(গ) : বৈকুণ্ঠৰ কথা।

**১-১-১০** : সত্য যুগত তেত্ৰিশ কোটি দেৱতাই পূজা নাপাই খীৰ সাগৰৰ তীৰত আদি নিৰঞ্জনক চিন্তা কৰিলে। তেতিয়া ভগৱন্তই সন্তুষ্ট হৈ প্ৰকট হ'ল। ভগৱন্তই মহেশক আজ্ঞা কৰি ক'লে, "ৰাম নামৰ ধ্যানেৰে মোৰ পৰম্পদ পাই লোকে তোমালোকক পূজা নকৰে, এতেকে আগম শাস্ত্ৰ কৰি স্বৰ্গৰ লোভ দেখুৱাই মোক ঢাকা। লোক সংসাৰি হওঁক আৰু সংসাৰ যাতায়াত হৈ মোৰ সৃষ্টি বাঢ়ক আৰু ময়ো অংশ ৰূপে গৈ ত্ৰেতা-দ্বাপৰ যুগত নানা যজ্ঞ, পূজা কৰি দেখুৱাম আৰু তাকে দেখি লোকে সেই মত ধৰিব। তেনেকৈ তোমালোকৰ ভোগ-ভুকুতি মিলিব।" তাকে শুনি সকলো দেৱতাই আনন্দ কৰিলে; কিন্তু মহেশে গাত নল'য়। মহেশে ক'লে," হে প্ৰভু, আপোনাক ঢাকিলে ব্ৰহ্মহত্যাৰ অমোচন পাপ হ'ব, এতেকে নোৱাৰো প্ৰভু।" তাৰ পাছত ভগৱন্তই মহেশক শক্তি নাম জপিবলৈ দিলে। তথাপি মহেশে গাত নল'য়। তেতিয়া ভগৱন্তই সন্তুষ্ট হৈ মহেশক (শঙ্কৰক) ক'লে," বাৰু তোমাৰ নাম ধৰি কলিত ছদ্মভাৱে শূদ্ৰ কুলত জন্ম লৈ সংসাৰী যত জীৱক একশৰণীয়া কৰি উদ্ধাৰ কৰিম। তুমি মোৰ বাক্য নিশংসয়ে ধৰা।" তেতিয়া মহেশে ভগৱন্তৰ বাক্য ধৰিলে। দিনত মহেশে মন্দ কৰ্ম কৰি নিশা ৰাম নাম জপি শুদ্ধ হয়। তেতিয়া অনেক জীৱই ভোগ, ঐশ্চৰ্য্য, অম্রাৱতীৰ আশাত লাগি স্বৰ্গ-নৰকত নানা যোনি-গৰ্ভবাস যাতায়ত কৰি ভ্ৰমিব ধৰিলে।

পাছত ভগৱন্তে জীৱৰ নিস্তাৰৰ হেতু অন্তৰা, বিৰলা ভকতিৰ ভাগ- বিভূতি তেওঁৰ পৰিনাতিসকলকো দি মৰ্ত্তলৈ পাঁচিলে। তেতিয়া তেওঁলোকে পূৰ্ণ সনাতনৰ আজ্ঞাৰে ৰাজব্ৰহ্মাদেৱ ঋষি হৈ পৃথিবীৰ আঠো দিশতে ব্যাপী ভকতিৰ দোকান পাতিলে। তেওঁলোক হ'ল- পৃথু, প্ৰিয়ব্ৰত, দশৰথ, ঋষভ, নিমি, অম্বৰিষ, দিলীপ, যুধিষ্ঠিৰ, হুই, ইন্দ্ৰদ্যুম্ন, সুধম্বা, সুৰথ, ভগীৰথ, ভৰত, নহুষ, খটাঙ্গ, যযাতি, ৰঘুগণ, ভীষ্ম, যদু, অলৰ্ক, হৈহয়, উগ্ৰসেন, মুচুকুন্দ, সুগ্ৰীৱ, গুহ, ঋষিৰ, পৰাশৰ, বশিষ্ঠ, বাল্মিকী, বৈসম্পায়ণ, জৈমিনি, জামদাগ্নি, ভৰদ্বাজ, গৌতম, গাৰ্গ, ব্ৰহ্মাঋষি, দেৱ বৃহস্পতি, শুক্ৰ, সপ্তঋষি, ধ্ৰুব, নন্দী, ভৃঙ্গি, কাশ্যপ, কৰ্দ্দম, অত্ৰ, ভৃগু, মৰিচি, অদি ঋষি। তেওঁলোকে আহি জগতত ভকতিৰ হাট বণিজ্জ কৰিলে; কিন্তু লাভ কৰিব নোৱাৰিলে। মূল ৰাখি গা বছাই দোকান এৰি গুচি গ'ল। পাছত অনাদি ব্ৰহ্মাই নাতিসকলক গোটাই  ভাগৱতী ভক্তিৰ ভাগ দি আজ্ঞা কৰিলে ভাৰতলৈ যাবলৈ। তেওঁলোক হ'ল বাৰজন বৈষ্ণৱ, চৌধ্যজন পাৰিষদ আৰু ছয়জন ভক্ত। তেওঁলোক- সঞ্জয়, বিদুৰ, মৈত্ৰেয়, শৌনক, জড়ভৰত, দত্যাত্ৰেয়, মোহিনী, ধনন্তৰী, নৱ চাৰিসিদ্ধ, নৰনাৰায়ণ, হৰিযজ্ঞ, হয়গ্ৰীৱ। তেওঁলোকে আহি ভাৰতত হীৰা-ৰত্নৰ হাট বহালে। তেওঁলোকৰ কোনো কোনৱে মূল পালে, কোনো কোনৰ মূল ৰ'ল আৰু কোনো কোনৰ মূল হেৰাল। তেওঁলোকে বণিজত লাভ কৰিব নোৱাৰি হাট এৰি থৈ গৈ পিতামহক কথাটি ক'লে। তাৰ পাছত সনাতন ব্ৰহ্মাই জীৱক কৃপা কৰি দহজন পুত্ৰ- মৎস, কুৰ্ম, নৰসিংহ, বামণ, পৰশুৰাম, হলিৰাম, শ্ৰীৰাম, বৌদ্ধ, কল্কি আৰু কৃষ্ণক গোট খুৱাই  ন বিধ ভক্তি নজনক ভগাই দিলে আৰু কেৱল অমূল্য সৰ্বশ্ৰেষ্ঠ গুটি কৃষ্ণৰ হাতত অৰ্পি আজ্ঞা কৰি জম্বুদ্বীপৰ ভাৰতবৰ্ষলৈ পাঁচিলে। তেওঁলোকে আহি ভাৰত-হাটত দোকান পাতিলে। দুই এজন গৃহস্থই তাৰে ৰত্ন ল'লে। কোনো বেপাৰীয়ে মূলহে ৰাখিলে আৰু কোনোৱে লাভ পালে। তেওঁলোকে বিশেষ লাভ কৰিব নোৱাৰি হাট এৰি গুচি গ'ল। নুমলীয়া পুত্ৰই মথুৰাত বাসুদেৱৰ ঘৰত দৈৱকীৰ গৰ্ভত স্থিতি লৈ অমূল্য ফলৰ গুটি পচালে। তেওঁ আহি গোকুল ঠাইলৈ আৰু বৃন্দাবনত অঙ্কুৰ হৈ গছডাল পূৰ্ণ হ'ল। তেওঁ ভোজন বেহাৰৰ ছল কৰি চুপি দৈত্যক ধৰিলে আৰু যজ্ঞ ভঙ্গ কৰি অন্য দেৱতা-বাদুলি,পক্ষী খেদাই গোবৰ্দ্ধন অনাবৃত কৰিলে। ৰাস

মহোৎসৱত অমূল্য ফুল ফুলি বৃক্ষ জকমক হ'ল। তেওঁ ভক্তি হাট পাতি দোকান মেলিছিলে। পাছত হাত খোৰাকী পাই তেওঁ ফল ফুলেৰে সৈতে ভক্তি দোকান বৃক্ষ তুলি নিলে। পাছত চাৰি সিদ্ধই হাটত সোমাই ভক্তি বৃক্ষ বিচাৰি ব্যাকুল হ'ল। বৃক্ষ, পশু, পক্ষী পৰ্য্যন্ত সুধি তেওঁলোকে ভক্তিৰ দোকান নাপালে। তাৰ পাছত তেওঁলোকে গোলোক নগৰীৰ পৰা বেপাৰী আহিব বুলি শুনি প্ৰেম ৰস বৰ্ণাই মন্ত্ৰ গালে। তেতিয়া ফলেৰে সৈতে বৃক্ষৰ উদ্ভৱ হ'ল। তাৰ পাছত তেওঁলোকে জলত-স্থলত বণিজ কৰিলে। গ্ৰাহকৰ হাতত ধন অলপ; কিন্তু অমূল্য সৰ্বশ্ৰেষ্ঠ বস্তুৰ দৰ অধিক। গ্ৰাহকে মূল্য দিব নোৱাৰি হাটত সোমায়ে পলাল। তাৰ পৰা গৈ মথুৰাত হাট হৈছিল। দহ-বিছ বেপাৰীয়ে দহ লাখ টকাকৈ দহ ভাগে মূল্য কৰিলে। তেতিয়াও গ্ৰাহকে ল'ব নোৱাৰাত হাট-দোকান ভাগিল। দ্বাৰকাতো পাতিলে হাট। তাত এটাও ফল বিকা নগ'ল, দৰ-দাম কৰোঁতাই নোলাল। তাৰ পৰা গৈ ধৰ্মৰাজৰ ৰাজসূয় যজ্ঞত ইন্দ্ৰপ্ৰস্থত দোকান পাতিলে। তাত অনেক সমৰ্থবান গ্ৰাহক আছিল; কিন্তু কিনোতা নোলাল। যদিওবা মধ্যম পাণ্ডৱে দৰ দাম কৰি লৈছিল, ধন যোগাৰ কৰিব নোৱাৰাত ঋণী হৈ ৰ'ল। পাছত দোকানীয়ে ক'লে," অনেক কোটি মূল্যৰ লাখৰতি, লাখৰত্ন ফল বুঢ়া সদাগৰে দিছিলে, এতিয়া লাভ হওঁত দূৰৰ কথা মূলকে নাপালো। তাৰ পাছত সূৰ্য্য গ্ৰহণৰ সময়ত কুৰুক্ষেত্ৰত দোকান পাতিলে। তাতে গুৱালীপাৰাৰ লোকে কিছু ফল কিনিলে। দোকানীয়ে দৰ ভাৱ কৰি দোকান দিছিলে; কিন্তু তাতো লাভ নাপাই মূল ৰাখি দোকান সামৰিলে। পাছত ভাৰত হাটত অনেক যি অধৰ্মী আছিল তাক নিজেও মাৰি আৰু আনৰ হাতেৰেও মৰাই নিজ গৃহলৈ গৈ যি পালে পিতৃক গটালে। বেপাৰত মূল ঘাটি হোৱাত বুঢ়া সদাগৰে আলোচিবলৈ মেল মাতিলে। মেলৰ সদস্যসকল—ধ্বজবলাস, (বলাসৰ অৰ্থ বৈকুণ্ঠৰ এই চাৰি ব্ৰহ্মাত বৈকুণ্ঠৰ শক্তি) নাম পুৰবলাস, নাম পঙ্কজবলাস, গোলকবলাস, সনাতন বলাস, কৃপণ বলাস, অম্বৰ বলাস, পদ্মবলাস, শ্ৰেয়মবলাস, চন্দ্ৰবলাস, কালপুৰুষ বলাস, অনন্ত বলাস, কনকদণ্ড বলাস, ভক্তিৰ বলাস, মৰকত বলাস, সুতল বলাস, শ্বেতকূট বলাস, ৰত্ন বলাস, নিলম বলাস, নিৰাকাৰ বলাস, প্ৰসিদ্ধ নিৰ্গুণ বলাস, ভক্তি বলাস, প্ৰভিৰ বলাস, সত্য বলাস, কল্যাণ বলাস। এই সোতৰজনক গোট খুৱাই

ধ্বজপুৰ বৈকুণ্ঠত বৰ মেল হ'ল। মেল কৰি বুঢ়াসদাগৰে ক'লে," মোৰ অংশ যত জীৱই দুখত পৰি আছে, সিহঁতক উদ্ধাৰৰ বাবে পূৰ্বতেও তোমালোকক আজ্ঞা কৰিছিলো আৰু এতিয়াও আজ্ঞা কৰিছো তোমালোকক; উত্তৰে – হৰিব্যাস, পূবে – ৰূপ-সনাতন, দক্ষিণে – চৈতন্য, বায়ুকোণত কবীৰ, পশ্চিমত – বৃন্দাবন দাস, নৈঋতত -নিত্যানন্দ আৰু মধ্যত-অনন্ত, অচ্যুত, শুদ্ধ সনাতন। ব্ৰহ্মাই চাৰি খুঁটি মাৰি চাৰিজন পাত্ৰ থ'লে। নজন মন্ত্ৰী, চৌত্ৰিশ বৈকুণ্ঠক আদি কৰি অযুত বৈকুণ্ঠৰ পুত্ৰ নাতিক ঈশ্বৰে ল'লে আৰু কলা-বিভূতি- শক্তি আদিৰ ঈশ্বৰ, অনাদিৰ ওপৰত শুদ্ধ সনাতন, আদি-অনন্ত-মধ্য, জৰা-মৃত্যু-শিশু-যুবক পৰিচ্ছিন্ন ৰহিত পুৰুষে পৃথিবীলৈ গমন কৰিলে। স্নেহ, শ্ৰদ্ধা, প্ৰীতি, শৰণ, ভজন, শ্ৰৱণ, কীৰ্ত্তন কেৱলা, সপ্ৰেমা, ভকতি লৈ গুৰু সেৱকৰ আগ-পাছ বাদ কৰি অযোনিজাত পুৰুষে নিজ কুল উদ্ধাৰৰ হেতু ছদ্মভাৱে মায়া নৰদেহা ধৰি স্ত্ৰীৰ মাজত মহাৰত্ন মাতৃ সত্যসন্ধ্যাৰ গৰ্ভত স্থিত হ'ল। কালৰ নিয়মত মাঘৰ পৰা কাতিলৈ ন মাহ পূৰ্ণ কৰি কাতিৰ সংক্ৰান্তিত বৃহস্পতিবাৰে, পূৰ্ণিমা তিথিত, শ্ৰাৱণা নক্ষত্ৰত মাজ ৰাতি জ্যোতিষৰ তেৰশ একসত্তৰ শকত শ্ৰীশ্ৰীমন্ত ভক্তৰ তিনি নিৱন্ধৰ কল্পতৰু আত্মা মহাপুৰুষ গুৰু শ্ৰীশঙ্কৰদেৱৰ অৱতাৰ।



# দ্বিতীয় অধ্যায়

১-২-১ : কাতিৰ সংক্ৰান্তি, বৃহস্পতি বাৰ, পূৰ্ণিমা তিথি, শ্ৰাৱণা নক্ষত্ৰত মাজনিশা জ্যোতিষৰ তেৰশ একসত্তৰ শকত শ্ৰীশ্ৰীমন্ত, ভক্তৰ তিনি নিৱন্ধৰ কল্পতৰু আত্মা, মহাপুৰুষ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ আবিৰ্ভাৱ।[১] তেৰাৰ পিতৃৰ নাম কুসুম্বৰ ভূঞা আৰু মাতৃৰ নাম সত্যসন্ধ্যা। জন্মতে কেঁচুৱাটিয়ে তিনি হাঁচি মাৰিলে—নাৰদী, পাতালী, বৈকুণ্ঠী তিনিও সম্প্ৰদায় গোটাই এক কৰিলে; তিনি হামি তুলিলে—স্বৰ্গ, মৰ্ত্ত, পাতালৰ সেৱক জীৱ আনিলে; অসম, কামৰূপ আৰু বেহাৰ তিনিও ৰাজ্যত ভক্তি প্ৰচাৰ কৰি জীৱ তাৰিব; তিনিটি কাহ মাৰিলে--নিৰ্গুণা, ভাগৱতী, অন্তৰঙ্গা; গুৰু, দেও, নাম গোটাই কেৱল এক শৰণ কৰিলে; খীৰ, লৱণু, গাখীৰ মথি ঘিউ কৰি সেৱকক দি জীৱ উদ্ধাৰ কৰিব। নতুন বৈকুণ্ঠৰ সোণৰ ভৃঙ্গাৰেৰে ধাতৃয়ে কেঁচুৱাটিক স্নান কৰালে আৰু তাৰ পানী নি কলগছৰ গুৰিত ছটিয়াওঁতে পানী ওপৰলৈ গ'ল, পিছতহে নামিছে। সেই মুহূৰ্ত্ততে জলজন্তু, স্থলজন্তু, বনৰীয়া জীৱ, হাতী, ঘোৰাই মঙ্গল উৰুলি দিলে। দবা, কাঁহ, ভেৰী, শঙ্খ, ঘণ্টা বাজিল। কুসুম্বৰে শুনি মনতে সবস্ত্ৰে স্নান কৰিলে: জ্ঞাতি-বিপ্ৰক অন্ন-বস্ত্ৰ,গো দান কৰিলে। চোতালত থকা চণ্ডী মন্দিৰৰ চণ্ডীৰ মূৰ্ত্তি হালি পৰিল, মূৰ্ত্তিৰ সন্মুখত থকা একশ গছি বন্তি জাঁতকৈ নুমাল, একশ পুৰা সৰিয়হৰ ভঁৰাল ভাঙি পৰিল আৰু তাৰ বাবে পৃথিবীখন এহাত ওপৰলৈ উঠিছে। কেঁচুৱাটি জন্মোতে তিনিডাল নাড়ী মেৰাহ আহিছিল, তিনি গুণৰ বাবে। পাছত বেদৰ নীতিমতে তিনিদিনত প্ৰসূতি গৃহৰ ক্ৰিয়া-কৰ্ম কৰি চাৰিদিনত তিৰোতাসকলে পচতি মঙ্গল উৎসৱ কৰিলে। পঞ্চম দিনত সন্টৰা গৰ্গ জ্যোতিষীয়ে কেঁচুৱাটিৰ

---

১। লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাৰ পৰা —

কোনো কোনোৰ মতে আহিন মাহৰ পাঁচ দিন যোৱাত শুক্লা দশমী তিথি শুক্ৰবাৰে ৰাতি চাৰি দণ্ড যোৱাত ১৩৭১ শকত শঙ্কৰদেৱ ভূমিস্থ হৈছিল। কোনোৱে কয় ফাগুন মাহৰ তৃতীয়া তিথি বৃহস্পতিবাৰে তেওঁৰ জন্ম। এই মতবোৰ মিলালে ১৩৭১ শকৰ কাতি নাইবা আহিন নাইবা ফাগুনৰ বৃহস্পতিবাৰে ৰাতি মাজনিশা শঙ্কৰদেৱৰ জন্ম বুলি ধৰিব পাৰি।

শঙ্কৰদেৱৰ জন্মস্থান অসমৰ নগাওঁ জিলাৰ বৰদোৱাৰ ওচৰৰ আলিপুখুৰী নামে ঠাইত। জন্মৰ ইংৰাজী চন ১৯৪৯।

গণনা কৰিলে। গৰ্গই বেদ, জ্যোতিষ চাই দেখিলে, জাতক পূৰ্ণ শক্তিধৰ, ভগৱন্তৰ অৱতাৰ। জ্যোতিষীয়ে কুসুম্বৰক ক'লে—" তোমাৰ পুত্ৰ ঈশ্বৰৰ শক্তি, তাৰ যত্ন ল'বা, তাৰ্লৈ শ্ৰদ্ধা ৰাখিবা। তোমাৰ ল'ৰাৰ পৰাই বহু জীৱৰ উদ্ধাৰ হ'ব, তোমাৰ মঙ্গল, সাৱধানে পালিবা তাক।" গৰ্গে গণি চাই সৌৰৱণীত নাম থ'লে—গঙ্গাধৰ: পিতৃদত্ত নাম শঙ্কৰ, শঙ্কৰৰ বৰত জন্ম হোৱা বাবে। বংশৰ লোকে নাম থ'লে-ডেকাগিৰি। ভক্তসকলে দিয়া নাম--আতা, বাপ, মহাপুৰুষ, আতৈ, হৰি,গোপীনাথ, কিঙ্কৰ: গুপ্ত নামেৰে সৈতে দহ অৰ্থত এই দহটি নাম। [২]

**১-২-২ :** কছাৰী আৰু মৰাণৰ ভয়ত কুসুম্বৰে গভীৰ জঙ্ঘলত পাম ধৰি তালৈকে ঘৰৰ বস্তু, গৰু, ম'হ, স্ত্ৰী, পুত্ৰ সকলোকে লৈ গ'ল। জঙ্ঘলতে শঙ্কৰৰ জন্মৰ তেৰ বছৰ পাচত শঙ্কৰৰ বৈমাতৃৰ পুত্ৰ বনগএগিৰিৰ জন্ম। বনগএগিৰিৰ পত্নীৰ নাম সুচৰিতা।

**১-২-৩:** জন্মৰ দ্বিতীয় দিনা শঙ্কৰৰ মূৰৰ শিতানত সাপে ফেঁট তুলি ছত্ৰ ধৰিছিল। আই সত্যসন্ধ্যাই ভয়াৰ্ত্ত হৈ চিএঞৰাত সাপ আঁতৰিল। সকলোৱে কথাটি শুনি অদ্ভুত- আশ্চৰ্য্য মানিলে। গাওঁৰে লেহুকা হাৰামী, গাওঁৰ য'তেই ল'ৰা জন্মাৰ খবৰ পায় তালৈকে সি যায়। গৃহস্থই তাক টকা বস্ত্ৰ দিয়ে আৰু নিদিলে খং কৰি সি মন্ত্ৰ কৰি যায়। তেতিয়া গৃহস্থই তাক টকা বস্ত্ৰ দি মাতে আৰু সি মন্ত্ৰ জাৰি ভাল কৰেহি। শঙ্কৰ জন্ম পোৱা খবৰ পায়ো সি গ'ল। সেইসময়ত কুসুম্বৰ ঘৰত নাছিল, তাক একো দিবলৈ নহ'ল। বস্তু নাপাই সি দাঁত কৰচি গ'লগৈ। ঘৰ পালত তাৰ পেট ওখহি শ্বাস ৰুদ্ধ অৱস্থা হ'ল। পাছত টকা বস্ত্ৰ শঙ্কৰৰ আগত থৈ স্তুতি তৰ্পণ কৰি সি সুস্থ হ'ল। সেইদিনৰ পৰা সি তেনে কাম এৰিলে। চাৰিদিনৰ দিনাখন ঘৰৰ ঘুণে খোৱা বৰ চতি এডাল ভাঙি শঙ্কৰৰ গাৰ পৰা খেৰৰ মান আঁতৰত পৰিল, সকলোৱে দেখি ভয় খাই ৰ'ল। পঞ্চম দিনৰ দিনাখন আয়ে কেঁচুৱাক স্তন পান কৰাইছিল। কেঁচুৱাটি বৰ গধুৰ লাগি ভাৰ সহিব নোৱাৰি আৰু থ'বলৈকেও ক'তো ঠাই নাপাই আইৰ থৰ-কাছুটি হেৰাল। পাছত কেঁচুৱাটি শয্যাত থৈ আই বাই বুলি সকলোকে মাতি আয়ে কথাটো

---

২। তেওঁৰ প্ৰকাশ্য নাম শঙ্কৰ, গুপ্ত নাম গঙ্গাধৰ। তেওঁৰ দহোটা নাম—শঙ্কৰ, গঙ্গাধৰ, মহাপুৰুষ, ডেকাগিৰি, অধিকাৰী, সন্ত, মহন্ত, আতা, গোমস্তা আৰু জগন্নাথ।

( লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাৰ পৰা )

ক'লে,সকলোৱে অদ্ভুত মানিলে। সাত দিনৰ দিনাখন কেঁচুৱাটি শোৱাই থোৱা অৱস্থাত ঘৰৰ চতি এডাল খেৰপাতৰ সমান আঁৰত পৰি ৰ'ল। চতিডাল পৰি এহাতমান মাটি বহিল দেখি সকলোৱে ভয় খালে। এঘাৰ দিনৰ দিনাখন দুপৰীয়া ভোজনৰ সময়ত ঘৰৰ সকলোলোক কামত ব্যস্ত আছিল আৰু কেঁচুৱাটি শুই আছিল অকলে। ৰূপখাৰ পুত্ৰ ৰামখা আৰু তেওঁৰ পত্নী ৰাধা, দুয়োজনে গৈ শঙ্কৰৰ আগত টকা বস্ত্ৰ থৈ চাৰি বস্তু নিজে মাতি ধৰ্ম-বস্তু লৈছে। তেতিয়া শঙ্কৰে নিজ ৰূপ ধৰি ক'লে–" ভকতেহে বলৱান, ঠগালাঃ শেষৰজন আগ হ'লা।" ৰামখা আৰু পত্নীয়ে কথাবতৰা কৈ গুচি গ'ল। শঙ্কৰে পুনৰ ছদ্মবেশত কেঁচুৱা হৈ শুই থাকিল, কোনোৱে তৰ্কিব নোৱাৰিলে। আৰু চৌধ দিনৰ দিনাখন সত্যসন্ধ্যা আয়ে শঙ্কৰক স্তন পান কৰি মুখৰ ভিতৰলৈ চাই দেখিলে গোটেই নগৰ, ঘৰ-বাৰী, গৰু, ম'হ, গছ-লতা পৰ্য্যন্ত মুখ গহ্বৰতে আছে। তাকে দেখি আয়ে স্তম্ভিত হৈ স্বপ্নত দেখা যেন লাগি ভয় খাই ৰ'ল। সোতৰ দিনৰ দিনাখন বুঢ়ী মাক খেৰসূতী আয়ে শঙ্কৰক কোলাত লৈছিল। শঙ্কৰৰ দেহ সূৰ্য্যৰ প্ৰকাশৰ দৰে জ্যোতিৰ্মান হৈ আইৰ গা পুৰে দেখি আয়ে কেঁচুৱাক নমাই থৈ আই বাই বুলি সকলোকে জাননী দি মাতিলে। পিচত সকলোৱে আহি চাই দেখিলে কেঁচুৱাটি পূৰ্বৰ দৰেই আছে। সকলোৱে আচৰিত হৈ নানা আলোচনাৰ অন্তত আঁতৰি গ'ল। ওঠৰ দিনৰ দিনাখন আয়ে শঙ্কৰক অকলে শুৱাই থৈ উঠি গৈছে। এডাল সাপে ডলাৰ মান ফেট তুলি শঙ্কৰক ছাঁ কৰি আছিল। আয়ে আহি দেখি ভয়তে চিঞৰিলে, সকলোৱে আহি চাই দেখিলে একোৱে নাই। তেওঁলোক আচৰিত হৈ গ'লগৈ। *বিশ দিনৰ দিনাখন নিশা ঘৰত চোৰ সোমাই সকলো বস্তু লৈ ঘৰৰ* পৰা ওলাব নোৱাৰি ভু হেৰাই বিবুদ্ধি হৈ ঘৰৰ ভিতৰতে ৰাতি পুৱালে। পাচত তাক মাৰ-কিল দি এৰা হ'ল। এেকৈশ দিনৰ দিনাখন বৈদ্য যোগীয়ে ডাঁহি ফেটি সাপ ধৰি বৰ ভূঞাৰ ঘৰত নচুৱাব নিলে। বৈদ্যে মন্ত্ৰ মাতি সাপ মেলিলত সাপে সত্যসন্ধ্যা আইৰ সৈতে শঙ্কৰক সেৱা জনাই পুনৰ পাচিত সোমালহি। বৈদ্যে ঈশ্বৰৰ শক্তি দেখি আশ্চৰ্য্য হৈ অদ্ভুত মানি গুচি গ'ল। বাইশ দিনৰ দিনাখন কুসুম্বৰৰ চোতালত টাটকীয়া বাজীকৰে ছায়া পুতুলা নচাব ধৰিলেহি। বাজীকৰৰ ভ্ৰম হৈ পুতুলা অলৰ অচৰ হৈ ৰ'ল। সি লাজ পাই গুচি গ'ল তাত বৰ লোকৰ

মহিমা থকা বুলি কৈ। নাৰদ আহিছিল কানিয়াৰ বেশ ধৰি বীণা বজাই। ছদ্মবেশী নৰদে শঙ্কৰক প্ৰণাম কৰি ক'লে–" গুৰু মোক লোৱা, হে প্ৰভু, তোমাৰ চৰণ সেৱাৰ বলত তোমাৰ যোগমায়া মই জানো; বৈকুণ্ঠৰ সকলো পাৰিষদে আহি তোমাক ছত্ৰ ধৰিছেহি।" আৰু চৌবিশ দিনৰ দিনাখন মিঠা আমৰ গছ ভাঙি পৰি ঘৰ ভাঙি শঙ্কৰে শোৱা খাটৰ এহাত ওপৰত ৰৈছে। তাকে দেখি সকলোৱে অদ্ভুত মানিলে। এমাহ হোৱাত কুসুম্বৰে শঙ্কৰৰ মাহ শুদ্ধিৰ হোম কৰিছিল আৰু বাৰ-ভূঞা সকলে তাত মিলিত হৈ অনেক বাদ্য বজাই গীত গাইছিল। অগ্নিয়ে হোমৰ পৰা ওলাই মূৰ্ত্তিমান হৈ শঙ্কৰক সেৱা কৰিছিল। সকলোৱে তাকে দেখি আশ্চৰ্য্য- অদ্ভুত মানি আৰু শঙ্কৰক ঈশ্বৰ মানি সেৱা কৰি গৈছে।

**১-২-৪:** এনেকৈ আৰু নানা মহিমা দেখুৱাই শঙ্কৰে পাঁচ বছৰ পূৰ্ণ কৰিলে। অনন্তৰ চৰিত্ৰৰ সৰ্বশেষ কোনে জানে? শঙ্কৰৰ জাত-কৰ্ম, নামকৰণ, অন্নপ্ৰাশন, চূড়াকৰণ, কৰ্ণ-বিন্ধন, বিবাহ এই ছয় কৰ্ম কৰা হৈছিল। তেওঁলোকক ষড় কৰ্মী কায়স্থ বোলে।

**১-২-৫ :** শঙ্কৰে দিনে দিনে বাঢ়ি যুৱক হৈ আহিছে। লগৰীয়া জয়ৰাম, বিতোপন, চান্দ, তিতাৰাম, ভেকুৰী, কেতাই,সনাতন, হৰিবৰ, সতানন্দ, ৰাম ৰাম আৰু ৰামৰায়কে আদি কৰি আৰু বাৰ ভূঞাৰ শিশু সকলক মুখ্য কৰি আন অসংখ্য শিশুৰ সৈতে তেওঁ কৃষ্ণদেৱে বৃন্দাবনত যি খেলা কৰিছিল তেনে খেলা কৰিব ধৰিলে। এদিনাখন পুৱাতে সকলো শিশুৰ লগত বাজি মাৰি শঙ্কৰে ব্ৰহ্মপুত্ৰ নদীত বুৰ মাৰি এক দণ্ড সময় পানীৰ তলত থাকি এটি কাছ ধৰি আনিছে। ৰামৰায়[৩] আৰু বনগঞাগিৰিয়ে কান্দিছিল শঙ্কৰে পানীৰ তলৰ পৰা বহুত সময় নোলোৱা দেখি, কিবা হ'ব বুলি। ৰামৰাম আৰু শঙ্কৰদেৱৰ একে দিনতে জন্ম, কোনোৱে শঙ্কৰতকৈ পাঁচ বছৰ আগতে ৰামৰামৰ জন্ম বুলি কয়। এদিনাখন শঙ্কৰে কুসুম্বৰৰ চণ্ডীমূৰ্ত্তিখন আনি পাৰি বহিছে। তাকে দেখি সত্যসন্ধ্যা আয়ে স্বামীক মাতি দেখুৱালে– "চোৱাহি তোমাৰ পুত্ৰৰ কাৰ্য্য।" কুসুম্বৰে চাই ক'লে –"শঙ্কৰে তাকে গুচাবলৈহে আহিছে।"[৪]

---

৩। ৰামৰায়–শঙ্কৰদেৱৰ খুৰাকৰ ল'ৰা, ভাই। তেওঁৰ আন এটা নাম জগদানন্দ।

৪। গুচা–আন এটা অৰ্থত নষ্ট কৰাকো বুজায়, কথিত ভাষাত ( বৰপেটা )।

১-২-৬ : আৰু সকলো শিশুৱে বটা চৰাই খেদি ধৰে। আন সকলে দুটা বা চাৰিটা চৰাই ধৰে, শঙ্কৰে কোঁচ ভৰি ধৰে। পাচত তেওঁ সেইবোৰ বুকুত সাৱটি ধৰি এৰি দিয়ে পুনৰ। কৃষ্ণ বিপ্ৰই এবাৰ খেতি চাবলৈ গৈছিল। ঘৰত অজগৰ সাপ এড়ালে ভতৰা গৰু এটিক খেদি ফুৰা বুলি শুনি তেওঁ ঘৰলৈ আহি ফান্দ পাতি সাপডাল ধৰি তাক কাটি মাৰিলে। সাপৰ তেজ শঙ্কৰৰ ভৰিত আহি পৰাত সাপডাল উদ্ধাৰ হৈছে। এদিনাখন শঙ্কৰে ৰামৰাম ৰ ঘৰৰ চাঙৰ পৰা চিৰা আৰু শিকিয়াৰ পৰা দৈ নমাই আনি খাইছিল। ৰাম ৰামৰ মাতৃ মুকুতা আয়ে কথাটি গম পাই শঙ্কৰক ক'লে—" বাপু, চিৰা দৈ কিয় খালা ?" শঙ্কৰে ক'লে—" আই, ৰামৰামে দেখুৱাই দিয়াতহে খালো।" মুকুতা আয়ে খেদা মৰাত শঙ্কৰে তাৰ পৰা আঁতৰিল। পাচত আয়ে কলহ কাষত লৈ নৈৰ ঘাটত পানী আনিবলৈ গ'ল। পানীৰ ঘাটত আয়ে নিজ ৰূপ ধৰি[৫] শঙ্কৰক চিৰা, দৈ আৰু চেনি দিছে। শিশুসকলে ভাদ মাহত ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হোৱা খেলা কৰে। সাতোঁৰা শিশুৰ পাচত সৰু সৰু নাও যায়। কোনো কোনো শিশুৱে পানীৰ মাজতে নাওত উঠে, কোনোৱে সিপাৰ হৈ নাওৰে উভতে; শঙ্কৰে সাঁতুৰি সিপাৰ হৈ সাঁতুৰিয়ে উভতে পুনৰ। শিশুসকলে তলঠেঙু গছৰ গুটিৰে ঢোক খেলা খেলে। শঙ্কৰৰ সকলোতে জয়, পৰাজয় নাই ক'তো। এবাৰ ডুগডুগলি খেলত শঙ্কৰে খেদোঁতে ভেকুৰীৰ হাত ভাঙিল। ভেকুৰীৰ ককাকে শঙ্কৰক সোধাত শঙ্কৰে " ক'তনো ভাঙিল " বুলি চাওঁতে মুহূৰ্ত্ততে হাতখন সুস্থ হ'ল। এদিন ঢোপ খেলোতে চান্দৰ কাপোৰখন শঙ্কৰৰ বাবেই ফালি খণ্ড খণ্ড হ'ল। চান্দই গৈ বাপেক কেতাই খা ভূঞাক গোচৰ দিলে। সেই কথা শুনি চান্দৰ মাকে শঙ্কৰক শাপিলে। শঙ্কৰে কাপোৰখন হাতেৰে চুই মেলি দেখুৱালে, কাপোৰখন আগৰ দৰে হ'ল পুনৰ। ভেটা খেলাত খেদোঁতে তিতাৰামৰ কাণ ছিগিল শঙ্কৰৰ বাবেই। কুসুম্বৰে কথাটি শুনি শঙ্কৰক মাৰিবলৈ বুলি খেদিলে। শঙ্কৰে পলাই গৈ তিতাৰামক ক'লে—" চাওঁচোন ক'ত ছিগিল ?" এই বুলি শঙ্কৰে তিতাৰামৰ ছিঙা কাণত টিপা মাৰিলে আৰু কাণখন জোৰ খাই

---

৫। এনে অৰ্থত বুজোৱাহৈছে যে শঙ্কৰে যিসকলৰ লগত সম্বন্ধ ৰাখিছিল তেওঁলোক বৈকুণ্ঠৰ পাৰিষদ, ছদ্মভাৱেহে নৰৰূপ লৈছিল। এনে কথা পিচলৈ অনেক পাম।

পূৰ্বৰ দৰে হ'ল। তাকে দেখি সকলোৱে আচৰিত মানিলে।[৬]

**১-২-৭:** কালৰ নিয়মত আয়ুসৰ অন্তত কুসুম্বৰ স্বৰ্গী হ'ল। সত্যসন্ধ্যা আয়ে স্বামীক অনুসৰণ কৰি সতী হ'ল।[৭] শঙ্কৰে পিতৃৰ ক্ৰিয়া-কৰ্ম কৰিলে। সূৰ্য্যবৰৰ পত্নী খেৰসূতী বুঢ়ী আয়ে পূৰ্বৰ নিবন্ধ ক্ৰমে শঙ্কৰক তুলিলে।

**১-২-৮:** এদিনাখনৰ কথা, বুঢ়ী আয়ে ভাত আঞ্জা চৰুত থৈছিল আৰু তেওঁ শঙ্কৰক তাৰ পৰা আনি খাব ক'লে। আয়ে বেৰৰ জোলোঙাৰে চাই দেখিলে শঙ্কৰে দুখন হাতেৰে ভাতৰ বাটি আৰু আন দুখন হাতেৰে আঞ্জাৰ বাটি লৈ ওলাই আহিছে আৰু ঘৰখন জ্যোতিস্মান হৈ প্ৰকাশ পাইছে। আয়ে বিস্ময় বিচুৰ্ত্তি খাই শঙ্কৰক ঈশ্বৰ মানি পিচদিনা কাপোৰ, পাণ-তামোল আগবঢ়াই শঙ্কৰত শৰণাপন্ন হ'ল। মাঘৰ মাহত হিদলগুৰিৰ বৰদলনিত সৰু ল'ৰা সকলে মিলি ভাত খাইছিল ঘৰৰ পৰা চাউল পাত নি। শঙ্কৰে ৰান্ধনি হৈছিল। মাগুৰ মাছেৰে ডেমডেউকা, শোল মাছেৰে বালিচুকা, লাঙ্গী-ভাঙন মাছেৰে বালিচুকা আৰু বৰালি মাছেৰে বালি বাবৰি ৰান্ধিছিল। সকলো ব্যঞ্জন অমৃত প্ৰায় হৈছিল।[৮]

**১-২-৯** : এদিনাখন বুঢ়ী আয়ে শঙ্কৰক স্নান ভোজন কৰাই তেৰাৰ চুলিত তেল সানি সানি ক'লে– "হেৰা টেটোন, তোৰ আৰু পঢ়িবৰ মন নাই, ভণ্টা খেলা আৰু লগৰ মূৰ্খহতঁৰ লগতে তোৰ মন; আজি বাৰবছৰীয়া হ'লিহি। দৈৱজ্ঞই গণি চাই কৈছিল পণ্ডিত হ'বি বুলি, সিও মিছা হ'ল। কথাতে কয় " আমাৰ কৰ্মতহে পণ্ডিতৰ বাক্য ল'ৰে, ৰজাক পূজে স্বদেশে আৰু বিদ্যাৱন্তক পূজে সৰ্বদেশে। মাক শত্ৰু, বাপ শত্ৰু বাল্যকালত যদিহে নপৰায় পুত্ৰক; সভাৰ মাজত অপণ্ডিতে শোভা নাপায়, ৰাজ হংসৰ মাজত বগলী যেন।" শঙ্কৰে ক'লে–" চোৱাচোন পঢ়িব পাৰো কি নোৱাৰো, পঢ়াশালিত নি থোৱাহি।" পাচত আয়ে

---

৬। যিশুখৃষ্টই হাতেৰে চুই অনেক ৰোগীক সুস্থ কৰাৰ কাহিনী বাইবেলত আছে। আজিকালি প্ৰচাৰ লাভ কৰা স্পৰ্শ চিকিৎসা (ৰেইকী) এনেধৰণৰ চিকিৎসা।

৭। আই সত্যসন্ধ্যাৰ মৃত্যু সম্পৰ্কে চৰিত পুথি ভেদে ভিন্ন মত আছে। দীননাথ বেজবৰুৱাৰ "বৰ চৰিত" মতে সত্যসন্ধ্যা আই শঙ্কৰ জন্মাৰ কিছুদিন পাচতে ঢুকায়। এই কথাটো সত্য যেন লাগে; কিয়নো শিশু শঙ্কৰক আমি বুঢ়ী মাক খেৰসূতীয়ে লালন পালন কৰাৰ কথাটো পাওঁ।

৮। শ্ৰীমন্ত শঙ্কৰদেৱ এজন উত্তম ৰান্ধনিও আছিল।এনে কাহিনী আমি পিচতো পঢ়িবলৈ পাম। বহুত চৰিত পুথিত এই কথাটোৰ উল্লেখ নাই।

দাসী মতাই চাউল এপাচি, টকা এটি আৰু এযোৰ বস্ত্ৰ তাইৰ হাতত দি শঙ্কৰক আগত লৈ গ'ল পঢ়াশালিলৈ। পণ্ডিত মহেন্দ্ৰ কন্দলিয়ে আথে- বেথে আইক সুধিলে–"আই কিয় আহিছে?" আয়ে ক'লে– "ল'ৰাটিক পঢ়াই দিয়া।" কন্দলিৰ পঢ়াশালিত নতুনকৈ সঁজা কোঠা এটি আছিল, তাকে ধোৱাই মচি তেওঁ শঙ্কৰক দিয়ালে। শঙ্কৰে তাতে চৰু জুৰিলে। শুভ দিন বাৰ চাই গুৰুৱে শঙ্কৰক পাঠ দিলে। গুৰুৱে এবাৰ মাত্ৰ দেখুৱায় আৰু শঙ্কৰে এবাৰতে আখৰ, উচ্চাৰণ সকলো শিকিলে। পাচত গুৰুৱে শাস্ত্ৰ পঢ়ালে আৰু শাস্ত্ৰও শিকিলে শঙ্কৰে একে নিয়মে। শঙ্কৰে দিনে ৰাতি শাস্ত্ৰ পঢ়িব ধৰিলে। তেওঁ পকী পীৰাত শোৱে; পীৰাৰ দুয়ো কাষে শাস্ত্ৰৰ দ'ম, দুগছি চাকি আৰু তামোল পাণৰ বটা। কাতি সলাই তেওঁ দুয়োফালে অবিচ্ছেদে শাস্ত্ৰ পঢ়িব ধৰিলে।

**১-২-১০** বাহাৰ সন্মুখত শিল এচটা আছিল। শঙ্কৰে স্নান কৰি এদিন শিলচটাত বহি চুলি আঁচুৰিছে দুখন হাতেৰে আৰু আন দুখন হাতেৰে গা মচিছে। কন্দলিয়ে সেই দৃশ্য দেখি শঙ্কৰৰ ভৰিত পৰিবলৈ গ'ল। দুখন হাত গোপন কৰি শঙ্কৰে ক'লে–" গুৰু কি কৰে?" সেই দিনৰে পৰা গুৰুৱে শঙ্কৰক পঢ়াশালি মচিবলৈ বাৰণ কৰি তেওঁক সকলো ছাত্ৰৰ ওপৰত ওজা ছাত্ৰ পাতিলে। কন্দলিয়ে শঙ্কৰক ঈশ্বৰ জ্ঞান কৰিব ধৰিলে। গুৰুৱে ছাত্ৰসকলক শঙ্কৰৰ দ্বাৰা পাঠ পঢ়ায় আৰু ছাত্ৰ সকলক শঙ্কৰক "শঙ্কৰদেৱ" বুলিবলৈ ক'লে। ছাত্ৰসকলে কথাটো সহ্য নকৰি খং খাই মাধৱ কন্দলিৰ শিষ্য ৰাঘ ভট্টাচাৰ্য্যক গোচৰ দিলে। ভট্টাচাৰ্য্যই আহি মহেন্দ্ৰ কন্দলিক ধৰিলেহি–" শূদ্ৰক ওজা ছাত্ৰ পাতি ব্ৰাহ্মণক পাঠ দিওৱা আৰু শূদ্ৰক 'দেউ' বোলোৱা কিয়? এনে নকৰিবা।" পাচত সেই ৰাতি ভগৱন্তই দিব্য ৰূপ ধৰি ভট্টক সপোনতে হেঁচি ধৰি টাঙোনেৰে খুন্দি দাঁত সৰাই তেওঁৰ মুখ ভিঙাকাৰ কৰিলে। ভয় খাই বিপ্ৰই সপোনতে চাৰি বস্তু লাভ কৰিছে। পুৱা বিপ্ৰই সকলো ছাত্ৰকে মতাই আনি সকলো কথা কৈ শঙ্কৰক সেৱা জনাই ঈৰ্ষা এৰি দায় দোষ এৰাই গ'ল।

**১-২-১১** কন্দলিয়ে ধান এডৰা ৰুইছিল। জেঠ মাহত ধান পকাত সাতটা হাতী আহি সেই ধান খাব ধৰিলে। বান্ধাইঁতে একোতে হাতী খেদাব নোৱাৰি পলাল। ইয়াকে শুনি শঙ্কৰে খেদি গ'ল। শঙ্কৰক দেখিয়ে হাতীয়ে বিজুলী

সঞ্চাৰেৰে ভিৰাই লৰ দি দ খালত পৰি মৰিল। সিহঁতে জন্মক উদ্ধাৰিলে।

১-২-১২ : ভালে দিন ধৰি শঙ্কৰে গুৰুক ধৰিছে ঘৰলৈ যাবলৈ অনুমতি বিচাৰি, গুৰুৱে নপঠায়। কাকো নোকোৱাকৈ শঙ্কৰে এদিনাখন ঘৰৰ পৰা এখন বস্ত্ৰ আৰু টকা এটি আনি গুৰুক দি অনুমতি লৈ ঘৰলৈ গ'ল। কন্দলিয়ে আন ছাত্ৰৰ দ্বাৰা বুঢ়ী আইক কথাটো কোৱালে। শঙ্কৰক বুঢ়ী আয়ে ধৰিছে—" ক'লৈ গৈছিলি?" শঙ্কৰে ক'লে—" পঢ়িবলৈ।" আয়ে ক'লে—" তেনেকৈ কোৱানে? এই টকা আৰু বস্ত্ৰ চুৰি কৰি নি দুষ্ট ল'ৰা জাকৰ লগত ফুৰা।" শঙ্কৰে তলমূৰকৈ ৰ'ল।

১-২-১৩: এদিন কন্দলিয়ে ছাত্ৰহঁতক ক'লে--" ছাত্ৰহঁত মোক একোটাকৈ শ্লোক কৰি দিয়া।" সকলো ছাত্ৰই শ্লোক কৰিলে; কোনোৱে এফাকি, কোনোৱে আধা, তাৰো অৰ্থ নাই। শঙ্কৰেও শ্লোক কৰি দিলে। তেওঁ বৈকুণ্ঠৰ পৰা কলম, কাগজ, চিয়াহী আৰু দোৱাত এই চাৰি বস্তু আনিছে আৰু ঈশ্বৰীয় শক্তিৰে পদ্য লিখিছে--"...........খগচৰ, ণগচৰ.......।"(১) আকাৰ ই কাৰ নলগোৱাকৈ। আৰু তাৰ অৰ্থ পৃথিৱী, পাতাল, বৈকুণ্ঠ, স্বৰ্গ ভেদি গ'ল। অধ্যাপক কন্দলিয়ে চাই ক'লে—"লোণ নাই শুদা ব্যঞ্জনৰে ইমান সোৱাদ! এয়া মানুষ্যৰ কাম নহয়, কিবা হৰিৰ শক্তিয়ে মনুষ্যৰ ৰূপ ধৰি ছদ্ম ভাৱে আছেহি।"

১-২-১৪ : এদিন কন্দলিয়ে ক'লে—" ডেকাগিৰি, দুৰ্গাৰ স্তোত্ৰ শিকাও; মাহ, চাউল, কচু, পাৰ চৰাই যি পাৱা গোটোৱা।" শঙ্কৰে ক'লে—" গুৰু, এইবোৰ ক'ত পাম, নিশিকো দুৰ্গা স্তোত্ৰ; কৃষ্ণ স্তোত্ৰকে শিকাওক। কৃষ্ণে তুলসী পাতেৰেই সন্তুষ্ট হয়, দুৰ্গাক পূজিবলৈ আমাৰ শকতি নাই।" গুৰুৱে সন্তুষ্ট হৈ ক'লে—" এনেয়ে কওঁ, শিকা। নিজেও কৰিবা আৰু আনে মাতিলেও কৰিবা; চাউল বস্ত্ৰ

---

১। শ্লোকটো (পদ্যটো) তলত সম্পূৰ্ণকৈ দিয়া হ'ল।

কৰতল কমল কমলদল নয়ন। ভবদব দহন গহন বন শয়ন।।
নপৰ নপৰ পৰ সৰতৰ গময়। সভয় মভয় ভয় মমহৰ সততয়।।
খৰতৰ বৰশৰ হতদল বদন। খগচৰ নগধৰ ফনধৰ শয়ণ।।
জগদম মপহৰ ভৱভয় তৰণ। পৰপদ লয়কৰ কমলজবয়ণ।।

আকাৰ ইকাৰ নোহোৱা এই পদ্যৰে শঙ্কৰে ভগৱানৰ ৰূপ আৰু গুণ বৰ্ণাই ভগৱানক স্তুতি কৰিছে অতি পাণ্ডিত্যেৰে।

পাবা। পিচত কৃষ্ণৰ কৃপাত কন্দলিয়ে চণ্ডীতত্ত্ব পাহৰি শঙ্কৰক কৃষ্ণ স্তৱককে শিকালে।

**১-২-১৫ :** আৰু শঙ্কৰে পিতৃ কুসুম্বৰদেৱৰ তিথি কৰ্ম কৰি গৈছে ছাত্ৰশাললৈ। বাটত পহু এটা পাই মাৰি তাৰ মাংস তেওঁ সকলোকে দিছে সিধাৰ সৈতে।

আৰু প্ৰথমে কলম ধৰি মাৰ্কণ্ডেয় পুৰাণৰ পৰা হৰিশ্চন্দ্ৰ উপাখ্যান লিখিছে শঙ্কৰে সেৱকৰ অৰ্থে ধৰ্মৰ চাৰি সীমা দি।

আৰু শঙ্কৰে কথাত লাগি ম'ৰা চৰাই এটি ধৰি এৰি দিছে পুনৰ। আৰু সনহুৰি পাৰ হৈ সিঙ্গিৰীত এটা ভালুক মাৰিছে লোকৰ হিতৰ অৰ্থে। আৰু কথাত লাগি লুইতত বুৰ দি দুই-দাঁৰ মান কাটল মাছ এটা ধৰি সাঙী কৰি ঘৰলৈ আনিছে আৰু তেতিয়া বুঢ়ী আইয়ে শঙ্কৰক খং কৰি উঠি মাছটি কটাই সকলোকে ভগাই দিছে।

**১-২-১৬ :** শঙ্কৰে পঢ়া শাস্ত্ৰসমূহ— সাম, ঋক, অথৰ্ব, যজুৰ এই চাৰি বেদ। চৌধ্য শাস্ত্ৰ— শিক্ষা, কল্প, জ্যোতিষ, ৰীতি, নীতি, নিৰুজ, ছন্দ, শ্ৰুতি, স্মৃতি, মীমাংসা, তৰ্ক, কলাপ, তৰ্ক, ন্যায় এই চৌধ্য শাস্ত্ৰ। অষ্টাদশ পুৰাণ— শিৱ, মৎস্য, বৈষ্ণৱ, স্কন্ধ, কুৰ্ম, গৰুড়, মাৰ্কেণ্ডয়, ভাগৱত, বামণ, বৰাহ, লিঙ্গ, ভবিষ্য, ব্ৰহ্মাণ্ড, বৈৱৰ্ত্ত, বৃহৎ নাৰদী, ব্ৰহ্ম আৰু পদ্ম। অষ্টাদশ ভাৰত—অদিপৰ্ব, সভাপৰ্ব, বনপৰ্ব, বিৰাট পৰ্ব, উদ্যান পৰ্ব, ভীষ্ম. দ্ৰোণ, কৰ্ণ, শৈল্য, সৌপ্তি, দশম, শ্ৰীপৰ্ব, শান্তিপৰ্ব, অশ্বমেধ, আশ্ৰম, বাণপৰ্ব, স্বৰ্গাৰোহণ আৰু বিজয় পৰ্ব। সংহিতা—সূত, ব্যাস, গৌতমী, নাৰদী, অগষ্টি, বশিষ্ট, মাৰ্কেণ্ডয়, ব্ৰহ্ম, ভৃঙ্গি (ভৃগু), পৰাশৰ, বিশ্বমিত্ৰ, ভৰদ্বাজ, দুৰ্বাসা, বৈশ্বানৰ, কপিল, অঙ্গিৰস, সৌৰি এই অষ্টাদশ সংহিতা। চৌধ্য ব্যাকৰণ—পাণিণি, কলাপ, পঞ্জিকা, শব্দৰত্ন, মূৰ্খবোধ (মুগ্ধ), জ্ঞানাকুশ, পদ্ম, স্বৰ প্ৰদীপ, শব্দজ্ঞান, প্ৰশ্নবোধ, প্ৰাকৃত, সন্ধি, বৃত্তি, কৃতি আৰু আখ্যাত। অষ্টাদশ তন্ত্ৰ। অষ্টাদশ কাব্য— মাঘ, ভাৰৱী, ভাৰতী, নৈষধ, হিতোপদেশ, বৃন্দাৱনচন্দ্ৰধাৰী, অন্যাপোদেশ, মোহমুদগৰ, প্ৰধান, হনুমন্তী, হিমৱন্তী, মেঘদূতজ্ঞান, নবৰত্ন, পঞ্চৰত্ন, দৰিদ্ৰ অষ্টক,মুজ্ঞাষ্টক, বিদ্যাবিদুষি, শান্তিশতক এই ওঠৰ কাব্য। দণ্ডি, প্ৰবোধচন্দ্ৰ, আনন্দল হৰি, শৃঙ্গাৰ -তিলক, শ্ৰুতবোধ, ঋতুমঞ্জুৰি, হাস্যবৰ্ণব, কবিৰত্ন, অমৰ,হাৰাৱলী, মেদিনী, শব্দৰত্ন, কলাপ, পঞ্জিকা, শব্দজ্ঞান, প্ৰশ্নবোধ, শ্ৰুতিবোধ এই ওঠৰ কোষ। অমৰ, চানক্য

আৰু আন শাস্ত্র পঢ়াই গুৰু কন্দলিয়ে শঙ্কৰক ক'লে–" যিখিনি জানো সকলো পঢ়ালো আৰু পঢ়াবলৈ নাই। আনে একশ বছৰতো ইমান পঢ়াব নোৱাৰে আৰু মই বাবেহে তোমাক ইমান পঢ়ুৱালো। " আপুনি নির্মিলা শাস্ত্র, তাকে পঢ়া হুয়া ছাত্র।" এই বুলি কৈ গুৰুৱে শঙ্কৰক বিদায় দিলে। শঙ্কৰে এবছৰ গুৰু গৃহত পঢ়ি ঘৰলৈ আহিল। পিচদিনা খেৰসূতী আয়ে গুৰুক মতাই আনি ভোজন কৰাই দক্ষিণা দি পঠালে।

**১-২-১৭ :** যোগ শাস্ত্র পঢ়িবলৈ শঙ্কৰৰ বাকী আছিল। ঘৰতে তেওঁ যোগ চর্চা কৰিলে। পানীৰ তলত তেওঁ এপৰ সময় বুৰ দি থাকে, কাপোৰ নিতিতে। গাত পাট সূতা বান্ধি লৈ যোগৰ দ্বাৰা বায়ু নিৰোধ কৰি সেই সূতা ভট্ ভট্ কৈ ছিঙে। পাচত যোগ অভ্যাস তেওঁ ত্যাগ কৰে।

**১-২-১৮ :** বুঢ়ী আয়ে সূর্য্য ভূঞাৰ কন্যা সূর্য্যৱতীক খুজি শুভ বাৰ তিথিত শঙ্কৰৰ একৈশ আৰু সূর্য্যৱতীৰ চৌধ্য বছৰ বয়সত বিয়া পাতি দিছে। শঙ্কৰৰ বাইছ বছৰ বয়স হোৱাত সূর্য্যৱতীৰ পোদ্ধৰ বছৰ বয়সত পুষ্পোৎসৱ হয়। তেতিয়া সূর্য্যৱতীক শান্তিয়নি কৰি গৃহলৈ আনি শঙ্কৰে সংসাৰ ধর্ম ধৰিছে। শঙ্কৰৰ সাতাইশ বছৰ বয়সত মনু নামেৰে কন্যা এটি জন্মিল। মনুৰ ন মাহ বয়সত সূর্য্যৱতী আই ঢুকায়।



# তৃতীয় অধ্যায়

**১-৩-১ :** কোনোৱে কয়, তেৰ বছৰ বয়সত মনুক হৰি জোঁৱাইৰ তাত বিয়া দি শঙ্কৰে তীৰ্থ কৰিবলৈ গৈছে। আৰু কোনোৱে কয়, পত্নীৰ ক্ৰিয়া কৰ্ম কৰি তেৰ বছৰ ঘৰত থাকি মনুক ৰামচন্দ্ৰ কায়স্থৰ ল'ৰা হৰি জোঁৱাইত বিয়া দি আহিনৰ এদিন যোৱাত বুধবাৰে তীৰ্থ ভ্ৰমণলৈ গৈছে, সংসাৰ বিৰকতি হৈ। লোকে কোৱা মতে তেওঁলোকে নাওৰে গৈ প্ৰথমতে তেল কুপিত উঠিছে। তাতে বাস কৰা সুমালিনী বুঢ়ীয়ে সপোনত জানি গুৰুজনাক ভোজন সম্ভাৰ দিছে।[১] পিচদিনা বুঢ়ীয়ে টকা দুশ, দুকৰি সোণ আৰু দুকৰি ৰূপ গুৰুজনাক দি ৰাম বুলি প্ৰাণত্যাগ কৰিছে। গুৰুজনাই বুঢ়ীৰ দাহ সংস্কাৰ কৰিছে। ইয়াৰ পাচত তেওঁলোকে মদাৰ গঙ্গা পাইছে। মদাৰ গঙ্গাত ঈশ্বৰে তেওঁলোকক ভোজন সম্ভাৰ দিছে। তেওঁলোকে জগন্নাথ ক্ষেত্ৰ পাই মহেন্দ্ৰ কন্দলিকে আদি কৰি আঠজন ভকতক ঘৰলৈ উভতাই পঠাইছে। বাৰজন ভকতক লগত লৈ শঙ্কৰে পশ্চিম ক্ষেত্ৰলৈ পুনৰ যাত্ৰা কৰিছে। সেই বাৰজনৰ ভিতৰত আছিল—ৰামৰাম, সৰ্বজয়, পৰমানন্দ, বলোৰাম, বলভদ্ৰ, গোবিন্দ, নাৰায়ণ, বৰশ্ৰীৰাম, গোপাল, চোট বলোৰাম, মুকুন্দ আৰু মুৰাৰি। তেওঁলোকে দল বান্ধি গৈছে। শঙ্কৰে তীৰ্থলৈ যাওঁতে জয়ন্তক মাতি আনি ষাঠিটা বলধ, ছয় কুৰি গাই গৰু দি আৰু বাৰভূঞাৰ বিষয় বাব সকলো গতাই দি গৈছিল।

**১-৩-২:** তেওঁলোকে প্ৰথমতে কৰতিয়াত স্নান কৰি তাৰ পাচত ভাগীৰথী চিলপুৰ ঘাটত স্নান দান কৰিছে।.......।[২] আৰু ফল্গুনদীৰ তীৰত দান দক্ষিণা দি গৈছে। তাৰ পাচত তেওঁলোকে বাৰনসী, কাশী, বিশ্বেশ্বৰ থানত

---

১। সুমালিনী বুঢ়ীযে আগনিশা সপোনত দিব্য পুৰুষ এজন তাইৰ ওচৰলৈ আহি থকাৰ কথা আৰু তেওঁক খাদ্য সামগ্ৰী দিবলৈ নিৰ্দ্দেশ পাইছিল। ( গুৰু চৰিত ঃ ৰামচৰণ ঠাকুৰ।)

২। এইখিনিতে থকা বাক্যাংশটো হ'ল " তাৰ পৰা গৈ গয়া বিষ্ণু পদত চৌধ্য পুৰুষৰ পিণ্ড দিছে।" এই বাক্যাংশত সন্দেহৰ অৱকাশ আছে। শঙ্কৰে গুৰু গৃহত চণ্ডী পাঠ কৰিবলৈ অস্বীকাৰ কৰিছিল। ছাত্ৰ অৱস্থাত লিখা " হৰিশ্চন্দ্ৰ উপাখ্যান"টো তেৰাই অন্যদেৱ পূজা নকৰাৰ ইঙ্গিত পাওঁ। আৰু এই গ্ৰন্থতে পাওঁ যে গুৰুজনে প্ৰথম তীৰ্থ ভ্ৰমণলৈ যোৱাৰ বাটত অনেকক শৰণ দিছিল আৰু পাওঁ যে কৰ্মকাণ্ড এৰা লোককহে তেওঁ শৰণ দিছিল। এনে ক্ষেত্ৰত পিণ্ড দিযাৰ কথাটোৰ সামঞ্জস্য নাহে। পাঠকে কিতাপখন সম্পূৰ্ণকৈ পঢ়ি নিজ বিবেচনাৰে কথাটো গ্ৰহণ বা অগ্ৰাহ্য কৰিব। ইয়াত মাত্ৰ কথাটিৰ উল্লেখ কৰা হ'ল।

স্নান কৰি দান দক্ষিণা কৰি তাত কিছুদিন বাস কৰিছে।তাৰ পাচত তেওঁলোকে প্ৰয়াগ পাই মুণ্ডন কৰি ব্ৰহ্মবট দৰ্শন কৰি তাতে দান দক্ষিণা দি গ'ল। যমুণা য'ত গঙ্গাত পৰিছে, সেই পুষ্কৰ তীৰ্থত তেওঁলোকে স্নান-দান কৰি গ'ল। তাতে কবি গোপীনাথে শঙ্কৰদেৱৰ ওচৰত শৰণ ল'লে। তাৰপৰা গৈ তেওঁলোকে প্ৰভু শ্ৰীৰামৰ ঠাই অযোধ্যা পাই অত ফুৰিছে। সীতা সিংহ-পাতালত থাকোঁতে ব্ৰহ্মাৰ আদেশত ইন্দ্ৰই সীতাক পায়স, মিচিৰি আৰু অমৃত দিছিল। এবছৰে সীতাৰ ভোক পিয়াহ নাছিল। তাৰে গুটি নি ৰাক্ষকসকলে ৰুলে। তাৰে পৰা হোৱা গছৰ গুটি খালে এমাহলৈ ভোক নালাগে। গছজোপাৰ গুৰিভাগ সাতজন মানুহে হতে হাতে ধৰি মেৰিয়াই ধৰিলেহে বেৰি ধৰিব পাৰি। গছডালে ছয় হালিচা মাটি জুৰি আছে। শঙ্কৰদেৱে গছজোপাৰ তলত ৰ'লত গছজোপাৰ পৰা গুটি সৰিব ধৰিলে আৰু আকাশ বাণী হ'ল-" ৰজা আহিছে।" গছডালৰ ৰখীয়াসকলে তাতে বিস্ময় মানি শঙ্কৰদেৱক ঈশ্বৰ মানি সেৱা কৰিছে। গুৰুজন আৰু ভকতসকলে গছডাল প্ৰদক্ষিণ কৰি উঠি সৰজু গঙ্গাত স্নান- দান কৰি কৰি গ'ল। তাৰপৰা গৈ তেওঁলোকে কুশৰ নগৰ কুশাৱতী নগৰত ৰাতি থাকি পিচদিনা নগৰখন চাই গ'ল। তাৰ পৰা লৱৰ প্ৰস্নাৱতী নগৰলৈ গৈ তাতে ৰ'ল। তাৰ পৰা গৈ বিন্ধ্যাগিৰি পৰ্বতৰ কাষত নদি গাঁওত ভৰদ্বাজ ঋষিৰ আশ্ৰম পালে। তাতে কিছুদিন থাকিল। তাৰ পৰা গৈ কৃষ্ণদেৱৰ আপোন বৃন্দাবন আৰু গোকুল পালে। তাতে ৰাধা নামেৰে সন্ন্যাসীয়ে শঙ্কৰদেৱৰ ওচৰত শৰণ ল'লে। তাতে ৰৈ কালিন্দী তীৰৰ কালীহ্রদত স্নান কৰি কদম তলত বাস কৰিছে। তাতে ৰূপ, সনাতন আৰু বৃন্দাবন দাসে শঙ্কৰদেৱক গুৰু মানি শৰণ লৈছে।[৩] তেওঁলোকে লুহ, মুহ, লাল, তাল,

---

৩। ৰূপ, সনাতন— বৃন্দাবনৰ ৰূপ গোস্বামী আৰু সনাতন গোস্বামী। তেওঁলোক চৈতন্য মহাপ্ৰভুৰ প্ৰধান শিষ্য। কিন্তু এই গ্ৰন্থত তেওঁলোকে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ তাত শৰণ লোৱা বুলি কোৱা হৈছে। ইয়াৰ পাচৰ অধ্যায়ত আমি পাম যে গুৰুজনে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণলৈ যাওঁতে বৃন্দাবনলৈ গৈ ৰূপ সনাতনক লগ ধৰাৰ ইচ্ছা প্ৰকাশ কৰিছিল; কিন্তু শ্ৰীশ্ৰীমাধৱদেৱৰ আপত্তি মৰ্মে বৃন্দাবনলৈ যোৱা ন হ'ল। পিচত তেওঁলোকে ঘৰলৈ ওভোতাৰ বাটত ৰূপ সনাতনৰ ভতিজা বুলি পৰিচয় দিয়া দুজন সাধুক লগ পাইছিল। গুৰুজনে তেওঁলোকৰ আচাৰ বিচাৰত কিছু পৰিবৰ্ত্তন লক্ষ্য কৰিছিল। এই কথাটো উল্লেখ কৰা ভাল হ'ব যে চৈতন্য প্ৰভু শঙ্কৰদেৱতকৈ বয়সত ৩৬ বছৰ সৰু আছিল আৰু কাজেই তেওঁ গুৰুজনাৰ পিচতহে ধৰ্ম প্ৰচাৰ কৰিছিল। এই বিষয়ে মহেশ্বৰ নেওগদেৱে লিখিছে – "– এজন চৰিত ৰচয়িতাই সেই সকলৰ ( অসমৰ বাহিৰৰ শিষ্য) ভিতৰত বৃন্দাবনৰ ৰূপ- সনাতন গোস্বামীৰ নাম উল্লেখ কৰিছে। এই কথাষাৰ যদিও কিছু পৰিমাণে অচৰিত যেন লাগে তথাপি এইটোও কৌতুহলোদ্দীপক যে ৰূপ গোস্বামীয়ে " বিদগ্ধমাধব " নামৰ নাটকখনৰ নন্দীত লিখিছে " ভক্তৰূপে অৱতাৰ লাভ কৰা (ভগবান) শঙ্কৰদেৱে আজি মোক আন এটা স্বপ্নত ( এই নাটক ৰচিবলৈ) আদেশ দিছে!"

( শঙ্কৰদেৱ : মহেশ্বৰ নেওগ )।

কুঞ্জ, মুঞ্জ, নিকুঞ্জ, খাজুৰ, অশোক. ভাণ্ডিৰ কামখিদ্ৰ, অশোক কেলিঘাট, বংশীঘাট আৰু যমুণাত স্নান দান কৰি সেৱা প্ৰদক্ষিণ কৰি গৈ গোবৰ্দ্ধনত কিছুদিন ৰৈ গৈছে। তাৰ পৰা গৈ তেওঁলোকে হস্তিনাপুৰ পাই বিদুৰৰ আশ্ৰমত সেৱা জনাই গৈ পাঁচ পাণ্ডৱৰ ইন্দ্ৰপ্ৰস্থ পাই তাতে সেৱা কৰিছে। এবছৰ তাতে ৰৈ গৈ তেওঁলোকে কুৰুক্ষেত্ৰ পালে। তাৰপৰা গৈ ভক্তি হাটত কৃষ্ণই গোপীক জ্ঞান দান কৰা স্থানত সেৱা কৰি গ'ল। তাৰ পৰা পুনৰ গৈ তেওঁলোকে বদৰিকাশ্ৰমত উঠি উদ্ধৱক দৰ্শন কৰিছে।[৪] তাতে শ্ৰীশঙ্কৰদেৱৰ সৌঁহাতত মাংস বাঢ়িছে। সৰ্বজয় আতৈয়ে গুৰুজনাক ক'লে–" বাপ, কিবা হ'বহে।" গুৰুজনে ক'লে–" মাধৱ নামেৰে মোৰ প্ৰিয় শিষ্য এজনৰ জন্ম হৈছে।" তাৰ পৰা আহি তেওঁলোকে হিমালয় পাই গঙ্গা য'ত নামি পৰিছে সেই বেত্ৰকূট, সদাশিৱৰ শিৰ তাতে স্নান সেৱা কৰি আহিছে। তাৰ পৰা নেপাল, নৈষদ, কৈশলা, দ্ৰাবিড়, পাঞ্চাল, শ্বেতদ্বীপ এই সকলো দেশ, ৰাজ্য, গাঁও ফুৰি চাই গৈ ৰাৱণে যুদ্ধলৈ আনা ক্ষুদ্ৰ নদী কৰ্মনাশাৰ ওচৰৰ বৈদ্যনাথ পালে। সকলো চাই চিতি তেওঁলোকে তাত কিছুদিন ৰৈছে। তাৰ পাচত তেওঁলোকে কেশৰী পাই তাতে স্নান দান কৰি গৈ কাৱেৰী পাই স্পৰ্শ কৰি স্নান কৰিছে। সেই ঠাইত কিছুদিন থাকি তাৰ পৰা গৈ তেওঁলোকে মাৰ্গকাশী পাই তাতে সেৱা, স্নান কৰি তাতে কিছুদিন বাস কৰিছে। কিছুদিন পাচত তাৰ পৰা গৈ বিন্দুকাশী পাই তাতে সেৱা, স্নান কৰি গৈ তেওঁলোকে পয়োস্বনী পালে। পয়োস্বনী দৰ্শন কৰি তাত স্নান কৰি গৈ তেওঁলোকে মহাতীৰ্থ কৌশিক পালে। কৌশিকত স্নান কৰি তাত কিছুদিন থাকি গৈ মৃকণ্ডু আশ্ৰম পালে। মৃকণ্ডু আশ্ৰম চাই উঠি পুৰুভদ্ৰাত স্নান কৰি তাত কিছুদিন বাস কৰি গৈ সোণাৰু পালে। সোণাৰুত স্নান কৰি তাত কিছুদিন ৰৈ পুনৰ গৈ কপিল পালে। কপিলত স্পৰ্শন- স্নান কৰি উঠি গৈ তেওঁলোকে গণ্ডুকী পালে। গণ্ডুকীত স্নান দান কৰি গৈ তেওঁলোকে মথুৰা পালে। মথুৰা চাই ফুৰি গৈ তেওঁলোকে উপদ্বাৰকা পালে। তেওঁলোকে তাত কিছুদিন বাস কৰিছে। তাতে ৰমানন্দ নামেৰে ক্ষত্ৰিয় এজনে শঙ্কৰদেৱক গুৰু মানি শৰণ লৈছে। কোনো কোনো লোকে কয় তেওঁলোকে ৰুক্মিনী মন্দিৰলৈকে গৈছিল। তাৰ পৰা গৈ তেওঁলোকে লক্ষ্মণৰ

৪। উদ্ধৱ– শ্ৰীকৃষ্ণৰ সখি, কৃষ্ণৰ কৃপাত তেওঁ আজিও অমৰ বুলি কোৱা হয়।

পূৰ্বৰ দেশ অঙ্গদীয় নগৰ পাই তাত ৰৈ নগৰখন চাইছে। তাৰ পৰা গৈ শিখৰ ঠাই চন্দ্ৰকেতু নগৰৰ চন্দ্ৰাৱতী নামৰ ঠাই পাই তাত ৰৈ ঠাইখন চাইছে। তাৰ পৰা গৈ তেওঁলোকে ৰামেশ্বৰ সেতুবন্ধ পাই সেয়া স্পৰ্শন- দৰ্শন কৰি তাৰ পৰা গৈছে। তাৰ পাচত সাগৰত স্নান কৰি উঠি ভোজন কৰি গৈ শ্ৰীৰামে সীতাক পৰীক্ষা কৰা ঠাই সীতাকুণ্ড পাই তাক চাই তাতে ৰৈছে। তাৰ পাচত শত্ৰুঘ্নৰ পুত্ৰৰ দেশ সুবাহু পাই ঠাইখন চাই তাত ৰৈছে। তাৰ পৰা মৰিচ সুবাহু যুদ্ধৰ ঠাই কৌশিকৰ যজ্ঞভূমি পাই সেয়া চাই তাত কিছুদিন ৰৈছে। সুচৰিতাৰ বিদিশ নগৰ, গাঁও চাই তাতে ৰৈছে। তাৰ পৰা গৈ দণ্ডকাৰণ্যৰ শ্ৰীৰামৰ ঠাই ভিঠা চিত্ৰকূটত সেৱা কৰি গৈছে। তাৰ পৰা খৰ-দুখণৰ যুদ্ধৰ ঠাই আৰু সূৰ্পণখাক দণ্ড দিয়া ঠাই পাই তাক চাইছে। তাৰ পৰা গৈ গোদাৱৰী নদী পাই তাত স্নান দান কৰি কিছুদিন তাত বাস কৰিছে। তাৰ পৰা গৈ গোমতী গঙ্গা পাই তাত স্নান দান কৰি গৈ অক্ষক নামেৰে নগৰ পাই তাত ৰৈ চাই গৈছে। তাৰ পৰা গৈ তেওঁলোকে পঞ্চৱতী তীৰ্থত স্নান দান কৰি গৈছে। তাৰ পৰা গৈ ৰাৱণ আৰু জটায়ুয়ে যুদ্ধ কৰা ঠাই আৰু জটায়ু সংস্কাৰ কৰা ঠাই পাই সেয়া চাই তাত কিছুদিন ৰৈছে। তাৰ পৰা গৈ চিমুখ পৰ্বত পাই তাক চাই শ্ৰীৰামে তাল গছ ভেদ কৰা ঠাই আৰু পাঁচটি বানৰে শ্ৰীৰামত শৰণ লোৱা ঠাই পাই তাত ৰৈছে। ভৰতৰ পুত্ৰৰ দেশ পুষ্কৰাৱতী পাই তাৰ গাঁও নগৰ চাই তাতে ৰৈছে। তাৰ পাচত ভৰদ্বাজ ক্ষেত্ৰ পাই তাত সেৱা, স্পৰ্শ, শুদ্ধি কৰি গৈ হৰিদ্বাৰ ক্ষেত্ৰ পাই তাক চাই চিতি গৈছে। তাৰ পাচত তেওঁলোকে জয়দ্বাৰ পাই তাত কিছুদিন ৰৈ চাইছে। তাৰ পৰা গৈ নৰ্মদা গঙ্গা পাই তাত স্নান দান কৰি গৈছে। তাৰ পৰা গৈ মহানন্দা গঙ্গা পাই তাত স্নান দান কৰি গৈ কটক নগৰ পাই তাত ৰৈছে। তাৰ পৰা গৈ উৰিয়া দেশৰ বৰ্গী ৰাজ্যৰ উৰেষা পুৰীৰ শ্ৰীপুৰুষোত্তম ক্ষেত্ৰ পৃথিবীৰ বৈকুণ্ঠত পূৰ্ণ জগন্নাথ দৰ্শন কৰিছে। তাৰ পাচত শ্বেত গঙ্গা, মাৰ্কেণ্ডয়, চন্দন সৰোবৰ, ইন্দ্ৰদ্যুম্ন আৰু লোকনাথ এই পাঁচ তীৰ্থত স্নান দান পান কৰি গৈ পাতালী গঙ্গাত দেৱদ'ল দৰ্শনৰ বাবে গ'ল। পুৰীৰ পাণ্ডাসকলে ব্ৰহ্মপুৱাতে চাৰি সৰোবৰত স্নান কৰি দ্বাৰিকানাথ, হনুমন্ত, জাম্বুৱন্ত, বিভীষণ, যম, বলি, ব্ৰহ্মা, বংশীধাৰী কৃষ্ণ, গোৱৰ্দ্ধনধাৰী, নৃসিংহ, শ্ৰীৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন, নন্দ, যশোদা, বসুদেৱ, দৈৱকী, একাদশী, গৰুড়, হৰগৌৰী এইসকল

সৰোবৰকে মুখ্য কৰি আন আন থান দৰ্শন হৈ প্ৰতি দিন আৰু প্ৰতি নিশা শঙ্কৰদেৱৰ ওচৰ চাপে। শঙ্কৰদেৱে পাণ্ডাসকলক ব্ৰহ্মপুৰাণৰ কথা কয়,ইন্দ্ৰদ্যুম্ন ৰজা আৰু জগন্নাথ মহপ্ৰভুৰ কথা কয়। এইদৰে পুৰীত এবছৰ থাকি সকলো চাই কৃষ্ণ, বলভদ্ৰ, সুভদ্ৰাৰ মূৰ্ত্তি দৰ্শন কৰি উঠি সমুদ্ৰত স্নান কৰি পাণ্ডাসকলক দক্ষিণা দি তাৰ পৰা আহিল। তাৰ পাচত তেওঁলোকে গঙ্গাৰ সঙ্গমত স্নান পান কৰি উঠি গৈ কপিল মুনিৰ আশ্ৰমত বাস কৰি ভগীৰথৰ আশ্ৰম চালে। তাৰ পৰা আহি জাহ্নবী মোহনা, কালিন্দী, পূৰ্ণতোৱা আৰু কৰিতিয়াত স্নান পান কৰিলে। এই সকলো তীৰ্থকে মুখ্য কৰি ভাৰতৰ আন যত তীৰ্থ ক্ষেত্ৰ আছে আৰু নানা দেশ, ৰাজ্য, দ্বীপ, দ্বীপান্তৰ, পূৰ্ণভূমি যত আছে সকলো চাই ফুৰি বাৰ বছৰৰ মূৰত আহি আঘোণ মাহৰ এদিনাখন এপৰ নিশা শঙ্কৰে বুঢ়ী আইক মাত লগাইছে। বুঢ়ী আয়ে শঙ্কৰৰ মাতটো বুজি আৰ্ত হৈ আহি বিচনাৰ খুৰাত উজুটি খাই পৰি আঁঠু- মূৰত আঘাত পাই উঠি শঙ্কৰক সাৱটি ধৰিছে “ মোৰ বাপু ”বুলি। সেই ৰাতি শঙ্কৰে ভোজন পান কৰি ঘৰতে থাকিল। পিচদিনা পুৱা জ্ঞাতি, মিত্ৰ, বন্ধুবৰ্গ আৰু বাৰ ভূঞাই আহি শঙ্কৰক চাই কুশল বাৰ্ত্তা সুধিছে। শঙ্কৰে যি তীৰ্থৰ যি ভাৱ, কথা-কাৰ্য্য, মাত-বোল, মাহাত্ম্য; যি দেশৰ যি ৰীতি-নীতি, খাওঁন-পিন্ধন সকলো কথা কলে। তীৰ্থৰ পৰা নিয়া পানী, মাটি, নিৰ্মালি শঙ্কৰে লোকসকলক দিছে। প্ৰসাদ নিৰ্মালি লৈ বাৰ ভূঞাই শঙ্কৰক প্ৰশংসা কৰি ক'লে, “বাপু, তুমিহে আমাৰ বংশৰ পদুম, প্ৰদীপ; তুমি আমাৰ উপৰি পুৰুষক উদ্ধাৰ কৰিলা।” এই বুলি কৈ লোকসকল দিহাদিহি গ'ল। শঙ্কৰে জয়ন্তক চেনি অলপ দিছিল। সেই চেনি নি তেওঁ পুৱা মাছৰ লগত সানি খাই গুৰুজনাক ক'লে। গুৰুজনাই ক'লে, “মুৰ্খ, কি বস্তু কিহেৰে খাব লাগে নাজানা। পকা দৈৰ লগত সানি খোৱাগৈ কেনে পোৱা।” জয়ন্তই তেনেকৈ খাই তেতিয়াহে টকালি পাৰি শলাগিছে।

১-৩-৩ : গুৰুজনে চাৰিদিন জিৰাই ঘৰতে আছিল। তাৰ পিছত জয়ন্তক দি যোৱা পালৰ গৰুবোৰ আনিবলৈ বনগঞাগিৰিক ক'লে। গুৱালে গৰুবোৰ আনিবলৈ নিদিয়াত বনগঞাগিৰিয়ে দুভুকু মাৰি গৰুবোৰ আনিলে। গুৱালে গৈ ৰতিকান্তক কথাটি ক'লে। ৰতিকান্তই গুৱালক ক'লে, “ডেকাগিৰিৰ গৰু, নিওঁতে

কিয় বাধা কৰা? তেওঁ আমাক নিমন্ত্ৰণ কৰিলে আমি নোযোৱাকৈ থাকিব পাৰিমনে?" কোনো কোনোৱে কয় -- গৰু নিওঁতে বাধা দিয়াত বনগএগ্ৰাগিৰিয়ে লগুৱাক যাঠিৰে হানি মাৰিছিল আৰু তাতে শঙ্কৰে বনগএগ্ৰাগিৰিক দায় ধৰি দণ্ড বিহিছিল।



# চতুৰ্থ অধ্যায়

**১-৪-১** : এদিনাখন খেৰসূতী আয়ে শঙ্কৰক ক'লে–" বাপু, তুমি মোৰ বংশধৰ, নাতি; আগলৈ আৰু মোৰ সন্তান সন্ততি নাই, তোমালৈ এজনী কন্যাকে বিয়া কৰাই আনো।" শঙ্কৰে ক'লে–" আই, বিবাহ কৰালো, ভাৰ্য্যা ঢুকাল, সেয়াও ঈশ্বৰৰ কৃপা; জঞ্জাল নাপাতো আৰু।" ইয়াকে শুনি আয়ে মনোকষ্ট পাই চিন্তা কৰি ৰ'ল। পিচদিনা আয়ে ভূঞা বংশৰ ৰামখা, ৰূপখা, গাভৰুখা, কেতাইখা, বুঢ়াখা, হৰিখা আদি বয়সস্থ লোকক মতাই আনি তেওঁলোকৰ দ্বাৰা শঙ্কৰক বিয়াৰ বাবে জোৰকৈ ধৰালে। শঙ্কৰে তেওঁলোকৰ বাক্য পেলাব নোৱাৰি মনোকষ্টেৰে ক'লে–" বাৰু ! " তেতিয়া শঙ্কৰৰ দুকুৰি চৌধ্য বছৰ আৰু কন্যা কালিন্দী আইৰ পোন্ধৰ বছৰ বয়সত শুভ বাৰ, তিথি, মাহত বিবাহ সম্পন্ন হ'ল। বিবাহৰ ওঠৰ মাহৰ পিচত কন্যাৰ পুষ্পোৎসৱ হ'ল। পাচত কন্যাক শান্তি কৰি আনি ঘৰ সোমাই সংসাৰ কৰি শঙ্কৰে আলিপুখুৰীত পাঁচ বছৰ আছিল। [১]

**১-৪-২** ঘৰত শ্ৰীশঙ্কৰদেৱে জঞ্জাল পাই সখিয়েক ৰামৰাম, নৰোত্তম, চতুৰ্ভুজ, সৰ্বজয়, পৰমানন্দ, লসিৰাম, বৰশ্ৰীৰাম, বলোভদ্ৰ, নাৰায়ণ, গোবিন্দ আৰু হৰি এই সকলৰ লগত আলোচনা কৰি গাঁওৰ পৰা দূৰৈত কুসুমদেৱৰ সৰিয়হ তলিত গণক জানৰ পাৰত চাৰি হাটী বাহা কৰি ঘৰ বান্ধিবলৈ স্থিৰ কৰিলে। তাৰ মাটিত প্ৰথমে কোৰেৰে চাব মাৰোঁতেই বাসুদেৱৰ মূৰ্ত্তি এটি ওলাল। [২]

**১-৪-৩** : শঙ্কৰদেৱে সমস্ত শাস্ত্ৰ- খীৰ-সাগৰ বিচাৰি মন্থন কৰি অমৃত উদ্ধাৰ কৰি তাক প্ৰচাৰ কৰিলে। তেওঁ ভাগৱতৰ পৰা সৎসঙ্গ, সহস্ৰনামৰ পৰা নাম, গীতাৰ পৰা একশৰণ এই তিনিটা বস্তু প্ৰকাশ কৰিলে, আৰু আন এটি বস্তু তেওঁ গুপুতে ৰাখিলে। পাচত মাধৱদেৱে তাক বেলগুৰিত প্ৰকাশ কৰিলে। [৩]

---

১। শঙ্কৰদেৱে প্ৰথম তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি অহাৰ কিছুদিন পিচত খেৰসূতী আই ঢুকায়। কালিন্দী আইৰ পিতৃৰ নাম কালিকা ভূঞা। ( শঙ্কৰ–মাধৱ ঃ লক্ষ্মীনাথ )

২। সেই বাসুদেৱ মূৰ্ত্তিটো দৌলত স্থাপন কৰি তাত প্ৰাণ প্ৰতিষ্ঠা কৰাৰ বাবে ৰামৰাম গুৰুৱে মন্ত্ৰ কৰি ফুল পাত দলিওৱাত সেই ফুল পাত ওচৰতে বহি থকা শঙ্কৰদেৱৰ গাতহে পৰিছিল। ( বৰ চৰিত ঃ দীননাথ )

৩। এই চতুৰ্থ বস্তুটো হ'ল গুৰু-সেৱা যাক মাধৱদেৱে পিচত প্ৰকাশ কৰিছে।

**১-৪-৪** ভক্তসকলে হৰিগৃহত হৰি গুণ নাম গাই আছে তিনি পষেক ধৰি। হৰিগৃহৰ দক্ষিণ ফালে এটি বিল আছিল, ভক্তসকলে তাৰে পানী খায়। বিলখন দূৰৈত, বাটত গড়, ভালুকৰ ভয়; ৰাতি বেলি যাবই নোৱাৰি। এনেবোৰ কষ্ট পাই ভক্তসকলে গুৰুজনাক প্ৰাৰ্থনা কৰিলে কিবা উপায় কৰিবলৈ। গুৰুজনাই ক'লে–" তোমালোকে দিনে নিশাই নাম গোৱা, উপচি পৰাকৈ পানী ভগৱন্তই দিব।" ভক্তসকলে নাম ধৰিলে। মহাপুৰুষ গুৰুৱে দুপৰ নিশা ঘৰৰ বাহিৰলৈ ওলাই হাতৰ বুঢ়া আঙুলিৰে ধনুকাৰৰ মুদ্ৰা কৰি আকাশলৈ টোৱাই গৰ্জন কৰিলে। গিৰগিৰকৈ আকাশী গঙ্গা পৃথিৱীলৈ নামি আহিল। ৰতিপুৱা ভক্তসকলে দেখিলে বকৰা মাটিত এটি বিল হ'ল আৰু সেই ঠাইখিনিত থকা বট গছ জোপা কেনিবা গ'ল।[৪] ভক্তসকলে অদ্ভুত- আশ্চৰ্য্য মানি গুৰুজনাক কথাটি ক'লে। গুৰুজনাই ক'লে–" ঈশ্বৰে কৃপা কৰি তোমালোকক নাম জল দিছে। সেই হৰিগৃহতে গুৰুজনে গৰুড় পুৰাণ চাই " ভক্তি প্ৰদীপ" আৰু হৰিবংশৰ পৰা "ৰুক্মিনী হৰণ " কাব্য ৰচনা কৰিছে।

**১-৪-৫ :** গুৰুজনে দ্বাদশ স্কন্ধ ভাগৱত ভাঙনি কৰিবলৈ মন মেলিলে; কিন্তু ভাগৱতৰ মূল আৰ্হি লগত নথকাত তেনে অৱস্থাতে ভাঙনি কৰিলে সূচক, খলুৱাই নিন্দা কৰে বুলি মনতে সঙ্কোচ কৰি আছিল। এনেতে পশ্চিমৰ পৰা বাৰ স্কন্ধৰ ভাগৱত লৈ জগদীশ মিশ্ৰই আহি গুৰুজনাৰ ঠাই পালেহি। মিশ্ৰই গাঁওৰ মূৰত ৰামৰায় আতাক পাই সুধিছে, শ্ৰীশঙ্কৰ ক'ত থাকে বুলি। আতাই ব্ৰাহ্মণক ক'লে–" বাপ, আছে নাই মই চাই আহো, আপুনি খন্তেক ৰওঁক।" ৰামৰায়ে গৈ শঙ্কৰদেৱক ক'লে–" দাদা, তুমি পশ্চিমত কাৰোবাৰ টকা ধাৰে লৈ খৰছ কৰি আহিছানে? এজন ব্ৰাহ্মণে তোমাক বিচাৰি আহিছে দেখোঁ।" শ্ৰীশঙ্কৰদেৱে ক'লে– "লোকজনক মাতি আনাচোন; মই পৰৰ দ্ৰব্য খাই নিদি আহিছো, তোমাৰ এনেহে মনত লাগিছেনে?" ব্ৰাহ্মণজনক মাতি অনা হ'ল। গুৰুজনে চাৰি খোজ আগবাৰি গৈ ব্ৰাহ্মণক আদৰি আনি ঠাই পৰিস্কাৰ কৰি ঠগা দিয়াই তাত শাস্ত্ৰখন থোৱালে। ব্ৰাহ্মণক আসন দিলে, ব্ৰাহ্মণে তাতে বহিল। এজন লগুৱাই ব্ৰাহ্মণৰ ভৰি ধুৱাই দিছে। গুৰুজনাই ব্ৰাহ্মণক সুধিছে–" আপুনি ক'ৰ পৰা আহিছে আৰু

৪। সেই ঠাইখিনিতে থকা বট গছ এজোপা দ্ৰবিত হৈ বিল হোৱা হেতু ঠাইখনৰ নাম বটদ্ৰৱা হয়।

সেইখন কি শাস্ত্ৰ?" ব্ৰাহ্মণে ক'লে—"বাৰানসীৰ তিৰতীয় গাঁওত মোৰ ঘৰ, ব্ৰহ্মানন্দৰ ছাত্ৰশালত বাৰ বছৰ পৰিলো আৰু গুৰুৱে মোৰ নাম জগদীশ ৰাখিছে। বাৰ স্কন্ধৰ ভাগৱত কণ্ঠগত হোৱাত পুৰীলৈ জগন্নাথক ভাগৱত শুনাব গ'লো। সপোনত জগন্নাথে মোক ক'লে—" কিয় আহিছা?" সপোনতে মই ক'লো—" আপোনাক ভাগৱত শুনাব আহিলো।" জগন্নাথে ক'লে—" মই ইয়াত অদৃশ্যকৈ চৈতন্য; কিন্তু বাহিৰত লোকক দেখাকৈ জড়ভাৱে আছো। ভগৱত ব্যাখ্যাৰ দোষ-গুণ, সিদ্ধান্ত মই কেনেকৈ দিম? মই ইয়াত অংশহে, পূৰ্ণ অৱতাৰ হৈ শঙ্কৰৰ গাত আছো। তাতে শাস্ত্ৰ শুনালে ময়ো পাম আৰু শঙ্কৰেও পাব। তেওঁহে মূল ভাগৱত, এতেকে তুমি সুধি পুছি তেওঁক বিচৰা। তেওঁৰ ঘৰ পূব দেশত. গাঁওৰ নামৰ আদি আখৰ 'ব'।"ব্ৰহ্মাণে পুনৰ ক'লে—" এনেকৈ সুধি পুছি ছয় মাহৰ অন্তত আপোনাক পাইছো।" গুৰুজনাই ব্ৰাহ্মণক ৰামৰাম গুৰুৰ ঘৰত ভোজন কৰালে।[৫] ব্ৰহ্মাণে গুৰুজনাক ক'লে—"আপোনাৰ গীত মাত কথা শ্ৰৱণতে বাৰ স্কন্ধৰ ভাগৱত শ্ৰৱণ মোৰ শেষ হ'ল, মইনো আপোনাক কি ভাগৱত শুনাম!" তাৰ পাচত শুভ দিন বাৰ তিথি চাই শৰাই স্থাপন কৰি গুৰুজনে ব্ৰাহ্মণজনৰ দ্বাৰা ভাগৱত পঢ়ালে। এবছৰত ভাগৱত পঢ়া শেষ হ'ল আৰু ব্ৰহ্মাণে ৰাম বুলি প্ৰাণ ত্যাগ কৰিলে। কোনোৱে কয় ব্ৰহ্মাণে গঙ্গাৰ তীৰত প্ৰাণ ত্যাগ কৰা বুলি। গুৰুজনাই ৰামৰাম গুৰুৰ দ্বাৰা ব্ৰাহ্মণৰ দাহ সংস্কাৰ আৰু কাজ- কাম কৰালে। পাচত গুৰুজনাই মূল ভাগৱতৰ আৰ্হি চাই ভাগৱতৰ পদ ভাঙনি কৰিলে প্ৰথম স্কন্ধৰ পৰা দ্বাদশ স্কন্ধৰ মাজৰ মুঠ আঠ স্কন্ধ। "উদ্ধৱ-সংৱাদ"খন গুৰুজনাই মূল ভাগৱতখন লগত নথকাতে ভাঙনি কৰা।[৬] পাচত গুৰুজনাই জগন্নাথৰ কৃপাক

---

৫। ৰামৰাম গুৰু  গুৰুজনাৰ বাল্যবন্ধু ৰামৰাম। সেইসময়ত সদ্ ব্ৰাহ্মণক মান্য কৰি গুৰু উপাধি দিমতা হৈছিল।

৬। এইটো ঠিক যে গুৰুজনে মহেন্দ্ৰ কন্দলিৰ গুৰুগৃহতে ভাগৱত পঢ়িছিল আৰু তাৰ স্মৃতিৰেই তেওঁ উদ্ধৱ- সংবাদ ৰচনা কৰিছিল। পণ্ডিতসকলে ক'ব বিচাৰে যে জগদীশ মিশ্ৰৰ পৰা গুৰুজনাই শ্ৰীধৰস্বামী টীকা সম্বলিত ভাগৱতখন পাইছিল। গুৰুজনাই জগদীশ মিশ্ৰক কোৱা এটা কথা উল্লেখযোগ্য, যথা-

তুমি হেন বিপ্ৰক লভিলো মহাভগে ।।
কালি আৰম্ভিব মহা গ্ৰন্থ ভাগৱত।
গীত পদ কৰি মই আছোহো পূৰ্বত।।

সন্মান কৰি এৰ্কেশটা কীৰ্ত্তনত উৰেষাৰ গুণ বৰ্ণালে।

তাত কৰি অৰ্থ কিবা বিলক্ষণ হয়।
শুনিবাক মোৰ মহা আনন্দ আছয়।। ২১৮০ *(গুৰু-চৰিত : ৰামচৰণ ঠাকুৰ)*

ইয়াত জগদীশ মিশ্ৰক লগ পোৱাৰ আগতেই গুৰুজনাই ভাগৱত ৰচনাৰ গীত পদ ৰচনা কৰা বুলি উল্লেখ কৰিছে। জগদীশ মিশ্ৰই ভাগৱত পঢ়াৰ সময়ত গুৰুজনাই ভাগৱতৰ টীকাৰ দোষ গুণ চৰ্চ্চা কৰিছিল, যথা—

প্ৰথম স্কন্ধৰ পৰা দ্বাদশ পৰ্য্যন্ত।
পঢ়িলেক বিপ্ৰে ব্যাখ্যা কৰি ভাগৱত।।
পৰম হৰিষ মনে পঢ়ে বিপ্ৰবৰ।
দুষণ সিদ্ধান্ত দেন্ত আপুনি শঙ্কৰ।। ২১৮৫

*( গুৰু-চৰিত : ৰামচৰণ ঠাকুৰ)*



# পঞ্চম অধ্যায়

**১-৫-১** হৰিগৃহত ভাগৱতৰ দশম স্কন্ধ পঢ়োতে ওলাল –

বিষ্ণু বুদ্ধি কৰি নন্দৰ পোক।

দেখাইলা বৈকুণ্ঠ ব্ৰজৰ লোক।।[১]

ইয়াকে শুনি বাৰ ভূঞাৰ সৈতে ভকত সকলে গুৰুজনাক প্ৰাৰ্থনা কৰিলে–" বাপ, গোপ গোপীক যে কৃষ্ণই বৈকুণ্ঠ দেখুৱালে; আমাৰো তুমি কৃষ্ণ, ইচ্ছা হৈছে আমাক তুমি বৈকুণ্ঠ দেখুওঁৱা।

**১-৫-২** ভূঞাসকলে দল গঠন কৰিলে। গুৰুজনাই কপিলী মুখৰ কলং নৈৰ পাৰৰ কুমাৰক জোখ দি খোল গঢ়ালে। সেই খোলৰ দাইনা সাত আঙুল আৰু বায়া তেৰ আঙুল হ'ল। খোলত ঘুণ দিববৈলে গুৰুজনে ভু পোৱা নাই, ঘুণ নিদিলে মাত নোলায়। গুৰুজনে মনোকষ্ট পাই শুই আছিল। সপোনত তেওঁ দেখিলে, কাউৰীয়ে পৰা পাতৰ ভাত খাই খোলত মুখ ঘহোঁতে মাত ওলাইছে। তেতিয়া গুৰুজনাই বৰা চাউলৰ ভাতৰ সৈতে পোৰা মাটিৰ পাত্ৰ গুৰি কৰি মিহলাই ঘুণ দিছে। খোলত মাত ওলাল। নাটৰ সূত্ৰ, গীত, অঙ্ক গুৰুজনাই ৰচনা কৰিছে। গুৰুজনাই ছদ্মবেশত সন্ন্যাসী হৈ লোকক দেখুৱাই সন্ন্যাসীৰ পৰা উপদেশ লোৱা দেখুৱাইছে। তেওঁ তুলাপাতত সাত বৈকুণ্ঠৰ ছবি আঁকিছে। সেই ছবিত কল্পতৰু বৃক্ষ দিববৈলে নোৱাৰি ভ্ৰম হৈ গুৰুজনে থৰ লাগি আছিল। চন্দৰী আয়ে চোতালত ধান ৰ'দাই আছিল। আয়ে আহি ক'লে–"ডেকাগিৰি, কল্পতৰু বৃক্ষ এইখিনিতে নিদিয়া কিয় ?– মন্দিৰৰ কাষত, সপ্তম দুৱাৰৰ আগত।" তেতিয়া গুৰুজনাই কল্পতৰু বৃক্ষ তাত দিছে। বাৰ ভূঞাই হৰি গৃহৰৰ পশ্চিমত দ'ল বান্ধি ভাওনাৰ ভেটি সাজিলে। বৈকুণ্ঠৰ পৰা বৰ ধেমালি, ঘোষা ধেমালি আনি তাল মান লগাই গীত গালে ভীমা বায়নে। গুৰুজনাই বায়ুমণ্ডলী ৰাগ টানিলে, লক্ষ্মণ গায়ন আৰু বলাই গায়নে তিমিৰ ৰাগ টানিলে। ওচৰতে থকা

---

১। শ্ৰীকৃষ্ণই লীলা কৰি ব্ৰজৰ লোকসকলক বৈকুণ্ঠ প্ৰদৰ্শন কৰিছিল। (দশম স্কন্ধ) ইয়াত সেই কথাকে কোৱা হৈছে।

পতিসন্দাৰ পাত সৰি পৰিল। মেঘমণ্ডলী ৰাগ দিয়াত পাতবোৰ পুনৰ গছত লাগিল। সাত বৈকুণ্ঠৰ ঈশ্বৰ গুৰুজনে বহাগু বায়ন হৈ মেঘ মণ্ডলৰ ৰাগ টানিছে। ওচৰতে পাতিসন্দাৰ গছ আছিল, গছৰ পাতবোৰ সৰিল। ৰাগ পূৰ্ণ হ'লত পাতবোৰ গছত পুনৰ লাগিল। গুৰুজনে মেঘ ৰাগ দি বৰষুণ আনিছে। নদী বিলত পানী উপচি পৰি খলকনি লাগি ঢৌ উঠিছে। দৰ্শকসকলৰ মাজত ৰাতি-দিন, স্ত্ৰী-পুৰুষৰ চিন হেৰাল। বায়ন, নটুৱা, সুত্ৰধাৰী, ওজা আৰু নাৰদ আদি চৌধ্যটা ভাওত দৰ্শকে গুৰুজনক দেখিছে।(২) ব্ৰাহ্মণসকলে শঙ্কৰদেৱৰ মহিমা, ঈশ্বৰ শক্তি দেখি তেওঁৰ ওচৰত শৰণ লবলৈ ইচ্ছা কৰি খাটনি ধৰিলে। এৰাব নোৱাৰি গুৰুজনে ক'লে—" দেবী দুৰ্গাৰ পূজা-সেৱা এৰিলেহে এই বস্তু ল'ব পাৰি আৰু দিবও পাৰি। আৰু দশম শাস্ত্ৰখন লাগিব, আজিলৈ যাওঁক।" এই বুলি সান্ত্বনা দি ব্ৰাহ্মণসকলক গুৰুজনাই পঠাইছে। পিচদিনাখন কবিৰত্ন, বিদ্যাধৰ, সৰস্বতী, ৰাম, ৰামৰামগুৰু, চতুৰভূজ আদি ব্ৰাহ্মণসকলে সপোনত গুৰুজনাৰ ওচৰত শৰণ লোৱা দেখা বুলি কৈ গুৰুজনাৰ ওচৰত শৰণ লৈছে। গুৰুজনাই "উদ্ধৱ-সংবাদ" খন(৩) থাপনাত থৈ তেওঁলোকক শৰণ দিছে।

**১-৫-৩** এদিনাখন গুৰুজনাই স্নান ভোজন কৰি নতুন বস্ত্ৰ পিন্ধি তুলসীৰ ঢোপ মূৰত লৈ কমলিধৰা পৰমানন্দক লগত লৈ ৰূপখাৰ আলিয়েদি গৈছে। বাটৰুৱা লোকে গুৰুজনাৰ চৰণত পৰিসেৱা কৰে হেতু কিছুদূৰ গৈয়ে তেওঁ ৰ'ব লগাত পৰে। কোনোৱে সোধে—" বাপ ক'লৈ যায়?" গুৰুজনাই ক'য়—"এইখিনিৰ পৰা আহো।" এজনী তিৰোতাই গুৰুজনাক এক দৃষ্টি কৰি চাই আছে দৃষ্টিৰ আঁৰ নোহোৱা পৰ্য্যন্ত। এই কথা পৰমানন্দই গুৰুজনাক কোৱাত

---

২। এয়ে বিখ্যাত চিহ্ন যাত্ৰা আছিল, য'ত মঞ্চৰ পিচফালত দৃশ্যপট ৰাখি নাট বা ভাওনা কৰা হয়। পণ্ডিত সকলে ক'ব বিচাৰে যে বিশ্বৰ নাটকৰ ইতিহাসত গুৰুজনাইহে পোন প্ৰথম বাৰৰ বাবে এই ধাৰণাৰ সূচনা কৰিছিল। এই খিনিতে জানি থোৱা ভাল হ'ব যে বিশ্ব বিখ্যাত নাট্যকাৰ শ্বেক্সপীয়েৰৰ জন্ম শঙ্কৰদেৱৰ পিচত।

(৩) গুৰুজনাই উদ্ধৱ-সংবাদখন ৰাতিৰ ভিতৰতে লিখি পিচদিনা পুৱা থাপনাৰ আগত থৈ ব্ৰাহ্মণসকলক শৰণ দিছিল। ( গুৰু-চৰিত ঃৰামচৰণ ) ৰামচৰণ ঠাকুৰ ৰচিত চৰিত পুথি মতে গুৰুজনাই বিদ্যা শিক্ষা সাং কৰি ঘৰলৈ আহি প্ৰথম তীৰ্থ যাত্ৰাৰ আগতে চিহ্ন যাত্ৰা ভাওনা কৰিছিল। অন্যান্য চৰিত পুথিত চিহ্ন যাত্ৰাৰ বিস্তৃত বৰ্ণনা আৰু ৰোমাঞ্চকৰ কাহিনী আছে।

গুৰুজনাই ৰেণুকাৰ ( তিৰোতাজনীৰ ) পুনৰ জন্ম হোৱাৰ কাৰণ কৈছে আৰু কৈছে এইবাৰ তাই নিস্তাৰিব বুলি।[৪] পৰমানন্দই ক'লে,"ডেকাগিৰি, এই বাটেৰে গ'লে ষাড় গৰু লগ পাবা, ষাড়ৰ ভয়ত লোকে এই বাট এৰিছে। তুমি সেই বাটেৰে কেনৈ যোৱা?" গুৰুজনাই ক'লে–" তুমি ভয় নকৰিবা, আহা।" পাচত চকুৰ দৃষ্টিৰ দূৰত্বত গুৰুজনাক দেখি ষাড়টোৱে বায়ু বেগেৰে দুই শিং ওপৰলৈ তুলি বিদ্যুৎ বেগেৰে গুৰুজনালৈ খেদি আহিল। ষাড়ে ওচৰলৈ আহি দেখিলে, গুৰুজনে স্থিৰ হৈ ৰৈ আছে;কিন্তু আন হোৱা হ'লে ষাড়ক দেখিলেই ল'ৰ মাৰে আৰু ষাড়ে পাচে পাচে খেদে। এনেতে গুৰুজনে তুলসীৰ ঢোপটো ষাড়ৰ গালৈ মাৰি দিয়াত ঢোপটো শিঙত লাগি তাৰ চকু ঢাকি ধৰিলে। গুৰুজনে গৈ ষাড়টোৰ শিঙত ধৰি তাৰ ঠুটৰি থেকেচি থেকেচি আলিৰ গড়খাৱৈলৈ তাক মাৰি পঠালে, কৃষ্ণই অৰিষ্ট দৈত্যক পকাই মাৰাদি। কিছু সময় ৰৈ পৰমানন্দই জুমি চাই দেখিলে ষাড়টোৰ শ্বাস-প্ৰশ্বাস নাই। পৰমানন্দই ভয়ে ভয়ে ক'লে–" ডেকাগিৰি ভাল কৰিলা, ষাড়টো মৰিল।" কিছুপৰ নিটাল মাৰি থাকি ষাড়টোৱে এটা চকু পিৰিকিঁয়াই চাই দেখিলে গুৰুজন তাৰ আগত আছে। তেতিয়া সি প্ৰাণৰ ভয়ত লৰ মাৰিলে। তাকে দেখি পৰমানন্দই হাঁহি হাঁহি ক'লে–" ডেকাগিৰি তাক ধৰা ধৰা।" তেতিয়াৰে পৰা আনে ষাড়টোক য'ত দেখে ডেকাগিৰিৰ কথা ক'লে সি ভিৰাই লৰ মাৰে। পৰমানন্দই সকলোকে গুৰুজনাই ষাড় মৰ্দ্দন কৰাৰ কথা ক'লে। ইয়াকে শুনি সকলোৱে বিস্ময় মানিলে আৰু সেই পথেৰে ফুৰিবলৈ লোকৰ ভয় গুচিল।

**১-৫-৪** বা সুঁতিৰে লুইতৰ পানী বৈ গৈছিল। তাৰ পানী টেম্বুৱা জানেৰে সোমাই শস্যৰ হানি কৰে। কেতাইখা, বুঢ়াখা, ৰামখা, হৰিখা, গাভৰুখা, শ্ৰীৰামখা, হৰামখা, ৰূপখা, বিৰমখা আদিকে মুখ্য কৰি বাৰভূঞাই জানত বান্ধ বান্ধে চামধৰাৰ পৰা কপিলি মুখলৈ। তেওঁলোকে উত্তৰ শিঙৰী আৰু ৰৌতাৰ পৰা মানুহ গোটাই গোজ, ধাম, চতি লগাই বান্ধ বান্ধে; কিন্তু বাৰেবাৰে বান্ধ

---

৪। ৰেণুকা– ঋষি যমদাগ্নিৰ পত্নী আৰু পৰশুৰামৰ মাতৃ। ঋষিৰ কোপত ৰেণুকাৰ সংসাৰ বন্ধ হৈছিল। ইয়াত সেই ৰেণুকাৰ কথা কোৱা হৈছে। ( বৰ চৰিত ঃ দীননাথ বেজবৰুৱা )

ভাঙে। তেওঁলোকে গুৰুজনাৰ ওচৰ চাপি গুৰুজনাকো তালৈ নিলে। তাতে অনেক ব্ৰাহ্মণ পণ্ডিতো গোট খাইছিল। তেওঁলোক হ'ল—অনন্ত কন্দলি, মহেন্দ্ৰ কন্দলি, গোবিন্দ মিশ্ৰ, খৰা মিশ্ৰ, অৰা মিশ্ৰ, পৰা মিশ্ৰ, চন্দ্ৰ সৰস্বতী, ৰাম সৰস্বতী, ঠেঙাল সৰস্বতী, বাগী ভট্টাচাৰ্য (১), হৰি ভট্টাচাৰ্য, বাগী ভট্টাচাৰ্য (২), তৰ্ক বাগীশ, ভানু বাগীশ, কৰি ৰত্ন, বিদ্যাৰত্ন, পঞ্চৰত্ন, চন্দ্ৰখৰি, বিজয়খৰি,ৰত্নখৰি,ৰত্নভাৰতী আদি। গুৰুজনাই তেওঁলোকক ক'লে-- "বিপ্ৰসকল, এই জান এজনী বৰ শান্তি হ'লেহে বান্ধিব পাৰি।" ব্ৰাহ্মণসকলে ক'লে—" আমাৰ ঘৰতে পতিব্ৰতা শান্তি আছে, কালিলৈ অনা হ'ব।" গুৰুজনাই পুনৰ ক'লে—" আনিব হৈ, এইখিনিও ক'ব- পলেৰে লুইতৰ পানী আনিব লাগিব, পলত পানী ৰ'লেহে পতিব্ৰতা সতী।" যেতিয়া বিপ্ৰসকলে ঘৰত সুধিলে, সতী ওলাল; কিন্তু পলেৰে পানী আনাৰ কথা কোৱাত সকলোজনীয়ে ঠোঁটা- মোজা খাই ক'লে—"নোৱাৰো।" পিচদিনা জানৰ পাৰত সকলোৱে পুনৰ মিলিত হ'ল। গুৰুজনাই সুধিলত বিপ্ৰসকলে ক'লে," বাপ, পোনতে সকলোৱে "মই সতী, মই সতী" বুলি ক'লে; কিন্তু পলেৰে পানী অনাৰ কথা কোৱাত ঠোঁটা- মোজা খাই ৰ'ল। তেতিয়া গুৰুজনাই তেওঁলোকক স্কন্ধ-পুৰাণৰ এটি আৰ্হি কৈছে।

**১-৫-৫** কলিঙ্গ দেশৰ ৰজাৰ মুখত পক্ষাঘাত ৰোগ হ'ল। ৰজাই অঙ্গিকাৰ কৰিলে," মোৰ ৰোগ যিজনে ভাল কৰিব পাৰিব তেওঁকে মই অৰ্দ্ধ ৰাজ্য দিম।" ইয়াকে শুনি অনেক দেশৰ বৈদ্য, অথৰ্ববেদী আহি বহুত টকা খৰছ কৰি বাখৰ, ৰূপ, সোণ জাৰণ কৰি ৰজাক খুৱালে; কিন্তু সকলো মিছা হ'ল। ৰজাই খং কৰি বৈদ্যসকলক বন্দীশালত থ'লে। এনেকৈ অনেক বৈদ্যই বন্দীশালত পৰি আছে মুক্তিৰ আশাত। কিছুদিন পাচত এজন মজলীয়া ধৰণৰ বেজে ৰাজদুৱাৰত উপস্থিত হৈ ক'লে,"ৰজাই বন্দী নকৰিলে ময়ে ৰোগ চালোহেঁতেন, পাৰোৱে কিজানি!" দ্বাৰীজনে কথাটো ৰজাক ক'লে। ৰজাই বৈদ্যক মাতি নিয়ালে। বৈদ্যই ৰজাক ক'লে—"মহাৰাজ, ময়ে ৰোগ ভাল কৰিব পাৰো, মাত্ৰ সতী শান্তিৰ এটুপি গাখীৰহে লাগে।" ওচৰতে গুৰু ব্ৰাহ্মণ আছিল। ৰজাই ব্ৰাহ্মণলৈ চালে। ব্ৰাহ্মণে ক'লে— "মহাৰাজ, মোৰ ঘৰতেই সতী আছে, এতিয়াই লৈ আনো।" এই বুলি কৈ ব্ৰাহ্মণে গাঁওৰ মাজেৰে ঘৰলৈ খোজ কাঢ়ি গৈছে। বাটত এজন লোকে ব্ৰাহ্মণক সুধিছে-

" দেউ, আজি বৰ বেগেৰে গৈছা দেখোঁ।" ব্ৰাহ্মণে ক'লে–" ৰজাৰ ঔষধৰ বাবে মোৰ ঘৰৰ শান্তিজনীৰ গাখীৰ লাগে, তাকে আনোগৈ।" লোকজনে ক'লে– "হেৰৌ, তুমি সৰ্বনাশ হ'বা, ৰ'ৱাচোন মই কওঁ, তুমি গৈ চোতালত বহি আঁঠুৰ মূৰত মূৰ থৈ অসন্তোষ মনেৰে থাকিবা। আনসকলে মতিলে গা নুধবা আৰু শেষত ভাৰ্য্যাই মাতিলে এই কথা ক'বা–" ৰজাই একশ পতিৰ বেশ্যা এজনীৰ স্তনৰ গাখীৰ বিচাৰিছে তেওঁৰ ঔষধৰ বাবে; বৈদ্যই খুজিছে। এতিয়া গাখীৰ ক'ত পাওঁ?" বিপ্ৰই গৈ সেই মতে বহি আছে। পুত্ৰ, ভাতৃয়ে মাতে; বিপ্ৰই নামাতে। পত্নীয়ে ওলাই আহি মাতিলেহি। বিপ্ৰই পত্নীক সেইমতে ক'লে। পত্নীয়ে ক'লে- -" হেৰা গা ধোৱাহি, কি চিন্তা কৰা, ময়ে আছো, এজনৰহে কম; আজি নদীৰ ঘাটলৈ গ'লে পূৰাম, মোকে নি দিবা।" বিপ্ৰই এই কথা শুনি ভয় বিহ্বল হৈ মনতে চিন্তা কৰিলে–" মোৰ জাতি ক্ৰিয়া সকলো গ'ল। এই বেশ্যাৰ লগত জীৱৰ দুখহে হ'ব।" এই বুলি সকলোকে এৰি বনলৈ গৈ তেওঁ যোগ চিন্তা কৰি গতি লভিলে। গুৰুজনে ক'লে– " হে বিপ্ৰসকল, আপোনালোকৰো তেনেহে হৈছে।" ব্ৰাহ্মণসকলে ইয়াকে শুনি অধোমুখ হৈ ৰ'ল।

**১-৫-৬:** এনেতে পূৰ্ণানন্দ নামেৰে এজন লোকে তেওঁৰ পত্নী যোগমায়াৰ সৈতে ব্ৰহ্মপুত্ৰ নদীৰে উজাই গৈ আছিল। যোগমায়াক কোনোৱে ৰধিকা বুলিও কয়। পত্নীয়ে পূৰ্ণানন্দক সুধিছে-" সেয়া কিহৰ মেলা?" পূৰ্ণানন্দই ক'লে–" বাৰ ভূঞাই বান্ধ বান্ধিবলৈ শান্তি বিচাৰিছে।" ৰাধিকাই ক'লে–"ময়ে শান্তি।"পূৰ্ণানন্দই ক'লে– " আমি সকলতকৈ হীন, তুচ্ছ, অধম জাতৰ; আমাৰ তয়ো শান্তিনে?" ৰধিকাই ক'লে – "কিয়? তোমাৰ বাহিৰে পৰ পুৰুষৰ মুখ চোৱাতো নাইয়েই ছাঁতো ভৰি দিয়া নাই।" ৰাধিকাই তেনেকৈ কোৱাত পূৰ্ণানন্দই নাওখন নৈৰ পাৰলৈ নিলে। পূৰ্ণানন্দই কথাটো সেই মেলৰ লোক বলদা মুদৈক ক'লে। মুদৈৰ পৰা কথাটো জানি গুৰজনাই ৰধিকাক মতাই নিয়ালে। ৰাধিকাই গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই ৰাধিকাক এযোৰ নতুন বস্ত্ৰ আৰু পল এটি দি আশীৰ্বাদ কৰি পঠালে। ৰাধিকাই পুনৰ সেৱা কৰি গুৰুজনাৰ আজ্ঞা শিৰত লৈ পানী আনিলেগৈ। পলত পানী চাৰি আঙুল কমকৈ আহিল। গুৰুজনাই ৰাধিকাক সুধিলে কি দোষত চাৰি আঙুল কম হ'ল। ৰাধিকাই ক'লে –"প্ৰভু,

সুমথিৰা ভনীজোঁৱাইক কলপাত কাটিবলৈ কাঁচি দিওঁতে তেওঁৰ মুখ চাইছিলোঁ, দাসীৰ এইখিনিয়ে অপৰাধ।" গুৰুজনাই ক'লে—" এইখিনি অপৰাধ আমি আটায়ে ভগাই লৈছো, তুমি পুনৰ পানী আনাগৈ।" ৰাধিকাই পুনৰ পানী আনিলে আৰু পল পূৰ্ণ হৈ পানী আহিল। সেই পানী জানত বাকি দিয়াত জানৰ পানী শান্ত হ'ল। কোনোৱে কয় ৰাধিকাই পলৰে মাটিহে আনিছিল। তাৰ পাচত সকলো লোকে মাটি খান্দি জানৰ মুখত দি জান বান্ধিলে। সেই জানৰ নাম শান্তিজান হ'ল। কুতৰ্কী, সূচক আৰু কৰ্মী ব্ৰাহ্মণৰ মুখত ছাই পৰিল। ৰাধিকাই পূৰ্ব্বৰ পুণ্যৰ বলত নিস্তাৰ পালে।

**১-৫-৭ :** পোতনি পথাৰ হৈ গৈ ননৈ জলাহৰ মাজ আৰু পৰ্বতৰ কাষত অনন্ত কন্দলিৰ ঘৰ-বাৰী আৰু খাত। কন্দলি মহা পণ্ডিত; পুৰাণ, ভাৰত, ভাগৱত, বেদ আৰু জ্যোতিষত তেওঁ পণ্ডিত, তথাপি তেওঁ হৰিবিমুখ, শাক্ত। কন্দলিয়ে ধৰ্মক পূজা কৰে আৰু ধৰ্মই ষাড় ৰূপে ব্যক্ত হৈ নিতে পূজা গ্ৰহণ কৰে। কন্দলিৰ পত্নী মহা শান্তি, বিষ্ণুভক্তা, অশোকাৰ বিপ্ৰ পত্নী সদৃশ। পত্নীয়ে নিতে হৰিগুণ গায় আৰু মহাপুৰুষ গুৰুজনাৰ মাহাত্ম্য গাই থাকে। এই কথা সহ্য নকৰি কন্দলিয়ে এদিন আনৰ হতুৱাই পত্নীক মাৰিলে। কন্দলিয়ে ধৰ্মক পূজা কৰিছিল; কিন্তু সেই দিনৰে পৰা ধৰ্মই ব্যক্ত নহয় আৰু পূজা নোলোৱা হ'ল। ধৰ্মই পূজা নলয় জানি কন্দলিৰ মনত কষ্ট। পত্নীয়ে এদিনাখন কন্দলিক সুধিলে--" দেখোঁ তোমাৰ মনত কষ্ট?" কন্দলিয়ে ক'লে— " কি সোধা? মই যাক পূজা কৰিছিলো তেওঁ চৈতন্য ৰূপে পূজা লৈছিল; কিন্তু তোমাক মাৰিবৰে পৰা তেওঁ পূজা নল'য় আৰু নেখায়ো।" পত্নীয়ে ক'লে- " হেৰা,য'ৰ বস্তু তালৈকে গ'ল।" কন্দলিয়ে সুধিলে," ক'লৈনো?" পত্নীয়ে ক'লে—" বটদ্ৰৱাত শ্ৰীশঙ্কৰদেৱ ৰূপে হৰিৰ পূৰ্ণ অৱতাৰ হৈছে, তালৈকে গ'ল।" কন্দলিয়ে গুৰুজনাৰ ওচৰলৈ গৈ দেখিলে, গুৰুজনাই ভকতৰ লগত বহি হৰি কথা চৰ্চ্চা কৰি আছে আৰু গুৰুজনাৰ পাচত ধৰ্মই কপিলা গাই ৰূপে বহি আছে। ধৰ্মক দেখি কন্দলিৰ গাৰ নোম শিয়ৰি উঠি প্ৰেম নিগৰিলে। কন্দলিক দেখি গুৰুজনাই ক'লে—" মধুভাৰতী দেখোঁ আহিলা? তুমি মহা ভাগৱত বক্তা আৰু পণ্ডিতৰ মাজত শিৰোমণি।" কন্দলিয়ে নম্ৰভৱে ক'লে," বাপ, আপোনাক দৰ্শন কৰাই মোৰ উদ্দেশ্য। আৰু মই ধৰ্মক

পূজিছিলো আৰু ধৰ্ময়ো মোক দৰ্শন দি পূজা গ্ৰহণ কৰিছিল; কিন্তু এতিয়া দেখোঁ ধৰ্মই ইয়াত আহি আছেহি। মই তাত পূজা কৰোহে; কিন্তু ধৰ্ম তাত নাই।" গুৰুজনাই ক'লে–" তোমাৰ যদি নিয়া, মই হ'লে আনা নাই।" কন্দলিয়ে তুতি নতি কৰি গাইজনীক তুলি ধৰিব খোজে; কিন্তু গাইজনীৰ নোম এডালো ল'ৰাব নোৱাৰি অধোমুখ হৈ তেওঁ গুচি গ'ল। তেওঁ ঘৰলৈ গৈ পত্নীক ক'লে, " হয়, মোৰ ধৰ্ম গুৰু তাত আছে আৰু তুমি যাৰ গুণ লীলা প্ৰশংসা কৰা তেওঁ ঈশ্বৰেই হয়। তেওঁক অসূয়া কৰি তোমাক মাৰোঁতেই ধৰ্মই মোক এৰিলে।" তেতিয়াৰে পৰা কন্দলিয়ে গুৰুজনাৰ ওচৰলৈ গৈ ভাগৱত পাঠ কৰে আৰু নাম ল'য়। এদিনাখন কন্দলিয়ে গুৰুজনাৰ ওচৰত শৰণ ল'বলৈ মন কৰি গুৰুজনাক পৰীক্ষা কৰিবৰ মনেৰে মনতে ক'লে–" এওঁ যদি মোৰ মনৰ কথা বুজিব পাৰে, তেন্তে এৱেঁই ঈশ্বৰ, এওঁকে মই গুৰু মানি ভজিম।" সেইদিনাখন কন্দলিয়ে ভাগৱত পাঠৰ অন্তত কিছুসময় ৰ'ল। গুৰুজন ভোজন কৰি উঠাৰ সময় হৈছে। কন্দলিয়ে ধ্বজা আতৈক কৈ গুৰুজনক জনালে যে তেওঁ গুৰুজনৰ ওচৰলৈ যাব বিচাৰে, গুৰুজনে বা কি কয় ? গুৰুজনে ধ্বজাক ক'লে–" ভাল আনাগৈ।" ধ্বজাই কন্দলিক নিলে। কন্দলিয়ে গুৰুজনাৰ ওচৰ পাই দণ্ডৱতে পৰি ক'লে," বাপ, আপোনাক প্ৰাৰ্থনা কৰিছো।" মহাপুৰুষ গুৰুজনে ক'লে–" উঠা, পাবাগৈ। মই দশমস্কন্ধ ভাগৱতৰ আদ্য ভাগ ভাঙনি কৰিম আৰু তুমি মধ্য আৰু শেষ ভাগ কৰিবা; কৃষ্ণৰ ভক্তি লীলা বৰ্ণাই তুমি কীৰ্ত্তি ৰাখিবা। ময়েই সম্পূৰ্ণ দশমৰ অনুবাদ কৰিম বুলি ভাবিছিলো, পিছে তুমি যেতিয়া প্ৰাৰ্থনা কৰিলা, এতেকে কৰাগৈ।" কন্দলিয়ে অদ্ভুত- আশ্চৰ্য্য মানিলে গুৰুজনাৰ প্ৰভাৱৰ কাৰ্য্য দেখি, জানি- গুৰুজনে চাৰি ভবিষ্যতৰ কথা জানে বুলি। কন্দলিয়ে ভাবিলে– এৱেঁই দৈৱকী পুত্ৰ, ঈশ্বৰ কৃষ্ণ; ছদ্ম ধৰিহে নৰদেহা ধৰিছে। এই বুলি সিদ্ধান্ত কৰি মহাপুৰুষ গুৰুজনাক গুৰু মানি তেওঁ শৰণ লৈছে। তাৰ পাচত কন্দলিয়ে গুৰুজনাৰ আজ্ঞা লৈ পদ ভাঙনি কৰিছে–দশম স্কন্ধৰ দুছোৱা, সপ্তকণ্ড ৰামায়ণ, ৰামকীৰ্ত্তন, ৰাম গুণমালা,ঘুণুচা কীৰ্ত্তন, বৈষ্ণৱামৃত, মন্বন্তৰ, মৎস্য মাধৱৰ চিত্ৰকেতু চৰিত; চতুৰ্থ, পঞ্চম, সপ্তম, নৱম বৰদুতিয়া ৰামবিলাস, কাণখোৱা, জীউস্তুতি, ৰুদ্ৰযামল,সাস্বত তন্ত্ৰ আৰু আন আন শাস্ত্ৰ।

**১-৫-৮ :** সাৰ্বভৌম ভট্টাচাৰ্য্যই কাশী, বাৰনসীত পঢ়ি পণ্ডিত হৈ গুৰুজনাক তৰ্কত হৰুৱাবলৈ মন কৰি নানা শাস্ত্ৰ বিচাৰি ফুৰিছে। এদিন সপোনত তেওঁ তামৰ বৰ পাত্ৰত তেল তপতাই তাত জীৱ কিছুমানক যমদূতে ভাজি থকা দেখিলে। সপোনতে ভয় খাই তেওঁ দূতক সুধিছে– " এই প্ৰাণীবোৰে কি অপৰাধ কৰিছে?" উত্তৰ পালে–" শঙ্কৰক গুৰু নামানি শাস্ত্ৰ জ্ঞানৰ গৰ্বত তৰ্ক কৰি পূৰা ইহঁত পাপী।" ইয়াকে শুনি ভট্টাচাৰ্য্যই ভয়তে কম্পমান হৈ বিশ্ৰুতি খাই সাৰ পাই উঠি শঙ্কৰ গুৰুক সোঁৱৰণ কৰি গুৰুকে ঈশ্বৰ বোধ কৰি মানি শঙ্কৰদেৱ গুৰুজনাৰ ওচৰত তেওঁ শৰণাপন্ন হ'ল। পাচত তেওঁ শাস্ত্ৰ চাই যোগীনি তন্ত্ৰ, হৰগৌৰী সংবাদ, ৰুদ্ৰ যামল, সাস্বত তন্ত্ৰ,,দীপিকা ছন্দ, পদ্ম পুৰাণ, স্বৰোদয় এই সকলো শাস্ত্ৰত শঙ্কৰদেৱৰ কথা পাই স্বৰ্গ খণ্ড আৰু স্বৰ্গ আৰোহণ খণ্ড পুস্তকত গুৰুজনাৰ ঈশ্বৰৰ শক্তি পূৰাকৈ পদত প্ৰকাশ কৰি বিৰুদ্ধ পণ্ডিতৰ মুখত ছাই সানিছে।[৫]

---

৫। সাৰ্বভৌম ভট্টাচাৰ্য্যই " পদ্ম পুৰাণৰ স্বৰ্গ খণ্ড ৰহস্য " নামেৰে পদ পুথি এখন ৰচনা কৰিছে। সেই পুথিত তেওঁ গুৰুজনাৰ চৰিত সংক্ষেপে বৰ্ণনা কৰিছে। তেওঁ লিখা আনখন গ্ৰন্থ হ'ল "সহস্ৰ নাম বৃত্তান্ত"।



# ষষ্ঠ অধ্যায়

**১-৬-১ :** কছাৰী আৰু ভূঞাসকলৰ গৰু একেখন পথাৰতে চৰে, তেওঁলোকৰ খেতি পথাৰো একেলগে। কছাৰীয়ে সুৰাপান কৰি ভূঞাসকলৰ ল'ৰাক বিষ খুৱাই মাৰে। ভূঞাসকল অমুৰিত থাকিব নোৱাৰা হ'ল। কছাৰীয়ে ভূঞাসকলৰ ৰজা প্ৰজা যাৰ যিহকে পায় মাৰি ধৰি লুটি নিয়ে। বুঢ়াখা, কেতাইখা, গাভৰুখা, ৰূপখা, ৰামখা সকলোৱে লগ লাগি আলোচনা কৰিলে,"হেৰা, এই কছাৰী সকলক বুদ্ধিৰ ছলেৰে মাৰোহঁক।" এই বুলি তেওঁলোকে কছাৰীৰ সৈতে শঠ মিতিৰালি কৰি ভোজ পাতিলে দেওঁৰা বিলৰ পাৰত। সকলো কছাৰীকে ভোজলৈ নিমন্ত্ৰণ কৰি তালৈ মাতি নি ভোজ খোৱাৰ সময়তে সিহঁতক বেঢ়ি ধৰি ভূঞাসকলে মাৰিলে। কোনো কোনো কছাৰীয়ে ল'ৰ মাৰি পলাই গৈ কছাৰী ৰজাক খবৰটি দিলে আৰু কোনোৱে পলাই গৈ হাবিৰ মাজত লুকাল। ইয়াকে শুনি কছাৰী ৰজা, লস্কৰ আৰু কছাৰী প্ৰজাই খান্দা- বান্ধ লৈ খেদি আহিল।

**১-৬-২ :** মহাপুৰুষ গুৰুৱে ভকতৰ সৈতে আনন্দত হৰি কথা চৰ্চা কৰি আমুৰিত ছয়মাহ আছিল। ভূঞাসকলে পলাই গৈ গুৰুজনাক কথাটো ক'লে। গুৰুজনাই ভূঞাসকলক ক'লে-" কিয় প্ৰাণী বধ কৰা ? এতিয়া কছাৰীয়ে তহঁতক মাৰিব।" তেওঁলোকে ক'লে-" এতিয়া আমাৰ কি হ'ব, আমি ক'লৈ যাওঁ?" গুৰুজনাই ক'লে -" আগতে মোক নুসুধি কৰিলা, এতিয়াই ব'লাহঁক, লুইত পাৰ হওঁ।" ভূঞাসকলে ঘৰত যি আছিল তাকে থাপ মাৰোঁতে যি পালে তাকে লৈ পলাই আহিল। ধান, কাপোৰ,গৰু-বাছৰু সকলো ঘৰতে ৰ'ল। তেওঁলোকে গৈ ব্ৰহ্মপুত্ৰৰ পাৰ পালে। ব্ৰহ্মপুত্ৰ পাৰ হ'বলৈ নাও নাই। গুৰুজনাই ক'লে- "এইখিনিতে নদীত নামা, সিহঁত আহি পাবহি।" ভূঞাসকলে নদীত নামিলে আৰু সমুদ্ৰই ৰামক পথ দিয়াদি ব্ৰহ্মপুত্ৰৰ অগাধ জলে গুৰুজনাৰ বাক্যত তৰাং হৈ পথ দিলে। সকলো লোকে নদীত নামিছে আৰু গুৰুজনে নদীৰ গৰাত থিয় দি থাকিল। সকলোৰে শেষত গুৰুজনে নদীত নামি দুহাত মান গৈছে. এনেতে কছাৰীয়ে দা, শেল, ধনু-ঢাল লৈ খেদি আহি গুৰুজনাক দেখিলে। সিহঁতে শৰ

মাৰি গুৰুজনাক মাৰে, এনে অৱস্থাতে গুৰুজনাই মাত লগালে। সেই সময়ত গীতা শাস্ত্ৰখন নৈত উটি আহিছিল আৰু গুৰুজনাই শাস্ত্ৰখন ধৰি ওপৰলৈ দাঙি সিহঁতক ক'লে—" হেৰা, মই বৈৰাগী, সন্ন্যাসী অতিথিহে; তহঁতৰ শত্ৰু নহওঁ।" সিহঁতে ক'লে—" আমাৰনো মানুহ কোনে মাৰিলে?" গুৰুজনে ক'লে—" সিহঁত এই ফালে নদী পাৰ হৈ পলাই গৈছে।" পাচত কছাৰীয়ে নদীত নামি শত্ৰুক খেদি গ'ল। গুৰুজন সিহঁতৰ আগে আগে সাতুৰি গৈছিল। গুৰুজন পোনতে পাৰত উঠিল। গুৰুজন পাৰত উঠাৰ পাচত লুইতৰ পানী অথাউনি হৈ সকলো কছাৰী উটি গৈ তেনেই মাৰা গ'ল। ভূঞাসকলে বৰ ভয় খাইছিল; কিন্তু গুৰুজনৰ কৃপাত সকলোৰে ধাতু আহিল। ভূঞাসকলে জ্ঞাতি- মিত্ৰৰে সৈতে ৰ'টাত বৈ এটা খেতি কৰি খাই লৈ ছয়মাহ শান্তিৰে তাত আছিল। তাৰ পাচত কোচ আৰু মৰাণৰ যুদ্ধ লগাত দেশৰ প্ৰজাবোৰ পলাল। দৈব্য বাণী শুনি ভূঞাসকলে তাৰ পৰা উজাই আহিল আৰু গাঙ্গমৌত থিতাপি লৈ কৃষি কৰ্ম কৰি তাত ৰ'ল।

**১-৬-৩ :** জয়ন্তৰ পৰি নাতি তুলসীৰামৰ শ্বেত ৰোগ হ'ল, পূৰ্বৰ কৰ্মদোষত। জীৱিকাৰ বাবে তেওঁৰ বৰ কষ্ট হ'ল। তেওঁ গৈ গুৰুজনাক প্ৰাৰ্থনা কৰিলে। গুৰুজনাই ক'লে—" ঘাটৰ, বাটৰ, পানীৰ, আলিৰ ঠিকনা চাই ঘৰ- বাৰী কৰি তাত তুলসী ৰুই নাম গোৱাগৈ, অন্ন বস্ত্ৰ ঈশ্বৰে দিব।" সেই মতে চাই মেলি তুলসীৰামে নাম লৈছে। খাই সাং কৰিব নোৱাৰাকৈ ঈশ্বৰে তেওঁক পৰ্য্যাপ্ত দ্ৰব্য দিলে। তেওঁৰ লগতে আৰু চাৰিজনে খাই লৈ নাম গাই আছে। পাচত আয়ুসৰ অন্ত হোৱাত সেই শৰীৰেৰেই ঈশ্বৰে তুলসীৰামক নিলে। গাঁওৰ লোকে বৈকুণ্ঠৰ ৰথৰ প্ৰকাশ জ্যোতি দেখি চালেহি ; তুলসী গছডাল হালি পৰি আছে; কিন্তু তুলসীৰাম নাই, তেওঁ গ'লগৈ। নামৰ মাহাত্ম্য দেখি মানুহবোৰে আশ্চাৰ্য্য মানিলে।

**১-৬-৪ :** গাঙ্গমৌত পাঁচ বছৰ হ'ল। পিচত ডফলা আৰু মৰাণৰ যুদ্ধ লগাত তাৰ পৰা উজাই গৈ তেওঁলোকে ছাঙ্গিনি কোমোৰাকটাত চাৰি মাহ ৰ'ল। সেই ঠাই পানীত তল যোৱাত মালবৰ আটিত হোম গছত চাং পাতি লৈ তাত গুৰুজন ছয়মাহ আছিল। তাতে গুৰুজনাৰ বৰ পুত্ৰ ৰামানন্দ ঠাকুৰৰ জন্ম। তেতিয়া মহাপুৰুষ গুৰুৱে জীৱক কৃপা কৰি বিষয়ৰ দুখ দেখুৱাই ভৰটুবি বৰ্ণৰ দুটি গীত ৰচিছে--১) পাৱে পৰি হৰি.................. ২) গোপাল কি গতি

কৈলা...............। [১]

**১-৬-৫ :** কোমৰা কটাত মাছ পানীৰ অভাব, খেতি পানীয়ে খায় আৰু ডফলাৰো প্ৰতাপ; এতেকে ৰামৰাম গুৰু, ৰামদাস, বুঢ়াখা, কেতাইখা, গাভৰুখা, ৰামখা, হৰিখা, জয়হৰি, সেতেৰি, ৰহাই দলৈ, জহাই ঠাকুৰীয়া, উতৰাবাৰি, জৰামবাৰি আৰু অৰ্জুনা মুদৈ এইসকলে আলোচনা কৰি লুইত পাৰ হৈ ধুৱাঁহাট গাঁওত ৰ'লহি। পাচত মহাপুৰুষ গুৰুজনা ধুঁৱাহাটলৈ গ'ল। সেই ঠাইত দুজন বৌদ্ধ মতৰ টাটকীয়া আছিল। সিহঁতৰ এজনে হয় ৰোগ আৰু আনজন হয় বেজ। এজনে ৰোগৰ সৃষ্টি কৰে আৰু আনজনে সুস্থ কৰি ফুৰে। লোকে কাপোৰ, টকা,ধান উপহাৰ দিয়ে আৰু এনেকৈ সিহঁতে জীবিকা উলিয়ায়। গুৰুজনাই কথাটো শুনি পাষণ্ডমৰ্দনৰ কীৰ্ত্তন ৰচনা কৰিছিল। ভকতসকলে সেই কীৰ্ত্তন গাই ফুৰে। কীৰ্ত্তন শুনি ৰ'ব নোৱাৰি সিহঁত তাৰ পৰা আঁতৰি গ'ল গাওঁৰ দাঁতিলৈ। পাচত তাত গুৰুজনে কীৰ্ত্তন গৃহ নিৰ্মান কৰি হৰি কথা শ্ৰৱণ কীৰ্ত্তন কৰিব ধৰিলে। গুৰুজনাই কীৰ্ত্তন কৰে আৰু ওজা, ভকতে শুনে। ৰামৰামগুৰু আৰু ৰামদাসে ঘোষা কীৰ্ত্তন কৰে। তেনেকৈয়ে তেওঁলোক তাত আছে।

**১-৬-৬** বাৰ ভূঞাই কামৰূপ ৰাজ্যৰ আলিপুখুৰীৰ পৰা অসম ৰাজ্যলৈ উজাই অহাৰ কথাটো শুনি ভূঞাসকলক উভতাই নিবলৈ কোচৰজা নৰনাৰায়ণে চিলাৰায় আৰু গাভৰুখাক পঠালে যুদ্ধৰ সাজেৰে। আহোম ইন্দ্ৰ বংশীয় ৰজা। মনকুমৰ পৰা নামি আহি দিহিঙৰ হালধিবাৰীত নগৰ পাতি ৰজা চুপখা সিংহই লখাইৰ সৈতে তাতে ৰ'ল আৰু মন্ত্ৰী লেকাই চেতিয়াই চিন্তামণিত গড় সাজি কোচৰ সৈতে যুজিলে। ৰাজ্যৰ প্ৰজাসকলে ভয়তে পলাই বনত আশ্ৰয় ল'লে। আহোম ৰজাই উপাই নাপায় ৰাতিৰ ভিতৰতে দূত পঠালে গুৰুজনাক নিবলৈ। ৰজাই দূতক কৈ পঠালে– " ভূঞাসকলৰ বাবেহে কোচ ৰজাৰ সৈতে আমাৰ ৰাজ্যত ৰণ লাগিছে, গুৰুজনে বা কি বুদ্ধি উপায় দিয়ে সোধো,গুৰুজনক আনাগৈ।" দূতে গৈ গুৰুজনক ৰাজ আজ্ঞা শুনালে। গুৰুজনাই জগদানন্দ আতৈক

---

১। এই বৰগীত দুটি পৰিশিষ্টত দিয়া হৈছে। পুত্ৰ জন্ম পোৱাৰ নিচিনা আনন্দৰ মুহূৰ্ত্তত গুৰুজনাই কিয় এনে দুখ প্ৰকাশক গীত গালে বুলি ভকতে সুধিলত গুৰুজনাই ক'লে–মানব জীৱন অনিত্য, অস্থিৰ, কচু পাতৰ পানীৰ দৰে, সেই লৈ তেওঁৰ মনত দুখ লাগিছে। ( শঙ্কৰ- মাধব: লক্ষ্মীনাথ )

শিকাই বুজাই লৈ দূতৰ সৈতে পঠালে। গুৰুজনাই দূতক ক'লে– "ৰজাক ক'বা,এওঁ যি কয় তাকে কৰিলে ৰজাৰ জয় হ'ব।" দূতে আতৈক নি ৰজাক ভেটালে। আতৈৰ কথামতে ৰজাই গৰুৰ পিঠিত ব্ৰাহ্মণক আৰু ব্ৰাহ্মণৰ সংখ্যা কম হোৱাত যঁতৰৰ বটীয়াকে লগুণ কৰি আৰু কাঁহ পিতলৰ আঙুঠিকে পিন্ধাই শূদ্ৰকে ব্ৰাহ্মণ কৰি গৰুৰ পিঠিত বহুৱাই যুদ্ধৰ আগলৈ নিলে। চিলাৰায়ে গা ধোওঁতে বাখৰ খটোৱা সোণৰ মাদুলিৰ হাৰডাল গঙা চিলনীয়ে থাপ মাৰি নি আহোম ৰজাক দিলে। তাতে চিলাৰায়ে অশুভ ইঙ্গিত পালে; কিয়নো ৰাজবংশত চিলনী দেখা পালে ৰাজ্য নাশ হয়। যুদ্ধৰ আগত গো ব্ৰাহ্মণক দেখি চিলাৰায়ে যুদ্ধ এৰি পিচ হুহকিল। তেতিয়া আহোম সেনাই কোচ সেনাক খেদি নি কলিয়াবৰ নামে ঠাইত চামধৰা গড় বান্ধি অসমৰাজ্যৰ সীমা কৰিলে। ৰজাই জগদানন্দ আতৈক বঁটা বাহন দি আৰু আতৈক ৰাম ৰায় নাম দি আতৈক নিজ ঠাইত থোৱালে। লগুণ লোৱা কোনো কোনো শূদ্ৰই নিজৰ পূৰ্বৰ পৰিচয় লুকাই আৰু কোনো কোনোৱে ধন ভাঙি জাতত উঠি ব্ৰাহ্মণ হ'ল লেকাই চতিয়াত। পাচত চুপখাৰ পুত্ৰ চেঙ্গমলুখাই ৰজা হৈ দলৈগুৰিত নগৰৰ গড় বান্ধি তাতে ৰ'ল আৰু তেওঁৰ পুত্ৰই মনচেঙ্গ ডুখৰিবিয়ামত নগৰ- বাহৰ কৰি ৰ'ল। তেওঁৰে পুত্ৰ চাৰি ভাগা ভগনীয়া লাইখা চুঙ্গফাৰ পুত্ৰ খোৱা লেঙফা।

১-৬-৭ : বৰপুত্ৰ ৰামানন্দৰ পাচত গুৰুজনাৰ কমললোচন আৰু হৰিচৰণ নামেৰে দুজন পুত্ৰ আৰু ৰুক্মিনী (বিষ্ণুপ্ৰিয়া) নামেৰে এজনী কন্যাই জন্ম পালে।



# সপ্তম অধ্যায়

**১-৭-১ : মাধৱদেৱৰ উপৰিপুৰুষ ঃ** প্ৰথমে আদি কৃষ্ণ ভূঞা, তেওঁৰ পুত্ৰ বিষ্ণু ভূঞা, বিষ্ণু ভূঞাৰ পুত্ৰ গোপাল ভূঞা, তেওঁৰ পুত্ৰ কৃপাল ভূঞা, কৃপাল ভূঞাৰ পুত্ৰ ৰাম ভূঞা, তেওঁৰ পুত্ৰ জনাৰ্দ্দন ভূঞা, জনাৰ্দ্দন ভূঞাৰ পুত্ৰ শ্ৰীৰাম ভূঞা, তেওঁৰ পুত্ৰ মুকন্দি ভূঞা, মুকুন্দ ভূঞাৰ পুত্ৰ গোবিন্দ ভূঞা। গোবিন্দ ভূঞাৰ পুত্ৰ মাধৱ ( মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ) আৰু মাধৱৰ জ্যেষ্ঠ ভাতৃ দামোদৰ। দামোদৰৰ পত্নী শচী। তেওঁলোকৰ পুত্ৰ অনিৰুদ্ধ, অনিৰূদ্ধৰ পুত্ৰ ৰামদেৱ আৰু ৰামদেৱৰ পুত্ৰ পৰমানন্দ। তেওঁলোক বণ্ডুকা নিৱাসী।[১]

**১-৭-২ : ৰজা নৰনাৰায়ণ** : এদিনাখন বৃষৱ বাহনত আকাশৰ ওপৰেৰে হৰগৌৰি গৈছিল খীৰ সাগৰৰ পৰা ত্ৰিকূটলৈ। মাঘ মাহত হাৰিয়া কছাৰীয়ে জিলৈ পৰ্বতত মাটি কাটি ধান কচু কোমোৰা, কপাহ, আলু, সৰিয়হৰ খেতি কৰিছে। কছাৰীয়ে খেতিত টঙি ৰখে। তেওঁৰ ইৰা আৰু হীৰা নামেৰে দুই পত্নী। ইৰাৰ শিৰস্নান হৈ তাই গা মুৰ ধুই মোৱা নদীৰ তীৰত এবাৰ বহি এবাৰ শুই ৰতি সম্ভোগৰ ইচ্ছাৰে স্বামীলৈ বাট চাই আছিল দুখ কৰি। তাকে দেখি গৌৰিয়ে হৰক সুধিলে," নাথ, এই তিৰোতাজনীয়ে কিয় কান্দিছে?" তেতিয়া হৰে গৌৰিক ক'লে," হেৰা প্ৰিয়া, ইয়ালৈ আহা, তিৰোতাজনীয়ে শৃঙ্গাৰৰ ইচ্ছা কৰিছে; কিন্তু তাই শৃঙ্গাৰ ক'ত পাব, তাইৰ পতি আছে পৰ্বতৰ ওপৰত।" গৌৰিয়ে হৰক ক'লৈ," প্ৰভু, আমাৰো তেনে অৱস্থা হয়, এতেকে তাইৰ মন শান্ত কৰা যাওঁক।" পাছত সেই তিৰোতাজনীয়ে ভাত, পিঠা, চিৰা, দৈ, মৌ লৈ কছাৰীৰ তালৈ যাবলৈ ওলাল। পতিব্ৰতা শান্তি প্ৰিয়াৰ বাক্য ৰাখি হৰে কছাৰীৰ ৰূপ ধৰি তিৰোতজনীয়ে নিয়া সকলো দ্ৰব্য খাই তাইক শৃঙ্গাৰ কৰি গ'ল। কছাৰনীও সন্তোষ লভি ঘৰলৈ গ'ল। পৰ্বতত কছাৰীৰ চাউল সাং হ'ল। চাউল নিবলৈ বুলি তেওঁ ভৈয়ামলৈ নামি আহি গধূলি ঘৰ পালেহি। কছাৰীয়ে ঘৰ পাই পত্নীক

---

১। বণ্ডুকা ঃ এই ঠাইখন বৰ্ত্তমান বাংলাদেশৰ ৰংপুৰ জিলাৰ ধবলা নৈৰ পাৰত আছিল।

চিএঙৰি মাতি ক'লে,"হেৰৌ, ঘৰত সোমাই খায়ে থাকা, ইফালে পৰ্বতত মই ভোকত, জাৰত, বতাহত মৰিছো; চাউল-পিঠা এগাল লৈ যাব নোৱাৰানে?" পত্নীয়ে ক'লে, "অথনি ভাত-পিঠা খাই লৈ শিলিখা তলত বহি নগৈছানে?" তাকে শুনি কছাৰীয়ে খং কৰি টাঙোন দাঙি উঠিল। তেতিয়া পত্নীয়ে নিজম দি ৰ'ল। পাছত দুয়ো পতি পত্নীয়ে স্নেহ প্ৰীতিৰে ৰ'ল। অলপ দিনৰ পাছতে সদাশিৱৰ ব্ৰহ্মবীৰ্য্যত সন্তানৰ জন্ম হ'ল; মহা ব্ৰজময়, অজৰ, অবধ্য শৰীৰৰ সন্তান। আজি কালি কৰি সেই সন্তানে সাত বছৰ পূৰ্ণ কৰিলে। সি গৰু চাৰিব ধৰিলে। সকলো গৰখীয়াৰ ওপৰত সি দলৈ হ'ল। ঘৰতে মাটিৰ দুৰ্গা মূৰ্ত্তি সাজি ফৰিং কাটি বলি দি দুৰ্গাক সি নিতে পূজা কৰে। ল'ৰাবোৰে গাই প্ৰতি ফৰিং আনি দিয়ে আৰু সি চেকনীৰে কুন্দা পাতি বিৰিণা পাতেৰে বলি কাটে। সিহঁতৰ মাজৰে এজন ল'ৰা হেৰাল। দুই তিনিজন ল'ৰাই তাক নি কুন্দাত ডিঙি সুমুৱাই বিৰিণা পাতেৰে ৰেপ দিয়াত আচৰিত ধৰণে তাৰ ডিঙি কটা গৈছিল। ল'ৰাৰ পূজাত দেৱীয়ে চৈতন্য ৰূপ ধৰি সেই পূজা ল'লে। মৃত ল'ৰাজনৰ মাক-পিতাক আৰু ৰাইজে কামৰূপৰ ৰজা দুৰ্লভনাৰায়ণৰ আগত গোচৰ দি ক'লে," মহাৰাজ, গৰখীয়া দলৈয়ে দেৱীক মানুহৰ বলি দিছে।" তেতিয়া ৰজাই সেনাপতি পঠাই সেই গৰখীয়া দলৈৰ লগত যুদ্ধ দিলে। গৰখীয়া দলৈয়ে সেনাপতি, সেনা সকলোকে মাৰিলে আৰু ৰজাকো মাৰিলে। তাৰ পাছত দলৈয়ে দেশ বিদেশ ভ্ৰমি যুদ্ধ দি ভূমি নিক্ষেত্ৰিয় কৰিলে। দলৈৰ ভয়ত কোনো কোনো ৰজা পলাল। ঢকুৱাৰ ঢাল, কাঠৰ তৰোৱাল আৰু বাঁহৰ যাঠিৰে দলৈহঁতে যুদ্ধ জয় কৰিলে। সিহঁতৰ সন্মুখ হওঁতা কোনো নহ'ল, সিহঁত বীৰভদ্ৰৰ সদৃশ হ'ল। সাতৰাজ মাৰি এক কৰি দলৈ তাতে একচত্ৰী সম্ৰাট হ'ল। দা, শেল, ঢাল, মাৰি সিহঁতে জেমাল পৰ্বতত থৈছিল, সেইবোৰ তাতেই শিল হৈ ৰ'ল। আৰু পূৰ্বতে ওভতাকৈ চেকনী পুতি কৰা বলিশালত চেকনী গৈ বাঁহ গছ হ'ল। সেই ঠাইতে দেৱীৰ ঘৰ আৰু নগৰ কৰি ৰজাই চিকনা নগৰত ৰ'ল। ৰজাৰ তিনিজনী পত্নীৰ পৰা ওঠৰজন পুত্ৰৰ জন্ম হ'ল। ৰজাই সিহঁতক যোগ্যতা অনুসৰি ৰাজ্য ভগাই দিলে। তাম, ৰাঙ, কাঁহ, পিতল, ৰূপা, সোণা, সেতু, সিহ, লোহা, বগীতাম, চিচা, কাচ, মাটি, লোণ, মুগা, কপাহ, সুৱগা আৰু অস্ত্ৰৰ টোপোলা ৰজাই প্ৰত্যেককে দিলে। যিজন পুত্ৰই যি বস্তু

নিলে আৰু যি ঠাইত যি বস্তু উৎপন্ন হয় সেই দেশ, সেই ঠাইত গৃহ -নগৰ পাতি ৰজাই পুত্রসকলক তাৰ ৰজা পাতি থ'লে। বেজানি, দেৱাধর্মা,ৰাণি, লুকি, পাণতলীয়া, বনগঞা, ছয়গঞা, মহুৰাপৰীয়া, ভোলাগঞা, বেছেকা, বৰনগৰীয়া, কুবৈৰবীয়া, আঠিয়াবৰীয়া, কামতাবৰীয়া, বলোৰামপুৰীয়া, বেলতলীয়া আৰু ডিমৰুৱা; এই বাৰখন ৰাজ্য। ৰজাৰ পুত্র নৰনাৰায়ণে মৃতিকা আৰু শুক্লধ্বজে অস্ত্র আনিলে। ৰজাই বেহাৰ নগৰ পাতি নৰনাৰায়ণক যুৱৰাজ আৰু শুক্লধ্বজক ডেকাৰজা পাতি থ'লে। এই নিয়মত ৰজাই কন্দল ভাঙি ৰাজ্য ভাগ কৰি তিনি কুৰি তিনি বছৰৰ অধিক কাল পৃথিবীত বৈ কালৰ নিয়মত কৈলাসলৈ গ'ল।

**১-৭-৩ : কোচ ৰজা আৰু আহোম ৰজাৰ মাজত ৰণ :** শিৱসিংহৰ দিনত বাৰভূঞাৰ ৰামখাই বাৰখন ঢালৰ ক্ষুদ্র ৰাজ্যৰ এখনৰ মুখিয়াল আছিল। কামৰূপৰ ৰজা দুৰ্লভ নাৰায়ণ মৰিলত তেওঁৰ কৰতলীয়া ৰজা সজল গ্রামে ৰামখা ভূঞাৰ লগত যুদ্ধ দিবলৈ বুলি সেনাৰে আলচ কৰিলে। ৰামখাই যুদ্ধত বলে নোৱাৰে যেন দেখি বণ্ডুকাত প্রতাপ ৰায় নগৰলৈ গৈ তাতে ৰ'ল। প্রতাপ ৰায় আৰু দুবিদ ৰজাৰ মাজত যুদ্ধ লাগিছিল দেশৰ সীমাৰ বাবে। প্রতাপ ৰায়ে নগৰখন ৰক্ষা কৰিবলৈ হাতী ঘোৰা সেনা গোটাই থৈ পাছত ৰামখাৰ পুত্র গাভৰুখাক লগত লৈ সোণ ৰূপ বস্তু লৈ চেৰেঙা নাওত উঠি সোমদৈ নদীৰে গৈ একে ৰাতিয়ে তেৰেচা নৈৰ পাৰ বেহাৰত ৰ'ল। তাৰ পাছত প্রতাপ ৰায় আৰু গাভৰুখাই ধন বস্তু আৰু গাভৰুখাৰ ভনীয়েকক নৰনাৰায়ণ ৰজাক দি ৰজাৰে সৈতে মিত্রতা কৰিলে। ৰজাই চাই চিন্তি গভৰুখা আৰু তেওঁৰ ভাতৃ শুক্লধ্বজক অসম ৰাজ্য আক্রমণৰ দায়িত্ব দিলে। কোচ সেনাই শিৱসিংহই পূৰ্বতে বান্ধি থোৱা ৰাঙলী গড় সীমা হেঁাহকাই চোমধৰা ল'লে। তাকে দেখি শিৱসিংহই হাতী ঘোৰা সেনা যুদ্ধলৈ পঠালে। যুদ্ধত কোচ সেনাই গড় ভাঙি আহোম সেনাক উজাই পঠালে। তেতিয়া চিঙ্গফু সিংহৰ পুত্র খোৱা ৰজাই সলখৰ পেৰা নগৰত লাদৈ মেৰগড় বান্ধি কোচ সেনাৰ লগত যুদ্ধ দিলে। আহোম ৰজাৰ ডেবেৰা বৰুৱা মন্ত্রী আৰু কেকোৰা পাত্রমন্ত্রী আছিল। শুক্লধ্বজে ঢাল তৰোৱালেৰে চৌ মাৰি গড়তেই মানুহ কাটি খেদি পঠালে। তেতিয়াৰে পৰা শুক্লধ্বজৰ নাম চিলাৰায় হ'ল। তাৰ পাছত আহোম সেনাই মাছখোৱাত গড় বান্ধি এবাৰলৈ এনিশা কোচ সেনাৰে

যুদ্ধ দিলে। তাৰে পৰা কোচ সেনাই হুঁহকি ভটীয়াই গ'ল। তেতিয়াৰে পৰা আহোম ৰাজ্য আৰু কোচ ৰাজ্যৰ সীমাৰ চকী মুকলি হ'ল মানুহ অহা যোৱা কৰিবলৈ।

**১-৭-৪ : গোবিন্দ ভূএগ :** লামকণা গোবিন্দ ভূএগৰ পত্নী ঢুকাল। তেওঁৰ পুত্ৰ দামোদৰে বোৱাৰী আনিলে। বোৱাৰীৰ লগত গোবিন্দ ভূএগৰ কিছু মনোমানিল্য হ'ল। কামৰূপৰ ৰজাই যি চৌধ্য ঘৰ লোক নিজ ৰাজ্যলৈ আনিছিল, তেওঁলোকৰ মাজত ভূএগৰ সম্বন্ধীয় লোকো আছিল। তেওঁলোকক বিচাৰি তেওঁ উজাই আহিল। বিচাৰি সুধি-পুছি তেওঁ তেওঁলোকক আলিপুখুৰীত পালে। সেই সম্বন্ধীয়া বগুকাত ৰজাৰ কাকতি আছিল। ভূএগাই সকলো ক'লত সম্ভন্ধীয়া কুসুম্বৰদেৱে তেওঁক চিনি পাই জোঁৱাই জ্ঞান কৰি বংশৰে এজনী কন্যা তেওঁত বিয়া দিলে। কন্যাৰ নাম মনোহৰী। কুসুম্বৰে ভূএগক যৌতুকত আঁঠুভঙা ডোলা আৰু আঠজন ডোলাভৰী দি ৰ'টাত বৰাৰ বাব দি থ'লে। এনেতে ভুটীয়া আৰু মৰাণৰ যুদ্ধ লাগিল। আঠজন ডোলাভাৰীয়ে বস্ত্ৰ-বাহনী বান্ধি ডোলাত তুলি আৰু ভূএগ আৰু পত্নীকো তুলি লৈ অটব্য হাবিৰ মাজক সোমাল। তেওঁলোকে এডাল গছৰ তলত জিৰাইছিল। তাতে ডোলাভাৰী কেইজনে ভূএগ আৰু পত্নীক বিবস্ত্ৰ কৰি থৈ সকলো বস্ত্ৰ-বাহানি লৈ গুচি গ'ল। ভূএগ আৰু পত্নীয়ে গছৰ পাত পিন্ধি আছিল। আইৰ পাঁচ মহীয়া গৰ্ভ। ক্ষুধা আৰু তৃষ্ণাই আইক চিন্তাক্লিষ্ট কৰিছিল। আয়ে স্বামীক পানী খুজিলে। ভূএগদেৱে নলৰ চুঙা কৰি লৈ ব্ৰহ্মপুত্ৰলৈ গৈ তাত স্নান কৰি পানী লৈ আহি আছিল।

সেই সময়তে খোৰা ৰজা ঢুকাল। ৰজাৰ পুত্ৰ স্বৰ্গনাৰায়ণ। পিতৃৰ মৃত্যুৰ পাছত মাকে নাহৰক উপপতি লোৱাত স্বৰ্গনাৰায়ণে নাহৰক মাৰি ৰজা হৈয়ে নগৰ এৰি ডৰিকাত বাহৰ পাতি লৈ গড়গাঁও নিৰ্মাণ কৰি বৰ ঘৰ সিংহাসনত উঠিলে। ৰজাই নগৰৰ বাহিৰত গড় মাৰি তাতে সিংহদ্বাৰ দি ভিতৰত বাসগৃহ বান্ধিলে। তেওঁ লাচিতক বৰফুকন পাতি বিদেশী খেদি গুৱাহাটীত ৰাখিছে। ৰজাই হৰিসিংহ বৰাক উজিৰৰ পদ দিছে। বৰাই ৰজাৰ আজ্ঞা পালি লুইতেৰে উজাই আহিছে উজনিত এহাজাৰ লোকৰ ওপৰত উজিৰৰ বাব ল'বলৈ। তেওঁ গোবিন্দ ভূএগক দৃষ্টিৰ দূৰত্বত দেখি মানুহ পঠাই আগভেটা দি ধৰি নিলে। বৰাই ভূএগক সুধিলত ভূএগই আদি অন্ত সকলো কথা ক'লে। বৰাই গোবিন্দ ভূএগক

স্নান কৰাই ধুতী-উৰা কাপোৰ এযোৰ দিলে আৰু আইলৈকেও পাটৰ ৰিহা চাদৰ মেখেলা দিলে। আৰু আইক হাবিৰ মাজৰ পৰা আনিলে। আতা আইক গাখীৰ চিৰা ভোজন কৰাই তুলী- পাটী- গাৰু দি তেওঁলোকক নাওত তুলি দি বৰাই নিজে আন এখন নাওত উঠিল। তেওঁ নাওৰীয়াসকলক ক'লে," মই এওঁলোক দুজনক পিতৃ-মাতৃ বুলিছো, কাৰোৱে মুখত অবাইচ মাত শুনিলে শুদাই নেৰিম কিন্তু।" পাছত নাও গৈ ঘাট পালত মানুহ দি আতা আইক নিজৰ ঘৰলৈ পঠাই বৰাই পত্নীলৈ বুলি কৈ পঠালে," এওঁলোকক মই আই- পিতা বুলিছো, এওঁলোকক কোনোৱে অনাদৰ নকৰে যেন।" এই বুলি কৈ বৰাই ৰাজকাৰ্য্যৰ বাবে নাওৰে উজাই গ'ল। বৰাৰ পত্নীয়ে আতা-আইক পাই ঘৰৰ ভিতৰলৈ নিলে। ৰাজ কাৰ্য্য সমাধা কৰি আহি বৰাই তিনি মাহৰ মূৰত ঘৰ পালে। আইৰ পাঁচ মাহত বৰানীয়ে আইক পঞ্চামৃত দিছে নানান পিঠা পনাৰ সৈতে। আইৰ গৰ্ভ সম্পূৰ্ণ নমাহ হ'ল। জেঠ মাহৰ ৰবিবাৰ,অমাবস্যা তিথি, ভৰণী নক্ষত্ৰ, ১৪১১ শকত মাহৰ এদিন যাওঁতে দুই প্ৰহৰ নিশা ছদ্মভাৱত নৰৰূপে গুৰুজন মাধৱদেৱে জন্ম লৈছে। দেৱতাৰ দিব্য নাৰী সাতজনীয়ে সোণৰ ঘট ধৰি কেঁচুৱাক ধুৱালে, ব্যৱস্থাক্ৰম লগাই গ'ল। প্ৰসূতাৰ বেদনাত আয়ে ধৰি লৈছিল নাৰীকেইজনী বৰাৰ ঘৰৰে লোক। আয়ে মাতিলত বৰাৰ ঘৰৰ কাৰোৱে সাৰসুৰ নাই। পাছতহে সাৰ পাই বৰাৰ ঘৰৰ সকলোৱে আহি আইৰ ওচৰ চাপিল। লামকণা ভূঞাই কথাটি শুনি মনতে সবস্ত্ৰে স্নান কৰিলে আৰু ব্ৰাহ্মণক, জ্ঞাতিক দান মানস কৰিলে। পিছদিনাখন বৰানীয়ে প্ৰসূতিক পিপলি দি কচুৰ জোল পথ্য দিছে। পাঁচ দিন পাছত গৰলা দলৈয়ে কেঁচুৱাৰ গণনা কাৰ্য্য কৰিছে। জ্যোতিষিয়ে বেদ-জ্যোতিষ চাই নৱজাতকৰ অনন্ত মহিমা পালে। নৱজাতক ঈশ্বৰ শক্তিৰ, উদ্দেশ্যৰ হেতু নৰৰূপ লৈছে। জ্যোতিষিয়ে আতাক ক'লে, "তোমাৰ পুত্ৰ মাধৱ, সেই ৰোহিনীৰ পুত্ৰ মাধৱ।" আৰু কুষ্ঠীৰ নামো মাধৱ থৈছে। জ্যোতিষিয়ে আতাক পুনৰ ক'লে," তোমাৰ পুত্ৰ হ'ব মহাধীৰ, গহীন, ক্ষমাশীল আৰু কৃপা আৰু ধৈৰ্য্যত হ'ব বিষ্ণুৰ সমান। তোমাৰ পুত্ৰই বহুত লোক উদ্ধাৰ কৰিব আৰু পুত্ৰৰ নিমিত্তে তোমাৰো কুশল।" ভূঞাই পুত্ৰৰ নামকৰণ, জাতকৰ্ম, চূড়াকৰণ, কৰ্ণবিন্ধন,উপনয়ণ, অন্নপ্ৰাসন আদি ষড় কৰ্ম কৰিলে।

১-৭-৫ : বৰাৰ ঘৰতে মাধৱৰ আঢ়ৈ বছৰ হ'ল। বৰাৰ ঘৰত গোলাম, বাহাতা, বান্ধা, লঠৰিয়া ৰায়তে সৈতে আঠ-সাত কুৰি ঘৰ। সেই সময়ত চোৰ-ডকাইতে, ওজা-বেজে ৰাইজক খেদি মাৰি দেশ উচ্ছন্ন কৰিব ধৰিলে। তেতিয়া ওমাই চহৰীয়াই ফুকনক কৈ আজ্ঞা লৈ ৰাজ্যৰ ঘৰ-বাৰী খানাতালাচ কৰিবলৈ ল'লে। গোবিন্দ ভূএগাই তাৰ ভু পাই বৰাৰ বাৰীত দুটি ঘৰ সাজি চাৰি বছৰ বৰাৰ ঘৰত থকাৰ অন্তত তালৈকে গ'ল। মাধৱ জন্মাৰে পৰা বৰাৰ ঘৰত ধন-ধান, গৰু-ম'হ, আৰু অন্যান্য বস্তু বাঢ়িবলৈ ধৰিলে। আৰু এবাৰ চ'ত মাহত বতাহ-বৰষুণ শিলাবৃষ্টি আহি শস্য, দেশ নাশ কৰিলে,পশু-পক্ষী অনেক মৰিল; কিন্তু বৰাৰ ঘৰ আৰু চৌবিশ পুৰা মাটিৰ খেতিত শিলাবৃষ্টি বতাহ একো নগ'ল। ৰাইজে তাকে দেখি শুনি বৰ আশ্চাৰ্য্য-অদ্ভুত মানিলে। তাকে দেখি বৰাই ক'লে," মই মাধৱক কেঁচুৱা কালতে প্ৰমাণ পাইছো।" বৰাৰ দুজনী ঘৈণী; কিন্তু দুয়োজনীৰে ল'ৰা সন্তান নাই। বৰাৰ ঘৰৰ দাস-দাসী আদি কৰি ঘৰৰ আটায়ে মাধৱক দেখি মোহ যায়। মাধৱৰ চক্ৰাকৃতি মাথা, কেকোঁৰা চুলি, পূৰ্ণ চন্দ্ৰ সদৃশ মুখমণ্ডল, কুন্দকড়ি ফুলৰ দৰে দাঁত, নাক তিলফুলৰ দৰে আৰু পদুম ফুলৰ দৰে দেখিবলৈ মনোহৰ ভৰি। সকলো লোকে মাধৱক আদৰ-সাদৰ কৰে, স্নেহ-দয়া কৰি কোলাত, বোকাত, মাথাত তুলি ল'য়। বৰাৰ ঘৰত ল'ৰা নাই, বৰা-বৰাণীয়ে মাধৱক প্ৰাণতকৈও অধিক দেখে। কৃষ্ণই ব্ৰজৰ গোপীক যেনেকৈ মুহিছিল, মাধৱেও তেনেকৈ সকলোকে মুহিলে।

আৰু এদিন বৰাই কাঠ খৰি আনি বৰ মেজি বান্ধি থৈছিল। মাধৱে মেজিটো ঠেলা মাৰি পেলাই তাৰ ওপৰত বহি আছিল। আই-আতা, বৰা-বৰাণীয়ে শব্দ শুনি হিয়া ধাকুৰি আহি চাই দেখিলে মাধৱে খৰিৰ ওপৰত বহি আছে। তেওঁলোকে আশ্চৰ্য্য-অদ্ভুত মানিলে। আৰু এদিন বৰানীয়ে চাউল-পাত যতনাই থৈ ঘৰৰ বাহিৰলৈ গ'ল। সেই সময়তে মাধৱে ঘৰত সোমাই পানীৰে সৈতে সকলো পেলাই লণ্ডভণ্ড কৰিলে। বৰানীয়ে তাকে দেখি মাধৱক কোলাত লৈ আইক মাতিলে," আই, চোৱাহি, পুতেৰাৰ কৰ্ম।" আয়ে দেখি দুখ কৰি সেয়া অঁতাইছে। বৰাই ঘৰ পাই তাকে দেখি ক'লে," মাধৱেই মোৰ গৃহস্থ, দ্ৰব্য বস্তুত কি আছে? আতা- আইক মা-বাপ বুলিছো আৰু মাধৱ মোৰ পিতৃ-মাতৃ, বন্ধু,

সুহৃদ, সোদৰ, দেৱ; মোৰ শিৰৰ শিখৰ সিন্দুৰ।"

এবাৰ জেঠ মাহত বৰাৰ প্ৰচণ্ড জ্বৰ উঠিল। তেৰ দিন অনাহাৰে থকাত তেওঁৰ চেতন হেৰাল। ঘৰৰ সকলো লোকে বিহুল হৈ পৰিল। তাকে দেখি মাধৱে বৰাৰ মূৰত হাত থ'লে। জ্বৰ তৎক্ষণাত সৰসৰকৈ নামি আহিল। বৰাই তত পাই পানী পান কৰি উঠি গাৰ নতুন বস্ত্ৰখন মাধৱক দি সেৱা কৰি ক'লে," এওঁ মানুহ নহয়,সাক্ষাৎ ঈশ্বৰ; ছদ্মভাৱেহে নৰৰূপ লৈছে, জন্মতেই মই প্ৰমাণ পাই থৈছো।"

বৰাৰ বাথানত সাতজনী খীৰতি গাই। গৰুৰ পোৱালীবোৰ বান্ধি থোৱা আছিল। সিহঁতে হেম্বেলাই ধৰফৰাইছে। মাধৱে দেখি পোৱালীবোৰ মুকলি কৰি দিলে। গৰুৰ পোৱালীয়ে গাখীৰ পিলে। তাকে দেখি গুৱালে চিঞৰি মাতি বৰাক গোচৰ দিলে। মাধৱে পুনৰ গো-পোৱালীবোৰ বান্ধি থৈ আহিল। বৰাই মাধৱক ক'লে," বাপু, কিয় মুকলি কৰি দিলা পোৱালীবোৰ? আজি তেইশ কলহ গাখীৰৰ ক্ষতি হ'ল।" মাধৱে ক'লে," পিতা, সেয়া অসত্য,গাখীৰ খীৰাই চাওঁক, নাপালেহে সত্য হ'ব।" বৰাই মানুহ পঠাই গাখীৰ খীৰালে আৰু আগতকৈ দুগুণ গাখীৰ পালে। তাকে দেখি সকলোৱে বিস্ময় মানিলে; বৰ নাভূত-নাশ্ৰুত কথা। সকলোৱে ক'লে," মাধৱ মনুষ্য শক্তিৰ নহয়।"

বৰাৰ ম'হৰ জাকত এক কম একশ বনৰীয়া ম'হ। গুৱালৰ বাদে আনে সিহঁতৰ ওচৰ চাপিব নোৱাৰে। এদিন মাধৱে গৈ ম'হৰ জাকৰ মাজত সোমাল। দূৰৈৰ পৰা গুৱালে দেখি চিঞৰি মাতিলে হা! হা! মৰিল, মৰিল বুলি। গুৱালে ওচৰলৈ গৈ দেখিলে যিকেইজনী অতি দুষ্ট ম'হ সিহঁতে খেদি গৈ আগ ঠেং পেলাই মাধৱক সেৱা কৰিছে। তাকে দেখি গুৱালে আশ্চাৰ্য্য- অদ্ভুত মানি বৰাক কথাটি ক'লে। বৰাই ক'লে," আগতে কত প্ৰমাণ পাই থৈছো, সেয়া ঈশ্বৰালী কাৰ্য্য।" বৰাৰ টোলৰ সমনীয়া ছাত্ৰ হৰি, হৰিহৰ, হৰাই, বিৰাই, নিৰঞ্জন, নিৰাময়, নৰহৰি, নাৰায়ণ, নৰোত্তম এই নজনকে প্ৰমুখ্যে অনেক সমনীয়াৰ লগত মাধৱে ডুগ, ঢোপ, চোইৰ, বাঘ-পক্ষী, পাহ, ঘিলা, চোৰ- টাঙোন অনেক খেলা কৰে। এদিন ডুগ খেলোতে মাধৱৰ বাবে হৰিৰ হাত ভঙিল। হৰিৰ মাক-বাপেক ক্ৰমে সান্তা আৰু হৰিগতিয়ে গৈ গোবিন্দ ভূঞাক বহুত কুবাক্য বুলিলে। ভূঞাই খং কৰি মাধৱক খেদা মাৰিলে। মাধৱে দৌৰি হৰিৰ ঘৰলৈ গৈ দেখিলে হৰিয়ে জ্বৰ

আৰু বিষত বিছনাত পৰি আছে। মাধৱে হৰিৰ হাতত ধৰি চাওঁ ক'ত দুখ পালি বুলি চাওঁতেই হৰিৰ বিষ বেদনা পানী হ'ল। তাকে দেখি সকলোৱে আচৰিত মানিলে। তেওঁলোকে ক'লে," এওঁ মানুহ নহয়, পৰম পুৰুষ।"

বৰাৰ দুশজনী ছাগলী, দহটি চাং গোহালি আৰু চাৰিজন ৰখীয়া। এদিন মাধৱে ছাগলী এজনীৰ লগত যুঁজি দুয়োখন হাতেৰে ছাগলীজনীৰ পাছ ঠেং ধৰি দলি মাৰিলে। ঠেং ভাঙি ছাগলীজনী পৰি থাকিল। ৰখীয়াই গৈ কথাটি বৰাক ক'লে। বৰাই ৰখীয়াক ক'লে," যোৱাগৈ ভাল হ'ব।" গোবিন্দ ভূঞাই মাধৱক খং কৰি ক'লে," ইয়াৰ কাৰণে ক'তোৱে ৰ'ব নোৱাৰা হ'লো। লোকৰ কত জগৰ শুনিম?" তেতিয়া মাধৱে গৈ পৰি থকা ছাগলীজনীৰ ঠেঙত হাত ফুৰাওঁতেই তাই উঠি দৌৰ মাৰিলে। তাকে দেখি সকলো লোকে আচৰিত মানিলে। বৰাই ক'লে," মই আগতেই কৈছিলো ভাল হ'ব বুলি।"

এবাৰ কলিঙ্গি বৰুৱাই হৰিসিংহ বৰাৰ বিৰুদ্ধে গোচৰ দিলে মোমাই বৰুৱাৰ ওচৰত। বৰখা আৰু সতখা নামে দুজন কটকী আহি বৰাক বন্দী কৰিলে। সিহঁতে বৰাক গা ধুবকে নিদিয়ে। তাকে শুনি মাধৱে গৈ মোমাই বৰুৱাৰ আগত বহি কথাবাৰ্ত্তা হ'ল। মাধৱৰ তেজ-শক্তিৰ প্ৰভাৱত মোমাই বৰুৱা শান্ত হ'ল আৰু বৰাক মুকলি কৰাৰ নিৰ্দ্দেশ দিলে। বৰুৱাই মাধৱক টকা কাপোৰ দি সন্মান কৰি পঠালে। দুই কটকীয়ে বৰাক এৰি গুচি গ'ল।

বৰা এবাৰ যাবলৈ ওলাল নাৰায়ণপুৰলৈ খাজনা তুলিবৰ বাবে। তেওঁ মাধৱক ক'লে," বাপু, তুমিও ব'লা মোৰ লগতে চাউল সিজাই দিবলৈ, কিজানি তোমাৰো কিছু মিলেই।" বৰা আৰু মাধৱে গৈ প্ৰথমতে গমিৰ হাজাৰি বৰুৱাৰ ঘৰত ৰ'ল। বৰুৱাই বৰাক মাধৱ ক'ৰ বুলি সোধাত বৰাই মাধৱৰ গুণ-শীল মহিমাৰ কথা ক'লে। বৰাই ক'লে যে তেওঁ খোৱাৰ পাছতহে ঘৰৰ আনক খাবলৈ দিয়ে। পাছত বৰুৱাৰ ঘৰৰ আঢ়ৈ কুৰি লোকে মাধৱে ৰন্ধা দুকঠা চাউলৰে ভাত খালে। বৰুৱাই আহি ভাৰ্য্যাত সুধি কথাটো জানি আশ্চাৰ্য্য-অদ্ভুত মানি পাঁচটি টকা আৰু বস্ত্ৰ এযোৰ দি মাধৱক সেৱা কৰি বিদায় দিছে। বৰা আৰু মাধৱে ৰাতি পুৱাই বৰুৱাৰ ঘৰৰ পৰা ওলাইছে। চ'ত মাহ, বৰ ৰ'দ। তেওঁলোকে এক যোজন বাট যোৱাত ফ্লকবাৰী পালেহি। বেলা দুপৰ হ'ল। হঠাৎ বৰাৰ গা বেয়া লাগি

তেওঁ ক'লে," গছৰো ছাঁ নাই এনে ৰ'দ; টেঙা দৈ, মিঠৈ আৰু কল খালেহে গা জুৰ পৰিব। তেওঁলোকে কিছু দূৰ গৈ বাটৰ তিনি মূৰত বৰ আহত গছ এডাল পাই বহি পৰিল। এনেতে দুজন লোকে গুৰ, কল, আৰু দৈ লৈ আহি তাতে ৰ'ল। সিহঁতে মাধৱক দেখি মোহিত হৈ সেৱা কৰি সেইবোৰ দি গৈছে। বৰা আৰু মাধৱে সেইবোৰ খাই গা জুৰ পেলাই পুনৰ গৈছে। কিছু সময় পাছত তেওঁলোকে উভতি চাই দেখিলে গছডাল নাই। বৰাই মনতে অদ্ভুত মানিলে। মনৰ যি ইচ্ছা সেয়াই হয়, মাধৱৰ এনেহে মহিমা। তেওঁলোকে সেইবাৰ একুৰি ৰূপৰ ঠাইত ডেৰকুৰি ৰূপ পালে। বৰাই দহ টকা মাধৱকো দিছে।

মাঘ মাহত সাৱতী দাসীয়ে ধান সিজাইছিল। চৌকাৰ জুই আহি ঘৰৰ একোঁঠালি পুৰিলে। ঘৰৰ টোলৰে সকলো ছাত্ৰই আহি জুই নুমাব পৰা নাই। মাধৱে তালৈ আহি পোৱাতে জুই তৎক্ষণাত নুমাল। মাধৱৰ মহিমা দেখি সকলোৱে আশ্চাৰ্য্য- অদ্ভুত মানিলে।

আৰু বৰাৰ ঘৰৰ শাওনা হালগিৰিক চামোন ভূতে পাই মাৰি থৈছিল। মাধৱে "মাধৱ মাধৱ" নাম লোৱাত ভূতে হালগিৰিক এৰি শিলিখা গছ এডালৰ ডাল ভাঙি গ'ল। তাকে দেখি লোকে মাধৱক ঈশ্বৰ জ্ঞান কৰিব ধৰিলে। আৰু বৰাৰ পোহনীয়া পাৰ চৰাইয়ে ঘৰ সোমাই চৰু চুৰে, ছাগলীয়ে চোতাল গছকে। তেতিয়া মাধৱে বৰাক ক'লে," হাঁহ, পাৰ, ছাগলী, ধপাত-ভাঙে আয়ুস নাশে; হাত, ভৰি, চুলি পৰিস্কাৰ নকৰাকৈ শয়ন-ভোজন-গমনত আৰু কুকথা, অনাচাৰ, ব্যভিচাৰ আদি এৰৈশটি ব্যভিচাৰ হ'লে নৰক, অন্ন-বস্ত্ৰৰ নাটনি।" তাকে শুনি বৰাই ঘৰৰ হাঁহ, পাৰ, ছাগলী আঁতৰালে।

কাতি মাহত দেশত বৰ অকাল হ'ল। গোবিন্দ ভূঞা, আই আৰু মাধৱে দুই তিনি দিনলৈ উপবাসে থাকে। এদিন বৰাই তাকে শুনি কাহী বৰাৰ হাতত তেওঁলোকক ভাত দিছে। আৰু বৰাই বৰানীক খং কৰিছে," যাৰ যশে শাখা সেন্দুৰ, তাকে কৰা ভোকলা এন্দুৰ।" মই ৰাজ কাৰ্য্যত থাকো, তুমিনো কিয় বিচাৰ নোলোৱা? ভূঞা, আই মোৰ মা- বাপ আৰু মাধৱ মোৰ জীৱৰ ঈশ্বৰ।" পাচত বৰাই পাচিত ভৰাই চাউল, লোণ, তেল তেওঁলোকক দিছে।

বৰাই কলাপুৰলৈ গ'ল কৰ তুলিবলৈ। তেওঁ মাধৱকো লগত লৈ গৈ

সতাই নেওগৰ ঘৰত ৰ'ল। গৃহস্থই চৰু-খুঁটি দিলে চ'ৰাঘৰত ভাত ৰান্ধি খাবলৈ। মাধৱে ক'লে," ইয়াত চাউল সিজাব নোৱাৰি, এই ঠাই অপবিত্ৰ, ইয়াৰ তলত মানুহৰ হাড় আছে।" তেতিয়া চ'ৰাঘৰৰ মাটি পাঁচ হাত খন্দি চোৱাত তাত হাড় ওলাল। সকলোৱে আচৰিত মানিলে। বৰাই তেওঁলোকক মাধৱৰ বিষয়ে ক'লে," অনেক প্ৰমাণ পাই থৈছো, মাধৱত ঈশ্বৰৰ শক্তি দেখিছো।" লোকে মাধৱক টকা-বস্ত্ৰ দি সেৱা কৰিছে। তাৰ পাছত বৰাই ৰাইজৰ পৰা খাজনাৰ ধন তুলিলে। খাজনা এঘাৰ কুৰি পালে। হিচাপত একুৰি টকাৰ ঘাটি। খাজনা দিওঁতে ৰাইজৰ বৰ কষ্ট হৈছিল। মাধৱে বৰাক ক'লে," আপুনি দুখীয়া-দৰিদ্ৰৰো খাজনা এৰা নাই।" বৰাই ক'লে," এই টকা ৰজাক দিব লাগিব, এটকা-দুটকাৰ কথা নহয়, ক'ৰ পৰা দিম একুৰি টকা?" মাধৱে টকাখিনি চাওঁ বুলি টকাৰ ওপৰত হাত ফুৰাই দি বৰাক ক'লে," এয়া দেখোঁ টকা পূৰাকৈ আছে, আপুনি মিছাতে লোকক দুখ দিছে।" বৰাই টকাখিনি পুনৰ গণি ছয় পইচা অধিকহে পালে। তাকে দেখি লোকে অদ্ভুত মানিলে। সকলো ঈশ্বৰৰ শক্তি।

গোবিন্দ ভূঞাই বৰাৰ বাৰীত চাৰি বছৰ ৰৈ অনেক বন্দী-বেটী, গৰু-ম'হৰ গৰাকী হ'ল। আৰু সোধ-পোছ কৰি বহুত ধন পাই লেটেকুপুখুৰীৰ পশ্চিম পাৰত দুটি ঘৰ সাজি তেওঁ তালৈকে গ'ল। এদিন বৰাই হৰিপুখুৰীৰ মেললৈ গৈছিল। মাধৱো তেওঁৰ লগতে গ'ল। বৰাই মাধৱক কাপোৰত মেৰিয়াই ডাব কটাৰী এখন লবলৈ দি নিছিল আৰু চম্পা ফুল পাৰি মাধৱৰ কাণত পিন্ধাইছিল। তেওঁলোকে গধূলি উভতিছিল আৰু মাধৱে সূৰ্য্যৰ দৰে প্ৰকাশমান হৈ আহিছিল। ঘৰৰ ওচৰ পাওঁতে তেতিয়া নিশা দহ বজাৰ অন্ধকাৰ, ঘৰলৈ যাব নোৱাৰি। মাধৱে গাৰ পোহৰেৰেই বাট উলিয়াই গৈছে। মাধৱৰ ঐশ্বৰিক শক্তি দেখি বৰা আশ্চৰ্য্য-অদ্ভুত হ'ল। তেওঁ মনতে ক'লে," এওঁ মানুহ নহয়, যাৰ গাৰ জ্যোতিৰে ৰাতিও দিন হয়, কি মহিমা!"

আজি কালি কৰি মাধৱৰ ন বছৰ বয়স হ'ল। এদিন বৰাৰ হালগিৰিয়ে মাধৱক ধান নিৰাবলৈ মাতি নিছিল। মাধৱে খেতিৰ ধান কাটে আৰু বনবোৰ এৰি যায়। গধূলি বৰাই খেতি পথাৰলৈ গৈ দেখিলে মাধৱে ধানবোৰ কাটিছে আৰু বনবোৰ এৰিছে। বৰাই মাধৱক ক'লে," তুমি নজনা ল'ৰা, তোমাক কোনে

আনিছে, কাহানি তুমি ধান নিৰাইছা?” মাধৱে ক'লে,“ হালগিৰিয়ে মোক আনিছে, মই নাজানো বুলি কৈছিলোৱেই।” বৰাই মাধৱক ঘৰলৈ যাবলৈ ক'লে। মাধৱ গুচি আহিল। ইফালে আয়ে দুখ মনেৰে মাধৱলৈ বাট চাই আছিল। মাধৱে গৈ পোৱাত আয়ে সুধিলে,“ কেনেকৈ আহিলা বাপু?” মাধৱে ক'লে,“ আই, এনে ছলনা কৰি আহিলো।”

**১-৭-৬ :** গোবিন্দ ভূঞা বৰ বুদ্ধিমন্ত কাকতি আছিল। এদিন ভূঞাই বৰাক ক'লে, “তোমাৰ এহেজাৰ মানুহৰ কৰ তোলাৰ ভাৰ মোক দিয়া। তেওঁলোকৰ পৰা তুমিনো কিমান খাজনা পোৱা?” বৰাই ক'লে,“ একোৱে নাপাওঁ, আহোঁতে-যাওঁতে নিজৰহে খৰছ হয়; পাৰে যদি আপুনিয়ে উপায় কৰক।” পাছত গোবিন্দ ভূঞাৰ আদেশত ৰায়তে কৰৰ বাবদ মুগা, কপাহ, জালুক এনেবোৰ বস্তু দিব ধৰিলে। ভূঞাই খাজনা তিনি কুৰি টকা পালে। এবাৰ বৰা গ'ল নগৰলৈ। ৰায়তে বৰুৱাক গোচৰ দিছিল,“ বৰা উজিৰৰ লগত ভাটীফালৰ এজন কাকতি আছে, সি ধন খাই দেশ নষ্ট কৰিলে।” বৰুৱাই ভূঞাক ধৰি নিবলৈ দূত পঠাইছিল। বৰাই কথাটি শুনি নিশাই আগতীয়াকৈ মানুহ পঠালে ঘৰলৈ এই বুলি কৈ, “ৰায়তে ভূঞাৰ ওপৰত গোচৰ দিছে, এতেকে ভূঞাই ঘৰৰ পৰা শীঘ্ৰে পলাওঁক।” লেটেকুপুখুৰীত ছয় বছৰ থকাৰ পাছত মাক-পিতাক আৰু মাধৱে তাৰ পৰা সেই ৰাতিয়ে পলাল। সেই সময়ত দেশত বৰ অকাল পৰিছিল। ভূঞাৰ গাত জিকিৰ পিঠা ৰোগ হ'ল। তেওঁৰ গাত সেক দিবলৈ এভাৰ খৰি লাগে আৰু ঔষধি হিচাপে লাগে থিয় কলডিল এটা। গৃহস্থই কলডিলটোৰ বাবদ কল থোকৰে দাম লয়। আৰু এনেকৈ লোণ, তেল, অন্ন, বস্ত্ৰৰ বাবে ডেৰ কুৰি টকা খৰছ হ'ল। পাছলৈ গোবিন্দ ভূঞা আৰু মাধৱে ভিক্ষা কৰিবলৈ ল'লে। তেওঁলোকে দিনত ভিক্ষা কৰি গধূলি খায়; কিন্তু পুৱালৈ নাটে। এদিন দিনৰ দিনটো খুজি তেওঁলোকে খুদ কণ এটাও নাপালে। বাটত ভূঞাৰ গা বেয়া লাগি তেওঁ স্নান কৰিবলৈ গ'ল। মাধৱে এখন ছন পৰা বাৰীৰ পৰা এটি কচু তুলি আনি বাঁহৰ কামিৰে কাটি চাঁচি জুইত পুৰি কচুপাতত দি পিতাকক খাবলৈ দিলে। পিতাকে সেই কচু খাই ক্ষুধা তৃষ্ণা গুচিলত মাধৱক আশীৰ্বাদ দিছে। অৱশিষ্ট কচুখিনি মাধৱে খালে। মাধৱে পিতাকক ক'লে,“ আয়ে আমালৈ বাট চাই থাকিব।” তাৰ পাছত তেওঁলোকে

কাঁচিকটাৰ কাষৰে যুগীৰ ঘৰত সোমাল। যুগীয়ে পাট পলু বাছি আছিল। মাধৱে যুগীক সুধিলে,“ হেৰা বাপু কি চাইছা?” যুগীয়ে পলু বাছি থকা বুলি ক'লে। মাধৱে ক'লে,“ তোমালোকে পলু মেলিব নাজানা।” যুগীয়ে মাধৱক পলু মেলাৰ উপায় সুধিলে। মাধৱে যুগীক কৈ তিনিখন ডলা অনালে আৰু তিনিখন ডলাত সৰু , বৰ, মাজু পলুবোৰ বাছি বেলেগে বেলেগে থ'লে আৰু সৰু, বৰ, মাজু পাতবোৰো সেই ক্ৰমত দিলে। পলুবোৰে পাতবোৰ চপচপকৈ খাবলৈ ধৰিলে। মাধৱে যুগীক ক'লে, “পলুক এনেকৈ পাত দিব লাগে, নহ'লে ডাঙৰ পলুৰ হেঁচাত সৰু পলুবোৰ মৰে।” যুগীয়ে ক'লে, “কত পলু পুহি এনেহেন ডাঙৰ হ'লো,এনে বুদ্ধি নাজানিছিলো বোপা।” যুগীয়ে সুধিলে, “তোমালোকক কি লাগে?” মাধৱে ক'লে,“ আমি ভিক্ষাৰী, দিলে সকলো লাগে।” তেতিয়া যুগীয়ে মাধৱক এদোণ ধান, লোণ আৰু শাক দিলে। মাধৱে সেইবোৰ আনি মাকক দিলে। সেই ধানৰ চাউলেৰে পিতৃ- মাতৃ আৰু মাধৱে এসন্ধ্যা খালে। মাধৱে নিশা অসন্তোষ মনেৰে পিতাকক সুধিলে,“ ক'তো একো পাবলৈ নাই, কিনিবলৈ হাতত ধনো নাই; তোমাৰ চিনা-জনা ইষ্ট মিত্ৰ কোনোবা আছে নেকি?” গোবিন্দ ভূঞাই ক'লে,“ লুইতৰ দক্ষিণ পাৰত আমাৰে বংশৰ জ্যেষ্ঠ এজন আছে; কিন্তু দুখৰ দিনত আমাক সুধিব নে নুসুধে নাজানো।” পাছত তেওঁলোকে ৰাতিপুৱাতে উঠি যাত্ৰা কৰি ব্ৰহ্মপুত্ৰ পাৰ হৈ সেই ঠাই পালে। গৃহস্থই তেওঁলোকক তিনি কঠা চাউল দিলে। তেওঁলোকে সেই চাউল ঢেঁকীশালত পাগ জুৰি সিজাই ভোজন কৰিলে। ৰাতিপুৱা গৃহস্থই তেওঁলোকক মুখেৰেই নামাতিলে। মাধৱে পিতাকক ক'লে,“ পিতা, এওঁলোকৰ প্ৰমাণ পালো,আৰু অইন কুটুম্ব আছেনে?” ভূঞাই ক'লে,“ খনাৰ সেইখিনিতে সম্বন্ধীয় ভাই এজন আছে, তালৈকে যাওঁ ব'লা।” তেতিয়া তেওঁলোকে গৈ দুপৰীয়া দুই দণ্ডত সেই ঘৰত উপস্থিত হ'ল। বৰ ডাঙৰ ঘৰ। ঘৰৰ চোতালৰ এমূৰত এডোখৰ আধা ফালা গাঁঠি খৰি আছিল। গৃহস্থৰ বুঢ়ীজনীয়ে কুঠাৰ এখন আনি দি মাধৱক ক'লে, “তোমালোক আৰু আমাৰ ভাত ৰান্ধিবলৈ এইডাল ফালা।” মাধৱে খৰি ডোখৰ ফাই ফাইকৈ ফালি আছে আৰু বুঢ়ীয়ে খৰিবোৰ ভিতৰলৈ নি আছে। মাধৱে মনতে ভাবিলে পিতৃৰ বাবেও এভাৰ খৰি লাগিব। তেওঁ খৰি এবোজামান ফালিলে আৰু কুঠাৰখন পথালিকৈ

পাৰি লৈ খৰি বোজাৰ ওপৰত বহিল। পছত গৃহস্থৰ বুঢ়াজন আহিল মুখ আন্ধাৰকৈ। বুঢ়াই গোবিন্দ ভূঞাৰ মুখলৈ চাই ঘৰৰ ভিতৰত সোমাল। তেওঁ ভূঞাক চিনি পায়ো এষাৰ নামাতিলে। বুঢ়ীয়ে বুঢ়াক ক'লে," এই অতিথিজনে নিজকে তোমাৰ ভাই বুলি চিনাকি দিছে।" বুঢ়াই ক'লে, "থোৱা, থোৱা, খাবৰ দিনত সকলোৱে ওলাইহি।" গৃহস্থই তিনি কঠা চাউল দিলে আৰু আয়ে ঠাই মচি চৌকা কৰি ভাত ৰান্ধিলে। ভাত এখন পাততে থ'লে। সেই ভাত অকল গোবিন্দ ভূঞাকে জোৰে। ভূঞাই আধাখিনি খালে আৰু আধাখিনি ভাত ৰ'ল। আয়ে মাধৱক ক'লে, "বাপু, মোৰ ভোক নাই, তুমিয়ে ভোজন কৰা।" মাধৱে ক'লে," আই, মোৰো ভোক নাই, তুমিয়ে ভোজন কৰা।" তেনেকৈ দুয়ো দুয়োকো নেৰাত সেই ভাত দুয়োজনে ভগাই ভোজন কৰিলে। ৰাতি শোৱাৰ সময়ত মাধৱে পিতৃক ক'লে," তুমি ভাই বুলি আহিছিলা, ভাইৰ প্ৰমাণ পালা। আৰু আমাৰ ইষ্ট মিত্ৰ আছেনে? ছয় মাহৰ দুখতে দেহা নৰয় দেখোঁ।" ভূঞাই ক'লে," মই বণ্ডুকাত থাকোঁতে প্ৰতাপ ৰায়ে এঘৰ মানুহক মাৰিব খুজিছিল, ময়ে টকা ভৰি মানুহঘৰক ৰক্ষা কৰিছিলো। সেই লোকজন ইয়ালৈ আহি বৰ আঢ্যৱন্ত হোৱা বুলি শুনিছো। তেওঁক পালে তেওঁ মোক নেৰে।" পিতৃ-মাতৃ আৰু মাধৱে নৈ পাৰ হৈ ৰূপসিয়াৰ উত্তৰলৈ গ'ল। তেওঁলোকে গৈ ঘাঘৰ নৈৰ পাৰ পালে। এজনী বুঢ়ীক লগ পাই তেওঁলোকে সুধিলে," এইটো ঘাঘৰ মাজীৰ ঘৰ হয়নে?" বুঢ়ীয়ে হয় বুলি ক'লে। মাজী ঘৰত আছে নাই সোধাত বুঢ়ীয়ে আছে বুলি ক'লে। ভূঞাই বুঢ়ীক ক'লে," তুমি মাজীক আমাৰ কথা কোৱাগৈ যে ভৰাৰগিৰি বৰকণা কায়স্থ আহিছে।" বুঢ়ীয়ে তেনেকৈ মাজীক ক'লে। মাজীয়ে পোনতে কথাটি নপতিয়ায়। মাজীয়ে বুঢ়ীক ক'লে," ভূঞা কিয় আহিব এই ঠাইলৈ?" কিছুসময় পাছত মাজীয়ে ভাবিলে কিজানি আহিবও পাৰে। এই ভাবি তেওঁ বহাৰ পৰা উঠি আগবাঢ়ি গ'ল। মাজীয়ে গোবিন্দ ভূঞাক দেখি তবধ মানিলে আৰু ক'লে," তেনে লোকৰ এনে অৱস্থা কেনেকৈ হ'ল।" মাজীয়ে পুনৰ সুধিলে তেওঁলোকে ভোজন কৰিছেনে নাই। ভূঞাই ক'লে আজিত বাদে আগত তিনি দিনে ভোজন কৰা নাই।" মাজীয়ে তেওঁলোকক মাতি ক'লে," এতিয়া আহক, পাছতো বাৰ্ত্তা সুধিম।" তেওঁ গোবিন্দ ভূঞাক মাতি নি নতুন চৰিয়াত পানী আনি ভৰি ধুৱালে আৰু আইকো মাজীৰ

পত্নীয়ে ভিতৰলৈ মাতি নি ভৰি ধুৱালে। আৰু মাধৱকো ভৰি ধুৱলৈ ঘটীত পানী দিলে। তেওঁলোকক গাখীৰ চিৰা ভোজন কৰাই তামোল খাবলৈ দি মাজীয়ে খবৰ বাতৰি সুধিছে। ভূঞাই আদিৰে পৰা সুখৰ দুখৰ কথা কৈ মাজীক ক'লে," এতিয়া সুধি পুছি তোমাৰ ঘৰ ওলালো, তুমি বা কি কোৱা?" মাজীয়ে ক'লে," এই ঘৰ এতিয়া আৰু পৰৰ ঘৰ নুবুলিব, এই ঘৰ-বাৰী, গৰু-ম'হ, দাস-দাসী সকলো আপোনাৰ আৰুময়ো আপোনাৰ দাস; আপুনি ইয়াত কুৰি বছৰ থাকিলেও চিন্তা নাই।" মাজীয়ে ভূঞা, আই আৰু মাধৱক কাপোৰ এযোৰাকৈ দিলে আৰু তাম- পিতলৰ বাচন-বৰ্ত্তন দিলে। তেওঁলোকে মাজীৰ ঘৰতে খাই লৈ কিছু দিন আছিল। সেই সময়ত গোবিন্দ ভূঞাৰ উৰ্বশী নামেৰে এজনী কন্যাই জন্ম পালে। মাজীয়ে ভূঞাক ক'লে," মোৰ ইয়াত আপুনি এক শ বছৰ থাকিলেও থাকিব পাৰে; কিন্তু কালৰ গতিত ক'ৰবালৈ যাব লগা হ'লে আপোনাৰ হাতত টকা-সিকা নাই দেখোঁ? আমাৰ সকলোৱে খেতি কৰে, সেই মাটিতে এডোখৰত আপোনাৰ নামত কঠীয়া সিচি থ'ব; খাব মোৰ ভঁৰালৰ পৰা আৰু সেই ধান বেচি টকা-সিকা নিজে ল'ব।" ভাদ মাহত খেতিয়কে পথাৰত মাহ সিচিছিল। গোবিন্দ ভূঞায়ো মাহ গুটি এপাচিমান সিচি সেয়া নিজৰ বুলি খুঁটি মাৰি থ'লে। কঠীয়া বৰ ঘনকৈ গজিলে। তাকে দেখি হালগিৰিয়ে ক'লে," নিজেও নাজানে আৰু আমাকো নুসুধে, এতিয়া মূল কঠীয়ায়ে নষ্ট হ'ব।" কথাটি শুনি মাধৱে মাজীৰ গৰু এহাল নি খেতি ডৰা খচালে। খেতিত বোকা উঠিল। লোকে দেখি ক'লে," আগতে মূল কঠীয়া পালেহেঁতেন, এতিয়া সেয়াও ঢুকাল।" পাছত সেই ৰাতিয়ে বৰষুণ আহিল। এহাতৰ মূৰে মূৰে মাহ গছ পোখা মেলি গজি লতা হৈ বগাই সৰহকৈ মাহ ধৰিলে। মাজীয়ে খেতি পথাৰলৈ গৈ তাকে দেখি ক'লে," এইডৰা কাৰ খেতি, গোটেই পথাৰৰ মাহ ইয়াতে ধৰিছে দেখোঁ?" হালগিৰিয়ে সেয়া ভূঞাই কৰা খেতি বুলি ক'লে। তেনেকৈ ভূঞাই মাহ, সৰিয়হৰ, ধানৰ খেতি কৰে আৰু খায় মাজীৰ ঘৰত। ভূঞাৰ হাতত কিছু টকা জমা হ'ল। তেতিয়া মাজীয়ে ঢোল-মৃদঙ্গৰে পাঁচ দিন পানী তুলি ধোৱাই মাধৱৰ চূড়াকৰণ কৰিলে।

১-৭-৭ : এদিনাখন গোবিন্দ ভূঞাই মাজীক ক'লে," মোৰ ছোৱালীজনীক বিবাহ দিবৰ হ'ল আৰু ল'ৰাৰো বিয়া পাতিব লাগে। তোমালোকৰ

ঠাইত আমাৰ বংশৰ লোকক কায়থ (কায়স্থ ) বোলে, আমাৰ বংশৰ লোক তোমাৰ চিনাকি আছেনে?" মাজীয়ে ক'লে," এইখিনি উপায় মোৰ তাত নাই।" ভূঞাই ক'লে," শ্ৰীশঙ্কৰদেৱ ৰ'টাৰ পৰা ধুৱাঁহাটলৈ আহিছে বুলি শুনিছো,তেওঁৰ লগতে আমাৰ জ্ঞাতি-মিত্ৰ, ভাই-বন্ধু সকলো আছে, এতেকে আমি তেওঁৰ ওচৰলৈ যাব খুজো, তুমিনো কি কোৱা?" মাজীয়ে ক'লে," বাৰু তেনেই হওঁক, মই আপোনাক এবছৰ জোৰাকৈ সকলো বস্তু দিম।" মাজীয়ে বৰ নাও এখন অনাই তাত ধান, কাপোৰ, সৰিয়হ, লোণ, তেল, কচু, কোমোৰা, খাৰ দিছে আৰু নাওৰ আগ-গুৰত মানুহদি আৰু ভূঞাক কিছু টকাও দি চৌধ্য বছৰ নিজ ঘৰত ৰখাৰ পাছত বিদায় দিছে। ভূঞা, আই আৰু মাধৱে আহি ভৰালী ডুবিৰ ঠাইখনি পালে।

**২-৭-৮ :** প্ৰথম পুৰুষ আদি সৰস্বতী, তেওঁৰ পুত্ৰ গোপাল, গোপালৰ পুত্ৰ কৃপাল, কৃপালৰ পুত্ৰ ৰাম, ৰামৰ পুত্ৰ বিষ্ণু আৰু বিষ্ণুৰ পুত্ৰ গয়। গয়ে . একশজন যাত্ৰীৰ লগত গঙ্গালৈ গ'ল, লগৰবোৰে নেৰানেপেৰাকৈ ধৰাত। গঙ্গাত স্নান কৰি তেওঁলোকে জগন্নাথ ক্ষেত্ৰ পালে। জগন্নাথক তেওঁলোকে নিজৰ নিজৰ ইষ্ট বৰ মাগিলে। গয়ই জগন্নাথ প্ৰভুক মাগিলে সৎসঙ্গ। নিশা সপোনত জগন্নাথে বৰ পাণ্ডাক দেখা দি গয়ক ক'বলৈ ক'লে যে পূব দেশলৈ গ'লে তেওঁ সৎসঙ্গ পাব। বৰ পাণ্ডাই পুৱা বিচাৰি উলিয়াই গয়ক কথাটি ক'লে। যাত্ৰীসকলে পূৰ্বতে কথাৰ বান্ধ দিছিল যে তেওঁলোকৰ মাজত এৰা এৰি হ'লে মাৰ খাব লাগিব। গয়ই লগৰ যাত্ৰীসকলক ক'লে," তোমালোকৰ কোনে ক'লৈ যাবাহঁক?" যাত্ৰীসকলৰ কোনোৱে ক'লে বৃন্দাবনলৈ যাওঁ, কোনোৱে ক'লে ৰামেশ্বৰ সেতুবন্ধলৈ যাওঁ, কোনোৱে ক'লে অযোধ্যালৈ যাওঁ, কোনোৱে ক'লে সঙ্গমলৈ যাওঁ আৰু কোনোৱে ক'লে কুৰুক্ষেত্ৰলৈ যাওঁ। এনেকৈ যাত্ৰীসকল আঠ দহ ভাগত বিভক্ত হ'ল। গয়ই ক'লে," মই সকলো এৰিলো আৰু নিজ দেশলৈ উজাই যাওঁ।" এই বুলি গয়ই দায় দোষ সাৰি উজাই আহি শ্ৰীশঙ্কৰদেৱ গুৰুজনাক পাই ধৰ্ম ধৰি গুৰুজনাৰ লগতে আছিল। গুৰুজনে তেওঁক ৰামদাস নাম দিছে।

**১-৭-৯ :** ৰামদাসে নৈত স্নান কৰি আছিল। গোবিন্দ ভূঞাই তেওঁক লগ পাই বাৰ্ত্তা সুধিলে,"শঙ্কৰদেৱে ৰ'টাৰ পৰা অহাৰ খবৰ শুনিছো, হয়নে?

তেওঁনো ক'ত আছে?" ৰামদাসে উত্তৰত ক'লে," হয়, ময়ো তেওঁৰ লগৰে।" ৰামদাসে ভূঞাক সুধিলে," বাৰু তুমিনো ক'ৰ আৰু কিয় সুধিলা?" ভূঞাই ক'লে," মোক দীঘলা কায়স্থ বোলে। শ্ৰীশঙ্কৰদেৱৰ লগত আমাৰ জ্ঞাতি-মিত্ৰ সকলো আছে, সেয়ে সুধিলো। সেই জ্ঞাতি-মিত্ৰতে মোৰ ছোৱালীজনী বিয়া দিব লাগে আৰু কন্যা পালে ল'ৰাজনৰো বিয়া পাতিব লাগে,তাকে বিচাৰি আহিছো।" ৰামদাসে ক'লে," আপুনি দিলে ছোৱালীজনী ময়ে বিয়া কৰাম আৰু ল'ৰাজনৰ বাবেও কইনা বিচাৰি চাম।" ভূঞাই ক'লে," তেন্তে ছোৱালীজনীক মই তোমাৰ তাতেই বিবাহ দিলো" ভূঞা আৰু ৰামদাস দুয়োজন মিত্ৰ হ'ল। ৰামদাসে ভৰা নাওখনৰ পৰা বস্তুবোৰ তুলি আনিলে আৰু ভূঞাৰ পৰিয়ালক আনি নিজৰ ঘৰত ৰাখিলে। মাজীৰ নাওখন উজাই গ'ল। ৰামদাসে ভূঞাৰ পৰিয়ালৰ বাবে ঘৰ এটি দিলে। ৰামদাসৰ পুত্ৰ ৰামচৰণ আৰু কন্যা উৰ্ম্মিলা জন্মিছিল। উৰ্ম্মিলাক হৰিচৰণৰ তাত বিয়া দিয়া হৈছিল। ৰামচৰণৰ তিনি পুত্ৰ জন্মিছিল। তেওঁলোক হ'ল- দৈত্যাৰি,ত্ৰিপুৰাৰি আৰু নৰহৰি। বিকাই ঠাকুৰ, তেওঁৰ পুত্ৰ মণি। মণিৰ চাৰিজন পুত্ৰ—কানু, অৰুণ, পৰাণ আৰু ৰূপনাৰায়ণ। কানুৰ পুত্ৰ ৰত্নেশ্বৰ। অৰুণৰ পুত্ৰ মৰমানন্দ আৰু আত্মাৰাম। পৰমানন্দৰ পুত্ৰ হাটীৰ বাপুৰাম। ৰূপনাৰায়ণৰ চাৰি পুত্ৰ-ভোগবাপু, সন্তৰাম বাপু, ভাদ বাপু আৰু বিজয় বাপু।

**১-৭-১০** : শুভ বাৰ আৰু তিথি চাই উৰ্বশীক বিয়া দিয়া হৈছিল ৰামদাসৰ তাত। শ্ৰীশঙ্কৰদেৱক লগ পোৱাৰ এবছৰ পাছত উৰ্বশীক বিয়া দি গোবিন্দ ভূঞাই ৰ'টাত ছয় মাহ থাকি ভাৰ্য্যাক জী-জমাইৰ লগত থৈ পুত্ৰ মাধৱৰ সৈতে নিমাই মুদৈৰ নাওত ভটীয়াই গ'ল পূৰ্বৰ ঠাইলৈ বৰ পুত্ৰ দামোদৰক চাবলৈ। তেওঁলোকে বণ্ডুকা পাই দামোদৰৰ চোতালত ৰ'ল। দামোদৰে পিতাকক দেখি আথে-বেথে আগবঢ়াই নি চৰিয়াত পানী লৈ ভৰি ধুৱালে আৰু ভৰিত পৰি সেৱা কৰিলে। দামোদৰে মাধৱলৈ চাই পিতৃক সুধিলে," আপোনাৰ লগত এওঁ কোন?" ভূঞাই ক'লে," সেই ঠাইলৈ গৈ তোমাৰ মাহীমা এজনী বিবাহ কৰাইছিলো। এইজন তোমাৰে কনিষ্ঠ ভাই।" দামোদৰে মাধৱক সাৱটি ধৰি আদৰ কৰিলে। তেওঁ মাধৱক পানীৰ লোটা দিলে আৰু মাধৱে ভৰি ধুলে। তাৰ

পাছত পিতৃ আৰু দুই পুত্ৰই আনন্দ মনেৰে ভোজন কৰিলে। দামোদৰৰ পুত্ৰ নাছিল। বৌয়েকে মাধৱক বৰ মৰম স্নেহ কৰিছিল নিজৰে পুত্ৰ জ্ঞান কৰি। ভূএগ্ৰাই মাধৱক ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰশালত পঢ়িবলৈ থ'লে। এবছৰতে মাধৱে সাত ব্যাকৰণ,মহাভাৰত, পুৰাণ আৰু ভাগৱতৰ জ্ঞানেৰে শিক্ষিত হ'ল। মাধৱক এবাৰ শিকালে পুনৰ শিকাব নালাগে। তেওঁ ঘৰলৈ আহি কায়থেলি শিক্ষাও ল'লে। পঢা শুনাৰ অন্তত মাধৱ আৰু পিতৃয়ে পুনৰ উজনিলৈ যাবলৈ মন কৰিছিল; কিন্তু আয়ুসৰ অন্তত গোবিন্দ ভূএগ্ৰা ঢুকাল। দুই পুত্ৰই পিতৃক নিবিতা নদীৰ পাৰত নি কাঠ সংস্কাৰ কৰিলে। পিতৃৰ দাহ সংস্কাৰ কৰি আহি দামোদৰে অসন্তোষ মনেৰে আছিল আঁঠুত মূৰ সোমাই। মাধৱে সুধিলে," দাদা, কিয় অসন্তোষ কৰা ?" দামোদৰে ক'লে," বাপু, মই যদিও ভঁৰালী বৰুৱা, তৎ সত্বেও নাই বুলিলেও তিনি কুৰি টকাৰ লোকৰ ধাৰত পৰি আছো। এই ঠাইত এঁকশ-ছয়কুৰি টকা হ'লেহে কাজ-কৰ্ম, ভোজ হয়, নিয়মটো ৰক্ষা কৰিবলৈকেও তিনি কুৰি টকা লাগে; বামুণৰ বাবেই ৰক্ষা নাই। মোৰ হাতত ডেৰ কুৰি টকাহে আছে, ইয়াৰে কি কৰিম ভাবি পোৱা নাই।" মাধৱে ক'লে," দাদা, মোক নগদ চাৰি টকা দিয়া আৰু চিন্তা এৰা।" দামোদৰে মাধৱক চাৰি টকা দিলে। মাধৱে সেই টকা ভঙাই সৰু কৰি বৰ ভট্টাচাৰ্য্য,অধ্যাপক, কন্দলি, কবিৰত্ন আৰু মিশ্ৰ এইসকল ব্ৰাহ্মণৰ ঘৰে ঘৰে গৈ শিকি, আধুলি, এপইচা দি অনুৰোধ কৰি আহিলে যাতে কাজৰ সন্তৰ্পণ অনুষ্ঠানলৈ নাযায়। মৃতকৰ দহা কাৰ্য্য সম্পন্ন হ'ল। তাতে অনেক বস্তু গৃহত জমা খালে। ডাঙৰসকলে নোযোৱাত ব্ৰাহ্মণৰ সৰুসকলেও সন্তৰ্পণ অনুষ্ঠানলৈ নগ'ল। মাধৱে পুৰোহিতেৰে দহা-শ্ৰাদ্ধ কৰি দান-দক্ষিণা কৰিলে। তাৰ পাছত ভোজ দিবৰ পাল। সেই ঠাইত মাছ পাবলৈ নাই। মাধৱে এঘৰ মানুহৰ ঘৰলৈ গ'ল মাছৰ বাবে। তাৰে পৰা তেওঁ দুটি কাতল মাছ আনিলে। মাছ দুটি একেবাৰে গেলা। বাটৰুৱাই মাছটি দেখি মাধৱক ক'লে, "তইঁতৰ ভোজলৈ গৈ গএগ্ৰাই নিন্দাহে কৰিব।" ঘৰত মাছটি দেখি দাদাকে ক'লে, "বোপা, কি কৰিলা ? কি মাছ আনিলা ? এই মাছ খাই গএগ্ৰাই নিন্দাহে কৰিব আৰু পুনৰ ভোজ দিব লাগিব। এই ঠাইত আঞ্জা-ভাত বেয়া হ'লে লোকে নিন্দাও কৰে আৰু দকচি খায়ো।" মাধৱে ক'লে,"দাদা, ময়ে চাউল সিজাম।" এই বুলি মাধৱে মাছ দুটি বাছি পেটা

পেলাই ধুই জৰীৰে আঁৰি লৈ ফিচা কাটি তলত ডাবৰ থৈ চেপিলে-আটিলে। তেনে কৰাত মাছৰ হাড়হে ৰ'লগৈ। সেই মাছ জুই যেন তপত পানীত দিলে। মাছ পুনৰ গোটা হ'ল। তাকে কটাৰীৰে কাটি টেঙা দি ভাজি লোণ, জালুক, আইযোৱান, গন্ধ, গাষ্ঠিযান দি মাহৰ, মগুৰ, মাটিমাহৰ পাঁচখন সোৱাদৰ ব্যঞ্জন ৰান্ধিলে। সেই ব্যঞ্জন ভোজত বাঢ়ি দিয়া হ'ল। গএণ্ড ৰাইজে ব্যঞ্জন খাই ক'লে," তেনে মাছ এনে হ'ব বুলি কোনে জানে? কোনো দিনে এনে ব্যঞ্জন খোৱা নাই। এয়া নাভূত-নাশ্রুত কথা। বোপা, আমাক ব্যঞ্জন সৰহকৈ দিয়া। আজিৰে পৰা খাৰত দিয়া মাছ এৰিলো আৰু।" দুয়ো ককাই-ভায়ে ভাত-আঞ্জা বিলাইছিল। সেইবোৰ বাঢ়েহে, নুটুটে। পুৰুষসকলে খাই গ'ল, পিছত মহিলাসকলে গোটেই দিন ভাত-আঞ্জা খায়ো সেয়া শেষ কৰিব নোৱাৰিলে।

**১-৭-১১** : দামোদৰৰ বহুত ধাৰ; তেওঁ ধন আৰু ধানৰো ধৰুৱা। লোকে আহি ধাৰ সাধে। তাকে দেখি মাধৱে দাদাকক সুধিলে," তোমাৰ যে খাবলৈ নাটে কিবা অন্যায় কৰা হ'বলা?" দামোদৰে ক'লে," কিনো অন্যায় কৰো?" মাধৱে ক'লে," কিয়, ৰাতি যে ঘৰ আঁতাই ভাত ৰান্ধি খোৱা, সেয়া বাহি গাৰে ভাত খোৱা নহয়? তেনেকৈ নাখাবা। আনটো দোষ হ'ল, বেলা ডেৰ পৰত গাই দুৱা আৰু গো-পোৱালীটোৱে ক্ষুধা-তৃষ্ণাত মৰে। আৰু ৰাতি নুপুৱাতে গৰু নি হাল বোৱা, এই এটা। এইবোৰ অন্যায়ৰ বাবেহে ভাত-কাপোৰে নুজুৰে।" মাধৱে দদায়েকক সুধিলে," দাদা, দুটা মান খেতি ময়ে কৰিলোহেঁতেন।" দদায়েকে ক'লে," পাৰা যদি কৰা।" মাধৱে হালোৱাক নি মাটিৰ সীমা চাই আধাখিনি মাটি এৰি ধান সিচিলে। হালৰ দুই ঠাইত জোৰা লগাই মাধৱে হাল বাইছিলে। মাধৱে দুপৰ নহওঁতেই গৰু মেলি দিয়ে আৰু পিছবেলাও গধূলিহে পথাৰলৈ যায়। তেওঁ দদাকক ক'লে," দাদা, ভঁৰাল এটি সাজিবহে লাগিল।" দামোদৰে ক'লে,"কিয়নো লাগিছে? মাটিও আধাখিনি এৰিলা, হাল জোৰা বেলাকৈ আৰু গৰুও মেলা সময় থাকোঁতেই আৰু পথৰুৱাই পথাৰলৈ যায় তিনি পৰত; এতেকে আগৰ ভঁৰালেই হ'ব।" তথাপি দদায়েকে এটি ভঁৰাল সাজিলে। মাধৱে ধান দালে, চপালে। ধান ভঁৰাল কেইটি ভৰি কিছু ধান ৰ'লহে। মুঠ দুশ মোন ধান হ'ল। মাধৱে দাদাকক ক'লে," দাদা, কাৰ কাৰ ধাৰ আছে সুজা।" তেনেকৈ

মাহ, সৰিয়হ আৰু কুহিয়াৰৰ খেতিত অধিক ফচল পাই সমস্ত ঋণ সুজা গ'ল। আপুনি  লক্ষ্মীৰ পতি, তেওঁৰ কি বস্তুৰ অভাব?

মাধৱে কৃষি কৰি আছিল। এনেতে দদাক দামোদৰ বেমাৰত পৰিল। দদাকে মাধৱক ক'লে," বাপু শুনা, মই ৰজাৰ লগত আছো বাবেহে এই চাৰিটা লগুৱা, লোণ-তেল, তামোল-পাণ ভাৰে ভেটীয়ে পাইছো, ঘৰত পৰি থাকিলে মোক কোনে দিব? সকলো গুচাবহে। মোৰ হ'ল জ্বৰ-কাহ, তিনি চাৰি দিন তুমিয়ে ৰজাৰ তাত থাকিব পাৰা।" মাধৱে সন্মতি দিলে। দামোদৰে মাধৱক ৰজাক চিনাকি কৰি দি ৰজাৰ লগতে তেওঁক থৈ আহিল। ৰজাই মাধৱক বৰ দয়া কৰিব ধৰিলে। মাধৱে যি কয় সেয়ে অখণ্ডিত হয়। মাধৱ ধীৰ, স্থিৰ-গম্ভীৰ, ধৈৰ্য্যশীল দেখি ৰজায়ো ন্যায় পথত চলিব ধৰিলে। বৈদ্যৰ ঔষধ খাই এবছৰত দামোদৰ সুস্থ হ'ল। ৰজাৰ মাধৱৰ প্ৰতি খাটিৰ দেখি দদাকে মাধৱক ৰজাৰ ওচৰৰ পৰা মাতি আনিবলৈ টান পালে। মাধৱে দদাকৰ মন বুজি ক'লে,"দাদা, তুমিয়ে ৰজাৰ লগত থাকা,মই ঘৰলৈ যাওঁ; ৰজাৰ লগত থাকিলে কত বা পাপ সিজে?" দদাকে মাধৱক ঘৰলৈ পঠালে। ৰজাৰ পৰা আহি মাধৱে ঘৰতে আছিল।

১-৭-১২ : এদিনাখন মাধৱে ককায়েকক ক'লে,"দাদা, আই আছে দূৰৈত, লগত কোনো নাই; আইৰ মোতহে আশা, পিতৃ ঢুকোৱা কথাটি আয়ে শুনা নাই; আইৰ তালৈ যাব খুজো, তুমি বা কি কোৱা?" দামোদৰে মাধৱৰ কথাত সন্মতি দিলে। ধুঁৱাহাটৰ পৰা তামোল, লোণ লৈ যোৱা মুদৈৰ নাওত খৰছ দি দামোদৰে মাধৱক পঠালে। নাও এদিনৰ বাট উজাই যাওঁতেই মাধৱৰ পেট চলিব ধৰিলে। মাধৱে মনতে ভবিলে, তেওঁৰ ৰোগ কিজানি টানহে হয়। তেওঁ মুদৈক ক'লে," মোক আমাৰ ঠাইত এৰি যোৱা।" মুদৈয়ে মাধৱক ছয় হাত দ নৈৰ গৰাত এৰি থৈ গ'ল। গৰু চৰোৱা ল'ৰা কিছুমানক দেখি মাধৱে সিহঁতক মাতি ক'লে," হেৰা ল'ৰাহঁত, মোক ওপৰলৈ তোলা।" সিহঁতে ক'লে," কেনেকৈ তোলো?" মাধৱে সিহঁতক ক'লে," গৰুৰ পঘা চাৰিডাল খুলি জোৰা দি একজাক ল'ৰাই  বল দি মোক টানা।" গোটেই ল'ৰাই বল দি টনাত মাধৱে ৰচিত ধৰি ওপৰলৈ উঠিল। নৈৰ কাষতে ৰাজপথ। ৰাজপথৰ দাঁতিত মাধৱে পৰি আছিল। গাঁওৰ লোকে দুপৰীয়া মাধৱক দেখি ঘৰত খবৰ দিলে। ঘৰত দদায়েক নাছিল,

বৌয়েকে দুখ কৰি চাকৰৰ হাতত পীৰা-জৰী দি ৰাতিয়ে পঠালে মাধৱক আনিবলৈ। লোককেইজনে ৰাতিপুৱা মাধৱক পাই গা ধোৱাই, ভোজন কৰাই পীৰা-জৰীৰে ডোলা কৰি আনিলে। ঘৰত বেজে বৰ আস্থাৰে ঔষধ দিয়াত আৰু বৌয়েকে পৰিচৰ্য্যা কৰাত মাধৱ সুস্থ হ'ল। ছয় মাহত গা টঙাই উঠি খাহিৰ মাংস খাই মাধৱ সম্পূৰ্ণ সুস্থ হ'ল।

ধুৱাঁহাটৰ তামোলবাৰীয়া লাখপতি মুদৈয়ে তামোল-পাণ লৈ পুনৰ উজাই আহিছিল। তেওঁলোকৰ লগত মাধৱো আহিছে। হেকাৰাকুছিয়া হিৰামল লোণৰ মুদৈয়ে দূৰৈৰ পৰা মাধৱক চিনিব পাৰি বিশ্বনাথৰ দ্বাৰা খবৰ দি পঠালে," খৰকৈ ঘৰলৈ গ'লেহে মাধৱে মাকক দেখিব, মাক বৰ টান নৰিয়াত পৰিছে।" মাধৱে দুখ কৰি মনতে ক'লে, "পিতৃও ঢুকাল আৰু এতিয়া মাতৃকো নেদেখিম।" এই বুলি তেওঁ দুৰ্গা গোসাঁনীলৈ এযোৰ পাঠা মানস কৰিলে যেন তেওঁ মাতৃক দেখে। ভৰালীডুবি পাই মাধৱে নাওৰ পৰা নামি দুখ মনেৰে ঘৰলৈ গৈ দেখিলে মাক সুস্থ হৈছে। মাধৱে মাকক ক'লে, "আই, শাখা-সেন্দুৰ গুচাব লাগে, পিতৃ ঢুকাল।" আয়ে সেই খবৰ পাই ব্যাকুল-বিহ্বল হৈ সকলো অলঙ্কাৰ খহাই স্নান কৰি কাপোৰ-পাগ দূৰ কৰিলে। তাৰ পাছত সভা কৰি শুদ্ধ হ'ল।



# অষ্টম অধ্যায়

**১-৮-১** : মাধৱে ৰামদাস বৈনায়েকক ক'লে—"বৈনাই, আই নৰিয়াত পৰাৰ কথা শুনি দুৰ্গা গোসাঁনীলৈ পঠা এহাল মানস কৰিছিলো, পঠা হাল আনি দিয়া, এই শৰতৰ পূজাতে বলি দিওঁ; পূজাৰ দিনো ওচৰ চাপি আহিল।" মাধৱে পুনৰ ক'লে—"বৈনাই আজিয়ে যোৱা।" ৰামদাসে গৈ শ্ৰীশঙ্কৰ গুৰুজনাৰ সেৱা কাৰ্য্য কৰি ঘূৰি আহি মাধৱক ক'লে—"পঠা নাপালো।" ইয়াকে শুনি মাধৱে খং কৰি ক'লে –

"তুমি নমৰা কেলৈ! হেৰা,
নামত হেঙ্কৰা বুদ্ধিত পাগল,
বিহানে টকা দিলো নানিলা ছাগল।।"

ৰামদাসে ক'লে—"কি পঠা পঠা কৰা, যিজনে বলিৰ দৰে নিসিদ্ধ কৰ্ম কৰে তেওঁ নৰকতহে পৰে। মাধৱে ক'লে —

"অ' বুজিলো, তুমি পঠা নানা সেই কাৰণেই।
এই কথা কোনে কৈছে?
হেৰা, মুৰ্খৰ আগত যেন কথা কও তই,
ধৰ্মক চিনাৱস, কিছু নজানহো মই।"

ৰামদাসে ক'লে--"যিজনে এই ধৰ্ম কৰ্ম লিখিছে, তেওঁৰ আগত একাষাৰো মতিব নোৱাৰিবা, এক কথাত তোমাক নিমাত কৰিব।" ৰামদাসে পুনৰ ক'লে--

"মোৰ আগত কৰা ৰাগ গোট,
শঙ্কৰৰ গুৰি পালে হ'বা লোট সোট।"

মাধৱে খং কৰি ক'লে—" বলাহঁক যাওঁ, দুৰ্গা দেৱীক কোনে কেনেকৈ খণ্ডন কৰে? যাৰ সৃষ্টি মায়াত ব্ৰহ্মা, মহেশ্বৰো সাৰি যোৱা নাই।" ৰামদাসে বাহিৰলৈ ওলাই দেখিলে, বেলি লহিয়াইছে। তেওঁ মাধৱক ক'লে—" ৰাতিপুৱা ওলাবা, যাম।" ৰাতিপুৱা মাধৱ আৰু ৰামদাসে এচৰু পকা তামোল আৰু কিছু পাণ লৈ গ'ল গুৰুজনাৰ ওচৰলৈ। তেওঁলোকে গৈ দেখিলে, গুৰুজনাই

ৰাতিপুৱাই শৌচ শুদ্ধি স্নান কৰি কৃষ্ণ সেৱা, নাম কীৰ্ত্তন কৰি উঠি চ'ৰাঘৰত ভকতৰ সৈতে কৃষ্ণ কথা চৰ্চা কৰি আছে। শ্ৰীশঙ্কৰদেৱক দেখিয়ে মাধৱৰ গাটো জাকি মাৰি উঠিল, গাৰ নোম তেওঁৰ শিয়ৰি উঠিল। শ্ৰীশঙ্কৰ কোটি সূৰুযৰ প্ৰকাশ জ্যোতি হৈ আছে; তেওঁৰ গাৰ বৰণ বগা, চক্ৰাকৃতিৰ শিৰ, ঘন নীলা কেকোঁৰা চুলি, গল শঙ্খৰ দৰে,কাণৰ মকৰ কুণ্ডলযোৰ সুন্দৰ আৰু উজ্জ্বল,বহল চকুহাল পদুম ফুলৰ পাহিৰ আকৃতিৰ, চকুৰ ভ্ৰূ মদনৰ ধনুৰ চাপৰ দৰে, তিল ফুলৰ দৰে নাক, ওঁঠ দুটা ৰঙচোৱা ৰঙা, পদুমৰ দৰে মুখমণ্ডল পূৰ্ণিমাৰ জোনৰ দৰে উজ্জ্বল, দাঁতবোৰ কুন্দত কটা ডালিমৰ গুটিৰ দৰে, মুখত অলপীয়া হাঁহি, কথা গম্ভীৰ, মধুৰ; কথাত যেন অমৃত বৰষে, থুঁতৰি সুন্দৰ, সিংহৰ দৰে কান্ধ, বহল বুকু আহতৰ পাতৰ দৰে, হাত বাসুকি নাগৰ দৰে আৰু ভৰিৰ আঁঠুলৈ পৰা, ৰত্নৰ দৰে মেল খোৱা আঙুলি, নখ চন্দ্ৰৰ সমান জ্যোতিৰ, কঁকাল খীণ, কঁকালত হালধীয়া বৰণৰ চুৰিয়া, উৰু ৰামকলৰ দৰে, আঁঠু সুঠাম, ভৰিৰ তলুৱা পদুম কলিৰ দৰে আৰু ৰং কোমল কুহিপাতৰ দৰে, ৰত্নৰ সূতাৰ দৰে লাহী আঙুলি, ভৰিৰ তলুৱাত পাঁচটি চিহ্ন বিৰাজ কৰিছে, চকু উজ্জ্বল আৰু সাগৰৰ দৰে গভীৰ, তেওঁ পৃথিবীৰ দৰে সহনশীল, বুদ্ধিত বৃহস্পতি, ধৈৰ্য্যত মেৰু সদৃশ আৰু গম্ভীৰ বিষ্ণুৰ দৰে। ৰামদাসে দণ্ডৱতে পৰি গুৰুজনাক সেৱা কৰিলে আৰু এনে দিব্য ৰূপ দেখি আশ্চৰ্য্য হৈ মাধৱেও সঙ্কুচিত ভাৱে দণ্ডৱতে পৰি গুৰুজনাক সেৱা কৰিলে। পুৱাতে সোঁহাতখন কঁপাত সুহৃদ সখিৰ দৰ্শন হ'ব বুলি জানি গুৰুজনাই বৰ সন্তোষ মনেৰে আছিল। মাধৱ আৰু ৰামদাসক দেখি মেঘৰ গম্ভীৰ আৰু মধুৰ বাক্যেৰে গুৰুজনাই সুধিলে–" ৰামদাস, এওঁ কোন?" ৰামদাসে ক'লে–" বাপ ৰামকণা কায়স্থৰ ল'ৰা।" গুৰুজনাই ক'লে–" অ' মনোহৰি বাইৰ ল'ৰা। ইমান ডেকাটো হ'ল, বাটত দেখিলে চিনিকে নাপালোহেঁতেন!" ৰামদাসে গুৰুজনাক ক'লে–" বাপ, আপোনাৰ ওচৰত এওঁৰ গোচৰ আছে।" ৰামদাসে মাধৱক ক'লে--" কি সোধা সোধাহি, কালিলৈ দুৰ্গোৎসৱৰ বেলবৰণ, কালি পৃথিবী অমৰাৱতী হ'ব।" তেতিয়া গুৰুজনাই পোনতে মুখ্য তৰ্ক আৰম্ভ কৰি ক'লে–" হেৰা, এই নীচ কৰ্মৰ কথা কোনে সুধিছে?" তেতিয়া মাধৱে ক'লে–" ইয়াক কিয় নীচ কৰ্ম বোলা হ'ল? এয়া মূল কৰ্মহে।" মাধৱে প্ৰবৃত্তি,আগম, তৰ্ক, নীতি, ন্যায়, কল্প,

স্বৰোদয় আৰু আন মাৰ্গৰ অনেক শ্লোক আনি দেবী পূজাৰ যুক্তি আনিব ধৰিলে। শ্ৰীশঙ্কৰদেৱে বাৰ স্কন্ধ ভাগৱতৰ পৰা নিবৃত্তিৰ শ্লোক আনি মাধৱৰ বাক্য খণ্ডিলে। গুৰুজনে পুনৰ ক'লে —

হংস, ছাগ, কাটি যিটো ৰুধিৰে কৰ্ম কৰে,
সি যদি স্বৰ্গক যায় নৰকত কোনে পৰে?

গুৰুজনে ক'লে--নাজানিহে ব্যাসে কৰিলে বেদৰ শাখা। ব্যাসৰ ভাগৱতৰ আগত আগম, চন্দ্ৰৰ আগত জোনাকী পৰুৱা অথবা সূৰ্য্যৰ আগত যেন বন্তি। আগম কৰি কাণ্ডাৰী বিহীন নাও সাগৰত ঘূৰি ফুৰা দি ব্যাসৰ মন অস্থিৰ হ'ল। পাচত নাৰদে কাণ্ডাৰী হৈ ভাগৱত নৌকাত বঠা ধৰি ব্যাসক সকলো ক'লে। ব্যাসৰ অজ্ঞান অস্থিৰ মন-বতাহ নিৰ্মল হৈ জড়, চৈতন্য, মায়া তেওঁ সকলোকে দেখিলে। ভাগৱতৰ সেই সেই শ্লোক মাতি গুৰুজনে তাৰ অৰ্থ মাধৱক ক'লে। এনেকৈ মাধৱে প্ৰবৃত্তি মাৰ্গৰ কথা আনে আৰু গুৰুজনে তাক খণ্ডন কৰে। তেওঁলোকে প্ৰবৃত্তি, নিবৃত্তি বিষয়ে তিনি প্ৰহৰলৈ তৰ্ক কৰিলে। পাচত গুৰুজনে ভাগৱতৰ তৰুমূলৰ শ্লোকটি আনিলে।[১] গুৰুজনে এই শ্লোকটি মাতি তাৰ অৰ্থ দৃষ্টান্ত দি ক'লে—ভোজনত ইন্দ্ৰিয় তুষ্ট হয় আৰু দেহক বত্ৰিশ অলঙ্কাৰেৰে সজালেও শিৰ নহ'লে সকলো অশোভন হয়।" এনেকৈ চৰ্চা কৰি থাকোঁতে মাধৱে গুৰুজনাক পুনৰ সেৱা কৰি পৰাজয় স্বীকাৰ কৰিলে। গুৰুজনাই ক'লে- "মাধৱ, এতিয়াই যোৱানে?" মাধৱে ক'লে—" নাযাওঁ বাপ।" গুৰুজনাই ক'লে- "দেখোঁ আহিয়ে সেৱা কৰিছিলা আৰু এতিয়া সেৱা কৰিলা কিয়?" মাধৱে ক'লে— "বাপ, আগতে যি সেৱা কৰিছিলো সেয়া বৰভূঞা বিষয়া মানি আৰু এতিয়া যি সেৱা কৰিছো আপোনাৰ অভয় চৰণ পঙ্কজত বিক্ৰী গৈ জীৱনলৈ

---

১। যথা তৰুমূলে নিষেচনেন। তৃপ্যন্তি তৎস্কন্ধ ভূজোপশাখাঃ।। প্ৰণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাং। তথাচ সৰ্বাৰ্চ্চনসুচ্যতেজ্যঃ।। (শ্ৰীমদ্ভাগৱত)

অৰ্থ— বৃক্ষৰ মূলত যেন দিলে আনি জল। হোৱয় তৃপিতি তাত পত্ৰ পুষ্প ফল।।
ডালে পাতে সিঞ্চে যদি মূলত নেদয়। কদাচিতো
ডালে পাতে তৃপিতি নহয়।। ক্ষুধাতুৰ নৰে যদি অন্নক ভুঞ্জয়।
তৃপিতি হোৱয় ইন্দ্ৰিয় অতিশয়।। ভোজন বিহীন পিন্ধে বস্ত্ৰ অলঙ্কাৰ।
ইন্দ্ৰিয়ৰ কিছু প্ৰীতি নহয় তাহাৰ।। কৃষ্ণক পূজিলে সমস্তৰে পূজা হয়।
পৃথকে পূজিলে পূজা কেহো নলৱয়।। (শঙ্কৰদেৱ)

আপোনাক গুৰু মানি।

**১-৮-২** পিচদিনাখন মাধৱে মাহ , চাউল, জৰা তেঙা, পুৰা কল, তামোল-পাণ, বস্ত্র লৈ আৰু হৰিচে থাকি মহাপুৰুষ গুৰুজনাৰ ওচৰত ধৰ্ম বস্তু লাভ কৰিছে। তাৰ পাচত চাৰিদিন তেওঁ ঘৰতে আছে। আহিনৰ পূজাৰ সময়ত মাধৱে ৰামৰাম গুৰুক মাতি নি প্রসাদ নৈৱদ্য ধোৱাই কটাই বিষ্ণু পূজা কৰিছে। তেওঁ ৰামৰাম গুৰুক ক'লে—" আন দেৱতাৰ নামত ফুল পাতো নিদিব।" ৰামৰাম গুৰুৱে শুদ্ধকৈ ঘোষা কীৰ্ত্তন কৰি বিষ্ণুক জগালে। পিচত প্রসাদ ভাণ্ডি চৰুতকৈ লৈ মাধৱে গুৰুজনাৰ ঘৰলৈ আনিছে। গুৰুজনাই ক'লে—" মাধৱ, ইয়াক গ্ৰহণ কৰিব নোৱাৰিম।" মাধৱে ক'লে—" বাপ, সেয়া নহয়; ৰজাৰ হেংদাং, মন্ত্রীৰনো কি?" গুৰুজনাই সুধিলে – "কিনো?" মাধৱে ক'লে—" বিষ্ণুৰ নৈবেদ্যহে, অন্য পূজা মই কিয় কৰিম?" গুৰু জনাই ক'লে— "কালি লগ পাই গৈ এক চিত্তেৰে নিশ্চয় কৰি বিষ্ণুৰ পূজা কৰি তুমি প্রসাদ আনিছা। ঘৰৰ স্ত্রীকহে বুজাব নোৱাৰিলো।" গুৰুজনাই ভাৰ্য্যাক ক'লে-"ৰামানন্দৰ মাক, প্রসাদ এই থোৱা নি, স্নান কৰি ভোজন কৰিম।" পাচত গুৰুজনে শৌচ শুদ্ধি কৰি, স্নান, কৃষ্ণ - সেৱা কৰি প্রসাদ গ্ৰহণ কৰি মাধৱকো দিছে। গুৰুজনে প্রসাদ আই গোসাঁনী, ৰামানন্দ ঠাকুৰ আৰু ভকতকো ভোজন কৰালে। পাচত দুয়োজন গুৰুৱে আলোচনাত বহিছে।

**১-৮-৩ :** গুৰুজনাই মাধৱক এটি দৃষ্টান্ত দিছে। এহাল বুঢ়া বুঢ়ী লোকহীন অৰণ্যত থাকে। তেওঁলোকৰ পুত্র এটি জন্মিল। পুত্ৰই মাক পিতাকক বুঢ়া -বুঢ়ী বুলি মাতে। তেতিয়া দুয়ো বুঢ়া-বুঢ়ীয়ে আলোচনা কৰি ক'লে—"আমি দুয়ো দুজনকে আই-বোপাই বুলি মাতো।" ল'ৰাই পাচত তাকে শুনি আই পিতাই মাত ধৰিলে। এতেকে মাধৱ আমি গুৰু-শিষ্য ভাব দেখুৱালেহে অভুৱা জীৱই গুৰু-শিষ্য ভাব ধৰিব। সেব্য হ'ল শ্ৰীশঙ্কৰদেৱ আৰু সেৱক হ'ল মাধৱদেৱ। আগতে ধৰ্মৰ তিনিটা বস্তু আছিল, এতিয়া সম্পূৰ্ণ চাৰি পোৱা, এক সেৰ কৰি সেৱকক দেখুৱালে। [২]

---

২। মহাপুৰুষীয়া ধৰ্মত চাৰি বস্তুৰ গুৰু -সেৱাও এটা। শঙ্কৰদেৱে নিজকে গুৰু দেখুৱাই শিষ্যৰ পৰা মান সৎকাৰ উপযাচি ল'ব বিচৰা নাছিল। পাচত মাধৱদেৱে গুৰুজনাৰ সেৱা কৰি গুৰু-সেৱাৰ অপূৰ্ব নিদৰ্শন দেখুৱালে। আৰু তাতে চাৰি বস্তুৱে সম্পূৰ্ণ ৰূপ পালে।

১-৮-৪ মাধৱদেৱে নিতে দুয়োবেলা কৃষ্ণ কথা শুনে গুৰুজনাৰ ওচৰলৈ অহা যোৱা কৰি। গুৰুজনাই ভোজন কৰি অলপ শোৱে। মাধৱে আগতে আহিলে ক্ষণিক ৰৈ বহি থকে। গুৰুজনাই পত্নীক ক'লে—" ৰামানন্দৰ মাক, মাধৱ বান্ধৱ আহিলে মোক জগাবা।" এদিন গুৰুজনাৰ কন্যা বিষ্ণুপ্ৰিয়াই গুৰুজনাক জগাই ক'লে—" পিতা, মাধৱ বান্ধৱ আহিছে, উঠা।" গুৰুজনাই শোৱাৰ পৰা উঠি ক'লে—"আমি জানো মাধৱ বান্ধৱ বুলি, তুমি কালিৰ ছোৱা, কেনেকৈ জানিলা মাধৱ বান্ধৱ বুলি?" এই বুলি কৈ গুৰুজনাই বিষ্ণুপ্ৰিয়াৰ মূৰত চুমা খাইছে।

১-৮-৫ এদিন আই গোসাঁনীয়ে গুৰুজনাক ক'লে—" ৰামানন্দৰ পিতা, মাধৱে কালি ভাটী বেলা ঘৰলৈ গৈ সোনকালে ঘূৰি আহিছিল, ভাত বা খাইছিল নে নাই ? তেওঁ ভাত ইয়াতো খাব পাৰে।" গুৰুজনাই ক'লে—"বাৰু আজি সুধিম।" পিচদিনা মাধৱ আহিলত গুৰুজনাই সুধিলে—" কালি যে ঘৰলৈ গৈছিলা, ভাত খাইছিলা নে নাই? ভাত ইয়াতো খাব পাৰা, তোমাৰ বা কি মত?" মাধৱে ক'লে—" বাপ, আপোনাৰ ঘৰত নাখাই খাম ক'ত? আপোনাৰ কৃপাত সেৱা ধৰ্ম ধৰি সংসাৰ তৰিবলৈ আশা কৰিছো; তথাপি ঘৰৰ ভিতৰখন এবাৰ মই চাই ল'ম।" মাধৱে ৰান্ধনী ঘৰত সোমাই দেখিলে ঘৰৰ এচুকত পাগ পাতিলা আছে আৰু আন এটি চুকত মাটিৰ ভেটি বান্ধি তাত ঘট পাতি আমৰ ডালি দি এৱা সূতা মেৰাই থোৱা আছে। মাধৱে আই গোসাঁনীক ক'লে—" মাতৃ, এয়া কি?" আয়ে ক'লে—" বাপু, সুধিব নালাগে, চাৰিটি ল'ৰা ছোৱালী চোৱা চিতা কৰিব লাগে, কিবা অপায় অমঙ্গল হয় বুলিহে থৈছো।" মাধৱে ক'লে—" আই, ঘৰতে পৰম ব্ৰহ্ম, তেৱেঁই যদি বিঘিনি আঁতৰাব নোৱাৰে, এইবোৰে পাৰিবনে? যিবোৰ দেৱ-দেৱী পৰম ব্ৰহ্মৰ দাস দাসী।" এই বুলি মাধৱে লাঠীৰে মৰিয়াই ঘট-পট ভাঙি খোলাবোৰ পাচিত ভৰাই নি নৈত উটুৱাই দিলে।" গুৰুজনাই ক'লে— "মই ক'লে ৰামানন্দৰ মাকে নামানে, এতিয়া ঠিক কাজীয়ে পাইছে।" পাচত মাধৱে স্নান কৰি আহি আই গোসাঁনীক ক'লে—"মাতৃ, পাগ পাতিলা পেলাই কাপোৰ কানি ধুই আৰু খাৰ তেওঁাৰে গা ধুই উপবাসে থাকি চাউল সিজাব।" পিচদিনা মাধৱে আহি গুৰুজনাক সেৱা কৰি ঘৰৰ ভিতৰ সোমাই দেখিলে আয়ে গুৰুজনাৰ পৰা ধৰ্ম লৈ তেওঁ কোৱাৰ ধৰণে আছে। আয়ে মাধৱৰ ভৰিত

পৰি সেৱা কৰি ক'লে—" বাপু, সূৰ্য্যক কুঁৱলীয়ে ঢকা দি আৰু অগ্নিক ধোঁৱাই ঢকা দি অজ্ঞানে মোক ঢাকিছিল, তুমিহে দিব্য অঞ্জন আনি চকুৰ জাল মোৰ গুচাই দিলা। প্ৰভুৰ মায়াত ব্ৰহ্মায়ো বিচুৰ্ত্তি খায়, হৰেও দৌৰে; মোৰ মায়াই মোকেই ঢাকে।" মাধৱে আইক সুধিলে," মোৰ গুৰুজনক আপুনি কি বুলি মানিছে?" আয়ে ক'লে—" স্বামী বুলি।" মাধৱে ক'লে—" তেওঁ পূৰ্ণ ঈশ্বৰৰো ঈশ্বৰ আৰু আপুনি লক্ষ্মী।" মাধৱে পুনৰ সুধিলে," মাতে কি বুলি?' আয়ে ক'লে— " ৰামানন্দৰ পিতা অথবা হৰিচৰণৰ পিতা বুলি মাতো।" মাধৱে ক'লে —" সাধাৰণ লোকৰহে তেনে সম্বন্ধ, তেওঁ বৈকুণ্ঠৰ বস্তু, তেওঁক গোসাঁই বুলি মাতিব।" মাধৱে সুধিলে ,"আ ৰু শয়ন কৰে কেনেকৈ।" আয়ে ক'লে—"একেখন শয্যাত, একে পাটী-গাৰুত শোওঁ।" মাধৱে ক'লে – "তেনে নকৰিব, তেৰাৰ নাভিৰ তলৰ দূৰত্বত মূৰ থৈ শয়ন কৰিব; সেৱা কৰি শুব আৰু পদধূলি লৈ উঠিব।" মাধৱে আইক চাউল সিজাবলৈ ক'লে। ভাত হ'ল আৰু দুয়োজন গুৰুৱে আনন্দ মনেৰে ভোজন কৰিলে। দুয়োজনে বহি মুখশুদ্ধি কৰিলে। মাধৱে গুৰুজনাক ক'লে--" বাপ, আপোনাৰ বাক্যত এসাজ খালো। গুৰুপত্নী আপোনাৰ অৰ্দ্ধ শৰীৰ।" গুৰুজনাই মাধৱক বাৰণ কৰি ক'লে—"আৰু অধিক নকবা,অপৰাধ লাগিব।"

**১-৮-৬ :** এদিনাখন আই গোসাঁনীয়ে গুৰুজনাক ক'লে—"বিষ্ণুপ্ৰিয়াক মাধৱৰ তাত বিবাহ দিলোহেঁতেন, সুধিবচোন কি কয় তেওঁ।" পিচদিনাখন গুৰুজনে মাধৱক সুধিলে—" মাধৱ, এটি কথা কওঁ, তুমি বা ৰাখা কি নাৰাখা?" মাধৱে ক'লে—" বাপ সকলো পাৰিম, এটি কথাহে ৰাখিব নোৱাৰিম। জীৱৰ কুশলৰ হেতু আপোনাক গুৰু মানিছো; মায়াময় বিষয়, পশু পক্ষীৰ শৰীৰতো যাক পায়, তাৰ বাবে আশা ভৰসা কৰা নাই আৰু।" গুৰুজনাই ক'লে— "বঢ়াৰপো, গড় বান্ধি যুঁজিলে ভাল, প্ৰাণৰ সংশয় নাথাকে; বিনা গড়ে যুঁজিলে ভয়।"[৩] মাধৱে ক'লে—" বাপ, গড় বান্ধি যুঁজাজনক কোনে ক্ষত্ৰিয় বোলে? বিনাগড়ে যুঁজাজনহে যুঁজাৰু।" তেতিয়া মহাপুৰুষ গুৰুজনে ক'লে—" বাৰু যত পাৰা কোৱা; ব্ৰহ্মা, সদাশিৱে এনে গৰ্ব বাক্য কৈ তাৰ ফল পাইছে, চিত্তত বিচুৰ্ত্তি খাই উপায়

৩। বঢাৰপো : গুৰুজনাই মাধৱদেৱক বঢাৰপো বুলি সম্বোধন কৰিছিল।

হেৰুৱাইছিল।” মাধৱে ক’লে—“ বাপ, আপোনাৰ দুখনি অভয় চৰণত ধৰি স্বৰ্গ আৰু মোক্ষকো নৰকৰ তুল্য বুলি ভাবো আৰু আপোনাৰ চৰণৰ ৰেণুক ধৰি মোক্ষলৈকেও অভিলাষ নকৰো। আপোনাৰ এই চৰণৰ ৰেণু ব্ৰহ্মা, মহেশ্বৰ আদি দেৱতাসকলেও নাপায়, ইয়াকে জানি হে নাথ মোক ৰক্ষা কৰক। হে বাপ, সংসাৰৰ তিনি তাপত পুৰি দগ্ধ হৈ সংসাৰ বাগৰি ফুৰোঁতে উপায় বুদ্ধি নোহোৱা হৈছে। আপোনাৰ কথামৃত পান কৰি আপোনাৰ পদৰ শ্বেত ছত্ৰৰ তলত চাৰিদিন জিৰাওঁ; বিষয় বিষ অগনিত আৰু ঠেলি নপঠাব। আপোনাৰ অভয় পদত আশ্ৰয় কৰিহে এইখিনি ক’লো।” গুৰুজনাই ক’লে—“ বঢ়াৰপো,আৰু দিনচেৰেক আগতে তোমাক লগ পোৱা হ’লে ৰামানন্দৰ মাকক বিবাহ নকৰালোহেঁতেন। তথাপি বিবাহ কৰালো বুলিয়ে গৃহ -অন্ধকূপত প্ৰাণত্যাগ কৰা নাযাব। গুৰুজনে কীৰ্ত্তনত “হৰমোহন” লিখোতে এইখিনি কথাৰে ঘোষা কৰিছে—

মাধৱ বান্ধৱ দেৱ হৰি।
কৰা কৃপা দাসক ক্ষমা কৰি।।

**১-৮-৭ :** এনেকৈ কোৱাৰ পাচতো গোসাঁনী আইৰ বিষ্ণুপ্ৰিয়াক মাধৱত বিয়া দিয়াৰ ইচ্ছা। আয়ে বিষ্ণুপ্ৰিয়াৰ দ্বাৰা মাধৱৰ পৰিচৰ্য্যা কৰায়, মাধৱক কঠ পাৰি দিয়ায়, গুৱা- গাখীৰ দিয়ায়, মাধৱৰ বাহালৈ মাছ, গাখীৰ শাক, লোণ, তেল, জলকীয়া, বেঙেনা আদি দি পঠায়; মাধৱৰ বিছনা জোকাৰি প ৰায়। এদিন মাধৱে বিষ্ণুপ্ৰিয়াক ধৰি কান্ধত তুলি লৈ ক’লে—“ তুমি মোৰ গুৰুৰ কন্যা, মোৰ সেৱাৰ বন্দনীয়া, তুমি মোৰ বন কৰানে?” এই বুলি মাধৱে বিষ্ণুপ্ৰিয়াক কান্ধত তুলি নি গুৰুজনাৰ আগত থ’লে। গুৰুজনাই ভাৰ্য্যাক মাতি আনি ক’লে- -“ ৰামানন্দৰ মাক, চোৱা; মই কওঁ জঞ্জাল নাপাতিবা। নিৰ্গুণত গুণ দিবলৈ বিচৰা?” তেতিয়াৰে পৰা আয়ে বিষ্ণুপ্ৰিয়াক নপঠায় আৰু।

**১-৮-৮** আই গোসাঁনীৰ কন্যা দুজনী, কোষ্ঠীৰ নাম— মধুকলা (মনু) আৰু ৰুক্মিনী আৰু আয়ে দিয়া নাম ক্ৰমে হৰিপ্ৰিয়া আৰু বিষ্ণুপ্ৰিয়া। হৰিপ্ৰিয়াক হৰিজমাইৰ তাত বিয়া দিয়া হৈছিল। সৰু ছোৱালী ৰুক্মিনী যৌৱন প্ৰাপ্ত হৈ ঘৰতে আছে। ৰুক্মিনী ৰূপত জ্যোতিষ্মান, লক্ষ্মী-পাৰ্বতীৰ সমান ৰূপৱতী; চন্দ্ৰ-সূৰ্য্যৰো ৰথ থমকি ৰ’য়; তেজে -ৰসে যেন গা ফুটি যায়, বৰণ বগা, ত্ৰৈলোক্য

মোহিনী দিব্য কন্যা। এদিন গুৰুজনাই দেখি মনতে ক'লে—" মায়াৰ শক্তি, এইৰ ৰূপত কোনে ৰ'ব! ৰূপ কমাবহে লাগে।" এই ভাবি গুৰুজনে এদিন ৰুক্মিনী আইক ক'লে—" মা, মোক এটি বস্তু দিয়া।" ৰুক্মিনীয়ে সুধিলে," পিতা কি বস্তু?" গুৰুজনে ক'লে," তোমাৰ ৰূপটি দিয়া।" এই বুলি গুৰুজনে হাত পাতিলে আৰু ৰুক্মিনীয়ে " এয়া দিছো" বুলি দিলে। গুৰুজনে দুয়োখন হাত মোহাৰি দিলে। তেতিয়াৰে পৰা ৰুক্মিনীৰ শ্ৰীটো হৃত হৈ শুকাই খীণাই গৈ কমাৰকুছিত ৰাতি বিছনাতে ঢুকাইছে।(৪)

১-৮-৯ এদিন ভকত সকলে ঘোষা কীৰ্ত্তন গাইছে। তাতে দাৱানা পুষ্পৰ ঘ্ৰাণ ওলাল। গুৰুজনে ক'লে—" বাপুসকল,নাম নেৰিবা, জগন্নাথ আহিছে, সেয়ে দাৱানা পুষ্পৰ ঘ্ৰাণ লাগিছে।" সেইদিনা ৰামদাস তাত নাছিল। পিচদিনা তেওঁ আহিলত গুৰুজনে ক'লে—"কালি নাছিলা, জগন্নাথ আহিছিল; কালি দাৱানা পুষ্পৰ গোন্ধ ওলাইছিল।" ৰামদাসে ক'লে—" বাপ, মই মহাপাপী, দুৰ্ভগীয়া, সেয়ে নাপালো। কথাতে কয়, "স্বপ্নতো নেদেখে দোষযুক্তজনে।" সেইদিনা কীৰ্ত্তনত ব্ৰহ্মপুৰাণৰ কথা ওলাল। আগৰ দৰে পুনৰ দাৱানা পুষ্পৰ গোন্ধ ওলাল। গুৰুজনে ক'লে—" নামলোভী প্ৰভুৱে কালি যেনেকৈ আহিছিল, আজিও আহিছে ৰামদাসৰ নিমিত্তে; আজি অজস্ৰ দাৱানা পুষ্পৰ গোন্ধ পাইছো।" গুৰুজনে ক'লে- পূৰ্বতে ত্ৰেতা যুগত ইন্দ্ৰদ্যুম্ন ৰজাই ৰাজসূয যজ্ঞ কৰি ওৰেষা পুণ্য ক্ষেত্ৰত জগন্নাথক থাপি পূজা সেৱা কৰি ৰাজ্য, ৰাজভোগ, দেহ আৰু নিজ কন্যাকো

---

৪। কমাৰকুছি ঃ নামনি অসমৰ বৰপেটা চহৰৰ নিকতবৰ্ত্তী ঠাই। ইয়াত গুৰুজনাই এবছৰ কাল আছিল। ৰামচৰণ ঠাকুৰ চৰিত পুথি মতে বিষ্ণুপ্ৰিয়াৰ মৃত্যুত গুৰুজনে অতিশয় শোক কৰিছিল আৰু মাধৱদেৱে গুৰুজনাক সান্ত্বনা দিছিল। যথা –

মাধৱে দেখিয়া শঙ্কৰক বুজাৱয়।
গৃহাশ্ৰম কৰিলে দেখিয়ো হেন হয়।। ২৮৫১
যদ্যাপিতো অগনি মহা তেজস্বী হোৱয।
তথাপিতো কতো বেলা ধূম্ৰে ঢাকি থয।।
চক্ৰবৰ্ত্তী ৰাজা যেন মৰে হাল বাই।
সেহিমতে গৃহাশ্ৰমে কিছো সুখ নাই। ২৮৫৩
মহাজ্ঞানীগণে আক নকৰয় ইচ্ছা।
পুত্ৰ ভাৰ্য্যা মহাভাৰ দেখে সবে মিছা।।

জগন্নাথক সমৰ্পিলে। পাণ্ডাই নিতে ভোগ নিৰ্মালি নি ৰজাক দিয়ে। এদিনাখন ভক্তিত বশ্য হৈ পূৰ্ণ জগন্নাথে চৈতন্য ৰূপ ধৰি ৰজাৰ পাচত বৈ ৰজাক নিৰ্মালি দিছে। সেই সময়ত ৰজাই ৰাজকাৰ্য্য চৰ্চা কৰি আছিল। ৰজাই পাণ্ডাই নিৰ্মালি দিছে বুলি নিৰ্মালি হাত পাতি ল'লে। কিন্তু হাতখন গম্ভীৰ—গধুৰ লাগি গা জাকি মাৰি উঠি গাৰ নোম শিয়ৰি উঠিল আৰু উভতি চাই দেখিলে কৃষ্ণ। তেতিয়া ৰজাই খৰ্গ ধৰি সৰু গাঁঠিতে হাতখন কাটি কৃষ্ণৰ আগত দণ্ডৱতে পৰি কান্দি স্তুতি নতি কৰিব ধৰিলে। তেতিয়া জগন্নাথে সন্তুষ্ট হৈ বৰ দিলে আৰু হাতখনো পূৰ্ব্বৱত হ'ল। ৰজাৰ কটা হাতখন কৃষ্ণৰ চৰণত পৰি থাকিল। হাতখন কৃষ্ণৰ নিজ ভৃত্যৰ বস্তু, এতেকে কৃষ্ণই বৰ দিয়াত হাতখন দাৱানা পুষ্প হ'ল আৰু তাত পাঁচটি আঙুলিৰ চিহ্ন ৰ'ল। মহাভকতৰ অঙ্গ দেখি জগন্নাথে দাৱানা পুষ্প কেতিয়াও নেৰে।

**১-৮-১০** পুহ- মাঘ মাহত শুকান খৰি আনি ভকতে চোতালৰ মাজতে জুই ধুৰে। গুৰুজনে জুইৰ কাষত বহি নাম সেৱা কৰে আৰু ভকতসকলে নাম কীৰ্ত্তন কৰে। সেইদিনা ৰামদাস আতৈয়ে ওজা হৈ প্ৰহ্লাদ চৰিতৰ পদ গাইছিল— " হাতে পায়ে বান্ধি অগ্নিত পেলাই..." । আতৈয়ে এই পদ মাতি প্ৰেমত মত্ত হৈ জুইত জাপ মাৰি পৰিল। গুৰুজনে আন ভকতক ক'লে—" ধৰা, ধৰা!" আতৈক ধৰি ঘৰলৈ পঠোৱা হ'ল। ৰাতিপুৱা গুৰুজনে ভকতৰ দ্বাৰা খবৰ ললে আতৈৰ পানীজলা উঠিছে বুলি। ভকতে আতৈক চাই দেখিলে আতৈয়ে সুস্থ অৱস্থাত আছে। ভকতে খবৰটি গুৰুজনাক ক'লেহি।

---

দেখিযোক ৰামচন্দ্ৰ কৃপাময় হৰি।
পাইলে লটিঘটি তেহে গৃহাশ্ৰম কৰি।। ২৮৫৩
দেখিযোক বাপ তুমি আন কোনো হয়।
সকল সংসাৰ ইটো সবে দুখময়।।
স্ত্ৰী মায়া সহিতে আছয় জীৱ যত।
তাসম্বাক প্ৰতি হেন দুখ দেখিলন্ত।। ২৮৫৪
যেন পদ্মপত্ৰ সম জলত যাকয়।
তথাপিতো দেখা তাক জল নুচুৱয়।।
তুমি মহা তেজস্বী পুৰুষ মহাসন্ত।
সংসাৰৰ তপে যে তোমাক নোচোৱন্ত।। ২৮৫৫ (গুৰুচৰিত: ৰামচৰণ)

**১-৮-১১** এদিনাখন ৰামৰাম গুৰুৱে ওজা হৈ কংস বধৰ পদ কীৰ্ত্তন কৰিছিল। তেওঁ কৃষ্ণই কুবলয়ৰ দাঁত উভালা পদ মাতিয়ে কীৰ্ত্তন ঘৰৰ টুপৰ খুঁটাটো উভালি লৈ তিনি পাক মাৰি নাচিব ধৰিলে। গুৰুজনে আন ভকতক ক'লে—"ধৰা, ধৰা; কৃষ্ণ প্ৰেমত তেনে হৈছে।" পাচত দুজন ভকতে ৰামৰাম গুৰুক ৰাখিলে।

**১-৮-১২** ৰামদাস আতৈ আৰু ৰামৰাম গুৰুৱে প্ৰসাদ বিলায়। এদিনাখন দুয়োজনে প্ৰসাদ বিলাই আছে। পুণ্ডৰী আৰু গিৰি নামেৰে দুজন ভাই ককাইয়ে প্ৰসাদ নলয়; দেউৰীক গলিহে পাৰে সুণ্টিয়া- বেৰিয়া বুলি। ৰামৰাম গুৰুৱে পোনতে শুনি আছিল, পাচত দেখিলে ৰাজ সভাত লাজ হে হয়; তথাপি শুনি আছিল প্ৰসাদ দি। পাচত গুৰুৱে কচু পাতত পানী লৈ প্ৰসাব কৰিবৰ ছলেৰে ওলাই যাব বিচাৰিলে। মাধৱদেৱে দেখি ক'লে— "গুৰু কি কৰে? এজন ৰজাই ৰজসূয় যজ্ঞ কৰি দান দিবৰ সময়ত পলাল। তুমিও তেনে কৰা কিয়? নাযাবা গুচি আহা। বালকে শিলত ভুকু মাৰে, জ্ঞান নাই; পাচত হাতহে ভাঙে।" তেতিয়া ৰামৰাম গুৰু ৰ'ল। আৰু এখন সভাত ৰামদাসে প্ৰসাদ বিলাইছে। সেইদিনাও পুণ্ডৰী আৰু গিৰিয়ে প্ৰসাদ নলয়। দুয়োজনে ঠেহ পাতি কঁকালত কাপোৰ বান্ধি উঠিল। ৰামদাস আতৈও প্ৰসাদৰ পাচি থৈ যুদ্ধৰ বাবে সাজু হ'ল। মাধৱদেৱে ক'লে—"বৈনাই কি কৰা?" সিহঁত দুজনে তোমাক অকলেই নোৱাৰে আৰু মইতো আছোৱে; এতিয়া বহা।" ৰামদাস আৰু ৰামৰাম গুৰুৱে মহাপুৰুষ গুৰুজনাক ক'লে—" বাপ, পুণ্ডৰী আৰু গিৰি দুই ভাই ককাইৰ বাবে প্ৰসাদ বিলাবই নোৱাৰি।" গুৰুজনাই ক'লে —"কিয়নো প্ৰসাদ নলয়?" তেওঁলোকে ক'লে — "বাপ, আগতে প্ৰসাদ লাগে।" গুৰুজনাই ক'লে—" তেন্তে আগতে প্ৰসাদ দিবা।" এদিনাখন সিহঁতক আগতে প্ৰসাদ দিওঁতে নল'য়, সিহঁতৰ মনত ধৰিলে গুৰুজনক পাচত প্ৰসাদ দিব নাপায়, সেয়া নিন্দনীয়। গুৰুজনে ভকতক ক'লে "যদি সিহঁতক নিমন্ত্ৰণ কৰা আমাক নকৰিবা আৰু যদি আমাক নিমন্ত্ৰণ কৰা সিহঁতক নকৰিবা।" পাচত সকলো লোকে সিহঁতক এৰিলে।

**১-৮-১৩** বৈয়াব্ৰত গাঁওৰ ভাস্কৰ গুৰুৱে বৈৰাগ্য বিৰকত হৈ নানা তীৰ্থ ভ্ৰমণ কৰি ফুৰিছিল। "গোপাল কি গতি কৈলে, কি মতি দিলে" — এই

গীতৰ ভণিতাত মহাপুৰুষ গুৰুজনাৰ নাম পাই বিচাৰি গৈ তেওঁ গুৰুজনাক গুৰু মানিলে। পাচত গুৰুজনাৰ ধৰ্ম বেদ,ভাগৱত সম্মত হয় নহয় মনতে সন্দেহ উপজি গুৰুজনাৰ লগত তৰ্ক কৰি বিদায় লৈ জগন্নাথক যাওঁ বুলি তেওঁ পশ্চিমলৈ গ'ল শাস্ত্ৰ পঢ়াৰ ইচ্ছাৰে।

**১-৮-১৪ :** ৰামদাস আতৈয়ে ঘৰত হৰি কীৰ্ত্তন কৰি লাৰু বিলাইছিল। প্ৰসাদ খাই সকলোৱে ঘৰাঘৰি গ'ল। এজনী ব্ৰাহ্মণৰ তিৰোতাই সপোন দেখি আহি গুৰুজনাক ক'লে—" বাপ, সপোনত কালিৰ সভাখন দেখিলো আৰু তাতে এনেহে সুন্দৰ ল'ৰা এজনে সোণৰ লাৰু লৈ বহি আছিল। আৰু ল'ৰাটোৱে মোক ক'লে—"সকলো বস্তুকে পালো; কিন্তু সেই মিঠাইৰ চৰুটিহে মোক নিদিলে।" তেতিয়া গুৰুজনে ৰামদাসক মতাই আনি সুধিলে—"তোমাৰ তাত কেনেবাকৈ লাৰু থাকিল নেকি?" ৰামদাসে ক'লে— "বাপ নাই।" গুৰুজনে ক'লে—" চুকে-কোণে ভালকৈ চোৱাগৈ।" ৰামদাসে ভালকৈ চাই দেখিলে এচৰু লাৰু চাঙত আছে ঢাকি আঁৰকৈ থোৱা। তেওঁ আহি গুৰুজনাক ক'লে—" বাপ, হয় আছে।" গুৰুজনাই ক'লে—" কালি যেনেকৈ নিমন্ত্ৰণ কৰিছিলা আজিও কৰা।" ৰামদাসে নিমন্ত্ৰণ কৰিলে আৰু সকলোৱে আহি নাম কীৰ্ত্তন কৰিলে। গুৰুজনে কলে, "লাৰু গোট হিচাপে যদি নুজুৰে গুৰি কৰি সকলোকে দিয়া।" গুৰুজনে আৰু ক'লে—"কালি যি ভোজন কৰিছিলা সেয়া প্ৰসাদ আৰু আজিৰ এই মহা প্ৰসাদ।"

**১-৮-১৫** : যজ্ঞাধাৰি বিলৰ কাষত গুৰুজনাই সৰিয়হৰ খেতি কৰিছিল। মাটি দ, সৰিয়হ চপাবলৈ হালোৱাই গুৰুজনাক ক'য়, গুৰুজনাই কাণ নকৰে। কথাটি মাধৱদেৱে শুনি হালোৱাক সুধিলে," লোকে যে বিলত মাছ মাৰিব খুজিছে, কেতিয়ালৈ?" হালোৱাই ক'লে—"একাদশীত।" মাধৱে ঘৰৰ ভিতৰলৈ গৈ আই গোসাঁনীক ক'লে--"মাতৃ, চাৰি দোণ মান চাউল, দুই দোণ মান মাহ, কল আৰু তামোল যোগাৰ কৰক।" মাধৱে হলোৱাক সুধিলে," সৰিয়হ ডৰাৰ কাষত ইকৰা, ইকৰাৰ মূৰা আছে কি নাই?" হালোৱাই আছে বুলি কলে। মাধৱে ক'লে— "সেইবোৰ কাটি থুপাই শুকাই থ'বা।" একাদশীৰ দিনাখন সাতখন গাঁওৰ মানুহে বিলত নামিছে। মাধৱে মাহ চাউল লৈ বিলৰ কাষলৈ গ'ল। ভাটীবেলা জাৰ

লাগি মানুহবোৰ বিলৰ পাৰত উঠিছে। মাধৱে ইকৰাৰ মূৰাত জুই লগাই দিলে। মানুহবোৰে জুই পুঁৱাইছে। তেওঁলোকক একাঁজলিকৈ মাহ ,চাউল আৰু কল, তামোল দিয়া হ'ল। তেওঁলোকে মাধৱদেৱক ক'লে–" বাপ, মাছ দিমনে?" মাধৱে ক'লে–" মাছ নালাগে, জগত গুৰুৰ এই সৰিয়হ খেতিডৰা নষ্ট হয়,সৰিয়হ এমুঠিকৈ উভালি বামত তুলি দিয়া।" তেওঁলোকে ক'লে–"বাপ, এমুঠি নালাগে, দুমুঠিকৈ দিম।" এই বুলি সকলোৱে মুঠি মুঠিকৈ সৰিয়হ উভালি বামত তুলি দিলে। মাটি ডৰা মুকলি হ'ল। মাধৱে হালোৱাক ক'লে, "এতিয়া মাটি ডৰা চহাই কঠীয়া সিচি দিবা আৰু দুই এদিনত সৰিয়হখিনি মৰণা মাৰিবা।

**১-৮-১৬:** এদিনাখন ভকতসকলে নাম কীৰ্ত্তন কৰিছে দশমৰ মহাৰাসৰ পদ গাই। বুঢ়া সৰ্বজয় আতৈয়ে প্ৰেমৰসত মজি দেহকো পাহৰি মৌন হৈ ভক্তি ৰসত আছিল। তেওঁ প্ৰেসাৱ কৰিলে; কিন্তু গমকে নাপালে। প্ৰেসাৱ কঠৰ তলেৰে বৈ গৈ দ ঠাইত ডোঙা বান্ধিলে। ভকতে তাকে দেখি ডেও দি নিলগেদি যায়, সন্দেহ কৰে কিজানি শৌচো হয়। আতৈক উপহাস কৰি তেওঁলোক গুচি গ'ল। পাচত গুৰুজনে দেখি যত্নেৰে আতৈক তুলি ধৰি স্নান কৰালে। গুৰুজনে আতৈৰ কাপোৰ কানি ধুলে আৰু আতৈক মাতি পানী স্নান কৰালে। মাধৱদেৱে তাকে দেখি আশ্চৰ্য্য হৈ ক'লে– "বাপ, দাসীৰ দাস্য কৰ্ম কৰিলে একা? আপোনাৰ জানো এই কাম?" গুৰুজনাই ক'লে–"মাধৱ, সৰুৱে বৰ হ্ব বিচাৰে; কিন্তু নোৱাৰে আৰু মধ্যবৰ্ত্তী হৈ আশাত লাগি সংসাৰ যাতায়ত কৰি ৰয়। ডাঙৰে সৰু হ'ব পাৰিলেহে সংসাৰৰ হাত সাৰিব পাৰি। চোৱা নিজৰা পৰ্বতৰ টিঙৰ পৰা বৈ দ ঠাইত ৰয়। ব্ৰহ্মা, মহাদেৱ আৰু লক্ষ্মীদেৱীও যি কৃপা পোৱা নাই, ইয়াৰ তত্ত্বৰ অন্ত কোনে পাব?" হৰি ভকতিৰ বিষম গতি দেখি শুনি মাধৱে নাম সেৱা, মালা সেৱাত শ্ৰদ্ধ এৰিও গুৰুৰ পৰিচৰ্য্যা কৃত্য সেৱাত অহোপুৰুষাৰ্থ কৰিব ধৰিলে।

**১-৮-১৭:** আৰু এদিন মাধৱদেৱে ভৰালি ডুবিৰ পৰা আহিছে। বাটত কিন্‌কিনীয়া বৰষুণ। মাধৱে আহি বহিলত গুৰুজনে ক'লে–" বঢ়াৰপো, আজি আমাৰ উপবাস।" মাধৱে সুধিলে," বাপ কিয়?" গুৰুজনে ক'লে–"শুকান ধান নাই।" পিচদিনাখন মাধৱে আহি আইক ক'লে–" আই, দুদোণ ধান উলিয়াই

দিয়ক।" আয়ে ধান উলিয়াই দিলে। তেতিয়া মাধৱে ধান সিজাই ৰ'দত শুকাই ওপৰৰ চাঙত তুলি থৈ আইক ক'লে—" মাতৃ,এই ধানৰ চাউল এতিয়া ভোজন নকৰিব, ভাল দিনত আগৰ নিয়মে চলিব আৰু ইয়াক ডাবৰীয়া বতৰত উলিয়াব; তেতিয়া গৃহস্থৰ উপবাস নহয়।"

**১-৮-১৮**: আৰু এদিন গুৰুজনাই মাধৱক ক'লে,"বঢ়াৰপো, আজি আমাৰ উপবাস।" মাধৱে সুধিলে," বাপ, কিয়বা?" গুৰুজনাৰ ক'লে, "এই ডাবৰীয়া বতৰত শুকান খৰি নাই।" মাধৱে সেই মুহূৰ্ত্তে হালোৱাইঁতক লৈ ওচৰৰে জাৰণিৰ গছ কাটি ফালি খৰিৰ দ'ম কৰি শুকালে আৰু ঘৰৰ চাঙৰ ওপৰত খৰি নি থ'লে। মাধৱে হালোৱাইঁতক ক'লে—" আগৰ নিয়মত খৰি যোগান ধৰিবা আৰু বৰষুণৰ বতৰত এই খৰি উলিয়াবা, তেতিয়া গুৰুজনাৰ উপবাস নহ'ব।" খৰি ঘৰ আ ৰু ধুতি ধানৰ আৰ্হি তেতিয়াৰে পৰা হ'ল।

**১-৮-১৯**: আহু চাউলৰ ভাতত গুৰুজনাৰ পেটৰ ৰোগ হ'ল। মাধৱদেৱে বনবৰা আৰু বকৰা বনুৱা দুজনক নাওৰ আগত লৈ নিজে গুৰিবঠা ধৰি পোকপৰা গাঁওত সোমাই উত্তম শালিধান আনিলে। মাধৱে আইক ক'লে," মাতৃ, এই ধানৰ চাউল গুৰুজনাক দিব আৰু আন সকলে আহু ধানৰ চাউল খাব; তেতিয়া আৰু গুৰুজনাৰ ৰোগ নহ'ব।"

**১-৮-২০**: এদিন গুৰুজনাই স্নান কৰিছে। গুৰুজনাৰ ভৰিত বালি মাটি ছিটিকি পৰিছে আৰু তেৰাই স্নান কৰা পানী সকলোৱে গচকি গৈছে। মাধৱে দেখি মনতে ভাবিলে—" যি বস্তু মহাদেৱে জঁটা পাতি ধৰে, যাৰ প্ৰভাৱত বলিয়ে সবংশে সুতল পালে আৰু যাক দেৱতায়ো নাপায়, তাৰে অনাদৰ।" এই বুলি তেওঁ কোৰ দা লৈ গাঁত খান্দি তাৰ ওপৰত বাঁহেৰে চাঙ কৰি তাৰ চাৰিওফালে বেৰ দি আঁৰ কৰি স্নান ঘৰ কৰি দিলে।

**১-৮-২১** এজন ব্ৰাহ্মণে জগন্নাথলৈ গ'ল দুটি সোণৰ টকা লৈ। এটকাৰে তেওঁ জগন্নাথ প্ৰভুৰ ভোগ লগাই আন টকাটি লগত ৰাখিছে। সপোনত জগন্নাথ প্ৰভুৱে ব্ৰহ্মণক ক'লে," মই ইয়াত জড়হে, ইয়াত মই নাথাকো, চৈতন্য আতা শঙ্কৰতহে থাকো, তাতে দিলেই মই পাম।" ব্ৰাহ্মণে ঘূৰি আহি কামৰূপ পালেহি। তেওঁ শঙ্কৰদেৱৰ ঘৰলৈ আহি সুধিলে—শঙ্কৰ ক'লৈ গ'ল?" শঙ্কৰদেৱৰ

আলধৰাই ক'লে–" তেওঁ গা ধুবলৈ গৈছে।" ব্ৰাহ্মণে হাত ভৰি ধুই বহিছে। গুৰুজনে ব্ৰাহ্মণক দেখি ক'লে–" তুমি ক'ৰ?" সপোনত জগন্নাথে কোৱা আজ্ঞাৰ কথা ব্ৰাহ্মণে গুৰুজনাক ক'লে। গুৰুজনাই বাৰু বুলিছে। ( অসম্পূৰ্ণ ) (সম্পাদকৰ মতে কথা–গুৰু চৰিতৰ মূল পুথিত এইখিনিতে ২২ পৃষ্ঠাৰ পৰা ২৮ পৃষ্ঠালৈ মুঠ ৭ পৃষ্ঠা নাই। ধুবাঁহাটিত থকা সময়ৰ সেই সাত পৃষ্ঠাত থাকিব পাৰা ঘটনাবোৰ আমি লক্ষ্মীনাথ বেজবৰুৱাৰ লিখনিৰ পৰা আনি দিলো পিচৰ অধ্যায়ৰ কাহিনীৰ ধাৰাবাহিকতা ৰক্ষাৰ বাবে। নৱম অধ্যায় দ্ৰষ্টব্য)।



# নৱম অধ্যায়

১-৯-১ হৰিমিশ্ৰ নামেৰে পণ্ডিত ব্ৰাহ্মণ এজনে এদিন শঙ্কৰদেৱক দেখা কৰিবলৈ আহিছিল। ব্ৰাহ্মণে লগুৱা এজন লগত লৈ আহিছিল। লগুৱাজনে ব্ৰাহ্মণে বহিবৰ নিমিত্তে কঠ এখন লৈ আহিছিল। শঙ্কৰদেৱৰ লগত ব্ৰাহ্মণে আসন গ্ৰহণ কৰিলত, তেওঁ কোন, কিয় আহিছে বুলি শঙ্কৰদেৱে তেওঁক সুধিলে। তেওঁ ক'লে," মোৰ নাম হৰিমিশ্ৰ। মই আপোনাক এটি প্ৰশ্ন কৰিবলৈ বুলি আহিছো। আপুনি নানা প্ৰবন্ধ কৰি নাম ধৰ্ম প্ৰকাশ কৰিব লাগিছে, মাথোন নামকে লোকক দিছে; কিন্তু অকল নামেই লোকক তৰিব পাৰিবনে? প্ৰথমতে মানুহে তীৰ্থ-ব্ৰত-দান-ধ্যান আদি নানা প্ৰকাৰে পুণ্য কাৰ্য্য কৰি শুদ্ধ হৈ পিচতহে নাম জপিব লাগে। তেহে ভৱ সাগৰ তৰিব পাৰি।" শঙ্কৰদেৱে উত্তৰ দিলে, "এনেকুৱা নহয়, নামৰ নিমিত্তে আন ধৰ্ম কৰ্মৰ সহায় নালাগে। নাম সকলো ধৰ্ম কৰ্মৰ শিৰোমণি, সকলো শাস্ত্ৰৰ মূল মন্ত্ৰ।" হৰিমিশ্ৰই ক'লে," প্ৰথমতে বহু দান পুণ্য আদি ধৰ্ম-কৰ্ম কৰি ল'লেহে তাৰ পাচত মানুহৰ মুখত নাম আহে। জন্ম জন্মান্তৰে যি পুণ্য আচৰণ কৰে সিহে নাম ল'ব পাৰে।" শঙ্কৰে ক'লে, "নাম জপিবলৈ পূৰ্ব পুণ্য নালাগে, ইজন্মতে যাৰ ওপৰত সন্তৰ কৃপা হয় সিয়েই নাম ল'ব পাৰে।" এই বুলি শঙ্কৰদেৱে তেওঁৰ কথাৰ প্ৰমাণ দেখুৱাবৰ নিমিত্তে হৰিমিশ্ৰৰ কঠ অনা লগুৱাটোৰ ফালে ক্ষণিক দৃষ্টি কৰি ক'লে," শুনা হৰিমিশ্ৰ, তোমাৰ যে এই কঠ ধৰা লগুৱাটো আছে, ইয়াৰ মুখত বহুত নাম আহিব। আজিৰে পৰা ইয়াৰ নাম জয়ৰাম দিলো, অহৰ্নিশে ইয়াৰ মুখৰ পৰা নাম নুগুচোক।" এই কথাৰ অন্ত হ'লতে হৰিমিশ্ৰই দেখি আচৰিত মানিলে যে তেওঁৰ লগুৱাটোৱে সঁচা সচিকৈ তেতিয়াই সৰসৰ কৰে ঈশ্বৰৰ নাম ল'বলৈ ধৰিলে। ইয়াৰ পিচত হৰিমিশ্ৰ ঘৰলৈ গ'ল। তেওঁ দেখি মহা বিস্ময় মানিলে যে বুকুত কুঠাৰ মাৰিলেও 'ক' নোবোলা আৰু ঈশ্বৰৰ নাম কোনো কালে নোলোৱা মুৰ্খ লগুৱাটোৱে খাওঁতে, বহোঁতে, উঠোঁতে, আনকি টোপনিতো ঈশ্বৰৰ নাম ল'বলৈ ধৰিলে। হৰিমিশ্ৰই ভাবিলে," ইমান দিন তীৰ্থ ব্ৰত আদি ধৰ্ম-কৰ্ম কৰিলো অথচ এই অধম পামৰ

লগুৰাটোৰ মুখৰ পৰা একে দিনাই সন্তৰ কৃপাত পৰমেশ্বৰৰ নাম নুগুচা হ'ল। এতেকে মই নিশ্চয় বুজিলো যে সন্তৰ সঙ্গ শ্ৰেষ্ঠ।" ইয়াকে ভাবি পিচদিনা হৰিমিশ্ৰই শঙ্কৰৰ ওচৰলৈ গৈ শৰণ প্ৰাৰ্থনা কৰিলে। তেওঁ বাৰে বাৰে প্ৰাৰ্থনা কৰিলত শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱত শাস্ত্ৰখন আগত স্থাপন কৰি হৰিমিশ্ৰক শৰণ দিলে।

**১-৯-২:** শ্ৰীশঙ্কৰদেৱে ভাগৱতৰ সাৰ কাঢ়ি আনি হৰি ভক্তি প্ৰচাৰ কৰিবলৈ আৰাম্ভ কৰিলত অনেক লোকে শঙ্কৰৰ প্ৰচাৰিত ধৰ্মক ধৰি চলিব ধৰিলে। তেওঁলোকে ভকতিৰ ৰস পাই পূজা অৰ্চনা আদি ব্ৰাহ্মণৰ কাৰ্য্যত ঢিলা দি আহিবলৈ ধৰিলে। সেই নিমিত্তে ব্ৰাহ্মণসকলৰ উপ জীৱিকাৰ বাট ক্ৰমে মৰি অহাত ব্ৰাহ্মণসকলে মনত বিৰক্তি পাই ৰজাক লগাই শঙ্কৰৰ মত লোপ কৰিবলৈ কাৰবাৰ কৰিলে। এদিন আচাৰ্য্য, কন্দলি, মিশ্ৰ, উপাধ্যায়, ভাৰতী উপাধিধাৰী ব্ৰাহ্মণসকলে মিল হৈ আহোম ৰজা চুহুংমুং স্বৰ্গদেউৰ চাওলৈ গৈ তেওঁলোকে এই বুলি গোচৰ দিলে যে শঙ্কৰ নামে শূদ্ৰ এজনে শ্ৰাদ্ধ বিধি বৈদিক কাৰ্য ৰহিত কৰি ৰাজ্য নষ্টৰ উপক্ৰম কৰিছে। ৰজাই দূত পঠিয়াই শঙ্কৰদেৱক নিয়াই চাওত তুলিলে। ব্ৰাহ্মণসকলোকো নিয়ালে। ৰজাৰ দূতে ৰাজ আজ্ঞা মতে শঙ্কৰক সুধিলে, "তুমি হেনো ৰাজ্য নষ্ট কৰিলা?" শঙ্কৰে উত্তৰ দিলে, "কেনেকৈ কি বেয়া কাম কৰি ৰাজ্য নষ্ট কৰিলো মই একো নাজানো।" ব্ৰাহ্মণসকলক সুধিলত, তেওঁলোকে জনালে," শঙ্কৰে শ্ৰাদ্ধ নকৰে আৰু ভকতসকলকো কৰিবলৈ নিদিয়ে।" শ্ৰাদ্ধৰ কথা শুনি ৰজাই দুবৰীক সুধিলে," শ্ৰাদ্ধ কাক বোলে?" দুবৰীয়ে ক'লে,"মানুহ মৰিলে দহা শ্ৰাদ্ধ কৰে। মৰাৰ পৰা দহ দিনত দহা; ত্ৰিশ দিনৰ মূৰত শ্ৰাদ্ধ হয়। শ্ৰাদ্ধৰ কাপোৰ, চাউল, কল ইত্যাদি লোকে মৃতকক আগবঢ়ায়; পিচত ব্ৰাহ্মণসকলে সেইবোৰ নি খায় আৰু ব্যৱহাৰ কৰে।" ৰজাই ব্ৰাহ্মণসকলৰ এনে ব্যৱহাৰ কথা শুনি খং কৰি ক'লে," মৃতকৰ বস্তু খায়। ইহঁতক চাওৰ পৰা খেদাই দিয়া।" ৰজাৰ আজ্ঞা মাত্ৰকতে ব্ৰাহ্মণসকল ভয় খাই চাওৰ পৰা নামি আহিল। শঙ্কৰক ৰজাই প্ৰশংসা কৰি চাউল, চৰু, দুগ্ধ, ভোজন উপহাৰ দিছে।

**১-৯-৩** সেই দিন ধৰি ব্ৰাহ্মণ সকলৰ মনত শঙ্কৰৰ প্ৰতি আৰু অধিক কক্ষা হ'ল। শূদ্ৰ হৈ শঙ্কৰে আমাক লাঞ্ছনা দিয়ে। প্ৰথম অৱস্থাতে যদি এনে হ'ল ভৱিষ্যতলৈ ব্ৰাহ্মণে দেখোন স্থানকে নোপোৱা হ'ব। এনেদৰে

তেওঁলোকে ভাবি নানা কুমন্ত্ৰণা কৰি গাঁও ফুৰিবলৈ যোৱা ভকতসকলক বহু লাঞ্ছনা কৰিব ধৰিলে, কোনো কোনোজনক কু-তৰ্কী চাণ্ডাল বুলি গালি পাৰে। ভকতসকলে ব্ৰাহ্মণৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি গুৰুজনাক সবিশেষ বিবৰণ জনালে। গুৰুজনাই এই কথা বুঢ়াখাক ক'লে। তেওঁ শুনি ক'লে," অলপতে আমাৰ পিতৃ শ্ৰাদ্ধ হ'ব, তালৈ ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰা যাব। আপোনাসকল আহি সেই কথাৰ মীমাংসা কৰি ল'ব পাৰিব।" সময়ত শ্ৰাদ্ধ পৰিলহি। বুঢ়াখাই সকলো ব্ৰাহ্মণক শ্ৰাদ্ধলৈ নিমন্ত্ৰণ কৰিলে, শঙ্কৰকো ভকতসকলৰ সহিতে সেই শ্ৰাদ্ধ উপলক্ষে মতালে। সকলো ব্ৰাহ্মণে সমাজ পাতি বহিছে। এনেতে শঙ্কৰদেৱ সমূহীয়া ভকতক লৈ আড়ম্বৰ কৰি গৈ কমলি পাৰি বহিল। শঙ্কৰদেৱে সেইদিনা ঘৰৰ পৰা যোৱাৰ সময়ত কৈ গৈছিল," আজি হয় মালা এৰি আহিম, নহয় ভালকৈ লৈ আহিম।" সমাজ যেতিয়া পূৰ্ণ হ'ল তেতিয়া শঙ্কৰদেৱে ব্ৰহ্মানন্দ আচাৰ্য্যক জিজ্ঞাসা কৰিলে," আতৈ পাতকীৰ কৰ্মত অধিকাৰ আছেনে? অথবা পাতকীয়ে প্ৰায়শ্চিত্ত বা তিলকাঞ্চন দান কৰিলে উদ্ধাৰ হ'ব পাৰে নে?" আচাৰ্য্যই ক'লে," পাতকীৰ ধৰ্মত অধিকাৰ নাই; প্ৰায়শ্চিত্তই শুদ্ধ কৰিব নোৱাৰে, কেৱল হৰি নামেহে পাতকীক নিস্তাৰ কৰিব পাৰে।" শঙ্কৰে বাৰে বাৰে দঢ়াই দঢ়াই জিজ্ঞাসা কৰাত ব্ৰহ্মানন্দই হৰিনামৰ মহিমা ব্যাখ্যা কৰিলে। তাৰ পাচত শঙ্কৰে পুনৰাই প্ৰশ্ন কৰিলে, "যদি হৰি নামৰ ইমান মাহাত্ম্য হ'ল, সকলো শাস্ত্ৰ আৰু বেদেও নামকেই প্ৰশস্ত বুলি ব্যাখ্যা কৰে, তেনেহলে যি লোকে নামক নিন্দা কৰে, তাক কি বোলা যায়?" ব্ৰহ্মানন্দই শাস্ত্ৰৰ সম্মত অনুসাৰে ক'লে," নাম নিন্দুকজন চাণ্ডাল অপেক্ষাত হীন বোলা যায়। তাক দেখিলেও পাপ,স্পৰ্শ কৰিলেও পাপ, তাৰ নাম পৰ্য্যন্ত ল'ব নাপায়।" এইদৰে তেওঁ নামৰ অপৰাধীৰ ব্যাখ্যা কৰিলে। শঙ্কৰদেৱে পুনৰ প্ৰশ্ন কৰিলে," পাতকীৰ বস্তু খাব পায় নে নেপায়?" আচাৰ্য্যই উত্তৰ দিলে," পাপীৰ বস্তু গ্ৰহণ কৰিলেও পাপী হ'ব লাগে।" সমাজত সকলো ব্ৰাহ্মণে এই বাক্যটি স্বীকাৰ কৰিলে। তেতিয়া শঙ্কৰদেৱে বুঢ়াখাক সুধিলে,"তুমি পাপী নে পুণ্যশীল?" তেওঁ উত্তৰ দিলে," আমি সদায় মিছাকথীয়া লোক, কেনেকৈ পুণ্যবান হ'ম? পাতকীকে বুলিব লাগে।" ইয়াৰ পিচত শঙ্কৰদেৱে ব্ৰহ্মণসকলক সুধিলে," আপোনালোকে পাপীৰ বস্তু গ্ৰহণ

কৰেনে নকৰে?" উত্তৰ,"পূৰ্বৰ চলিত কথা, বিশেষত দেশীয় প্ৰথা অনুসৰি গ্ৰহণ কৰিবলগীয়া হৈছে; সময়ত খোৱাও হৈছে।" প্ৰশ্ন, " এতিয়া আপোনাসকলে বুঢ়াখাৰ বস্তু খায়নে?" উত্তৰত এই কথা সকলোৱে একেমুখে স্বীকাৰ কৰিলে। শঙ্কৰে সুধিলে,"আচাৰ্য্যদেৱ, আৰু এটি কথা সোধা যাওঁক, এজন লোকে অশুচি বা চুৱা গাৰে আছে, তেওঁ নাম ল'লে কিবা দোষ বা পাপ হ'ব পাৰেনে?" ব্ৰহ্মানন্দই ব্যৱস্থা দেখুৱাই হৰি নামত চুৱা নাই বুলি প্ৰকাশ কৰিলে। এই কথা শুনি ব্যাসকলা শৰ্মাই হাত তুলি উচ্চস্বৰে ক'লে—

ব্ৰহ্মানন্দ আচাৰ্য্য কহিল হেন সাৰ।
ৰাম নাম পৰে ধৰ্ম শ্ৰেষ্ঠ নাই আৰ।।

আটায় বাপুসকলে হৰিনামৰ শ্ৰেষ্ঠতা দেখি মাথা চাপৰাই নিৰুত্তৰ হ'ল। যুক্তিযুক্ত কথাৰে দ্বিজমণ্ডলীক জব্দ কৰি শঙ্কৰদেৱে ক'লে," তোমালোক পাপৰ দ্ৰব্য গ্ৰহণকাৰী, নাম নিন্দুকী, বেদ অৱহেলাকাৰী, অনাচাৰী, তোমালোক চুৱৰ অযোগ্য, তোমালোকে আমাৰ নামধাৰী ভকতক নিন্দা কৰা, মালা কাঢ়ি নি নানা লাঞ্ছনা কৰা। যদি গীতা, সহস্ৰনাম, শ্ৰীমদ্ভাগৱত শাস্ত্ৰত মালাৰ ব্যৱস্থা নাই, তেন্তে আমি নিজে মালা পৰিত্যাগ কৰিম। যদি শাস্ত্ৰত আছে, সেই শাস্ত্ৰৰ সাৰমৰ্ম গ্ৰহণ কৰিব নোৱাৰি মিছাতে লোকক নিন্দাকেহে কৰিবলৈ শিকিছা, তেনেহলে কি হ'ব?" এই বুলি শঙ্কৰদেৱে সমুদায় মালা শৰাইত সজাই ব্ৰাহ্মণৰ মাজত স্থাপন কৰিলে। তেওঁলোকে একো উত্তৰ দিব নোৱাৰি নামাতি থাকিল।

১-৯-৪ শঙ্কৰদেৱৰ বেলগছ এজোপা ডাল পাত শুকাই মৰি গ'লত, তেওঁ গছজোপা কটাই কেৰোলা নামে বাঢ়ৈ এটাৰ হতুৱাই তাৰে মদন গোপালৰ বিষ্ণুমূৰ্ত্তি এখন কৰালে। শঙ্কৰদেৱে গা ধোঁৱতে কেৰোলাই তেওঁক জুমি চাই যেনে দেখিলে তেনে আৰ্হিৰে সেই মূৰ্ত্তিখন কাটি প্ৰস্তুত কৰি দিলত, শঙ্কৰদেৱে বাঢ়ৈক তাৰ কাৰণ সুধিলত বাঢ়ৈয়ে ক'লে,"বাপ, যেনে দেখিলো তেনে কৰিলো।" এই কথা শুনি শঙ্কৰদেৱে হাঁহি নামাতি থাকিল। মূৰ্ত্তিখনত প্ৰাণ প্ৰতিষ্ঠা কৰিবৰ নিমিত্তে তেওঁ ৰামৰাম গুৰুক আদেশ কৰি বয়-বস্তু গোটাবলৈ ক'লে। এই কথা শুনি বিপক্ষ ব্ৰাহ্মণসকলে নিজৰ ভিতৰতে আলচি মুঠ বান্ধিলে যে," আমি মূৰ্ত্তি প্ৰতিষ্ঠালৈ নাযাও, কাৰণ কাঠৰ মূৰ্ত্তিখন শূদিৰ বাঢ়ৈয়ে ভৰি লগাই কাটিছে।

সেই মূৰ্ত্তিক আমি ব্ৰাহ্মণ হৈ কেনেকৈ প্ৰদক্ষিণ কৰিম?” এই কথা শুনি শঙ্কৰদেৱে ৰামৰাম গুৰুক মাতি আনি ক'লে,

শুনা ৰামৰাম তুমি কৰা নিমন্ত্ৰণ।
প্ৰতিষ্ঠাক লাগি আসিবেক সৰ্বজন।।
আচাৰ্য্য কন্দলি মিশ্ৰ উপাধ্যায় ভাৰতী।
কাকো সোণা তেলা আধা তোলা কাকো প্ৰতি।।
ভাস্কৰাদি ব্ৰাহ্মণক এক মসা কৰি।
পাট ভুনি কাকো দিবা কম্বল সাদৰি।।
এহি মতে আয়োজন কৰা গুৰু তুমি।
বহল কৰিয়া নিৰ্ময়োক গৈয়া ভূমি।।

এই কথা প্ৰচাৰ হ'লত, নাহো বুলি মুঠ বান্ধা ব্ৰহ্মণ সকলোবোৰ আহি মহা আনন্দেৰে সেই উৎসৱত যোগ দি দক্ষিণা ল'বলৈ ধৰিলে। সেইব্ৰাহ্মণসকলক দক্ষিণা দি শঙ্কৰদেৱে বিনয় কৰি সুধিলে,–

শঙ্কৰে বোলন্ত শুনা মিশ্ৰ আদি কৰি।
সমুচিত কথা সোধো কথা দয়া কৰি।।
ঈশ্বৰৰ মূৰ্ত্তি ইটো হয় নুহিকয়।
তাঙ্ক সেৱা কৰি গতি পাৱে নাপাৱয়।।
এই কথা শুনি ব্ৰাহ্মণ সকলে উত্তৰ দিলে–
হেন শুনি কহিলন্ত বিপ্ৰ নিৰন্তৰ।
গীতা ভাগৱতে কহি আছন্ত ঈশ্বৰ।।
মূৰ্ত্তিকা, পষাণ দেৱ, জলো তীৰ্থ হয়।
কিন্তু চিৰকাল সেৱী মুকুতি লভয়।।
দৰশনে মাত্ৰ শুদ্ধ কৰে সাধুচয়।
দেৱতা তীৰ্থতো কৰি সাধু শ্ৰেষ্ঠ হয়।।

এই উত্তৰ শুনি শঙ্কৰদেৱে আকৌ লাহেকৈ তেওঁলোকক সুধিলে যে সাধু কাক বোলে? তেওঁলোকে উত্তৰ দিলে,–

শ্ৰৱন কীৰ্ত্তন আদি ভকতি কৰয়।
তাসাম্বাক সাধু বুলি কহে বিপ্ৰচয়।।

এই কথা শুনি শঙ্কৰদেৱে তেওঁলোকক ক'লে যে যদি দেৱতা আৰু তীৰ্থতকৈও সাধুক শ্ৰেষ্ঠ বোলা, তেন্তে এনে সাধুক তোমালোকে নিন্দা কৰা কিয় ?" ব্ৰাহ্মণ সকলে এইবাৰ স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে," বেদাদি সকলো শাস্ত্ৰই ক'য় সাধুক নিন্দা কৰিলে নৰকগামী হ'ব লাগে।" কিন্তু বিদ্বেষী ব্ৰাহ্মণসকলৰ দৰ্পচূৰ্ণ কৰি শঙ্কৰদেৱে যিমানে তেওঁলোকক জব্দ কৰিছিল, শঙ্কৰদেৱৰ ওপৰত তেওঁলোকৰ অসূয়া সিমান বাঢ়িছিল।

**১-৯-৫** এইদৰে ওঠৰ বছৰ শঙ্কৰদেৱে মাধৱদেৱৰ সৈতে ধুঁৱাহাটত নাম ধৰ্ম প্ৰচাৰ কৰি আছিল। এনেতে আসাম ৰজাই তেওঁৰ হাতীৰ লেখ এহেজাৰ পূৰ্ণ কৰিবৰ মনেৰে নকৈ আৰু হাতী ধৰিবৰ নিমিত্তে গড় মৰাই নানা ঠাইৰ পৰা হাতী খেদি অনায় তাত সুমুৱালে। "গড়ৰ দক্ষিণত ব্ৰহ্মপুত্ৰ, উত্তৰে লোহিত্য। নিয়োজিল পাত্ৰৰ নানা মত।। পূৰ্বত দিলন্ত কতো ভৃত্যগণ আনি। পশ্চিমত দিলা শঙ্কৰক মহামানী।।" ভূঞাৰ মাজত শিৰোমণি শঙ্কৰক সকলোৰে ওপৰত তত্ত্বাৱধান কৰিবলৈ নিযুক্ত কৰিলে। ৰজাই আদেশ কৰিলে যে যদি পালী ভাঙি কাৰো ফালে হাতী পলাই যায় তেন্তে সেইজনৰ মূৰ কটা যাব। তিনি দিন তিনি ৰাতি হাতী পালী দি থকাৰ পিচত চতুৰ্থ দিনৰ মাজ ৰাতি ঘোপ মৰা আন্ধাৰত যেতিয়া পালী প্ৰহৰীবোৰ জাৰত ঠেৰেঙা লাগিল, তেতিয়া গুণ্ডা হাতী এটাই পশ্চিমৰ গড়ৰ এঠাইত ভাঙিলে। পালীসকলে জুই, যাঠী, জোং ইত্যাদিৰে ক'ত চেষ্টা কৰিও গুণ্ডাক ৰাখিব নোৱাৰিলে। সি গড়ৰ পৰা ওলাই হাবিত সোমালগৈ আৰু পিছে পিছে কিছুমান হাতীও ওলাই গ'ল। এই আকস্মিক বিপদ দেখি শঙ্কৰে সৈতে ভূঞাসকল লৰালৰিকৈ পলাল। আসামৰ ৰজাই এই বাতৰি পাই খঙত জ্বলি উঠি ভূঞাসকলক আৰু বিশেষকৈ শঙ্কৰদেৱক ধৰি নি দণ্ড কৰিবলৈ হুকুম দিলে। ৰজাৰ চাওদাং দূতসকলে শঙ্কৰদেৱক বিচাৰি আহি ধুঁৱাহাটত তেওঁৰ ঘৰত ওলালহি। চাওদাংহঁতক দেখি শঙ্কৰদেৱে ঘৰৰ ভিতৰ সোমালত আঠোটা চাওদাঙে শঙ্কৰদেৱক ধৰিবৰ মনেৰে ঘৰৰ ভিতৰত তেওঁক হাতেৰে বেঢ়া দিলে। শঙ্কৰদেৱে ততালিকে সিহঁতক ঠেলা মাৰি মাটিত পেলাই দি একে চোঁচাই ঘৰৰ

পৰা ওলাই গৈ বাৰীত সোমালগৈ। চাওদাংহঁতে উঠি পিছে পিছে খেদা ধৰিলে। লৰি যাওঁতে বাটত বাইশ হাত বহল মৰি নৈৰ খাল এটা শঙ্কৰদেৱে একে জাঁপেই পাৰ হৈ গ'ল। চাওদাংহঁতে ঘূৰি গৈ খালটো পাৰ হওঁতেই শঙ্কৰদেৱে চকুৰে নেদেখা আঁতৰ হৈ পৰিল। ইয়াৰ পাচত সিহঁতে ভালেমান পৰ বিচাৰি শঙ্কৰদেৱক নৈৰ গৰাৰ তলত দেখি " ধৰ ধৰ " বুলি খেদি গ'ল। শঙ্কৰে এইখিনি সময়তে তেওঁৰ উত্তৰি উলিযাই আৰু হাতত গীতা শাস্ত্ৰখন লৈ ক'লে, "তহঁতে মোক কিয ধৰিব খুজিছা? মই দ্বিজ। চোৰাচোন মোৰ হাতত পুথি আৰু গাত উত্তৰি আছে।" এই কথা শুনি চাউদাংহঁতে ভালকৈ চাই দেখিলে যে সঁচা, তেওঁ কোনোৱা দ্বিজহে, শঙ্কৰ নহয়। ইযাকে থিৰাং কৰি সিহঁতে তেওঁক তাতে এৰি আন ঠাইত বিচাৰি ফুৰিব ধৰিলে।

**১-৯-৬** শঙ্কৰক সিহঁতে ক'তো বিচাৰি নাপায উভতি যাওঁতে বাটত মাধৱদেৱ আৰু শঙ্কৰদেৱৰ জোঁৱাযেক হৰিক দেখা পালে। তেওঁলোক কোন কলৈ যায় বুলি চাউদাংহঁতে সুধিলত মাধৱদেৱে উত্তৰ দিলে, " আমি শঙ্কৰৰ ভক্ত, তেওঁৰ সৈতে দেখা কৰিবলৈ যাওঁ।" এই কথা শুনি চাউদাংহঁতে তেওঁলোক দুজনকে ধৰি লৈ গ'ল। চাউদাংহঁতে তেওঁলোকক নি প্ৰধানমন্ত্ৰী সন্ধিকৈ বৰবৰুৱাৰ আগত থিয কৰি দিলত বৰবৰুৱাই তেওঁলোকক সুধিলে, " তোমালোকে কি কৰা? আৰু তোমালোকৰ কোন আছে?" মাধৱে উত্তৰ দিলে, " আমি শঙ্কৰৰ ভক্ত, নাম গুণ গাই থকো। মোৰ কোনো নাই।" হৰিয়ে ক'লে যে তেওঁৰ পৰিবাৰ আছে। সন্ধিকৈয়ে তেওঁলোকক ৰজাৰ আগত হাজিৰ কৰি দি ক'লে," শঙ্কৰ পলাল, তেওঁক ধৰিব পৰা নগ'ল। এওঁলোক শঙ্কৰৰ ভকত। এজন বৰাগী, তেওঁৰ কোনো নাই, আনজন গৃহস্থী, তেওঁৰ পৰিবাৰ আছে।" ৰজাই এই কথা শুনি ক'লে, "মই যেতিয়া প্ৰতিজ্ঞা কৰিছো, ইহঁতক এতিয়াই কাটিব লাগে. কিন্তু যিটো বৰাগী, তাক কাটিলে কি হ'ব, তাক এৰি দিয়া; কাৰণ তাক কাটিলে তাৰ শোকত কান্দিবলৈ কোনো নাই। যিটোক কাটিলে কান্দিবলৈ আছে তাক কাটা।" ৰজাই মন্ত্ৰীৰ সৈতে এই কথা আলচ কৰোঁতেই মাধৱদেৱে হৰিক ক'লে, মোক যদি আগেয়ে কাটে, তেন্তে তুমি মোক নাম সোঁৱৰাবা আৰু তোমাক আগেয়ে কাটিলে মই তোমাক নাম সোঁৱৰাম।"

এনে সময়তে মন্ত্ৰীয়ে চাউদাঙক ৰজাৰ আদেশ শুনাই ক'লে যে গৃহস্থীজনক কাটিব লাগে আৰু বৰাগীজনক এৰি দিব লাগে। এই হুকুম শুনি চাউদাঙে হৰিক কাটিবলৈ লৈ গ'ল। বাটত মাধৱে হৰিক ঈশ্বৰৰ চৰণত মন সমৰ্পণ কৰি দৃঢ় কৰিবলৈ উপদেশ দি এই গীতটো ৰচনা কৰি গাই শুনাই হৰিৰ মন স্থিৰ কৰি দিলে—

"ভয়ো ভাই সৱধান,
যাৱে নাহি ছুটে প্ৰাণ।
গোবিন্দৰ ফৰমান,
নিকটে মিলাৱে জান।
জীৱন যৌৱন ঠোৰ,
সৱে মায়াময় চোৰ।
দুঃখ সৱ কৰা দূৰ,
হৰি পদে মন জুৰ।
ত্যাজা সৱ অভিলাস,
দূৰ কৰা মোহ পাশ।
হৰি পদে কৰা আশ,
কহয় মাধৱ দাস।

এই গীত শুনি হৰিয়ে ঈশ্বৰৰ চৰণত মন একান্তৰূপে নিবিষ্ট কৰি চাউদাঙক ক'লে," ক্ষন্তেকমান ৰ, মই হাত বাউলি দিলে কাটিবি।" মাধৱদেৱে নাম সুঁৱৰাৰ ধৰিলত হৰিয়ে হাত বাউলি দিলে আৰু চাউদাঙৰ দাৰ কোৱত তেওঁৰ মূৰটো মাটিত পৰিল। চৰিতত আছে যে কটা মূৰটোৱে ৰাম ৰাম বুলি উফৰি মাধৱদেৱৰ পাৱত পৰিলত মাধৱদেৱে তাক হাতেৰে তুলি ধৰি মাটিত থ'লে। চাউদাঙহঁতৰ মুখে ৰজাই এই ঘটনা শুনি তেতিয়া দুখ কৰিছিল, "যদি তহঁতে তেওঁলোক ভকত মানুহ বুলি জানিছিলি, আগেযে মোক কিয় নক'লি।"

**১-৯-৭** ইয়াৰ পিচত মাধৱে ভাবিলে যে ৰজাৰ পৰা বিদায় নোলোৱাকৈ গ'লে কিজানি আকৌ ৰজাই তেওঁক ধৰাই নিয়েয়ে। ইয়াকে ভবি তেওঁ ৰজাৰ পৰা বিদায় অপেক্ষা কৰি মেচা ঘৰৰ পুখুৰীৰ পাৰত জুপুৰি এটি কৰি তাত থাকি

ভিক্ষা কৰি খাই আছিল। এদিন মাধৱে নাম লৈ সেই জুপুৰিত থাকোঁতেই ৰজাই সেইফালে ফুৰিবলৈ গৈ তেওঁক দেখা পাই কোন বুলি সুধিলত মাধৱে সকলো ক'লত ৰজাই সন্ধিকৈক ক'লে,"তুমি কিয় এওঁক বিদায় দিয়া নাই? এওঁক এতিয়াই বস্ত্ৰ-টকা-চাউল-চৰু দি বিদায় দিয়া।" সন্ধিকৈয়ে সেইবোৰ তেতিয়াই মাধৱক দিয়াত মাধৱে "টকা-বস্ত্ৰ মোৰ প্ৰয়োজন নাই বুলি" কৈ চাউল-চৰু মাত্ৰ লৈ গুচি আহিল।

**১-৯-৮** ইয়াৰ পিচত মাধৱে নাৱেৰে তিনি দিনৰ মূৰত ধুঁৱাহাট পালেগৈ। মাধৱে উভতি আহিবৰ সাতদিন আগৰে পৰা শঙ্কৰদেৱে ভকতসকলৰ দ্বাৰাই কীৰ্ত্তন ঘৰত নাম গোৱাই আছিল।[১] যিদিনা মাধৱ ধুঁৱাহাট পালেগৈ সেইদিনাই সপ্তম দিন। শঙ্কৰদেৱে পদুলি মূৰলৈ আহি বাট চাই আছিল,এনেতে মাধৱদেৱ উপস্থিত হৈ তেওঁৰ চৰণত পৰি প্ৰণাম কৰিলে। শঙ্কৰদেৱে তেওঁক আকোৱালি ধৰিলে। মাধৱে সকলো বৃত্তান্ত তেওঁক ক'লত জোঁৱায়েকক কটা শুনি শঙ্কৰদেৱে বিষাদ কৰিব ধৰিলে। কিন্তু মাধৱক পাই সেই দুখ অনেক গুণে কমিল। জীয়েক মনুৱে স্বামীৰ মৃত্যুৰ বাতৰি পাই শোকত বিহ্বল হ'লত শঙ্কৰদেৱে জীয়েকক অনেক বুজাই বঢ়াই সান্ত্বনা কৰিলে। মাধৱৰ মাক, ভনীয়েক, বৈনায়েক শোকত- দুখত ব্যাকুল হৈ আছিল দেখি শঙ্কৰদেৱে তেতিয়াই মাধৱক তেওঁলোকৰ ওচৰলৈ পঠিয়াই দিলে।

---

১। পণ্ডিত সকলৰ মতে সেই তেতিযাৰে পৰা পাল নামৰ আৰম্ভণি হয।



# দশম অধ্যায়

**১-১০-১** শঙ্কৰদেৱে মাধৱদেৱক ক'লে, "জানা বঢ়াৰপো, যি ৰাজ্যৰ ৰজাৰ গাত অলপো বিচাৰ শক্তি নাই, যি ৰজাই অসাধ্য-অযোগ্য কাৰ্য্যত মানুহৰ প্ৰাণ বধ কৰে সেই ৰজাৰ ৰাজ্যত থকা উচিত নহয়, এতেকে আমি এই ৰাজ্য এৰি নিশ্চয় বেহাৰ ৰাজ্যলৈ যামহঁক। সকলো সেৱক ভক্ত ভৃত্যসকলক নাও-দুনি ঠিক কৰি যাবলৈ প্ৰস্তুত হবলৈ কোৱা।"

**১-১০-২** শঙ্কৰদেৱৰ আজ্ঞাক্ৰমে নৌকাবোৰ প্ৰস্তুত হ'ল, কিন্তু সকলোবোৰ মানুহ যাবলৈ নোজোৰাত কলগছ কাটি কিছুমান ভুৰ বন্ধাই তৈয়াৰ কৰা হ'ল। ভাল দিন বাৰ চোৱাই শঙ্কৰদেৱে সপৰিবাৰে ভকত জ্ঞাতি সকলোৰে সৈতে নাৱত উঠি ভাটীলৈ যাত্ৰা কৰিলে। শঙ্কৰদেৱে এইদৰে ধুঁৱাহাট পৰিত্যাগ কৰি গ'লত তাৰ লোকসকলে হাহাকাৰ কৰি ক্ৰন্দন কৰিব ধৰিলে। দুজন ভকত খৰি লুৰিবলৈ গৈছিল। তেওঁলোক উভতি আহোঁতে পলম হোৱা বাবে গুৰুজনাৰ নাও নাপালেহি দেখি যাবলৈ নাপাই কান্দিবলৈ ধৰিলে। মাধৱদেৱে বৈনায়েক ৰামদাসৰ সৈতে এখন নাওত গৈছিল; তেওঁ ৰামদাসক নাও ৰাখি ভকত দুজনক তুলি ল'বলৈ ক'লে। ৰামদাসে ক'লে," নাৱত সমূলি ঠাই নাই, ক'ত তেওঁলোকক তুলি ল'ম?" এই কথা শুনি কৃপালু মাধৱে বৈনায়েকক ক'লে, " মোৰ ভাগৰ ঠাই ভকত দুজনক দিছো, তুমি তাতে তুলি নিয়া।" এই বুলি মাধৱদেৱে তেতিয়াই নাও পাৰলৈ চপাই দিয়াই নিজৰ কাপোৰ কানিৰ জপা দুটা নৈত পেলাই দি ঠাই উলিয়াই তাতে ভকত দুজনক তুলি ল'লে। কিছুদূৰ ভটীয়াই গৈ মাধৱে, শঙ্কৰদেৱে নাও বন্ধা দেখি তাত নিজৰ নাও বান্ধি গুৰুৰ নিমিত্তে খোলা চৌকা আদি যতনাই আছে। এনেতে তেওঁ দেখিলে যে দুটা জপা উটি আহি তেওঁৰ নাওৰ গোজত লাগিছেহি। মাধৱদেৱে জপা দুটা ধৰি তুলি অনা দেখি শঙ্কৰদেৱে সেই দুটা কি বুলি সুধিলত, তেতিয়া মাধৱে সকলো বৃত্তান্ত ভাঙি ক'লে। শঙ্কৰদেৱে মাধৱদেৱৰ এই নিস্বাৰ্থ সাধু ব্যৱহাৰ দেখি তেওঁক প্ৰশংসা কৰি ক'লে,"মাধৱ তুমি ধন্য, তুমিহে বাপু ভকতৰ মোল বুজা।"

**১-১০-৩** এইদৰে শঙ্কৰদেৱে ভটীয়াই যাওঁতে য'তে গধূলি হয় তাতে নাও ৰাখে আৰু মাধৱদেৱে তাতে নাও ৰাখি গুৰুৰ নিমিত্তে খোলা চিকুনাই ঘৰ সাজি ভোজনৰ সকলো আয়োজন কৰি দি তাৰ পিছতহে নিজৰ ভোজনৰ দিহা কৰে। এদিন মাধৱদেৱৰ নাও শঙ্কৰদেৱৰ নাৱতকৈ কিছু আগবাঢ়ি গ'লত তেওঁ এঠাইত নাও ৰাখি গুৰুৰ নিমিত্তে সকলো আয়োজন কৰি বৈ আছে; কিন্তু ভালেখিনি বেলিৰ মূৰত শঙ্কৰৰ নাও নোলোৱাহি দেখি মাধৱে নিজৰ খোলাত ৰন্ধনৰ আয়োজন কৰি চাউল বহাই দিলে। ভাত আধাখিনি সিজিছে, এনেতে শঙ্কৰদেৱৰ নাও সেইখিনি পাই তাত নবৈ ভটীয়াই যাৱৰ দেখি মাধৱদেৱে বিনয় কৰি গুৰুক ক'লে," মই আপোনালৈ ইয়াতে খোলা চিকুনাই বাহা সাজি আখা পাতি থৈছো। আপুনি ৰাতি আৰু ক'লৈ যায়?" শঙ্কৰদেৱে উত্তৰ দিলে, "এইখন ভাল ঠাই নহয়, সেই দেখি ইয়াত নাথকো।" মাধৱদেৱে ক'লে, "ঠাই বৰ ভাল, নাও ৰখাওঁক।" তথাপি শঙ্কৰদেৱে মাধৱদেৱক পৰীক্ষা কৰিবৰ মনেৰে তাত নাও নৰখাই আৰু এটা মোচৰ গৈ তাত নাও ৰখালে। মাধৱদেৱে এই কাৰ্য্য দেখি আধা সিজা ভাতৰ চৰুটো উবুৰিয়াই পেলাই দি নাও মেলি তাৰ পৰা গুচি আহি শঙ্কৰদেৱ ৰোৱা ঠাই পালেহি। শঙ্কৰদেৱে মাধৱক দেখি সুধিলে, "ইমান শীঘ্রে আহিলা দেখোন? ৰন্ধা ভাত কি কৰিলা?" মাধৱদেৱে উত্তৰ দিলে,"য'ত আপুনি নাথাকিলে, তাত কি আৰু মই থাকি অন্ন ভোজন কৰিম?" এই কথা শুনি শঙ্কৰদেৱে খেদ কৰি ক'লে, "মোৰ নিমিত্তে আজি তোমাৰ ভোজন গুচিল। মই ভাবিছিলো তুমি খাই বৈ মোক লগ ধৰিবাহি।" সেই ৰাতি কিন্তু সেই ঠাইৰ অসুবিধাৰ নিমিত্তে তেওঁলোকৰ ভোজনেই নহ'ল।

ইয়াৰ পাচত তেওঁলোকে ৰৌৰৱা সুঁতিৰ মুখ পাই তাতে ৰ'ল। তাৰ পাচত চাউলখোৱা নৈ পাই সেই সুঁতিয়েদি গৈ টপাবৰি নামে ঠাই পাই তাতে শঙ্কৰদেৱে বাহা- ঘৰ কৰি নাম-ধৰ্ম প্ৰচাৰ কৰি ৰ'ল।

(এইখিনিতে আমি পুনৰ কথা-গুৰু চৰিতৰ কথালৈ ঘূৰি যাম।)

**১-১০-৪** গুৰুজনাই মাধৱক ক'লে," মাধৱ, তোমাৰ মোৰ বংশ নাতি সকলেও আহিছে বৈকুণ্ঠৰ পৰা পৃথিবীলৈ আৰু কেৱলা ধৰ্ম আচৰণ কৰি আৰু প্ৰৱৰ্ত্তাই যাবও। পাচত লোকে তোমাক মোক পৰমব্ৰহ্ম দেখুৱাব আৰু চাৰিটি

পথৰ পৰা অনেক পথ হ'ব আৰু ডাল পাত বাঢ়ি সেইসকলে তোমাক মোক গুৰু দেখুৱাব। তেওঁলোকে নিজে পালন নকৰি আনকহে ক'ব। শিষ্যয়ো বাক্যতে কেৱল এক শৰণ হ'ব; কিন্তু চিত্তেৰে অন্য দেৱতা ভজিব। গুৰুয়ো তেনে শিষ্যৰ কৰ লৈ, গুৰু শিষ্য দুয়ো সংসাৰত ভ্ৰমিব, শৰণ- মৰণ পৰি ৰ'ব আৰু গৰ্ভবাস, নৰক ভুঞ্জি সংসাৰত যাতায়াত কৰি ফুৰিব। আৰু যিসকলে ধৰ্ম ধৰিব তেওঁলোকৰ বিষয়ে একাদশ স্কন্ধত চাৰি সিদ্ধই নিমি ৰজাক কৈছে—

নুহি সুখ কিছু মাত্ৰ আছে ভ্ৰান্তি
ভকতিক নধৰে নুহিকে তত্বজ্ঞানী।।
সিটো মধ্যৱৰ্ত্তী সব যাইবে অধোগতি।
কোটি কোটি কল্পত নেৰয় মৰণ উৎপত্তি।।

এতেকে যি প্ৰৱল ধৰণে ব্যভিচাৰ, ভকত দ্ৰোহ হ'ব, অনেক কোটিৰ মাজত কাচিৎ এজনেহে উদ্ধাৰিব।" মাধৱে ক'লে-"বাপ,এই শুদ্ধ মত ধৰ্মনো পৃথিবীত সম্পূৰ্ণ কিমান দিন ৰ'ব?" গুৰুজনাই ক'লে-" বঢ়াৰপো, ছয় কুৰি বছৰ।" মাধৱে ক'লে-"বাপ, বৈকুণ্ঠৰ বস্তু আনি কত অৰণ্য কাটি তৰ্ক যুক্তিৰে ৰখা হৈছে, ছয় কুৰি বছৰ দেখোঁ এটা পুৰুষৰহে সময়,তাত কিমান জীৱ তৰিব?" গুৰুজনাই ক'লে," তেনে ৰূপে জাক জমককৈ আৰু ছয় কুৰি বছৰ থাকিব. নাতিৰ বংশলৈ।" মাধৱে ক'লে-"হে বাপ কোৱে কটা বগৰা জীৱ, আৰু কিছু বছৰ হ'লে কিছু তৰিলেহেঁতেন!" গুৰুজনাই ক'লে," ক'লা কটাত যেতিয়া লোকে খাৰ ধান ৰুব, তেতিযাৰে পৰা ধৰ্মটো সোলোক -গোলক হ'ব। পানীৰ যি ধাৰ; ঘাট ভগা,নাও ভগা, টানকৈ বঠা ধৰিলেহে কিজানি কোনোৱে পাৰ হ'ব।"

**১-১০-৫** টপাবৰি ঠাইখন বৰ খৰাং, হাবিৰে ভৰা, তাত তেল-তেঙাৰ অভাৱ, তেওঁলোকৰ বৰ কষ্ট হ'ল। জ্বৰে-খৰে ধৰি যুৱক বৃদ্ধকে ধৰি তেওঁলোকৰ ছয়কুৰিজন মৰিল। দহা কাজ কৰি উঠি সকলোৱে আলোচনা কৰি গুৰুজন আৰু ভক্তই ছয়মাহ তাত থকাৰ পাচত নাওৰে ভটীয়ালে। চকীয়া মাজিৰ পৰা বাতৰি পাই তেওঁলোকে চাউলখোৱা নৈ হৈ হাৰিয়াজান হৈ সোমাল। চাৰিখন নাও পাচত গৈছিল। সেই নাও কেইখনে আগৰ নাওৰ খবৰ নাপাই জানত নোসোমাই পোনে পোনে ভটীয়াই গ'ল। সেইকেইখন নাওৰ লগতে মাধৱদেৱৰ নাওও

গৈছিল। চকুৰ দৃষ্টিৰ দূৰত্বত দেখি কাপোৰেৰে বাউলি দি মতাত মাধৱদেৱৰ নাও জানেৰে উজাই আহিল। বাকী তিনিখন নাওত ভটীয়াই যোৱাসকলে চপৰাত ঘৰবাৰী কৰি বহিল তাৰ মাটি পানী মাছ খৰিৰ সুবিধা পাই। পাচত গুৰুজনৰ বাতৰি পায়ো তেওঁলোক উভতি নাহিল। তাতেই চপৰা চৌধুৰীৰ পৰঙ্গনা হ'ল।

**১-১০-৬** গুৰুজন আৰু ভক্তৰ নাও হাৰিয়াজানেৰে উজাই গৈছে। জানত বৰ ধাৰ, যাবই নোৱাৰি; কুৰি, বৰালি মাছ নাওত ডেও দি পৰিছে। তাকে দেখি গুৰুজনে ক'লে—"বঢাৰপো, নাও ৰাখি ভকতে বামত উঠি চাওঁক; মাটি পানী খাৰ ভাল যেন দেখো।" ভকতে বামত উঠি গৈ সকলো ভাল দেখি গুৰুজনাক ক'লেহি। গুৰুজন ভকতৰ সৈতে বামলৈ উঠি গ'ল। জানৰ পাৰত বৰ ডাঙৰ এজোপা পাৰলি গছ আছিল; তেওঁলোকে তাৰ কাষতে ৰ'ল। সেই গছৰ পাতত চৰাইযে লাদি পাতবোৰ বগা কৰি থৈছিল। ঠাইখনৰ ভাটীৰ ফালে মুখি আৰু হীৰা সম্প্ৰদায়ৰ লোক আছিল।[১] ভকতসকলে তাত প্ৰথমতে কৌৰেৰে চাব মাৰি বিৰিণা গছ উভালি এচৰু চূণ পালে, শামুক পোৰা চূণ। কৃষ্ণদেৱে ৰুক্মিণীৰ সৈতে কুণ্ডিলৰ পৰা আহোতে তামোল খাওঁতে তাত টেমিৰ চূণ পৰিছিল। এইকেইটি কাৰণতে ঠাইখনৰ নাম চূণপৰা বা চূণপোৰা আৰু অঞ্চলটোৰ নাম পালেংদি। তাত ঘৰ বৰী কৰিবলৈ ভক্তসকলে লগ লাগি হাবি বন কাটিব ধৰিলে।

---

১। মুখি ঃ শামুক পুৰি চূণ তৈযাৰ কৰা লোক। কিন্তু মূল পুথিত মুখিৰ সলনি চমাৰ শব্দটো আছে, যিটো কথাৰ ভাবাৰ্থৰ লগত নিমিলে।
হীৰা ঃ হীৰা মটিৰ পাত্ৰ গঢোৱা লোক।



# একাদশ অধ্যায়

**১-১১-১ : নাৰায়ণ দাস ঠাকুৰ আতা:** প্ৰথমে ঈশ্বৰে অৱতাৰ ধৰি হিৰণ্যাক্ষক বধি পৃথিবী উদ্ধাৰ কৰিলে। পাছত পৃথিবী ৰজস্বলা হোৱাত সেই হৰিয়ে পৃথিবীৰে শৃঙ্গাৰ কৰিলে। পুত্ৰ জন্ম পালে নৰক। নৰকৰ পুত্ৰ ভগদত্ত। ভগদত্তৰ পুত্ৰ শিশিৰ, শিশিৰৰ পুত্ৰ ঋষিৰ আৰু ঋষিৰ পুত্ৰ চপাৰ্হ্ব। চপাৰ্হ্বৰ পুত্ৰ সুবাহু, তেওঁৰ পুত্ৰ মিহিৰ, মিহিৰৰ পুত্ৰ যশধৰ, তেওঁৰ পুত্ৰ ৰূপধৰ, তেওঁৰ পুত্ৰ সগৰ আৰু সগৰৰ পুত্ৰ ধৰম। ধৰমৰ পুত্ৰ ভৱানন্দ, পিতৃয়ে দিয়া নাম। ( ভৱানন্দ পিছলৈ নাৰায়ণ দাস ঠাকুৰ আতা নামে জনাযাত হয়।) ভৱান্দৰ পুত্ৰ চাৰিজন -- প্ৰথম পৰমানন্দ, পৰমানন্দৰ পুত্ৰ হৰিগতি ঠাকুৰ, হৰিগতি ঠাকুৰৰ পুত্ৰ দামোদৰ, দামোদৰৰ পুত্ৰ হৰিচৰণ, হৰিচৰণৰ পুত্ৰ ৰঙ্গৰাম ঠাকুৰ, ৰঙ্গৰামৰ পুত্ৰ পুন্না ঠাকুৰ, পুন্না ঠাকুৰৰ অনুজ কামদত্ত। তেওঁলোকৰ ঘৰ মনোৰাত। দ্বিতীয় পুত্ৰ--জগতানন্দ, জগতানন্দৰ পুত্ৰ বেথাৰাম, বেথাৰামৰ পুত্ৰ অনন্ত। তৃতীয় পুত্ৰ--শিৱানন্দ, শিনানন্দৰ পুত্ৰ কৃষ্ণৰাম ঠাকুৰ, তেওঁৰ পুত্ৰ হৰাম ঠাকুৰ, হৰামৰ পুত্ৰ কানু ঠাকুৰ, তেওঁৰ পুত্ৰ বনমালী ঠাকুৰ, তেওঁৰ পুত্ৰ সনাতন ঠাকুৰ, তেওঁৰ পুত্ৰ দয়া ঠাকুৰ, দয়া ঠাকুৰৰ পুত্ৰ ৰতিকান্ত আৰু হৰিকান্ত। চতুৰ্থ পুত্ৰ--ৰমাই ঠাকুৰ, তেওঁৰ পুত্ৰ কুৰ্ম্মা ঠাকুৰ, তেওঁৰ পুত্ৰ লক্ষ্মণ ঠাকুৰ আৰু লক্ষ্মণ ঠাকুৰৰ পুত্ৰ বল্লভ ঠাকুৰ।

**১-১১-২** : গুৱাহাটীৰ উত্তৰ পাৰৰ দুই পৰ্বতৰ মাজৰ ঠাই এডোখৰৰ নাম মালৌ। তাতেই ভৱানন্দৰ জন্ম। ভৱানন্দই পাঁচ বছৰ বয়সৰে পৰা সমনীয়া শিশুৰে সৈতে ধূলি-বালি খেলোঁতে, গৰু চাৰোঁতে প্ৰীতিৰে ফুল জলেৰে হৰিকে পূজিছিল আৰু ওমলোতে বৃন্দাবনৰ কৃষ্ণলীলাহে খেলিছিল। তেওঁ আছিল গহীন-গম্ভীৰ, স্থিৰ, শান্ত স্বভাৱৰ। সমনীয়াৰ সৈতে তেওঁ ঢোপ, ভটা, ঘিলা, চোৰ-ডুগ, ছুৱাৰ-পাচি, বাঘ-ছাগলী আদি অনেক খেল খেলে। তেওঁলোকৰ কোনো ল'ৰাই হয় গোপী, কোনোৱে হয় কৃষ্ণ আৰু কোনোৱে হয় গোপ-বালক; এনেকৈ বৃন্দাবনৰ খেলাহে খেলে। পদূলি মূৰত এজোপা আহত গছ আছিল, তাৰ তলতে যত ল'ৰাৰ খেলৰ ঠাই। সকলো বালকে খোৱাৰ কথা কোৱা-মেলা কৰে।

কোনোৱে ক'লে শাল মাছ আৰু মূলাৰ আঞ্জাৰ কথা, কোনোৱে ক'লে দৰিকণা মাছ আৰু বেঙেনাৰ আঞ্জাৰ কথা, কোনোৱে ক'লে কাৱৈ মাছ আৰু পালেং শাকৰ আঞ্জাৰ কথা, কোনোৱে ক'লে ৰৌ মাছ আৰু ঔ টেঙাৰ আঞ্জাৰ কথা, কোনোৱে ক'লে টেঙা পালেং আৰু মাগুৰ মাছৰ আঞ্জাৰ কথা, কোনোৱে ক'লে মোৱা মাছ , ঢেঁকীয়া শাক আৰু বাবৰি শাকৰ আঞ্জাৰ কথা; শেষত ভৱানন্দই ক'লে খলিহা মাছ আৰু সৰিয়হ বটা ব্যঞ্জনৰ কথা। এনেকৈ বাল্য খেল-ধেমালি কৰি ভৱানন্দ যোল্ল বছৰীয়া যুৱক হ'ল।

**১-১১-৩** : কালৰ নিয়মত ভৱানন্দৰ পিতৃ ঢুকাল। তেওঁ পিতৃৰ ক্ৰিয়া-কৰ্ম কৰি উঠি কৃষি কৰ্ম কৰি দাস-দাসী, গৰু-ম'হ পালি চলি আছিল। গুৱাহাটীৰ নামনিৰ ঠাই এডোখৰৰ নাম বৰভুই। তাৰে এজন লোকৰ তাত ভৱানন্দৰ পিতৃয়ে কুৰি টকা সুতত লগাইছিল। ভৱানন্দই তালৈ অহা-যোৱা কৰি টকা কুৰি সাধি থাকে। এবাৰ তেওঁ টকা সাধিবলৈ গৈ গৃহস্থক ক'লে," আমি যি ঠাইত আছো সেয়া বৰ ঠেক, বাৰিষা পানীত তল যায় আৰু তাত ধান-চাউল খৰিৰ অভাৱ, এতেকে এই ঠাইলৈ আহিব খোজো; তুমি বা কি কোৱা?" গৃহস্থই ক'লে," তেনেহ'লে আহা, মাটি এডোখৰ দিবলৈ পাৰাখিনি মই চেষ্টা কৰিম।" ভৱানন্দই ঘৰলৈ আহি মনতে ভাবিলে," দিনত লোকক দেখুৱাই যাব নোৱাৰি, তাতে আকৌ বাটত ৰজাৰ চকীত ধৰে।" তেওঁৰ ঘৰত চৌধ্যজন প্ৰাণী, অনেক গৰু-ম'হ আৰু বয়-বস্তু; তেওঁ বৰ আঢ্যৱন্ত। তেওঁৰ ঘৰতে বৰ নাও আছিল। সেই নাওতে তেওঁ গৰু-ম'হ , বয়-বস্তু আৰু ঘৰৰ সকলোকে উঠালে। খুৱাক চেতন আতা গুৰিত আৰু ভৱানন্দই নাওৰ আগত বহি ৰাতিয়ে নাও এৰি দিলে। ভাদ্ৰ মাহ, ব্ৰহ্মপুত্ৰত প্ৰচণ্ড ঢৌ উঠিছিল। ৰাতিৰ আন্ধাৰ আৰু আনফালে উত্তৰে-দক্ষিণে নদীৰ পাক, পাকত দুখন নাওও তল যায়। খুৱাক আৰু ভৱানন্দই তৰ্কিবই নোৱাৰিলে, নাও পাকত সোমাই ঘূৰি ঘূৰি পুঙা তল যোৱাদি তল গ'ল। নাওৰ গৰু, মানুহ সকলো মাৰা গ'ল। ভৱানন্দই তলতে তিনি পাক মাৰি পানীৰ ওপৰত মূৰটি উলিয়ালে। চেতন আতাৰ হাতত বঠাপাত আছিল, তেওঁ বঠাপাত ভৱানন্দলৈ আগবঢ়াই দি দুয়োজনে বঠাত ধৰিলে। নৈৰ পাকত ঘূৰি ঘূৰি ৰাতিপুৱাহে তেওঁলোকে নদীৰ দক্ষিণ পাৰত উঠিল। বহুত সময়ৰ পাছত

তেওঁলোকে সুস্থ হৈ উশাহ টানি চাই দেখিলে তেওঁলোকৰ গাত কাপোৰ নাই। তেতিয়া দুয়োজনে নদীৰ গৰাৰ তললৈ নামি গ'ল আৰু তাতে এটি গাঁত পাই নাভি পৰ্য্যন্ত পানীত তল যোৱাকৈ থিয় হৈ থাকিল। গাঁওৰ বুঢ়ী এজনীয়ে নদীলৈ পানী আনিব গৈছিল। বুঢ়ীয়ে তেওঁলোকক দেখি ক'লে," সুন্দৰ পুৰুষ দুজন দেখোঁ পানীত, পাৰলৈ নুঠানো কিয়?" তেওঁলোকে বুঢ়ীক সকলো বৃত্তান্ত কৈ ক'লে," এনে অৱস্থাত বিবস্ত্ৰ হৈ পানীত পৰি আছো।" তাকে শুনি বুঢ়ীয়ে পিছ হুঁহকি গৈ উৰাখন ফালি দুডোখৰ কৰি এডোখৰ নিজে পিন্ধি আৰু আন ডোখৰ সমানে দুভাগ কৰি তেওঁলোকলৈ পেলাই দিলে। সেই কাপোৰ পিন্ধি তেওঁলোকে গাঁতৰ পৰা উঠি বুঢ়ীক খবৰ সুধিলে, সেইখন কি গাঁও বুলি? বুঢ়ীয়ে গাঁওখনৰ নাম বৰভুই বুলি ক'লে। তেওঁলোকে বুঢ়ীক সুকাইৰ খবৰ সুধিলে। বুঢ়ীয়ে ক'লে যে সুকায়ে কিছু দূৰত মেলত বহি আছে। ভৱানন্দই কান্ধত বঠা লৈ চেতন আতাৰ সৈতে মেলৰ আগত থিয় হ'ল। তেওঁলোকক দেখি মেলৰ লোকসকলে সুধিলে," এনে সুন্দৰ পুৰুষ দুজন ক'ৰ? গাৰ কাপোৰ কি হ'ল?" ভৱানন্দই সকলো বৃত্তান্ত কৈ শেষত ক'লে, "এই সুকায়ে মোক একুৰি টকা দিব লাগে। পূৰ্বতে এওঁ কৰা অৱহেলাৰ বাবেহে আমাৰ এনে অৱস্থা হ'ল। এতিয়া আমি সৰ্বশ্ৰান্ত হ'লো।" সকলো মেলুৱৈয়ে সুকায়ক ধৰি ক'লে," তুমি এতিয়া টকা কুৰি দিয়া।' সুকায়ে সাষ্টাঙ্গে পৰি ক'লে," মোৰ দিবলৈ একোৱে নাই।" তেতিয়া ভৱানন্দই ক'লে,"দহ টকা এৰিলো বাৰু, বাকী দহ টকাকে দিয়া।" খুৰাকে ভৱানন্দক ক'লে,"বোপা কি কৰিলা? ময়ূৰে পলাই পাখি এৰাৰ দৰে হ'ল।" ভৱানন্দই ক'লে,"ময়ূৰে পলালে পাখিয়ে ক'ত পাওঁ?" সুকায় অষ্টম দৰিদ্ৰ, সি দহ টকাও দিব নোৱাৰে বুলি কাতৰ প্ৰাৰ্থনা কৰিলে। তেতিয়া ভৱানন্দই ক'লে,"তেন্তে পাঁচ টকাকে দিয়া।" সি পাঁচ টকাকো দিব নোৱাৰে, অষ্টম দৰিদ্ৰ সি, মহা দুখীয়া। তেতিয়া ভৱানন্দই ক'লে," সকলো এৰিলো, এতিয়া দুটি ঘটী, দুটি লোটা, এটি টৌ আৰু দুয়োকো দুযোৰ কাপোৰ দিয়া। আৰু দুসন্ধা দুসাঁজ খুৱাই সিপাৰত নি থোৱাহি।" তেতিয়া মেলৰ মানুহবোৰে সুকায়ক জোৰকৈ ধৰি ক'লে," বোপা, যোৱা যোৱা, তাকে কৰাগৈ।" সুকায়ে ভৱানন্দ আৰু খুৰাকক ঘৰলৈ নি ভোজন-পান কৰাই নদীৰ সিপাৰত থৈ আহিলহি।

চেতন আতা আগত আৰু পিছে পিছে ভৱানন্দই কান্ধত বঠাপাত লৈ গৈ আছে। ভীমা নগৰৰ কাষত ভৱানন্দৰ পেহীয়েকৰ ঘৰ আছিল। তেওঁলোকে তালৈকে গধূলি গৈ পালে। ৰাতিটো তাতে ৰৈ এসাঁজ ভোজন কৰিলে। ৰাতিপুৱা পেহীয়েকে বিলত পানী আনিবলৈ গ'ল। ঘাটত এজনী তিৰোতাই পেহীয়েকক সুধিলে," কালি তোমালোকৰ ঘৰত সেই দুজন ক'ৰ মানুহ আহি ৰৈছে?" পেহীয়েতে ক'লে," মোৰে ভাই আৰু ভাতিজা। সম্পদৰ দিনত মোক সোধতা, বিচাৰ কৰোঁতা নাছিল, এতিয়া ঘৰৰ সকলোকে মাৰি আৰু নিজেও দুখত পৰি মোৰে খাবলৈ আহিছে।" ভৱানন্দই ঘাটৰ নামনিত হাত-ভৰি ধুই থাকোঁতে সেই কথা শুনিলে। তেওঁ ঘৰলৈ আহি খুৰাকক ক'লে," দুসাঁজো ভাত খাবলৈ দিয়া নাই,এতিয়াই পেহীয়ে আমাৰ দুৰ্গুণ ৰটিব ধৰিছে, এতেকে পেহীৰ ঘৰত নাথাকো, নাখাওঁ; ব'লা এতিয়াই যাওঁ।" এই বুলি কৈ তেওঁলোক তাৰ পৰা গুচি গ'ল।

ডিঙা নগৰৰ উত্তৰে হালধা গাঁও। তাৰে এঘৰ কলিতা মানুহক কৈ তেওঁলোকৰ বাৰীত এটি পঁজা ঘৰ কৰি খুৰাক আৰু ভৱানন্দই ৰ'ল। সেই ঠাইৰ ওচৰতে পখলা হাট। তেওঁলোক গ'ল হাটলৈ। হাট পাই ভৱানন্দই এজনী বুঢী পোহাৰীৰ কাষতে থিয় হৈ ৰ'ল। ভৱানন্দৰ শ্ৰী, শক্তি, সুন্দৰ চেহেৰা দেখি পোহাৰীয়ে সুধিলে," বাপু, তোমাক কি লাগে?" ভৱানন্দই ক'লে, "আমাৰ একোৱে নাই, দিলে সকলো লাগে।" বুঢ়ীয়ে ভৱানন্দক ভোজন সামগ্ৰী সকলো দিলে। পাছত বুঢ়ীয়ে প্ৰমাণ পালে যে বুঢীয়ে ভৱানন্দক যিমান দিছিল তাৰ অধিক লাভ পালে। ভোজন কৰি উঠি ভৱানন্দই গধূলি পুনৰ বুঢ়ীৰ ওচৰলৈ গ'ল। বুঢীযে ভৱানন্দক ক'লে," বাপু, তুমি আনৰ ওচৰলৈ নাযাবা, তোমাক যি লাগে মযে দিম, মাত্ৰ মোৰ ইয়ালৈ অহা-যোৱা কৰি থাকিবা।" সেই হাটত পাণৰ ব্যবসায় অধিক। বুঢ়ীৰ এপাচি পাণ আছিল। বুঢ়ীয়ে ভৱানন্দক ক'লে, "বাপু, তুমি খন্তেক ইয়াতে থাকা, মই ঘৰৰ পৰা আহো।" এনেতে গোপালপুৰৰ পৰা তিনিজন খৰিভাৰী আহিল। সিহঁত হোজা স্বভাৱৰ। সিহঁতে তিনি-চাৰি পইচাৰ পাণ বিচাৰে; কিন্তু বেপাৰীয়ে নিদিয়ে মুঠা ভাঙি আৰু এমুঠা পাণ কিনিবলৈকেও সিহঁতৰ হাতত পইচা নাছিল। ভৱানন্দই পাণৰ মুঠা ভাঙি দুই-চাৰি পইচাতে পাণ বিকিব ধৰিলে। তেতিয়া গ্ৰাহকে বেগতে পাণ কিনি পাচি উদং কৰিলে। বুঢ়ীয়ে

ঘূৰি আহোঁতে দুয়োৰে পৰাই দেখিলে পাচিত পাণ নাই। তাই আহি ভৱানন্দক সুধিলে, "বাপু, পাণ কি হ'ল?" ভৱানন্দই পাণ বিক্রি হোৱা বুলি ক'লে। বুঢ়ীয়ে পুনৰ সুধিলে, " খন্তেক সময়তে ইমান পাণ কেনেকৈ বেচিলা?" ভৱানন্দই ক'লে, "তোমালোকে গুছি ভাঙি পাণ নিবিকা আৰু গ্ৰাহকৰ মুঠা পাণ কিনিবলৈ পইচা নাথাকে; মই গুছি ভাঙি পাণ বেচিলো আৰু সিহঁতে বেগতে নিলে। বুঢ়ীয়ে ক'লে," বাপু, বুঢা হ'লো পাণ বেচি, তথাপি এনে বুদ্ধি নাজানিছিলো।" বুঢ়ীয়ে ভৱানন্দক ভোজন সামগ্ৰী দি পঠালে।

বুঢ়ীৰ পৰা ভোজন সামগ্ৰী আনি ভৱানন্দই খাই লৈ কিছু দিন আছিল। সেই ঠাইত সকলোৱে পাণৰ বেপাৰ কৰে। বুঢ়ীৰ পৰা চাৰি টকা ধাৰে লৈ বেপাৰৰ উদ্দেশে ভৱানন্দই গ'ল বেপাৰীৰ লগত। তেওঁলোকে গৈ কুপাজাৰ গাঁও পালে। আন ধনীবেপাৰীয়ে ডাঙৰ পাণ বাৰীত সোমাল। ভৱানন্দৰ হাতত মাত্ৰ চাৰি টকা আছিল। এঘৰ গৃহস্থৰ পদুলি মূৰত কেইজোপামান পাণ গছ আছিল। ভৱানন্দই সেই ঘৰত সোমাল। গৃহস্থজন ঘৰত নাছিল আৰু তিৰোতাজনীয়ে চোতালত তাঁত বৈ আছিল। তিৰোতাজনীয়ে ভৱানন্দক সুধিলে," ক'ৰ লোক, কি লাগে?" ভৱানন্দই ক'লে," মোক চাৰি টকাৰ জোখেৰে পাণ লাগে।" তিৰোতাজনীয়ে ক'লে," আমাৰ পাণ পাৰোঁতা নাই, তুমি যদি পাৰি নিয়া তেতিয়াহে হ'ব।" ভৱানন্দই তিৰোতাজনীক জখলাপাত, পাণৰ কুঁকি আৰু তমাল দেখুৱাই দিবলৈ ক'লে। তিৰোতাজনীয়ে সেই সকলোবোৰ দিলে। ভৱানন্দই গছত উঠি পাণবোৰ সুন্দৰ ভাৱে ছিঙি গৈছে আৰু লগতে পাণৰ আগবোৰ গাঁঠি গৈছে। এনেতে গৃহস্থজন আহি ওলালহি। গৃহস্থই সুধিলত তিৰোতাজনীয়ে সকলো কথা ক'লে। গৃহস্থই পাণ গছডাল চাই ক'লে," আমি নিজেও এন সুন্দৰকৈ পাণ নাপাৰো, এইজন একা বৰ সাধু লোক।" ভৱানন্দই গছৰ পৰা নামি পাণবোৰ চোতালত বাকি দিলে। গৃহস্থই চাৰি টকাৰ পাণ গণি ভৱানন্দক দিলে আৰু সৰু পাণবোৰ এনেয়ে দি ক'লে," তোমাক যি পাণ লাগে আমাৰ ইয়াৰ পৰায়ে নি থাকিবা।" লাঠীৰ আগত ভাৰ বান্ধি ভৱানন্দই পাণবোৰ আনিলে। ঘৰ পাই তেওঁ পাণবোৰ গুছি কৰি হাটত নি বেচিলে। পাণ বেচি তেওঁ আঠ টকা পালে। তাৰে চাৰি টকা নি তেওঁ বুঢ়ীক ধাৰ সুজিলে। বুঢ়ীয়ে টকা নল'লে। পাণৰ বেপাৰত

ভৱানন্দৰ হাতত কিছু টকা হ'ল। তেতিয়া তেওঁ পাণ বেচিব এৰি জুৱা খেলত ধৰিলে। কেতিয়াবা জুৱাত জিকি ভালেখিনি টকা পায় আৰু কেতিয়াবা হাৰি এপইচাও নাপায়, সকলো হেৰায়। এদিনাখন তেওঁ জুৱাত জিকি চাৰি টকা পালে আৰু তাকে উৰাখনত বান্ধি ঘৰলৈ আহিল। তেওঁ গধূলি খুৰাকক ক'লে," খুৰা, জুৱাৰ ব্যৱসায় সৎ নহয়, তাত দন্দবাদ, হতাহতি কত হয়; ইফালে তালৈ নগ'লেও লগৰিয়াই নেৰে, ময়ো অনেকৰ জিকি আনিছো। কালিলৈ তুমি গৈ মোক ডাবি-হুমকি দি লাঠী জোকাৰি মোৰ টকা কাঢ়ি আনিবা, তেতিয়া সিহঁতে আৰু মোক জোৰ কৰিব নোৱাৰে। পিছদিনা সেইমতে খুৰাকে গৈ ভৱানন্দক গালি পাৰি লাঠী জোকাৰি টকা-কৰি কাঢ়ি আনিলে। ভৱানন্দ পলাল। তেনেকৈ ভৱানন্দই জুৱা এৰিলে।

খুৰাকে এদিন ভৱানন্দক ক'লে," বাপু, তোমালৈ এজনী কন্যা আনো।" ভৱানন্দই ওলোটাই ক'লে, "খুৰা, তোমালৈকেহে এজনী খুৰী আনো।" খুৰাকে ক'লে, "বোপা, সকলো গ'ল, এতিয়া বিবাহ নকৰাও আৰু।" ভৱানন্দই ক'লে," খুৰা, তোমাৰ খুৰী আহিলে মই সকলো খুজি খাব-ল'ব পাৰিম; কিন্তু মোৰ ভাৰ্য্যাত তোমাৰ খোজা-মেলা নচলে।" ভাল কলিতা বংশৰ এজনী কন্যা চেতন আতাৰ বাবে বিবাহ কৰাই অনা হ'ল। যিজন বৰ কলিতাৰ ঘৰত খুৰাক আৰু ভৱানন্দই আশ্ৰয় লৈ আছিল, তেওঁলোকৰ এজনী কন্যা আছিল। সেই কন্যা গহীন-গম্ভীৰ, ধীৰ, শান্ত, দিব্য সুন্দৰী, সৰ্ব সুলক্ষণী। সেই কন্যাই আগতে ভৱানন্দৰ পৰিচৰ্য্যা-সেৱা, যথা-ঘৰ সৰা,ঘৰ মচা, শাক কুটা, পানী-খৰি অনা, বাচন-বৰ্ত্তন ধোৱা, জুই ধৰা আদি সকলো কাম কৰিছিল ভৱানন্দই তাতে থকাৰ দিনৰে পৰা। কন্যাই এদিন মাকক ক'লে," মা, পিতাক ক'বা, মোক ভৱানন্দতে বিয়া দি থ'ব।" পাছত মাক -পিতাকে আলোচনা কৰি ভৱানন্দৰ পৰা কূটা এগছো নলৈ কন্যাক ভৱানন্দৰ তাত বিবাহ দিলে।

আৰু এজন লোকৰ নাম ভৱানন্দ। তেওঁৰ লগত ভৱানন্দৰ মিত্ৰতা হ'ল। ভৱানন্দই এটকা দাম দিব বুলি কৈ সখিয়েকৰ পৰা ছাগলী এজনী আনি গোহালি সাজি ৰাখিলে। সেই ছাগলীজনীৰ পৰা অনেক ছাগলী জন্ম পালে। তেওঁ কেইজনীমান ছাগলী বিক্ৰী কৰি বহুত টকা পালে আৰু কেইজনীমান

ছাগলী ঘৰতে আছিল। এদিন সখিয়েকে আহি ভৱাননাদক ক'লে," সখি, ছাগলীজনী যে আনিছিলা, কি কৰিলা?" ভৱানন্দই ক'লে," সখি, তোমাৰ টকাটি ল'বা আৰু ছাগলীৰ কথা কি সোধা?" সখিয়েকে ক'লে," এতিয়া টকাটি দিলে ল'ম কিয়, মোৰ ছাগলীজনীৰ পৰা তোমাৰ অনেক ছাগলীৰ জন্ম হ'ল।" এই কথা লৈ দুয়োজনৰ মাজত দন্দ লাগিল। সখিয়েকে ক'লে," কালিলৈ মেল মাতিম, মেলত যি বিচাৰ হয় সেয়ে হ'ব।" এনেকৈ কোৱা মেলা কৰি ভৱানন্দ ঘৰলৈ আহিল। তেওঁ ৰাতি ভোজন কৰি উঠি জুৰ লৈ বহি খুৰাকক দন্দ লগা আৰু মেল মতাৰ কথা ক'লে। ভৱানন্দই খুৰাকক সখিয়েকৰ পক্ষ লৈ তেওঁৰ সৈতে তৰ্ক কৰাৰ কথা ক'লে। দুয়োৰো মাজত তৰ্ক, উত্তৰ কটা কটি লগাত ভৱানন্দ হাৰিল। ভৱানন্দই খুৰাকক ক'লে. "তেন্তে খুৰা, সখি মাতিব আহিলে মই শুই থাকিম আৰু তুমি মই শুই থকাৰ কথা সখিক ক'বা।" ভৱানন্দই সেইমতে শুই আছে, এনেতে সখিয়েক আহি পালেহি। সখিয়েকে সুধিলে,"অ' খুৰা, সখি ক'লৈ গ'ল ? মই মানুহ আনিছো।" খুৰাকে ক'লে, "বোপা, তোমাৰ লগত হেনো কিবা লাগি ভাত পানী নাখাই শুই আছে আৰু মোক তোমাক ক'বলৈ কৈছে, "সখি আহিলে ক'বা, ছাগলীৰ বাবে মই মিত্ৰতা ভাঙিব নোৱাৰো সখিয়ে ছাগলীবোৰ নিয়ক।" কোনোৱে কয়, ভৱানন্দই সখিযেকক খুৱাই বুৱাই সন্তোষ মনেৰে ছাগলীবোৰ সখিয়েকক দিছিল। তেতিয়া সখিয়েকে ক'লে," খুৰা, যদি সখিযে মোক ছাগলীবোৰ এনেয়ে দিয়ে তেন্তে কালিনো কিয় তৰ্ক কৰিছিল? আৰু খুৰা, ময়ো তেনে ছাগলীবোৰ এৰিলো, সখিকহে মোক লাগে।" সখিয়েকে সকলো ছাগলী ভৱানন্দৰ ঘৰতে এৰি থৈ গ'ল।

ভৱানন্দই নাওৰে বেপাৰ আৰম্ভ কৰিলে। তেওঁ কালিৰাম,ধৰম, ভৱানন্দ, ৰঙ্গ আতা, বাকলি পো ৰামৰ সৈতে সাতজনে বেপাৰ বণিজ কৰে ৰজাৰ চাৰিও চকীত। ভৱানন্দই নিজকে ৰজাৰ কোঁৱৰ বুলি ৰজাৰ চকীত কৰ ফাকি দি ফুৰে। বন্তি চকীদাৰে নাও খানাতালাচ কৰোঁতে ভৱানন্দই নিজকে ৰজাৰ জোঁৱাই বুলি ক'লে। পাছত দুষ্ট শঠ লোকে ৰজাৰ কোঁৱৰক গোচৰ দি ক'লে, "মহাৰাজ, এজন লোকে ৰাজ-কৰ নিদি বেপাৰ বণিজ কৰে; মাতিলেও নাহে আৰু কৰো নিদিয়ে।" তেতিয়া কোঁৱৰে দুজন কটকী পঠালে ভৱানন্দক

ধৰি আনিবলৈ। দুই কটকীয়ে ভৱানন্দক পাই ক'লে, "ৰাজ আজ্ঞা, তুমি যাব লাগে।" ভৱানন্দই সিহঁতক ভোজন পাতি কৰাই পঠাই দি ক'লে, "মই কালিলৈ যাম।" পিছদিনাখন তেওঁ দুখন ভাৰ লৈ গ'ল ৰজাৰ ওচৰলৈকে। এজন দূতে নি ভৱানন্দক কোঁৱৰৰ আগত ভেটিলে। কোঁৱৰে ভৱানন্দক বাটচ'ৰাতে দেখি ক'লে," ওচৰলৈ আহা।" ভৱানন্দই কোঁৱৰৰ ওচৰলৈ গৈ ভাৰ-ভেটী আগবঢ়াই সুধিলে," মহাৰাজে মোক কিয়বা মাতিছে?" কোঁৱৰে ক'লে," তুমি হেনো অসম, গাৰো, ভোট আৰু বঙালৰ সৈতে দেশৰ চাৰিও চকীতে বেপাৰ কৰা আৰু মোৰ কথা কে কৰ নিদিয়া,মোৰ ইয়ালৈকে নহা দেখোঁ, কিয় তেনে কৰা? সেই বাবে তোমাক ধৰি আনিছো।" তেতিয়া ভৱানন্দই সংস্কৃতত শ্লোক মাতিলে। কোঁৱৰে ক'লে," শ্লোকৰ ব্যাখ্যা কৰা।" ভৱানন্দই ক'লে, মহাৰাজ, দৃষ্টান্তৰেহে বুজাব পাৰিম। যথা- এজন লোকে এজাক ছাগলী কিনি এখন অটব্য হাবিৰ মাজেৰে নিছিল। জাকৰে এজনী ছাগলীয়ে পলাই গৈ বাট হেৰাই ৰ'ল জঙঘলতে। সেই ছাগলীক বাঘ, ভালুক, ঘোঙ, ম'হ, বৰাহ, হাতীয়ে বেঢ়ি ধৰিলে, সিহঁতে তাক খাব খোজে। ছাগলীয়ে ভয়াৰ্ত্ত হৈ ক'লে," মই সিংহৰ মাহীয়েক, মোক নাখাবিহঁক।" তাকে শুনি সকলো জন্তুৱে আলোচনা কৰি ছাগলীক ক'লে," যদিহে তুমি সিংহ ৰজাৰ মাহীমাক, আমি বছৰি ৰজাক দিব লগা কৰ তুমি পুত্ৰক কৈ ৰেহাই দিব পাৰা।" ছাগলীয়ে ক'লে,"সেয়া কি কথা, মোৰ বেটাক মই যি কওঁ সেয়ে।" তাৰ পাছৰে পৰা সকলো জন্তুৱে মিলি ছাগলীক ঘাহ খুৱায় আৰু হাতীয়ে পিঠিত লৈ ফুৰায়। বছৰৰ অন্তত সিংহ আহি পালেহি। সিংহ অহাৰ খবৰ পাই নেউল, কেৰ্কেটুৱাকে আদি কৰি হাতীলৈকে সকলো জন্তুৱে ছাগলীক আগ কৰি সিংহৰ ওচৰ পালে। ছাগলীক দেখি সিংহই সুধিলে,"তই কোন?" ছাগলীয়ে ক'লে," মহাৰাজ, মোক ছাগলী বোলে। মোৰ মহা সংকট কালত আপোনাৰ নাম কোঁৱাত এওঁলোকে মোক আপোনাক কৈ সিহঁতক কৰৰ পৰা ৰেহাই দিবলৈ কৈছে আৰু সিহঁতে মোক আহাৰ যোগান ধৰি কান্ধত লৈ ফুৰিছে। এতিয়া আপুনি মোক যি কৰে সেয়ে হ'ব।" তেতিয়া সিংহই সন্তুষ্ট হৈ ক'লে," বাৰু, মোৰ নাম কৈ তই ৰক্ষা পালি, সেয়ে এইবাৰৰ কৰৰ পশুটো এৰিলো, তুমি যাব পাৰা।" এই বুলি কৈ সিংহই ছাগলীজনীক পঠালে। ভৱানন্দই কোঁৱৰক

ক'লে, "তেনেকৈ মযো আপোনাৰ নাম, যশ, গুণ-লীলা মহিমা কৈ চকী, হাট-ফাটত কৰৰ পৰা ৰেহাই লৈ ফুৰো, এতিয়া আপুনি মোক যি কৰে তাকে কৰক।" এনেকৈ কোৱাত কোঁৱৰে সন্তোষ লভি আৰু ভৱানন্দৰ তেজ-শক্তিৰে প্ৰভাৱান্বিত হৈ ক'লে," মযো তোমাৰ সকলো কৰ এৰিলো। তুমি মোৰ নাম কৈ চাৰিও চকীত ফুৰিবা আৰু বছৰৰ অন্তত এবাৰকৈ মোৰ ওচৰলৈ আহি থাকিবা, তেতিয়া সম্ভাষণ-দৰ্শন হ'ব; এতিয়া যোৱাগৈ।"



# দ্বাদশ অধ্যায়

**১-১২-১:** সেই গাঁওত সকলোৱে গুৰু-পতিকা শিক্ষা লৈছে, চৈতন্যৰ যোল্ল নামীয়া ধৰ্ম। এঘৰৰ কৰ্মত গঞা ৰাইজে ভৱানন্দক ধৰিলে, "হেৰা, তোমাৰ ডোৰ কপিঙ্গ নাই, তোমাৰ হাতেৰে আমি নাখাওঁ।" ভৱানন্দই ক'লে, "মই ধৰ্ম ধৰা নাই যদিও মনেৰে ভবিছো,পৰহিলৈ ল'ম।" এই বুলি তাৰ পৰা আহি ভৱানন্দই তামোল পাণ আনিবলৈ হাটলৈ গ'ল। এনেতে এজন দিব্য পুৰুষ ভৱানন্দৰ ঘৰলৈ আহিল। ভৱানন্দৰ পত্নী আয়ে চোতালত তাঁত বৈ আছিল। আয়ে লোকজনক সুধিলে," ক'ৰ লোক, কিয় বা আহিলে?" লোকজনে ক'লে, "হৰিজী, হৰিপো ল'ৰা ক'লৈ গ'ল?" আয়ে ক'লে–" বাপ, তেওঁ নাই, ওলাই গৈছে; আপুনি যায়নে, বহিব?" লোকজনে ক'লে- "তেওঁক লগ পাইহে যাম।" আয়েঁ আসন দিলে আৰু মানুহজন বহিল। এনেতে ভৱানন্দ আহি পালেহি। ভৱানন্দই আইক সুধিলে, "হেৰা, মহৎ লোক যেন লাগিছে, ক'ৰ?" আয়ে ক'লে- "নিচিনো, তোমাক লগ পাবলৈ আহিছে।" ভৱানন্দই লোকজনৰ ওচৰলৈ গ'ল। লোকজনে ভৱানন্দক সুধিলে, " তুমি ক'লৈ গৈছিলা?" ভৱানন্দই ক'লে," এই ঠাইত সকলোৱে গুৰু পতিকা ধৰ্ম লৈছে, ময়ো এঠাইত ধৰ্ম ধৰিব খুজিছো, নহ'লে ৰাইজে বাছে। সেইবাবে তামোল পাণ আনিবলৈ হাটলৈ গৈছিলো।" মানুহজনে ক'লে, " তুমি ক'লৈকো মন নকৰিবা, নাযাবা; মহা বিশিষ্ট সম্পূৰ্ণ গুৰু তুমি অচিৰে পাবা।" মদমত্ত হাতীক অঙ্কুশে বশ কৰাদি সেই বাক্যই ভৱানন্দৰ মন বশ কৰিলে। ভৱানন্দই ক'লে," আপুনি মোক এনে হিত উপদেশ দিলে, আপোনাক এতিয়া মই কি দিওঁ? আপুনি ক্ষন্তেক বহ'ক, মই হাটলৈ গৈ কাপোৰ এখন আনো।" এই বুলি ভৱানন্দই চাৰি পোণ কড়ি লৈছে। লোকজনে ক'লে, " মোৰ কাৰণেও কাপোৰ আনিবা আৰু এই চাৰি পোণ কড়ি লৈ যোৱা।" ভৱানন্দই হাটত এখন যুৰীয়া গামোচা পাই আঠ পোণ কড়ি দি লৈ আহিল। ঘৰ পাই ভৱানন্দই এখন গামোচা কাটি লৈ লোকজনক দি সেৱা কৰিলে আৰু পাছত লোকজনেও ভৱানন্দক স্নেহ আদৰ কৰি আনখন গামোচা দিলে। মানুহজনে

বিদায় মাগিলে। কোনো কোনোৱে ক'য়, মানুহজনক ভোজন কৰাই ৰাতিটো ৰাখি ৰাতিপুৱাহে ভৱানন্দই বিদায় দিছে। ভৱানন্দই চকুৰ দৃষ্টিৰ দূৰত্বলৈ মানুহজনক আগবঢ়াই থ'লে। পাচত তেওঁ মানুহজনৰ ভৰিত মূৰ থৈ সেৱা কৰি উঠি চাই দেখিলে, মানুহজন নাই। ভৱানন্দই আচৰিত হৈ মনতে ক'লে,"এওঁ ঈশ্বৰহে আছিল, মানুহৰ এনে কাৰ্য্য নহয়।"

**১-১২-২** ভৱানন্দই ডিঙ্গা নগৰৰ পৰা নামা নগৰলৈ উঠি গৈ তাত মাটি কিনি ঘৰ বৰী কৰি সৰিয়হৰ বেপাৰ কৰিব ধৰিলে। তেওঁ লগৰীয়াৰ সৈতে বুঢ়ী লুইতেৰে সোমাই এঘৰত সৰিয়হ জুখি লৈ গৃহস্থক কড়ি গণি দিছে। গৃহস্থই গণি ভুল কৰি চাৰি কাওণ কড়ি কমাই ল'লে। ভৱানন্দই লগৰীয়াহঁতক ক'লে, "কড়ি ঘূৰাই দিয়াহঁক, লোকৰ কড়ি আমাক নলাগে।" লগৰীয়াহঁতে ক'লে,"গৃহস্থই আমাক দিছে, আমি এৰো কিয় ?" তেওঁলোকে নাও লৈ উজাই আহিছে। পাচত নল খাগৰিত খোঁচ খাই দুতৰপীয়া ছৈ ফুটি গৈ টোপোলা ফুটি এটা এটাকৈ কড়ি পানীত পৰিব ধৰিলে। ভৱানন্দই ক'লে, "পানীত কি পৰিছে চোৱাচোন।" তেওঁলোকে চাই দেখিলে কড়ি পৰিছে। পাছত কড়িৰ টোপোলাটো বামলৈ তুলি আনি চাই দেখিলে যে চাৰি কাওণ কড়ি নাই। ভৱানন্দই ক'লে, "মই তেতিয়াই কৈছিলো, লোকৰ কড়ি আনিবই নালাগে।"

**১-১২-৩** ভৱানন্দ আৰু লগৰীয়াহঁতে আহি লুইত ওলালহি। সণ্ঢৰা ঘাটত ৰৈ ভৱানন্দই সন্ধ্যা তৰ্পণ কৰিছে। দুপৰীয়া সময়, সূৰ্য্যক নমস্কাৰ কৰি তেওঁ এচলু এচলুকৈ অৰ্ঘজল দিছে। সেই সময়ত সেই ঘাটতে ভাস্কৰ গুৰুৱে শৌচ শুদ্ধি কৰি পানীত নামি বামলৈ পানী ছটিয়াইছে। তাকে দেখি ভৱানন্দই সুধিলে," বালিত পানী কিয় ছটিয়াইছে?" ভাস্কৰ গুৰুৱে ক'লে, "ধুঁৱাহাট গাঁওত কলৰ পুলি এটি ৰুই আহিছো, তাতে পানী দিছো।" ভৱানন্দই ক'লে, "ইয়াত পানী দিলে তাত পা ৱনে, পুলিটো বাচিবনে? ধুঁৱাহাট দেখো এমাহ পথৰ দূৰৈত।" ভাস্কৰ গুৰুৱে ক'লে,"সূৰ্য্য দেখো এক লক্ষ যোজন দূৰৈত, ইয়াত পানী দিলে তাত পাৱনে, তুমি যে দিছা?" পাছত ভাস্কৰ গুৰুৱে পানীত ডুব মাৰি উঠি বস্ত্ৰ সামৰি লৈ ৰাম বুলি জলপান কৰিলে। জলপান কৰি উঠি তেওঁ ভৱানন্দৰ ওচৰলৈ গ'ল। গুৰুৱে ভৱানন্দক সুধিলে,"তুমি শূদ্ৰ নোহোৱানে?" ভৱানন্দই

ক'লে,"হয়।" গুৰুৱে ক'লে, "যদি শূদ্র হোৱা, এইবোৰ কি কৰা, তপ-জপ? কলি যুগত পাপীৰো কৰ্ম আছেনে? কলিয়ে হৰি নামৰ বাহিৰে ধৰ্মৰ তিনিখন ভৰি ভাঙিল; যত ধৰ্ম কৰ্মই হৰিনামত শৰণ পশি আছে। ৰাম নাম যিজনে লয়, সকলো ধৰ্ম তেওঁৰ সিদ্ধ হয়। কলিয়ে সকলো ধৰ্মক দূষিত কৰিছে; সকলো একাকাৰ হ'ল, সকলো লোকৰে পাপত মন। এতেকে শূদ্ৰৰ তন্ত্র-মন্ত্র ক'ত আছে? মই ব্ৰাহ্মণক দেখা নাইনে? ঘঁৰিয়ালৰ দৰে ডুবটি মাৰিলো, আৰু তুমি কি সন্ধ্যা তৰ্পণ কৰা? এই সন্ধ্যা তৰ্পণ আগৰ তিনি যুগতে গ'ল; কলিত হৰিনাম বিনে জীৱই সংসাৰৰ পাৰ নাপায়।" ভৱানন্দই ক'লে," কোনেনো সকলো গুচাই নামৰ কথা কয় একা?" গুৰুৱে ক'লে," ধুঁৱাহাট গাঁওত শ্ৰীশঙ্কৰদেৱ নামেৰে পূৰ্ণ ঈশ্বৰৰ অৱতাৰ হৈছে, তেৱেঁই সকলো গুচাই কলি যুগত শ্ৰৱণ-কীৰ্ত্তন সাৰ কৰিছে।" ভৱানন্দই সুধিলে," আপুনিনো ক'ৰ পৰা আহিছে?" গুৰুৱে ক'লে, "মই শঙ্কৰৰ ঠাইৰ পৰা আহিছো।" ভৱানন্দই ক'লে," তেওঁ তেনে হৰিৰ অৱতাৰ; আপুনিনো এৰি আহিলে কিয়?" গুৰুৱে ক'লে," তেওঁৰ মায়ায়ে মোক মুহিলে; চকুক জাল আৰু অন্ধকাৰে ঢকাদি অজ্ঞানে মোক ঢাকিলে। তেওঁকে প্ৰাৰ্থনা কৰি বিদায় লৈ জগন্নাথ ক্ষেত্ৰলৈ যাওঁ।" ভৱানন্দই ক'লে," মোকো জগন্নাথ ক্ষেত্ৰলৈ নিয়ক!" গুৰুৱে ক'লে," তুমি কথা কোৱা জগন্নাথ মহাপুৰুষ শ্ৰীশঙ্কৰ গুৰুৰ তালৈ উজাই যোৱা।" ভৱানন্দই সুধিলে,"কিমান দিনত পাম?" গুৰুৱে ক'লে,"এপুৰা চাউল, এপোৱা লোণ, এপোৱা তেল, আধা পোৱা খাৰ খৰছ কৰি উজাই যোৱা।" ভৱানন্দই ভাস্কৰ গুৰুক ক'লে," এনে পূৰ্ণ গুৰুৰ খবৰ দি আপুনি মই অন্ধলাক দিব্য অঞ্জন দিলে।" এই বুলি ভৱানন্দই টকা আঠটি দি ভাস্কৰ গুৰুক সেৱা কৰি বিদায় দিলে। গুৰুৰ খবৰ পাই ভৱানন্দই পুনৰ হাজলধা গাওঁলৈ আহিল মনতে বিষণ্ণ ভাব লৈ।

**১-১২-৪** ঘৰ পাই ভৱানন্দই সাতজন লগৰীয়াক গোটাই আলোচনা কৰিলে," আমাৰ এই ঠাই নৰক,গৰ্ভবাস; মানুহৰ মুখত শুনিছো উজনিত সোণ, পাটৰ কাপোৰ, হাতীৰ দাঁত, ডাব কটাৰী, জালুক,ৰঙপঁতীয়া-ৰাইলুঙীয়া জাপি পোৱা যায়; সেয়া সৰহকৈ কিনিলে আমাৰ ইয়াত মূলতকৈ দুগুণ দাম পাম।" লগৰীয়াসকলে ভৱানন্দৰ কথাটি শলাগিলে। তেতিয়া নাও সজাই তাত বয়-

বস্তু ভৰাই সাতজন লগৰীয়াৰ সৈতে ভৱানন্দই বণিজলৈ ওলাই বুঢ়ী লুইতেৰে ভটীয়াই গৈ হাৰিয়াজানৰ মুখেৰে চুণপৰা হৈ উজনিলৈ পোনাইছে। হাৰিয়াজানৰ পাৰত ভকতে খাগৰি কাটি গীত গাইছে," মন মেৰি ৰাম চৰণে লাগু........।" আৰু গীতৰ ভণিতা পেলালে,".........জানিয়া শঙ্কৰে কয়, ৰাম বিনে গতি নাই।" ভৱানন্দই গীতটো শুনি বহাৰ পৰা উঠি ক'লে," সেয়া কাৰ গীত গাইছে?" ভৱানন্দৰ লগৰীয়াইঁতে ভকতক সুধিলে," হেৰা, কোনে ৰচা গীত গাইছা?" ভকতসকলে ক'লে," শ্ৰীশঙ্কৰদেৱৰ।" এওঁলোকে সুধিলে," তেওঁনো ক'ত আছে?" ভকতে ক'লে," গুৰুজন চুণপৰা গছৰ তলত বৈ আছে।" লগৰীয়াইঁতে পুনৰ সুধিলে," তেখেতে দেখোঁ ধুঁৱাহাট গাঁওতহে থকা বুলি শুনিছিলো।" ভকতে ক'লে," হয়, সেই ঠাই এৰিবৰ সাত মাহ হ'ল আৰু আজিহে ইয়াত থিতাপি লৈছে।" এওঁলোকে সুধিলে," তেওঁৰ ওচৰলৈ কোন দিশেৰে যাব পাৰি?" ভকতসকলে ঘূৰাই পকাই দীঘলীয়া বাট এটিৰ কথা ক'লে। ভকতসকলে পোন বাটেৰে গৈ গুৰুজনাক কথাটি ক'লেহি," বাপ, এজন ডাঙৰীয়া ধৰণৰ লোকে আপোনাক বিচাৰি আহিছে।" ভৱানন্দই গুৰুজনাৰ খবৰ পাই মনত এনে লগিল যেন হাতেৰে চন্দ্ৰ ঢুকি পালে। তেওঁ নাওখন কিছুদূৰ আগুৱাই লৈ গৈ জানত সোমাই ৰাখি মগু- মাহ, কোনোৱে ক'য় সৰিয়হ আৰু এটোপলা চাউল কান্ধত লৈ আৰু তেলৰ চুঙা হাতত লৈ, আনে ল'বলৈ খুজিলেও নিদি নিজ হাতেৰে লৈ গৈছে। শ্ৰীশঙ্কৰদেৱৰ কোটি সূৰ্য্যৰ দৰে মধুৰ মূৰুতি, ৰূপত কোটি চন্দ্ৰকো জয় কৰি, কোটি কামদেৱক তুচ্ছ কৰি সমুদ্ৰ যেন গভীৰ, পৃথিৱী যেন স্থিৰ, ধৈৰ্য্য মেৰুৰ দৰে, বুদ্ধিত বৃহস্পতি আৰু বনৰ মাজত প্ৰকাশমণি হৈ পশ্চিমফালে মুখ কৰি পীৰা কমলিত বহি লৈ তেওঁ ভকতৰ হাতেৰে বন কটাইছে। ভৱানন্দই গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাৰ পদ পঙ্কজত ভৱানন্দৰ ছাঁটো পৰাত গুৰুজনাই নাৰায়ণ নাম উচ্চাৰণ কৰি ঘূৰি চাই সুধিলে," ক'ৰ পৰা আহা হৈছে?" ভৱানন্দই ক'লে,"বাপ,হালধা গাওঁৰ পৰা।" গুৰুজনাই ক'লে," তোমাক দেখি চাৰি বেদৰ সাৰ চাৰি বস্তু, পৰম মঙ্গলময় নাৰায়ণ নাম উচ্চাৰণ হ'ল, এতেকে তোমাৰ নাম নাৰায়ণ দাস হওঁক।গুৰুজনাই পুনৰ সুধিলে,"তুমি মোক কেনেকৈ জানিলা?" নাৰায়ণ দাসে ক'লে," বাপ, ভাস্কৰ গুৰুৱে দৰিদ্ৰক অষ্টনিধি আৰু

অন্ধলাক চকু দান দিয়াদি মোক খবৰটি ক'লে। মই আপোনাৰ দাসৰো দাস বুলি জানিব। ভাস্কৰ গুৰুৰ উপদেশত আপোনাক জানিলো। তেওঁ আপোনাৰ ঠাইৰ পৰা পশ্চিম ক্ষেত্ৰলৈ গৈছে। আপোনাৰ লীলা, গুণ, মহিমা তেৱেঁই মোক ক'লে। চাৰি সিদ্ধই বৈকুণ্ঠত কৈছে,"পিতৃমুখে তযুগুণ শুনিলো যৈখানি, সেইদিনা হিয়াত পশিলা চক্ৰপাণি।" ভাস্কৰ গুৰুৰ বাক্যতে হৃদয়ত থ'লো আপোনাৰ এই পাদপদ্ম।" গুৰুজনে ক'লে,"অ' ভাস্কৰে পৰোক্ষভাৱে মোৰ হিত চিন্তিহে গৈছে।"১

**১-১২-৫** তেতিয়া গুৰুজনাই নাৰায়ণ দাসৰ আগত নিজৰ বংশাৱলী, সুখ-দুখ, থান-ক্ষেত্ৰৰ কথা কৈছে। নাৰায়ণ দাসেও নিজৰ বিষয়ে কৈছে। গুৰুজনে ভকতসকলৰ নাম কাঢ়ি মাতি নাৰায়ণক চিনাই দিছে। নাৰায়ণে গুৰুজনাক সুধিলে," বাপ, আপোনাৰ সঙ্গীভকত কেইজন?" গুৰুজনাই ক'লে," ছয়কুৰি।" নাৰায়ণে ক'লে, "বাপ, নহয়, আপোনাৰ সন্মতৰ কেইঘৰ? গুৰুজনাই ক'লে,"অ' নাৰায়ণ, আঢ়ৈ ঘৰ।" নাৰায়ণে ক'লে, "বাপ, সেই আধাঘৰৰ লগত মোকো ল'ব।" গুৰুজনাই ক'লে, "নাৰায়ণ, তোমাকনো আধাঘৰ কৰি ল'মনে, গোটেই এঘৰ কৰি ল'ম।" গুৰুজনাই পুনৰ ক'লে, "মোক পাই তুমি এনেখন কৰিছা আৰু আমাৰ লগত যি এজন পুৰুষ আছে, একেবাৰে বিচক্ষণ; তেওঁক পালে বৰকৈ আকুল হ'বা যেন পাইছো।" নাৰায়ণে সুধিলে,"বাপ, তেওঁনো ক'লৈ গ'ল। গুৰুজনে ক'লে," তেওঁৰ মাতৃ ঢুকাইছে, সেয়েহে মাহেকীয়া পৰ্বৰ বাবে টকা ভঙাব গৈছে।" নাৰায়ণে ক'লে," বাপ, টকা যদি ভঙাব নোৱাৰে, মোৰ তালৈ পঠাই দিব।" গুৰুজনে ক'লে," জানিছা নাৰায়ণ, তোমাক তেওঁৰ সৈতে সখি কৰোৱা যাব।" নাৰায়ণে ক'লে," বাপ, আপোনাৰ দুই পাদপদ্মৰ ভৃত্য, কিঙ্কৰ কৰি ল'ব মই দাসক।" নাৰায়ণে গুৰুজনাক সেৱা কৰি বিদায় লৈ নাওৰ ঘাটলৈ গ'ল।

**১-১২-৬** মাধৱদেৱ আহি পালে। গুৰুজনাই সুধিলে," বঢ়াৰপো, টকা ভঙাব পাৰিলানে?" মাধৱে ক'লে, "বাপ ছকীয়া মাজিৰ ঘৰত নাপালো।" গুৰুজনে ক'লে," হেৰা, এজন পুৰুষ আহিছিল, তেওঁৰ তালৈ যোৱা,তেওঁ কৰি

(১) নাৰায়ণ ঃ নাদাত্মক হেতুকে সামবেদৰ পৰা 'না', ঋক্ বেদৰ 'ঋ' ৰ পৰা 'ৰা', যজুবেদৰ পৰা 'য়' আৰু অথৰ্ব বেদৰ অথৰ্ব শব্দৰ মূলত নথকা অৰ্থৰ 'অ'ৰ পৰা 'ণ' ধৰি নাৰায়ণ।

দিব বুলিছে। আৰু মই তেওঁ আৰু তোমাক সখি কৰি দিব খুজিছো।" এই বুলি কৈ গুৰুজনে সংস্কৃতত মূল শ্লোক মাতিলে। তাৰ অৰ্থ মাধৱদেৱে ভাঙনি কৰি নামঘোষাত দিছে।—

ভাৰত পুৰাণ আদি যত, প্ৰকাশ কৰয় নানামত,
যত মহাজন সভা মধ্যত।
পৰম আনন্দ ৰসময়, কোটি সূৰ্য্যসম প্ৰকাশয়,
মহাভাগৱত হোৱয় যাবে বেকত।।

মাধৱে ক'লে, "বাপ, আপোনাৰ অভয় পাদ পদ্মৰ কৃপাতহে ভকত-বস্তু পায়।" গুৰুজনাক সেৱা কৰি মাধৱ বাৰাদিলৈ গ'ল।

**১-১২-৭** নিশাটো বাৰাদিত বৈ পুৱাই উঠি মাধৱে নাৰায়ণ দাসৰ তালৈ গৈছে। তেওঁৰ হাতত লাঠী আৰু মূৰত পথালি গামোচা; তেওঁক দেখিবলৈ নাবালক যেন লাগিছে। নাৰায়ণে বিছনাৰ পৰা উঠি মাধৱলৈ চাই আছিল। তেওঁ সন্মুখত ডিঙা নাওত যোৱা এজন পুৰুষ দেখি, ৰূপে গুণে মানে সেয়া মাধৱ হয় বুলি মনতে থিৰাং কৰিলে·আৰু তেওঁ গুৰুজনাক দি যোৱা গামোচাখনো মাধৱৰ মূৰত দেখিলে। তেওঁ আগবাঢ়ি আহি মাধৱক সেৱা কৰি নি পিঠিয়া ঢাৰিখন পাৰি তাত বৰ কাপোৰখন দুতৰপীয়াকৈ পাৰি আদৰ কৰি বহুৱালে। নাৰায়ণে মাধৱদেৱক ক'লে," বাপ,শ্ৰীশঙ্কৰদেৱ গুৰুজনাক যেতিয়া সেৱা কৰিছিলো, তেতিয়াই তেৰাই মোক আপোনাৰ দুখনি চৰণ পঙ্কজৰ দাস কৰি দিছে, আপুনিহে মোক আপোনাৰ দাস, কিঙ্কৰ কৰি ল'ব লাগে।" এই বুলি নাৰায়ণে মাধৱৰ পাদ পঙ্কজত মূৰ থৈ সেৱা কৰিলে। তেওঁ পুনৰ সুধিলে," বাপ, টকা ভঙাব পাৰিলেনে?" মাধৱে নোৱাৰা বুলি ক'লে। নাৰায়ণে ক'লে,"তেনেহলে টকা দিয়ক।" নাৰায়ণে টকা ভাঙি লগত আৰু টকা দি দহ টকা কৰি দিলে। মাধৱে ক'লে,"হেৰা, পাঁচ টকাহে পাওঁ, দহ টকাৰ ভাঙনি দিলা দেখোঁ?" নাৰায়ণে ক'লে,"বাপ, আপোনাৰ মাতৃ জানো মোৰো মাতৃ নহয়? ময়ো কাম কৰিব লাগে, সেয়েহে দিছো, নিয়ক।" নাৰায়ণে কালিৰামকো মাধৱৰ লগত পঠালে। সেই টকাৰে মাধৱে মাতৃৰ কাজ- কাম দক্ষিণা সকলোখিনি কৰিলে।

**১-১২-৮** নাৰায়ণ দাস ঠাকুৰৰ লগৰীয়া ছয়জনেও মহাপুৰষক গুৰু

বুলি ভকত হ'ল। তেওঁলোক আটায়ে দুটোপলাকৈ চাউল উপহাৰ দি দুয়োজনা গুৰুকে সেৱা কৰি ঘৰলৈ গ'ল। নাৰায়ণ দাসে গাঁওৰ নদীৰ ঘাট পাই নাও বান্ধি তিনি দিন ঘাটৰ পৰা উঠা নাই। নাৰায়ণৰ পত্নী আয়ে তামোল পাণ শৰাইত লৈ আগবাঢ়ি গৈ সুধিলে," আনবাৰ হ'লে ঘৰলৈ যায়, খায়, লয়, এইবাৰ কিয়নো নাযায়? আমি দাস দাসীক এৰিলে নেকি?" ঠাকুৰ আতাই ক'লে," মই মহা বিশিষ্ট সাধু মহাপুৰুষক গুৰু বুলি শুদ্ধ ধৰ্ম ধৰি আহিছো,তাকে যদি তোমালোকেও ধৰা, যাম, খাম উঠিম আৰু তেতিয়া ময়ো তহঁতৰ আৰু তহঁতো মোৰ। আৰু যদিহে কথাত লাগি নধৰা, তহঁত মোৰ ক'ৰ বা কোন? তেতিয়া সকলোকে ইয়াতে এৰি গুৰুৰ ঠাইলৈ যাম।" তাকে শুনি আয়ে মাত লগালে," আপুনি ঘৰৰ শিৰ, আপুনি গ'লে হাত ভৰি, ঘৰৰ দাস দাসী নচলিব, নাযাব কিয়? আৰু ধৰ্ম আচৰণ নকৰি বাক্যত নৰ'লে আমাক এৰা যুগুত; কিন্তু ধৰ্ম ধৰি আচৰিলে আমাক এৰি যোৱাত দোষ নাইনে?" আতাই আইক আদেশ কৰি পাগ চৰু পেলাই, ঘৰ চোতাল আখল গোবৰ মাটিৰে মচাই আৰু কাপোৰ কানি ধোৱাই পাচত ঘৰলৈ গ'ল। পিচদিনা আতাই পুত্ৰ পত্নী সকলোকে লঘোনে ৰাখি পাচত তেওঁলোকক লগত লৈ লগতে কাপোৰ, চাউল, মাছ তামোল পাণ লৈ গুৰুজনাৰ ওচৰলৈ গ'ল। তেওঁলোকক মহাপুৰুষক গুৰু বোলাই নীতি সদাচাৰ শিকাই পুনৰ ঘৰলৈ আনিছে। পাচত ঠাকুৰ আতাই হালধাৰ পৰা মনথৈলৈ উঠি আহি ঘৰ বাৰী কৰি তাত ৰ'লহি। তেওঁ মনথৈৰ পৰা গুৰুজনাৰ ঠাই পাটবাউসীলৈ অহা যোৱাকৈ থাকিল।

**১-১২-৯** ঠাকুৰ আতাই মনথৈৰ পৰা গুৰুজনাৰ ঠাইলৈ যাওঁতে বাটত মন্দিয়া হাটৰ আহঁতৰ তলত পাহাৰী মেৰিত এজন লোকে শুই থকা দেখিলে। আতাই শুনিলে লোকজনে টোপনিতে এনেকৈ কৈ আছে," মা, তোমাৰ হাতৰ পৰা কাহানি নিস্তাৰ পাওঁ?" তাৰ পাচত মানুহজন সাৰ পাই উঠি বহিল। আতাই মানুহজনক সুধিলে," তুমি কাক এনেকৈ কৈ আছিলা," ওহো মা, কেনেকৈ নিস্তাৰ পাওঁ, ইত্যাদি।" মানুহজনে ক'লে, "বোপা কি সোধা? মই দেৱীক আৰাধনা কৰিছিলো। পূজা সেৱাত গৰু, ম'হ, তাম, কাঁহ, দাস, দাসী, হাতৰ, কোঁচৰ সকলো খেদাই অষ্টম দৰিদ্ৰ হ'লো। এতিয়া নৰণীৰে গা ছিৰি শামুকৰ

খোলাত গাৰ তেজ ধৰি দিওঁ, তাকে দেৱীয়ে সৰ্পৰূপে ধৰি খায়। এতিয়া সেয়াও নাই , শৰীৰ শুকাই এনুৱা হ'ল। তথাপি চকু জপাবই নোৱাৰো, চকু জপালেই সপোনতে দিঠকত ধৰা দিয়াদি দে দে কৈ ধৰেহি।" আতাই ক'লে," তোমাৰ হাতৰ পৰা কেনেকৈ নিস্তাৰ পাওঁ।" এনেকৈ বুলিছিলা; নিশ্চিতকৈ বুলিছিলা, নহয়নে?" মানুহজনে ক'লে," নিশ্চয়কৈ বুলিছিলো; চোৱা দেহা কেনে কপাহ যেন হ'ল, শৰীৰ নৰ'য় এতিয়া।" আতাই ক'লে," যদি নিশ্চয়কৈ কৈছা, আজি প্ৰমাণ পাবা আৰু প্ৰমাণ পালে উজনিৰ পৰা ঈশ্বৰৰ অৱতাৰ পুৰুষ শ্ৰীশঙ্কৰদেৱ চুণপৰা গছৰতলত ৰৈ আছে, তালৈকে যাবা।" এই বুলি কৈ আতা গ'লগৈ। নিশা সপোনত দেৱীয়ে মানুহজনক দূৰৈৰ পৰাই ধৰিছে," পুত্ৰ দে দে বুলি।" মানুহজনে সপোনতে ক'লে," মই আন লোকৰ দাস, আগতে মুকলিমূৰীকৈ ফুৰিছিলো; কিন্তু চোৱা আজি পাই খুঁটি মাৰি বান্ধি থৈছে।" তেতিয়া দেৱীয়ে ওচৰ চাপিব নোৱাৰি গুচি গ'ল। মানুহজনে প্ৰমাণ পাই ঘৰৰ পাচৰ পুৰাকল থোক কাটি গুৰ এটেকেলিৰে সৈতে লগত লৈ গা পা ধুই শুদ্ধ হৈ গুৰুজনাৰ ওচৰলৈ গ'ল। সেই সময়ত গুৰুজনে এডাল হুলাবাৰিৰে চোতালৰ কেএৱা বনৰ গুটি এৰাই আছিল। এনেতে মানুহজনে গৈ কলথোক গুৰুজনাৰ আগত থৈ সেৱা কৰিলে। গুৰুজনে সুধিলে ," তুমি কোন, ক'ৰ?" মানুহজনে ক'লে, "মোৰ নাম গোবিন্দ গৰমালি।" গুৰুজনাই সুধিলে," মোক কেনেকৈ জানিলা?" পিচত গোবিন্দই আদিৰে পৰা অন্তলৈ সকলো কথা ক'লে। গুৰুজনে জানিলে গোবিন্দক নাৰায়ণ দাসে পালে। তেৰাই ভাৰ্য্যাক মাতি ক'লে," ৰামানন্দৰ মাক চোৱাহি, কৃষ্ণই কৈছে—

মোৰ ভক্ত থাকে যত উদাৰ চৰিত্ৰ।
কীট পতঙ্গকো তথা কৰয় পবিত্ৰ।।

চোৱা, উলৱনীতো পদুম ফুলিছে। মই বুজিলো দেৱীভক্তৰ জাত, চাউল মৰিব; ভকত যাওঁতেই বায়ু পবিত্ৰ হৈ গৈছে।" গুৰুজনাই গোবিন্দক ক'লে,"তুমি আহিছা হয়, ধৰ্ম ধৰিবা কেনেকৈ, ৰাখিব পাৰিবা জানো?" গোবিন্দই ক'লে,"বাপ, আপোনাৰ অভয় চৰণৰ কৰুণা হ'লে ৰখিব পাৰা যাব।" ইয়াৰ পাচত গোবিন্দই নীতি নিয়ম কৰি হুবিচে থাকি গুৰুজনাত শৰণ লৈ পৰমাৰ্থ বস্তু লভি ঘৰলৈ গ'ল।

**১-১২-১০** গোবিন্দ গৰমালিয়ে ঘৰলৈ গৈ দিনচেৰেক পাচত নাও, টকা লৈ সৰিয়হৰ বেপাৰলৈ ওলাল। তেওঁ গুৰুজনাৰ ওচৰলৈ আহি ক'লে," বাপ, মই অকলে বেপাৰলৈ ওলাইছো, মোৰ লগত দুজনমান ভকত দিয়ক।" গুৰুজনে তিনিজন ভকত তেওঁৰ লগত দিলে। তেওঁলোকে নাও মেলি গ'ল। বাটত যাওঁতে তিনিজন ভকতৰ মাজত দন্দ লাগিল। এজন ভকতে আনজন ভকতক ক'লে গৰু, আনজন ভকতে সিজনক ক'লে পশু আৰু আনজন ভকতে দুয়োজনকে ক'লে ছাগলী। এনেকৈ কোৱাকুইকৈ তেওঁলোকৰ মাজত কাজিয়া লাগিল। গোবিন্দই সন্ধিয়া এঠাইত নাওখন ৰাখি এজন ভকতক খৰি আনিবলৈ পাঁচিলে আৰু আন এজন ভকতক পাঁচিলে জুই আনিবলৈ। তেওঁলোক দুজন গলত গোবিন্দই বাকী ভকতজনক নাওৰ বুকুত বান্ধি থ'লে। আন এজন ভকত আহোঁতে তেওঁক বান্ধি থ'লে নাওৰ কড়িত। আৰু আনজন ভকত আহোতে তেওঁকো বান্ধি থ'লে আন এটি কড়িত। এনেকৈ বান্ধি থৈ তিনিজন ভকতক ঘাঁহ দিলে তিনি প্ৰকাৰে। ছাগলী বোলা ভকতক দিলে কঠালৰ পাত, পশু বোলাজনক দিলে কোমল ঘাঁহ আৰু গৰু বোলাজনক দিলে বন ঘাঁহ। এনেকৈ ঘাঁহ দি গোবিন্দই অকলে নাও বাই উজাই আহিল। তেওঁ গুৰুজনাৰ ঠাইৰ ঘাটত নাও বান্ধি তিনিওজন ভকতৰ বান্ধ মোকলাই দিলে। তিনিজন ভকতে গুৰুজনাৰ ওচৰলৈ গৈ কান্দি কাটি সকলো ক'লে। পাচত গোবিন্দই গৈ গুৰুজনাৰ আগত আঁঠু লৈ সেৱা কৰাত গুৰুজনাই গোবিন্দক খং কৰি ক'লে, " হেৰা, মই তেতিয়াই কৈছিলো, তই ৰজাৰ গৰমালি, এই ধৰ্ম কেনেকৈ ৰাখিবি?" তেতিয়া গোবিন্দই ক'লে," বাপ, বিচাৰ কৰি যি দণ্ড হয় দাসক সেয়ে দিয়ক।" গুৰুজনাই সুধিলে,"বাৰু, কিয়নো ভকতক বান্ধা?" গোবিন্দই ক'লে," বাপ, আপুনি দিছে পাষণ্ড মৰ্দনত—

নিন্দা শুনি যদি তৈৰ নুগুচে।
কল্পমানে নৰকত পছে।।

গুৰু নিন্দা বাণী শুনি পাৰিলে তাতে প্ৰাণ এৰিব নতুবা পলাই যাব আৰু যদি পলাববো ঠাই নাই নিন্দুকজনক শাস্তি বিহিব।" গোবিন্দই পুনৰ ক'লে,"বাপ, মোৰ পলাবলৈ ঠাই নাছিল, চাৰিওফালে পানী, হাবি আৰু তাতে

নিশা; প্ৰাণ ত্যাগো কৰিব নোৱাৰো, এতেকে তেওঁলোকক বান্ধিলো আপোনাৰ বাক্য মনত পেলাই। তেতিয়া গুৰুজনে ভকতকেইজনক খং কৰি ক'লে," এনে অকথ্য বাক্য মুখত লৈ ভকত হোৱাইঁক।"

**১-১২-১১** মাধৱদেৱ বাৰাদিত আছে। উৰ্বশী আইৰ এটি পুত্ৰ জন্ম পালে, নাম থ'লে ৰামচৰণ। আয়ে মাহৰ অন্তত পুত্ৰক নি মাধৱদেৱৰ চৰণত পেলাই কান্দিব ধৰিলে," দাদা,এই ঘৰলৈকেহে মোক দিলিনে? এওঁলোকৰ পূৰ্বপুৰুষ হেনো হেকৰাকুছিকত বামুণৰ বৰুৱা হৈছিল। তাতে ব্ৰাহ্মণে শাপ দিছে সপ্তম পুৰুষত বংশ ছেদ হোৱাৰ। মোৰ ল'ৰাটোতে সাত পুৰুষ হৈছে,এতিয়া ই মৰিব।" এই বুলি উৰ্বশীয়ে পুনৰাই ৰাও ধৰিলে। তাকে দেখি মাধৱদেৱৰ দয়া জন্মি ক'লে," মাই, তোৰ ওপৰত থকা ব্ৰহ্মশাপত মোৰ বংশছেদ হওঁক, তহঁতৰ ওপৰত থকা শাপ গোত্ৰৰৰ সৈতে মই ল'লো আৰু মোৰ গোত্ৰ ভাগিনক দিলো, আনন্দ মনেৰে লোৱা। তাৰ বংশৰ বৃদ্ধি হওঁক, চিৰঞ্জীৱ হওঁক সি।" এই বুলি মাধৱদেৱে ভাগিনৰ গোত্ৰ সলাই নিজে শাপ লৈ ভাগিনক বৰ দিছে।

**১-১২-১২** এদিনাখন গুৰুজনাই ঠাকুৰ আতাক সুধিলে," নাৰায়ণ, তোমালোকৰ গাঁওত তোমাৰ নিচিনা আৰু কেইঘৰ আছে?" আতাই ক'লে,"বাপ, তিনি ঘৰ।" গুৰুজনাই ক'লে," কাৰ কি নাম?" আতাই ক'লে," এঘৰ ছকীয়া মাজী, এঘৰ পিতাম্বৰ কবি আৰু এঘৰ জয়ন্তীৰ মধাই (মাধৱ)।" "কোনে কি কাম কৰে?" আতাই ক'লে," বাপ ছকীয়া মাজীয়ে অন্ন জল দান কৰে।" গুৰুজনাই ক'লে," সি গৃহাশ্ৰম ধৰ্মৰ।" "পীতাম্বৰ কবিয়ে কি কবিতা লিখে?" আতাই ক'লে," বিলাপ কৰিয়া কান্দে ৰুক্মিণী, কোন অঙ্গে খুঁত দেখি নাহিলা যদুমণি।" এই কবিতা লিখে।" গুৰুজনাই ক'লে, "সি শাক্ত,অৰসিক; তাৰ কথা নকবা।" গুৰুজনাই পুনৰ সুধিলে," আৰু জয়ন্তীৰ মধায়ে কি কৰে?" আতাই ক'লে,"তেওঁ কাজলৰ কৰ তোলা বিষয়া আছিল। তাত মহা দোষ হয় দেখি সেই বাবটি তেওঁ তেওঁৰ বান্ধাটিক দি ক'লে, "তই মোৰ জমিদাৰিখিনি চাবি।" বান্ধাটোৱে এবছৰলৈ একো মজুৰি লোৱা নাছিল; কিন্তু পিচত সি মজুৰি খুজিব ধৰিলে। বান্ধাই গৈ মজুৰিৰ কথা কয়, মধায়ে কাণ নকৰে। এদিন সি মধাই নথকাত ঘৰলৈ গৈ তেওঁৰ দুই পত্নীক ক'লে, "মই কওঁহে, তহঁতৰ গায়ে নল'ৰে; কুকুৰৰ সমানো

জ্ঞান তহঁতৰ নাই যেন পাইছো, টকা দিবলৈ টান পোৱা হ'ৱলা" এই বুলি সি গ'লগৈ। ইয়াকে শুনি মধাইৰ দুই পত্নীয়ে ভাত নাৰান্ধিলে। মধায়ে ঘৰলৈ আহি সুধিলে," কি কৰিছা, দেখোঁ ভাত ৰন্ধা নাই?" ভাৰ্য্যাই ক'লে," কি ৰন্ধিবা। বান্ধাক বিষয়ো দিলা , টকা কড়িও এৰি দিলা, এনেহে আবদাৰ; কিন্তু সি আমাক কিযে বুলি নক'লে।" মধায়ে সুধিলে," কি বুলিলে?" ভাৰ্য্যায়ে ক'লে," কি ক'বা?" মধায়ে ক'লে," কোৱাচোন।" ভাৰ্য্যই ক'লে," সি আমাক কুকুৰ পাতি শাপি গৈছে।" মধায়ে ক'লে," যোৱা ভাত ৰান্ধাগৈ, তাতো অসন্তোষ কৰেনে? সি ধেমাই সত্য কথাকে কৈছে, কুকুৰে বছৰত এবাৰ ভাদ মাহত সম্ভোগ কৰে আৰু জ্ঞান শূন্য পশু জাতি হৈয়ো সৃষ্টিকৰ্ত্তা আদি পুৰুষৰ পূৰ্বৰ বাক্যত আছে। তোমাক মোক বেদবাক্যই মাহৰ অন্তত ঋতুত সম্ভোগ কৰিব দিছে; কিন্তু পাপ পুণ্য নাচাই আমি যেতিয়াই মন যায় তেতিয়াই সম্ভোগ কৰো; সেয়ে আমাৰ মান- জ্ঞান নাই, হয়।" এনে বিৰকতি ভাব লৈ এটি হৰি গৃহ কৰি মধায়ে নাম লৈ আছে।" গুৰুজনাই ক'লে, "তেওঁক মোক লগ লগাই দিবা।" ঠাকুৰ আতাই গৈ জয়ন্তীৰ মধাইক গুৰুজনাৰ গুণ লীলা আৰু মহিমা কওঁতে মধায়ে আতাৰ লগত আহিল। তেওঁ গুৰুজনৰ পৰা পৰম তত্ত্ব বস্তু লাভ কৰি মহা বিৰকত বৈৰাগ্য হৈ দুয়োজনী ভাৰ্য্যাক এৰি হাটীৰ বাহাত গুৰুজনাৰ লগত ৰ'ল, হিংসা ভাব এৰি।

**১-১২-১৩** এদিনাখন গুৰুজনে মাধৱদেৱ, জয়ন্তীৰ মধাই আৰু আন আন ভক্তৰ সৈতে গৈছে বুঢ়ী লুইতেৰে ভটীয়াই। পালাংদিৰ ঘাটত ৰায় ফৈদৰ এজনী তিৰোতাই কাপোৰ ধুইছে অৰ্ধ নগ্ন হৈ। ভটীয়াই কিছুদূৰ গৈ গুৰুজনে মাধৱক সুধিছে," বঢ়াৰপো কি দেখিলা?" মাধৱে ক'লে," বাপ একো দেখা নাই।" গুৰুজনাই ক'লে," ক'লৈনো চাই আছিলা?" মাধৱে ক'লে," বাপ , আপোনাৰ অভয় পদ পঙ্কজক চাই আহিছো।"

**১-১২-১৪** তেওঁলোকে গৈ থাকি দেখিলে বুঢ়ী লুইতৰ চাপৰিত এটি চাণ্ডালৰ ল'ৰাই গৰু চাৰিছে। সি ক'লে,"বান্ধৱ কৃষ্ণ।" তাকে শুনি গুৰুজনাই ক'লে,"ই নাবালক ল'ৰা, ইয়াৰ মুখতে যেতিয়া নাম আহিল, এই ঠাইত নাম ধৰ্ম বস্তুৰ প্ৰকাশ হ'ব।

**১-১২-১৫** তেওঁলোকৰ নাও ঘূৰি আহি সত্ৰৰ চমু চাপি আহিছে।

গুৰুজনাই ক'লে," বড়াৰপো কবিতা ৰচনা কৰাচোঁন, নাৰায়ণ দাসেও কৰা আৰু মধাইয়ো কৰা। মাধৱদেৱে কবিতা ৰচনা কৰিলে গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি," জয় গুৰু শঙ্কৰ, জগত প্ৰখ্যাত; স্বৰ্গ মৰ্ত্ত পাতাল অনন্ত অচ্যুত; বৈকুণ্ঠ সমে ভেদি পৃথিবী, চন্দ্ৰ, সূৰ্য্য সমে থাকে মানে ৰহিব।[২]" ঠাকুৰ আতাই কবিতা কৰিলে,"জয় জয় অনাদি শঙ্কৰ, মই তু দাসকু দাস। উজনিৰ হন্তে আসি প্ৰাণ প্ৰভু নিকটে লৈলা বাস।" মধায়ে কৰিলে," বাউ বৰ নামৰে বাচৰু শ্ৰীশঙ্কৰ ঘাটে। বাব নোৱাৰো নামৰ বাচৰু ব'ঠা নাইকিয়া হাতে।" তেতিয়া গুৰুজনে ক'লে," বড়াৰপোৱে যি কবিতা কৰিলে, সাত পাতাল, স্বৰ্গ, সাত বৈকুণ্ঠ ভেদি গ'ল; ৰসেৰে নাও ভৰি উপচি গ'ল।" গুৰুজনে পুনৰ ক'লে," আৰু বড়াৰপো, সীমা গুচালে ই সাৰ্বজনীন হয়।" মাধৱে ক'লে," বাপ ,সীমা দিব লাগিব।" এতিয়া মাধৱে গীতত দিলে,"শঙ্কৰ তাকেৰি (কৃষ্ণৰ) অংশ।" আগতে গীতত আছিল,"শঙ্কৰৰ অংশ।" গুৰুজনে পুনৰ ক'লে,"নাৰায়ণ দাসৰ কবিতাত ৰসে চপচপীয়া হ'ল। মধাইৰ কবিতা নাওৰ বুকুতে লুকাল।

**১-১২-১৬** চুণপৰাৰ ভাটীৰ ফালে আছে মুখি আৰু সিহঁতৰ ৰাজশাল; তাত শামুক পোৱাৰ দুৰ্গন্ধ। পুব ফালে কমাৰ আৰু দক্ষিণ ফালে আছে হীৰা। সন্ধ্যা হলেই হাই উৰুমি, কোৰ্হাল লাগে। এনেকৈ নিতে হৰি গুণ নামত ব্যাঘাত হয়। তেতিয়া গুৰুজনে ভকতৰ সৈতে আলোচনা কৰি তাত ছয়মাহ থকাৰ পিচত সেই ঠাই এৰি কমাৰকুছিলৈ গৈ ঘৰ বাৰী কৰি ভকতৰ সৈতে তাত ৰৈছে।

**১-১২-১৭** আৰু এদিন গুৰুজনে ভকতৰ সৈতে ৰঙ্গিয়া জানেৰে গৈছিল তাঁতীকুছিলৈ। তেওঁলোকে কটো তলিত নাওখন এৰি জঙ্ঘলেৰে পোনাই গৈছে। বাটত হৰিণাৰ খোজ দেখি গুৰুজনে ক'লে," আজিয়ে গৈছে পশুটিয়ে।" আতৈসকলৰ কোনোৱে চাই কৈছে," কালি গৈছে।" আৰু কোনোজনে দুদিন, কোনেজনে তিনিদিন, কোনোৱে পাঁচদিন, কোনোৱে সাত দিন, কোনোৱে ন দিন, কোনোৱে দহ দিন, কোনোৱে বাৰ দিন আৰু কোনোৱে এপষেক হোৱা বুলি ক'লে। তেতিয়া মাধৱদেৱে চাই ক'লে, "এতিয়াই গৈছে।" তেতিয়া গুৰুজনে ক'লে," মোৰ বড়াৰপোৱে মোৰ মন বুজি আজি যোৱা বুলি ক'লে। তোমালোকৰ

(২) কবিতাটো হ'ল মাধৱদেৱে ৰচনা কৰা " গুৰু ভটিমা"। ইয়াক পৰিশিষ্টত দিয়া হৈছে।

বিষয় গ্ৰাম্য কথাই একে নহয় আৰু অন্তৰৰ পৰমাৰ্থ কথাত ক'ত একে হ'বা?"

**১-১২-১৮** আৰু এদিনাখন গুৰুজন, মাধৱদেৱ আৰু ভকতসকলে বামুণাৰ ফালেদি গৈছে। চ'ত মাহ, খেতিয়কে পথাৰত ধান সিচিছে পথ মাৰি। গৃহস্থই বাকৰিয়ণিয়েদি বাট উলিয়াই দিছে; কিন্তু সেই বাট চিনিবকে নোৱাৰি। বাট নিচিনি তেওঁলোকে গজা ধানৰ ওপৰেদি গৈছে পোনাই। তাকে দেখি গৃহস্থৰ তিৰোতাজনীয়ে ক'লে," কটাৰ পো কটা, চকু নাইনে, গজা ধানৰ ওপৰেদি যে যোৱা?" ইয়াকে শুনি ভক্তসকলে মনোকষ্ট পাই বিষাদ মন লৈ মৌন হৈ গৈ আছে। তেওঁলোকে দুখ কৰি মনতে ক'লে," লোহাৰ লগত অগ্নিৰ মাৰ, উলুৰ লগত বগৰি পোৰা। আমাৰ লগত বেটী পিশাচনীয়ে গুৰুজনকো গালি পাৰিলে। আমি পাপীয়ে যদি বাট নেদেখি ধানৰ ওপৰেদিয়ে যাওঁ, দুষ্ট দুৰ্জনৰ গালি গুৰুজনে কিয় খাব?"তেওঁলোকে মনতে এই চিন্তা কৰি গৈছে। তেতিয়া মহাপুৰুষ গুৰুজনে মনৰ মন বুজি আত্মাৰ অন্তৰ্য্যামীয়ে মাত লগালে, "ভাইহঁত, তিৰোতা জনীয়ে ভাল কথাটিকে কৈছে। তোমালোকৰ ভক্তি পৰিপক্ক হ'লে বা তোমালোকে ভক্তি পৰিপক্ক কৰিলে আৰু যদিহে ভক্তি ঘাটি বা ভক্তি ব্যভিচাৰ নহয়, তেতিয়া তোমালোকৰ পিতৃ পিতামহ অনেক উদ্ধাৰ হ'ব। একে উদ্যমতে পিতৃ পিতামহ আৰু তোমালোকৰ ব্ৰহ্মাৰ লিখন, সংসাৰ যাতায়ত আৰু জন্ম মৃত্যুৰ হাত ধৰ্মৰাজে চিত্ৰগুপ্ত দ্বাৰা চোৱাই কটাব। এই বাতৰিটোৱে তিৰোতাজনীয়ে দিলে," কটাৰ পো কটা" বুলি; তোমালোক আৰু তোমালোকৰ পিতৃ পিতামহৰ কথাটি।" ইয়াকে শুনি সকলো ভক্তই শোকাগ্নিত শান্তিৰ বৰষুণ পৰাদি আৰু মৰাৰ মুখত অমৃত পৰাদি আনন্দিত হ'ল।

**১-১২-১৯** চূণপৰাৰ মুখিৰ চূণৰ দুৰ্গন্ধত থাকিব নোৱাৰি গুৰুজনে তাত ছয়মাহ থাকি কমাৰকুছিলৈ গৈছে।

**১-১২-২০** এদিনাখন ঠাকুৰ আতা, মধাই আতৈ আৰু আন আন ভক্তৰ মাজত তৰ্ক বাদ হৈ তেওঁলোকে গুৰুজনাক সুধিলে," বাপ, ভক্ত দ্ৰোহীৰ গতি আছে নে নাই।" গুৰুজনে ক'লে," ৰাম-কৃষ্ণ অৱতাৰত দ্বেষ কৰি, কামভাৱে আৰু শত্ৰু ভাৱে গতি পালে-কংস, কুঁজী, গোপী, দন্তবক্ৰ আৰু শিশুপালে। কৃষ্ণদেৱে কৈছে," মোৰ দ্ৰোহী হ'লে ৰাখিব ভকতে, ভকত দ্ৰোহীক মই ৰাখিব

নুহিকে শকত।" গুৰুত দোষ লাগিলে ভকতত ৰ'ব, ভকতত দ্ৰোহ লাগিলে অ:ধপতে যাব।"

**১-১২-২১** এদিনাখন বুঢ়ী লুইতেৰে নাওৰে ভটীয়াই গৈছে গুৰুজন, মাধৱদেৱ আৰু ভক্তসকলে। গজিয়াঘাটত এজন মৰা মানুহক খৰি দিছে জ্ঞাতি বংশই। মানুহজনৰ পত্নীয়ে কিছু দূৰৈত বহি ইনাই বিনাই কান্দিব লাগিছে। তাকে দেখি গুৰুজনে ক'লে," মাধৱ, মৰাই মৰিছে, তিৰোতজনীয়ে কান্দিছে কিয় ?" মাধৱদেৱে ক'লে," বাপ, সি যে মৰিছে সি আগৰ পৰাই মৰা আৰু যিজনীয়ে কান্দিছে তায়ো প্ৰায় মৰাই। হে বাপ, পূৰ্বতে ঈশ্বৰে জীৱৰ সৃষ্টি কৰি প্ৰকৃতি মায়াৰ হাতত দিলে। জীৱই সংসাৰত যাতায়ত কৰি তত্ত্ব জ্ঞান হেৰাই ভ্ৰমোতে মৰাৰ বাবেই মৰাই কান্দিছে নিজৰ মায়াত।" গুৰুজনাই ক'লে," মাধৱ, আমাৰো এফেৰি কান্দা।" তেতিয়া মাধৱদেৱে আত্মাক মনত ধ্যান কৰি পৰম গুৰুৰ চৰণত বিনাই কাকুতি কৰি কান্দিছে," কিমতে ভকতি কৰিব তোমাক হৰি এ, ৰাম ৰাম........।[৩] এই ঘোষা পটল গাই তেওঁ বিনাই কান্দিলে। ইয়াকে শুনি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ শৰীৰ ৰোমাঞ্চিত হৈ মঞ্জৰি দ্ৰবি দুই ধাৰা প্ৰেম অশ্ৰু তেওঁৰ চকুৰে নিগৰিলে। গুৰুজনাই ক'লে, " মাধৱ, কি অমৃত পিয়াই মোক সন্তোষ কৰিলা আজি।"

**১-১২-২২** গুৰুজন কমাৰকুছিত আছে। কমাৰকুছিৰ পুৱে- দক্ষিণে হীৰা আৰু কমাৰৰ গাওঁ। পুৱা আৰু গধূলি বস্তু গঢ়াৰ হুট হুট হাট হাট শব্দ। তাৰ শব্দত গুৰুজনে হৰি কথা চৰ্চাত অশান্তি পায়। পশ্চিমে মাছমৰীয়া গাওঁ। নিশা এঘৰৰ পোৰা মাছ মেকুৰীয়ে নিলে। সিহঁতে মেকুৰীটোক খেদি ধৰিব বিচাৰিছিল। গুৰুজনাই ৰাতিপুৱা দেখিলে ৰান্ধনী ঘৰত পোৰা মাছ মেকুৰীয়ে নি থৈছে। তেতিয়া পাগ পাত্ৰ সকলো পেলাবলগীয়া হ'ল। আৰু কমাৰকুছিত বিষ্ণুপ্ৰিয়াৰ শয্যাত মৃত্যু হ'ল। এই তিনি কাৰণতে গুৰুজনাৰ কমাৰকুছি এৰিবৰ ইচ্ছা হ'ল।

**১-১২-২৩** গুৰুজনে দামোদৰ দাস আৰু বগা দলৈক মতাই আনি মাটি খুজিলে। পাটবাউসীত বাকৰি মাটিত তেওঁলোকৰ এখন হাবি আছিল। সেই হাবিখনে তেওঁলোকে গুৰুজনাক দিলে একো কামত নলগা দেখি। পাচত

---

(৩) এই ঘোষা টি পৰিশিষ্টত পুৰাকৈ দিয়া হৈছে।

গুৰুজনে ভক্তৰে সৈতে আলোচনা কৰি কমাৰকুছিত এবছৰ বৈ সেই ঠাই এৰি পাটবাউসী পালে। পাটবাউসীক আগতে বৰলজাৰ বুলিছিল। ভক্তৰে সৈতে গুৰুজন আহি তাত হৰি ধ্বনি কৰিলে। তেতিয়া বৰ জাতৰ বগলী তাৰ পৰা উৰি গ'ল তিনি প্ৰহৰ সময়লৈকে ৰ'দ ঢাকি আন্ধাৰ কৰি। পাচত গুৰুজনে ভকতৰ দ্বাৰা জাৰণি কাটি চাৰি হাটী- ঘৰ আৰু হৰি গৃহ কৰি তাত ৰৈছে। ৰুক্মিনীৰ বাবে বেদনিধি ব্ৰাহ্মণে কুণ্ডিললৈ কৃষ্ণক লৈ আহোঁতে ৰথৰ বেগত তেওঁ মূৰ্চ্চা যোৱাত কৃষ্ণই ৰথ ৰাখি ধনুৰে মাটিত আঁক দি জল উলিয়াই বেদনিধিৰ মূৰত দিছে আৰু তেওঁক জল পান কৰাইছে।[৩] আৰু কৃষ্ণই গুৱা ভোজন কৰি তাত পেলাইছিল। তাকে পৃথিবীয়ে ঢাকি পাট (কপাট) মাৰি থৈছিল। কীৰ্ত্তন ঘৰৰ গাঁত খান্দোঁতে সেই অমৃত উলিয়াই গুৰুজনাই সকলোকে ভগাই দিছে আৰু পুনৰ কপাট মাৰি থৈছে। মহাপুৰুষ গুৰুজনাই বৈকুণ্ঠৰ পৰা একশৰণ বস্তুৰ পাট সঞ্চাৰ তাতে মেলি গজাইছে। আকৌ বাউসী বিলাইতৰো নাম। এই তিনি অৰ্থেৰে বিখ্যাত পাটবাউসী নাম হ'ল।[৪] তাতে গুৰুজনে পোন্ধৰ বছৰ থাকি অনেক লীলা কৰিছে।

**১-১২-২৪** মাধৱদেৱ বাৰাদিত তিনি বছৰ আছিল। তাৰ পৰা তেওঁ বৰপেটা বিল ঘূৰি হৰি কথা শুনিবলৈ পাটবাউসীলৈ আহোঁতে পলম হয়। তেওঁ তাম্ৰধ্বজ বৰাৰ ঘৰলৈ আহিল। তাত তেওঁ চাৰি মাহ আছে। তাম্ৰধ্বজ মাধৱদেৱৰ সম্বন্ধীয় জেঠায়েক। ঘৰখন কদৰ্য্য, গোটেই অনাচাৰ; দিনে নিশাই কাজিয়া কন্দল, মাত কথাত ব্যভিচাৰ। অনীতি, অনাচাৰ, স্বেচ্ছাচাৰত সিহঁত চলে। তাম্ৰধ্বজে মাধৱদেৱক উদ্দ্যেশি ক'লে," সাত পুৰুষ আমাৰ এনেকৈয়ে গ'ল,

---

(৪) লক্ষ্মীনাথ বেজবৰুৱাৰ লিখনি মতে সেই ঠাইত ৰজাৰ পাট নগৰ আছিল বাবে তাৰ নাম পাটবাউসী হয়। গুৰুজনাই পাটবাউসীতে কীৰ্ত্তনৰ শেষ ছোৱা ৰচনা কৰি কীৰ্ত্তনখন সম্পূৰ্ণ কৰে। ইয়াৰ পাচত তেওঁ পাটবাউসীতে প্ৰথম, দ্বিতীয়, তৃতীয়, সপ্তম, অষ্টম আৰু দশমৰ পদ ভাঙনি কৰে। কুৰুক্ষেত্ৰ, নিমি-নৱ সিদ্ধ সংবাদ, ৰুক্মিনীহৰণ, ভক্তি-প্ৰদীপ পুথিও তেওঁ পাটবাউসীতে ৰচনা কৰে। ভাগৱতৰ একাদশ আৰু দ্বাদশ স্কন্ধৰো তেওঁ পাটবাউসীতে ভঙনি কৰে। তেওঁৰ কলিয়াদমন আদি নাটবোৰ আৰু আন বহুত গীত ভটিমা পাটবাউসীতে ৰচিত হয়। বেদ-বেদান্ত, গীতা, ভাগৱত আৰু আন আনশাস্ত্ৰৰ সাৰ উদ্ধাৰ কৰি " ভক্তি-ৰত্নাকৰ" নামৰ সংস্কৃত পুথিখনো তেওঁ পাটবাউসীতে ৰচনা কৰে। এই খিনিতে উল্লেখ যগ্য কথা এই যে পাটবাউসীত থাকোঁতেই তাঁতীকুছিলৈ অহা যোৱা কৰি গুৰুজনাই বৃন্দাবনী বস্ত্ৰখন নিজে নিৰ্দ্দেশ দি বোৱাইছিল।

এতিয়া সি ধেমাই আমাক তৰাবলৈ আহিছে। কথাতে কয়, অত কাল গ'ল কৰাই ভাজি খাই, চাউল চৰু আছে ই কথা মনত নাই।" ইয়াকে শুনি মাধৱদেৱ তাৰ পৰা গ'লগৈ। তেওঁ দীঘলা কায়স্থৰ ঘৰলৈ আহিল। তাৰ পৰা পাটবাউসীলৈ আহি তেওঁ হৰি কথা শুনে।

**১-১২-২৫** এদিনাখন ঠাকুৰ আতাই মনথৈৰ পৰা পাটবাউসীলৈ আহি আছিল। বাটৰ কাষৰ ঠাই এখনৰ নাম শিমলুৱা। তাৰে এঘৰত ভকতে ধান দাই আছিল। ঠাকুৰ আতাক যোৱা দেখি সকলোটি ভকতে পথাৰৰ পৰা আহি তেওঁক সেৱা কৰিলে। সিহঁতৰ লগৰ শ্ৰীৰাম অহা নাছিল। ঠাকুৰ আতাই গৃহস্থক সুধিলে," সেইজন ক'ৰ, অহা নাই দেখোন?" গৃহস্থই ক'লে," বাপ, সি ধান কটাৰ বদলে ধনীয়া বিচাৰিছে।" আতাই ক'লে," তাক মাতা, তামোল পাণ নিয়কহি।" গৃহস্থই শ্ৰীৰামক মাতিলে," হেৰা আহা, আতাক সেৱা কৰি তামোল পাণ খোৱাহি।" শ্ৰীৰামে আহি আতাক সেৱা কৰি তামোল খালে। ঠাকুৰ আতাই গৃহস্থক ক'লে,"এজন মানুহ লাগিছিল নাওৰ আগত যাবলৈ।" গৃহস্থই ক'লে শ্ৰীৰামক,"বাপু, তুমিয়ে যোৱা আতাৰ লগত, ধনীয়া তোমাক পূৰাকৈয়ে দিম।" শ্ৰীৰামে ক'লে," মই পূৰাকৈ ধান দাম বুলিছো যেতিয়া ধান দাম, নহ'লে মোৰ বাক্য পৰে।" এই বুলি তেওঁ ধান দাব ধৰিলে। ঠাকুৰ আতাই দেখিলে শ্ৰীৰাম নিশ্চিত্ বুদ্ধিৰ দৃঢ় লোক। আতাই ধাননি পথাৰলৈ গৈ শ্ৰীৰামক ক'লে," তোমাৰ কথা ৰক্ষা কৰিবলৈ ময়ে ধান দাওঁ, তথাপি তুমি ব'লা।" ঠাকুৰ আতাই শ্ৰীৰামৰ লগত কিছু ধান দাই তেওঁক গৃহস্থৰ ঘৰলৈ আনি ক'লে,"তুমি গা ধোৱা।" শ্ৰীৰামে গা ধুলে। আতাই শ্ৰীৰামক এযোৰ নতুন কাপোৰ পিন্ধাই নাওৰ আগত বহুৱাই ল'লে। শ্ৰীৰামে নাওৰ আগত বঠা মাৰি আহিছে। তেওঁলোকে আহি কীৰ্ত্তন ঘৰ পালে। মাধৱদেৱ কীৰ্ত্তন ঘৰৰ ভিতৰত বহি আছিল। শ্ৰীৰাম আৰু আতাই গৈ মাধৱদেৱক সেৱা কৰিলে। মাধৱদেৱে কৃষ্ণ কথা চৰ্চা কৰি আছিল; তেওঁ সামৰণি মাৰি ভকতক বিদায় দি উঠি আহিল। ঠাকুৰ আতাই শ্ৰীৰামক ক'লে," আহা, ঘূৰি যাওঁ।" শ্ৰীৰামে আতাক ক'লে," তুমি যোৱা, মই নাযাওঁ আৰু।" সেই কথা গুৰুজন শ্ৰীশঙ্কৰদেৱে শুনি মাত লগালে," নাৰায়ণ, কাৰ সৈতে কথা কোৱা?" ঠাকুৰ আতাই ক'লে," বাপ, তিনিজন ভাই ককাইয়ে এঘৰত ধান দাইছিল, তাৰে

এজনক মাতি নাওৰ আগত তুলি আনিছো; তাৰ পৰাও নাহে খাটবান্ধৈকৈ আৰু এতিয়া ইয়াৰ পৰাও নাযাওঁ বুলিছে।" গুৰুজনে ক'লে," নাযায় যদি থাক'কে।" শ্ৰীৰামে তাতে বৈ পিচদিনা মহাপুৰুষক গুৰু বুলিছে। শ্ৰীৰাম আতাই গুৰুজনাৰ শাক পাত মাছ খৰি যোগান ধৰাৰ লগতে তেৰাৰ সেৱা পৰিচৰ্য্যা ধৰি থাকিল।

**১-১২-২৬** দীঘলা কায়স্থই কিবা ভাল বস্তু পালে তাকে স্নেহত মাধৱদেৱক দিয়ে। দীঘলা হৰিবিমুখ দেখি মাধৱদেৱে বস্তুবোৰ নাখাই ঘৰৰ এচুকত থয়। বস্তুবোৰ গেলে আৰু গেলিলে তেওঁ দলিয়াই পেলায়। দীঘলাৰ পত্নীয়ে কথাটো লক্ষ্য কৰি গিৰিয়েকক ক'লে," হেৰা, ভগিনক যে আপুনি বস্তু দিয়ে তেওঁ সেইবোৰ নাখায়, বস্তুবোৰ গেলে আৰু গেলিলে তেওঁ সেইবোৰ দলিয়ায় পেলায়।" ইয়াকে শুনি দীঘলাই খং কৰি ক'লে," অ', মোৰ বস্তু যে বেয়া, মোৰ ঘৰটো শুচিনে?" এই বুলি তেওঁ মাধৱদেৱৰ ভাতৰ চৰুত কুটা পেলাই চৰুটো চুৱা কৰি থ'লে। মাধৱদেৱে গুৰুজনাৰ ঠাইত কৃষ্ণ কথা শুনি তাৰ পৰা ঘৰলৈ আহি দেখিলে কোনোবাই হিংসাকৈ চৰুটো নষ্ট কৰি থৈছে। তেওঁ সেইবোৰ পৰিষ্কাৰ কৰি পুনৰ গুৰুজনাৰ ওচৰলৈ গ'ল। গুৰুজনাই মাধৱদেৱক দেখি সুধিলে," বঢ়াৰপো, মুখ শুকান, ভাত খালানে? সোনকালে আহিলা দেখোঁ?" মাধৱদেৱে সকলো কথা গুৰুজনাক ক'লে। ইয়াকে শুনি আই গোসাঁনীয়ে মাধৱদেৱক দৈ চিৰা খাবলৈ দিছে। তাৰ পাচত দুয়োজন গুৰুৱে ভক্তৰ সৈতে ধনুখন্দা বিল পাৰ হৈ এই ফাললৈ আহিছে।

**১-১২-২৭** এজন গণকে নতুন ঠাইত ঘৰ-বাৰী কৰি তালৈ যাবলৈ সাজু হৈছিল; কিন্তু পত্নী নৰিয়াত পৰাত তালৈ যাব পৰা নাছিল। ভক্তৰ সৈতে শ্ৰীমন্ত শঙ্কৰদেৱ গুৰুজনাই সেই গণকৰ ঘৰলৈ যোৱা দেখি গণকে আগবাঢ়ি আহি গুৰুজনাক সুধিছে," বাপ, কিয় আহিল?" গুৰুজনাই ক'লে,"দীঘলা কায়স্থৰ ঘৰৰ কাষত যে তুমি মাটি -বাৰী কৰিছা পাম ধৰিবলৈ, সেই মাটি- বাৰী আমাক দিয়া, তাকে খুজিবলৈ আহিছো।" গণকে বৰ স্বস্তি অনুভৱ কৰি ক'লে,"বাপ, সেই মাটি- বাৰী এই মুহূৰ্ত্ততে আপোনাৰ অভয় চৰণত সমৰ্পিলো; মোৰ সদ্ ভাগ্যত বংশৰ সৈতে মই উদ্ধাৰ হ'ম।" গুৰুজনে তাৰ পৰা গৈ মাধৱদেৱক কালিৰাম আতৈৰ সৈতে গণককুছিত থৈ তেওঁ পাটবাউসীলৈ গ'ল।

**১-১২-২৮** বুঢ়া দৈৱজ্ঞ আতৈৰ জ্যোতিষত বৰ আস্থা, জ্যোতিষ তেওঁ চোৰা চিতা কৰে। তাকে দেখি গুৰুজনে আতৈক ক'লে,"অনাদৰি আন ধৰ্ম কৰ্মক প্ৰতি, এক চিত্তে কৰা হৰি কীৰ্ত্তনত ৰতি।" আৰু ক'লে,"এইবোৰ কি চাই চিন্তি থাকা ? ভকতি আচৰি যিটো নাম গুণ ধৰে, জীৱন্ত মুকুত হৈ তেওঁ সংসাৰক তৰে।" তাৰ পাচৰে পৰা আতৈয়ে জ্যোতিষ চাবলৈ এৰিলে। তথাপিতো আতৈৰ মন যায়। মন চম্ভালিব নোৱাৰি আতৈয়ে ঘৰৰ পাচফালে জ্যোতিষ চাই চিন্তি ভাবি গুণি থাকে। পাচত অন্তৰ্য্যামী পুৰুষ শ্ৰীশঙ্কৰদেৱে কথাটি জানি আতৈৰ বাহালৈ গ'ল এদিনাখন। গুৰুজনাই দেখিলে আতৈয়ে পিছফালৰ বাৰান্দাত বহি জ্যোতিষ মেলি চাইছে। আতৈৰ পাচত থিয় দি গুৰুজনায়ো চালে। আতৈৰ গাটো শিলৰ সমান গধুৰ লাগি জিকাৰ মাৰি উঠিল। তেওঁ ঘূৰি চাই দেখিলে গুৰুজন। আতৈয়ে তাতেই গুৰুজনাৰ চৰণত পৰি ক'লে,"বাপ, পূৰ্বৰ অভ্যাস, চাবলৈ মন যায়।" গুৰুজনাই ক'লে,"বাৰু তেনেহে।" তেতিয়া গুৰুজনাই ভাগৱতৰ মূল দ্বিতীয় স্কন্ধৰ লগত জ্যোতিষ যোগ দি "অনাদি পাতন" ৰচনা কৰিলে। পাচত আতৈয়ে জ্যোতিষ এৰি "অনাদি পাতন"কে পঢ়ি গাই শ্ৰদ্ধা কৰি হৰিগুণ গাব ধৰিলে।

**১-১২-২৯** এদিনাখন গুৰুজনাই ক'লে,"মাধৱ, পশু নকৰিবা শৰ, মৰাও নানিবা, জীয়াও নানিবা, শুদা হাতে নপশিবা ঘৰ।" পিচদিনা মাধৱদেৱৰ আহিলত গুৰুজনাই সুধিলে,"মাধৱ, পশু পালানে?" মাধৱদেৱে ক'লে," বাপ, আপোনাৰ বাক্য শিৰোধাৰ্য্য কৰি গোটেই নিশা নিদ্ৰা নাহিল, ভাবি গুণি সপ্ত দ্বীপ, চৈধ্য ব্ৰহ্মাণ্ড, তিনি ভূৱন, স্বৰ্গ, মৰ্ত্ত,পাতাল বিচাৰি চালো, মোতকৈ নৰাধম পশু ক'তো বিচাৰি নাপালো; আটাইতকৈ ময়ে নৰাধম পাপী।" সেইসময়ত গুৰুজনাই একাদশ স্কন্ধৰ "নিমি নৱ সিদ্ধ সংৱাদ"ৰ পদ ভাঙনি কৰি আছিল। গুৰুজনাই মাধৱদেৱৰ কথাত সন্তোষ পাই প্ৰেমত মন মজি ৰচনাৰ উপদেশত দিছে, "তোমাৰ ভৃত্যৰো ভৃত্য, তাৰো ভৃত্য ভৈলো আমি। মোক জগন্নাথ নকৰা অনাথ, নেৰিবা মাধৱ স্বামী।।"

**১-১২-৩০** মাধৱদেৱে অতি পুৱাতে স্নান, গুৰুসেৱা, মালা সেৱা কৰি শ্ৰীৰাম আতাৰ সৈতে গুৰুজনাৰ ওচৰলৈ যায় কৃষ্ণকথা শুনিবলৈ। ভক্ত কালিৰাম আতৈয়ে গুৰুজনাৰ তাত নিতে নিত্য কৰ্ম কৰি ঠাই সাৰি, খৰি -পাত, মাছ-শাক, পানী সকলো গোটাই থৈ নিতে গুৰুসেৱা কৰে। সেইদিনাও তেওঁ গুৰুসেৱা কৰিছে,

গুৰুৰ বত্ৰিশ অঙ্গতে দ্ৰব্য অলঙ্কাৰ পিন্ধাই দি আনিছে। এখন ভৰিত খৰম পিন্ধাইছে আৰু আনখন ভৰিত পিন্ধাবলৈ বাকী আছিল, এনেতে মাধৱদেৱে পদুলিত গল খেকাৰি মাৰিলে। তাকে শুনি আতৈয়ে গুৰুসেৱা তেনেকৈয়ে এৰি পানীৰ ঘটী লৈ আগবাঢ়ি আহিল। মাধৱদেৱে ধ্যান কৰি দেখিলে, আত্মাত এপদ পাদুকা নাই। তেওঁ অনেক তুতি নতি কৰি দিয়ে, কোনোমতে নল'য়। তেতিয়া মাধৱদেৱে ক'লে, "কোনে মোৰ প্ৰভুক এনে বিদ্ৰূপ কৰিলে?" ইয়াকে শুনি কালিৰাম আতৈয়ে মাধৱদেৱৰ ভৰিত দণ্ডৱতে পৰি ক'লে, "বাপ, মই পাপীৰহে এই কাম।" মাধৱদেৱে ক'লে,"কিয়নো এপদ পাদুকা নিদি এৰি গ'লা?" আতৈয়ে ক'লে, "বাপ, আপোনাৰ মুখ পদ্মৰ পৰা শুনিছো গুৰুসেৱাতকৈ ভকত সেৱা ডাঙৰ।" মাধৱদেৱে ক'লে,"তুমি আমাৰ সমান ভকত হ'লা, তুমি আমাক পৰিচৰ্য্যা কৰিব নালাগে আৰু?" মাধৱদেৱে শ্ৰীৰাম আতাক ক'লে,"শ্ৰীৰাম, তুমি ইয়াত গুৰুসেৱা কৰিবা আৰু কালিৰামে মোৰ লগত অহা যোৱা কৰিব।"

**১-১২-৩১** জয়ন্তীৰ মধাই আতৈয়ে ঘৰলৈ যাবলৈ বুলি গুৰুজনাৰ পৰা বিদায় মাগি ক'লে, "বাপ, ঘৰৰ পৰা অহা যোৱা কৰি নাম গাম, হৰি কথা শুনিম; ঘৰলৈ যাবহে বিচাৰো।" তেতিয়া মহাপুৰুষ গুৰুজনাই সংস্কৃতত শ্লোক মাতিছে। তাৰ অৰ্থ–

বৈৰাগ্যত পৰে ভাগ্য নাই পুৰুষৰ, /সংসাৰত পৰে ৰিপু নাই। / হৰি বিনে নাই পৰিত্ৰাণ, / বিষয়ৰ আশা ভঙ্গ ভক্তৰ হৰিষ, / দেখয় বিষয় সুখ বিষ্টাৰ সদৃশ।

গুৰুজনাৰ কথা ৰাখি মাধৱদেৱে শ্লোকটিৰ এই ভাঙনি সুন্দৰীদিয়াত নামঘোষাত দিছে। এইদৰে শ্লোক মাতি চৰ্চা কৰি গুৰুজনাই আতৈক ক'লে,"মন নচলিলে ভাল। বাৰু মন চলিছে যেতিয়া যোৱাগৈ।" আতৈই ঘৰলৈ গৈ তেওঁৰ আগৰ হৰি গৃহত বহিল। দুয়ো পত্নীয়ে আহি আতৈক সেৱা কৰিলে। আতৈয়ে তেওঁলোকক ক'লে, "মই গুৰুজনাৰ পৰা বিদায় লৈ আহিছো কেইমাহমান ঘৰত থাকিবলৈ, তোমালোকে পুৰণি পাগ-পাত্ৰ পেলাই নতুন পাত্ৰত ভাত ৰান্ধাগৈ।" আতৈৰ পত্নীয়ে ভাত ৰান্ধি-বাঢ়ি তামোল এখন চোৱাৰ দৰে কৰি ভাতৰ ওপৰত দি থৈ আঁঠু কাঢ়ি সেৱা কৰি আতৈক ভাত খাবলৈ মাতিলে। আতৈয়ে আহি দেখিলে ভাতৰ ওপৰত তামোলৰ চোৱা। তেওঁ খং কৰি পত্নীক মাতিলে, "হেৰা,

ইয়ালৈ আহা।" দুয়োজনী পত্নীয়ে আহি আঁঠু কাঢ়ি সেৱা কৰিলত আতৈয়ে ক'লে," তোমালোকৰ হাতেৰে খাওঁ বোলোঁতে এনে লঘু কৰিলা?" তেতিয়া তেওঁলোকে ক'লে," দাসীৰ দোষ হৈছে, তথাপি বিচাৰ কৰি সুধিলে দোষ ক্ষমা কৰিব পাৰিব, অন্যথা দণ্ড দিলে দোষ হ'ব।" আতৈয়ে সুধিলে,"বাৰু কোৱাচোন কিয় এনেকৈ থৈছা? এয়া তামোলৰ চোৱা নহয়নে? আৰু এনেকৈ যে খাবলৈ মাতিলা?" পত্নীয়ে ক'লে," আগতে আমাক এৰি জীৱৰ কুশলৰ বাবে সন্তৰ সঙ্গলৈ গ'লা। মহাপাপৰ বাবে আমি অনাচাৰী স্ত্ৰীৰ জন্ম পালো। বৈকুণ্ঠৰ সুখক এৰি যি বিষয় সুখ পশু পক্ষী আদি কৰি সমস্ত যোনিত পায় তেনে সুখৰ নিমিত্তে কাচৰ বাবে মাণিক এৰাদি তুমি আমি পেলনীয়া চোৱাতে আসক্তি কৰিলা, এতিয়া চোবা গুচাই ভাত খালেহে ভাল।" তেতিয়া আতৈয়ে হুক হুককৈ কান্দি ওলাই আহিল। আতৈয়ে পত্নীক ক'লে, "আজি তোমালোকে মোক ভাল ৰাখিলা মোক জ্ঞান বোধ দি; তোমালোক মোৰ পৰম উপকাৰী, পত্নী নহয়।" আতাই পুনৰ কীৰ্ত্তন ঘৰৰ বাহালৈ আহিল। মধুৰ মূৰতি ধৰি মহাপুৰুষ গুৰুৱে কীৰ্ত্তন ঘৰত বহি আছিল। আতৈয়ে গৈ গুৰুজনাৰ আগত দণ্ডৱত পৰি সকলোখিনি ক'লে। গুৰুজনাই সুধিলে," স্ত্ৰীহঁতক কাৰোৱাক সোধাই দি আহিছানে?" আতৈয়ে ক'লে,"বাপ, সিহঁতক সোধাই দিছিলো মাক ভায়েকক,কিন্তু সিহঁত নাযায়। সিহঁতে মোক ক'লে,"তোমাৰ গুণ গাই তোমাকে চিন্তা কৰি থাকিম।" এই বুলি মোক তিয়নী- টনাখন দি আছে।" তেতিয়া গুৰুজনাই আতৈৰ দুই পত্নীক সৎ বুদ্ধিৰ আৰু শুদ্ধ জীৱ বুলি জানি কীৰ্ত্তন ঘৰলৈ মতাই আনি ধৰ্ম বস্তু প্ৰকাশকৈ দি ভক্তৰ শাৰীত ভাগ দি হাটীৰ বাহিৰত বাহাদি কীৰ্ত্তন ঘৰৰ কাঁথি চোতাল মচাকৈ ৰাখিলে।

**১-১২-৩২** এদিনাখন ভক্তৰ সৈতে মাধৱদেৱ গৈ আছে। বনৰীয়া ম'হ এটা বাটৰ কাষত বৈ আছিল। ম'হটো দেখি ভকতসকলে হাবিৰ মাজেৰে বাট উলিয়াই আঁতৰেৰে গ'ল; কিন্তু মাধৱদেৱ ম'হটোৰ আগেৰেই গ'ল। ভকতসকলে কথাটো শ্ৰীশঙ্কৰদেৱক ক'লে," বাপ, বাটত ম'হ এটা আছিল, আমি হাবি ভঙি সোমাই আহিলো; কিন্তু মাধৱদেৱ ম'হৰ শিঙৰ আগেৰেই আহিল।" গুৰুজনাই মাধৱক সুধিলে," বঢ়াৰপো হয়নে?" মাধৱে ক'লে," বাপ, হয়।" গুৰুজনাই ক'লে," কিয় তেনেকৈ আহিলা?" মাধৱে ক'লে—

"সাপে খায়, বাঘে খায়, যদি মৰে জলে।
যাৰ যি হ'ব লাগে নিজ কৰ্ম ফলে।।

বাপ, তাৰ হাতত কিবা হ'বলৈ হ'লে আঁতৰি আহিলেও হ'লহেঁতেন আৰু চাউল, আয়ুস থাকিলে আগেৰে গ'লেও কি কৰিব পাৰে সি? "গুৰুজনাই মাধৱক খং কৰি ক'লে," বঢ়াৰপো, এনে উত্তৰ ক'ত শিকিলা? তুমিয়ে জানানে এনে উত্তৰ,নে আনেও জানে?" গুৰুজনাই পুনৰ ক'লে," সি কাল, বলৱন্ত ডাকু, সি কি জানে কাল অকাল। মৃত্যুৱে চল পালে সকলোকে বধে। তেল থাকোঁতেও বন্তি নুমায় আৰু বেঢ়ি ধৰিলে ৰ'য়। পলাই আঁতৰ হ'লে ৰক্ষা পায়।" তোমাক বাৰু নোৱাৰিলে, এনে আৰ্হি আনে ল'লে আত্মঘাতী নহ'বনে?" এই বুলি গুৰুজনে মাধৱদেৱক খং কৰি বোধ দি নিষেধ কৰিছে।

**১-১২-৩৩** আৰু ঠাকুৰ আতাই কল বিচাৰি গৈছিল পথালিকুছিলৈ, মাধৱদেৱৰ মাতৃৰ কাজৰ বাবে। তপাৰ বলোৰাম আতৈয়ে তাৰে এক গৃহস্থৰ ঘৰত বান্ধা আছিল পাঁচ টকাত। তেওঁৰ কোনো কিছু নাই। গৃহস্থই তেওঁক বৰ দুখ দিয়ে। চ'ত মাহত হাল মেলি তেওঁ নাঙল পাৰি শুইছিল। তাকে দেখি ঠাকুৰ আতাই সুধিলে, "মাটিতে নাঙল শিতান কৰি শোৱা, ঘৰলৈ নোযোৱা কেলৈ?" আতৈয়ে ক'লে, "বাপ, ঘৰলৈ গ'লে মাৰে, ভাত-কাপোৰ নিদিয়ে; মা-বাপ নাই মোৰ, কি সোধা মোৰ দুখৰ কথা?" তাকে শুনি ঠাকুৰ আতাৰ দয়া জন্মিল। আতাই ক'লে, "টকা দি নিলে যাবানে?" আতৈয়ে ক'লে, "টকা দি নিলে আজিয়ে যাওঁ।" ঠাকুৰ আতাই আতৈক বাটতে শিকাই নিছে। গৃহস্থৰ ঘৰ পাই আতৈয়ে ক'লে, "এওঁ আমাৰ গাঁওৰ মামা, মোক চিনি পাই ঘৰলৈ নিবলৈ ধৰিছে।" আতাই ক'লে, "বলো আমাৰ গাঁওৰ ল'ৰা, টকা দিওঁ, তাক এৰি দিয়ক।" গৃহস্থই ক'লে, "এৰিবলৈকে লোক বিচাৰি ফুৰিছো, নিওঁতা নাই কাৰণেহে, ধনে-জনে কত ধাৰহে লগালে এওঁ মোৰ।" ঠাকুৰ আতাই টকা দিলে। গৃহস্থই ক'লে, "খন্তেক ৰ'বা, দুপৰীয়াৰ ভাত খাই যাবা।" আতৈয়ে ক'লে, "এতিয়া আনৰ দাস হ'লো, আপোনাৰ ঘৰত কিয় খাম?" আতৈৰ কথাত ঠাকুৰ আতাই সন্তোষ পালে। বলোৰাম আতৈয়ে আতাৰ পাছে পাছে কল লৈ আহিছে। ঠাকুৰ আতাই তেওঁক গুৰুজনাক ভেটালে। আতৈয়ে পিছদিনা হৰিছে থাকি গুৰুজনাৰ পৰা ধৰ্ম ধৰিছে। আতৈৰ সদ্‌বুদ্ধি দেখি গুৰুজনে তেওঁক নীতি-সদাচাৰ দেখুৱাই দি ৰাখিছে। সেই কল পকাই মাধৱদেৱৰ মাতৃৰ কাজত লগাইছে আৰু কাজত পত্নী প্ৰসাদ নাট প্ৰদৰ্শন কৰিছে।



# ত্ৰয়োদশ অধ্যায়

**১-১৩-১** নৰনাৰায়ণ ৰজাৰ গৃহত শনি প্ৰৱেশ কৰিলে। পণ্ডিত ব্ৰাহ্মণ, দৈৱজ্ঞক মতাই আনি তেওঁ সুধিলে," কি হ'ব?" তেওঁলোকে ক'লে," মহাৰাজ, ইয়াৰ প্ৰতিকাৰ কৰি দেশান্তৰ ঘূৰিলে অশুভ নহয়।" তেতিয়া ৰজাই পূজা হোম, দান, কৰাই বৰনগৰলৈ গৈ তাত গৃহ কৰি ৰ'লহি।[১] ৰজা বৰনগৰলৈ অহা শুনি মহাপুৰুষ গুৰুৱে ৰজাক দুচৰু ক'লামাহ নিৰ্মালি দান দিছে। চিলাৰায়ে গুৰুজনাৰ তেজ শক্তি দেখি শৰণ ল'বলৈ ইচ্ছা; কিন্তু ককায়েকৰ ভয়ত নহ'ল। বৰনগৰত ৰজাৰ আঢ়ৈ বছৰ হ'ল। পণ্ডিতে জ্যোতিষ চাই ৰজাক ক'লে," এই ঘৰত যি হ'বৰ হ'ল, এতিয়া ইয়াক এৰাহে ভাল।" তেতিযা ৰজাই ডিঙ্গা নগৰত গড়-প্ৰাচীৰ বান্ধি তালৈকে গ'ল। তেওঁলোক তাতে আছে। এদিনাখন চিলাৰায় দেৱানৰ লিগিৰা শ্ৰীদামে আহি ৰামৰায় আতাৰ কন্যা কমলাপ্ৰিয়াক দেখিলে। কমলাপ্ৰিয়াৰ ত্ৰৈলোক্য মোহিনী দিব্য ৰূপ। আয়ে চুলি মেলিছিল আৰু সেই চুলি বাঁহৰ ঢাৰিত তিনিপাক খাই পৰি আছিল। লিগিৰাই গৈ কমলাপ্ৰিয়াৰ ৰূপ গুণ আৰু চুলিৰ লক্ষণৰ কথা চিলাৰায়ক ক'লে। দেৱানে তেতিয়াই কমলাপ্ৰিয়াক ধৰাই নি নিজৰ মুখ্য পাতেশ্বৰী পাতিলে। কমলাপ্ৰিয়াৰ সৈতে দেৱানে বিয়া পাতি ৰামৰায় আতাক নিবলৈ মানুহ পঠালে। ৰামৰায় আতা নাযায়। তেতিয়া শ্ৰীশঙ্কৰদেৱে আতাক ক'লে," হেৰা, ৰজাই নিলে কি কৰিবা, গৈ শুদ্ধকৈ বিবাহ দিয়াই ভাল।" পাচত ৰামৰায় আতাই গৈ কমলাপ্ৰিয়াক বিবাহ দিলে। দেৱানে ৰামৰায় আতাক তিনিখন গাওঁদি কুঠী কৰি দিয়ালে।[২]

আকৌ পণ্ডিতে জ্যোতিষ চাই ৰজাক ক'লে," মহাৰাজ, শনিৰ অষ্টম বছৰত ভোগ য'ত ৰাশিও ত'ত। শনি শিৰত আঢ়ৈ বছৰ, গৰ্ভত আঢ়ৈ বছৰ আৰু গোৰোহাত আঢ়ৈ বছৰ থাকে। এতিয়া বিদেশত বৈৰাগী হৈ ফুৰিলে শনিয়ে দোষ নধৰে।" তেতিয়া ৰজাই ভেশছন্ন ধৰি কঁথা, খন্তা লৈ আৰু মূৰত ময়ূৰৰ পাখি পিন্ধি অসম ৰাজ্যৰ ফালে উজাই গ'ল।

**১-১৩-২** যুৱৰাজ চিলাৰায়ে বেহাৰ নগৰত ৰাজ্য ধৰি প্ৰজাক পালন কৰি আছে। এদিনাখন যুৱৰাজে মৃগয়া কৰিবলৈ গ'ল। তেওঁৰ ঘৰত এক শ

---

(১) বৰনগৰ ঃ নমনি অসমৰ সৰভোগ অঞ্চলৰ কাষত অৱস্থিত এখন ঠাই।

(২) সেই ঠাই আজিও ৰামৰায় কুঠী নামে জনাজাত।

গৰাকী পত্নী আৰু তাৰে মাজত কমলাপ্ৰিয়া। সেইদিনা সকলো পত্নীয়ে একেলগে তামুলীচ'ৰাত বহিছে আৰু কমলাপ্ৰিয়া আইক মাজত বহুৱাই আইৰ দ্বাৰা গীত গোৱাইছে। আঁয়ে চাৰঙ্গৰ তাঁৰত সুৰ তুলি গালে—

"পামৰ মন ৰাম চৰণে চিত্ত দেহু।
অথিৰ জীৱন বাস, ৰামকেহি নাম মৰণ সমল লেহু।*........

আইৰ মাত কুলিৰ মাততকৈও অধিক মধুৰ। হঠাৎ আহি যুৱৰাজে আইৰ গীতটো শুনিলে। যুৱৰাজক দেখি সকলো সতিনী জাঁতকৰি উঠি গ'ল। কমলাপ্ৰিয়া লাগী, সেইহেতু উঠি নগ'ল। যুৱৰাজে কমলাপ্ৰিয়াক সুধিলে,"গীতটো যে গাইছিলা, কোনে ৰচা?" কমলাপ্ৰিয়াই ক'লে," আমাৰ বৰ দেউতাই ৰচা।" যুৱৰাজে শয্যাত কমলাপ্ৰিয়াৰ দ্বাৰা গীতটো পুনৰ গোৱালে। গীতৰ অৰ্থত যুৱৰাজৰ মন মজি গ'ল। তেওঁ চিন্তা কৰিলে, গুৰুজন মহা পণ্ডিত। পাচত যুৱৰাজে ডিঙ্গা নগৰলৈ গৈ মহাপুৰুষ গুৰুক কাতৰ মিনতি কৰি কোচবিহাৰলৈ মতাই নি নিজে দেহত কষ্ট দি হবিচে থাকি টকা দহটি আৰু কাপোৰ এযোৰ দি গুৰুজনাৰ ওচৰত শৰণ ল'লে। নৰনাৰায়ণ ৰজাই ভেশছন্ন ধৰি ঘূৰি ফুৰোতে শনি এৰিলত পুনৰ কোচবিহাৰলৈ গৈ ৰাজ্য শাসন কৰিলে।

**১-১৩-৩** : ভেশছন্ন ধৰি ফুৰোঁতে নৰনাৰায়ণ ৰজাই অসম ৰাজ্যত শুকুলা হাতী,মাণিক আৰু ধাই দেখি আহিছিল। অনেক চিপাহী, চাকৰ, লস্কৰ লৈ উত্তৰে নৰনাৰায়ণ আৰু দক্ষিণে চিলাৰায় আৰু বিৰাম কাজীয়ে অনেক সেনা লৈ আহোম ৰাজ্য আক্ৰমণ কৰিলে। আহোমৰ কেকোৰা ৰজা, লাহন বৰুৱা, মাদুৰিয়াল ৰাজমন্ত্ৰী , বৰগোসাঁই, ভেৰা বৰফুকন এই সকলে আলচি দ'লৰ গাঁওত কোচৰজাৰে এখন যুদ্ধ আৰু তেলিয়াডোঙাত আন এখন যুদ্ধ দিলে। দুয়োদেশৰ অনেক লোকৰ হানি হ'ল। পাছত আহোম ৰজাই পিচহুঁহকি কেৰিমেৰিত গড় বান্ধি সাতদিন সাতৰাতি কোচৰে সৈতে যুজিলে।অনেক লোকৰ ক্ষয় ক্ষতি হ'ল। যুদ্ধত বলে নোৱাৰি আহোম ৰজা প্ৰজা সকলো পলাল। কোচৰজাই আহোম ৰজাক পিচে পিচে খেদিলে । আহোম ৰজাই ৰাজপাট এৰি চৰাই পৰ্বতৰ গুহাত সোমাল। তেতিয়া কোচ সেনাই মাণিক পাই উভতিলে। চিলাৰায় আৰু কাজীয়ে হাতী আৰু ধাই লৈ আহি নৰনাৰায়ণক দিছে। শুক্ল হাতী আনিছিল বাবে চিলাৰায়ৰ আন এটি নাম শুক্লধ্বজ হ'ল। পাচত কোচৰজাই নিজ ৰাজ্যলৈ ভটীয়ালে।



# চতুৰ্দশ অধ্যায়

১-১৪-১ ঠাকুৰ আতাই নিতৌ মনথৈৰ পৰা আহি গণককুছিত সোমাই মাধৱদেৱক লগত লৈ পাটবাউসীৰ গুৰুজনাৰ ঠাইলৈ যায়। সেইদিনাও গৈছে। বাটত এজন হালোৱাই হাল বাই আছিল হে, হে কৰি। তাকে দেখি ঠাকুৰ আতাই হালোৱাক কৈছে," কি হে হে কৰা, ৰাম ৰাম বুলিলে কি হ'য় ?" তেতিয়া মাধৱদেৱে ঠাকুৰ আতাক কৈছে, " সখি ৰাম ৰাম বোলাইহে আহিবা; ৰাম ৰাম নুবুলিলে দোষ হ'ব, নামৰ দহ অপৰাধৰ এটা লাগিব। আতাই হালোৱাৰ পাচে পাচে ঘূৰিছে ইয়াকে কৈ," ৰাম বোলাহে।" হালোৱাই ৰাম নোৱোলে। আতাই ক'য়, এবাৰ ৰাম বোলাহে বোপা।" তেতিয়া হালোৱাই একোতে এৰাব নোৱাৰি কৈছে,"বুলিলো যা ৰাম, কি হ'ল এতিয়া ?" আতাই ক'লে," একো হোৱা নাইহে।" পাটবাউসী পাই মাধৱদেৱ আৰু আতাই গুৰুজনাক সেৱা কৰিলে। পাচত মাধৱদেৱে আতাক সুধিছে," সখি, হালোৱাই ৰাম বুলিলে নে নুবুলিলে?" আতাই ক'লে, " বাপ যেনতেনকৈ বোলোৱা হ'ল।" মাধৱদেৱে ক'লে,"তোমাকনো তেনেকৈ বোলাবলৈ কোনে কৈছে? যদি হালোৱাই নুবুলিলেহেঁতেন, তেন্তে কি হ'লহেঁতেন আমাৰ।" সেই হালোৱাৰ মৰিবৰ কাল হ'ল। যমদূতে আহি হালোৱাক ধৰিলেহি। সিহঁতে লোহাৰ দাং জৰী লৈ আহি হালোৱাক চৰ ভুকু বহুৱালে। ক'লা বৰণৰ যমদূতৰ বিকৃত চেহেৰা দেখি হালোৱাৰ সেই ৰাম বোলোৱা আতাৰ কৃপাত মুখত ৰাম নাম আহিল। যমদূতে জীউ বাহিৰ কৰিছিলেই, পিছে ৰাম নাম ধ্বনি শুনি ভয়ত ত্ৰস্তমান হৈ ভিৰাই লৰ দিলে। হালোৱাই সুস্থ হৈ ক'লে," মোক ঠাকুৰ আতাৰ ওচৰলৈ নিয়া।" তেওঁক ঠাকুৰ আতাৰ ঠাইলৈ নিয়া হ'ল। ঠাকুৰ আতাক সেৱা কৰি হালোৱাই ক'লে," বাপ, আপোনাৰ বাবেহে ৰক্ষা পালো, দাস বুলি মোক নেৰিব।" আতাই তেওঁক ক'লে,"বাৰু আহা।" ইয়াৰ পাচত আতাই তেওঁক নি মাধৱদেৱক সাক্ষাৎ কৰালে। তেতিয়া মাধৱদেৱ গুৰুজনাই ঘোষা মাতিছে—

মৃত্যুৰ মুখত পৰি আছে যিটোজন,
হৰিগুণ কীৰ্ত্তন নকৰে।
মৃত্যু তৰিবাৰ জানা নাহিকে উপায় আন,
হৰি নাম কীৰ্ত্তনত পৰে।।

মাধৱদেৱে ঠাকুৰ আতাক ক'লে, "সখি কি দেখিলো?" আতা আৰু মাধৱদেৱে হালোৱাক শ্ৰীশঙ্কৰদেৱ গুৰুজনাৰ ওচৰলৈ নি গুৰুজনাক গুৰু বোলাইছে। গুৰুজনে হালোৱাৰ নাম গোবিন্দ দিছে। তেওঁ গাৰো সম্প্ৰদায়ৰ লোক আছিল। পূৰ্বজন্মৰ পুণ্যৰ ফলত তেওঁ ৰাম নাম পালে।

**১-১৪-২** এনিাখন মধাই আতৈয়ে ভিক্ষালৈ গৈছিল। ভিক্ষা খুজি খুজি গৈ তেওঁ মনথৈ পালেগৈ। গম ধৰিব নোৱাৰি তেওঁ ঠাকুৰ আতাৰ ঘৰৰ পদুলিৰে সোমাই গ'ল লৰালৰিকৈ। ঠাকুৰ আতাৰ ভাৰ্য্যা আয়ে চোতালত তাঁত বৈ আছিল। আয়ে দেখিলে সুন্দৰ ভ ৰ যৌৱনৰ পুৰুষ এজন; গাৰ ৰং বগা, হাতত লাঠী, মূৰৰ ওপৰত ভঙা ছাঁতি, আঁঠুৰ মূৰত চুৰিয়া আৰু কান্ধত ফটা কাপোৰ। গহীন শান্ত আৰু ধীৰ ভাৱত তেওঁ খোজ কাঢ়িছে। দেখাত ভকতৰ বেশ, শৰীৰৰ লক্ষণ ডা- ডাঙৰীয়াৰ; কিন্তু সাজ পোছাক দুখী দৰিদ্ৰৰ। পৰীক্ষা কৰিবৰ মন কৰি আযে ক'লে," নাও চপৰ্চপ দেখো টৌ অপাৰ।" আতাই ক'লে," মাতৃ, নুবুৰে নৌকা সুজান কাণ্ডাৰ। নকৈ নাৰ্জো পুৰণি খাওঁ, ভিক্ষা দিয়া মাই ঘৰলৈ যাওঁ।" ইয়াকে শুনি আয়ে অদ্ভুত আশ্চৰ্য্য হৈ আতাক সুধিলে," আপুনি ক'ৰ পৰা আহিছে আৰু থাকে ক'ত?" আতাই ক'লে,"মা, মই পাটবাউসীৰ শ্ৰীমন্ত শঙ্কৰদেৱ মহাপুৰুষৰ সঙ্গত থাকো।" তেতিয়া আয়ে তাঁতৰ পৰা উঠি আহি আতাৰ ভৰিত পৰি সেৱা কৰি ক'লে,"দাসীয়ে আপোনাক কোনোবা বুলি পৰীক্ষা কৰিলো, অপৰাধ ক্ষমা কৰিব।" আয়ে আতাক এপুৰা চাউল, এপোৱা লোণ, আধাপোৱা ক্ষাৰ দি ক'লে," মই দাসীয়ে পাটবাউসীলৈ সকলো বস্তু পঠিয়াম, আপুনি বাহাতে থাকি হৰি নাম ল'ব।" সেইমতে আয়ে মাহেকে- পষেকে আতালৈ খাদ্য সামগ্ৰী পঠাই আছিল।

**১-১৪-৩** এদিনাখন মাধৱদেৱ আৰু ঠাকুৰ আতাই গৈ আছে। তেওঁলোকে বাটত এটা জান পালে। জানটোৰ আনটো পাৰত এখন নাও আছিল।

নাওখন ঠেলি দিলে ইটো পাৰ পায়। সিপাৰত এজন লোকে ভুঁই ৰুই আছিল। ঠাকুৰ আতাই মানুহজনক চিঞৰি মাতি ক'লে," হেৰা, নাওখন ঠেলি দিয়া, আমি জগৎ গুৰুৰ ওচৰলৈ যাওঁ।" তেতিয়া মাধৱদেৱে আতাক খং কৰি কৈছে," কিয় তেনেকৈ কোৱা," শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ জানা যেন কল্পতৰু।" তোমাৰ আৰু মোৰহে, সিহঁতৰ কি? সি যদি ক'লেহেঁতেন," তহঁতৰ জগৎ গুৰু আমাৰ কি?" তেতিয়া ক'ত ৰ'লোহঁতেন বা ৰ'লাহেঁতেন?"

**১-১৪-৪** কমললোচন ঠাকুৰ আৰু মহাপুৰুষ গুৰুজনৰ একে মুখ, একে বৰ্ণ। এদিনাখন শতানন্দ দলৈয়ে গুৰুজনাৰ ঘৰলৈ গৈছে। কমললোচন চ'ৰাঘৰত বহি আছিল। শতানন্দই কমললোচনৰ ভৰিত পৰি সেৱা কৰিব বিচাৰিলে। কমললোচনে ক'লে," খুৰা কি কৰে?" শতানন্দই ক'লে," বাপু, তোমাৰ আৰু গুৰুজনৰ মাজত একো ভেদ নাই, চালে দৰ্পণ চোৱা যেন। তোমাক ডেকাগিৰি যেন দেখিলো।"

**১-১৪-৫** এদিনাখন মাধৱদেৱে গা বেয়া লগা হেতু ৰাতি ভাত ৰান্ধিব নোৱাৰিলে। পিচদিনা একাদশী। পিচদিনা ৰাতিপুৱা শৌচ, স্নান, গুৰুসেৱা কৰাৰ অন্তত তেওঁৰ গা ৰৰয়াব[x] ধৰিলে। তেতিয়া তেওঁ এমুঠি আটপ চাউল আৰু পানী খাই গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই ক'লে,"মাধৱ, আজি দেখোঁ মুখ উজ্জ্বল, কিবা ভোজন কৰিলা হ'বলা?" মাধৱদেৱে ক'লে," বাপ, পানীৰ সৈতে এমুঠি চাউল ভোজন কৰিলো, গা বেয়া লগা বাবে।" গুৰুজনাই ক'লে, "উদৰেই চৰু, তাতে জঠৰ অগ্নি আছে; চাউল, পানী দিছাই, তাতে লোণ, তেল, খাৰ দিলে সম্পূৰ্ণ ভোজনে হয়। "তুমি আমি কৰো যদি গৰিহিত কৰ্ম, পাচৰ লোকে তাক মানিবেক ধৰ্ম।" এইবুলি গুৰুজনে মাধৱদেৱক খং কৰিছে।

**১-১৪-৬** গোবিন্দ গুৰু আতৈয়ে তিনিটা কুঢ়ি মাছ নিছে একাদশীত। তাকে দেখি মহাপুৰুষ গুৰুজনাই ক'লে,গোবিন্দ, আজি একাদশী তিনিটি কুঢ়ি মাছ যে লৈছা?" গোবিন্দ গুৰুৱে ক'লে," বাপ, আপোনাৰ পদেই দেখোঁ কৈছে,"নাপায় মোক একাদশী উপবাসে, নাপায মোক যোগ অভ্যাসে।" তেতিয়া মহাপুৰুষ গুৰুৱে ভাৰ্য্যাক ক'লে," হেৰা, ৰামানন্দৰ মাক, একাদশ শাস্ত্ৰখন আনা, পদটি কাটি গুচাওঁ। অ' মই পদ কৰিলো জীৱ তৰিবৰ বাবে, এওঁ এনেকৈয়ে

বুজিলে দেখোঁ।" এই বুলি গুৰুজনে নৰণী ধৰিলে। তেতিয়া ঠাকুৰ আতাই ক'লে," বাপ, পদটি কাটিব নালাগে।" গুৰুজনাই আতাক সুধিলে," নাৰায়ণ, ইয়াক তুমি কেনেকৈ লৈছা?" আতাই ক'লে, "একাদশী তিথি ধৰ্মবোৰ কৰিব পায়, তাৰ ফল বাঞ্ছা কৰিবহে নাপায়। ব্ৰহ্মহত্যা আদি কৰি মহাপাপ যি অনন্ত থাকে তাক ত্যাগ কৰিব। আৰু সীমা গুচালে মজলীয়া ফলহে ওলায়।" তেতিয়া সেই পদ ৰ'ল। গুৰুজনাই ক'লে,"নাৰায়ণ, অনেক শ্ৰম কৰি অৰণ্য কাটি পদ ৰচনা কৰিছো, সেই পদ আজি তোমাৰ বাবেহে ৰ'ল।" এই বুলি পৰম স্নেহত গুৰুজনে বাওঁহাতেৰে তামোল এমুঠি ঠাকুৰ আতাৰ কোঁচলৈ দলিয়াই দিছে। সেই তামোল আতাই গণককুছিলৈ নি মাধৱদেৱৰ সৈতে ভগাই খালে। আতাই মাধৱদেৱক ক'লে," পৰম স্নেহত সীতাই বাওঁহাতেৰে মুকুতাৰ মালা হনুমন্তক দিয়াদি গুৰুজনাই মোক তামোল দিছে।" আতাই আৰু ক'লে," লোকৰ দুজনী স্ত্ৰী থাকিলে বৰজনীক আঁৰ কৰি সৰুজনীক বস্তু দিয়ে। গুৰুজনাই মোক আপোনাৰ অভয় চৰণ তলত ৰাখিছে।"

**১-১৪-৭** এদিনাখন গা বেয়া লগা হেতু গুৰুজনাই সন্ধিয়া স্নান ভোজন নকৰিলে। পিচদিনা ভীম একাদশী।✦ পিচদিনা ৰাতিপুৱা গুৰুজনাই নিত্য কৰ্ম কৰি একাদশীৰ ব্ৰত ধৰিছে। মাধৱদেৱে আহি গুৰুজনাক সেৱা কৰি উঠি আই গোসাঁনীক সেৱা কৰিলে। আই গোসাঁনীয়ে মাধৱক ক'লে," মাধৱ, আমাৰ গোসাঁইক কোৱাগৈ, কালি সন্ধিয়াও উপবাসে আছিল আৰু আজিও একাদশী; অনাহাৰে থাকিলে শৰীৰৰ কষ্ট, পেটো চলিছে তেওঁৰ। আঢ়ৈ জহা চাউল এমুঠি গাখীৰৰ সৈতে খালে কেনে হয়? গাখীৰ- ভাতত দোষ নাই যেন পাওঁ।" মাধৱদেৱে ক'লে," মাতৃ, মই ক'ব নোৱাৰিম, সিদিনা মোক খং কৰিছে; আনৰ দ্বাৰাই সোধা যাওঁক।" তেতিয়া আয়ে হৰিগুৰুৰ দ্বাৰা গুৰুজনাক কোৱালে। গুৰুজনাই হৰিগুৰুক খং কৰি ক'লে," নাম ইয়াৰ পৰা।" হৰিগুৰুৱে তৎক্ষণাত পিৰালিৰ পৰা নামোঁতে পানীপটাত পৰি তাতে চেপেটা খাই পৰি ৰ'ল। তেওঁ তাতে পৰি থাকোঁতে দুপৰ নিশা হ'ল। বতাহ বৰষণে শিলে তেওঁক প্ৰৱল ভাৱে খুন্দি পেলালে। জাৰত ভোকত তেওঁৰ অৱস্থা নাইকিয়া হ'ল, মুখৰ মাত হৰিল। গুৰুজনাই সপোনত দেখিলে, ব্ৰাহ্মণৰ সুন্দৰ ল'ৰাটিয়ে কৈছে," তুমি শুই আছা

আৰু বৰযুণত তিতি মোৰ দেহা পৰেছে।" তেতিয়া গুৰুজনাই সাৰ পাই বহি লৈ ক'লে," ধ্বজা, বাহিৰত কোন আছে চা।" ধ্বজাই মলা লৈ চাই দেখিলে হৰিগুৰুৰ মৰিব লগা অৱস্থা। হৰিগুৰুক তুলি স্নান কৰাই কাপোৰ সলাই দি জুইত সেক দিয়াত তেওঁৰ মাত ওলাল, তেওঁ সুস্থ হ'ল। গুৰুজনাই হৰিগুৰুক ক'লে," সেই তেতিয়াৰে পৰা নগৈ তাত পৰি কি কৰিছিলা?" হৰিগুৰুৱে ক'লে," বাপ, আপুনি নাম বুলি কওঁতে মৰাৰ দৰে হৈ তাতে পৰি আছিলো।" ৰাতিপুৱা গুৰুজনাই তেওঁক ক'লে, "তুমি চৌৰাশী নৰক ভুঞ্জিব লাগিব। নিষিদ্ধ অন্ন খাবলৈ দিয়াত যুধিষ্ঠিৰে নৰক দেখিলে,উৰ্দ্ধ গতি পায়ো নাশ পালে। একাদশী আঁউসীত অনাচাৰ, ব্যভিচাৰ, মিছা বেশ্যা কলিত চলিব। গুৰুজনাই আকৌ কূৰ্ম পুৰাণৰ আৰ্হি কৈছে- "ভক্তই কৃষ্ণত অৰ্পণ নকৰি খালে কুকুৰ খোৱাৰ সদৃশ আৰু ভক্তলৈ হাত দাঙিলে দেহাৰ ওজনতকৈ দুগুণ টকা দি ক্ষমা বিচাৰিব,ভক্তই সন্তোষ হ'লে বা হ'লো বুলি ক'লে নিজে আৰু উপৰি পুৰুষো ৰক্ষা পায়; অভকতৰ ধন ইহ জন্মত দুখ আৰু পৰজন্মত সংসাৰ। ভক্তৰ ধনে মোক্ষ সাধে। আৰু সংসাৰত ভ্ৰমিলে বানৰ, বগলী, বায়স, উট,গাধ, শূকৰ, কীট,পতঙ্গ এই সকলো জন্ম পায়।" এই সকলো আৰ্হি গুৰুজনাই যুগুত কৰি ক'লে। কোনোৱে ক'য় সেই গাখীৰ ভাত গুৰুজনে আতৈক খাবলৈ দিছে আৰু কোনোৱে নিদিয়া বুলি ক'য়। গুৰুজনাই হৰিগুৰুক ক'লে," মই চৌৰাশী নৰক কৈ যাওঁ আৰু তুমি মাটিত বাগৰি যোৱা,বাসনাটি খণ্ডক।" হৰিগুৰুৱে সেইমতে বাগৰি স্নান কৰি দণ্ড সাৰিলে। গুৰুজনাই ক'লে," আগলৈ এনে কথা নক'বা আৰু।"

**১-১৪-৮** হৰিগুৰু মনিয়ৰিত[১] থাকে। তাৰ পৰা অহা যোৱা কৰি তেওঁ গুৰুজনাৰ ওচৰলৈ গৈ নাম গায়, হৰি কথা শুনে। এদিন বেলা চুটি হ'ল, তেওঁ পথাৰৰ গজা ধানৰ ওপৰেৰে বাট পোনাই বেগ দিছে। পথাৰখনৰ গৃহস্থৰ ল'ৰাটোৱে তাকে দেখি ক'লে," হেৰা, কণা নেকি ,ধানৰ ওপৰেদি যে যোৱা?" আতৈয়ে কথাটি মন নকৰি গুচি গৈছে। ইফালে ল'ৰাটোৱে অন্ধ হৈ তাতে ৰৈ আছে। ল'ৰাটোৰ মাক বাপেকে ৰাতিটো বিচাৰি তাক তাতে পাই ঘৰলৈ নি কথাটি সুধিলে। ল'ৰাটোৱে ক'লে,"এজন মানুহে ধানৰ ওপৰেৰে গৈছিল, তেওঁক

(১) মনিয়ৰি ঃ মানেৰী।

কণা বোলতে মই অন্ধ হৈ ৰ'লো।" মাক-বাপেকে কথাটি বুজি ভাৰে ভেটী লৈ আতৈৰ ওচৰলৈ গৈ আতৈৰ ভৰিত পৰি স্তুতি কৰিব ধৰিলে। আতৈয়ে ক'লে, "মই তেনেকৈ কোৱা শুনা নাই আৰু শুনিছিলো যদিও তাতে লাগি থকা নাই। আৰু যদি ঈশ্বৰে তাতে দোষ ধৰিছে, ব'লাহঁক গুৰুজনাৰ ওচৰলৈ যাওঁ।" আতাৰ সৈতে তেওঁলেকে ভাৰ ভেটী লৈ গৈ গুৰুজনাৰ আগত নানান ভাৱে স্তুতি কৰিব ধৰিলে। গুৰুজনাই দুৰ্বাসাৰ আৰ্হি কৈ আতৈক মাতি সন্তোষ কৰালে। আতৈ সন্তোষিত হ'ল আৰু তেতিয়া ল'ৰাটোৱে চকুৰে দেখা পালে।

**১-১৪-৯** এদিন মাধৱদেৱে গৈছে গণককুছিৰ পৰা পাটবাউসীলৈ। বাটত এজন গণকে তেওঁক আগচি ধৰিলে। গণকে মাধৱদেৱক সুধিলে," তুমি ক'লৈ যোৱা?" মাধৱদেৱে ক'লে, "মই শ্ৰীশঙ্কৰদেৱৰ ঠাইলৈ যাওঁ।" গণকে ক'লে, "তোমাৰ গুৰু কোন?" মাধৱদেৱে ক'লে, "মোৰ গুৰু তেৱেঁই।" গণকে সুধিলে, "তেওঁৰ গুৰু একা?" মাধৱদেৱে ক'লে, "এই কথা তেওঁক সুধিবা, মই সুধিলেহে ক'ব পাৰো; মই সোধা নাই।" মাধৱদেৱে গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই মাধৱদেৱক সুধিলে," মাধৱ, আজি দেখোঁ পলম হ'ল।" মাধৱদেৱে ক'লে," বাপ, এজন গণকে বাটত আগচি ধৰি খাটবান্ধকৈ নেৰে, সেই কাৰণে।" গুৰুজনাই সুধিলে," কিয়বা?" মাধৱদেৱে ক'লে," তেওঁ সুধিছে মোৰ গুৰু কোন? আৰু মই ক'লো মোৰ গুৰু আপুনি। তেওঁ পুনৰ সুধিলে, আপোনাৰ গুৰু কোন বুলি? মই তেওঁক ক'লো, "তুমি তেওঁক সুধিবা, এই কথাটো মই গম নাপাওঁ।" গুৰুজনে মাধৱদেৱক ক'লে," এনেকৈ নক'লা কিয়, " কৃষ্ণদেৱে কৈছে," মোৰ গুৰু ভকতহে স্বৰূপ স্বভাৱ, যেন বায়ু আকাশত নাই ভিন্ন ভাব।" গুৰুজনাই পুনৰ ক'লে," আৰু ময়ো ভবিছো, সৰ্বস্বত্ত্ব ভকতক মই গুৰু মানো, ভকত গুৰুৰ ওপৰত আনক নামানো।" মাধৱদেৱে ক'লে," বাপ, মই তেনেকৈ ক'ম কি সাহেৰে?"

**১-১৪-১০** এদিনাখন ব্ৰাহ্মণসকলে শ্ৰীশঙ্কৰদেৱ গুৰুজনাত গীতাৰ অৰ্থ সুধিবলৈ আলচ কৰি আহিছে। ধনুখন্দা বিলত চন্দৰী আয়ে গুৰুজনাৰ কাপোৰ ধুই আছিল। ব্ৰাহ্মণসকলৰ কথা শুনি চন্দৰী আয়ে সংস্কৃতৰ শ্লোক মাতিলে; তাৰ অৰ্থ-"ভগৱন্ত ভক্তি যুক্ত পুৰুষৰ আত্মবোধ মাধৱৰ প্ৰসাদে মিলয়,

কৃষ্ণৰ কৃপাত তেৱে গুচয় সংসাৰ ভয়, এহিমানে গীতাৰ নিৰ্ণয়।" ইয়াকে শুনি ব্ৰাহ্মণসকলে তধা লাগিল। তেওঁলোকে পৰস্পৰে মুখলৈ চোৱা চুই কৰি ক'লে," দাসীয়ে এনে সিদ্ধান্ত কৰিলে, শঙ্কৰৰ ওচৰলৈ গৈ কি সুধিবা, দেখোঁ ওঠৰ অধ্যায়ৰ গীতা এক আষাৰতে ক'লে; শঙ্কৰে আমাক আৰু লঘুহে কৰিব।" এই বুলি তেওঁলোক তাৰে পৰা উভতি গ'ল। সেই সংস্কৃত শ্লোকৰ ভাঙনি মাধৱদেৱে নামঘোষাত দিছে।

**১-১৪-১১** এদিনাখন মাধৱদেৱে আহিব পৰা নাছিল হৰি কথা শুনিবলৈ গা বেয়া লগা হেতু। কৃষ্ণকথা সমৰি মহাপুৰুষ গুৰুজনাই ক'লে," আজি বঢ়াৰপো নহিল।" তেতিয়া তিনিজন ভকতে ক'লে," বাপ, তেওঁ তাতে এখন হৰিকথাৰ মেল বহুৱাইছে, কিয়নো আহিব? ইয়ালৈ তেওঁৰ আৰু অৱহেলাহে হ'ব।" ইযাকে শুনি গুৰুজনাই দুখ কৰি ক'লে," হৰি, হৰি! এইবাৰ জীৱ উদ্ধাৰ হ'ব বুলি ভাবিছিলো, এনে হ'লে ৰ'বহে। ইয়াৰ কথা বিৰূপকৈ তাত ক'ব, তাৰ কথা বিৰূপকৈ ইয়াত ক'ব; এনেকৈ সংসাৰ যাতাযাত কৰি দুখহে হ'ব।" তেতিয়া তিনিওজন ভকতে গুৰুজনাৰ চৰণত দণ্ডৱতে পৰি ক'লে," বাপ, তৰ্কিব নোৱাৰিহে ক'লো, এতিয়া আমাৰ কি গতি হ'ব?" গুৰুজনাই ক'লে," বঢ়াৰপোত দণ্ডৱতে পৰাগৈ, তেওঁ ৰাখিলেহে ৰক্ষা পাবা। তেতিয়া তিনিওজন ভকতে মাধৱদেৱৰ চৰণত দণ্ডৱতে পৰি সকলো ক'লে। মাধৱদেৱে ক'লে," বৰ এলাহ আৰু গৰ্বভাব হৈছিল মোৰ, তোমালোকে মোক জ্ঞান বোধ দিলা, অন্ধক চকু দান দিয়া দি। তোমালোকে পুনৰ গৈ গুৰুজনাৰ চৰণত পৰাগৈ, তেওঁ ক্ষেমিব।" তেওঁলোকে আহি পুনৰ শ্ৰীশঙ্কৰদেৱ গুৰুজনাৰ চৰণত পৰিল। গুৰুজনাই ক'লে," হেৰা, আনৰ চাহীটো দেখি কাঢ়িব যোৱা; নিজৰ বাটত হাতীটো নেদেখি উজুটি খোৱা। উত্তমে অলপ গুণকে বিস্তাৰ কৰে, মধ্যমে দোষ গুণ ধৰে আৰু অধমে দোষ কল্পনা কৰে। পৰা ঠাইতে খোপনি ধৰি নুঠিলে উপায় কি? এতেকে মাধৱৰ ওচৰলৈ পুনৰ যোৱাগৈ আৰু লুকাই থাকি মাধৱে গা ধোৱা সময়ত আগত দণ্ডৱতে পৰি ভৰিত ধৰি ক্ষমিলো নোবোলো মানে কাতৰ স্তুতি প্ৰাৰ্থনা কৰি নেৰিবা।" ভক্তসকলে সেইমতে থাকি মাধৱদেৱৰ ভৰিত ধৰি অনেক কাৰ্পুণ্য কৰি নেৰাত মাধৱদেৱে ক'লে," এৰা, তোমালোকৰ দোষ

ক্ষমিলো।" মাধৱদেৱে ভকতসকলৰ লগত গুৰুজনাৰ ওচৰলৈ আহি ক'লে," বাপ, এওঁলোকে আজি মোক এনে কৰিলে। মই দেখো জড়, আপুনিহে চৈতন্য আত্মা; আপুনি ক্ষমিলে দেখোঁ হয়।" গুৰুজনে ক'লে," মোৰ আৰু তোমাৰ পৰা যিজনে ধৰ্ম ধৰিব তেওঁ মোক দেখিলেই তোমাক দেখিব আৰু তোমাক দেখিলে মোক দেখিব। ইয়াত দিলে তাত তুমি পাবা আৰু তাত দিলে মই পাম। বড়াৰপো আৰু মোক যিজনে ভেদ কৰিব তেওঁ আমাৰ মাজত কৰত চলাইহে আমাক ভেদ কৰিব। গীতাত কৃষ্ণই অৰ্জ্জুনক কৈছে আৰু ময়ো কৈছো— বড়াৰপো আৰু মোক যিজনে ভেদ কৰিব তেওঁ মোৰ শৰীৰত অস্ত্ৰাঘাত কৰিব।"

**১-১৪-১২ :**ৰঘুপতি নামেৰে ধোবা এজনে গুৰুজনাৰ আৰু ভকতসকলৰ কাপোৰ ধোৱে আৰু হৰিগৃহত নামো গায়। তেওঁ ঘৰত পুত্ৰ ভাৰ্য্যাৰ লগত থাকে। ভকতৰ হাটীৰ মূৰত এটি বাহা আছিল, কেতিয়াবা তেওঁ তাতো থাকে। আয়ুস অনুসৰি অন্তিম কালত পূৰ্বৰ পাপে লাগ লোৱাত দুৱাৰ মৰা অৱস্থাত তেওঁ বাহাৰ ভিতৰতে ঢুকাল। পুত্ৰ-ভাৰ্য্যাই কয় তেওঁ বাহাত আছে আৰু ভকতসকলে কয় ৰঘুপতি ঘৰত আছে। এনেকৈ শৱ তিনি দিন বাহী হ'ল। পাচত ভকতে বিচাৰ-খোঁচৰ কৰি দেখিলে ৰঘুপতি বাহাৰ ভিতৰত শয্যাতে মৰি আছে। তেতিয়া মহাপুৰুষ গুৰুৱে সেৱা ভক্তিৰ অপবাদ গুচাই নামৰ মহিমা বঢ়াই পাবলৈ বুলি গৈ ৰঘুপতি ধোবাক ক'লে, "হেৰা ৰঘুপতি, আমাক নেমাতি যোৱাইনে?" তেতিয়া ৰঘুপতিয়ে চকু মেলি সকলোৰে ফালে চাই ৰাম বুলি পুনৰ চকু মুদিলে। ৰঘুপতি তিনি জন্মত ভক্তি শূন্য আছিল, ইজন্মত শুদ্ধ হ'ল।[২] গুৰুজনাৰ নামৰ মহিমা দেখি শুনি সকলোৱে আশ্চৰ্য্য- অদ্ভুত মানি ক'লে,"তিনি দিনৰ মৰাও জীয়ে!"

**১-১৪-১৩:** এদিনাখন কমললোচন ঠাকুৰে আমৰ গছত উঠিছে পাটৰ হালধীয়া চুৰিয়া পিন্ধি। পূবৰ ফালৰ পৰা সূৰ্য্যও উঠি আহিছিল। মহাপুৰুষ গুৰুজনে ক'লে, "ৰামানন্দৰ মাক চোৱাহি, চোৱাহি দুটা সূৰ্য্য উঠিছে দেখোঁ।" ভকতে চাই ক'লে,"বাপ নহয়, কমললোচন ঠাকুৰ উঠিছে গছৰ আগত।" তেতিয়া মহাপুৰুষ গুৰুৱে পত্নীক ক'লে, "ৰামানন্দৰ মাক, কমললোচনলৈ আশা এৰা।

(২) এনে অৰ্থত কোৱা হৈছে যে ৰঘুপতিয়ে আগৰ তিনিটা মনুষ্য জন্মত ভক্তিৰ পথ পোৱা নাছিল।

এৰা। চিৰকাল পৃথিবীত জীৱ নৰ'য়।" তাৰ দুমাহৰ পাচত কমললোচনৰ বসন্ত ওলাল। কমললোচনৰ কমলিধৰা দামোদৰ আতৈৰো বসন্ত ওলাল। দামোদৰ আতৈক ভকতে শুশ্রূষা, চোৱা চিতা কৰিছে। দামোদৰ আতৈয়ে কয়," মই সুস্থ হৈ আছো; গুৰুৰ পুত্ৰকহে চাব, শুশ্রূষা কৰিব লাগে। কালিলৈ ডেৰ পৰ বেলাত গুৰু পুত্ৰ যাব আৰু ময়ো যাব লাগিব।" পিচদিনাখন সেই একে কথা মতে দুয়োজন ঢুকাল। কমললোচন ঢুকোঁৱাত আই গোসাঁনীয়ে শোক কৰিছিল; কিন্তু গুৰুজনে আনন্দ মনেৰে আছিল।[৩]

**১-১৪-১৪:** থিৰা মৰলৰ ভাতৃ তিনিজন—মুকুন্দ, মাধৱ আৰু গোপাল। তেওঁলোকে আহি গুৰুজনাক সেৱা কৰিলে। মহাপুৰুষ গুৰুজনাই গোপালক ক'লে," গোপাল, ভকতলৈ আম কিছু পাৰি দিয়া।" গোপালে ক'লে,"বাপ, আম পাৰিব পাৰো, মোক এখন কুঠাৰহে লাগে।" তেতিয়া গুৰুজনাই ক'লে,"অ' মোৰ আগতো এনে কূট কথা কোৱা।" আৰু এবাৰ মূৰ খুৰাওঁতে গোপালে গুৰুজনাক কৈছে,"বাপ, মই ভোটা দাৰে মূৰ খুৰাব পাৰো।" গুৰুজনাই ক'লে,"গোপাল তোক কূট কথাই নেৰক।" গোপালে মৰোঁতেও কূট কথাৰেই মৰিল।" কাপোৰত পোৰা মাটিৰ খোলাৰ টোপোলা বান্ধি সেই টোপোলাটি জোকাৰি জনজনাই শব্দ কৰি পুত্ৰ ভাৰ্য্যাক দেখুৱাই গোপালে কৈছে, "মোৰ দুখৰ সময়ত যিজনে মোক প্ৰতিপাল কৰিব তাকে মই এই টকা দিম।।" পাচত দুই পুত্ৰৰ প্ৰত্যেকজনেই ভাবিলে খাবলৈ পালে সেই টকা তাকে দিব। এই চিন্তা কৰি দুয়ো পুত্ৰই মাছ, গাখীৰ পিতাকক খুৱালেহে খুৱালে। পিতাক মৰিলত টকাৰ টোপোলাটো সিহঁতে বাহিৰ কৰি চাই দেখিলে পাত্ৰৰ খোলা কিছুমান মাত্ৰ।

**১-১৪-১৫ :** মাধৱ কন্দলিৰ পদ্য ৰামায়ণখন তুচ্ছ কৰি ঢাকি গুচাবলৈ অনন্ত কন্দলিয়ে চিন্তা কৰিলে। সপোনত মাধৱ কন্দলিয়ে গুৰুজনাৰ শৰণাপন্ন হৈ তাক ৰাখিবলৈ প্ৰাৰ্থনা কৰিলে। গুৰুজনে মাধৱদেৱক ক'লে," মাধৱ, তোমাৰ

---

(৩) ৰামচৰণ ঠাকুৰদেৱ ৰচিত চৰিত পুথিত কথাটো এনেকৈ আছে— সেই দৃশ্য দেখি গুৰুজনে ভকতসকলক কৈছে," অপেক্ষা নকৰি কমললোচনে প্ৰকাশ কৰিলে, সেয়া উচিত নহ'ল; কমললোচন আৰু বাচি নাথাকিব, এই কথা তাৰ মাকক নকবা।"

মিত্ৰৰ শাস্ত্ৰখন অনন্ত কন্দলিয়ে গুচাব খুজিছে, এতেকে তুমি আগত ধৰা আৰু মই গুৰিত ধৰো।" তেতিয়া মাধৱদেৱে ৰামায়ণৰ আদি কাণ্ড আৰু গুৰুজনাই উত্তৰা কাণ্ড ৰচনা কৰিছে। তাঁতৰ গাৰিৰ কাপোৰৰ দৰে ৰামায়ণৰ আগ গুৰিৰ সৈতে সকলো সমান হ'ল আৰু অধ্যায়ৰ শেষত নতুনকৈ উপদেশ সংযোগত চাদৰত আঁচু ফুল যেন হ'ল। মাধৱ কন্দলিৰ ৰচনাত উপদেশ নাছিল, শুভ শুভহে আছিল; মাধৱদেৱে উপদেশ দিছে।[৪]

**১-১৪-১৬ :** জটিৰামে গঙ্গা, জগন্নাথ ক্ষেত্ৰ আদি ভ্ৰমণ কৰি আহি গণককুছিত আছিল। ঠাকুৰ আতাই জটিৰামক পাই আনি জঁট-দাৰি খুৰাই কঁথা-খন্তা পেলাই মহাপুৰুষ গুৰুজনাক গুৰু বোলাইছে। গুৰুজনাই জটিৰামক জটিয়াৰাম আতৈ নাম দি ভকতৰ হাটীত বাহা দিছে। আতৈয়ে স্নেহ আৰু বিশ্বাসত জঁটাটো নি জপাত বান্ধি শোৱাপাটিৰ ওপৰত আঁৰি থৈছিল। তাকে দেখি ভকতসকলে গুৰুজনাক ক'লে," বাপ, জটিৰাম আতৈয়ে কটা জঁটাটো নি বান্ধি থৈছে।" গুৰুজনাই আতৈক মাতি আনি ক'লে," তোমাৰ শোৱা পাটিৰ ওপৰত জঁটাটো বান্ধি থৈছা কিয়?" গুৰুজনাই পুনৰ ক'লে," আতৈসকল, জটিয়াৰামৰ বাহিৰৰ জঁটাহে আঁতৰ হ'ল, অন্তৰত জঁটা-জ্বৰ আছে।" আতৈয়ে তাকে শুনি জঁটা দলিয়াই পেলাই তীৰ্থত বিশ্বাস এৰি একান্ত চিত্তেৰে নাম ল'ব ধৰিলে।

**১-১৪-১৭ :** জয়ন্তীৰ মধাই আতৈৰ বসন্ত ওলাল। গুটীবোৰ বাহিৰ নহৈ বহি গ'ল। শৰীৰ দুৰ্বল হৈ তেওঁ চলিব নোৱাৰা হ'ল। গুৰুজনাই কথাটি শুনি মাধৱদেৱক ক'লে," মাধৱ, তোমাৰ মিতাৰ টান নৰীয়াহে, মিতাৰ ওচৰলৈ গৈ সোধাগৈ কেনে পাইছে?" মাধৱদেৱে গৈ আতৈক চাই চিন্তি সুধিলে," আতৈ, মোক গুৰুজনে পঠাইছে, কেনে পাইছা, গাৰ গম গতি কেনেকুৱা?" মধাইয়ে ক'লে," গুৰুজনে মোকেই সোধেনে? তেৱেঁই জানে দেখোঁ অন্তৰ্য্যামীৰূপে,

(৪) মাধৱ কন্দলিয়ে সংস্কৃত ৰামায়ণখন অসমীয়ালৈ অনুবাদ কৰিছিল। এইখনেই উত্তৰ ভাৰতীয় আঞ্চলিক ভাষাত ৰচিত প্ৰথম ৰামায়ণ। কালক্ৰমত সেই ৰামায়ণখনৰ আদি আৰু উত্তৰা খণ্ড দুটা হেৰায়। অনন্ত কন্দলিয়ে ৰামায়ণখনৰ বাকী খণ্ড কেইটি পাই আদি আৰু উত্তৰা খণ্ড দুটি নিজে ৰচনা কৰি গোটেই ৰামায়ণখন নিজৰ নামত চলাবলৈ মনস্থ কৰিছিল। পাচত গুৰুজনে উত্তৰা আৰু মাধৱদেৱে আদি কাণ্ড ৰচনা কৰি মূলৰ লগত সংযোগ কৰি ৰামায়ণখন মাধৱ কন্দলিৰ নামত প্ৰচলন কৰে। মাধৱ কন্দলি গুৰুজনাৰ পূৰ্বৰ এজন প্ৰখ্যাত কবি। গুৰুজনে তেওঁক অপ্ৰমাদি কবি বুলি উল্লেখ কৰিছে।

মই জড়ই কি ক'ম?" মাধৱদেৱে গুৰুজনাৰ ওচৰলৈ গৈ সেইমতে ক'লে। গুৰুজনাই দুখ কৰি ক'লে," বড়াৰপো, আকৌ গৈ সোধাগৈ।" মাধৱদেৱে পুনৰ গৈ আতৈক সুধিছে গুৰুৰ আজ্ঞা বুলি কৈ," আতৈ কেনে পাইছা, শৰীৰৰ গতি কেনে?" মধাই আতৈয়ে ক'লে," এনে বৈকুণ্ঠ, সাতখন স্বৰ্গ, সাতখন পাতাল, সাততি দ্বীপ,নখন মহাদেশ আৰু অনেক ব্ৰহ্মাণ্ডৰ বালিচাহীটিৰ পৰা হৃতীটিলৈ আৰু অখিল-নিখিল বিশ্বৰ স্থাৱৰ জঙ্গম, কীট-পতঙ্গক আত্মা অন্তৰ্য্যামীৰূপে তেওঁ পালন কৰি প্ৰমাণ পাইছে, মই জড়, ক্ষুদ্ৰ জীৱটিৰহে প্ৰমাণ নাপাই সুধি পঠাইছেনে? তেৱেঁই দেখোঁ জানে, কি ক'মনো মই।" মাধৱদেৱে গৈ গুৰুজনাক সেইমতেই ক'লে। গুৰুজনে শুনি মহা দুখ কৰি আকৌ পঠালে মাধৱক। মাধৱদেৱে এইবাৰ গৈ মধাইৰ গাত হাত ফুৰাই স্নেহ আৰু শ্ৰদ্ধাৰে সুধিছে," মধাই , গুৰুৱে আজ্ঞা কৰিছে।" মধাইয়ে ক'লে," বাপ, মোৰ গুৰুজনাক ক'বগৈ, অমৃতৰ ভাণ্ডাৰৰ ঘ্ৰাণ পাই মুখ খুলি দেখিলো নিৰ্মল; কিন্তু হাত সোমাই মখামখি খাব নোৱাৰিলো, আয়ুস আৰু দৈৱই নাচালে; এনেকৈয়ে মোক বিধিয়ে বঞ্চনা কৰিলে, এই দুখ মোৰ ইজন্মৰ লগতে যাব। এই পঞ্চভূতৰ দেহা পৰিব এতিয়া। উপজিলে মৃত্যু হ'বই, তাত মোৰ দুখ নাই।" আতৈৰ এনে নিবেদন প্ৰাৰ্থনা শুনি দুখ আৰু ভক্তিত নোম শিয়ৰি উঠি চিত্ত দ্ৰবিত হৈ মাধৱদেৱৰ দুধাৰি চকুলো বৈ গ'ল। গুৰুজনাৰ ওচৰলৈ গৈ মাধৱে সেইমতে মধাইৰ খেদ প্ৰাৰ্থনা জনালে। গুৰুজনে সেইসময়ত ভাগৱতৰ দ্বিতীয় স্কন্ধৰ পদ ভাঙনি কৰি আছিল। কথাটি শুনি তেওঁৰ হাতৰ পৰা কলম সৰি পৰিল আৰু চকুৰে দুধাৰি চকুলো বৈ তেওঁ ঢলি পৰিল। আই গোসাঁনীয়ে ক'লে, "বড়াৰপো ধৰা, ধৰা, গোসাঁইয়ে ভকতৰ স্নেহত-শোকত আকুল হ'ল। প্ৰাণ সম পুত্ৰ কমললোচনক কালে নিলে, একোৰে দুখ নকৰিলে তেওঁ। ভকতৰ পদে হৰি আকুল আপুনি, হেনয় কৃষ্ণক এৰে এৱ কোন গুণি।" পাচত মধাই আতৈয়ে অভয় ব্ৰহ্মত স্থিত হৈ নৰ দেহা এৰি বৈকুণ্ঠলৈ গ'ল। দ্বিতীয় স্কন্ধ ভাগৱতৰ ভাঙনি পিচত গুৰুজনে গোসাঁনীৰ ভাতৃৰ দ্বাৰা কৰিছে।

**১-১৪-১৮ :** শ্ৰীশঙ্কৰদেৱৰ সাতহাল গৰু। তাৰে এহাল বৰ ওখ-ডাঙৰ। হলোৱাই গুৰুজনাৰ গৰু খেদি নিছিল আৰু বাটত আনেও গৰু খেদি নিছে। গুৰুজনাৰ সেইহাল গৰু জাকৰ মূল গৰু হিচাপে গৈছে। বিপৰীত ফালৰ

পৰা বামুণসকল আহি আছিল। ডাঙৰ গৰু হাল দেখি বামুণে হালোৱাক সুধিছে,"এই হাল কাৰ গৰু?" হলোৱাই ক'লে," শ্ৰীশঙ্কৰদেৱৰ।" তেতিয়া বামুণে পৰস্পৰে কোৱামেলা কৰিছে," চোৱাচোন গৰু হালৰে কাষ চাপিব নোৱাৰে আন গৰুৱে; আমিনো তেওঁক বাদ কৰি কেনেকৈ জিকিম, তেওঁক কেনেকৈ হৰাম?" এনেকৈ কোৱামেলা কৰি তেওঁলোক উলটি গুচি গ'ল।

**১-১৪-১৯ :** আৰু চ'ৰা ঘৰৰ কাষতে আম পুলি এটি গজি ডাঙৰ হৈছিল। তাৰ ডাল এটি এনেকৈ বাঢ়িলে যে গুৰুজন চ'ৰা ঘৰত সোমাওঁতে তেৰাৰ গাত লগা হ'ল। এদিন গুৰুজনে মনতে ভাবিছে "ডালটো কাটিব লাগিছিল, বৰ জঁট লগাইছে ই।" আবেলি মাধৱদেৱে আহি অকস্মাৎ দেখিলে আমৰ ডালটোৱে বৰ জঁট লগাইছে গুৰুজনাক। দা এখন খুজি ডালটো কাটি গুচাই তেওঁ ঘৰলৈ গ'ল। পিচদিনাখন গৈ গুৰুজনে দেখি সুধিলে, "আমৰ ডালটো কাটিলে কোনে?" ধ্বজা আতৈয়ে ক'লে,"বাপ, কালি দেখোঁ মাধৱে আহি কাটি গ'ল।" গুৰুজনে ক'লে," মোৰ বঢ়াৰপোৱে মোৰ আত্মা মনক বুজি কাটিলে। সেই সময়ত গুৰুজনে কীৰ্ত্তন ৰচনা কৰি আছিল। তেতিয়া তেওঁ ঘোষাত দিছে-

স্বামী মোক পাৰ কৰা কৰুণা সিন্ধু, সংসাৰ সাগৰে।
মোৰ আন গতি নাই মাধৱ বান্ধৱ তোমাত পৰে।।

**১-১৪-২০ :** এদিনাখন বামুণসকলে আহি গণককুছিত মাধৱদেৱৰ গৃহত সোমাল। তেওঁলোকে আলোচনা কৰি আহিছে," শঙ্কৰে যি কয় মাধৱেও তাকে কয়।" তেওঁলোকক দেখি মাধৱদেৱে ক'লে,"বিপ্ৰসকল, আহিলা দেখোঁ, কিয়বা?" তেওঁলোকে ক'লে, "তোমাক এটি কথা সুধিবলৈ আহিছো।" মাধৱদেৱে সুধিলে,"কি কথা?" তেওঁলোকে ক'লে," সকলোতকৈ উত্তম কুলীন কোন?" মাধৱদেৱে ক'লে, "সকলোতকৈ উত্তম কুলীন মেকুৰী আৰু মাখি। চোৱা মেকুৰীয়ে স্পৰ্শ নকৰা কি আছে আৰু মাখিয়ে স্পৰ্শ নকৰা কি আছে? বেদ আৰু স্মৃতি শাস্ত্ৰ চাই ঋষিসকলে সিহঁতৰ প্ৰায়শ্চিত্তৰ বিধান নকৰিলে; গমন আৰু বচনতে সিহঁতৰ শুদ্ধি। ভাগৱতে কৈছে—হৰি নাম লৈ তৰে মহা মহা অন্ত্যজাতি, যিটো নাম নলয় সি হীনতো হীন অতি। আৰু মোৰ গুৰুজনে কীৰ্ত্তনত দিছে —

সেহি কুলীন বেদক বুজয়,
যাহাৰ মুখে হৰিনাম সিজয়।

কৃষ্ণৰ কথাত যিটো ৰসিক,
ব্ৰাহ্মণ্য জন্ম তাৰ লাগে কি?

প্ৰহ্লাদে কৈছে— যিটো চাণ্ডালৰ কায় বাক্য মনে সদায় সুমৰৈ হৰি, আছে বাহুব্ৰত যিটো ব্ৰাহ্মণৰ , সি সি শ্ৰেষ্ঠ তাত কৰি। ব্ৰাহ্মণসকলে আলোচনা কৰিলে,"আমাকে উত্তম কুলীন ক'ব বুলি সুধিছিলো, ভাগৱত, পুৰাণ, বেদ, শ্ৰুতিৰে প্ৰমাণ দেখুৱালত শুচি হ'লগৈ তুচ্ছ হৈ।"

**১-১৪-২১** :গুৰুজনাৰ মাটি আৰু বগা যৱনৰ মাটিৰ এক সীমা। যৱনৰ হালুৱাই সীমাৰ মাটি কাটি গুৰুজনাৰ মাটি ঠেক কৰি নিয়ে। বনুৱাই সেই কথা গুৰুজনাক কয়। গুৰুজনাই কয়,"হেৰা, তাক বলে নোৱাৰি, সি ৰজাৰ দৰ্জি, ৰজাৰ সি প্ৰিয় খাটনিয়াৰ।" এদিনাখন গুৰুজনাই স্নান কৰি থাকোঁতে যৱনে দেখিলে গুৰুজনাৰ চতুৰ্ভুজ মূৰ্ত্তি। তাতেই সি গুৰুজনাৰ আগত দণ্ডৱতে পৰি গুৰুজনাক ক'লে,"প্ৰভু, সেই মাটি এৰিলো আৰু, আপোনাক সেৱাটি কৰিলো।"

**১-১৪-২২** : এদিনাখন মাধৱদেৱে শ্ৰীৰাম আতাৰে সৈতে কথা শ্ৰৱণ কীৰ্ত্তন কৰি গৈ আছিল। ৰঙ্গিয়া জানৰ পাৰত দুজন খৰিকটীয়াই খৰি ভাৰ থৈ জিৰাইছিল। মাধৱদেৱে সুধিলত সিহঁতে ক'লে, "আমি খৰি বেচি খাওঁ।" মাধৱদেৱে ক'লে," হেৰা, জগৎ গুৰুৰ ঘৰত খৰি দিবা, তহঁতৰ দেহা আৰু জীৱটিও জীৱ।" সিহঁতে গুৰুজনাক খৰি নিদিলে আৰু খৰি আনত বেচি তিনি পষেক সিহঁতে খাই লৈ আছিল। পাচত নানা অথন্তৰ লাগি লেটেকু জানত আত্মজাহ দি মৰি সিহঁত অজ ভূত হ'ল। ভূত হৈ সিহঁতে লোকক ধৰি মাৰে আৰু লোকৰ সান্দহ-দৈ আদি কাঢ়ি খায়। এনেকৈ সিহঁতে অত্যাচাৰ কৰি আছে। লোকে কথাটি গুৰুজনাক কোৱাত গুৰুজনে শ্ৰীৰাম আতাক পঠালে। শ্ৰীৰাম আতাই গৈ ৰাম ৰাম বুলি কোৱাত ভূত পলাল। পাচত সেই ভূতে ধৰিলে লোকে ৰাম বুলি শ্ৰীৰাম আতাৰ কথা ক'লে ভূত পলায়। ভূত তাৰ পৰা পাচত ক'ৰবালৈ গ'ল।

**১-১৪-২৩** : এদিনাখন ঠাকুৰ আতা প্ৰমুখ্যে আতাসকলে গুৰুজনাক ক'লে, "বাপ, আপোনাৰ গৃহত যিসকল লোকে সেৱাৰ কৰ্ম কৰিছে, তেওঁলোক মহা ভাগ্যৱান জীৱ।" তেতিয়া গুৰুজনাই বনুৱা ধ্বজাক মাতিলে। ধ্বজাই গুৰুজনাৰ ওচৰলৈ আহি ক'লে, "কি হৈছে কোৱা।" গুৰুজনাই ধ্বজাক

ক'লে,"এবাৰ ৰাম বোলাচোন।" ধ্বজাই ক'লে," কি হৈছে তাকে কোৱা।" গুৰুজনাই ক'লে," একো হোৱা নাই, মাত্ৰ এবাৰ ৰাম বোলা।" ধ্বজাই ক'লে, "অত কি কূট কথা কৈ থাকা, কিয় মাতিছা নোকোৱা কিয়?" তেতিয়া গুৰুজনাই ক'লে,"সেই কল গছৰ পাতখন কাটি আনা।" ধ্বজাই ক'লে,"এৰা, এনেকৈহে ক'ব লাগে।" ধ্বজাই কলপাতখন কাটি আনিলে। গুৰুজনাই ধ্বজাক ক'লে,"তামোলৰ বাৰীখন চফা কৰাগৈ।" ধ্বজা গ'ল। গুৰুজনাই আতাসকলক ক'লে,"দেখিলা ভাগ্যৱন্তৰ ভাও।"

**১-১৪-২৪ :** পাচত ধ্বজাই চন্দৰী আইৰ সৈতে ক্ষণিক লাগি আৰু ভকতৰ অ'ৰ বস্তু ত'ত থ'য় দেখি গুৰুজনে খং কৰে দেখি বিৰকতি লাগি ভটীয়াই গুচি গ'লগৈ আৰু গৈ কটক নগৰত ৰ'ল। সেই দেশৰ ৰজাই একলহ সুগন্ধি তেল ধ্বজাৰ হাতত দি পঠালে জগন্নাথলৈ। ধ্বজাই তেল লৈ কিছু দূৰ গৈ বিৰিণা গছৰ মূৰাত জগন্নাথ ল'বা বুলি তেলখিনি বাকি থৈ গুচি আহিল। তাকে কটোৱালে দেখি ৰজাক গোচৰ দিলে। ৰজাই ধ্বজাক ধৰি আনি নানা তৰ্জন গৰ্জন কৰি বান্ধা কৰি ৰখিলে। নিশা সপোনত জগন্নাথে ৰজাক দেখা দি ক'লে, "চোৰা, মোৰ মাথা বুৰি গৈছে। ধ্বজাক বান্ধা ৰাখিছা কিয়?" এদিনাখন ধ্বজাই জগন্নাথৰ কান্ধত আৰু ফুলৰ মালাত ভৰি দি উঠি প্ৰভুৰ কিৰীটি লগাওঁতে বৰ পাণ্ডাই দেখি দোষ ধৰি ধ্বজাক বৰকৈ কোৱালে। ধ্বজা তাৰ পৰা গ'ল। এদিনাখন শিলা বৃষ্টি আহি গছ গছনি ভাঙি সকলো ঘৰ-বাৰী চূৰ্ণ কৰি নিছিলে আৰু ধ্বজাই সিদিনা জগন্নাথক সাৱটি সেই শৰীৰতে জগন্নাথত লীন গ'ল।

**১-১৪-২৫ :** গদা আৰু গকুলা দুজন ভাই ককাই গুৰুজনাৰ বনুৱা। সিহঁত বুদ্ধিত চোকা। পূৰ্বৰ নিজ কুলৰ জানি গুৰুজনাই সিহঁতক পৰমাৰ্থ বস্তু দিছে। সিহঁত কথা প্ৰীতি সুখত দৃঢ় জানি গুৰুজনাই সিহঁতৰ দ্বাৰা অধিক বন-বাৰী নকৰায় আৰু ভকতৰ ভাগটিও আনি সিহঁতক দিয়ায়। ইয়াকে দেখি ভকতসকলে অসূয়া কৰি কয়," সিহঁতৰ নাম গুণ নাই, বছৰত এবাৰো গোসাঁই ঘৰত নবহে; কিন্তু আমাৰ মুখৰ ভাগটিও নি গুৰুজনাই সিহঁতক দিয়ে। সিহঁতৰ আন কাম নাই; মাছ-খৰি, শাক- পাত, কচু-ঢেঁকীয়া, ঔ তেঙা, বেতৰ গাজ য'তে দেখে, শুনে, বা খবৰ পায় তাকে দুয়ো আলোচি নিশা গৈ আনি গুৰুজনাক

দিয়ে। তাৰে গুৰুজনাই ভকতক দিয়ে, নিজেও লয় আৰু সিহঁতকো দিয়ে। গুৰুজনাই মানি লয় সিহঁতে ৰাতিপুৱাই আনি দিয়ে। এনেকৈয়ে সিহঁতে সকলোৰে সেৱা ধৰিছে।" ভকতৰ অসূয়া শুনি গুৰুজনে সিহঁতক ক'লে," হেৰা, গদা-গকুলা, নামকে গাবাইক।" সিহঁতে গুৰুজনাক ক'লে," বাপ, নামত ভকতে আমাক অসূয়া কৰে; কিয়নো তেওঁলোকৰ মাত আমাতকৈ ছটা। আৰু আপোনাকনো মাছ, খৰি, পাত-পছলা, শাক, তেঙা কোনে আনি দিব; আপুনি সেয়া ক'ত পাব? আমি আনি দিওঁ আৰু আপুনি নাম গায়, ভকত সকলেও আমি আনা বস্তুকে খায়; বহি নাম গালেই হয়নে?" কিছুদিন পাচত আয়ুসৰ অন্ত হোৱাত গদা আৰু গোকুলাৰ বৈকুণ্ঠলৈ যাবৰ সময় হ'ল। সিদিনাখন সিহঁতে পুৱাতে উঠি শৌচ শুদ্ধি নিত্যকৰ্ম, স্নান, গুৰুসেৱা কৰি গুৰুজনা,গুৰুপত্নীক সেৱা কৰি গৈ চাৰিও হাটী ফুৰি ভকতৰ দুৱাৰে প্ৰতি সেৱা কৰি ধূলা লৈ গৈ কীৰ্ত্তন ঘৰত নাম গাবলৈ বহিল। সিহঁতক এটা যুগতো কীৰ্ত্তন ঘৰত নেদেখাত দেখি ভকতে আচৰিত হৈ সিহঁতক নানা পৰিহাস কৰিলে, কুকথা ক'লে। নাম, হৰি কথাৰ অৱসানত প্ৰাৰ্থনা কৰি সিহঁতে ভকতৰ পৰা বিদায় মাগিলে। তেতিয়াও ভকতসকলে সিহঁতক অট্টহাস্য কৰিব নেৰিলে। গদা আৰু গকুলাই কীৰ্ত্তন ঘৰৰ পৰা ওলাই আহি চোতালত কঠ এখনত বহি দুয়ো সাৱটা সাৱটিকৈ ৰাম নাম লৈ নৰদেহা এৰি বৈকুণ্ঠলৈ গ'ল। সিহঁত বহা আৰু আলিঙ্গন অৱস্থাতে ৰ'ল। গুৰুজনাই নিজেই একেখন চিতাত সিহঁত দুয়োকো তুলি দাহ সংস্কাৰ কৰিলে। মাহেকৰ অন্তত ফলাহাৰ আৰু সিধা দিলে গুৰুজনে।

**১-১৪-২৬ :** চিলি গাঁওৰ চক্ৰপাণি ভট্টাচাৰ্য দ্বিজ, তেওঁৰ পুত্ৰ ৰাম; ৰামৰ সৰু ভাই বৈকুণ্ঠ আৰু বৈকুণ্ঠৰ পুত্ৰ ভূষণ দ্বিজ। ভূষণ দ্বিজৰ পত্নীৰ ৰাতমাল ৰোগ হ'ল। পত্নীয়ে ঠাকুৰ আতাৰ ঘৰলৈ ৰোগ জৰাবলৈ গৈ আতাৰ ঘৰৰ নীতি সদাচাৰ দেখি আহি স্বামীক ক'লে। ভূষণ দ্বিজে ঠাকুৰ আতাৰ ঘৰলৈ গৈ গুৰুজনাৰ ধৰ্ম ধৰাৰ ইচ্ছা বেকত কৰিলে। আতাই দ্বিজক ক'লে," তুমি যদি কৰ্মকাণ্ড নিশ্চিতকৈ এৰিব পাৰা তেতিয়াহে এই বস্তু লাভ কৰিব পাৰিবা।" দ্বিজে পত্নীৰ লগত আলোচনা কৰি ক'লে," এই তিনি কুৰি ঘৰ যজমান আছে, তেওঁলোকক এৰি কেনেকৈ চলো। তেওঁলোকৰ বাবেহে চলি আছো।" ব্ৰাহ্মণীয়ে ক'লে,

"হেৰা, আন লোকে জী আছে কেনেকৈ?" ব্ৰাহ্মণীয়ে এই কথা পুনৰ ক'লে দ্বিজে টাঙোন লৈ ব্ৰাহ্মণীক খেদা মাৰে। এদিনাখন বিপ্ৰই শ্লোক আঠটা লৈ গৈ ঠাকুৰ আতাক ধৰিলে অৰ্থ কৰি দিবলৈ। আতাই বিপ্ৰক গণককুছিত মাধৱদেৱৰ ওচৰলৈ নিলে। মাধৱদেৱে শ্লোক কেইটি চাই অনেক প্ৰকাৰে চৰ্চা কৰি বিপ্ৰক বৈৰাগ্য-বিৰকত কৰি পেলালে। পাচত বিপ্ৰই পুত্ৰ ভাৰ্য্যা সকলোকে লৈ গৈ ঠাকুৰ আতাক ধৰিলে ধৰ্ম বস্তু দিবলৈ। আতাই তেওঁলোকক মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ গুৰুজনাৰ ওচৰলৈ আনি মহাপুৰুষক গুৰু বোলাইছে। অন্যান্য বিপ্ৰসকলে ভূষণ গুৰুৱে কৰ্মকাণ্ড নকৰা, কৰ্মকাণ্ড নোখোৱা অপৰাধত তেওঁৰ বিৰুদ্ধে মেল মাতিলে। মেলত ভূষণ গুৰুৱে কথাৰে সকলো বিপ্ৰৰে বৈৰাগ্য ভাব জগাই তেওঁলোকক শ্ৰীশঙ্কৰদেৱৰ ওচৰলৈ নিছে আৰু তেওঁলোকেও অসূয়া এৰি গুৰুজনাৰ ভকত হ'ল।

১-১৪-২৭ : ৰতিকান্ত দলৈয়ে যোগ চিন্তা কৰে; আহ্নিক, তৰ্পণ, সন্ধ্যা কৰি উৰ্দ্ধবাহু কৰি সূৰ্য্যক নমস্কাৰ কৰে। মহাপুৰুষ গুৰুজনাই বৰপুত্ৰ ৰামানন্দৰ বিবাহ কৰাই ভক্ত- জ্ঞাতিৰে সৈতে ৰাতিটো পৰকিয়াত থাকি পুৱা তাৰ পৰা আহিছে কমাৰকুছিলৈ। কমাৰকুছিৰ বিলৰ পাৰৰ আহত গছ এজোপাৰ ডাল এটি পানীত হাওলি পৰিছে আৰু তাতে বহি দলৈয়ে চকু মুদি আছিল। দলৈক দেখি গুৰুজনাই ক'লে," ইয়াক অত বুজালো, তথাপি এইবোৰ এৰুৱাব নোৱাৰিলো। ছাতিৰ নালত আঙুলি সোমাল।" পানী ছিটিকি নাঁৱৰীয়াসকলৰ চকু ফিকি গৈছিল। সিহঁতে বঠাৰে আৰু হাতেৰে পানী ছটিয়াই দলৈকো জলাকলা কৰিলে। দলৈয়ে সেয়া কাৰ নাও নাজানি নাওৰ গৰাকীক শাও দিছে বংশ ছেদ হ'বলৈ। পাছত দলৈয়ে সেয়া গুৰুজনাৰ নাও বুলি জানি বৰ দুখ কৰিছে।[৫]

১-১৪-২৮ :এদিনাখন মাধৱদেৱ, ঠাকুৰ আতা, শ্ৰীৰাম আতা, কালিৰাম

---

(৫) শ্ৰীৰামচৰণ ঠাকুৰ ৰচিত চৰিত পুথিত এই কাহিনীৰ বিস্তৃত বিবৰণ আছে। তাৰে কিছু অংশ ইয়াত দিয়া হ'ল। শ্ৰীশঙ্কৰদেৱে দলৈক দেখি মাধৱদেৱক কৈছে-" নিজে দেৱতা হৈয়ো দেৱতাক ভজে, সকামী ভক্তই এনেকৈয়ে দেৱতাক পূজে। যত নৰ-নাৰী সকলক চোৱা, স্বভাৱৰ এনেই ৰহস্য। এনে মতিভ্ৰম কোনোৱে এৰাব নোৱাৰে। দৈব্যবশত: যদি লোকে সাধুৰ সঙ্গ পায়, নিশ্চয়কৈ জানিবা তেতিয়াহে এই স্বভাৱ এৰা যায়।" শ্ৰীশঙ্কৰদেৱে এই কথা মাধৱদেৱক কওঁতে সকলো ভক্তই এই কথা শুনিছিল। এই কথা উল্লেখনীয় যে গুৰুজনাৰ পুত্ৰৰ ফালৰ বংশধৰ তেওঁৰ নাতি চতুৰ্ভুজ ঠাকুৰতে অন্ত হয়।

আতৈ, ৰামদাস আতৈ, নাৰায়ণ আতৈ, গোকুলচান্দ আতৈ এওঁলোক সকলে গণককুছিৰ পৰা গৈছে পাটবাউসীলৈ। আহিন মাহ, পথাৰত ধানৰ থোক মেলিছিল। এজন ভকতে ধানৰ শীহ এডাল ছিঙি আনি ক'লে," ইযাত ধানগুটি একশ মান আছে।" আন এজন ভকতে ক'লে ছয়কুৰি, আকৌ আন এজন ভকতে ক'লে সাত কুৰি আৰু আন এজন ভকতে ক'লে চাৰি কুৰি। এনেকৈ কোৰাকুই কৰি পাটবাউসীত গুৰুজনাৰ ওচৰ পালে। গুৰুজনে ৰত্নাৱলীৰ শৰণ বিৰচন চৰ্চা কৰিব ধৰিছিল। তাকে শুনি সকলো ভকতে শলাগিছে। ঠাকুৰ আতাই গুৰুজনাক ক'লে," বাপ, আমিহে শলাগিছোঁ, সখিয়ে মতা নাই দেখোন।" গুৰুজনাই ক'লে," বঢ়াৰপো, মতাও নাই আৰু শলাগো লোৱা নাই দেখোঁ? কিবা বিষম হৈছেনে? "তেতিয়া মাধৱদেৱে ক'লে," বাপ, তেওঁলোকৰ সেইবোৰ ঘটিছে বাবে শলাগিছে, তথাপি আপুনি সোধক, বাটত কি কোৰাকুইকৈ আহিছে।" গুৰুজনাই ভকতসকলক সুধিলে,"বাটত তোমালোকে কিবা লাগিছিলানে?" তেওঁলোকে ক'লে," বাপ, একো লগা নাই, ৰঙতে ধান এথোকৰ কথাত এনেকৈ কোৰাকুই কৰিছিলো।" গুৰুজনাই ক'লে," অ' ভালেহে বঢ়াৰপোৱে নশলাগে। তোমালোক বিষয় কথাতে একে ভাবৰ নহয়, পৰমাৰ্থ তত্ত্বত কি একে ভাব হ'বা? হৰি নাম লৈওঁ বাহিৰত সাত-পাঁচ প্ৰকাৰৰ সাজ আৰু অন্তৰত তিনি প্ৰকাৰৰ মাৰ্গ। " মনে মুখে এক কৰি সদা লোৱা নাম। তেহে লভিবা পৰমাৰ্থ, দূৰ হোৱে কাম।।" এজনে একশ বা ছয় কুৰি যি বুলিলা, সকলোৱে তাকে নক'লা কিয়? পুনৰ কিয় বাৰে বাৰে ক'বলৈ লাগিলা?" পাছত মাধৱদেৱে গুৰুজনাৰ বাক্য সুঁৱৰি এই ঘোষা সুন্দৰীদিয়াত নাম-ঘোষাত দিছে।

**১-১৪-২৯ :** ঠাকুৰ আতাই শঙ্কৰ-মাধৱ দুজনা গুৰুৰ মাজত কিছু ভেদ ভাব ৰাখিছিল। এদিন আতাই মাধৱদেৱক সুধিলে. "সখি, আপোনাৰ হাতত নিতে নতুন শাস্ত্ৰৰ পাত দেখো, গুৰুজনাই শাস্ত্ৰ লিখেই কেতিয়া আৰু কেতিয়া আপোনাক নকল কৰিবলৈ আজ্ঞা কৰে?" মাধৱদেৱে ক'লে, "বাৰু সখি, আজি আহিবা, নিশা তোমাক লৈ গৈ দেখুৱাম।" ঠাকুৰ আতা আহি মাধৱদেৱৰ বাহাত ভোজন কৰি দুয়োজন গৈছে গণককুছিৰ পৰা পাটবাউসীলৈ। তেওঁলোক গৈ পাটবাউসী পাই কীৰ্ত্তন ঘৰৰ বাটচ'ৰাৰ পৰাই দেখিছে গুৰুজনাই অষ্ঠভুজ হৈ দুখন হাতেৰে জাগ্ৰ

দিছে, দুখন হাতেৰে ভিকিছে, দুখন হাতেৰে কুট দিছে আৰু দুখন হাতেৰে লিখি গৈছে।[৫] তেওঁ ৰাসৰ নাটৰ পৰম ৰহস্য প্ৰেম খেলাৰ কথা-সুৰ ৰচনা কৰিছিল। গুৰুজনাই কোটি সূৰ্যৰ সমান জ্যোতিময় হৈ প্ৰকাশ পাইছিল। ঠাকুৰ আতা আৰু মাধৱদেৱে তাকে দেখি তাৰ ৰশ্মিয়ে চকুত ছাট মাৰি ধৰাত পিছ হুঁহকি আহি মৌন হৈ-ৰ'ল। শুদ্ধ আত্মাৰ অন্তৰ্য্যামী পুৰুষ শ্ৰীশঙ্কৰদেৱে কথাটি জানি পূৰ্ব্বৱত দুই হাতৰ হৈ মাত লগালে, "ভিতৰলৈ আহাইঁক।" মাধৱদেৱ আৰু আতাই গৈ গুৰুজনাৰ পদ পঙ্কজত সেৱা কৰিলে। তামোল পাণ খুৱাই আৰু মধুৰ বাক্যৰে গুৰুজনাই দুয়োজনকে বিদায় দিছে। কোনোৱে কেৱল ঠাকুৰ আতাইহে অকলে গৈছিল আৰু পিছ হুঁহকি আহি মৌন হৈ ৰৈছিল বুলি কয়। গণককুছিত মাধৱদেৱৰ ঘৰৰ সন্মুখত এটি গোনা ম'হ পৰি আছিল। মাধৱদেৱ আৰু ঠাকুৰ আতা সেইখিনি ঠাই পালে। মাধৱদেৱে ম'হটোৰ ওচৰেৰে পাৰ হৈ আগবাঢ়ি গৈ আতাক ক'লে,"সখি আহা , সংশয় নকৰিবা।" ঠাকুৰ আতাই সেইমতে গৈছে। সেইদিনৰে পৰা আতাই শঙ্কৰদেৱ আৰু মাধৱদেৱক অভেদ ঈশ্বৰ দেখি, মানি ভজনা কৰিছে।

**১-১৪-৩০ :** ঠাকুৰ আতাই নিতে নকঠা চাউল গুৰুজনাক নি দিয়ে। এদিন গুৰুজনাই আতাক নিষেধ কৰি ক'লে," তোমাৰ অন্নেৰে মই চলিব লাগেনে?" আতাই বিমন হৈ গৈ আই গোসাঁনীক কথাটো ক'লে। আই গোসাঁনীয়ে ক'লে," নাৰায়ণ, গোসাঁইৰ কথা মই শিৰত লৈছো, তুমি চাউল আনিবা।" পিছদিনাখন আয়ে গুৰুজনাক পাঁচখন ব্যঞ্জনেৰে ভাত দিছিল। গুৰুজনাই সুধিছে সেয়া কোনে দিয়া বুলি। আয়ে ক'লে," আপুনাৰ বাক্য মই শিৰত লৈ ঠাকুৰ আতাৰ পৰা আনাইছো, অনেক সেৱকক আমি ভোজন দিব লাগে আৰু আতাৰো ভক্তি বাঢ়িব লাগে।" তেতিয়া গুৰুজনাই ক'লে," নাৰায়ণ দাস মোৰ প্ৰাণ; কিন্তু তেওঁৰ পুত্ৰ, ভাৰ্য্যা, নাতি, কন্যা, বোৱাৰী, বান্ধা, গোলাম আদি অনেক মুখে কিবা বেয়াকৈ কৈ অন্ন অশুচি কৰে বুলিহে মানা কৰিছিলো। অনেক পুৰুষে আৰ্জে, কিন্তু এজনৰ কুবাক্যই অগ্নিৰ ফিৰিঙতিয়ে দাহ কৰাদি সকলো দাহ কৰে।" আয়ে পাছত পৰমানন্দক ভোজন কৰাই সন্তোষ মনেৰে পঠাইছে।

**১-১৪-৩১ :** এদিন কেৰোলা বাঢ়েয়ে আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই বাঢ়েক ক'লে,"বাঢ়ে, তুমি হেনো অনাচাৰে চলা, হয়নে?" বাঢ়েয়ে

ক'লে, "বাপ, আপোনাৰ বাক্যই দেখোঁ তেনেকৈ কৈছে—

"লোভ মোহ কাম ক্রোধ বিষয় আক্রোশ।
মোৰ ভকতক নোচোৱে কোনো দোষ।।"

আৰু আছে—

".......দুৰাচাৰ ভক্ত নুহি নষ্ট।"

ইয়াকে শুনি গুৰুজনাই ক'লে, "হেৰা ৰমানন্দৰ মাক, একাদশ শাস্ত্রখন আনা। মই অনেক যত্ন কৰি পদ কৰিছো জীৱ তৰিবৰ বাবেহে, এনে মতে বুজিলে জীৱ দুখতহে পৰিব, ইয়াক কাটি গুচাব লাগে।" ঠাকুৰ আতাই ক'লে, "বাপ নাকাটিব, সেই পদেই মোক ৰাখিছে।" গুৰুজনাই সুধিলে, "কেনেকৈ?" আতাই ক'লে, "বাপ, লোভে ধৰিলে ভাবো, আনৰ অনেক আছে- ঘিউ, মৌ, চেনি, চিৰা, গাখীৰ, ক্ষীৰ, দৈ আৰু আন আন দ্রব্য; সেইবোৰ দেখিম, শুনিম; কিন্তু কিয়নো তাক পাম। নিজৰ লাগিলে তিতা শোকোতাই হ'ল, তাকেই খাই লৈ লোভ সামৰিম। আৰু মোহে ধৰিলে, নিজৰে সোণ, ৰূপ, তাম, তাঁহ, পিতল, কাপোৰ, গৰু, ম'হ চাই সামৰো। কামে ধৰিলে নিজৰ বিবাহিত পত্নীত সাম্ফল কৰা যায়। মনত কামনা হ'লে টকা ধন যি আৰ্জিছো তাকে লৈ থৈ খৰছ কৰি খগুন কৰো। ক্রোধে ধৰিলে নিজৰ ভাৰ্য্যা পুত্ৰ, বান্ধা, গোলামক গালি শাও দি উদ্ধাৰ হওঁ।" সকলো ভকতে আতাক ভাল ভাল বুলি শলাগিলে। ঠাকুৰ আতাই কলে," বাপ, মই কৈছো আৰু সকলোৱে শলাগিছে; কিন্তু সখিয়ে নামাতে আৰু নশলাগে দেখোন?" গুৰুজনাই ক'লে," হয়তো, বঢ়াৰপো, তুমি দেখোঁ মতা নাই।" মাধৱদেৱে ক'লে," বাপ, সখিৰ কথাত শলাগিব নোৱাৰো, তেওঁ কৈছে কিয়নো; তেওঁৰ সকলো আছে আৰু তাতে তেওঁ সাম্ফল কৰিছে; মোৰ কি আছে লাউ লোটাটো আৰু ফটা কানিখন, মই ক'ত সাম্ফল কৰিম?"গুৰুজনাই ক'লে," বঢ়াৰপো তোমাৰনো মত কি?" মাধৱদেৱে ক'লে, "বাপ, বিবেকৰ চাৰিজন বিষয়া আৰু চাৰিটা ৰাগৰ চাৰিজন বিষয়া। পৰমাত্মা হ'ল ৰজা-প্রবৃত্তি, নিবৃত্তি, ধৰ্ম আৰু অধৰ্মৰ। ৰাণী হ'ল ভক্তি। লক্ষ্মী-সৰস্বতী হ'ল মায়া মাতৃ। চাৰি ৰাগৰ চাৰিজন বিষয়াই আলোচনা কৰি বিবেকৰ ৰাজ্য মাৰিব খুজিলে। বিবেকে নিজৰ চাৰিজন বিষয়াৰ সৈতে আলোচনা কৰি ক'লে," হেৰা, সিহঁতৰ চাৰিজন

বিষয়াই যে আলোচনা কৰি আমাৰ ৰাজ্য মাৰিব ওলাইছে, আমাৰনো কি বুলি যুদ্ধলৈ ওলাবা?" বিষয়া কেইজনে ক'লে," মহাৰাজ পাৰিম।" বিবেকে ক'লে, "কোনে কাৰ লগত সম্মুখ সংগ্ৰামত সমৰ্থ হ'বা? লোভে যদি আগবাঢ়ি আহে আমাৰ কোনে পোনতে আগবাঢ়িবাহঁক!" তুষ্টিয়ে ক'লে," মই সন্মুখ হৈ তাক তুষ্টকৈ ৰাখিম।" আৰু মোহে যদি আগবাঢ়ি আহি ধৰেহি, আমাৰ কোনে ধৰিবা?" তেতিয়া সন্তোষে ক'লে," মই পাৰিম, বিৰকতি লগাই তাক শান্ত কৰিম।" আৰু কামে যঁদি আগবাঢ়ি আহে আমাৰ কোনে আগবাঢ়ি যাবা?" ধৈৰ্য্যই ক'লে,"মই তাক ৰাখিম, মোৰ আগত সি কি বস্তু?" বিবেকে আৰু ক'লে," ক্ৰোধ বৰ অখণ্ড বীৰ, এক তিলিকতে সি সকলো ছাৰখাৰ কৰে; তালৈ কোনে আগবাঢ়ি যাবাহঁক?" ক্ষমাই ক'লে," মোৰ আগত সি কি? তাক মই ৰাখিম।" এইমতে জড়- চৈতন্য, প্ৰবৃত্তি-নিবৃত্তি ভেদ জানি নিজতে জ্ঞান লাভ কৰি সেৱকে গুৰু-সেৱা খাণ্ডা ধৰি মন ইন্দ্ৰিয় দমি , বৈৰাগ্য কুঠাৰেৰে মায়াক ছেদন কৰি হৰি গুণ গাই কেৱল শ্ৰৱণ- কীৰ্ত্তনতে পৰমপদ বৈকুণ্ঠ পাবগৈ।" মাধৱদেৱে এনেকৈ ক'লে। তেতিয়া মহাপুৰুষ গুৰুজনাই ক'লে," হেৰা নাৰায়ণ, তোমাৰ আৰু মোৰ বাক্য যেনিবা কচুৰ ঠাৰি আৰু বড়াৰপোৰ বাক্য তীখাৰ খাণ্ডা। কচু তীখাৰ খাণ্ডা হ'ব কেনেকৈ?" এইখিনিতে গুৰুজনে সীমা দি ক'লে," উদাসীন হ'লে মোৰ বড়াৰপোৰ দৰে চিত্ত হৃদয় হ'ব আৰু গৃহাশ্ৰমী হ'লে নাৰায়ণ দাসৰ দৰে হ'ব।" গুৰুজনাই এই বুলি দুয়োজনকে ৰাখিছে।

**১-১৪-৩২ :** এদিনাখন আতৈসকলে গুৰুজনাক সুধিলে ভক্তিৰ আগ-গুৰি। গুৰুজনাই ক'লে," ভক্তি বৃক্ষৰ ছাল বৰ টান, তাক কুঠাৰেৰে ভেদ নকৰিলে কিহেৰে ভেদ কৰিবা? ইয়াৰ ভু ঠাকুৰ আতায়হে পায়।" তেতিয়া হৰিবল্লভ আৰু বলভদ্ৰ আতৈয়ে গৈছে ঠাকুৰ আতাৰ ওচৰলৈ। ঠাকুৰ আতাই তেওঁলোকক ভোজন কৰাই লোণ উপহাৰ দিছে। শুদ্ধ দুসেৰ লোণ গুৰুজনালৈ, এসেৰ মাধৱদেৱলৈ, বলোৰাম আতালৈ তিনি পোৱা আৰু তেওঁলোক দুজনক আধাপোৱা আধাপোৱা লোণ দিছে। দুয়োজন আতৈয়ে আহি গুৰুজনাক লোণ দি ক'লে,"বাপ, ভকতিৰ আগ-গুৰি ঠাকুৰ আতাক সুধিলো; কিন্তু তেওঁ নক'লে। গুৰুজনাই ক'লে, "হেৰা, লোণ কাক কিমানকৈ দিছে?" আতৈয়ে লোণ দিয়াৰ

ক্ৰম ক'লে। গুৰুজনাই ক'লে," হেৰা, নাৰায়ণে তেনেঁয়ে কয়।"

**১-১৪-৩৩ :** এজন ব্ৰাহ্মণে গুৰুজনাৰ ওচৰলৈ অহা-যোৱা কৰি থাকে। এদিন গুৰুজনে ব্ৰাহ্মণক চাউলৰ কলহ এটি দি ক'লে, "দেউ, এই কলহটি নিয়া।" বিপ্ৰই চাউলৰ কলহটি নি গৃহিনীক দি ক'লে, "শঙ্কৰে চাউল মুঠি দিছে, নি আটালত তুলি থোৱা।" এবাৰ একেৰাহে কেবাদিনো বৰষুণ হোৱাত এদিন ব্ৰহ্মণীয়ে বিপ্ৰক ক'লে," শুকান ধান নাই, আজি লঘোনহে।" ব্ৰাহ্মণে ক'লে,"শঙ্কৰে দিয়া চাউলৰ কলহটি নাছেনে?" ব্ৰাহ্মণীয়ে আছে বুলি ক'লে। ব্ৰাহ্মণে ক'লে," কাকো নক'বা, তাৰে পৰাই আজি ভাত ৰান্ধা।" তেওঁলোকে সেই চাউল সিজাই ভোজন কৰিলে। কিছুদিন পাছত আয়ুসৰ অন্তত ব্ৰাহ্মণ ঢুকাল। যমদূতে ব্ৰাহ্মণক যমৰজাৰ আগত হাজিৰ কৰিলে। যমৰজাই চিত্ৰগুপ্তক ক'লে,"চোৱাচোন ব্ৰাহ্মণৰ পাপ-পুণ্য কিমান আছে? চিত্ৰগুপ্তই ক'লে," মহাৰাজ, ইয়াৰ সমান পাপী নাই, সৰ্বশৰীৰ পাপময়।" যমৰজাই ক'লে," সঠিককৈ চোৱাচোন।" পুনৰ চাই চিত্ৰগুপ্তই ক'লে," এই ব্ৰাহ্মণে শঙ্কৰদেৱৰ চাউল একঠা খাইছিলে।" তেতিয়া যমৰজাই ক'লে," ইয়াৰ অধিকাৰী শঙ্কৰদেৱেহে, আমি নহয়। ইয়াক শীঘ্ৰে লৈ যোৱা, দেহাটি দাহ সংস্কাৰ কৰিবলৈ আনিছে।" এনেতে চিতাত জুই দিবলৈ ওলাওঁতেই ব্ৰাহ্মণে উঠি বহিল। তেতিয়া সকলো লোকে বিচুৰ্ত্তি খাই ক'লে," ওৱা! মৰা মানুহেও উঠি বহে।" মানুহবোৰে ব্ৰাহ্মণক ক'লে,"হেৰা, কি দেখিলা, কেনেকৈ জীলা? ব্ৰাহ্মণে ক'লে," ইয়াত মই ক'ব নোৱাৰো, মোক শঙ্কৰৰ ওচৰলৈ নিয়া।" জ্ঞাতি-বংশই ব্ৰাহ্মণক গা পা ধুৱাই লৈ গ'ল গুৰুজনাৰ ওচৰলৈ। ব্ৰাহ্মণক দেখি ঈষৎ হাঁহি মাৰি গুৰুজনাই সুধিলে,"হেৰা বিপ্ৰ, বৰ নৰিয়াত পৰা বুলি শুনিছিলো।" ব্ৰাহ্মণে ক'লে,"বাপ, শৰীৰ পৰিছিলেই, আপোনাৰ চাউল কঠাইহে ঘূৰাই আনিলে।" তেতিয়া গুৰুজনাই ক'লে," তেনেহ'লে তোমাৰ অধিকাৰী মইহে। ব্ৰাহ্মণে ক'লে,"বাপ, আপোনাৰ দুখনি চৰণত বিক্ৰী গ'লো আৰু।" ইয়াৰ পাছত সেই গাঁওত ব্ৰাহ্মণৰ যিমানবোৰ যজমান আছিল সকলোৱে গুৰুজনাৰ তাত শৰণ ল'লে।

**১-১৪-৩৪:**মাধৱদেৱে এদিনাখন কলৰ ঠাৰিৰ এখন কঠ সাজি ভালকৈ ধুই পখালি নি গুৰুজনাক দি ক'লে, "বাপ, ইয়াত বহি হৰি কথা চৰ্চা যাব।"

গুৰুজনাই সুধিলে," ইয়াৰ নাম কি দিছা?" মাধৱদেৱে ক'লে, "বাপ, ইয়াৰ নাম 'কট' দিয়া হৈছে।" গুৰুজনাই ক'লে, "ভাল নাম হৈছে, ইয়াত বহি ভকতে হৰি গুণ শ্ৰৱণ-কীৰ্ত্তন কৰিব আৰু দেহৰ কত শত বাসনা দূৰ কৰিব।" পাছত শ্ৰীৰাম আতাই মাধৱদেৱক কঠ নিৰ্মানৰ আৰ্হি সুধিছে আৰু মাধৱদেৱেও আদিৰে পৰা দেখুৱাই দিছে। তেতিয়াৰে পৰা কঠৰ প্ৰচলন হ'ল।[৬] সকলো ভকতে কঠ সাজি ল'লে। আগতে চালপীৰাৰহে ব্যৱস্থা আছিল।

**১-১৪-৩৫ :** কঠখন পাৰি তাৰ ওপৰত কমলিখন পাৰি শ্ৰীৰাম আতাই গুৰুজনক বহিব দিয়ে। গুৰুজনাই উঠিলে আতাই কঠখন জোকাৰি নি বেৰত আঁৰি থয়। এইদৰে আতাই নিতে গুৰুজনাৰ পৰিচৰ্য্যা সেৱাৰ কাম কৰে। আতাই বহুত দিনৰ কঠ-কমলিৰ ধূলা গোটাই নি গণককুছিৰ হাটীৰ পাছফালে চৰুত তিয়াই লাৰু কৰি ৰ'দত শুকাইছে। আত্মা অন্তৰ্য্যামী মাধৱদেৱ, তেওঁৰ অবিদিত কি আছে? মাধৱদেৱে আতাক সুধিলে," শ্ৰীৰাম, সেয়া কি শুকাইছা? আতাই ক'লে, "বাপ, আজি এবছৰে গুৰুজনাৰ কঠ-কমলিৰ ধূলি গোটাই লৈ শুকাইছো, গুৰুসেৱাৰ সময়ত তিলক ল'বলৈ।" মাধৱদেৱে ক'লে," শ্ৰীৰাম, ভকতৰ সৰ্বস্ব, অমূল্য সম্পদক তুমিহে চিনি পালা, ই জগত উদ্ধাৰৰ বস্তু। এই মহাপ্ৰসাদ মোকো দিবা।" এই বুলি মাধৱদেৱে সেই সময়তেই ঘোষা ৰচনা কৰি গাইছে—

পৰম ঈশ্বৰ কৃষ্ণ তাহাঙ্ক নাপায় লাগ
তপ, জপ, যাগ, যোগ, দানে।
একান্ত ভক্তৰ পদ ৰেণু শুদ্ধ চিত্তে
মাথে অভিষেক নকৰয় মানে।।

**১-১৪-৩৬ :** এদিনাখন শ্ৰীশঙ্কৰ গুৰুজনে কথা প্ৰসঙ্গৰ অন্তত ক'লে,"ভাইসকল নাম নেৰিবা, চাৰি যুগৰ সংযোগ পালেহি— ধন্য কলিযুগ, ধন্য ৰামনাম, ধন্য ভাৰতবৰ্ষ আৰু ধন্য নৰতনু; এইবাৰে সকলো যাব আৰু।" নাৰায়ণ দাস ঠাকুৰ আতাই ক'লে," বাপ হয়, পিছে নামক মূল ধৰি তাৰ আৰ্জ্জিত ফল পুনৰ নামত লগালে শীঘ্ৰে ফল ধৰে।" এই কথাত গুৰুজনাই আতাক খং কৰিলে। আতাই ঘৰলৈ গৈ মনৰ দুখত স্নান-ভেজন নকৰি শোক কৰি বহি আছে।

---

(৬) কট— আদিতে কট নাম আছিল। পাছত মুখ বাগৰি কঠ হ'ল।

আতাৰ ভাৰ্য্যাই দিহা কৰি পাচঁখন ব্যঞ্জন ৰান্ধিছিল। আতাই মুগ, মচুৰ,কলা, মাটিমাহ, চেনি, গাখীৰ,তেল, লোণ, চাউল, শাক আদিৰে ৰন্ধা সমস্ত ব্যঞ্জন নি আই গোসাঁনীক দি তুতি নতি কৰি গুৰুজনাৰ ভোজনত দিয়াইছে আৰু নিজে দুৱাৰৰ আঁৰত চোপ লৈ আছে। গুৰুজনাই ভোজন কালত সেই সামগ্ৰী কাৰ বুলি সুধিছে। আই গোসাঁনীয়ে সকলো বিবৰি কৈছে। তেতিয়া গুৰুজনাই আতাক হাত বাউলি দি মাতি নি স্নান ভোজন কৰাই লৈ বুজাই কৈছে,"তুমি যি কৈছিলা অন্তৰৰ উপলব্ধিত সেয়া শুদ্ধ, তাকে কাকনো কোনে মনাব, কোনেনো তাক কৰিব? নাম কিহবাৰ বিনিময় হ'লেহে সকলোৱে নাম গাব। সভাত ৰহস্য ভেদ কৰিলে লোকে ইটিকো এৰিব আৰু সিটিকো ধৰিব নোৱাৰি ঘৰচিৰিকা চৰাইৰ লেখিয়া হ'ব।[৭] এনেকৈ আগলৈ সভাৰ মাজত ৰহস্য ভেদ নাভাঙিবা।"

**১-১৪-৩৭ :** নাৰায়ণ আতৈৰ জ্যেষ্ঠ ভাতৃ বুঢ়া দলৈয়ে ৰজাৰ লগত থাকে। আতৈয়ে মহাপুৰুষ গুৰুজনাক গুৰু বুলি হাঁহ, ছাগলী, পাৰ ঘৰৰ পৰা গুচালে; তেওঁ ঘৰত নাখায, একো নকৰে আৰু বৈৰাগী হৈ গুৰু ভকতৰ লগত ফুৰে। ইয়াকে শুনি দলৈয়ে খঙতে গৰ্জি উঠি ক'লে," যি ভকতে মোৰ ভাইক এনকৈ বলিয়া কৰিছে তাক মই শেষ কৰিম আৰু ভায়ে কি পাইছে তাৰো জেঙা মাৰিম।" এই বুলি দলৈয়ে ৰজাৰ পৰা বিদায় লৈ ঘৰলৈ আহিল ক্ৰোধ ভাৱে। এনেতে ছকীয়া মাজীয়ে সভা পাতি ভকতসকলক তালৈকে নিমন্ত্ৰণ জনাইছিল। মাধৱদেৱে ভক্তৰ সৈতে সভালৈ ওলাই গুৰুজনাক সেৱা কৰিলে বিদায় প্ৰাৰ্থনা কৰি। গুৰুজনাই ক'লে," মাধৱ, আজি সাৱধানে যাবা।" ভকতসকলৰ লগত মাধৱদেৱে সভা গালে। সভাৰ অন্তত সভাৰ পৰা আহোঁতে দৈৱজ্ঞ আতৈয়ে মাধৱদেৱক আগবঢ়াই থৈছে। সন্ধ্যাবেলা,সেইসময়ত বুঢ়া দলৈয়ে মাধৱদেৱক লগ পালে। মাধৱদেৱ আৰু ভকতসকলক দেখি বুঢ়াদলৈয়ে খঙত যমদগ্নিৰ দৰে হ'ল। দলৈয়ে মাধৱদেৱক ক'লে," তইঁতে কথা শিকাই মোৰ ভাইক বলিয়া কৰিছা, ঘৰ ভাঙিছা।" এই বুলি গালি শপনি পাৰি দলৈয়ে মাধৱদেৱক টাঙোন জোকাৰিছে। মাধৱদেৱে শুনি মৌন হৈ গুৰুজনাক চিন্তা কৰি গৈ আছে। কত

(৭) কথিত আছে যে ঘৰচিৰিকাই হেনো পাতিহাঁহৰ খোজ অনুসৰণ কৰিব বিচাৰিছিল; কিন্তু অনুসৰণ কৰিব নোৱাৰিলে আৰু নিজৰ খোজটিও পাহৰি পিছত জপিয়াই জপিয়াই খোজ কঢ়া হ'ল।

বাৰ বাটত আগচি ধৰি মাধৱদেৱক অহংকাৰ বাক্য ক'লে দলৈয়ে; কিন্তু মাধৱদেৱে গৈ থাকিল। দলৈয়ে দেখিলে, মাধৱদেৱে মুখেৰে নামাতে। তেওঁ ভাবিলে," অত গালি পাৰিলো, তথাপি ৰামকে বোলা নাই; এওঁহে ঈশ্বৰ আৰু মই মহাপাপী।" সন্তৰ সম্পৰ্ক-আশ্ৰয় মাত্ৰকতে পাপ ক্ষীণ হৈ দলৈৰ বাসনা গুচিল, জড়ভৰতৰ দৰ্শনত ৰহুগণ ৰজাৰ বাসনা গুচাদি। তেতিয়া দলৈয়ে মাধৱদেৱৰ আগত দণ্ডৱতে পৰি অনেক কাতৰ কৰি ক'লে," প্ৰভু, আপুনি ঈশ্বৰ আৰু মই মহাপাপী; অত তিৰস্কাৰ কৰিলো, তথাপি ৰাগ নকৰিলে, মুখ নুফুলালে; আন কোন জীৱ এনে হ'ব পাৰে? ভৃগু ঋষিৰ আঘাত বিষ্ণুয়হে সহিলে; কিন্তু আন দেৱতাৰ খঙহে উঠিল। এতেকে জানিলো সেই দৈৱকী পুত্ৰ আপুনি, আপুনি ঈশ্বৰ ভগৱন্ত।" এই বুলি অনেক স্তুতি নতি কৰি দলৈয়ে মাধৱদেৱক নেৰে শৰণ দিবলৈ প্ৰাৰ্থনা কৰি। তেতিয়া মাধৱদেৱ পুৰুষে ক'লে," মহাপুৰুষ গুৰুজন আছে, তালৈকে যাবা।" দলৈ গ'লগৈ। পিছত মাধৱদেৱে ভকতসকলক ক'লে," সহ্য কৰিলে সম্পদ পায় আৰু নকৰিলে পায় আপদ। বলি কটা শাক্ত সি, ঘোৰ কৰ্মকাণ্ডী; কিন্তু মোৰ গুৰুজনাৰ কৃপাত শান্ত হ'ল, সৎ বাসনাৰ হ'ল।" এই বুলি কৈ মাধৱদেৱে ঘোষা মাতিছে—

কৰ্মত বিশ্বাস যাৰ হিয়াত থাকোঁতে হৰি
অতিশয় দূৰ হোন্ত তাৰ।
দূৰতে বিদূৰ হোন্ত তাৰ।।
অহংকাৰ থাকোঁতেও সাক্ষাৎ কৃষ্ণক পায়
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম যাৰ।।

মাধৱদেৱে গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই সুধিলে, "মাধৱ, ৰাতি হ'ল দেখোঁ?" মাধৱদেৱে ক'লে," বাপ, বাটত এই প্ৰমাদে পাইছিল।" পিছদিনাখন গৈ দলৈয়ে মহাপুৰুষক গুৰু বুলি মহাভকত হ'ল।

**১-১৪-৩৮ :** এদিনাখন কৃষ্ণ কথা শুনি সকলো ভকত গ'ল। মাধৱদেৱেও গ'ল। গুৰুজনে বহাৰ পৰা উঠা নাছিল। এনেতে বৰষুণ আনিলে। গুৰুজনে শ্ৰীৰাম আতাক ক'লে," হেৰা, শ্ৰীৰাম যোৱা নাই দেখোঁ?" আতাই ক'লে,"বাপ, আপুনি উঠা নাই কাৰণে ৰৈছো, কঠখন তুলিবলৈ।" গুৰুজনাই

সুধিলে,“ আনদিনাখনো তুমিয়েই কঠ তোলানে?” আতাই ক'লে,“ বাপ, হয়।” গুৰুজনাই ক'লে,“ আকাশ মেঘাচ্ছন্ন, মাধৱ গ'ল; এই সন্ধিয়া তুমি যাব নালাগে, ইয়াতে থাকা।” ভোজন কৰি উঠি আতাই গুৰুজনাৰ কাষতে শুলে। মহাপুৰুষ গুৰুজনাই শ্ৰীৰাম আতাক মাতিছে প্ৰথম প্ৰহৰত,“ হে শ্ৰীৰাম।” আতাই ক'লে,“ হয়, বাপ।” আকৌ দুই প্ৰহৰত গুৰুজনাই মাতিছে,“ হে শ্ৰীৰাম।” আতাই ক'লে,“ হয় বাপ।” গুৰুজনাই ক'লে,“ মই নামহে লৈছো।” তিনি প্ৰহৰত পুনৰ গুৰুজনাই মাতিলে,“ হে শ্ৰীৰাম।” আতাই ক'লে,“ হয় বাপ।” গুৰুজনাই ক'লে,“ মই নামহে লৈছো।” আতাই ক'লে,“ হয় বাপ, মই স্মৰণ কৰিছো।” গুৰুজনাই শেষ প্ৰহৰত মাতিলে আৰু তেতিয়া আতাই ক'লে,“ হয় বাপ।” তেতিয়া গুৰুজনাই দুখভাৱে আতাক সুধিছে,“ হেৰা শ্ৰীৰাম, মই চাৰিও প্ৰহৰত মাতিছো আৰু তুমিও মাতিছা, নিদ্ৰানো তোমাৰ নহয়নে?” আতাই ক'লে,“ বাপ, আগতে দুহাতৰ সিঙ্গিমুৰী কৰ মাৰা গ'ল, কিন্তু পুনৰ পুং দি উঠিছে। আপোনাৰ নিজ দেহৰ পৰা জীৱক বাহিৰ কৰি উলিয়াই প্ৰকৃতি মায়াৰ হাতত দিলে। সত্য যুগত আগম শাস্ত্ৰ কৰি ঢাকিলে, ত্ৰেতাত যজ্ঞ, দান, তীৰ্থ, ব্ৰত, তন্ত্ৰ, মন্ত্ৰ কৰিলে; দ্বাপৰত শ্ৰীৰাম আদি নানা অৱতাৰ লৈ যজ্ঞ হোম, নিজেই কৰিলে। এতিয়া কলি যুগত চাৰিটি বস্তু প্ৰকাশ কৰি চাৰি হাতেৰে আজুৰি চাইছে, তথাপি ভোটা সিঙ্গিমুৰী প্ৰকৃতি মায়া মাধুৰী পাই জীৱই নলয়, নধৰে আৰু ধৰিও চলিব নোৱাৰি দুখময় সংসাৰ, নৰক যাতায়ত কৰে, তাকে দেখি মোৰ টোপনি নাহে বাপ।” মহাপুৰুষ গুৰুৱে শ্ৰীৰাম আতাৰ ভক্তি, দুখ দেখি দুখমনেৰে ক'লে,“ হৰি, হৰি! প্ৰহ্লাদ দেউহে আছিল জীৱন্ত মুকুত আৰু তেওঁহে জানিছিল সংসাৰৰ দুখক। নৃসিংহৰ আগত প্ৰহ্লাদে কৈছে—

ভয়ঙ্কৰ ৰূপ দেখিয়া তোমাৰ
প্ৰভু মোৰ ভয় নাই।
সংসাৰ চক্ৰৰ নিকাৰ শুনন্তে
সদায় ধাতু উৰায়।।

গুৰুজনাই ক'লে, “হেৰা শ্ৰীৰাম, তুমি জীৱন্ত মুকুত, তুমিহে দেখিছা সংসাৰত জীৱৰ দুখক। গৃহ অন্ধকূপৰ আন্ধাৰত তুলিব ওপৰতো টোপনি নাহে।

বিষ্ণুৰ মায়াত পুত্ৰ-ভাৰ্য্যাৰ সৈতে নিহাল দি শুই পৰি আছো, আমি সংসাৰৰ দুখ নেদেখো।" এই বুলি গুৰুজনে সেই ঠাইতে মহা প্ৰেম ভাব আৰু দুখত গীত ৰচিছে —

"ৰাম মেৰি হৃদয় পঙ্কজে ৰৈছে.........।"

**১-১৪-৩৯ :** সেই সময়ত ছয়কুৰি মান ৰাজহাঁহে মাত মাতি মাতি আকাশেৰে উৰি গ'ল। কিছু সময় পাছত গ'ল আৰু ছয় কুৰিমান। সকলোৱে শেষত গৈছে এটাই মাত লগাই। শ্ৰীৰাম আতাই তাৰ উমান ল'বলৈ গুৰুজনাক সুধিছে," বাপ, সিবোৰে গ'ল অথনিয়ে, এইটিয়ে গৈছে এতিয়া; আগৰবোৰে বা ক'ত থাকে, এইটোৱে ক'ত প্ৰমাণ পাব?" গুৰুজনাই ক'লে, "অ' শ্ৰীৰাম, যদি অন্য মনস্ক নহয়, বাটত বতাহ বৰষুণে নাপায় আৰু যদি দিশ নেহেৰুৱায়, দিশ নিৰীক্ষণ কৰি ইটিয়েও পাব আন সকল থকা সৰোবৰ।" শ্ৰীৰাম আতাই সুধি গৈছে আৰু গুৰুজনাই কৈ গৈছে-" মাধৱ আৰু মোৰ লগত অনেক জীৱ যাব, ছয়-সাত কুৰি মান। তুমি, মাধৱ, নাৰায়ণ দাস আৰু মোৰ পুত্ৰ- নাতিৰ পৰা অনেক শাখা বাঢ়ি অনেক জীৱ যাব। তেওঁলোকৰো পুত্ৰ-নাতি যদুবংশৰ অংশ ৰূপে আহি সন্ত ৰূপ ধৰি জীৱ উদ্ধাৰ কৰিব। সাত পুৰুষৰ পাছত দুই এজনেহে তৰিব; তেওঁলোকে অন্য দেৱতা, অন্য মন-বতাহ, পৰস্ত্ৰী- বৃষ্টি, সঙ্গ-মাৰ্গ- দ্ৰোহ, দিশ এইবোৰৰ পৰা সাৰিহে নিস্তাৰিব। এইমতে বৈ যিসকলে ভক্তি কৰিব, তেওঁলোকে মানস সৰোবৰ বৈকুণ্ঠ পাব।"

**১-১৪-৪০ :** আৰু গুৰুজনে দশমৰ কালীয়দমনৰ আখ্যান চৰ্চা কৰোতে ৰামৰাম আতৈয়ে সন্তোষ পাই গুৰুজনাক প্ৰাৰ্থনা কৰিলে জীৱক কৃপা কৰি কালীয়দমন নাট কৰিবলৈ। তেতিয়া স্বৰ্গৰ পৰা গন্ধৰ্ব আহি নিজ পৰিচয় লুকাই গীত-বাদ্য শিকিব ধৰোঁতে গুৰুজনে চিনিব পাৰি সটচন্দ্ৰৰ গীত ৰচি গালে। তেওঁলোকে সেই গীতৰ ভু নাপাই লাজ পাই শঙ্কৰক ঈশ্বৰ মানি গুচি গ'ল।



# পঞ্চদশ অধ্যায়

**১-১৫-১ :** আৰু এদিন প্ৰসঙ্গৰ অন্তত বৃদ্ধ গোপাল আতৈয়ে গৈ গণককুছিত মাধৱদেৱৰ বাহাত সোমাল। মাধৱদেৱে আতৈক ক'লে, "হেৰা গোপাল, আমি দেখোঁ কেতিয়াবাই আহিলো, তুমিনো গুৰুজনাৰ তাত কি কৰি আছিলা?" আতৈয়ে ক'লে, "বাপ, পাছত ৰহস্য কথা ওলাইছিল, তাকে শুনি আছিলো।" মাধৱদেৱে আতৈক সুধিলে, "কিনো ওলাইছিল?" তেতিয়া গোপাল আতৈয়ে সকলোখিনি ক'লে। মাধৱদেৱে তেতিয়া আতৈক ক'লে, "অ', তোমাক গুৰুজনে সীমা ৰাখি কথা কৈছে।" তেতিয়া গোপালে দুখ কৰি কান্দি-কাটি উলটি পাটবাউসীলৈ গৈ গুৰুজনাৰ চৰণত পৰিলে। তেতিয়া গুৰুজনাই ফকৰা মাতিলে, "গাও ভাই গাও, আনে খায় ডাব নাৰিকল; মাধৱে খায় লাও।" গুৰুজনে গোপালক পুনৰ ক'লে, "যোৱা, মাধৱেই সীমা গুচাওক।" গোপাল আতৈয়ে বিহ্বল হৈ পুনৰ মাধৱদেৱৰ ওচৰলৈ গৈ সকলো ক'লে। তেতিয়া মাধৱদেৱে আতৈক গুৰুজনাৰ ওচৰলৈ আনি গুৰুজনাক প্ৰাৰ্থনা কৰি সীমা গুচাই অমৃত পান কৰাইছে।

**১-১৫-২ :** আৰু এদিন শ্ৰীৰাম আতা গণককুছিলৈ যাওঁতে বেলা হ'ল। মাধৱদেৱে সুধিলে," শ্ৰীৰাম দেখোঁ বেলা হ'ল।" আতাই ক'লে, "বাপ, কিছু সময় গুৰুজনাৰ তাত আছিলো; গুৰুজনাই খেদ কৰিছিল।" মাধৱদেৱে সুধিলে,"কি বুলি খেদ কৰিছিল?" আতাই ক'লে, " বাপ এই বুলি খেদ কৰিছিল- -" সিয়ান চৰাইৰ ভাও, লাম্ফ দি আহাৰ খায়, ফান্দত নিদিয়ে পাৱ। নাঁও দিলো ,বঠা দিলো আৰু দিলো ছাবি, বাই বাটি খাব নোৱাৰে কোন কাৰ বৈৰী? মই গীত পদ ভটিমা ৰচিলো, এডালতো যে জীৱক লগাব নোৱাৰিলো, চাৰি আঙুলৰ মানো আঁতৰাব নোৱাৰিলো। ভৰিৰ তলেৰে বৌ যায়, মিছা মাছলৈ বৰশী বায়।" মাধৱদেৱে ক'লে," কালৈনো খেদ কৰিছিল, তোমাক মোক লৈয়ে খেদ কৰিছিল।" শ্ৰীৰাম আতা আৰু মাধৱদেৱে পিছদিনা গুৰুজনাৰ কাষত নিশা ৰৈ

সেই খেদ গুচাইছে।

**১-১৫-৩** : উজনিৰ ধুঁৱাহাটত বাৰ ভূঞাৰ যিসকল লোক ৰৈছিল, তেওঁলোকে গুৰুজনাৰ ওচৰলৈ আহিল আৰু গুৰুজনাক প্ৰাৰ্থনা কৰিলে এজন ভকত দিবলৈ। তেওঁলোকে ক'লে," বাপ, উজনিত যি ধৰ্ম, আচাৰ কৈ অহা হ'ল সেইবোৰ লোপ হৈ আহিছে; তাত এজন ভকত দিলে ধৰ্ম প্ৰচাৰ হ'লহেঁতেন।" তেতিয়া মহাপুৰুষ গুৰুজনে ক'লে," উজনি মহা বাদ- বিবাদৰ ঠাই, তাত ভকত গৈ কেনেকৈ তিষ্ঠিব, ধৰ্ম ক'ব, ৰ'ব? সমুদ্ৰত সেতু বান্ধি ৰামৰ সেনাইঁতে লঙ্কাৰ সুবেলাত থিতাপি ল'লে। ৰাৱণে শুক শাৰণক পাঁচিলে ৰামৰ সেনা গণিবলৈ। শাৰণে প্ৰাচীৰত উঠি চাই ক'লে," এইখন যুদ্ধত কোনে সন্মুখ হ'ব? প্ৰহস্ত আৰু বাস'ইত বাদে কোনে তাত ৰ'ব?" আৰু বঢ়াৰপো অথবা মই হ'লেহে উজনিত তম্ভিব পাৰিম।" কিছু সময় মৌন হৈ ৰৈ গুৰুজনে মাধৱদেৱক ক'লে," বঢ়াৰপো, তুমি যাব পাৰিবানে?" মাধৱদেৱে ক'লে," বাপ, আপোনাৰ বাক্য হ'লে পাৰিম।" গুৰুজনে ক'লে," বাৰু ভাত খাই ওলোৱাগৈ।"[১]

**১-১৫-৪** : গণককুছিত মাধৱদেৱে চাউল সিজাব ওলাইছে। এনেতে মনথৈৰ পৰা ঠাকুৰ আতা আহি গণককুছি পালেহি। আতাক দেখিয়ে মাধৱদেৱে ক'লে," সখি, মই ইয়াৰ পৰা যাব লাগিল।" আতাই ক'লে, "বাপ

---

১। উজনিৰ লোক সকলৰ লগত বংশীগোপালো (ল'ৰা অৱস্থাত) গুৰুজনাৰ ওচৰলৈ আহিছিল। সেই বিষয়ে ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতত এনেকৈ আছে–"উজনিৰ লোকসকলে শঙ্কৰদেৱৰ চৰণত পৰি সজল নয়নেৰে বিদায় মাগিলে। গোপাল নামৰ এজন ব্ৰাহ্মণৰ ল'ৰা মুদৈ সকলৰ লগত উজনিৰ পৰা আহিছিল। তেওঁ শঙ্কৰদেৱৰ ৰূপ গুণত মুগ্ধ হৈ পুনৰ উজনিলৈ নাযাবৰ ইচ্ছা প্ৰকাশ কৰিলে। তাকে শুনি মুদৈসকলে প্ৰাৰ্থনা কৰি গোপালৰ আদি অন্ত কথা গুৰুজনাক ক'লে আৰু ক'লে," হে বাপ, এইজন ব্ৰাহ্মণৰ ল'ৰা, ইয়াক এৰি গ'লে গৃহস্থই ৰজাক গোচৰ দিব আৰু ৰজাই শীঘ্ৰে আমাক ধৰি নি কাটিব, সেইবাবে ইয়াক আমি এৰিব নোৱাৰো।" সেই কথা শুনি গুৰুজনে গোপালক স্নেহ কৰি উপদেশ দি ক'লে," হে গোপাল, মোৰ কথা শুনা, তুমি ইয়াত থাকিব নালাগে, এতিয়া তুমি যোৱা আৰু উপযুক্ত সময়ত ইয়ালৈ আহি ভক্তি ধৰ্ম পালিবা, এই সত্য কথাটি ক'লো।" গুৰুজনৰ কথাত গোপালে সন্তুষ্ট হৈ ৰংমনেৰে মুদৈসকলৰ লগত নিজ ঠাইলৈ গ'ল।

(গুৰু-চৰিত : ৰামচৰণ ঠাকুৰ : ৩৬৭১—৩৬৮৩)

(§) এওঁকে (গোপালক) বংশীগোপাল বোলে। এওঁ সৰুতে হাবিয়ে বননিয়ে বাঁহী বজাই ফুৰিছিল দেখি এই নাম পাইছিল। বংশীগোপাল আৰু হৰিদেৱ সম্বন্ধত মোমাই- ভাগিন আছিল।

(শঙ্কৰ- মাধৱ লক্ষ্মীনাথ)

ক'লৈ?" মাধৱদেৱে ক'লে," উজনিৰ পৰা লোক আহি ভকত খুজিছে আৰু গুৰুজনে তালৈ মোক পাঁচিছে।" আতাই ক'লে," বাৰু বাপ, যাওঁক, ভালহে; উজনি ৰাজ্যত সোণ পাব, পাট কাপোৰ পাব, হাতী দাঁত পাব, ডাব কটাৰী পাব, জাতি মৰিচ পাব আৰু তাকে গুৰুজনালৈ দি পঠাব, গুৰুজনে অকলে ভোজন কৰিবনে, আমাকো দিব।" তেতিয়া মাধৱদেৱে ক'লে," সখি, মই তাৰ কাৰণে যাওঁনে?" আতাই ক'লে," তেন্তে কিয়নো যায়?" মাধৱদেৱে ক'লে," গুৰুবাক্য যে।" আতাই ক'লে," বাপ, তেন্তে পুনৰ গুৰুবাক্য পালে নেযাবনে?" মাধৱদেৱে নেযাওঁ বুলি ক'লে। আতাই ক'লে," তেন্তে আপুনি ক্ষণিক ৰওঁক, মই যাওঁ।"এই বুলি আতাই পাটবাউসীলৈ বেগাই গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনে আতাক ক'লে," অ' নাৰায়ণ, তোমাক সুধিবৰ নহ'ল, বঢ়াৰপোক উজনিলৈ পঠালো, গ'লেই হ'বলা।" আতাই ক'লে," বাপ, উজনি দেশত সোণ পাব, পাট কাপোৰ পাব, ডাব কটাৰী পাব, মৰিচ পাব, হাতী দাঁত পাব,দিলদহীয়া বৰকাপোৰ পাব আৰু সেইবোৰ পাই আপোনালৈ পঠাব, তাকে আমি দাস ভৃতক দিব; আপুনি অকলে ৰাখিবনে?" গুৰুজনে ক'লে," হেৰা নাৰায়ণ, মই তালৈকেহে পঠাইছোনে?" আতাই সুধিলে," কিয়নো পঠাইছে?" গুৰুজনে ক'লে," ধৰ্ম বস্তু তাত লোপ হ'ব ধৰিছে হেনো, সেয়েহে।" আতাই ক'লে," বাপ, সেই ৰাজ্যত ধৰ্ম প্ৰচাৰ হ'ব আৰু এই ৰাজ্যত লোপ হ'ব।" গুৰুজনাই সেয়া কেনেকৈ বুলি সুধিলে। আতাই ক'লে," বাপ, সখিয়ে আপোনাক সোধে আৰু আপুনি সখিৰ মুখলৈ চাই ব্যাখ্যা কৰে আৰু আমি শুনো। এতিয়া সখি গ'লে আপোনাক কোনে সুধিব আৰু কাৰ মুখলৈ চাই আপুনি ক'ব। এতেকে লোপ হ'ব।" গুৰুজনে ক'লে,"অ' নাৰায়ণ, তেনেহ'লে মাধৱক নাপাঁচিলোহেঁতেন।" আতাই সুধিলে,"বাপ, সখিক পালে ৰাখিবনে? গুৰুজনাই ক'লে," পালে ৰাখো আৰু।" গুৰুজনাৰ আগতেই আতাই বাহু দাঙি তাৰ পৰা লৰ মাৰি আহিছে। ইফালে মাধৱদেৱে শ্ৰীৰাম আতাক কৈছে," শ্ৰীৰাম, চাউল ধুই দিয়া।" আতাই চাউল ধুই দিছে আৰু মাধৱদেৱে সেই চাউল উতলা পানীত দিছে। সেই সময়তে ঠাকুৰ আতাই গৈ মাধৱদেৱক সেৱা কৰি ক'লে," বাপ, আপোনাক হৃদয়ত লৈ প্ৰাৰ্থনা কৰি আপোনাক ৰাখিলো।" মাধৱদেৱে তেতিয়া ঘোষা মাতিছে—

ইটো ৰাম নামে আপোনাৰ গুণে
ঈশ্বৰক কৰে বশ্য।
এতেকেহে জানা ইটো ৰাম নাম
শাস্ত্ৰৰ মহা ৰহস্য।।

পাছত মাধৱদেৱ,ঠাকুৰ আতা আৰু শ্ৰীৰাম আতাই ভোজন কৰি উঠি আনন্দ মনেৰে আগ পিছকৈ গৈ শ্ৰীশঙ্কৰদেৱ গুৰুজনাক সেৱা কৰিছে। সেই সময়ত গুৰুজনাই মধ্যম দশমৰ জৰাসন্ধৰ যুদ্ধৰ কীৰ্ত্তন ৰচনা কৰি আছিল। এই কথাৰ আৰ্হি গুৰুজনে ঘোষা, গীত- ৰহস্যত দিছে—

এ হৰি নাৰায়ণ মাধৱ এ গতি।
কৃষ্ণৰ চৰণে মোৰ নাচাৰক মতি।।

তাৰ পাছত গুৰুজনে এটি দৃষ্টান্ত ক'লে—ৰজাৰ এজন খৰিকটীয়াই ছয় মাহ খেৰ কাটি নদীৰ ঘাটৰ কাষৰ এজন গৃহস্থৰ ঘৰত মেজি বান্ধি থৈ গ'ল। পাছত সেই গৃহস্থৰ বালকে জুইৰ ফিৰিঙতি পেলাই ছয়মাহৰ খেৰ নিমিষতে ভস্ম কৰিলে। বঢ়াৰপো আৰু মই আলাপ কৰি বঢ়াৰপোক পাঁচিলো, নাৰায়ণ অগ্নিয়ে পাই একে কোৰেই ছাই কৰিলে সকলো। এই আৰ্হিকে লৈ গুৰুজনে গীত ৰচিলে-

"নাৰায়ণ লীলা জানৱ কোই,
শ্ৰীৰাম, মই হৰি পাপী পামৰা
ভেৰি ভাবনা নাই।
জনম চিন্তামণি কাহে গেওঁ,
যচ কাচকু লাই।।"

১-১৫-৫ : এদিনাখন গুৰুজনাই ক'লে, "মই এটি বস্তু দিওঁ, কোনে ল'বাহঁক!" ৰামৰাম গুৰুৱে ক'লে," বাপ, ময়ে ল'ম।" গুৰুজনাই ক'লে," ল'বাহেঃ কিন্তু নেৰিবা। ধৰা, এই ৰাম নাম পৰম তত্ত্ব ৰহস্য বস্তুটি দিছো, সদা সৰ্বদা নেৰিবা।" ৰামৰাম গুৰুৱে বিছনাখন আধা চাঁচাকৈ সজাই ল'লে ৰাতি টোপনি আহে দেখি। এদিন তেওঁৰ পুত্ৰ কবিচন্দ্ৰই কোঠালিত সোমাই চাই দেখে পিতাকৰ বিছনাখন ওখৰা মোখৰা। পুত্ৰই ভাবিলে,"অ' পিতাই ইয়াতেই শোৱে।" এই বুলি তেওঁ বিছনাখন বাহিৰলৈ নি চাঁচি কাপোৰৰ দৰে মিহিকৈ পুনৰ পাৰি থৈ গ'ল। ৰামৰাম

গুৰুৱে সেই ৰাতি সাৰ নাপাই  সুধিলে," কোনে এনে কৰিলাহঁক।" পুত্ৰই ক'লে,"পিতা, তোমাৰ কষ্ট দেখি ময়ে চাঁচিলো।" ৰামৰাম গুৰুৱে ক'লে, "মোক আগৰ দৰে কৰি দিয়া, আজি ৰাতি মোৰ গুৰু বাক্য পৰিল।" ৰামৰাম গুৰুৱে বিছনাখন আগৰ ধৰণে লৈ শুলে।

**১-১৫-৬** : পাটবাউসীত কোৰ দামোদৰে তিনিজনী বিধবা--মাক, বায়েক আৰু বৌয়েকক পোহে এখন কোৰেৰে খেতি কৰি। গাঁওৰ ভাটীফালে তেওঁ খেতি কৰিবলৈ লৈছে আৰু তেওঁ কীৰ্ত্তন ঘৰৰ আগেৰেই অহা যোৱা কৰে। গুৰুজনাই কীৰ্ত্তন ঘৰত ৰাম কৃষ্ণৰ চৰিত্ৰ কথা কয়, ভাগৱত চৰ্চা কৰে আৰু নাম লয়। দামোদৰে কেতিয়াবা ভোক লগা অৱস্থাতো, কেতিয়াবা বেলা পৰাতো কোৰখনৰ নালত থুঁতৰি থৈ এফেৰি হৰিকথা শুনি যায়। সেই অনুভৱকে লৈ মাধৱদেৱে সুন্দৰীদিয়াত ঘোষা ৰচনা কৰিছে —

যিটোজনে কৃষ্ণকথা বিচাৰে সময়ে মনে
ধৈৰ্য্য ধৰি ক্ষণিক থাকয়।
যত তীৰ্থ স্নান দান দেৱ পিতৃ যজ্ঞ যাগ
যোগাদিৰ ফলক পাৱয়।।

**১-১৫-৭** : এদিন গুৰুজনাই দামোদৰক ক'লে," হেৰা দামোদৰ, তোমাৰ হৰিকথা শুনিবলৈ মন যায়নে?" দামোদৰে ক'লে," বাপ, মনহে যায়, অৱসৰ নাই; তিনিজনী বিধৱা পুহিব লাগে।" গুৰুজনে সুধিলে," কৃষিনো তুমি কিমান কৰা?" দামোদৰে উত্তৰত ক'লে তেওঁ বাৰ হালিচা মাটিত খেতি কৰে। গুৰুজনাই ক'লে," এইবেলি তাৰে চাৰি হালিচা এৰিবা আৰু সেই ৰাহি হোৱা সময়খিনিত হৰিকথা শুনিবা, তথাপি তোমাক ধানে কুলাব। দামোদৰে সেইবাৰ চাৰি হালিচা মাটি এৰিও বাৰ হালিচাৰ সমানে ধান পালে। পাঁচ বছৰৰ পাচত গুৰুজনে দামোদৰক আৰু চাৰি হালিচা মাটি এৰিব দিলে। দামোদৰে আকৌ চাৰি হালিচা এৰি আগৰ সমানে ধান পালে। পাচলৈ গুৰুজনে দামোদৰক খেতিকে এৰিব দি ভকতসকলক ক'লে," তোমালোক সকলোৱে এমুঠিকৈ চাউল দামোদৰৰ বাবে আনিবা।" সকলো ভকতে দামোদৰলৈ চাউল আনিব ধৰিলে। অধিক চাউল জমা হ'ল। দামোদৰে কিছুদিন হাটীতে আছে। তেওঁ এতোলা সোণ গুৰুজনাক

দি তেওঁক শৰণ দিবলৈ প্ৰাৰ্থিলে। গুৰুজনে দামোদৰক নিজে শৰণ নিদি ৰামৰাম গুৰুৰ দ্বাৰা শৰণ কৰালে আৰু সোণ তোলাও দামোদৰক ঘূৰাই দিলে। পাচত সেই সোণ তোলাৰ ধনেৰে গুৰুজনে ধনুখন্দা বিলৰ সিপাৰে বগা দলৈৰ পৰা মাটি কিনি বাহা সজাই দামোদৰক দিছে।

**১-১৫-৮** এদিনাখন গুৰুজনে দামোদৰক ক'লে, "হেৰা দামোদৰ, বিষয়ত ৰত হোৱাৰ ইচ্ছা আছে যদি বিবাহ কৰোৱা; ময়ে খুজি মাগি অলঙ্কাৰ পাটি গঢ়াই দিম।" দামোদৰে ক'লে,"বাপ, আগতে বিবাহ কৰালো, পত্নী ঢুকাল; আপোনাৰ কৃপাত ভালেই হ'ল, নকৰাওঁ আৰু। আৰু বাপ, তেনেকৈ নক'ব, ইচ্ছা জাগে।"

**১-১৫-৯** : দামোদৰে হাটীত থাকোঁতে ইজন-সিজন ভকতে চাউল মুঠি দিছিল; কিন্তু তেওঁ বাহাৰ পৰা যোৱাত ভকতে চাউল নিদিয়া হ'ল। গুৰুজনে প্ৰতিদিনে দামোদৰলৈ চাউল লোণ এসন্ধাৰ সমগ্ৰ বস্তু দি পঠায় আৰু দামোদৰে তাকে ভোজন কৰে। তাকে দেখি ভকতে হাটীত অসূয়া কৰি কয়," অত দিন গুৰুজনাৰ লগতে আছো, ফুৰো; তথাপি তেওঁ আমাক কুটা এগছেৰেও নুসোধে, নাযাচে; কালি সোমাইছেহি সেইটো, এনে বৰ কামৰটো, নিতে গুৰুজনে খাদ্য সামগ্ৰী পঠায়।" ইয়াকে শুনি গুৰুজনে সেইদিনা দামোদৰলৈ খদ্য সামগ্ৰী নিদিলে আৰু ঘৰতো ধোৱা চাউল, শাক ৰান্ধিব নিদিলে। দিনটো গুৰুজনে মনোকষ্টেৰে উপবাসত ৰ'ল। সেই ৰাতি পটকীৰ এজন ব্ৰাহ্মণ মুদৈয়ে সপোন দেখিলে। মুদৈয়ে বছৰি মাঘ মাহত পাঁচশৰো অধিক ব্ৰাহ্মণক ভোজন কৰায়। সেই ভোজলৈ তেওঁ চাউল, লোণ, তেল, মাছ, গাখীৰ, গুৰ, পদ্থ, খৰি, চৰু, পাত পৰ্য্যন্ত গোটাই থৈছিল। ৰাতিপুৱা ভোজ। সপোনত বিপ্ৰই দেখিলে, ঈশ্বৰে ব্যক্ত হৈ তেওঁক কৈছে,"এইবোৰক কি খুওঁৱা, হৰিবিমুখ এইবোৰ পশুৰ লগৰ; এজন হৰিগুণ গোৱা বিপ্ৰক খুৱালে এনে শত সহস্ৰ ফল তাতেই পাবা।" ব্ৰাহ্মণে সপোনতে ক'লে,"প্ৰভু, তেওঁক যে মই নিচিনো, ক'ত বা আছে তেওঁ?" ঈশ্বৰে ক'লে, "শঙ্কৰৰ ঠাইত নি দিবি।" এই বুলি কৈ ঈশ্বৰ অৰ্ন্তধান হ'ল। তাৰ পাছত ব্ৰাহ্মণে অনেক খাদ্য সম্ভাৰ ভাৰ কৰি নি গুৰুজনাক দিছে। গুৰুজনাই সকলো ভকতক মাতি আনি সকলোৰে আগত বিপ্ৰক সপোনৰ কথা সুধিছে। বিপ্ৰই সপোনৰ সকলো কথা ক'লে। গুৰুজনাই ভকতসকলক ক'লে," তোমালোকে দামোদৰক

মই একঠা চাউল দিওঁতেই অসূয়া কৰা, এতিয়া ঈশ্বৰে দামোদৰক অধিক চাউল দিছে। গুৰুজনাই সকলো ভকতক বস্ত্ৰ সামগ্ৰী ভগাই দিছে আৰু দামোদৰৰ ঘৰলৈকেও বস্তু সামগ্ৰী পঠাই দিছে। গুৰুজনাই দামোদৰক ক'লে," হেৰা দামোদৰ, তোমাক কৃষ্ণই চাউল দিছে আৰু ময়ো তোমাক আজ্ঞা দি আচাৰ্য্য পাতিলো। তোমাৰ যশে জগত জুৰি দামোদৰময় হওঁক।" ইয়াকে শুনি মাধৱদেৱে ক'লে," বামুণীৰ বেটাৰ আগৰ জন্মটো আদিতে আছিল দুখ, পাছত ভোগ পালে আৰু এই জন্মতো সেই কৃষ্ণই গুৰুৰূপে পুনৰ ঐশ্চৰ্য্য বিভূতি দিছে পুনৰ।"

**১-১৫-১০ :** ব্যাস কলাইৰ দুটি পুত্ৰ মৰিল বসন্ত ওলাই। হৃদয়ানন্দ নামেৰে তেওঁৰ সৰু পুত্ৰৰো পাছত বসন্ত ওলাল। ৰোগ টান হোৱা দেখি মাকে স্বামীক ক'লে," হৃদয়ানন্দৰ হৈ চাপৰৰ লোকে আইক ইটো সিটো দিব খোজে, দিব দিওঁনে?" ব্যাস কলায়ে দিয়ে নিদিয়ে একো নেমাতিলে, পুত্ৰৰ স্নেহত। পত্নীয়ে লোকৰ হতুৱাই পাৰ এযোৰ উৰালে পুত্ৰৰ নামত। হৃদয়ানন্দই পাৰ দিয়াৰ কথা গম পাই ক'লে," এওঁলোক দুজন গুৰু ধৰ্মৰ বাহিৰ হ'ল, ইয়াকে জানিও মই এই ঘৰত মৰাটো ভাল নহ'ব।" এই বুলি কৈ সি চুঁচৰি গৈ ঘৰৰ বাহিৰত মৰিল। সেই কথা গুৰুজনাই শুনি ক'লে," হৃদয়ানন্দ মৰা নাই, সি মোৰ হৃদয়ত আছে; ব্যাস কলাইহে মৰিল কিন্তু।" গুৰুজনাই দায় জগৰ ধৰি ব্যাস কলাইক সকলোৰে পৰা আঁতৰ কৰিলে। ব্যাস কলাইয়ে একো উপায় নাপাই জগদানন্দ ৰায় আতাক ধৰি ক'লে," মই তিনি কুৰি টকা দিওঁ, গুৰুজনে মোৰ দোষ মৰিষণ কৰক, তুমি গৈ গুৰুজনাক কোৱাগৈ।" আতাই গৈ গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে," বাপ, ব্যাস কলায়ে তিনি কুৰি টকা দিছে, তেওঁক ৰখা যাওঁক; দোষৰ দণ্ড আছে, দায় দোষ ভাঙে, ভকত কাহানিনো ভাঙে?" গুৰুজনাই ক'লে," হেৰা জগদানন্দ, জানি কৈছা নে নেজানি কৈছা?" আতাই ক'লে," বাপ, নাজানি কৈছো।" গুৰুজনাই ক'লে," অ', জানি কোৱা হ'লে তোমাৰো নিস্তাৰ নাছিল।" তেতিয়া গুৰুজনাই ভক্তি প্ৰদীপৰ সংস্কৃত শ্লোক মাতিছে আৰু সেই শ্লোকৰ ভাঙনি মাধৱদেৱে পাছত নামঘোষাত দিছে —

অনাচাৰ কৰে যিটো অপৰাধ নুহি।
ব্যাভিচাৰ কৰে যিটো সেহি মোৰ দ্ৰোহী।"

"মাধৱে বোল্ল শ্ৰুতি স্মৃতি মোৰ আজ্ঞা বাণী জানা নিষ্টে..........।"
এই ঘোষা পদ মাতি গুৰুজনাই আতাক ক'লে," যি ক'লা, ক'লা বাৰু; এতিয়া ব্যাস কলাই যিমান টকা দিছে তাৰ দুগুণ টকা তুমি মোক দণ্ড দিয়া।" ছয়মাহৰ পাছত গুৰুজনাই জগদানন্দ আতাৰ পৰা ছয় কুৰি টকা লৈ সেই টকা তিনি ভাগ কৰি এভাগেৰে ভকতৰ বাবে চাউল সিধা, এভাগেৰে হৰিগৃহৰ বাবে তেল বন্তি শলিতাৰ খৰছ ৰাখি আৰু বাকী এভাগ আতাৰ গৃহত দি সকলো ভকতৰ মতামত লৈ আতাক হৰিগৃহত তুলিছে।

**১-১৫-১১ :** ব্যাস কলাইয়ে জগতগুৰুৰ তাত স্থান নাপাই জগন্নাথ ক্ষেত্ৰলৈ গ'ল। জগন্নাথ ক্ষেত্ৰলৈ এদিনৰ বাট থাকোঁতে গোপালপুৰত ব্যাস কলাইক জগন্নাথে সপোনত দেখা দি ক'লে," তই ইয়ালৈ নাহিবি।" ব্যাস কলাইয়ে সপোনতে প্ৰভুক অনেক কাকুতি মিনতি কৰি বধ শপত দিব ধৰিলে। প্ৰভুৱে ক'লে, "তোমাৰ দোষে মোকো নাপায় আৰু শঙ্কৰকো নাপায়, নিজ কৰ্ম দোষত তই বাঁহিৰ হ'লি।" পাছত ব্যাস কলাইয়ে তাতে অচল হৈ নানা দুখ যাতনা ভুঞ্জি বহু দিনৰ অন্তত ঢুকাল। সেই শৱ কোনো জীৱ জন্তুৱে নুচুলে, নাখালে। শৱ তেনেকৈয়ে জহি খহি গ'ল; পৰুৱা পিপৰায়ো মাটি নুতুলিলে আৰু যাত্ৰীয়ে সেই পথ এৰি এক প্ৰহৰ বাট আঁতৰেদি গ'ল।

**১-১৫-১২ :** এদিনাখন আকাশ মেঘাচ্ছন্ন। গুৰুজনাই গধূলি সময়ত স্নান কৰিছে। গুৰুজনাই ক'লে," আজি অঙ্গচ নুশুকাবহে, কাইলৈ পিন্ধিবলৈ পাটৰ ধুতী- পছৰা যোৰো আনিবলৈ নহ'ল।" মাধৱদেৱে কথাটি শুনি গণককুছিলৈ গৈ ভোজন পাতি কৰি আতৈসকল শোৱাৰ পাছত দুপৰ নিশা আন্ধাৰতে ওলাই গ'ল। তেতিয়া বৰষুণ আনিছিল, বাটত ঠায়ে ঠায়ে এখুকুমান পানী; হাবি, জঙঘল, বোকা, ম'হ, বাঘ, হাতী আছেই। মাধৱদেৱৰ গা, কলাফুল, আঁঠু গছৰ কাইটে কাটি; জোকে, পোকে, মহে-ডাহে খাই বেবেজীয়া কৰিলে। সৰ্ব শৰীৰ তেওঁৰ ৰঙা পৰিল। বিল, খাল, জান, হাবি পাৰ হৈ তিনি পৰ নিশাত তেওঁ দিবাকৰ মৰলৰ ঘৰ পালে। মাতিলত মৰল উঠিল। মৰলে মাধৱদেৱক দেখি চ'ক খাই উঠি ক'লে," বাপ কি হৈছে, এই দুপৰ নিশা যে আহিছে?" মাধৱদেৱে ক'লে,"বামুণীয়ে গুৰুজনাক দিয়া ধুতী-পছৰা যোৰ দিয়া, পুৱা

গুৰুজনে সলাবলৈ লাগে।” মৰলে মাধৱদেৱক নতুন বস্ত্ৰ সলাবলৈ দি জুই ধৰি গা সেকিলে। তেওঁ মাধৱদেৱক ধুতী-পছুৰা যোৰ মেৰিয়াই দি নাওৰে থৈ গ'লহি। পুবে পোহৰ হৈ আহিছে আৰু মাধৱেও পাটবাউসীলৈ খোজ লৈছে। গুৰুজনে শৌচ শুদ্ধি নিত্য কৰ্ম কৰি স্নান কৰি গা মচিছিল, এনেতে মাধৱদেৱে ধুতী-পছুৰা শৰাইত নি গুৰুজনাক দিছে। তাকে দেখি গুৰুজনে আচৰিত হৈ ক'লে,“ কালি সন্ধিয়া গৈছা, এই ভাদ্ৰ মাহত চাৰিওফালে বোকা-পানী; কেতিয়া কেনেকৈ কাপোৰ আনিলা?” মাধৱদেৱে ক'লে,“ বাপ, কালি ৰতিতে অনা হ'ল।” গুৰুজনে ক'লে,“ কালি মই সভাত সকলোৰে মাজত কথাটো ক'লোহে, এই ৰাতিখন কিয় গৈছিলা তুমি? মই কেতিয়া তোমাক পাঁচিছো?” মাধৱদেৱে ক'লে,“ বাপ পাঁচিব লাগিছে কেলেই? আমি দাস-ভৃত্যই স্বামীৰ কাৰ্য্য মন বুজি লৈ কৰিব লাগে।” তেতিয়া মহাপুৰুষ গুৰুজনৰ প্ৰেমাশ্ৰু নিগৰিলে আৰু মাধৱদেৱৰ ভক্তিত বশ্য হৈ পৰমাৰ্থ সাৰ ঘোষা পটল এটি তেওঁ ৰচনা কৰিলে –

মাধৱ মাধৱ নাম        বচনত উচ্চাৰয়
মাধৱ মাধৱ নাম হৃদয়ত।
নিৰন্তৰে সাধু সবে        মাধৱ মাধৱ নাম
উচ্চাৰয় সমস্ত কাৰ্য্যত।।
পৰম মঙ্গল ৰূপ        মাধৱ মাধৱ নাম
যিটো মহাজনে উচ্চাৰয়।
তাৰ অমঙ্গল ৰূপ        গুচয় সংসাৰ ভয়
মাধৱৰ নিকট পাৱয়।।
দুস্বপ্ন নাশন ইটো        মাধৱ মাধৱ নাম
দুষ্ট গ্ৰহ ভয় বিনাশন।
পৰম সম্পদ ৰূপ        জানি মাধৱৰ নাম
সৰ্বদায় কৰিও কীৰ্ত্তন।।
মাধৱেহে আত্মা নিজ        মাধৱেহে ইষ্ট গুৰু
মাধৱে দেৱতা পৰম।
পৰম ঈশ্বৰ স্বামী        জানি মাধৱক ভজা
মানুহৰ ইহে নিজা ধৰ্ম।।

পৰঃ চতুৰ সি সি বুদ্ধিত কুশল আতি
যিটো মাধৱৰ গুণ গাৱে।
মিছা কলেৱৰ গোটে মুকুতি বণিজ কৰি
ভৱ তৰি মাধৱক পাৱে।।
যিজনে একান্ত চিত্তে মাধৱক ভজি নিতে
ফুৰে মাধৱৰ গুণ গাই।
দুৰ্লভ অমৃত যেন সিজনে কৰিলে পান
মধুৰ পিবাক আৰ নাই।।

গুৰুজনে এই ছয়টা ঘোষা গাই ক'লে," পাছলৈ ভক্তিত যাৰ যিমান নিশ্চয়তা হ'ব, তেওঁৰ এনে কাৰ্য্য আচৰণ হ'ব। মনৰো মন বুজাতহে জীৱই সংসাৰ তৰিব।"

**১-১৫-১৩** : উদাৰ আতৈয়ে ভিক্ষা কৰি চলে। কীৰ্ত্তন-কথা-প্ৰসঙ্গ বাৰ্দ পৰে বুলি তেওঁ বন জঙঘলেৰে পোনাই বাহালৈ খোজ ধৰে। বন জঙঘলে তেওঁৰ গা কাটি ছিৰাছিৰ কৰে। ঈশ্বৰে সপোনত গুৰুজনাক দেখাদি ক'লে," ভাৰ্য্যা-পুত্ৰ, দাস-দাসী সকলোকে পুহিছা আৰু মোৰ উদাৰক একঠা চাউল দি পুহিব নোৱাৰা? উদাৰৰ গা চাবাচোন, ভিক্ষা কৰি ফুৰোঁতে গা কাটি ছিৰাছিৰ হৈছে।" পিছদিনা গুৰুজনাই উদাৰ আতৈক ক'লে," আতৈ তুমি ভিক্ষালৈ নাযাবা, নিতে মোৰ পৰা খাদ্য সামগ্ৰী নিবা।" এই বুলি গুৰুজনে আতৈক চাউল, লোণ, তেল দি পঠালে। আতৈয়ে সেইবোৰ বাহালৈ নি আগত থৈ কান্দিব ধৰি ক'লে," মাৰ্কেণ্ড ঋষিয়ে সাত মন্বন্তৰ ভিক্ষা কৰি গুৰুসেৱা কৰিছিলে আৰু মই গুৰু সেৱা কৰিম ক'ত, এনেকৈ গুৰুৰ খাই সংসাৰ তৰিম কেনেকৈ?" এই বুলি আতৈয়ে সেই বস্তুবোৰ গুৰুজনাক পুনৰ ঘূৰাই দিলে নি।

♦♦♦

# ষোড়শ অধ্যায়

**১-১৬-১ :** গুৰুজনে গোকুল, বৃন্দাবন, মথুৰা আৰু বাৰকনৰ গোপাল বালকৰ চৰিত্ৰ লীলা কৈ থাকে। পাছত ৰায় আতাকে মুখ্য কৰি সকলো ভক্তই আলোচনা কৰি এদিন গুৰুজনাক ধৰিলে," বাপ, গোকুল, বৃন্দাবন, জগন্নাথলৈ আমাক নি এবাৰ দেখুৱাওক।" গুৰুজনে ক'লে," হেৰা, সেই ঠাই বৰ কট্‌কিনা, টকা নহলে তাত একোৱে নাপায়। আৰু তীৰ্থ যাত্ৰা মৰণৰ সমান। বাৰু চোৱাচোন, কাৰ হাতত কিমান টকা আছে খৰছৰ বাবে?" কাৰো দহ, কাৰো সাত, কাৰো বাৰ, কাৰো ত্ৰিশ, কাৰো চল্লিছ যাৰ যি আছিল সেইমতে ভকতে ক'লে। উদাৰ আতৈয়ে ক'লে," বাপ, মোৰ এপইছাও নাই।" টকা নথকা ভকত সকলৰ খৰছ দিবলৈ ৰামৰায় আতাই দায়িত্ব ল'লে কিছু, কিছু দায়িত্ব ল'লে ৰামৰাম গোসাঁয়ে, ৰামদাস আতৈয়ে দায়িত্ব ল'লে কিছু আৰু গুৰুজনে নিজে দায়িত্ব ল'লে কিছু। এই ক্ৰমত তেওঁলোকে দায়িত্ব ভাগ কৰি ল'লে। মহাপুৰুষ গুৰুজনে ছয়কুৰি ভকতক লৈ তীৰ্থ যাত্ৰা কৰিবলৈ ওলাল। এই কথা শুনি আই গোসাঁনীয়ে মাধৱদেৱক ভিতৰলৈ মতাই নি ক'লে," বাপু, গোসাঁয়ে নিজৰ লীলা খেলাৰ ঠাই পালে এইবাৰ ঘূৰি নাহিব আৰু। এই তিনিটা ল'ৰা ছোৱালীৰে মই অনাথ হ'লো। তুমি যেনে তেনে প্ৰকাৰে তেওঁক ৰাখা।" মাধৱদেৱে ক'লে," মাতৃ, সকলো ভক্তই আলোচনা কৰি ওলাইছে, এতিয়া কেনেকৈ ৰাখিম? আগতে জনা হ'লে পাৰিলোহেঁতেন। তথাপি বাৰু যেনে তেনেকৈ বৃন্দাবনলৈ নোযোৱাকৈ ৰাখিম আপোনাৰ বাক্য শিৰোধাৰ্য্য কৰি।" আঘোণ মাহত ছয়কুৰি ভক্তৰ সৈতে তীৰ্থ যাত্ৰালৈ ওলাইছে শ্ৰীশঙ্কৰদেৱে। তেওঁলোকে এদিনৰ বাট গৈছে, তেনেতে বৃদ্ধ চেতন আতৈয়ে হাঠিব নোৱাৰা হোৱাত তেওঁক ঠাকুৰ আতাৰ লগত এৰি বাকীসকল তীৰ্থলৈ গৈছে। কোনোৱে কয়, গঙ্গাৰ পৰা ঠাকুৰ আতা আৰু চেতন আতা উভতিছে।

**১-১৬-২ :** বাটৰ কাষতে এডাল শিমলু গছ আছিল। চৰায়ে লাদি

গছডালৰ পাতবোৰ বগা কৰি থৈছিল। তাকে দেখি তাৰ ছাঁ এৰি গুৰুজনে হাবি ভাঙি গ'ল। মাধৱদেৱে ক'লে," বাপ এই গছডালে কি দোষ কৰিছে যাৰ বাবে তাৰ ছাঁকো আপুনি স্পৰ্শ নকৰিলে।" গুৰুজনাই ক'লে," মাধৱ, এই গছজোপাৰ তলেৰে যাব নাপায়। এই গছডাল পূৰ্বতে জ্ঞানী গুৰু আছিল আৰু তেওঁ লোকক জ্ঞান দিছিল বিত্তৰ আশা কৰি আৰু সেয়ে এই জন্মতো তাৰ নাম বৃক্ষ বট হ'ল। জীৱক উদ্ধাৰ কৰিব নোৱাৰিলে তেওঁ, বৰং শিষ্যৰ ধাৰহে খালে। এতিয়া গুৰুৱে গছ হৈছে আৰু শিষ্যই পক্ষী হৈ তাৰ ওপৰত বহি লাদিছে। এই গছ কাটি যদি নাও কৰা হয় তাতো শিষ্যই শামুক হৈ ধৰিবহি। অথবা গুৰুৱে গছ হ'লে শিষ্যই ৰঘুমলা হৈ বগাব।

**১-১৬-৩ :** আৰু এদিন ভকত সকলৰ সৈতে গুৰুজনাই এডাল আহত গছৰ তলত জিৰাইছিল। গছডালৰ পাতবোৰে জৰজৰকৈ শব্দ কৰি আছিল। তাকে দেখি মাধৱদেৱে গুৰুজনাক তাৰ কাৰণ সুধিলে। গুৰুজনাই ক'লে, "পূৰ্বজন্মত ই অনেক জীৱক অনাহকতে কষ্ট দিছিল আৰু নিজেও তিনি তাপত পীড়িত আছিল আৰু এতিয়া সি স্থাৱৰ অৱস্থাতো পীড়িত হৈছেহি। এটা জন্মতে তিনিটা জন্মৰ বাতৰি থাকে।[১] যিবোৰ পাপ আগৰ জন্মত আৰ্জি লগাই আহিছে, এই জন্মত সেইবোৰৰ কিছু ভুগিছে। এই জন্মত আৰ্জা পাপ আকৌ পৰজন্মত ভুঞ্জিব লাগিব। যিজন আগৰ জন্মত দুখী, কৃপণ আছিল; ইজন্মতো তাৰ নাই আৰু পৰজন্মতো নাথাকিব।" এই ধৰণে মাধৱদেৱে সুধি যায় আৰু গুৰুজনে ব্যাখ্যা কৰি যায় কৃষ্ণৰ চৰিত্ৰ। সকলো ভক্তই শুনি যায় আৰু তেওঁলোকে খোজ কঢ়াৰ কথা গমকে নাপায়; বাক্যামৃত শুনোতে ভাগৰ-শ্ৰম সকলো উপশম হৈ যায়। এনেকৈ গৈ গৈ তেওঁলোকে বেহাৰ পালে।

**১-১৬-৪ :** এডাল পৰালি গছৰ তলত বহি গুৰুজনে ভকতসকলক কৃষ্ণ কথা কৈছে। এনেতে গছডালৰ খোৰঙত থকা মৌ মাখিৰ বাহৰ পৰা টোপা

---

(১) তিনি জন্মৰ বাতৰি—পৰাব্ধ, আৰব্ধ আৰু অনাৰব্ধ পূৰ্বজন্মৰ যি পাপ এই জন্মত ভোগ কৰিব লগা হৈছে সেয়া পৰাব্ধ, এই জন্মতে কৰা যি পাপ এই জন্মতে ভোগ কৰিব লগা হৈছে সেয়া আৰব্ধ আৰু এই জন্মতে কৰা যি পাপ এই জন্মত ভোগ নকৰাকৈ ৰৈ গ'ল সেয়া অনাৰব্ধ। অনাৰব্ধ পাপ পৰ জন্মত ভোগ কৰিব লাগিব। জীৱই লিঙ্গদেহৰ মাধ্যমত এটা জন্মৰ পাপ আন এটা জন্মলৈ কঢ়িয়ায়।

টোপে মৌ পৰিব ধৰিলে। মাধৱদেৱে ক'লে," ঠাইখন কি পুণ্য ভূমি, হৰি কথা মধু পান আৰু ইয়াত মৌ আৰু ভকতসকলৰ পদধূলি পৰিছে।" তেতিয়া মহাপুৰুষ গুৰুজনাই ক'লে, "হেৰা মাধৱ, তোমাৰ আৰু মোৰ পাছত ইয়াত মধুপুৰ নামেৰে এখন সত্ৰ হ'ব।"

**১-১৬-৫** : এদিনাখন তেওঁলোকে হাবিৰ মাজেৰে গৈ আছিল। তেওঁলোকে দেখিলে হাবিৰ মাজত ব্যাধে ফান্দ পাতি থৈছে আৰু তাতে হৰিণা পহু এটি পৰি আছে। গুৰুজনাই ক'লে," হৰি, হৰি! অজ্ঞান জীৱ, লোভ দেখুৱাই কূট বুদ্ধি কৰি এনেকৈ মাৰে?" গুৰুজনাই ভকতসকলক হৰিণাটো এৰি দিবলৈ ক'লে। হৰিণাটো মেলি দিয়াৰ পাছত গুৰুজনাই ক'লে," ব্যাসজনো দুখী প্ৰাণী, সিয়ো কষ্ট কৰিছে আশা কৰি, এতেকে আধলি এটি জালত গাঁঠি থোৱা।" জালত আধলি এটি বান্ধি থৈ তেওঁলোকে গ'ল। কিছুদূৰ গৈ তেওঁলোকে ময়ূৰ চৰাই এটি জালত পৰি থকা দেখিলে। দেখি গুৰুজনে দুখ কৰি তাকো মোকলাই জালত এটি সিকি বান্ধি থৈ হৰি কথা কৈ গৈ আছে। ব্যাধে আহি জালত জন্তু মুকলি কৰা চিন দেখিলে আৰু জালত আধলি আৰু সিকিও পালে। ব্যাধে তেতিয়াই সংসাৰ বন্ধ আৰু মোক্ষৰ সীমা পালে। সি দুয়োটা পইছা লৈ মহা বিৰকতি- বৈৰাগ্য জন্মি দুখ কৰি আগবাঢ়ি গ'ল। সি আগবাঢ়ি গৈ গুৰুজনাক লগ পাই আগচি ধৰি অনেক দোহায় দি অনেক কাকূতি কৰি গুৰুজনাক নেৰে। সি ক'লে," প্ৰভু, জ্ঞানশূন্য পশু-পক্ষীকো যে ধন দি মোকলাই আনিলে, মোকো সংসাৰ বন্ধৰ পৰা মোকলাই আনক শৰণ বিত্ত দি।" মহাপুৰুষ গুৰুজনে ব্যাধৰ স্তুতি কাৰুণ্যত সন্তুষ্ট হৈ শুদ্ধ ধৰ্ম বস্তু দি তাক উদ্ধাৰ কৰিলে। মাধৱদেৱে গুৰুজনাৰ এই কৃপালু গুণ বৰ্ণাই সুন্দৰীদিয়াত ঘোষা ৰচনা কৰি নাম-ঘোষাত দিছে। —

জ্ঞান শূন্য আতি পশু পক্ষী জাতি,
তাক অনুগ্ৰহ কৰি আছা কৃপাময়।

১-১৬-৬ : গুৰুজন আৰু ভকতসকল গৈ আছিল কৃষ্ণ কথা কীৰ্ত্তন কৰি। কুঁৱৰীগঞ্জৰ সেইখিনিতে একশজন লোক গোট খাইছিল। তেওঁলোকৰ বাবে এজন মানুহে ভাত ৰান্ধিছে। ভাতৰ মাজৰ পৰা অলপ ভাত কাউৰীয়ে থাপ

মাৰি নিলে। তাতে ৰান্ধনীয়ে ভয় খাই তৎক্ষণাত লৰ মাৰি গৈ আগত গুৰুজনাক দেখি সুধিলে," বাপ, এনে হ'ল, সৰ্বনাশ হ'ল, মৰিলো; কি হ'ব এতিয়া?" ভকতৰ লগত গুৰুজনে তাত অলপ ৰৈ ক'লে," ভাতৰ মাজৰ পৰা তিনি কৰচ ভাত গুচাই খোৱাগৈ। ভগৱত পুৰাণ, বেদ, জ্যোতিষ, শ্ৰুতি, গীতা আৰু সহস্ৰ নামত ঋষিসকলে পূৰ্বতে এই বিধান দি গৈছে—ঈশ্বৰৰ আজ্ঞা কাউৰীয়ে গুচাব নোৱাৰে।" ৰান্ধনীয়ে সেই নিয়মে তিনি কৰচ ভাত গুচাইছে আৰু সকলোলোকে ভাত খাইছে।

**১-১৬-৭ :** কৃষ্ণ কথা কীৰ্ত্তন কৰি তেওঁলোক গৈ আছে। ৰামৰায় আতাই গুৰুজনাক ক'লে," দাদা, ৰামৰ চৰিত্ৰ কওঁক, শুনো।" গুৰুজনাই ৰামৰ চৰিত্ৰ কৈ গৈছে। কিন্তু শেষত গৈ কৃষ্ণ কথাত পৰিল। আতাই ক'লে, "দাদা, ৰামৰ কথাহে সুধিছিলো; কিন্তু দেখোঁ কৃষ্ণৰ কথাহে ক'লে।" গুৰুজনাই সুধিলে,"কোনখিনিত বা এৰিলো?" মাধৱদেৱে ক'লে," বাপ, তাৰকা বধৰ পৰা পুতুনা বধলৈ গ'ল।" গুৰুজনাই পুনৰ তাৰকা বধৰ পৰা আৰম্ভ কৰিলে। এনেকৈ কিছু সময় ৰামৰ কথা কৈ গৈ আছে। পুনৰ ৰায় আতাই ক'লে," দাদা, ৰামৰ কথাহে সুধিছো; কিন্তু দেখোঁ কৃষ্ণৰ কথাহে কৈছে।" গুৰুজনাই ক'লে,"কোনখিনিত কৃষ্ণ কথা আনিলো গমকে নাপালো।" মাধৱদেৱে ক'লে,"বাপ, মাৰিচ বধৰ পৰা চক্ৰবাত বধলৈ গ'ল।" গুৰুজনাই ক'লে," কৃষ্ণ কথা চৰিত্ৰই মোৰ মন হৰণ কৰিছে, দায় দোষ নধৰিবা আৰু।"

**১-১৬-৮ :** আৰু এদিন গুৰুজনে কৃষ্ণৰ কথা কীৰ্ত্তন কৰি গৈ আছে আৰু সকলো ভক্তই একমনে শুনি গৈছে। বাটত আন্ধাৰ আচ্ছন্ন হাবি এখনত এজন ডকাইতে খাপ লৈ সোমাই আছিল। দুই এজন যাত্ৰী হ'লে সি টাঙোন মাৰি বয় বস্তু কাঢ়ি লয়; কিন্তু ভকতসকল সৰহ লোক দেখি বলেৰে নোৱাৰি সি খং কৰি এডোখৰ ইটা মাৰি পঠালে ভকতসকলৰ মাজলৈ। ইটা ডোখৰ বলোৰাম আতৈৰ তালুত পৰি তালু ফুটি বৰ ধাৰেৰে তেজ ওলাব ধৰিলে। কেইজনমান ভকতে আতৈৰ মূৰত গামোচা বান্ধি তেল পানী দি আতৈক আবৰি ধৰি আছিল আৰু আন কেইজনমান ভকতে হাবিত সোমাই খেদি ডকাইতক ধৰিলে। আতৈৰ স্নেহত ভকতসকলে খণ্ডত ডকাইতক মাৰি, কিলাই ডাবি হুমকি দিছে। গুৰুজনে

ভকতসকলক ক'লে," হা হা! তোমালোকে কিয় তাক মাৰিব খোজাহঁক? যাৰ দ্ৰোহ কৰিছে তেওঁক সোধা, কি কৰিব কয় তেওঁ।" ভকতসকতে আতৈক সুধিলে। আতৈয়ে অলপ সুস্থ হৈ ক'লে," মোক যেতিয়া সুধিছা, তাক একো নকৰিবা। আগৰ জনমত তাৰ দোষ কৰিছিলো, এতিয়া সি তাকে সুজালে আৰু যদিহে তাৰ দোষ কৰা নাছিলো, তাৰ হৃদয়ত থাকি ঈশ্বৰে মোক মোৰ আৰ্জিত ফল ভুঞ্জালে।" গুৰুজনাই ক'লে," আতৈয়ে কি ক'লে শুনিলা এতিয়া।" ভকতসকলে আগতে কৈছিল ডকাইতক মাৰো কিলাও, পাছত তেওঁলোকে তাক এৰি দিলে।

**১-১৬-৯:** তেওঁলোক গৈ আছে। এজন লোক গুহৰ খালত পৰি আছিল। অসংখ্য পোকে তাৰ দেহাটি খাইছে; কিন্তু তাৰ মূৰৰ মালতী ফুলৰ ঢোপটি নষ্ট নোহোৱাকৈ আছিল। লোকজনক দেখি মানুহে সেই বাট এৰি গৈছে। গুৰুজনে কথাটি জানি শ্ৰীৰাম আতাক লোকজন চাই আহিবলৈ ক'লে। শ্ৰীৰাম আতাই গৈ লোকজনক চাইছে আৰু তেতিয়াই তাৰ জীৱটি গৈছে।

**১-১৬-১০ :** আৰু এদিন তেওঁলোকে গৈ আছে। আকাশত চোতাল এখনৰ সমান বহল এচপৰা মেঘ উঠিছিল। তাকে দেখি মাধৱদেৱে ক'লে,"বাপ, খৰকৈ খোজ দিয়া যাওঁক, মেঘ উঠি আহিছে।" গুৰুজনাই ক'লে, "এই মেঘে একো নকৰে।" তেওঁলোকে গৈ থাকিল; কিন্তু বৰষুণ নানিলে।

তেওঁলোকে গৈ আছে। এনেতে খৰাহি এটাৰ সমান এচপৰা মেঘ আকাশত দেখা দিলে। গুৰুজনাই ক'লে, "মাধৱ, মেঘখিনি উঠিছে, বৰ কুৎসিত; খৰকৈ ব'লা।" মাধৱদেৱে ক'লে, "কালি ইমান বহল মেঘখিনিয়ে একো নকৰিলে, আজি এইখিনি মেঘে কি কৰিব বাপ?" গুৰুজনাই ক'লে," নহয়, এয়া কুৎসিত মেঘ।" তৎক্ষণাতে বৰষুণ নামিল। সকলো ভকতে বেগাবেগিকৈ গৈছে। আগত যোৱা সকলে নিভিজাকৈ ঘৰ সোমাল, মাজৰ সকলে কিছু ভিজিলে আৰু শেষত যোৱা সকলে গোটেই গাৰে পানী বৈ যোৱাকৈ ভিজিলে। তেওঁলোকে গৈ এঘৰ ক্ষত্ৰিয় লোকৰ ঘৰত জিৰাইছিল। গৃহস্থই ঘৰৰ মূধাত পাথৰৰ খুটা এটি লগাইছিল। শ্ৰীশঙ্কৰদেৱে খুঁটাত আউজি মূৰৰ ওপৰেৰে নতুন বস্ত্ৰ পৰিধান কৰি উঠি মনৰ ভিতৰতে মালা জপ কৰি পিছ দুৱাৰৰ পিনে মুখ কৰি খুঁটাৰ তলতে বহিছিল। সেই ঘৰৰ তিৰোতাজনীয়ে একেথৰে গুৰুজনাৰ পিনে চাই আছিল।

তাকে দেখি ভকতসকলে মনতে ভাবিলে," গুৰুজনাৰ দিব্য ৰূপ দেখি নগৰৰ তিৰোতায়ো ভোল যায়।" বৰষুণ এৰিলে। এনেতে এজন লোকে কল্যাণপুৰৰ এজন সদাগৰ ঢুকোৱাৰ বাতৰি আনি গৃহস্থক দিলে। তেতিয়া গৃহস্থৰ তিৰোতজনীয়ে লোকজনক সুধিছে," স্বৰ্গী হ'ল নে নৰ্কী হ'ল?" ভকতসকলে তিৰোতাজনীক সুধিলে," হৰিজী, কি চিন, প্ৰমাণ পাপ-পুণ্য, স্বৰ্গ-নৰকৰ?" তিৰোতজনীয়ে ক'লে," অন্তকালত যদি লোকে ৰাম বোলে তাতেই চিন।সেইজন পুণ্যৱন্তই উৎগতি কৰে। যিজনে ধৰ্ম-কৰ্ম কৰে, লোকক ভোজন কৰায়, ৰোগীক শুশ্ৰূষা কৰে, অন্তকালত তেওঁ ৰাম নাম শুনি গৈ স্বৰ্গ বা বৈকুণ্ঠত বাস কৰে। ইয়াকে শুনি দেশৰ লোকে তেওঁক প্ৰশংসা কৰে। যাৰ শৰীৰ পাপ মলেৰে ভৰা তেওঁ অধোগতি যায়। যিজনে সদায় কুকথা কয়, যিজন নিষ্ঠুৰ; হিংসা, দ্বেষ, চুৰি, পৈশুন্য, দম্ভ, গৰ্ব, অহঙ্কাৰত যাৰ দিন যায়, অন্তকালত সি নিমাত হৈ অথবা কুকথা কৈ মৰি নৰক ভুঞ্জি সংসাৰত যাতায়াত কৰি ফুৰে গৰ্ভবাস আৰু যোনি চেপা খাই। তাকে শুনিলে লোকে নিন্দা কৰে। এয়ে চিন প্ৰমাণ।" মহাপুৰুষ গুৰুজনাই তাকে শুনি ক'লে," ভাল কথাটি ক'লা, সেয়াই সত্য।" বৰষুণ এৰিলে। গুৰুজনাই ক'লে, "মাধৱ ব'লা।" তেতিয়া সেই তিৰোতাজনীয়ে টকা পাঁচটা আৰু বস্ত্ৰ এযোৰ দি গুৰুজনাক সেৱা কৰি ক'লে," আপুনি পূৰ্ণ ব্ৰহ্ম, দৈৱকী-পুত্ৰ, গোকুলৰ কানাই; আপোনাক মই কেনেকৈ মোৰ খালি গৃহত ৰাখিম? আৰু আপুনিও থাকিব কিয়?" এই বুলি অনেক স্তুতি মিনতি কৰি তিৰোতাজনীয়ে গুৰুজনাক বিদায় দিলে। ঘৰৰ পৰা ওলাই আহি গুৰুজনাই বাহিৰৰ পৰা তিৰোতাজীক নাম কাঢ়ি মাতি ক'লে," আই, তুমিহে জানিছা মহা সত্যক।"

**১-১৬-১১ :** এদিনাখন তেওঁলোকে গৈ গোপীনাথত চৈতন্যদেৱৰ মঠৰ পদুলিৰ আগত থিয় হৈছে। গুৰুজনে আগতীয়াকৈ ভক্তসকলক কৈছে, "চৈতন্যক সেৱা নকৰিবা; সেৱা কৰিলে তেওঁও সেৱা কৰে, ল'বলৈ টান।" চৈতন্যৰ শিষ্যই গৈ গুৰুক ক'লে," প্ৰভু, পূব দেশৰ শঙ্কৰ নামে গোসাঁইয়ে পদুলিত থিয় হৈ ৰৈছে, আপোনাৰ আজ্ঞা?" ইয়াকে শুনি কৃষ্ণ চৈতন্য প্ৰভুৱে আথে-বেথে মঠৰ পৰা ওলাই আগবাঢ়ি আহিল। চৈতন্যক দেখি গুৰুজনে ভক্তসকলৰ সৈতে কিছুদূৰ আগবাঢ়ি গ'ল। চৈতন্যই ফকৰা মাতিলে—

আহিছা হৰিৰপো, কি বুলি কাঢ়িলা পাও।
সংসাৰ জুৰি গুৰু ৰহিছে, ক'ত দি আহিছা পাও।।

তেতিয়া গুৰুজনে থমকি ৰ'ল আৰু মাধৱদেৱৰ মুখলৈ চাই ক'লে, "মাধৱ, আৰু আগ বঢ়িব নোৱাৰি।" তেতিয়া মাধৱদেৱে ফকৰা মাতিলে—

হৰিৰ আজ্ঞাত আহিলো গোসাঁই, পৃথিৱীত দি পাও।
হৃদয়ৰ মাজত গুৰু আছে, আত্মাত বিচাৰি চাও।।

চৈতন্যদেৱে পুনৰ ফকৰা মাতিলে—

শুদ্ধ সত্ত্ব মাথা গোট থাকে ওপৰত।
কি কাৰণে পৰি সেৱা কৰে চৰণত।।

তেতিয়া মাধৱদেৱে ফকৰা মাতিলে —

কোনজনে সেৱা কৰে, কোনজনে লয়।
ইয়াৰ গুহ্য কথা মহন্তই কয়।।

তেতিয়া চৈতন্যদেৱে কমণ্ডলুৰ পৰা পানী বাকিলে। সেই পানী বৈ গৈ উচ্ছিষ্ট দ খালত ৰ'ল। গুৰুজন আৰু চৈতন্যদেৱে দুয়ো দুয়োৰে ফালে চালে। তাতে প্ৰেমৰহস্য ভক্তিভাৱত প্ৰেম নিগৰি দুয়োৰো চকুৰ লোতক বৈ গ'ল। মাথা চাপৰাই নম্ৰ হৈ নমস্কাৰ কৰি চৈতন্যদেৱ গ'ল মঠত সোমাই আৰু ভক্তসকলৰ সৈতে গুৰুজনে নিজ বাটেৰে গ'ল।[২]

**১-১৬-১২ :** এদিনাখন গুৰুজনে ভক্তৰে সৈতে গৈ কবীৰৰ ভেটি পাই সুধিছে, "কবীৰৰ কোন আছে?" লোক এজনে ক'লে, "কবীৰৰ নাতিয়েক এজনী আছে।" এনেতে কবীৰৰ নাতিয়েক এজনী আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই নাতিয়েকক সুধিলে, "কবীৰ গোসাঁইৰ কবৰ ক'ত আছে?" নাতিয়েকে নি গুৰুজনাক কবীৰৰ কবৰটি দেখুৱালে আৰু গুৰুজনাই কবৰটি চালে। নাতিয়েকজনীয়ে তাইৰ স্বামীৰ পাগুৰিটো আনি গুৰুজনাৰ আগত থৈ ক'লে,"আমাৰ অভাগাই এই সময়ত ঘৰত নাই , আপুনি এই পাগুৰিতে ভৰিখন

---

(২) · গুৰুজনাই দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰাৰ সময়ত বয়স হৈছিল ১০১ বছৰ (প্ৰায়)। সেই সময়ত চৈতন্যৰ বয়স হ'ব ৬৫ বছৰ (প্ৰায়)। পণ্ডিত প্ৰবৰ মহেশ্বৰ নেওগ দেৱৰ মতে গুৰুজন আৰু চৈতন্যদেৱ মাজত দেখা দেখি হোৱাই নাছিল। (শঙ্কৰদেৱ: মহেশ্বৰ নেওগ।)

থৈ চৰণ ধূলি দি যাওঁক।" গুৰুজনে ৰামৰাম গুৰুক ভৰিখন দিবলৈ ক'লে। ৰামৰাম গুৰুৱে ক'লে," বাপ, মই কিয় দিম?" তেতিয়া গুৰুজনাই ভৰিৰ বুঢ়া আঙুলিৰে পাগুৰিটোত ছাপ দি তাৰ পৰা বিদায় মাগিছে। বাটত আতা-আতৈসকলে কোৱাকুই কৰিব ধৰিলে,"কবীৰ দেখোঁ মুছলমান বুলি শুনিছো, গুৰুজনাই তাত কিয় সোমাল? কি অন্যায় কথা!" গুৰুজনাই ক'লে," কবীৰ গোসাঁই ঈশ্বৰৰ অৱতাৰ, বিৰাট ব্ৰহ্মাৰ অংশ।"

**১-১৬-১৩** : পূৰ্ব জন্মত এজনী ব্ৰাহ্মণৰ বিধবাই বহুত বছৰ ধৰি ঈশ্বৰক চিন্তা কৰিছিল। ঈশ্বৰে বিধবাক দেখা দি ক'লে, " কি বৰ লাগে কোৱা।" বিধবাই ঈশ্বৰ কৃষ্ণৰ ৰূপত মুগ্ধ হৈ ক'লে, "তোমাৰ সদৃশ পুত্ৰ এটি মোৰ জন্ম হওঁক।" ঈশ্বৰে ক'লে, "মোৰ সদৃশ কোন আছে; ময়ে তোমাৰ পুত্ৰ হ'ব লাগিব। তুমি বিধবাত মোৰ জন্ম হ'লে লোকে নিন্দা কৰিব, এতেকে পুনৰ জন্মত তুমি গণ্ডকী হ'বাঁ আৰু মই তোমাৰ স'তে শালগ্ৰাম ৰূপে জন্মিম।" বিধবাই কৰ্মদোষ-বাসনা খণ্ডিলে আৰু ঈশ্বৰৰ ইচ্ছাত গণ্ডকীৰূপে জন্মি শালগ্ৰাম পুত্ৰ পালে। এবাৰ তেওঁ মানুহৰ বিধবা হ'ল। তেওঁৰ বৃদ্ধ পিতৃ জীৱিত আছিল, কিন্তু মাতৃ ঢুকাইছিল। সেই বিধবাৰ শিৰস্নান হৈ পাঁচদিন উপবাসে থকাত ব্ৰাহ্মণ বৃদ্ধ পিতৃয়ে আখৈ আৰু গাখীৰৰ মন্দ কৰি ছোৱালীক খুৱাওঁতে তেওঁৰ ঘাম তাইৰ মুখত পৰিল। সেই ঘৰ্মবিন্দু ছোৱালীৰ গৰ্ভত স্থিত হৈ ব্ৰহ্মাৰ অংশই পুত্ৰৰূপে পাঁচমাহতে জন্ম পালে। তাকে দেখি বাপ-জীয়ে বিচূৰ্তি খাই সেই জাতকক এজন জালোৱা যৱনৰ বাৰীৰ এচুকত থৈ আহিলগৈ। অপুত্ৰক জালোৱাই সন্তান এটি পাই পৰম শ্ৰদ্ধাৰে লালন-পালন কৰিলে। পুত্ৰই পাঁচ বছৰ বয়সতে যৱনৰ অন্ন-জল এৰি বৈৰাগ্য-বিৰকতি হৈ, মহা সদাচাৰী হৈ ফুৰিব ধৰিলে। তেনে কাৰ্য্যত সকলো যৱনে একগোট হৈ ৰজাক গোচৰ দিলে, " মহাৰাজ, আমাৰ সন্তানে আমাকে বাছে, ঘিণায়।" তেতিয়া যৱন ৰজাই ল'ৰাটিক ধৰি নি ক'লে, "তুমি আজি মোৰ লগত ভাত খাব লাগিব।" ল'ৰাটিয়ে ক'লে, "মহাৰাজ, আপুনি ৰজা, ঈশ্বৰৰ বিভূতি অৱতাৰ আৰু মই সামান্য প্ৰাণী; আপোনাৰ লগত মই ভাত কিয় খাম?" ৰজাই ক'লে, "হওঁক, মই সেই দোষ নধৰো।" ল'ৰাটিয়ে ক'লে, " মহাৰাজ, তথাপি খাব নোৱাৰি।" তেতিয়া ৰজাই ক'লে, "তেন্তে তোমাক শাস্তি বিহি

কটোৱালৰ হাতে কটাম; কি উত্তম লোক ওলাইছা?" ল'ৰাটিয়ে ক'লে, "মহাৰাজ, দণ্ড দি কাটে যদি খামে তেন্তে।" এইবুলি কৈ ল'ৰাটিয়ে কাঁহীৰ ভাতৰ মাজেৰে আঙুলিৰে আঁক দি ৰজাক ক'লে, "মহাৰাজ, কাঁহীৰ এফাল আপুনি খাওঁক আৰু আনফালে মই খাওঁ।" পাছত আঁকৰ পোনে পোনে সোণৰ মাইহাং কাঁহীখন ঠাচ কৰি দুফাল হৈ ফালিল। তাকে দেখি ৰজাই ভয় খাই আশ্চৰ্য্য অদ্ভুত মানি সন্মান নমস্কাৰ কৰি ল'ৰাটিক (কবীৰক) বিদায় দিলে।

**১-১৬-১৪** : আৰু চৈতন্য গোসাঁই পালক বিষ্ণুৰ অংশ। তেওঁ কবীৰ বিৰাটৰ পৰা পৰমাৰ্থ বস্তু লভিছিল। কবীৰ ঢুকালত চৈতন্যই শৱ কান্ধত লৈ নিশা গৈ সাগৰৰ বালিচৰত শৱ সংস্কাৰ কৰিলে। তাকে দুষ্ট খলুৱাই দেখি ৰজাক গোচৰ দিলে। ৰজাই শুনি খং কৰি ক'লে, "দেশত অধৰ্ম হ'ল, ব্ৰাহ্মণেই যৱনক চুব ধৰিলে।" ৰজাই ক্ৰোধ কৰি পিয়দাক হুকুম দিলে, "চৈতন্যক এতিয়াই ধৰি আনা।" চৈতন্যক ধৰি নিয়াই ৰজাই সুধিলে। চৈতন্য গোসাঁয়ে ক'লে, "ক'ৰ কি যৱন মই নাজানো, কালি ৰাতি মহানন্দাৰ তীৰত এডোখৰ জাতি চন্দন পাই তাকে নি সাগৰৰ বালিত পুতি থৈ আহিছো, সেয়া হয়।" ৰজাই সুধিলে, "দেখুৱাই দিব পাৰিবা?" গোসাঁয়ে ক'লে, "মহাৰাজ কিয়বা?" ৰজাই সূচককো ক'লে, "তইঁতে এওঁ শৱ পোতা ঠাই ডোখৰ নেদেখিছা?" তেতিয়া ৰজাৰ দূতে চৈতন্যক লগত নিছে। সূচকে ঠাইডোখৰ দেখুৱাই দিছে আৰু চৈতন্য গোসাঁয়েও ঠাইডোখৰ দেখুৱাই কৈছে, 'ইয়াতে পুতিছো।" সূচকেও হয় বুলি ক'লে। পাছত মাটি খান্দি চাই দেখিলে এডোখৰ জাতি চন্দন, গন্ধোতে দহোদিশ মলমলাব ধৰিলে। সেই কথা দূতে ৰজাক ক'লে। ৰজাই মনতে ক'লে, "দুষ্টৰ কথাত লাগি বিচাৰ নকৰিলে অকাৰ্য্যত ব্ৰাহ্মণক দণ্ড কৰা হ'লহেঁতেন।" এইবুলি ৰজাই সূচকক ফাঁচি দিয়ালে আৰু চৈতন্য গোসাঁইক সন্মান কৰি অনেক টকা বস্তু দি পঠালে। এনেকৈ গুৰুজনাই নিতে হৰি কথা কৈ যায় আৰু ভকতসকলে খোজ কঢ়াৰ কষ্টৰ গমকে নাপায়।

**১-১৬-১৫** : এদিন ৰ'ল তেওঁলোকে বিনাইগঞ্জৰ কাষত বট গছৰ তলত বাহা কৰি। তাতে ৰৌ মাছৰ বাহনত উঠি গঙ্গাদেৱীয়ে দিব্যৰূপত গুৰুজনাক সপোনত দেখা দি আগবাঢ়ি আহি সেৱা কৰিছে। তাৰ পৰা গৈ তেওঁলোকে নেলাই হাটত ৰৈছে। সেই ঠাই চাৰি ঠাইৰ মুৰ। তাৰ পৰা বৃন্দাবন, জগন্নাথ,

সেতুবন্ধ আৰু গঙ্গালৈ বাট গৈছে। মহাপুৰুষ গুৰুজনে সকলো ভকতকে সুধিছে," ক'লৈ যাবাইঁক আগে- বৃন্দাবনলৈ, সেতুবন্ধলৈ, গঙ্গালৈ, নে জগন্নাথলৈ?" ৰায় আতাই ক'লে, "দাদা, আহিছো যেতিয়া বৃন্দাবনলৈ যাওঁ আগে।" ৰায় আতাৰ কথাত সকলো ভকতে সন্মিতি দিলে। মাধৱদেৱে মতা নাছিল। ভকতসকলে ক'লে," বাপ, আমিহে কৈছো, মাধৱদেৱ নামাতে দেখোঁ।" গুৰুজনে ক'লে,"হয়, মাধৱে দেখোঁ মতা নাই।" মাধৱদেৱে ক'লে," বাপ, মই হ'লে যাব নোৱাৰিম।" সকলো ভকতে সুধিলে," বাপ, কিয়?" মাধৱদেৱে গুৰুজনাক ক'লে," বাপ, আপুনি বৃন্দাবন যেনে ৰূপৰ বুলি কৈছে, তাত গৈ তেনে ৰূপ-গুণ নেদেখিম আৰু মোৰ টকাও নাই।" ৰায় আতাই ক'লে," টকাময়ে দিম।" মাধৱদেৱে ক'লে," সেই ধাৰ মই কিহেৰে সুজিম?" গুৰুজনে ক'লে," জানিছা মাধৱ, বৃন্দাবনত ৰূপ-সনাতনে এক শৰণ ধৰ্ম প্ৰচাৰ কৰিছে বুলি শুনিছো, আমাৰ সৈতে একে হয়- নহয় চাওঁগৈ ব'লা।" মাধৱদেৱে ক'লে," বাপ, তেনেহ'লে এখোজো নাকাঁঢ়ো। যিসকলৰ সংশয় আছে তেওঁলোকে বৃন্দাবন দাসক দেখি পতিয়ন যাবলৈ ,যাওঁক। আৰু এতিয়া যদি একে হয় পতিয়াম আৰু যদি নহয় এৰিম, এনেহে হ'লগৈ। মই হ'লে নাযাওঁ আৰু নাযামো।" তেতিয়া গুৰুজনে ক'লে,"আমাৰ জনা কাণ্ডাৰী মাধৱহে, মাধৱ নহ'লে আমি যাব নোৱাৰো।" তেতিয়া তেওঁলোকে দক্ষিণ দিশেৰে গৈ পদ্মাৰ উত্তৰে জীয়াগঞ্জৰ দোলামাৰি ঘাটত গঙ্গা স্নান-দান- পান কৰি গৈ মুখচোৰা বজাৰত বৈ তাৰ পৰা কটুৱা গঙ্গা পাৰ হৈ গৈছে।

**১-১৬-১৬** : ৰামৰাম গুৰুৱে গুৰুজনাক সুধিছে," বাপ, গয়ালৈ কেনি যায়?" গুৰুজনে ক'লে,"গয়াৰ পথ আগতে ৰ'ল।" ৰামৰাম গুৰুৱে নুশুনি পুনৰ সুধিলে। গুৰুজনে ক'লে," সেই বাট তাতেই থাকিল, তুমি তাকেই পুনৰ সোধানে?" তেতিয়া গুৰুজনে গীত ৰচিছে এনে ভাবত-- তুমি উজাইছা; কিন্তু সজ পথটি দেখা নাই। " ওজা-সোজা" গীতটি গুৰুজনাই ৰচনা কৰিছে সেই সময়তে।

**১-১৬-১৭** : ভকতসকলে গুৰুজনাক ক'লে," বাপ, সাগৰৰ পাৰে পাৰে জগন্নাথলৈ যাওঁ।" তেওঁলোকে সাগৰৰ পাৰে পাৰে গৈছে। বাটত ঘাটৰ

সৈতে ৰুক্মিণীদেৱীৰ মন্দিৰ পাই গুৰুজনে ভকতসকলক দেখুৱালে। কৃষ্ণই ৰুক্মিণীদেৱীক ক্ষণিকৰ বাবেও নেৰিছিল। ভকতসকলে চাই দেখিলে গুৰুজন মন্দিৰৰ ভিতৰত আছে আৰু তেওঁলোকৰ লগতো আছে। তেওঁলোকে আশ্চাৰ্য্য-অদ্ভুত মানিলে। তাৰ পৰা গৈ সেইদিনা তেওঁলোকে তুলসী চ'ৰাত ৰৈছে। ৰাতিপুৱা তেওঁলোকে আঠেৰনলা নলা পাৰ হৈ গৈ পুৰীত প্ৰৱেশ কৰি মন্দিৰৰ সিংহদ্বাৰত থিয় হৈছে। সিংহদ্বাৰ সোমাই যাওঁতে পাণ্ডাই ক'লে," গাই প্ৰতি একোটিকৈ কোৰ ল'ব লাগে।" তেতিয়া মাধৱদেৱে ঘোষা মাতিছে—

হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য,
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱজাক।
হেনয় দ্বাৰত বেত্ৰ প্ৰহাৰ পাইবাৰ যোগ্য,
হওঁ আমি কেমন বৰাক।।

মাধৱদেৱৰ এই কথা শুনি পাণ্ডাসকলে বেত্ৰ নামাৰি গুচি গ'ল।

**১-১৬-১৮** : তেওঁলোকে গৈ জগন্নাথৰ নাট মন্দিৰত বহিছে। নাট মন্দিৰত আন আন মহন্ত সকলো বহিছে। কৃষ্ণ চৈতন্য, শ্ৰীচৈতন্য, হৰিব্যাস, ৰামানন্দী, নিত্যানন্দী, শিশু জগন্নাথ, ছোট জগন্নাথ, গৌৰীয় শিশু গাৰিমা, বৰ গাৰিমা, সৰু গাৰিমা, হনুমন্ত, জাম্বুৱন্ত, অশ্চত্থামা আৰু বিভীষণ এই সকল মহন্তই একেলগে বহিছে। আৰতি প্ৰসঙ্গ হ'ল। দাসীয়ে নাচিছিল। এজনী নৰ্ত্তকীৰ খোপাৰ ফুল সৰিছিল। গুৰুজনাই মৃদুকৈ হাঁহিলে। তাকে দেখি আন মহন্তসকলে ক'লে,"এনে লঘু কথাত উত্তম লোকে হঁহা ভাল নহয়।" গুৰুজনাই সুধিলে,"কি লঘু কথাত?" তেওঁলোকে দেখুৱালে। গুৰুজনাই ক'লে," মই সেয়া দেখাই নাই।" তেওঁলোকে সুধিলে, "তেন্তে কিয়নো হাঁহিলা? গুৰুজনাই ক'লে, "পাণ্ডাই গোসাঁইৰ ভোগ নমাওঁতে উতলা ভোগ তেওঁৰ হাতত পৰিল; তেওঁ পাত্ৰটো এৰিলেও পোৰে আৰু নেৰিলেও পোৰে, উপাই নাপাই তেওঁ হাতৰ ভোগ চেলেকি থ'লে, তাতেহে হাঁহিলো, পাণ্ডাই হাত নুধোলে দেখি।" তেতিয়া তেওঁলোকে পাণ্ডাক মতাই আনি সুধিলে। পাণ্ডাই ক'লে," হয়, উপাই নাপাইহে কৰিলো।" মহন্তসকলে ক'লে," পাথৰৰ গৃহ, অভ্যন্তৰৰ কথা কেনেকৈ জানিলে, দেখিলে শঙ্কৰে?" আৰু তেওঁলোকে শঙ্কৰেই যে ঈশ্বৰ, সদাশিৱ তাকে জানি গুৰুজনাৰ

আগত দণ্ডৱতে পৰি সেৱা কৰিলে।

**১-১৬-১৯** : গুৰুজন পূৰ্ণ শক্তিধৰ দেখি বৰ পাণ্ডা শুকে গোসাঁইৰ উত্তম মানিকি মাধুৰি ভোগ গুৰুজনাক দিলে। গুৰুজনাই মাধৱদেৱক ক'লে," বঢ়াৰপো, ভোগ ভালকৈ লোৱা; পথ ফুৰা গা, গধূলি স্নান কৰিহে ভোজন কৰিম।" তেতিয়া বৰ পাণ্ডাই গুৰুজনাক খং কৰি ক'লে," ডেকাগিৰি, এইখন পুৰুযোত্তম ক্ষেত্ৰ, পৃথিবীৰ বৈকুণ্ঠ; ইয়াত পূৰ্ণ কৃষ্ণ, বলভদ্ৰ সাক্ষাত ব্যক্ত হৈ আছে, ইয়াতো তুমি মায়া দেখানে? চাৰি সিদ্ধৰ পৰা জয় -বিজয়ৰ কি হৈছিল নেদেখিছা? ব্ৰহ্মত কি বিকাৰ আছে? পালে মাত্ৰ খালে অন্নই মোক্ষ সাধে। মহা প্ৰসাদক অৱহেলা কৰিছা গোসাঁই, তোমাৰ দেশত প্ৰসাদত বিশ্বাস আৰু সন্মান নহ'ব।" তেতিয়া গুৰুজনে ভক্তৰে সৈতে মন্দিৰৰ পৰা ওলাই আহি মাৰ্কেণ্ডয় হ্ৰদৰ তীৰত বাহা কৰি ৰৈছে। তাতে মধৱদেৱে প্ৰসাদ ভগাই দিছে আৰু গুৰুজন আৰু ভকতসকলে প্ৰসাদ লৈছে। গুৰুজনৰ প্ৰসাদৰ অৱশেষ অলপ ৰ'ল। মাধৱদেৱে তাকে গামোচাত বান্ধি খন্তাৰ আগত বান্ধি থ'লে। দুপৰ নিশা জগন্নাথে সোণৰ মেকুৰী হৈ সেই ভোগ খাইছিল। গুৰুজনে সাৰ পাই শুনিলে খুট-খাট শব্দ। গুৰুজনে ক'লে," বঢ়াৰপো, প্ৰসাদ কোনে খায় চোৱা।" তেতিয়া মাধৱদেৱে গীত ৰচনা কৰি গাইছে-

যাদৱ লীলা জানৱ কোই।
ব্ৰহ্মা, শিৱ, সুৰপতি চিন্তিতে আকুল হই...............।

**১-১৬-২০** : পিছদিনা শৌচ শুদ্ধি কৰি তেওঁলোকে সমুদ্ৰত স্নান কৰিছে। সাগৰে ঢৌত সাগৰ জুলি বস্ত্ৰ দি গুৰুজনাক সেৱা কৰিছে। কোনোৱে কয়, সাগৰে সপোনত আহি সাগৰ জুলি বস্ত্ৰ দি গুৰুজনাক সেৱা কৰিছিল। নিত্য কৰ্ম কৰি উঠি তেওঁলোকে জগন্নাথ মন্দিৰলৈ গ'ল। নাট মন্দিৰৰ দুৱাৰ মুখত মাধৱদেৱে গীত ৰচনা কৰি গাইছে —

মোকে দেখিও না কেন আহে জগন্নাথ,
মই বৰ পাপেৰ পাপী।
সংসাৰ কূপত পৰিয়া তোমাৰ,
চৰণে নধৰো চাপি।।
......... .................................।

গুৰুজন আৰু ভকতসকলে জগমোহন পাৰ হৈ নাট মন্দিৰলৈ গৈ মোহন মন্দিৰৰ পৰাহে জগন্নাথ প্ৰভুক দৰ্শন কৰিলে। গুৰুজনে শ্ৰীমন্দিৰত নোসোমালে।[৩] পূৰ্বতে ইন্দ্ৰদ্যুম্ন ৰজাই একোটিকৈ শালগ্ৰাম আৰু লক্ষ্মীনাৰায়ণৰ মূৰ্ত্তি কৰি পুতি তাৰ ওপৰত দৌল সাজিছিল। এতেকে মন্দিৰৰ সন্মুখ হৈ যাওঁতে পুণ্য, উদ্‌গতি আৰু পিছ ফালদি আহোঁতে পাপ, অধ:গতি হয়। এই কথাৰ ভু আনে নাপায়। গুৰুজনে সেই কথা জানি মন্দিৰৰ ভিতৰত নোসোমালে।[৪] শ্বেত গঙ্গা, মাৰ্কেণ্ডয়, ইন্দ্ৰদ্যুম্ন, চন্দন সৰোৱৰ, লোকনাথ এই পঞ্চতীৰ্থত স্নান কৰি সূৰ্য্য দক্ষিণায়নৰ পৰা উত্তৰায়ণ হোৱাৰ দিনা তেওঁলোকে জগন্নাথ দৰ্শনৰ অৰ্থে গৈছিল। তাৰ পাছত ঘুণুচা বাৰী, দ্বাৰকানাথ, বংশীধাৰী, নৃসিংহ, উদ্ধৱ, বলি, প্ৰহ্লাদ, যম, শিৱ, ব্ৰহ্মা, হনুমন্ত, ৰাম-লক্ষ্মণ, জম্বুৱন্ত, লক্ষ্মী, সৰস্বতী, বিমলা স্বৰ্ণদ্বাৰ, বট গোবিন্দ, মৎসমাধৱ, চন্দ্ৰ, সূৰ্য্য, বায়ু, উগ্ৰসেন, বসুদেৱ-দৈৱকী, নন্দ-যশোদা, ৰাধাকৃষ্ণ এই সকলোকে মুখ্য কৰি ওৰেষাৰ আন আন অসংখ্য তীৰ্থ ক্ষেত্ৰ-মূৰ্ত্তি গুৰুজনে ভকতসকলক দেখুৱাই স্নান দান দৰ্শন পৰ্শন কৰালে।

**১-১৬-২১** : বৰ বৰ মুখ্য পাণ্ডাই গুৰুজনাৰ ঈশ্বৰ শক্তি দেখি গুৰুজনাক গুৰু মানি শৰণ ল'লে। তেওঁলোক--শুকদন্ত, ৰাম, ৰামানন্দ, হৰি, হৰিদাস, জয়, জয়মুনি, শ্ৰীৰাম, যদু, কৃষ্ণকাম, এই বাৰজন। জগন্নাথ ক্ষেত্ৰত তিনি পষেক ৰৈ জগন্নাথক বিদায় কৰি গুৰুজন আহিছে। পাণ্ডাসকলে গুৰুজনাক কোনোৱে আঠেৰনলা চ'ৰালৈ, কোনোৱে তুলসী চ'ৰালৈ আগবঢ়াই থৈ সেৱা কৰি বিদায় লৈ গ'ল। তুলসী চ'ৰাত গুৰুজনে এৰাতি ৰৈ পিছ দিনা পুৱা গৈ

---

(৩) লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাৰ পৰা--" ইয়াৰ পিছত শঙ্কৰদেৱে নাট মন্দিৰত প্ৰৱেশ কৰি দ্বাৰদেশত খুঁটাত হাত দি দাৰুব্ৰহ্ম জগন্নাথ মূৰ্ত্তিৰ পদ্মমুখলৈ একেথিৰে চাই থাকোঁতে সেই খুঁটাত তেওঁৰ আঙুলিৰ সাঁচ ৰ'ল। আজিলৈকে তাত সেই সাঁচ আছে, যাক শঙ্কৰদেৱৰ হাতৰ আঙুলিৰ চিহ্ন বুলি কয়। থিয় হৈ থকা শিলৰ ওপৰত ভৰিৰ খোজৰ চিহ্ন ৰ'ল, সেই চিহ্ন লক্ষ্মীৰ স্তম্ভৰ ওপৰত আজিও দেখিবলৈ পোৱা যায়

(৪) শঙ্কৰদেৱে সিংহদ্বাৰ পালতে তেওঁক ভিতৰলৈ সোমাবলৈ ক'লত শঙ্কৰদেৱে ক'লে," যাব নোৱাৰি, কাৰণ দ্বাৰত ব্যৱধান আছে। দুৱাৰৰ তলত অষ্টাধিক একশ শালগ্ৰাম পোতা আছে, সেই সকল ডেই কেনেকৈ যাম? পাথৰ গুচাই তোমালোকে চোৱা, হয়, নহয়।" এই কথা শুনি পাণ্ডাসকলে আচৰিত মানি শিলাকুটি আনি পাথৰ গুচাই দেখে যে সচা। তাৰ পৰা সেই অষ্টাধিক শত শালগ্ৰাম শিলা তুলি নি তেওঁলোকে মন্দিৰৰ বহিৰে দক্ষিণ ফালে থাপনা কৰি থলে, তাত আজিলৈকে আছে।

ছাতি গোপালপুৰৰ লক্ষাই চৰ্দাৰৰ ঘৰত ৰৈছে।

**১-১৬-২২** : লক্ষাই চৰ্দাৰৰ ঘৰত আগৰে পৰা দুজন যাত্ৰী আছিল। গুৰুজনে তেওঁলোকক সুধিলে, "তোমালোক কোন দেশৰ, তোমালোকৰ আচাৰ্য্য কোন, ধৰ্ম-ধাম কি আৰু কি ভেল্কিবাজী জানা?" গুৰুজনাৰ মহা তেজ শক্তি দেখি সিহঁতে ক'বলৈ ধৰিলে," মহাশয়, পূৰ্ব্বৰে পৰা কওঁ শুনক। গৌৰেশ্বৰে দ্বিগবিজয় কৰি দেশ প্ৰদক্ষিণ কৰোঁতে পূব দেশত এজনী ক্ষত্ৰিয়ৰ বিধবাই ম'হ এজনী খিৰাই থকা দেখিলে। ম'হৰ বগা পোৱালীটোক ৰচাৰে বান্ধি আনটো মূৰ তিৰোতাজনীয়ে ভৰিৰে টিপা মাৰি আছে আৰু পোৱালীটোৱে লৰচৰকে কৰিব পৰা নাছিল। ৰজাই সৈন্যক ক'লে," এই তিৰোতাজীক লোৱা, তাইৰ গৰ্ভত দুজন ক্ষত্ৰিয় বীৰ আছে।" তিৰোতাজনীক ৰজাই ঘৰত আনি থ'লে। সময়ত তিৰোতাজনীয়ে দুটি যমজ পুত্ৰ জন্ম দিলে। সিহঁত দিব্য সুন্দৰ, সুলক্ষণ পুৰুষ। মাকে নাম থ'লে ৰূপ আৰু সনাতন। সিহঁত বিষ্ণুৰ অংশ। দুই চাৰি দিন কৰি সিহঁত যৌৱন প্ৰাপ্ত হ'ল। ৰজা অপুত্ৰক আছিল বাবে তেওঁ বৰ সন্তোষ পালে। পাছত ৰজাই ৰাজ অভিষেক পাতি ৰূপক ৰজা পাতি আয়ুসৰ অন্তত তেওঁ ঢুকাল। ৰূপে প্ৰজাক পুত্ৰৱত পালন কৰি ক্ষত্ৰিয় ধনুৰ্দ্ধৰ হৈ ৰাজ্য শাসন কৰি আছিল। এদিনাখন ৰজাই ৰঙ্গশালত চাৰিটা হাতী যুঁজাইছিল। হাৰা হাতীটোক খেদি নিছে জিকা হাতীটোৱে। চিপাহীয়ে কাপোৰ জোকাৰি জোকাৰি শিঙা বজালে। এইবাৰ বলিয়া হাতীটোৱে উভতি আহি চিপাহীকে খেদা মাৰিলে। মাউতে অঙ্কুশ মাৰে; কিন্তু হাতীয়ে তাক নগণে। হাতীয়ে চিপাহীক লগ পায় পায় এনে সময়তে মাউতে চিঞৰিলে, "সাৰ ভাই সাৰ, এই বাৰেই সাৰ।" সি সাৰিব নোৱাৰিলে। ঘোৰাৰ সৈতে চিপাহী আৰু মাউতকো হাতীয়ে মাৰিলে। ৰজাই মন্ত্ৰীক সুধিলে, "মৰাৰ সময়ত মাউতে কি কৈছিল?" মন্ত্ৰীয়ে ক'লে,"মহাৰাজ চিপাহী আৰু মাউত দুয়ো ভাই ককাই আছিল। হাতীক অঙ্কুশেৰে ৰাখিব নোৱাৰি মাউতে কৈছিল," সাৰ ভাই সাৰ, এই বাৰেই এবাৰ।" পূৰ্বতে সিহঁত অসুৰৰ অংশ আছিল আৰু এইবাৰ সিহঁতে নৰদেহা এৰিবৰ ইচ্ছা কৰিছিল।" তাকে শুনি ৰজাই মন স্থিৰ কৰি চিন্তা কৰি মহা বৈৰাগ্য-বিৰকত হ'ল। ৰজাই মনতে ক'লে," সাৰ ভাই সাৰ কৰি সাৰিব নোৱাৰি সিহঁত মৰিল আৰু এইবাৰৰ

পৰা দেখোঁ মোৰো মনুষ্য জন্ম নাই, কিহৰ বাবে মৰিছো এই ৰাজপাটক লৈ?" এই বুলি তেওঁ ৰজাৰ সাজ এৰি ফটা জুলি,কঁথা-খন্তা, ম'ৰাৰ পাখি লৈ ৰাতিতে ৰাজ প্ৰসাদ এৰি গৈ বৃন্দাবনত ঈশ্বৰক আৰাধনা কৰিব ধৰিলে। মধ্যাহ্ন সময়ত ভগৱন্তই তেওঁক এসন্ধ্যাৰ দেৱভোগ্য আহাৰ মিলায়। তাকে খাই লৈ তেওঁ আছিল। ইফালে ৰজাক বিচাৰি নাপাই পাত্ৰ মন্ত্ৰী সকলে মিলি ভায়েক সনাতনকে ৰাজ দণ্ড দি ৰজা পাতিলে। সনাতনেও ভায়েকক চিন্তি মহা বিৰকতি ভাৱে ৰাজ্য শাসন কৰি আছিল। ৰজাই বৌ মাকৰ লগত একেখন শয্যাত শোৱে। বৌয়েকৰ শান্তি ধৰ্ম নষ্ট হয় বুলি কাপোৰ এখন দুয়োজনৰ মাজতে থয়। কাপোৰখন মনত যেন এখন পৰ্বতহে, দুয়ো দুয়োকো নেদেখে। বৃন্দাবনৰ পৰা ৰূপে এজন যাত্ৰীৰ হাতত ভায়েকলৈ চিঠি দি ৰাজপদ নিন্দি তুচ্ছ কৰি কৈ ভায়েকক মাতিলে। সনাতনে চিঠি পাই পঢ়ি মনত মহা বিৰকতি লাগিল। তেওঁ বালি ভৰাই কঁথা কৰি তাত সোণ ভৰাই লৈ ৰাজপাট ৰাজদণ্ড এৰি বৌয়েকক লৈ ৰাতিতে ওলাই গ'ল। তেওঁলোকে বিচাৰি বিচাৰি কিছুদিনৰ মূৰত ৰূপক লগ পাই দণ্ডৱতে সেৱা কৰিলে। ৰূপে সুধিলে," সনাতন, আহিলিনে বোপা?" সনাতনে ক'লে," দাদা, আপোনাৰ কৃপাত কৰ্মবন্ধ ছিঙি আহিছো।" ৰূপে পুনৰ সুধিলে," তিৰোতাজনী আনিলা কিয়?" সনাতনে ক'লে," দাদা, বৌয়ে আপোনাক কায় মন বাক্যে চিন্তা কৰি আছে, পতিব্ৰতা নাৰী এৰিলে দোষ হয় বুলিহে অনা হৈছে। আৰু শাস্ত্ৰৰ নীতি- মাতৃক পুত্ৰই অনাথকৈ এৰিব নাপায়।" ৰূপে ক'লে, " বাৰু বাপু, আন আশা এৰি হৰি গুণ গাই ভগৱন্তক চিন্তি উদ্ধাৰিবৰ মন কৰা দুয়োজনে।" তেওঁলোকে চাৰিদিন আছে, ভগৱন্তে আহাৰ মিলোৱা নাই। ৰূপে ক'লে,"সনাতন, কিবা আছেনে তোমাৰ হাতত? দেখোঁ ঈশ্বৰে ভোগ মিলোৱা নাই আগৰ দৰে।" সনাতনে ক'লে," দাদা, একশ তোলা সোণা বালিৰ কঁথাত আনিছো।" ৰূপে ক'লে," ভাল কৰিলা।" পিছত সেই সোণ উলিয়াই ভাঙি সাত দিন সাত ৰাতি ফলাহাৰৰ সভা পাতিলে। অনেক ব্ৰাহ্মণ, বৈষ্ণৱ, বৈৰাগী, যাত্ৰী, সন্ন্যাসী, যোগী, যোতি, ব্ৰহ্মচাৰী, দণ্ডী, অনাথ আৰু আশ্ৰমীয়ে গাখীৰ চিৰা, চেনি, লুচি, পুৰি, জিনৈ, আতা, মোদক, কুঁহিয়াৰ, আখৈ, জৰা, পুৰা খাই শেষ কৰিব নোৱাৰিলে। পাছত তেওঁলোকে সেই ধন অনেক সহস্ৰ লোকক

বিলাই দি শেষ কৰি এক শৰণ ধৰ্মত চলি আৰু চলাই আছে বৃন্দাবনত। ৰূপে খলা বমা শিলৰ বিছনাত শয়ন কৰে হৰিক চিন্তি। তাকে দেখি সনাতনে চেনী আনি কাটি শিলটো নিমজ কৰিলে। ৰূপে ৰাতি সেই কথা সুধি তাতেই অন্তৰ্ধান হ'ল। সনাতনে দাদাকক বিচাৰ কৰি ফুৰাৰ সময়তে শিশুসকল আহি শিলটোত কোবোঁৱাত ৰূপ তাতেই ব্যক্ত হ'ল পুনৰ। দেৱ ভোগ্য আহাৰ খাই তেওঁলোক তাতেই আছে। যাত্ৰী দুজনে পুনৰ ক'লে," আমি তেওঁলোকৰে ভাগিন।" গুৰুজনে ক'লে,"হেৰা, একশৰণৰ এনে ভেশ হ'ব নালাগে দেখোঁ।" তেওঁলোকে ক'লে," বাপ, চাউলৰ বাবে দেশ চাই ভেশ।" গুৰুজনে অন্তৰ বোধেৰে পৰমাৰ্থ বিচাৰি চাই একেই পালে। তেওঁলোকে গুৰুজনক সংস্কৃতত শ্লোক মাতি স্তুতি কৰি গুৰুজনাক সেৱা কৰিলে। সেই শ্লোকৰ ভাঙনি কৰি মাধৱদেৱে সুন্দৰীদিয়াত আশ্ৰয় পটলৰ ঘোষা কৰিছে—

নোহো আমি চাৰি জাতি চাৰিও আশ্ৰমী আতি
নোহো ধৰ্মশীল তীৰ্থ ব্ৰতগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপী ভৰ্ত্তা পদ কমলৰ
দাসৰো দাস তান দাস ভৈলো আমি।।

**১-১৬-২৩** : তাৰ পৰা আহি গুৰুজনে ভক্তেৰে সৈতে কটক নগৰত ৰ'ল। গুৰুজনে মাধৱদেৱক টকা এটি দিলে খৰছ কৰি সিধা আনিবলৈ। টকাটি নি মাধৱদেৱে কটক বন্দৰৰ কাষৰ বট গছৰ তলৰ মেৰিত ধেলী বৰ পোহাৰী তিৰোতাজনীক দিলে। টকাটো চাই পোহাৰীয়ে ক'লে, "দেখোঁ গোকুলৰ কানাইৰ চিহ্ন থকা টকা?" তাই মাধৱদেৱক ক'লে,'টকাটো নিয়া, সিধাৰ খৰছ ময়ে দিম।" পোহাৰীয়ে এটকাৰ জোখেৰে বস্তু দিলে আৰু টকা এটি দি ক'লে, "এই টকাটি ভাঙি ভকতক সিধা দিবা।" বয় বস্তু আনি মাধৱদেৱে সকলো ভকতক ভগাই দিলে আৰু সকলো ভকতে সেয়া ভোজন কৰিলে।

**১-১৬-২৪** : মাধৱদেৱে ঠাই চৌকা মচি, পানী-পাত আনি, শাক-পাত সকলো ধুই ৰান্ধি গুৰুজনাক ভোজন কৰায়। তাৰ পাছত তেওঁ চুৱা পাত পেলাই গুৰুজনাক বিছনালৈ নি শোৱাই তেল-তেঙাৰে ভৰি মালিচ কৰে আৰু যেতিয়া গুৰুজনাৰ টোপনি আহে তেতিয়া তেওঁ সেৱা কৰি বিদায় লয়। শ্ৰীৰাম

আতায়ো তেনেকৈ সকলোখিনি কৰি ৰৈ থাকে আৰু যেতিয়া মাধৱদেৱ গৈ পায় তেতিয়া দুয়োজনে চাউল সিজাই খায়। শ্ৰীৰাম আতাই চুৰা পাত পেলাই উঠি মাধৱদেৱক শুৱাই ভৰি মালিচ কৰি দিয়ে আৰু যেতিয়া মাধৱদেৱৰ টোপনি আহে তেতিয়া তেওঁ যায়গৈ। তেনে কৰোঁতে নিশা তিনি পৰ হয়, কেতিয়াবা তাতকৈ অধিক সময় হয়। আনসকলে এঘুমটি, দুঘুমটি মাৰি সাৰ পায়। তীৰ্থ যাত্ৰাত ওলোৱাৰে পৰা ছয়মাহে গুৰুজনাক মাধৱদেৱে আৰু মাধৱদেৱক শ্ৰীৰাম আতাই এনেকৈ পৰিচৰ্য্যা-সেৱাৰ কাৰ্য্য কৰিছে। সিদিনাখন ভৰি মালিচ কৰি থাকোঁতে গুৰুজনাই মাধৱদেৱক সুধিছে,"মাধৱ আজি কেনেকৈ চাউল আনিলা ?" মাধৱদেৱে ক'লে,"বাপ, আপুনি যিটি টকা দিছিল তাকে নি ঘৰ পোহাৰীক দিলো। তাই চাই ক'লে,"দেখোঁ গোকুলৰ কানাইৰ চিহ্ন থকা টকা।" এই বুলি টকাটো ওভতাই দি টকাটোৰ জোখেৰে বস্তু দি পঠালে বিনা খৰছত।" গুৰুজনাই ক'লে,"বুঢ়ীয়ে কি কাৰ্য্য নাসাধিলে ! একো সিদ্ধি হ'বলৈ বাকী নাথাকিল আৰু। মই পৃথিৱীৰ ধূলি, হিমৰ কণিকা, বৃষ্টিৰ ধাৰ, সাগৰৰ বালি সকলো গণিব পাৰো, শত সহস্ৰ ব্ৰাহ্মণক সোণা দানত যি ফল তাকো ক'ব পাৰো;কিন্তু বুঢ়ীয়ে চাউল মুঠি দিছে আৰু তোমালোকে হৰিগুণ গাইছা অত শ্ৰদ্ধাৰে,তাতে বুঢীৰ কত ভাগ্যৰ ফল পাব তাকে মই ক'ব নোৱাৰো। থকা বা আঢ্যৱন্ত লোকে দান দক্ষিণা কৰিলে বা ভোজন কৰালে সেয়া ভৰা কলহত পানী ভৰোৱাৰ দৰে, সাগৰত বৰশী টোপোৱাৰ দৰে; বহু কালৰ অন্ততহে বাঁহৰ পাবৰ পৰা গজালি ওলোৱাৰ দৰে তাৰো ফল ধৰে।দুখী দৰিদ্ৰই দান দক্ষিণা কৰিলে বা খুৱালে অলপতে এগুণত দুগুণৰ ফল ধৰে, বাঁহৰ গাঁঠিত গজালি ওলোৱাদি, চেঙেলী মাছক টোপ দিলে ধৰাদি।

**১-১৬-২৫** : তাৰ পৰা গৈ তেওঁলোকে মহানন্দা নদী পাৰ হৈ বৈতৰণী জাহাদপুৰত ৰৈছে। আন দিনত মাধৱদেৱে জনমূৰি ধন তুলি বয় বস্তু কিনি আনি সকলোকে ভগাই দিছিল। এটি টকাৰ চাৰি ভাগৰ তিনি ভাগৰে সকলোকে কুলায়। তাৰে চাউল, লোণ, তেল, খৰি, তৰকাৰি, হালধি, তামোল-পাণ, চোফাৰি এসন্ধ্যা সকলোকে জোৰে। গুৰুজনে ধেলী পোহাৰীক প্ৰশংসা কৰা শুনি আতৈসকলৰ এজনেই এটি টকা ভাঙি সিধাৰ কাৰণে এসন্ধ্যাৰ খৰছ দিছে। আগতে ধন তোলোতে খকা-খুন্দা লাগিছিল, সেইদিনা সঞ্জয় আৰু ধনঞ্জয়

আতৈয়ে টকা দিলে নিজ স্তানে। মাধৱদেৱে বয়-বস্তু আনি ভগাই দিলে আৰু সকলোৱে ভোজন কৰিলে। গুৰুজনে সুধিলে," মাধৱ, টকা তোলাৰ কথা আজি গমকে নাপালো, কাৰনো খৰছ কৰি আজি সিধা আনিলা?" মাধৱদেৱে ক'লে,"বাপ, আপুনি ধেলী পোহাৰীক প্ৰশংসা কৰা শুনি আতৈ সকলে গাই প্ৰতি একোটি টকাদি সেৱা ধৰিছে। আজি সঞ্জয় আৰু ধনঞ্জয় আতৈয়ে দিছে।" তেতিয়া গুৰুজনে এটি দৃষ্টান্ত দিছে— গুৰুজনে ক'লে,"এজন ৰজাই মৃগয়া কৰিবলৈ গ'ল। ৰ'দৰ তাপত ৰজা ক্ষুধাৰ্ত্ত, তৃষ্ণাৰ্ত্ত হ'ল। তাত নৈ বিল, পুখুৰী একো নাছিল। পানী নাপাই ৰজা প্ৰজা সকলো বিহ্বল হৈ পানী বিচাৰি গৈ এটি ম'হ ঘূলি পাই তাৰ পানী পান কৰি ৰক্ষা পালে। পাছত ৰজাই মন্ত্ৰীক আদেশ কৰিলে তাতে এটি পুখুৰী খান্দিবলৈ। বৰুৱাই গৈ তাত এটি পুখুৰী খান্দিলে। ৰজাই পুখুৰীটো উচৰ্গা কৰিবলৈ গ'ল। পুৰোহিতে বেদ মেলি ৰজাৰ সঙ্কল্প বুলি ধৰিলেঁ; কিন্তু বটা চৰাইত ধৰে। পুনৰ চালে, এইবাৰ কাউৰীত ধৰে। বেদ লুটিয়াই পুনৰ চালে, দেখিলে ম'ৰা চৰাইত ধৰে। পুনৰ চালে, গাহৰিত ধৰে। পুনৰ চালে, এইবাৰ ম'হত ধৰিলে। পুনৰ চালে, গড়ত ধৰিলে। আৰু পুনৰ চাওঁতে হাতীত ধৰিলেগৈ। পুৰোহিতে ৰজাক ক'লে," মহাৰাজ, এনে আশ্চাৰ্য্য আগতে দেখা নাই; বটা, কাউৰী, ম'ৰা, কুকুৰা, ম'হ, গাহৰি, গড়, হাতী এই সকলত সংকল্প ধৰিলে আহে; কিন্তু আপোনাৰ নামত ঘূৰাই পকাই চাওঁ নাহে দেখোঁ; কি হ'ব এতিয়া?" তেতিয়া ৰজাই জ্যোতিষী চন্দ্ৰ বিপ্ৰক মাতি আনি চোৱালে। জ্যোতিষীয়ে ক'লে," মহাৰাজ, বটা, ম'ৰা চৰাই এইসকলত ধৰিব পায়।" ৰজাই ক'লে," আনৰ পুখুৰীত যে নধৰে মোৰ পুখুৰীত ধৰে কিয়? "জ্যোতিষীয়ে ক'লে," পূৰ্বতে বটা চৰাইয়ে তাত পৰি ঘূলি কৰি ধূলি লৈছিল। তাতে কিছু পানী ৰ'ল। তাতে কুকুৰা চৰাই পৰি কিছু দ কৰিলে। ম'ৰা চৰাইয়ো পৰিল, কাউৰীয়ো কিছু খান্দিলে, গাহৰিও তাতে পৰি খান্দি বঢ়ালে কিছু। ম'হেও তাত পৰি বোকা লেটি লৈ ডাঙৰ কৰিলে, গড়েও তাত পৰি ৰ'দ লৈ ডাঙৰ কৰিলে আৰু হাতীয়ে তাত পানী খাই আৰু তাতে পৰি দ আৰু বহল কৰিলে। তাতে আকৌ আপুনি পানী খাই ডাঙৰ কৰিলে পুনৰ। এতেকে মহাৰাজ, বেদে পূৰ্বৰ পৰা সংকল্প ধৰে। বটাৰো কিছু আৰু আপোনাৰে কিছু-আধা আধা ধৰ্ম হ'ল।"

পাছত ৰজাই পুখুৰী উচৰ্গা আৰু দান দক্ষিণা কৰিলে। হে আতৈসকল, ধেলীক দেখি যি দিছাহঁক ধেলীৰ সমান কিয় হ'ব? তথাপি কিছু হ'ব দিয়াহঁক।"

**১-১৬-২৬** : তাৰ পৰা আহি তেওঁলোকে জলেশ্বৰ বন্দৰৰ কাষৰ বুঢ়া নদীৰ তীৰত ৰ'ল। সন্ধ্যা লাগিছিল। সেই সময়ত হাট উঠিছিল। মাধৱদেৱে কেইজনমান ভকত লৈ গাঁওৰ ভিতৰলৈ সোমাই গ'ল। এজনী বুঢ়ীয়ে বিনাই কান্দি আছিল। বুঢ়ীৰ ওচৰলৈ গৈ মাধৱদেৱে সুধিলে,"বুঢ়ী কিয় কান্দা?" বুঢ়ীয়ে ক'লে," বোপা কি সোধা? এটাই মোৰ ল'ৰা, সিয়ো গৈছে চিপাহীৰ চাকৰ হৈ ৰণলৈ। বৰ্গীৰ লগত ৰণত বহুত মানুহ মৰিছে, মোৰ বোপাৰ বা হৈছে কি?" তেতিয়া মাধৱদেৱে সুধিলে," বুঢ়ী, তোমাৰ ল'ৰা পঁচিশ বছৰীয়া নহয়নে?" বুঢ়ীয়ে ক'লে," হয়।" মাধৱদেৱে সুধিলে,"উজলা দাঁতৰ, চেপেটা মুখৰ নহয়?" বুঢ়ীয়ে ক'লে," হয়।" মাধৱদেৱে সুধিলে," ক'লা নহয়?" বুঢ়ীয়ে ক'লে," হয়।" মাধৱদেৱে ক'লে," তেনেহলে সি আহিছে ঘোৰাত উঠি আৰু ধনৰ মোনা লৈ।" বুঢ়ীয়ে ক'লে," বোপা, তুমি মোক জীউ দানহে দিলা। তোমাৰ টকা নালাগে, তোমাক এনেয়ে বস্তু দিওঁ , তুমি নিয়া; মোৰ বাপুৰ বাৰ্ত্তা ক'লা তুমি।" বুঢ়ীয়ে মাধৱদেৱক জোৰকৈ বস্তু সম্ভাৰ দিছে। মাধৱদেৱে সেয়া আনি সকলোকে ভগাই দিছে। ভোজন কৰি উঠি গুৰুজনে সুধিছে,"মাধৱ, ক'ত পালা চাউল, ভোজন সম্ভাৰ? টকা দিলে কোনে?" মাধৱদেৱে ক'লে,"বাপ, হাট ভাঙিছিল, গাঁওত সোমাই গ'লো। দেখিলো এজনী বুঢ়ীয়ে কান্দিছে। বুঢ়ীক এনেকৈ পুতেকৰ বয়স, আকৃতি ক'লো; বুঢ়ীয়ে এনেয়ে দিলে এটকাৰ সমান বস্তু সম্ভাৰ। টকা ভঙাবলৈ নহ'ল।" গুৰুজনাই ক'লে,"মাধৱ, এনেকৈ ভুৰুকিয়াই ছল কপট কৰি, মিছা কৈ বস্তু আনিব পায়নে?" মাধৱদেৱে ক'লে,"বাপ, মিছা কোৱা নাই।" গুৰুজনাই ক'লে,"কাহানি তুমি তাক দেখিছা?" মাধৱদেৱে ক'লে," বাপ, এই জন্মত যদিও দেখা নাই, তথাপি জন্মান্তৰত কৰবাত দেখিছো। আৰু ক'লা বুলি যে ক'লো, আপোনাৰ একশৰণ ধৰ্ম নাপায় মানে অনাদি জন্মৰ বাসনাৰ মলেৰে সি ক'লা। আৰু দাড়ি নাই বুলি যে ক'লো, ভক্তি বস্তু নাপায় মানে জীৱ স্ত্রীহে। উজলা দাঁতৰ বুলি যে ক'লো, আপোনাৰ শুদ্ধ মত পালেহে নিমজ, সমান আৰু নাপায় মানে স্বৰ্গ-মৰ্ত্ত-পাতাল,অনেক ব্ৰহ্মাণ্ড, সংসাৰ ভ্ৰমি বাগৰি জীৱ অসমান,

উজলা। আৰু চেপেটা বুলি যে ক'লো, হৰি ভজি  হৰি গুণ নাম নলয় মানে যোনি চেপাত যাতায়ত কৰোঁতে জীৱ চেপেটা। যেতিয়া পৰম বস্তু পায় তেতিয়াহে জনম মৰণ গুচি জীৱ গোটা হয়। আৰু পঁচিশ বছৰীয়া বুলি যে ক'লো, মহা প্রলয়ৰ সীমালৈ পঞ্চাশ কোটি কল্প সি ভ্রমিব ভক্তি নাপায় মানে। আৰু টকাৰ কথা যে ক'লো; মোহে মোনা, অবিদ্যাৰ পঞ্চ পৰ্বই ধন, আশাই  জৰী, মনে ঘোঁৰা আৰু দুখে বেগ। তিনি তাপৰ শোকাগ্নিত বুঢ়ী পুৰি মৰিছিল, তাইৰো জুই নুমালো বাক্য বৃষ্টিৰে আৰু আপোনাৰ হৰি গুণ গোৱা ভকতৰ উপবাস গুচাই আত্ম তুষ্টি কৰিলো আপোনাক হৃদয়ত লৈ। বাপ, কোনখিনিত মিছা ক'লো মই?" গুৰুজনাই  হাঁহি  মাধৱদেৱক প্রশংসা কৰিলে।[৫]

**১-১৬-২৭** : তাৰ পৰা গৈ তেওঁলোকে দামোদৰ নদীৰ কাষত বৰ্দ্ধমানত ৰ'ল। তাতে তপাৰ বলোৰাম আতৈয়ে সিধা দিছে অনেক দ্ৰব্যেৰে। তাৰ পিছদিনাখন কমাৰ পুখুৰীত ৰৈছে। তাত ৰামৰাম গুৰুৱে সিধা দিছে। তাৰ পৰা গৈ নদীয়া গোপীনাথত ৰৈছে। তাত ৰামৰায় আতাই দুটকা ভঙাই  দুসন্ধ্যাৰ সিধা দিছে-গাখীৰ, খীৰ, দাইল, চেনি, বাৰ মছলা, ঘিউ, মৌৰ সৈতে। তাৰ পৰা গৈ শান্তিপুৰত ৰৈছে। তাতে কালিৰাম আতৈয়ে সিধা দিছে। তাৰ পৰা গৈ কটুৱাত ৰৈছে। তাতে পৰমানন্দ আতৈয়ে সিধা দিছে। তাৰ পৰা গৈ গঙ্গাৰ তৃপিনি মুখত স্নান কৰি দান দক্ষিণা দিছে  ব্ৰাহ্মণ বৈষ্ণৱক। তাতে তেওঁলোকে সাতদিন বাস কৰিছিল। দৈৱজ্ঞ নাৰায়ণ, দিঙৰৈনাৰায়ণ, বলোভদ্ৰ, জতিৰাম, গোবিন্দ, গোপাল, মুকুন্দ এই সাতজন আতৈয়ে সাত টকা ভাঙি সাত দিনৰ সিধা দিছে। তাৰ পৰা গৈ কাচিমগঞ্জত ৰৈছে। তাতে বাঢ়ৈ আতৈয়ে সিধা দিছে ডেৰ টকা পূৰাকৈ ভাঙি। তাৰ পৰা গৈ মুচোৱাবাজত ৰৈছে। তাতে সৰু বলোৰাম আতৈয়ে সিধা দিছে পোনে দুই টকা ভঙি। তাতে পিছদিনাও ৰৈ জিৰাইছে। গোকুলচান্দ আৰু সাতকুৰিয়া নাৰায়ণ আতৈযে আঢ়ৈ টকা খৰছ কৰি সিদিনাৰ সিধা দিছে। বৃন্দাবনৰ যাত্ৰী সুশাল্লাই পুৱা ৰাধাকৃষ্ণৰ বৰ্ণন থকা আৰতি তত্ত্ব গীত গাইছিল ভক্তিত গদ্‌গদ হৈ। গুৰুজনাই মাধৱদেৱক ক'লে," বঢ়াৰপো,  লোকৰ গীতিকাৰে গীত

---

(৫) লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাৰ পৰা  মাধৱদেৱে বুঢ়ীৰ লগত কথা শেষ হোৱাৰ মুহূৰ্ত্ততে বুঢ়ীৰ পুতেক আহি ওলাইছিল। ( শঙ্কৰ- মাধৱ . লক্ষ্মীনাথ )

গাইছে, আমাৰ গীতিকাৰেনো কি কৰা? মূল ৰাখিব পাৰিলে ভাল।” তেতিয়া মাধৱদেৱ পুৰুষে গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি পুৱাৰ সময়ৰ ভটিমা, ঘোটয়, ৰচনা কৰিছে। তাৰ পৰা গৈ তেওঁলোকে গঙ্গাৰ তীৰত জঙ্গিনপুৰত ৰৈছে। তাতে বুঢ়া দৈৱজ্ঞ আতৈয়ে সিধা দিছে। তাতে গোকুললৈ যোৱা বৈৰাগী ৰৈছিল। তেওঁলোকে ৰাতিপুৱাই গীত গাইছিল, ভাষা বেঙ্গলী আৰু কথা কৃষ্ণ বলভদ্ৰৰ চৰিত্ৰৰ—“ যমুনাৰ তীৰে তীৰে যদুৰায়, ব্ৰহ্মাণ্ডৰ ঈশ্বৰে ধেনু চৰায়......।” তিনি চাৰিজনে গাইছিল জাঁতজাঁতকৈ, ভাল শুনি। গীত শুনি পৰম সন্তোষ পাই গুৰুজনে ক'লে,“ বঢ়াৰপো, মূল ৰাখিব পাৰিলে ভাল, পূৰ্ণ ঈশ্বৰৰ খেলা ভাল গাইছে। তেতিয়া মাধৱদেৱে এটি গীত ৰচনা কৰিছে কামাদ ৰাগ দি।—

“ আজু গোপীনাথ পেখল আখি,
যমুনাৰ তীৰে তীৰে ধেনু ৰাখি........।”

তেওঁলোকে থকা মুখ্য মুখ্য ঠাই এইবোৰ; ইয়াৰ মাজতে আৰু কত বাদ পৰি ৰৈছে। ছয়মাহৰ নকুৰি দিনত ছয় কুৰিজন ভকতে অনেক ঠাইত খৰছ পাতি দিছে, অনেক বাহাত ৰৈছে, তাক কৈ কোনে অন্ত পাব? আৰু কৰিলেও আগ-পিছ, বঢ়া-টুটা হ'ব।

তাৰ পৰা গৈ তেওঁলোকে ভগনগোলাত ৰৈ বক্তিপুৰ ঘাটত পদ্মা নদী পাৰ হৈ পুখুৰীয়াগঞ্জত ৰৈছে। তাৰ পৰা গৈ জাহ্নবী তীৰত স্নান পান ভোজন কৰি তাতে ৰৈছে। তাৰ পৰা গৈ খাজুৰপুৰত ৰৈছে। তাৰ পৰা গৈ কালিন্দী গঙ্গাত স্নান কৰি চন্দাগঞ্জত ৰৈছে। তাৰ পৰা গৈ চিলিমপুৰত ৰৈছে। তাৰ পৰা গৈ মোহন গঙ্গা তীৰত ৰৈছে। তাৰ পৰা গৈ পুন্নভৱা গঙ্গাৰ কাষত বিনাজপুৰত ৰৈছে। তাৰ পিছদিনা কৰতীয়া গঙ্গাৰ কাষত বিনাজপুৰত ৰৈছে। তাৰ পিছদিনা কৰতীয়া গঙ্গাৰ উত্তৰে গোবিন্দগঞ্জত ৰৈছে। তাতে শূলপাণি সন্ন্যাসীয়ে দহ সেৰ চিৰা, একেৰাহী দৈ, চেনি এবাটি আৰু একাখি কল বৰপাতত সানি খাইছে। তাকে দেখি গুৰুজনে কৈছে,“ বঢ়াৰপো, চোৱাচোন, সেইবোৰ বস্তু আমাৰ আটাইকে কুলাব, অকলে কিয় অত খায়?” মাধৱদেৱে ক'লে,“ বাপ, পাপময় দেহা, সি তাৰেহে ভাৰী, সেৱাৰ বস্তু হৃদয়ত ক'ত বাস হৈছে? আৰু কত যে খাব সংসাৰৰ যাতনা?” ৰাতিপুৱা সন্ন্যাসীৰ পেট ফুলি সি দেহা যায় বুলি

গেৰিয়াইছে। গুৰুজনে শুনি ক'লে,“ বঢ়াৰপো, কিবা উপায় আছে যদি দিয়া জীৱটি ৰক্ষা পৰক।” তেতিয়া মাধৱদেৱে পাণৰ ৰস উলিয়াই লোণ সহ সন্ন্যাসীক খুৱালে। সন্ন্যাসীৰ শৌচ হৈ পেট জামৰি সকাহ পাই নেৰানেপেৰাকৈ ধৰি গুৰুজনাত শৰণ লৈছে। তাৰ পৰা আহি তেওঁলোকে তিস্তা গঙ্গাৰ উত্তৰে নৈৰ কাষতে মৎষ্য ৰজাৰ হাউলি ঘোৰাঘাটত ৰৈছে। তাতে কাঁচেৰে নিৰ্মিত কৃষ্ণ গৃহ এটি আছিল। তাতে ৰৈছে তেওঁলোকে সেৱা সৎকাৰ কৰি। তাৰ পৰা গৈ গৌৰাঙ্গ নদী পাৰ হৈ সিঙ্গিয়াগঞ্জত ৰৈছে। সেয়ে সীমা কোচ ৰজাৰ ৰাজ্যৰ। সেই গাঁও চিলাৰায়ৰ। তেতিয়া হাট ভাঙিছিল। গুৰুজনাই ক'লে,“ মাধৱ, ভকতসকলৰ আজি উপবাস হ'ব, কোচবিহাৰত দুপৰতে হাট ভাঙে।” মাধৱদেৱে ক'লে,“বাপ, দুজন ভকত দিয়ক।” ভকত দুজন লৈ মাদৱদেৱে তেওঁলোকক ক'লে,“মই যি কওঁ তাকে ধৰিবা, কৰিবা।” এজন লোকে পথাৰত কোৰ চলাই আছিল। মাধৱদেৱে ভকতদুজনক ক'লে,“ তাক ধৰি আনা।” লোকজনে ক'লে,“ বাপ, কি হৈছে।” মাধৱদেৱে ক'লে,“ তহঁতৰ ঠাকুৰীয়াক দেখুৱাই দে।” লোকজনে ঠাকুৰীয়াক দেখুৱাই দিলে। মাধৱদেৱে ভকতদুজনক ক'লে,“ ঠাকুৰীয়াক ধৰি বান্ধা।” ঠাকুৰীয়াই সুধিলে,“বাপ, মোক কিয় বান্ধে?” মাধৱদেৱে ক'লে,“দুজনকৈ ৰজাৰ শহুৰেক পৰি আছে বাকৰিয়ণিত, ঘৰ দুৱাৰ, সিধা পাতি নাই।” ঠাকুৰিয়াই ক'লে,“ বাপ, মই সেই কথা নাজানো, আপোনালোক যাওঁক, এতিয়াই আমি সকলোবোৰ নিছো।” ঠাকুৰীয়াই লগত মানুহ লৈ গ'ল হাতে হাতে বাঁহ- খেৰ সমস্ত বস্ত সম্ভাৰ লৈ। মাধৱদেৱে সকলো ভকতকে ভোজন সম্ভাৰ ভগাই দিছে। ভোজন কৰি তেওঁলোকে তাত ৰৈছে।

**১-১৬-২৮** : ৰাতিপুৱা তাৰ পৰা গৈ তেওঁলোকে নলীয়া নদীৰ পাৰে পাৰে গৈছে। নদীৰ পাৰত কাঞ্চীপুৰ গাঁওত বহুত ঠাই জুৰি অনেক সন্ন্যাসীয়ে সভা পাতি আছিল। তাকে দেখি ৰামৰায় আতাই গুৰুজনাক ক'লে,“ দাদা কিযে পৰমহংস সন্ন্যাসী এইসকল, এওঁলোকৰ কাষতে ঠাই কৰি আজি বাহা কৰোহঁক।” গুৰুজনে আতাক ক'লে,“ বাৰু তুমিয়ে থাকা, আমি ইয়াত নাথাকো।” এই বুলি কৈ গৈ গুৰুজনে বেলি মণ্ডলৰ ঘৰত ৰৈছে। গুৰুজনক আগত লৈ মাধৱদেৱে শৰণৰ ঘোষা গাই প্ৰসঙ্গ কৰিছিল। তাতে মণ্ডলেও নাম গাইছে। গুৰুজনে

ক'লে,"মাধৱ, নাম গোৱাৰ ছলেৰে মণ্ডলকো শৰণ কৰালা।" মণ্ডলে বহুত আদৰ সাদৰ কৰি কাতৰ প্ৰাৰ্থনা কৰি সিধা পাতি দিছে আৰু তেওঁলোকে ভোজন কৰিছে। ভোজন কৰি উঠি গুৰুজনে এটি দৃষ্টান্ত কৈছে— এখন ঠাইত এজন দুৰ্দান্ত ডকাইত আছিল। এজন মহা নিষ্পাপ পুণ্যৱন্ত ঋষিয়ে সেই ঠাইৰে গৈ আছিল। বাটত নিৰ্জন জঙ্ঘলত তেওঁৰ গধূলি হ'ল। উপায় নাপাই তেওঁ ডকাইতৰ ঘৰলৈ খোজ ল'লে এই বুলি," ডকাইতে বস্তুহে ল'ব। দিলে একো নাই , নিদিলে মাৰপিট কৰিব; কিন্তু হাবিত হাতী বাঘ ভালুকে প্ৰাণকে ল'ব।" এনেকৈ ভাবি গুণি ঋষি ডকাইতৰ ঘৰত ৰাতি সোমাল। ডকাইতে আচৰিত হৈ ভাবিলে," মোৰ নাম শুনি ভয়তে ৰাতি নালাগে দিনতে লোকে পলায়, এই বামুণে যে ৰাতি মোক খেদি আহিছে, এওঁ ঈশ্বৰ, মানুহ নহয়।" এই বুলি ডকাইতে পৰম শ্ৰদ্ধা কৰি ঋষিক একঠা চাউল খুৱাই বিছনাত শুৱাইছে। পুৱা সি ঋষিক আগবঢ়াই থৈছে। আয়ুসৰ অন্তত ঋষি আৰু ডকাইত দুয়োজন মৰিল। দুয়োজনকে নি যমদূতে যমৰজাক দিলে। যমৰজাই চিত্ৰগুপ্তক ক'লে," ইহঁতৰ পাপ পুণ্য চোৱাচোন।" চিত্ৰগুপ্তই চাই ক'লে," এই ডকাইতৰ সমান পাপী নাই, ইয়াৰ সমস্ত শৰীৰ পাপময়, মাত্ৰ একঠা চাউল পুণ্যৱন্ত ঋষিক খুৱাইছিল আৰু সেই পুণ্যৰ ফলত ইয়াৰ এবেলা ৰাজভোগ আছে। আৰু ঋষিৰ চাই ক'লে, "এওঁৰ শৰীৰটো নিষ্পাপ, পুণ্যৰ; মাত্ৰ অভকত পাপীৰ একঠা চাউল খাইছিল আৰু সেই দোষত এবেলা নৰক ভুঞ্জাৰ পাছত স্বৰ্গভোগ আছে।" ডকাইতে যমৰজাক ক'লে," যেতিয়া সদায় নৰকতে থাকিব লাগিব, এতেকে পোনতে ৰাজভোগকে ভুঞ্জো।" ডকাইতে স্বৰ্গলৈ গৈ ভাণ্ডাৰৰ অনেক বস্তু দান কৰি পাপ গুচাই অক্ষয় পুণ্য সাঁচিলে। ঋষিয়ে ক'লে," অনেক দিন যদি পুণ্যভোগ- স্বৰ্গভোগ আছে, এদিন নৰকলৈ গৈ আহো, পাছত স্বৰ্গ একেৰাহে ভুঞ্জিম।" এই বুলি ঋষিয়ে নৰক ভুঞ্জিবলৈ গৈ জোক ৰূপে জন্ম গ্ৰহণ কৰি স্বৰ্গলৈ যাবৰ সময় উপস্থিত হোৱাত ব্ৰাহ্মণৰ কপিলা গাইৰ তেজ পি সেই দোষতে অনেক দিন নৰক বাস হ'ল। গুৰুজনাই পুনৰ ক'লে,"পূৰ্বতে অনাদি শিৱই চাউল আত্মাতকৈ পৃথকে স্ৰজিলে। চাউল জীৱতকৈ এদিন আগতে স্ৰজিলে। তাকে কৃষ্ণই দ্বাৰকাত ভাগ কৰিলে সংসাৰী ভকতৰ বাবে। বিপ্ৰ দামোদৰে চাউল চিৰা নিয়াত কৃষ্ণই চাৰি ভাগ কৰি তিনি ভাগ এৰি

এভাগ লৈ সেই এভাগ সেৱকৰ বাবে থ'লে। চাৰি মুঠি জীৱ সৃষ্টি কৰি আদি নিৰঞ্জনে সিহঁতক মায়া প্ৰকৃতিৰ হাতত দিলে।[৮] সেই চাৰি গোটৰ ভ্ৰমণ গোটক চাৰি ভাগ কৰি নিজৰ অংশটিত ভকতক বাছি ল'লে। ভকতৰো চাৰি ভাগ-- উত্তমোত্তম, উত্তম, মধ্যম আৰু প্ৰাকৃত। চাৰি নাম, চাৰি বেদ, চাৰি জয়, শৰণৰ চাৰি বস্তু, চাৰি যুগ, চাৰি প্ৰসঙ্গ আৰু ভক্তিও চাৰি বিধ—নিৰ্গুণা, কেৱলা, ভাগৱতী আৰু সপ্ৰেমা। সংসাৰীৰো তিনিভাগ—অধম, নৰাধম আৰু নৰাকাৰ। অধমে কেৱল দোষ দেখে, সি তাৰ জাতি- ধৰ্ম বেদত চলি সংসাৰ যাতায়াত, গৰ্ভবাস, নৰক ভুঞ্জি সংসাৰত ভ্ৰমে। নৰাধম বিধে তোমাক মোক গুৰু বুলি কয়; কিন্তু দেহাৰ মৰ্মতত্ত্বত আন দেৱতা ভজি কল্পৰ সীমালৈ দিন নিয়াব। আৰু নৰাকাৰ বিধ মানুহৰ আকাৰহে মাত্ৰ; গুৰু, ধৰ্ম, ভকত, বেদ-ধৰ্ম-নীতি একো নাই। সিহঁতে পুনৰ জন্মত পৰ্বতে পাহাৰে ৰাক্ষস, অসুৰ ৰূপে জন্মি মহা প্ৰলয়ৰ সীমালৈ ভ্ৰমিব। এই তিনি ভাগলৈঁ তিনি মুঠি চাউল কৃষ্ণে এৰিলে। এতেকে চাউল কঠা বাছি খাব। হৰি বিমুখৰ চাউল কথাই অধ:লৈ টানে আৰু সেৱকৰ চাউল কথাই কৰ্মবন্ধ -বাসনা ছিঙি উৰ্দ্ধলৈ নিয়ে।" গুৰুজনে পুনৰ ক'লে," ঘোষাতে মণ্ডলৰ শৰণ হ'ল আৰু আমাৰো চাউল মুঠি জীৰ্ণ গ'ল।" কথা সামৰি গুৰুজনে শয়ন কৰিলে।

**১২—২৯** : তেতিয়া দুপৰ ৰাতি চাৰি দণ্ডমানত ৰামৰায় আতাই আটাহ পাৰি মাতিব ধৰিলে," হেৰৌ, সন্ন্যাসীয়ে মোৰ সকলো লুটি নিলে।" আতাৰ মাত শুনি গুৰুজনে ক'লে," হেৰা মাধৱ, ৰায় আতাক ৰাজহংসই খুটিলে হ'ব পায়।" তেতিয়া মাধৱদেৱে ঘৰৰ বাহিৰ ওলাই মাত লগালে আৰু সেই মাত দুশ মানুহৰ মাত যেন লাগি সন্ন্যাসীসকল পলাল। ৰায় আতাই শুদা হাতে গুৰুজনাৰ আগত ওলালহি। তাৰ পৰা আহি তেওঁলোকে সোনকোষ নদীৰ পাৰত ৰৈছে।

**১২—৩০** : এইদৰে ছয়মাহ ঘূৰি ফুৰি ব'হাগত গুৰুজন ভক্তসকলৰ সৈতে পাটবাউসীত উপস্থিত হ'ল। মাধৱদেৱে গুৰুজনাৰ ঘৰত সোমাই আই গোসাঁনীক সেৱা কৰিলে। মাধৱদেৱে গোসাঁনী মাতৃক ক'লে," আই , আপোনাৰ ধূলাৰ কৃপাত গুৰুজনাক ফিৰাই আনা হ'ল।" আয়ে ক'লে," বাপু, তোমাৰ কৃপাত মোৰ গোসাঁইৰ মুখ দেখা পালো।" মাধৱদেৱে সকলোৰে পৰা বিদায় লৈ শ্ৰীৰাম আতাৰ সৈতে গণককুছি পালে।

**১২–৩১** : ঠাকুৰ আতাই, গুৰুজন আৰু ভকতসকলে তীৰ্থৰ পৰা ঘূৰি আহাৰ বাতৰি পাই অনেক সম্ভাৰ লৈ গণককুছিলৈ আহি মাধৱদেৱক সেৱা কৰি তাতে নিশাটো থাকি সখিয়েকক তীৰ্থৰ বাৰ্ত্তা সুধিছে। মাধৱদেৱে য'ত যি দান দিলে, যি ঠাইৰ যি মাত কথা আৰু ফাৰ্চি ভাষাৰ কথা সকলো কথা ক্ৰমানুসাৰে ক'লে। আৰু ক'লে –

পোৱালো বিকে, গোৱৰ কিনে,
বিস্ময় মানিলো দেখি।
যৈত যিবা আমি দেখিলো শুনিলো,
কত কহিব সখি।।[৬]



(৬) এই কথাৰ পৰা বুজিব পাৰি যে সেই সময়ত ভাৰতৰ পশ্চিমৰ ঠাই বিশেষত নগৰীয়া সভ্যতা আৰম্ভ হৈছিল।

# সপ্তদশ অধ্যায়

**১-১৭-১** : আৰু এদিন বলোৰাম আতৈয়ে শৌচ কৰিবলৈ গৈ বেতনীৰ মাজৰ ঐ গছ এডালৰ তলত বহিছিল। তিনিটা পকা ঐ সৰি আতৈৰ গাত পৰিল। আতৈয়ে মাটি পানী লৈ স্নান কৰি আহি গুৰুসেৱা কৰি উঠি আহি গুৰুজনাক কথাটি ক'লে। গুৰুজনাই ক'লে," তোমাৰ বাসনাত তিনিটা কিল খাব লগা আছিল, নাম আৰু সেৱকৰ কৃপাত সাৰিলা; তথাপি দৈব্যই ঐ ৰূপে চুই গ'ল।

**১-১৭-২** : কেৰোলা বাঢ়ৈয়ে মূৰ্ত্তি সাজিছিল খেৰৰ জুমুঠি গাঁঠি ফাকুৱা উৎসৱৰ বাবে। মূৰ্ত্তিৰ এখন হাত গৰুৱে ভাঙিলে। খুণ* হ'ল দেখি সেই মূৰ্ত্তি নাৰাখি বাঢ়ৈয়ে ধনুখন্দা বিলত পেলালে। তাকে এজন দুষ্ট ব্ৰাহ্মণে দেখি গাই বাই ফুঁৰিব ধৰিলে," শঙ্কৰে মূৰ্ত্তি নামানে আৰু ঈশ্বৰৰ মূৰ্ত্তিকো নি পানীত ভহায়।"

**১-১৭-৩** : কাতি মাহত ৰামৰায় আতা পুনৰ আহিল। তেওঁ, ৰামৰাম গুৰু আৰু পাঁচ-সাতজনে লগ লাগি আলোচনা কৰি থিৰাং কৰিলে পুনৰ বৃন্দাবনলৈ যাবলৈ। তেওঁলোকে গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে," বাপ, গয়া, কাশী, বৃন্দাবন চোৱাটো মনৰ মাজতে থাকিল, সিবাৰো নহ'ল যোৱা; পুনৰ যাব খুজো।" গুৰুজনাই ক'লে," যোৱা বাৰু আৰু বৃন্দাবন দাসৰ ঘৰত সোমাই আহিবা মোৰ কথা কৈ।" তাৰ পাছত গুৰুজনে এটি গীত ৰচনা কৰি চ'ৰাঘৰৰ চালত আনে দেখাকৈ খুঁচি* থ'লে। গীতটো এই–

নাহি নাহি ৰময়া বিনে তাপ তাৰক কোই।
পৰমানন্দ পদ মকৰন্দ সেৱহু মন মই।।
তীৰথ বৰত তপ জপ যাগ যোগ যুগুটি।
মন্ত্ৰ পৰম ধৰম কৰম কৰত নাহি মুকুতি।।
..................................................।।

পিছদিনাখন তেওঁলোকে খাই লৈ ওলাই আহিল গুৰুজনাক সেৱা কৰি তীৰ্থ ক্ষেত্ৰক যাবলৈ। গুৰুজনাই ভাত খাবলৈ লৈছিল। তেওঁলোকে চ'ৰাঘৰত

বহি চালত গীতৰ কাগজ দেখি আনি পঢ়ি চাই তীৰ্থক নোযোৱাটোকে ঠিক কৰিলে। গুৰুজন চ'ৰাঘৰত আহিলত তেওঁলোকে সেৱা কৰি ক'লে," বাপ, তীৰ্থলৈ নাযাও আৰু।" তেওঁলোকে ক'লে," বাপ, আপোনাৰ এই গীতটোৱে কৈছে তীৰ্থ যাত্ৰা শ্ৰমহে। একশৰণ হৈ হৰি ভজি হৰি গুণ গালেহে জীৱৰ সংসাৰ নিবাৰণ। আপোনাক নাজানি নিচিনি নভজো বাবে আপোনাৰ মায়াই মুহিছে আমাক এইদৰে। আপোনাকে ঈশ্বৰ নিশ্চয় কৰি সকলো এৰিলো, তীৰ্থ ক্ষেত্ৰলৈ নাযাও আৰু।" এই বুলি কৈ তেওঁলোক উভতি গ'ল।

**১-১৭-৪** : মহাপুৰুষ গুৰুজনে মাধৱদেৱ, ঠাকুৰ আতা, শ্ৰীৰাম আতা, পৰমানন্দ আতৈ, উদাৰ আতৈ, ৰামদাস আতৈ আৰু ৰামৰাম গুৰু এই সকলৰ সৈতে পিছবেলা কৃষ্ণ কথা চৰ্চা কৰে আঘোণ মাহত বাও ধানৰ নৰা তলিত আৰু পুহ- মাঘ মাহত মাহ- সৰিয়হ তলিত , ঘৰত জঞ্জাল পাই। আতা- আতৈ সকলে কৃষ্ণ কথা শ্ৰৱণ কৰে। উদাৰ আতৈয়ে এটা কথাতে জিদ ধৰি খুঁচুৰি থাকে। গুৰুজনে তাৰ উত্তৰ দিয়ে। আতৈ সকলে সেই কথা শুনি সন্তোষ পায়, নোলোৱা কথাটিও ওলায়। এদিন কথা সামৰিবৰ সময় হৈছিল; গধূলিৰ সময়, মেঘেও বেয়াকৈ ওন্দোলাইছিল। উদাৰ আতৈয়ে সেই কথা মন নকৰি সাধু ভাৱত এটা কথাত আঁকোৰ-গোজকৈ লাগিল। তাতে গুৰুজনাৰ খং উঠাত আতৈক ক'লে," তোৰ নামহে উদাৰ, বুদ্ধিখিনি গুদাৰ; একোকে নাজানা।" গুৰুজনাই এই বুলি খং কৰিলে। তেতিয়াৰে পৰা আতৈয়ে গুৰুজনাৰ আগত ভয়তে নোলায়। গুৰুজনাই যি ঠাইলৈ যাব তাক আগতে গম লৈ আতৈয়ে আগতে গৈ মাহ বা সৰিয়হৰ দ'মৰ মাজত লুকাই থাকে। আতৈয়ে সেইদৰে এদিন আছিল। হৰিচৰণ ঠাকুৰ, পুৰুষোত্তম ঠাকুৰ, ৰামচৰণ ঠাকুৰ আৰু পৰমানন্দ ঠাকুৰে ওমলোঁতে আতৈক সৰিয়হৰ দ'মৰ মাজত উলিয়ালে। গুৰুজনে আতৈক তাতে দেখি ক'লে," উদাৰ, হৰি কথাত তোমাৰ কি অশ্ৰদ্ধা, খেদ লাগিল? আমাৰ লগত থাকি নুশুনা কিয়?" আতৈয়ে ক'লে," বাপ, সিদিনা মই ভু নাপাই সুধিলো আৰু আপুনি মোক খং কৰিলে, সেই ভয়তে লুকাই কথা শুনো।" গুৰুজনাই ক'লে," মই আৰু খং নকৰো, প্ৰশ্ন সুধিবা আৰু কথাও শুনিবা। তুমি এইদৰে বংশৰ সৈতে উদ্ধাৰ হ'বা। তুমি বাহিৰে ভিতৰে উদাৰ।"

**১-১৭-৫** : আৰু এজন ভাগৱতীয়ে ভাগৱত-গীতা পঢ়ে গুৰুজনাৰ তাত মাঘ মাহত। তাৰ বাবদ ভাগৱতীক গুৰুজনাই এতোলা সোণা দিয়ে। তাকে দেখি উদাৰ আতৈয়ে ক'লে," বামুণে নামকো বেচে।" এই কথাত বামুণ আৰু উদাৰ আতৈৰ মাজত বাক বিতণ্ডা লাগিল। গুৰুজনে উদাৰ আতৈক খং কৰি ক'লে,"বামুণে এনেয়ে আমাক অসূয়া কৰে, এনে হ'লে আৰু নামানিবহে; কিয় তেনেকৈ কোৱা?" গুৰুজনে এনেকৈ তিনিবাৰ আতৈক খং কৰিছে।

**১-১৭-৬** : গুৰুজনে কণ্ঠভূষণৰ ঠাই মাগুৰিলৈ গৈছিল হাতত এটি কেতেকী ফুল লৈ। ফুলৰ জ্যোতি, পাটৰ চুৰিয়াৰ জ্যোতি,, চুৰিয়াৰ সোণালী পাৰিৰ জ্যোতি আৰু গুৰুজনাৰ গৌৰাঙ্গ শৰীৰৰ জ্যোতিয়ে মিলি যি এক অপূৰ্ব জ্যোতি হৈছিল তাক বৰ্ণাব নোৱাৰি। তেওঁ কোটি কামদেৱ, কোটি সূৰ্য্য, কোটি চন্দ্ৰৰ জ্যোতিতকৈও অধিক জ্যোতিময় যেন হৈছিল। গুৰুজনাৰ দেহৰ যি অঙ্গত যাৰ দৃষ্টি পৰে তেওঁৰ দৃষ্টি তাতে থৰ লাগে। তেওঁ সকলতকৈ এহাত ওখ হৈ গৈছেঁ। বাটত অজস্ৰ লোকে আগত পৰি গুৰুজনাক সেৱা কৰিছে। গুৰুজনাই কণ্ঠভূষণৰ কীৰ্ত্তন ঘৰত বহিল। কণ্ঠভূষণে ভাগৱত পঢ়ে আৰু কেতিয়াবা গুৰুজনেও ভাগৱত ব্যাখ্যা কৰে। কণ্ঠভূষণে বন্ধ মুকুতৰ বিষয়ে চৰ্চা কৰিছিল। অৰ্থ ওলোৱা নাই; তেওঁ নিজেও নাজানে আৰু আনকো নুসুধে। পাছত গুৰুজনে ছয় বিধ মুকুতিৰ বিষয়ে চৰ্চা কৰিলে; যথা- বন্ধ মুকুত, জীৱন্ত মুকুত, সত্য মুকুত, পৰম মুকুত, মহা মুকুত আৰু সূক্ষ্ম মুকুত। এই ছয় মুকুতৰ বিষযে গুৰুজনাই ভাগৱত পুৰাণ , গীতাৰ প্ৰমাণেৰে তিনি প্ৰকাৰে সুন্দৰকৈ আলোচনা কৰি বিপ্ৰৰ মাত বন্ধ কৰিলে। কণ্ঠভূষণে লাজ পাই মনতে ক'লে, "তৰ্কত এওঁক যেতিয়ালৈ জয় কৰিব নোৱাৰো বাহিৰলৈ গৈ এই দেশক আৰু ঘূৰি নাহো তেতিয়ালৈ। ধিক আমাৰ ব্ৰাহ্মণ পণ্ডিতৰ জীৱন! শূদ্ৰয়ো আমাৰ মুখ বন্ধ কৰে!" এই বুলি তেওঁ পশ্চিমৰ ক্ষেত্ৰলৈ বেদান্ত পঢ়িবলৈ গ'ল। গুৰুজনে নিৰ্গুণা, ভাগৱতী,আৰু কেৱলাৰ সাধ্য সাধনৰ ফল তিনি তিনি প্ৰকাৰে চৰ্চা কৰিছিল। সেই শ্লোক ভাঙনি কৰি মাধৱদেৱে গুৰুজনাৰ অনুমতি লৈ সুন্দৰীদিয়াত ছয় মুকুতৰ ছয়টা ঘোষা ৰচিছে বাৰ পটল দি। যথা–

অবিদ্যা জনিত সুখ সত্যলোক আদি কৰি
অতি নিৰপেক্ষ নিৰন্তৰ।

কেৱল চিদাঙ্গ শুদ্ধি করণেহে মাত্র জানা
পুৰুষাৰ্থ মুমুক্ষুজনৰ।।
বিদ্যা অবিদ্যা জন্য সুখে নিৰপেক্ষ হুয়া
কৰিল আপোন মন থিৰ।
সকল জগত ইটো বাসুদেৱময় মাত্র
পুৰুষাৰ্থ জানিবা জ্ঞানীৰ।।
সমস্ত সুখক তেজি পুৰুষোত্তমৰ প্ৰেম
ভকতিক কৰিল আশ্ৰয়।
ভকতসবৰ এহি পুৰুষাৰ্থ মনোনীত
আনো সুখ অধিক পাৱয়।।
মুমুক্ষুজনৰ যেবে অবিদ্যা জনিত সুখে
বিৰকতি ভৈল অতিশয়।
কেৱল আত্মাত মাত্র সদায় ৰমণ কৰে
তেৱে বিধিৰ কিঙ্কৰ গুচয়।।
জ্ঞান নিষ্ঠজনে বিদ্যা অবিদ্যা জনিত দুয়ো
সুখে বিৰকতি ভৈল যেবে।
বাসুদেৱময় মাত্র দেখয় জগত ইটো
বিধিৰ কিঙ্কৰ গুচে তেৱে।।
পুৰুষোত্তৰ প্ৰেম ভকতি সুখক মাত্র
নিশ্চয় কৰিলে যিটোজন।
শৰণ কালৰে পৰা বিধিৰ কিঙ্কৰ গুচি
কৰে সদা শ্ৰৱণ কীৰ্ত্তন।।

কণ্ঠভূষণে ডাঙৰ পণ্ডিত বিচাৰি পশ্চিমলৈ গৈ ঘূৰি ঘূৰি বাৰনসী পালে।

**১-১৭-৭** : পূৰ্বতে আদি নিৰঞ্জনে শ্ৰীমদ্ভাগৱত ক'লে অনাদি অনন্তত। তেওঁ ক'লে কালপুৰীয়া নাৰায়ণত। তেওঁৰ পৰা পালে নৰনাৰায়ণে। নৰনাৰায়ণৰ পৰা পালে হংস নাৰায়ণে। হংস নাৰায়ণে ক'লে সূৰ্য্য মণ্ডালি নাৰায়ণত। তেওঁ ক'লে শ্ৰীনাৰায়ণত। শ্ৰীনাৰায়ণে এক শৰণ কৰি ক'লে ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰক।

ব্ৰহ্মাই ক'লে নাৰদক, ন'ৰদে ক'লে ব্যাসক, ব্যাসে ক'লে শুকক, শুকে ক'লে পৰীক্ষিতক আৰু ভাগৱত ৰ'ল সূতত। সূতে তেওঁৰ শিষ্য মনোহৰ সূতত ভাগৱত ক'লে। মনোহৰৰ শিষ্য শঙ্কৰাচাৰ্য্য, তেওঁৰ শিষ্য ভাস্কৰ আচাৰ্য্য, তেওঁৰ শিষ্য নৃসিংহ পৰমানন্দ, তেওঁৰ শিষ্য ৰত্ন ভাৰতী, তেওঁৰ শিষ্য সভা ভাৰতী, তেওঁৰ শিষ্য পুৰুষোত্তম ভট্টাচাৰ্য্য, তেওঁৰ শিষ্য বিষ্ণুপুৰী, তেওঁৰ শিষ্য ব্ৰহ্মানন্দ, তেওঁৰ শিষ্য জগদ্বীশ। আৰু জগদ্বীশে আনি ভাগৱত শ্ৰীশঙ্কৰদেৱক দিছে।[১]

**১-১৭-৮** : বাৰনসীত বিষ্ণুপুৰীৰ শিষ্য ব্ৰহ্মানন্দই এহেজাৰ ছাত্ৰ পঢ়ায়। শ্ৰেণী কোঠাৰ সন্মুখত এটি ওখকৈ পকী ভেটি, শিষ্যসকল ভেটিৰ তলত বহে। ভেটিৰ ওপৰত বহি চাৰিজন পণ্ডিতে ভাগৱত চৰ্চা কৰিছিল। তেওঁলোকৰ দশম স্কন্ধৰ ব্ৰহ্মা মোহনৰ অৰ্থ ওলোৱা নাই। কোনোৱে কেশী বধৰ কথা বুলিও কয়। তেওঁলোকে একো নামাতি মৌন হৈ আছিল। তলৰ পৰা শিষ্য কণ্ঠভূষণে মাত লগালে---

" ব্ৰহ্মায়ো মৰন্ত দেখি ভগৱন্ত,
রূপ ঢাকিলন্ত, দুনাই জীলন্ত।"
"কেশীৰ শৰীৰ ভৈল ছিৰাছিৰ,
পেলাইলা কৃষ্ণে বিদাৰি।
কৰিয়া চিন্দাল, যেন খণ্ড খণ্ড,
ভৈল ছিৰাছিৰ ফাটি।"

কণ্ঠ ভূষণে পুনৰ ক'লে," প্ৰভু, পোনপটীয়া অৰ্থ এই আৰু আপোনাসৱে চল্লিশ, চৌবিশ, পঁচিশ সংখ্যাৰ শ্লোকহে চৰ্চা কৰিলে।" আৰু কোনোৱে কয় একাদশ স্কন্ধৰ কৃষ্ণই আহত গছৰ তলত উদ্ধৱক জ্ঞান দিয়া, সেই শ্লোকৰ চৰ্চা কৰা বুলি। ব্ৰহ্মানন্দই কণ্ঠভূষণৰ মাত শুনি ক'লে," কি ভাষা মাতিছে? লোকজন ক'ৰ? ইয়ালৈ আহিব লাগে।" ব্ৰহ্মানন্দই কণ্ঠভূষণক মাতি নি আসন দি বহুৱাই সুধিলে," তুমি কোন দেশৰ, কি স্থানৰ?" কণ্ঠভূষণে ক'লে," উজনি দেশত শ্ৰীশঙ্কৰ নামে হৰিৰ অৱতাৰ হৈছে। তেৱেঁই বাৰ স্কন্ধৰ ভাগৱতৰ শ্লোক ভাঙি

---

(১) শ্ৰীশঙ্কৰদেৱে গুৰুগৃহতে ভাগৱত পঢ়িবলৈ পাইছিল। জগদ্বীশ মিশ্ৰৰ পৰা তেৰাই শ্ৰীধৰস্বামী টীকা সম্বলীত ভাগৱতখনহে পাইছিল।

দশম, কীর্ত্তনৰ পদ-ভটিমা, গুণ লীলা, নাট অনেক ছন্দত ৰচনা কৰিছে।" ব্ৰহ্মানন্দই সুধিলে, "তেওঁৰ হাত কেইখন?" কণ্ঠভূষণে ক'লে," আমি মাংস চকুৰে দুখন হাতহে দেখিছো।" ব্ৰহ্মানন্দই ক'লে," তেওঁৰ হাত চাৰিখন, দুখন হাত লুকাই ৰাখিছে। মই ভাবিছিলো হৰি ইয়াতেই জন্ম ল'ব আৰু তাকে ভাবি এই পুণ্য ভূমি ৰখি আছো। অ' যাদবে ভাটীত গৰজি উজনিত বৰষিলে। হেৰা কণ্ঠভূষণ, তুমি আহিলা কিয়?" কণ্ঠভূষণে ক'লে," তেওঁৰ মায়ায়ে মোক মুহিছে। তেওঁৰ সৈতে বাদ লাগি ইয়ালৈ পঢ়িবলৈ আহিছো।" ব্ৰহ্মানন্দই ক'লে," কণ্ঠভূষণ তোমাৰ দুৰ্ঘোৰ অপৰাধ হ'ল। তেওঁৰ চৰণত স্তুতি কৰি প্ৰাৰ্থনা কৰি ক্ষমা খুজাগৈ, তেতিয়াহে ৰক্ষা পাবা।" ব্ৰহ্মানন্দই পুনৰ ক'লে," মোৰ গুৰুৱে কৈছিল," ঠাইৰ নামৰ আদি আখৰ 'ব' আৰু নিজৰ নামৰ আদি আখৰ 'শ' ৰে হৰিয়ে পূব দেশত অৱতাৰ ল'ব। আদি আখৰ 'ব'ৰে বাৰনসী ন'হৈ বৰদোৱা হ'ল। বাৰু আৰু প্ৰমাণ চাওঁ, গুৰুজনে মোক কৈ গৈছে।" এই বুলি ব্ৰহ্মানন্দই চাঙৰ পৰা বাৰ স্কন্ধৰ ভাগৱতৰ বন্ধ পেড়াটো নমাই আনি পেড়াৰ ঢাকনি খুলি চাই দেখিলে ৰত্নাৱলী গ্ৰন্থখন ভাগৱতৰ ওপৰত উঠি আছে। ব্ৰহ্মানন্দই ক'লে,"গুৰুজনে মৃত্যুৰ আগমুহূৰ্ত্তত মোক কৈ গৈছিল," মই ৰচনা কৰা ৰত্নাৱলী গ্ৰন্থখন ভাগৱতৰ তলত থৈছো আৰু যিদিনা এই গ্ৰন্থখন ভাগৱতৰ ওপৰত উঠিব তেতিয়া পূৰ্ণ অনাদি ঈশ্বৰৰ পৃথিবীত অৱতাৰ হ'ব। তেওঁলৈ মোৰ প্ৰণাম জনাই ৰত্নাৱলী গ্ৰন্থখন মোৰ উপহাৰ স্বৰূপে তেওঁক দিবা।" গুৰুৰ চৰিত্ৰ কথা কৈ ব্ৰহ্মানন্দই শ্ৰীশঙ্কৰদেৱক নমস্কাৰ কৰি এটা শ্লোক, ভকতক নমস্কাৰ কৰি এটা শ্লোক, ধূলা ভূমিক নমস্কাৰ কৰি এটা শ্লোক আৰু দিশক নমস্কাৰ কৰি এটা শ্লোক ৰচনা কৰিলে। তেওঁ এই চাৰিটা শ্লোকৰো গদ্য কৰি কণ্ঠভূষণৰ হাতত দি আৰু বিষ্ণুপুৰী গুৰুৰ বাৰ স্কন্ধ ভাগৱতৰ সাৰোদ্ধাৰ ৰত্নাৱলী গ্ৰন্থখনো দি শ্ৰীশঙ্কৰ গুৰুজনালৈ সেৱা জনাই পঠালে।[২]

**১-১৭-৯ :** কণ্ঠভূষণে তিনি মাহ উজাই আহি পাটবাউসীত শ্ৰীমন্ত

(২) লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাৰ পৰা বিষ্ণুপুৰী সন্ন্যাসীয়ে অৱতাৰ ল'বলগা ঈশ্বৰলৈ নমস্কাৰ কৰি দুটা শ্লেক ৰচনা কৰি গৈছিল আৰু ব্ৰহ্মানন্দকো তেনে দুটা শ্লোক ৰচনা কৰাৰ পৰামৰ্শ দিছিল। ব্ৰহ্মানন্দয়ো শ্ৰীশঙ্কৰ গুৰুজনাক নমস্কাৰ কৰি দুটা শ্লোক ৰচনা কৰে আৰু চাৰিওটা শ্লোক ভক্তি-ৰত্নাৱলী গ্ৰন্থৰ লগতে কণ্ঠভূষণৰ হাতত গুৰুজনালৈ পঠাই দিয়ে।" (শঙ্কৰ-মাধৱ লক্ষ্মীনাথ)

শঙ্কৰদেৱক পালে। তেওঁ গুৰুজনাক সেৱা কৰিব বিচাৰিলে; কিন্তু গুৰুজনাই তেওঁক আঁঠু পাৰিব নিদিলে। গুৰুজনাই সুধিলে," কি শাস্ত্ৰ?" কণ্ঠভূষণে ক'লে,"বাপ, ৰত্নাৱলী।" গুৰুজনাই ঠগা দিয়ালে আৰু কণ্ঠভূষণে তাত শাস্ত্ৰখন থ'লে। ব্ৰহ্মানন্দই দিয়া চাৰিটা শ্লোক দি কণ্ঠভূষণে গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই মাধৱদেৱক ক'লে," বঢ়াৰপো, শাস্ত্ৰখন চোৱা।" মাধৱদেৱে ক'লে," বাপ, নোৱাৰি চাব; সন্ন্যাসীয়ে কৰা শাস্ত্ৰ, তেওঁৰ বা মত কি? পতিব্ৰতা সতী ভাৰ্য্যাই স্বামীৰ অধৰামৃত, চৰণামৃত, অৱশেষ-উচ্ছিষ্ট নিঘিণায়; কিন্তু পৰপুৰুষৰ মুখকো নাচায়, ছায়াতো ভৰি নিদিয়ে।" তেতিয়া গুৰুজনাই ৰত্নাৱলী গ্ৰন্থখন হাতত তুলি লৈ সেৱা কৰি মাধৱদেৱক দিলে। তেতিয়া মাধৱদেৱে ক'লে," বাপ, এতিয়া মই পাৰিম।" মাধৱদেৱে গ্ৰন্থখন পঢ়ি চাই দেখিলে গ্ৰন্থখনৰ শিৰ ভাগ ওভতা হৈ তললৈ আছে। তেওঁ গুৰুজনাক ক'লে," বাপ, গ্ৰন্থখন অমূল্য ৰত্নুৰ ভড়াল; কিন্তু তাৰ শিৰ ভাগ তল।[৩] গুৰুজনাই ক'লে," ভালুকৰ ওভতা খোজ। মহা বুদ্ধিমন্ত পৰমহংস সন্ন্যাসী বিষ্ণুপুৰীয়ে শিৰভাগ ক'ত থৈছে চোৱা। ডাঙৰ সদাগৰে সোণ, ৰূপ, তাম, কাঁহ আদি অনেক বস্তু ডলাত থয় আৰু হীৰা, মণিক, ৰত্ন আদি জপাত ভৰাই থয়।" মাধৱদেৱে ৰত্নাৱলী পঢ়ি চাই শিৰ ভাগ তলত পালে। গুৰুজনাই ক'লে," বিষ্ণুপুৰী মোৰ সঙ্গী, ৰত্নাৱলী আগতে পোৱা হ'লে কষ্টকৈ ৰত্নাকৰ[৪] নকৰোঁৱেই, তথাপি মোৰ ভেটা বন্ধা হৈছে আগতে; পানী ৰ'লে ধান ডৰা হয়।"

**১-১৭-১০** : ব্ৰহ্মানন্দই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱলৈ পঠোৱা চাৰিটা শ্লোক ভাঙনি কৰি মাধৱদেৱে নাম-ঘোষাত দিছে। যথা —

সেহি ধন্য লোক শুচিমন্ত　　　সৰ্ব্ব গুণে শ্ৰেষ্ঠ বিদ্যাৱন্ত
যজ্ঞে তপে সি সি জন আতি শুদ্ধমতি।
সি সি জন মহা দাতা জ্ঞানী　　　সি সি সত্যবাদী মহামানী
পুৰুষোত্তমত আছয় যাৰ ভকতি।।

(৩) শিৰভাগ তল : মহাপুৰুষীয়া ধৰ্মৰ আৰম্ভনি শৰণেৰে, আনহাতে ৰত্নাৱলীত শৰণৰ অধ্যায় শেষত আছে; এই কথাটি বুজাবলৈ কোৱা হৈছে।

(৪)ৰত্নাকৰ · গুৰুজনাই সংস্কৃতত লিখা " ভক্তি-ৰত্নাকৰ" গ্ৰন্থ। অনেক শাস্ত্ৰৰ সাৰ সংগ্ৰহ কৰি গুৰুজনাই এই শাস্ত্ৰ ৰচানা কৰিছে। এই শাস্ত্ৰৰ অসমীয়া পদ ভাঙনি শ্ৰীশ্ৰী ৰামচৰণ ঠাকুৰে কৰিছে।

যি দিশত মহাভক্তসবে শ্ৰীমন্ত কমললোচনৰ
পৰম সন্তোষে কীৰ্ত্তন যিটো কৰয়।
সি দিশত নমস্কাৰ কৰি দুৰ্ঘোৰ সংসাৰ সুখে তৰি
আপুনি অচ্যুত স্বৰূপ সিটো হোৱয়।।
ৰমানন্দ-পদযুগলৰ মকৰন্দ মধুব্ৰত প্ৰায়
ভকতসকলে যি দিশত প্ৰকাশয়।
সি দিশত জানিবা গঙ্গাদেৱী অনেক প্ৰবাহ ৰূপে আসি
পৰম নিৰ্মল স্বৰূপে শোভা কৰয়।।
শ্ৰীমধুদিবেষ ঈশ্বৰৰ কীৰ্ত্তন মঙ্গল নিৰন্তৰ
যিটো ভূমিভাগে শুদ্ধ-ৰূপে হোৱে জাত।
তাৰ ধুলি যিটো শিৰে ধৰি নিশ্চয় জানিবা সিটো নৰে
কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত।।

গুৰুজনায় মাধৱদেৱক ক'লে," বড়াৰপো, ৰত্নাৱলী মহা বিচক্ষণ শাস্ত্ৰ, ভকতৰ সৰ্বস্ব; তাৰ শ্লোকৰ ভাঙনি কৰি তুমি পদ কৰা।" মাধৱদেৱে ক'লে," বাপ, মই কেনেকৈ পাৰিম?" গুৰুজনাই ক'লে," কিয়?" মাধৱদেৱে ক'লে," বাপ, মই কি শক্তিৰে পাৰিম?" তেতিয়া গুৰুজনাই ৰত্নাৱলীৰ আঢ়ৈটা শ্লোকৰ পদ ভাঙনি কৰিছে—" মহা বিশ্বদ্ৰোহী তৰে যাৰ নাম লৈ... ......।" সেই পদ ভাঙনি কৰোঁতে গুৰুজনাৰ মহা প্ৰেমভাব উপজি তেওঁৰ হাতৰ পৰা কাগজ কলম সৰি পৰিল। গুৰুজনাই আই গোসাঁনীক ক'লে," ৰামানন্দৰ মাক, শাস্ত্ৰ, কাগজ, কলম এই থোৱাহি, পাছত মাধৱৰ হাতে ইয়াৰ ভাঙনি কৰা হ'ব।"



# অষ্টাদশ অধ্যায়

**১-১৮-১** : বাগী ভট্টাচাৰ্য্যৰ পুত্ৰ বাগ চক্ৰৱৰ্ত্তী, যাদবেন্দ্ৰ, হিৰাই, মেৰাই আৰু কেসেৰা কন্দলি এই পাঁচজনকে মুখ্য কৰি অনেক ব্ৰাহ্মণ, তান্ত্ৰিক, শাক্ত আৰু হৰিবিমুখিয়াই গুৰুজনাৰ হৰি ভক্তিত সহ্য নহৈ নৰনাৰায়ণ ৰজাক গোচৰ দিলে। তেওঁলোকে ৰজাক ক'লে," মহাৰাজ, শঙ্কৰে দেৱী-দেৱতা, শ্ৰাদ্ধ-বিধি একো নামানে; দেৱতাৰ মূৰ্ত্তি পানীত ভহায়, ভাগৱতৰ পদ ভাঙনি কৰে আৰু ব্ৰাহ্মণ,গঙ্গা, গীতা, তুলসী, শালগ্ৰাম নামানে, নুপুজে; ব্ৰাহ্মণ, কৈৱৰ্ত্ত, দৈৱজ্ঞ, কোচ, শূদ্ৰ সকলোকে শৰণ কৰায়, একেলগে খায়; কুল,শীল,ধৰ্ম-কৰ্ম,বেদ, নীতি নিজে এৰি আৰু আনকো এৰুৱাই দেশখন অনাচাৰী কৰিলে। বেদ, ভাগৱত সন্মত ধৰ্ম নষ্ট আৰু অনাচাৰ যি দেশত হয়, সেই দেশৰ ৰজাৰ ৰাজ্য নাশ আৰু ছত্ৰভঙ্গ যোগ হয় আৰু মন্ত্ৰীৰ হানি হয়। দেশত দুৰ্ভিক্ষ, অকাল, মাৰিমাৰক, গো-শস্যৰ হানি আৰু অবৃদ্ধি হয়।" তাকে শুনি ৰজাই খং কৰি ক'লে," আহ! মই থাকোঁতেই এনে? ভাল গৰমালি লৈ গৈ তাক ধৰি আন।" তেতিয়া পাঁচজন গৰমালিয়ে শঙ্কৰক বিচাৰি গৈ তেওঁক ঘৰত নাপালে। গুৰুজনে গা সাৰি পলাল। গৰমালিয়ে গুৰুজনাক বিচাৰি ফুৰিছিল। বাটত হাঠিয়াই পাই সিহঁতৰ চকু ফুলাই দিছিল। মাজনিশা সিহঁতে গোকুলচান্দ আতৈক পাই ধৰি ক'লে," তোৰ লগৰ মুখ্য ভকত দেখুৱাই দে ক'ত আছে।" এই বুলি আতৈক সিহঁতে লৈ ঘৰে প্ৰতি ঘূৰাই ভকত নাপালে, সকলো ভকত পলাইছিল। সিহঁতক লগত লৈ আতৈয়ে মনথৈত ঠাকুৰ আতাক দেখুৱাই দিলে। গৰমালিয়ে ঠাকুৰ আতাক ধৰিলে। ঠাকুৰ আতাৰ পত্নীয়ে সকলো এৰি আতাৰ লগতে ওলাল।

**১-১৮-২** : গৰমালিয়ে গোকুলচান্দ আৰু ঠাকুৰ আতাক নি চৌখুটিত বন্দী কৰিলে। ৰজাই হৰি গৰমালিক জেৰা কৰিববলৈ ক'লে। গৰমালিয়ে আতৈক সোধে," শঙ্কৰে কি ধৰ্ম প্ৰৱৰ্ত্তন কৰিছে? কি অনাচাৰ কৰে আৰু আছে ক'ত?" ঠাকুৰ আতাই ক'লে," শঙ্কৰে কি অনাচাৰ কৰিব, তেওঁ পৰম ঈশ্বৰ, মহা সদাচাৰী; তেওঁ ক'ত আছে ক'লৈ গ'ল মই গমকে নাপাওঁ। তেওঁৰ পৰা এপৰ বেলি দূৰত্বৰ

বাটত মই থাকো, গম পালে ময়ো পলালোহেঁতেন।" সেই কথা হৰি গৰমালিয়ে ৰজাক জনালে। ৰজাই ক'লে," অনাচাৰ নকৰে, নকৰায় যদি শঙ্কৰে পলায় কিয়? এয়ে প্ৰমাণ নহয়?" গৰমালিয়ে পুনৰ আতাক সোধেহি আৰু আতাই পুনৰ একে কথাকে কয়। গৰমালিয়ে পুনৰ ৰজাক কয়। তেতিয়া ৰজাই ক্ৰোধ কৰি ক'লে," নকয় যদি শাস্তি দিয়াগৈ, অলৱত ক'ব।" তেতিয়া গৰমালিয়ে আহি আতা-আতৈ দুজনক শাস্তি দিব ধৰিলে। দুয়োজন আতা- আতৈক চেপা কুন্দা দিয়ে, কোৰ তপতাই দেহত লগাই পোৰে আৰু নানান ধৰণে শাস্তি দিব ধৰিলে। দুয়োকো ওঠৰ জোৰা কাঠৰ কুন্দা মেৰিয়াই চেপে, কমাৰৰ চেপেনাৰে গাৰ ছাল টানে। দিনত গলত চেপা কুন্দা, নিশা পোতা কুন্দা, হাতত জফলা কুন্দা আৰু চাকশাল শৰীৰ জুৰি দিয়ে দেহত খালি ঠাই নথকাকৈ। ঠাকুৰ আতাই কয়," মাৰ বোপা যিমান পাৰা; এই মনুষ্য শৰীৰ পায়ো গুৰুৰ কৰ্ম, গুৰু-সেৱা নকৰো, ঈশ্বৰৰ সেৱা নকৰো, ভকত সেৱা নকৰো; মাৰ যিমান পাৰা।" গৰমালিয়ে এৰি গ'লেই দুয়োজন আতৈৰ গাৰ সকলো বন্ধন খুলি যায়। তেতিয়া আতৈয়ে গৰমালিক মাতে, "বোপা ঐ, কি লগালা, সকলো সুলকি গ'ল দেখোঁ?" সি আকৌ আহি লগাই যায়হি। গৰমালিয়ে গৈ ৰজাক ক'লে," মহাৰাজ, আমাৰহে ভাগৰ লাগে, তেওঁলোকৰ একো নাই আৰু মাতেহে মোক বন্ধন দিবলৈ।" তেতিয়া হৰিষা নামেৰে মহা দুষ্ট-অসৎ গৰমালিয়ে ক'লে,"মহাৰাজ, মই তাক সেও মনাম।" ৰজাই তাক আদেশ দি ক'লে," তেন্তে যোৱা।" হৰিষাই গৈ হাতীশালৰ চোতালত এদিঙিয়া গাঁত এটি খান্দি তাতে হাতীৰ লাদ, প্ৰসাৱ, জাৱৰ- ভোৱৰ চুঁচি নি পেলাই তাতে দুয়োজন আতা- আতৈক পেলাই মূৰত বাঁহ দি হেঁচি বুৰাই ধৰি কয়, ক' ক' বুলি। এবাৰ ঠাকুৰ আতাক নি ধৰাত গোকুলচান্দে ক'লে," মই, কওঁ, কওঁ।" ঠাকুৰ আতাই গোকুলচান্দক ক'লে,"কি কোৱা, নোকোৱা কিয়?" গোকুলচান্দে ক'লে," কি ক'ম, মাৰ খাই কষ্টত পৰিহে তেনেকৈ ক'লো।" ঠাকুৰ আতাই গোকুলচান্দক ক'লে," বংশছেদ হোৱা, কি ক'বা; মোৰ গুৰুজনে কি অনাচাৰ কৰা দেখিছা?" দুয়োজনে একো নোকোৱা দেখি গৰমালিয়ে দুয়োকো গাঁতৰ পৰা তুলি লোৰ শিকলি লগাই থ'লে। শিকলি লগোৱাতো আতাই অবিচ্ছেদে নাম গাই থাকিল। এদিন টোপনিতে ঠাকুৰ আতাৰ

গাৰ শিকলি ছিগিল। ৰাতিপুৱা আতাই গৰমালিক মাতি আনি ক'লে," হেৰো হৰিষা, কি শিকলি লগালা? ছিগিল দেখোঁ।" হৰিষাই কমাৰ মাতি আনি পুনৰ দুই গুণাকৈ শিকলি লগালে। আতাই দিনে নিশাই আঠ প্ৰহৰে অবিচ্ছেদে নাম গায়। নাম লগায় ঠাকুৰ আতায়, গোকুলচান্দ আৰু আয়ে নাম গায়। কৃষ্ণ গ্ৰাহে ধৰি আতাই কেতিয়াবা কান্দে, কেতিয়াবা হাঁহে, তেকিয়াবা মৌন হৈ পৰি থাকে আৰু কেতিয়াবা জমক দি উঠি উঠি গেৰি মাৰে। এদিনাখন দুপৰীয়া হৰিষাৰ আগতেই আতাৰ লোহাৰ শিকলি ঠনৰাই ছিঙি গ'ল। সি বিস্ময়-বিচুৰ্ত্তি খাই ভিৰাই লৰ মাৰি গৈ ৰজাক কথাটি ক'লে। ৰজাই ক'লে,"বাৰু ছিগিল যেতিয়া দিনত এনেয়ে থাকক, ৰাতি কুন্দা মাৰি ৰাখিবি।" আতাৰ নামৰ প্ৰভাৱত যত বেপাৰী, পথিক, গৃহস্থী, মহলীয়া, খৰিভাৰী, দোকানী মহাজনীয়াই লোণ, মাছ, তেল, খৰি, শাক-পাত, বেঙেনা, জলকীয়া, পাত পৰ্য্যন্ত নাম গাঁওতে থৈ দি থৈ যায়। আতা, আতৈ, আই আৰু হৰিষাই খোৱাৰ পাছতো খাদ্য বস্তুৰ দ'ম লাগি যায়। সেই সময়ত ঠাকুৰ আতাৰ পত্নীৰ এটি পুত্ৰ জন্মিল। হৰিষাৰ ভনীয়েকৰ নাম হৰিগতি। হৰিগতিয়ে পৰম শ্ৰদ্ধা কৰি আতা, আতৈ আৰু আইক চালে, পৰিচৰ্য্যা কৰিলে আৰু ছল বুজি কথা উলিয়াব বিচাৰিলে। এদিন হৰিষাই ক'লে," তইঁতে দেখোঁ অবিচ্ছেদে নাম গোৱা,ঈশ্বৰে একো প্ৰমাণ নেদেখুৱায় আৰু ময়ো দেখা নাই, কিয় নাম লোৱা?" সেই ৰাতি হৰিষাই সপোনত দেখিলে,পাঁচ হাত মান দীঘল বগা পুৰুষ এজনে সোণৰ লাখুটিৰে তাৰ গালত হেঁচি খুন্দি দুয়ো গাল পাচি হেন কৰি ফুলাই ক'লে," হেৰ, মোৰ ভকতক আৰু নামক নিন্দা কৰা?" এই বুলি কৈ পুৰুষজন অন্তৰ্দ্ধান হ'ল। হৰিষাই সাৰ পাই ৰাম ৰাম বুলি বহিল আৰু আতাক সপোনৰ কথা কৈ গাল দুখন দেখুৱালে। হৰিষাই পাছত ঈশ্বৰৰ শক্তি জানি মানি আতাক গুৰুজ্ঞান কৰি আতাৰ ওচৰত শৰণাপন্ন হ'ল।

**১-১৮-৩** : হৰিষাই ৰজাক জনালে, "মহাৰাজ, শাস্তি কিমান কৰিম, ভাগৰিলো; নকৰো আকৌ।" ৰজাই ক'লে, "তেনেহ'লে ঘোঁৰাৰ বিনিময়ত সিহঁতক ভুটীয়াত বেচাগৈ।" হৰিষাই আহি দুখমনেৰে আতাক কথাটি ক'লে। আয়ে ভয়াৰ্ত্ত হৈ ফকৰা মাতিছে –

যতেক কৰিলা চাই আছিলো,

পানী নাই, তৰতে ডুবিলো।

ঠাকুৰ আতাই ক'লে," হৰি, হৰি বিধি! এনেহে দৈৱই কৰিলে। এবাৰতে বিপদ নদীত পৰি তৰ নাপালো, তাতে আৰু খেদি খায়। অভকতৰ সঙ্গত মৃত্যু আৰু গুৰুজনাক পুনৰ নেদেখিম।" এই বুলি দুখ কৰি আতাই কালিয়া দমনৰ গীত গাইছে—

নাহি ওহি শোক,
মৰণ মিলোক,
আৰ নিচিন্তোহো আমি।
তোমাৰ অৰুণ চৰণ পঙ্কজ পুনু নেদেখিব স্বামী।।

পুৱালৈ আতা দুজনক ভোটক দিব, ৰাতি হৰিষাই সপোনত দেখিলে, "শ্ৰীশঙ্কৰদেৱে আহিছে কোটি সূৰ্য্য সমান প্ৰকাশমান হৈ আৰু লগতে চিত্ৰগুপ্তকো আনিছে। চিত্ৰগুপ্তক শ্ৰীশঙ্কৰদেৱে কৈছে," লিখা, মোৰ নাৰায়ণ দাস আৰু গোকুলচান্দৰ নাম। কোনে বিক্ৰী কৰে আৰু কোনে কিনে সিহঁতক? বৈকুণ্ঠৰ বস্তুৰ ওপৰত কাৰ অধিকাৰ?" হৰিষাৰ সপোনতে ঠাকুৰ আতাই শ্ৰীশঙ্কৰদেৱক কৈছে," বাপ, হৰিষাৰ নামো লেখত তোলা যাওঁক।" গুৰুজনাই কৈছে,"ই মোৰ ভকত বৈৰী, ইয়াৰ নাম কিয় লিখিম?" ৰাতি পুৱাল। আতাই স্নান কৰি ওলাই এখন দোকানৰ পৰা চুফাৰি কিনি আনিলে। কটাৰী নাই, ছিঙা লোহাৰে চেফাৰি ভাঙি মুখশুদ্ধি কৰিলে। এনেতে হেমা- হেফা নামৰ দুজন ভূটীয়া আহিল দুশ টকা দামৰ দুটা ভাল ঘোঁৰা লৈ। ৰজাই ঘোঁৰা লৈ দুয়োজন আতাক ভূটীয়াত বেচিলে। ভূটীয়াই তেওঁলোকক লৈ গৈছে আৰু আয়ে কেঁচুৱাক কোলাত লৈ দুখ কৰি পাছে পাছে কান্দি কান্দি গৈছে। আতাই মধু দোকানীৰ পৰা ভোজন সম্ভাৰ কিনি লৈ সেইবোৰ ভাগ-বাঁটি দিছে। হৰিযা আৰু হৰিগতিয়ে হিদাল গছৰ গুৰিলৈ আগবাঢ়ি গৈছিল কান্দি-কাতি। তেওঁলোকে তাতে আতাক বিদায় দিলে। আতা- আতৈ আৰু আইক ভূটীয়াই নিলে। আতা আৰু আতৈক কান্ধত কুন্দা দি নিছে। দিনত মুকলি কৰি দিয়ে আৰু ৰাতি কুন্দা মাৰি থয়। এনেকৈ নৰনাৰায়ণ ৰজাৰ ৰাজ্যৰ সীমা পাৰ হৈ ভূটীয়া ৰাজ্যৰ সীমা পোৱাত ভূটীয়া দুজনে চকুৰে নেদেখা হ'ল। পিছৰ পৰা গৰুৰ হাড়, মাটিৰ চপৰা গাত পৰে; কিন্তু উভতি চালে

নপৰে, পুনৰ গ'লে আকৌ মাৰে। চালে কাকোৱে নেদেখি। ভূটীয়া দুজনে উলটি পালটি চাই আতা-আতৈক নিবলৈ নোৱাৰি লৈ আহিল। ভূটীয়াই ৰজাক ক'লে,"মহাৰাজ, এই দুজন দেও মানুহ, ইহঁতক আমাক নালাগে, আমাৰ ঘোঁৰা দিয়ক।" ৰজাই সিহঁতৰ ঘোঁৰা ঘূৰাই দিলে। সিহঁতে পুনৰ ক'লে, "মহাৰাজ, দুশ টকা দিয়ক আৰু ঘোঁৰা ৰাখক।" ৰজাই আতা- আতৈৰ পৰা দুশ টকা ধন দাবী কৰিলে। আতাই হৰিষাৰ পৰা ধাৰ বিচাৰিলে। হৰিষাই সাতকুৰি আৰু হৰিগতিয়ে তিনি কুৰি ধন ৰজাক দিয়াৰ দায়িত্ব ল'লে। হৰিগতি আয়ে ঠাকুৰ আতাক গুৰু হৈ তেওঁক শৰণ দিবলৈ প্ৰাৰ্থনা জনালে। আতাই ক'লে, "মোৰ গুৰু শ্ৰীশঙ্কৰদেৱ আছে, তেওঁহে এই গুৰু ভাৰ ল'বৰ সমৰ্থ; মই অভাৱী, এই গুৰুভাৰ কেনেকৈ ব'ম ? আৰু তোমালোকৰ দুষ্ট-দুৰ্জন ৰজাই ইয়াকে শুনিলে আমাক দণ্ডিব, আমাক পুনৰ ভূটীয়াত বেচিব।" ককায়েক আৰু ভনীয়েকে আতাক জোৰকৈ ধৰিলে। হৰিষাই ক'লে," বাপ, ইবাৰ যদি ৰজাই নিয়ে আপোনাৰ বাবে ভাৰ্য্যা-পুত্ৰ, গৰু, কাঁহ-তাম বেচি টকা ভৰি চাম আৰু যদি ৰাখিব নোৱাৰো মযে যাম ভূটীয়ালৈ।" হৰিগতি আই মহা বৈৰাগী ভকত হ'ল। হৰিষাই নানা কষ্ট তৰি দুশ টকা গোটাই ৰজাক সোধালে। তেতিয়া ৰজাই সন্তুষ্ট হৈ তামৰ ফলিত মোহৰ মাৰিছে এই বুলি,"মোৰ দেশত হাটে, ঘাটে, বেপাৰ-বাণিজ্যত এওঁলোকক ক'তো কোনোৱে ধৰিব নোৱাৰিব, মোৰ পুত্ৰ নাতি থকালৈকে।"

**১-১৮-৪** : তাৰ পাছত আতা-আতৈ আৰু আই আহিছে। হৰিষাই ভাৰ লৈ পাছে পাছে আহিছে। এটি ঘৰৰ পদুলি মূৰত কেন্দু গছ এজোপা আছিল। আতাই দৃষ্টিৰ দূৰত্বত গুৰুজনাক কেন্দু গছৰ তলত দেখি ক'লে, "মোৰ প্ৰাণ বন্ধু, ইষ্ট দেৱতাই ওলাই চাইছে।" আৰু গুৰুজনাই আতাক দেখি ক'লে,"মোৰ প্ৰাণ নাৰায়ণহে আহিছে।" ঠাকুৰ আতাই গুৰুজনাক পাই ভৰিত পৰি কান্দিব ধৰিলে। গুৰুজনাই আতাক সাবটি ধৰিলে। গুৰুজনাৰ চকুৰ লোতক পৰি আতাৰ পিঠি ভিজি গ'ল আৰু আতাৰ লোতকেৰে গুৰুজনাৰ ভৰি তিতিল। আয়ে আঁঠু কাঢ়ি কেঁচুৱাটিত গুৰুজনাৰ ভৰিত পেলাই দি সেৱা কৰিলে। গুৰুজনাই কেঁচুৱাটিৰ কপালত ভৰিৰ বুঢ়া আঙুলিৰে টিপা মাৰি দিলে। কেঁচুৱাটিৰ কপালত চিন ৰ'ল। গুৰুজনাই সুধিলে, "কেঁচুৱাটি কাৰ ?" আতাই ক'লে," বাপ, আপোনাৰ

দাসৰহে।” গুৰুজনাই কেঁচুৰাটিৰ নাম সুধিলে। আতাই ক'লে,“ বাপ, সি দুখত জন্মিছে কাৰণে মাকে দুখীয়া নাম থৈছে।” গুৰুজনাই ক'লে,“ তোমাৰ দুখত ই আনন্দ দিছিল, সেয়ে ইয়াৰ নাম পৰমানন্দ দিলো।” গুৰুজনাই পুনৰ সুধিলে,“ এই ভাৰ বৈ আনাটো কোন?” আতাই ক'লে,“ বাপ, তেওঁ ৰজাৰ গৰমালি,এৱেঁই আমাক শাস্তি দিয়াৰ দায়িত্ব পাইছিল।” গুৰুজনাই সুধিলে,“ সি আহিছে কিয়?” তেতিয়া ঠাকুৰ আতাই ঘোষা মাতিছে –

ভগৱন্ত ঈশ্বৰৰ গুণ সমূহকো যিটো,
শুনিতে উদ্যম কৰে নৰ।
তেখনৰে পৰা সিটো বিধিৰ কিঙ্কৰ গুচি,
হোৱে আতি শুদ্ধ নিৰ্মচৰ।।

ঠাকুৰ আতাই পুনৰ ক'লে,“ বাপ, সি আপোনাৰ অভয় পদত বিক্ৰী গৈছে। শাস্তি-বন্দী একা ৰজাৰ আদেশতহে কৰিছিল। আৰু আপোনাৰ সেৱা চোৰ জীৱই দৈৱ ঈশ্বৰৰ ইচ্ছাত পূৰ্বৰ আৰ্জিত প্ৰাপ্তি সুখ-দুখ কৰ্মফল সংসাৰত ভুঞ্জে।” তেতিয়া গুৰুজনাই সপ্তম স্কন্ধ ভাগৱতৰ পৰা সংস্কৃত শ্লোক মাতিছে আৰু তাৰে ভাওনি নাম-ঘোষাত মাধৱদেৱে দিছে –

হিৰণ্যকশিপু প্ৰহ্লাদ পুত্ৰক,
নানান দুৰ্গতি দিল।
হৰি নাম মহা কৱচ প্ৰভাৱে,
তান নোম নলৰিল।।
একান্ত শৰণে যিটো নাম লৱে,
হৰি ফু ৰে তাঙ্ক ৰাখি।
আনত যদ্যাপি সঞ্জাত নযো'ৱা,
ল'ৱা প্ৰহ্লাদত সাক্ষী।।

গুৰুজনাই পুনৰ ক'লে,“নামত একান্ত শৰণৰ প্ৰভাৱত মোৰ নাৰায়ণ দাস কৃতাৰ্থ হ'ল, সংসাৰৰ তিনি তাপৰ যাতনাত তেওঁৰ নোম এডালো নলৰিল।” গুৰুজনাই গোকুলচান্দক ক'লে,“ নাৰায়ণ দাস আৰু তোমাৰ সমানে শাস্তি, তুমিনো মোৰ কোনখিনিত অনাচাৰ দেখিছিলা, কওঁ,কওঁ যে বুলিছিলা?”

গোকুলচান্দে ক'লে,"বাপ, কষ্টত উপায় নাপাইহে ক'লো।" পাছলৈ গোকুলচান্দৰ নাম চৰিত পুথিত নুঠিল, সেই দোষেই সকলো ঢাকিলে। ঠাকুৰ আতাৰ যশে বংশত চন্দ্র-সূৰ্য্য উজ্বলাদি জ্বলি আছে আৰু নদী বোৱাদি আজিলৈ বৈ আছে। পাছত গোসাঁনীয়ে তেওঁলোকক ভিতৰলৈ মতাই নি চিৰা গাখীৰ ভোজন কৰাই তেল, তামোল দিছে। এনেতে মাধৱদেৱ আহি পালে। সেই সময়তে গুৰুজনাই বলিচলনৰ দৃষ্টান্ত দিছে— প্রভু নাৰায়ণে কৈছে," বলি ৰজাৰ সর্বস্ব গ্ৰাহ কৰি, দেহকো নিগ্ৰহ কৰি অনেক ভৰ্সনা কৰিলো, ভাৰ্য্যাৰ বাহিৰে জ্ঞাতি বন্ধুৱে তেওঁক এৰিলে,শুক্ৰৰ বাক্য এৰিও বলিয়ে মোকে ভজিলে; মই বলিৰ বশ্য হ'লো আৰু বলিৰ গৃহৰ দুৱৰী হৈ মই ৰ'লো।" গুৰুজনাই মাধৱদেৱক ক'লে, " জানা বঢ়াৰপো, মোকো নাৰায়ণ দাসৰ ভক্তিয়ে তেনেকৈয়ে বশ্য কৰিলে। নাৰায়ণে হৃদয়ত মোক আৰু ধৰ্মত সেৱকক ৰাখিলে। নৃসিংহই প্ৰহ্লাদক আশীৰ্বাদ দিছিল আৰু ময়ো কৈছো," মোতকৈ নাৰায়ণ দাসক অধিক প্ৰেম কৰিবা।" গুৰুজনাই সেই দিনা ঠাকুৰ আতাক ৰাখি পিছদিনা খুৱাই -বুৱাই মনথৈলৈ পঠাইছে।



# ঊনবিংশ অধ্যায়

**১-১৯-১ :** গুৰুজনে ভক্তৰ সৈতে মুকলিকৈ ওলাই পাঁচ পক্ষ মান আছিল। বিদ্যানিধি ভট্টাচার্য্যৰ পুত্ৰ বাগী বিদ্যা চক্ৰৱৰ্ত্তীকে মুখ্য কৰি অনেক দুষ্ট সূচক বামুণে ৰজাক পুনৰ গোচৰ দিলে," মহাৰাজ, শঙ্কৰে ভাগৱত পঢ়ে-পঢ়ুৱায়,ভাগৱতৰ পদ ভাঙনি কৰে; গঙ্গা. গীতা, তুলসী, শালগ্ৰাম, দেৱী-দেৱতা,বামুণ, সদাশিৱ কাকো নামানে; সুকীয়াকৈ বৌদ্ধ মতত চলি দেশত বেদ-ধৰ্ম লোপ কৰি দেশ নষ্ট কৰিলে। কণ্ঠভূষণে তাৰ প্ৰতিবাদ কৰি ৰজাক ক'লে," মহাৰাজ, মোৰ শহুৰে শঙ্কৰৰ কৰ্ম কৰে আৰু মোকো নি তেওঁ গীতা পাঠ কৰোৱায়, এইখিনি জানো মই।" ৰজাই কণ্ঠভূষণৰ কথা নামানিলে। তেওঁ শঙ্কৰক ধৰিবলৈ গৰমালিক আদেশ দিলে। সকলোতকৈ দুষ্ট নয়নানন্দ ঢোপধৰা গৰমালিকে মুখ্য কৰি আৰু পাঁচজন গৰমালিক দি ৰজাই ক'লে," য'তে পোৱা শঙ্কৰক ধৰি আনা। আৰু যদি শঙ্কৰক নোপোৱা, মাধৱক, নাৰায়ণক, গোকুলচান্দক যাকে পোৱা তাকে শীঘ্ৰে ধৰি আনা।" কণ্ঠভূষণে চিলাৰায় দেৱানৰ ঘৰলৈ গৈ সেই কথা ৰামানন্দ ঠাকুৰক ক'লে। ৰামানন্দ ঠাকুৰ সেই সময়ত তাঁতীৰ কাৰখনাৰ অৰ্থে তাত আছিল। ঠাকুৰে বেগতে সেই কথা কমলাপ্ৰিয়া আইক ক'লে। আয়ে কান্দি কাতি সেই কথা দেৱানক ক'লে, ধৰিলে। তেতিয়া দেৱানে টেকাই মাজীক মতাই আনি একশ টকাৰ টোপোলা এটি মাজীৰ কোঁচত দলিয়াই দি ক'লে," শীঘ্ৰে যোৱা, ৰজাৰ গৰমালিয়ে গৈ পোৱাৰ আগতে এদিন এৰাতিতে শঙ্কৰক ধৰি আনি দিয়া।" মাজীয়ে ধন পাই নাও বঠা লৈ ৰাতিয়ে দিনে উজাই গৈ ৰজাৰ দূতে পোৱাৰ আগতে শঙ্কৰৰ ঠাই পালে। তেওঁ নাওখন ঘাটত খুঁটি মাৰি থৈ ৰামৰায় আতাক সাক্ষী কৰি লগত লৈ শঙ্কৰক বন্দী কৰি উঠি ছল কৰি ক'লে, "গুৰু কৰৰ শেষ অংশ ৰজাক দিব লাগে হেতু চিলাৰায় দেৱানৰ বিষয়াই শঙ্কৰক নিব দিছে।" লোকক দেখুৱাই তেওঁলোকে এই বুলি শঙ্কৰক ধৰি নিছে। এইফালৰ পৰা ৰজাৰ দূতহঁতৰ নাও উজাইছিল আৰু আনফালৰ পৰা মাজীৰ

নাও ভটীয়াইছিল। ছয়জন মাজীয়ে বঠা মাৰি দূতহঁতৰ নাওৰ মাজেৰে পাৰ হৈ গ'ল, সিহঁতে গমকে নাপালে। মাজীয়ে নৈৰ ঘাটত নাওখন ৰাখি দেৱানক খবৰ দিলে। কমলাপ্ৰিয়া আৰু দেৱানে আগবাঢ়ি আহি গুৰুজনাক আগবঢ়াই নিছে। দেৱানে অভ্যন্তৰত ন-গৃহ আৰু পাটনাদ সজাই গুৰুজনাক তাতে থ'লে। ৰজাৰ কটকীয়ে দেৱানে গুৰুজনাক ঘৰত নিয়াৰ কথাটি জানি ৰজাক ক'লে," মহাৰাজ, দেৱানে শঙ্কৰক আনিছে।" ৰজাই ক'লে, "দেৱানে শঙ্কৰৰ পৰা পাব লগা কৰ ভাৰৰ শেষ ভাগ দিব লাগিব; কিয়নো সি শঙ্কৰক গুৰু মানিছে।" এই বুলি ৰজাই দেৱানলৈ দূত পঠাইছে। দূতে দেৱানক ৰাজ আজ্ঞা ক'লে,"শঙ্কৰক পঠাওক, মই একো নকৰো।" দেৱানে উত্তৰত ক'লে," মই শঙ্কৰক এৰি দিব নোৱাৰো।" ৰজাই নিতে দূত পঠায় শঙ্কৰক নিবলৈ আৰু দেৱানে শঙ্কৰক নেৰে, নপঠায়; নোৱাৰো বুলি কয়। এনেকৈ ৰজা আৰু দেৱানৰ মনৰ মাজত যুদ্ধ যেন হ'ল। তেতিয়া গুৰুজনাই দেৱানক ক'লে, "যুৱৰাজ, মোক এৰিয়ে দিয়ক, মই ৰজাৰ ওচৰলৈ যাওঁ; বামুণক সংশয় নকৰো, ৰজাই কিবা কৰে বুলিহে ভয়।" দেৱানে ক'লে," বাপ, ৰজাৰ বাবে একো সংশয় কৰিব নালাগে, তাৰ বাবে আপোনাৰ দাস মই আছো। ৰজা যেনিবা গৃহৰ শালগ্ৰাম; খান্দা-ঢাল, পৰদেশ, যুদ্ধ- বিগ্ৰহত মইহে আগ আৰু ৰজাৰো মোতে আশা ভৰসা; কিন্তু বামুণক একো কৰিব নোৱাৰো, মই শাস্ত্ৰৰ তত্ত্ব একো নাজানো হেতু।" দেৱানে ৰজাৰ দূতক ক'লে," বাৰু ৰজাক কোৱাগৈ, ৰজাৰ মৰমৰ ঘোঁৰাটো আৰু তামুলীক দিয়ক মোৰ ইয়ালৈ পঠাই আৰু ময়ো শঙ্কৰক পঠাম।" ৰজাই স্নেহৰ ঘোৰাটি আৰু তামুলীক পঠাই দিলে আৰু দেৱানে সিহঁতক বন্দী কৰি থৈ গুৰুজনাক ক'লে," বাপ, এতিয়া যাওঁকগৈ, একো সংশয় নকৰিব মই দাস থাকোঁতে।" এই বুলি দেৱানে শঙ্কৰক পঠাই চোৰাংচোৱাৰ দ্বাৰা চাৰি ভাগত ইজন সিজনকৈ ডাঁৰৰ খবৰ ডাঁৰে লবলৈ ধৰিলে।

**১-১৯-২** : শ্ৰীশঙ্কৰদেৱে ৰজাৰ দৌলৰ সাত ঢাপ খতখটি বগাই টোটয় ভটিমা এটি গাই উঠি গৈছে। টোটয় ভটিমাটি এই– " মধু দানৱ দাৰুণ........।" গুৰুজনে ৰজাক আশীৰ্বাদ কৰি চ'ৰাঘৰত উঠিল। তেওঁ সকলোতকৈ এহাতমান ওখ হৈ গৈছে। ৰজাই গুৰুজনাক দেখিয়ে ক'লে,"ওচৰলৈ আহক!" গুৰুজনাৰ

লগত কমলিধৰা পৰমানন্দ আতৈও সোমাল। আতৈয়ে ভয়তে বামুণৰ পুথিৰ ভাৰৰ কাষতে ৰ'ল। ৰজাই সকলোৰে মাতক চেৰ পেলাই ঘনে ঘনে ক'বলৈ ধৰিলে," দলিচা আনা, দলিচা আনা।"গুৰুজনাই ক'লে," মহাৰাজ, আমাৰো কমলি আহিছে।" ৰজাই গুৰুজনাক ক'লে, " তেন্তে আনক, আনক খৰকৈ।" গৰমালিয়ে কমলি বিচাৰি পৰমানন্দ আতৈক কিতাপৰ দ'মৰ কাষতে পাই কমলিখন আজোৰ মাৰি আনিলে। কমলিখন দেখি ৰজাই ক'লে,"আনা, আনা বেগতে।" ৰজাৰ হুৰাহুৰি দেখি বামুণে হাত মেলি ইজন সিজন কৰি মূৰৰ ওপৰেৰে নি কমলিখন ৰজাৰ আগত দিলে। গুৰুজনাই কমলিখন নেমেলি নুৰিয়াকৈয়ে ওপৰত বহিল। গুৰুজনে তাতে " নাৰায়ণ কাহে ভকতি কৰো তেৰা...।" গীতটি গালে। চিলাৰায় দেৱানে খবৰ লৈ আছিল। তেওঁ খবৰ পালে গুৰুজনে ৰজাৰ ওচৰত বহিছে। চিলাৰায়ে দূতক পুনৰ সুধিলে,"গুৰুজনে কি কৰিছে?" সমিধান পালে,গুৰুজনে ভটিমা গাইছে,"এ জয় জয় নৃপতি সুজান, যাকেৰি জ্ঞানীগণ নাহিকে সমান...।" গুৰুজনাৰ গীত ভটিমা শুনি ৰজাই সন্তোষ পালে। গুৰুজনাই গীত গাইছিল ঈশ্বৰৰ গুণ বৰ্ণাই আৰু ৰজাই ভাবিছে," মোৰ নাম দিছে, মোকেই বৰ্ণাইছে।" ৰজাই গুৰুজনাক ক'লে," বাপ, আঠটি সংস্কৃত শ্লোকৰ পদ ভাঙনি কৰিছো আঠ প্ৰকাৰে জোৰাদি, এতিয়া আপুনি তাক ব্যাখ্যা কৰক।" গুৰুজনে সাত প্ৰকাৰে জোৰা দি ব্যাখ্যা কৰিলে। ৰজাই ভাবাৰ্থহে দিছিল ব্যাখ্যাত, গুৰুজনে পৰমাৰ্থ দি ক'লে। গুৰুজনাই ৰজাক ক'লে," মহাৰাজ, ইমানলৈকে পাৰি।" ৰজাই ক'লে, বাপ, আপুনি যে সাত প্ৰকাৰে কিয় ব্যাখ্যা কৰিছে তাৰ প্ৰমাণ মই পালো, মই ৰজা কাৰণে মোক ডাঙৰ কৰি আপুনি সাত প্ৰকাৰেহে ক'লে।" ৰজাই গুৰুজনাক তামোল পাণ দি সন্মান যাচি ক'লে," বাপ, আপুনি আজি যাওঁকগৈ, আগবেলা দেৱানৰ ঘৰত থাকিব আৰু পিছবেলা মোৰ ইয়ালৈ আহিব।" গুৰুজনাই ৰজাৰ পৰা আহি দেৱানৰ ঘৰ পালে। চিলাৰায়ে গুৰুজনাক সেৱা কৰি বাতৰি সুধিছে। গুৰুজনাৰ পৰা সকলো কথা জানি দেৱানে বৰ সন্তোষ পালে।



# বিংশ অধ্যায়

## (ক)

**১-২০-১** : গুৰুজনে পুৱাতে কৃষ্ণ সেৱা কৰি নাম গাই ভাগৱত পঢ়ি উঠি ভোজন কৰি পিছবেলা ৰাজসভালৈ যায়। তেৰাই ৰাজসভাত উচ্চ আসনত বহিব ধৰিলে। তাকে দেখি ব্ৰাহ্মণসকলে চকু পুৰি মৰে।

**১-২০-২** : দ্বিতীয় দিনা গুৰুজনে গৈ ৰাজসভাত থিয় হৈ ভটিমা ৰচনা কৰি গাইছে,"বন্দো গোবিন্দ গোপীজন-মানন্দা... ...।" সেই সময়ত বামুণসকলে ৰজাক আশীৰ্বাদ কৰিলে শ্লোক পঢ়ি আৰু ক'লে," পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে হওঁক মহাৰাজৰ শ্ৰী, যশৰ প্ৰকাশ।" শঙ্কৰদেৱে কাব্যৰ শ্লোক মাতি ক'লে,"মহাৰাজ, আপোনাৰ যশ, শ্ৰী, ধৰ্ম দ্বিতীয়াৰ চন্দ্ৰৰ দৰে প্ৰকাশ হওঁক।" বামুণসকলে ৰজাক ক'লে,"মহাৰাজ, শঙ্কৰে আপোনাক শাপিছে দ্বিতীয়াৰ চন্দ্ৰ হ'বলৈ, দ্বিতীয়াৰ চন্দ্ৰই গাকে পোহৰাব নোৱাৰে।" গুৰুজনে ক'লে,"মহাৰাজ, মই শাপিছো, নে বামুণে শাপিছে? মই এনে বৰ দিছো দ্বিতীয়াৰ চন্দ্ৰৰ দৰে দিনে একলা একলাকৈ বাঢ়ি যাওঁক আপোনাৰ যশ, শ্ৰী, ধৰ্ম; পূৰ্ণিমাৰ চন্দ্ৰ এদিনহে, তাৰ পাছত নিতে একলা একলাকৈ টুটেহে। এতেকে বামুণে শাপি আপোনাৰ যশ, শ্ৰী, টুটাইছেহে।" ৰজাই মন কৰিলে, বামুণে তেওঁক শাপেহে। তাতে বামুণসকলে লাজ পালে।

**১-২০-৩** : পিছদিনা গুৰুজনে পুনৰ গৈ চ'ৰাঘৰত উঠি ভটিমা ৰচি গাই ৰজাক প্ৰশংসা কৰিলে –

হাসি সভাসদ কৰু বহু থিৰ,
মল্ল নৃপতিৰ সম নাহিকয় বীৰ।
... ....... .. .... ..... .......।

সেই দিনাও বামুণে ৰজাক খল দিলে," মহাৰাজ, গঙ্গা, গয়া, কাশী তীৰ্থক্ষেত্ৰ শঙ্কৰে নামানে।" ৰজাই গুৰুজনাক সুধিলে," হয়নে বাপ?" গুৰুজনাই ক'লে," মহাৰাজ, যুৱাকালত বাৰ বছৰ সকলো তীৰ্থ ঘূৰি স্নান-দান কৰিলো, এতিয়াও অলপতে গঙ্গা, জগন্নাথক গৈহে আহিছো।" ৰজাই ক'লে," বাপ, আৰু এবাৰ যাওঁক।" গুৰুজনে ক'লে, "মহাৰাজ, বয়সে ভাটী দিলে, এতিয়া হাঠিব নোৱাৰো আগৰ দৰে আৰু টকাও নাই; নাযাওঁ আৰু।" ৰজাই ক'লে,"বাপ,

খৰছৰ টকা ময়ে দিম।" গুৰুজনে ক'লে," মহাৰাজ, দেশৰ লোকসকলে যি ধৰ্ম-কৰ্ম কৰে তাৰ চাৰিভাগৰ এভাগ পায় গুৰুৱে, এভাগ পায় পিতৃ-মাতৃয়ে, এভাগ পায় ৰজাই, সেই দেশত খাই লৈ থকা গুণে আৰু বাকী ভাগ পায় কৰ্ত্তাজনে, যদিহে দুখ শ্ৰম কৰি টকা আৰ্জি খৰছ কৰি ধৰ্ম কৰে আৰু যদি সেয়া দোষমুক্ত হয়। সামান্যতম দোষ হ'লেই সকলো অনৰ্থ। এতেকে মহাৰাজ, আপোনাৰ টকা লৈ খৰছ কৰি তীৰ্থলৈ গ'লে মোৰ লাভ হ'ব কি? তেনেকৈ নক'ব, আৰু নাযাওঁ।"

**১-২০-৪** : তাৰ পিছদিনা গৈ গুৰুজনে ৰজাৰ উৎসাহ বঢ়াই ৰজাকো জোৰা দি কৃষ্ণৰ গুণ বৰ্ণাই গাইছে ফাৰ্চ্ছি ভাষাত ভটিমা ৰচনা কৰি।

পেখিয়ে চানুৰ সভা মাজে যাই।
চুনক ৰাজ আজ্ঞা ৰাম গোসাঁই।।

................ .............. ..... .. ।

সেইদিনা প্ৰজাই বহুত পশুৰ মাংস নি ৰজাক ভেটিলে। সেই মাংস ৰজাই গুৰুজন আৰু বামুণকো দিলে। ৰজাই সকলোকে ক'লে," কালিলৈ আপোনালোক সকলোৱে মাংস ভোজন কৰি দুই পৰতে ৰাজসভালৈ আহিব।" পিছদিনা বামুণে খাই লৈ ডেৰ পৰতে আহি চ'ৰাঘৰত বহিল। গুৰুজনে শৌচ, শুদ্ধি, স্নান, কৃষ্ণসেৱা, নাম, ভাগৱত পাঠ কৰোঁতে বেলা দুপৰ হ'ল। আকৌ চাউল সিজাই ভোজন কৰোঁতে গ'ল চাৰি দণ্ড। গুৰুজনে চ'ৰাঘৰ গৈ পালে তিনিপৰত। গুৰুজনে গৈ পোৱাত বামুণে ৰজাক গোচৰ দিলে," মহাৰাজ, আপোনাৰ কথা শঙ্কৰে নামানে। কালি আপুনি দুই পৰতে সকলোকে আহিব দিছিল আৰু শঙ্কৰে আজি আহিছে তিনিপৰত। আমি ডেৰপৰতে আহি আছো।" ৰজাই গুৰুজনাক সুধিলে," হয়তো বাপ, আজি দেখোঁ বেলা হ'ল, কিয়?" "গুৰুজনে ক'লে," মহাৰাজ, শৌচ, শুদ্ধি, স্নান, কৃষ্ণসেৱা, নাম-পাঠতে গ'ল দুই পৰ, ভোজন কৰোঁতে গ'ল চাৰিদণ্ড আৰু চাৰি দণ্ড জিৰাই অহা হৈছে।" বামুণসকলে ক'লে," আমি সেইবোৰ নকৰি- নেখাই আহিছোনে?" গুৰুজনে ৰজাক ক'লে," মহাৰাজ, বামুণসকলক মুখ ধুবলৈ পানী- খৰিকা আৰু চৰিয়া দিয়ক।" ৰজাই সেইবোৰ দিয়ালে। সকলো বামুণে মুখ ধুলে। পাছত সেই পানী

নিগৰাই চাই দেখিলে তাত লেটেকু-পনীয়াল সমান ডাঙৰ ডাঙৰ মাংসৰ টুকুৰা পৰিছে। গুৰুজনেও সেইমতে মুখ ধুলে। তাত ফটিকৰ ধাৰ যেন নির্মল পানী পালে। ৰজাই ক'লে," বামুণৰ জাতি-কুলেই নাই যেন পাইছো।" বামুণে তাতো লঘু হ'ল।*

**১-২০-৫** : আৰু এদিন গুৰুজনাই ৰজাক আশীর্বাদ কৰিলে উৰিয়া আৰু ফাৰ্চ্ছি ভাষা মিহলাই ঠাইতে ভটিমা ৰচনা কৰি গাই–

জয় জয় দিশা ইশা জগ হামি।
লীলা কহু ভক্ত ভাৰ উত্তাৰি।। ..................................।।

সিদিনা ৰজাই ৰাজসভাত ক'লে," সভাসদসকল, আপোনালোকৰ কোনে পাৰে ভুৰুকাত হাতী ভৰাই আনিব লাগে।" সভাৰ শেষত সকলো সভাসদ গ'ল। গুৰুজনাই তুলাপাতত হেঙ্গুল হাইতালেৰে যত্নেৰে হাতী আঁকি চুঙাত ভৰাই মুখত সাঁফৰ মাৰি লৈ ৰাজসভালৈ গ'ল। বামুণসকলো গৈছে। ৰজাই কাৰেঙৰ পৰা ওলাই ৰাজসভাত বহিয়ে ক'লে," কোনোবাই ভুৰুকাত হাতী আনিছেনে?" বামুণসকলে ক'লে," মহাৰাজ, ঈশ্বৰৰ শক্তি হ'লেহে ভুৰুকাত হাতী ভৰাব পাৰি। আমি কেনেকৈ পাৰিম?" তেতিয়া গুৰুজনাই ৰজাৰ হাতত ভুৰুকাটো দিলে। ৰজাই চুঙাৰ মুখখন খুলি চাই দেখিলে হাতী, যেন জীয়াহে, খায় খায় কৰি ফুৰিছে। তাকে দেখি সকলো সভাসদ আশ্চার্য্য-অদ্ভুত মানিলে। সকলোৱে ক'লে," এনে কার্য্য মানুহৰ নহয়, ঈশ্বৰৰহে। বামুণসকলে লাজ পাই অধোমুখে ৰ'ল। ৰজাই গুৰুজনাক অশেষ প্ৰশংসা কৰিলে।

**১-২০-৬** : আৰু এদিন ৰজাৰ বাৰীচোৱাই জালুক নি ৰজাক ভেটিলে। ৰজাই তামুলীক ক'লে," সকলো সভাসদকে জালুক ভগাই দিয়া।" তামুলীয়ে জালুক ভগাই দিছে। বামুণে জালুক পায়ে গাল মাৰি খাবলৈ ধৰিলে। বামুণে ৰজাক ক'লে," মহাৰাজ, আমি আদৰ কৰি জালুক ল'লো, খালো, প্ৰসাদ বস্তু; শঙ্কৰে নলয়, নাখায়; তেওঁ আপোনাক বাছে।" ৰজাই ক'লে," বাপ, হয়তো, কিয় আপুনি ভোজন কৰা নাই?" গুৰুজনাই ক'লে," মহাৰাজ, ইয়াক খালে পক্ষীৰ লাদ খোৱাৰ সমান জাত যায়, প্ৰায়শ্চিত্ত হ'ব লাগে।" ৰজাই সুধিলে,

* বৰপেটাৰ পুখুৰী পাৰৰ বাহাৰ চৰিত মতে গুৰুজনে সেই মাংস নি নিজে নাখাই মাটিত গাঁত খান্দি পুতি থৈছিল।

"কেনেকৈ?" গুৰুজনাই ক'লে," সেই জালুকবাৰীত থোঁকা* পুতি তাৰ ওপৰত চৰু থৈ তাত পানী থোৱা হয়। ফেচুলুকা চৰায়ে সেই চৰুত পানী খাই লাদে, সেই পানীত ধুই জালুক আনিছে, হয়নে নহয় সোধক।" বাৰীচোৱাই ক'লে,"মহাৰাজ হয়, অইন দেশত জালুক নাই, চৰাইয়ে ঠোঁটত জালুকৰ সঁচ নিয়ে বুলি তেনে বুদ্ধি কৰি থৈছো।" তেতিয়া ৰজাই গুৰুজনাক প্ৰশংসা কৰিলে আৰু বামুণক নিন্দা কৰি ক'লে," পক্ষীৰ লাদো খায়, এই বামুণৰ জাতি-কুলেই নাই যেন পাওঁ।"

**১-২০-৭** : এদিন বাৰীৰখীয়াই কল পকাই নি ৰজাক ভেটিলে। ৰজাই কল সকলোকে ভগাই দিয়ালে। বামুণে কল পোৱা মাত্ৰকে ভোজন কৰি ৰজাক গোচৰ দিলে,"মহাৰাজ, শঙ্কৰে আপোনাৰ বস্তু ঘৃণায়।" ৰজাই গুৰুজনাক সুধিলে," বাপ, কিয়নো ভোজন কৰা নাই?" গুৰুজনাই ক'লে," মহাৰাজ, ইয়াক সজ-উত্তম লোকে ভোজন কৰিব নাপায়।" ৰজাই সুধিলে," কিয়?" গুৰুজনাই ক'লে," মহাৰাজ, শৌচ-শুদ্ধি নকৰি, মাটি-পানী নলৈ, ব্যভিচাৰী হৰিবিমুখীয়া শৰ তুল্য জীৱই চোৱা-চুই কৰি এই কল আনিছে, এতেকে খোৱা নাই।" ৰজাই বাৰীৰখীয়াক কথাটি সুধিলে। সি ক'লে," মহাৰাজ হয়, মই গৃহস্থী হজুৱা, পশুৰ লগৰ; মই কি নিয়ম নীতি জানো?" ৰজাই বামুণক তাতো নিন্দা কৰিলে। বামুণে লাজ পালে।

**১-২০-৮** : এদিন উজনিৰ মুদৈয়ে এচৰু জালুক ৰজাক উপহাৰ দিলে। ৰজাই সেয়া সকলোকে ভগাই দিয়ালে। বামুণে পোৱা মাত্ৰকে গাল মাৰিলে আৰু ৰজাক গোচৰ দিলে," মহাৰাজ, শঙ্কৰে আপোনাৰ বস্তু বাছে, তেওঁ জালুক সেই নি পেলাব, সেয়েহে খোৱা নাই।" ৰজাই গুৰুজনাক সুধিলে," বাপ, মোক কিবা ভেদভাৱ কৰিহে নাখায় হ'বলা।" গুৰুজনাই ক'লে," মহাৰাজ, ইয়াৰ য'ত জন্ম, পূৰ্বতে মই তাত আছিলো। তাত গৃহস্থই পকা জালুক নি চৰুত পানী দি উতলায়। তাৰ পাছত সেই জালুক বন্দীয়ে ভৰিৰে গছকি মাৰিৰে লৰাই ৰ'দত শুকাই টোপোলা বান্ধি থয়, মুদৈয়ে সেই জালুক আনিছে। সাত বাৰ ধুলেহে সেই জালুক পানীয়ে নিৰ্মল কৰে। তেতিয়াহে খবলৈ উত্তম।" ৰজাই কথাটি মুদৈক সুধিলত মুদৈয়ে স্বীকাৰ কৰিলে। গুৰুজনাই ৰজাক ক'লে, "মহাৰাজ,

পানী এচৰু আনক, প্ৰম'ণ চাওঁ।" ৰজাই পানী অনালে। ৰজাই জালুকবোৰ ধুৱাই নিগৰাই চাই দোখলে চৰুৰ তলিত তামোলৰ সমান ডাঙৰ মলি পৰিছে। ৰজাই দেখি আশ্চৰ্য্য হ'ল। বামুণক ৰজাই গৰিহণা দিলে। বামুণে লাজ পালে।

**১-২০-৯** : এদিন গুৰুজনাই পথেৰে গৈ আছে। এজন লোকে আন এজন লোকক শাস্তি দি আছিল। কষ্টত ৰ'ব নোৱাৰি শাস্তি খোৱা মানুহজনে ৰাম নাম ল'লে। শাস্তি দিয়া মানুহজনে ধমকি দি ক'লে," কি নাম লোৱা, মুখত ধৰ।" গুৰুজনাই তাকে শুনি হৰি হৰি স্মৰি ৰাজ আলি এৰি আন পথেৰে গৈছে, তাক দেখিব নাপায় বুলি।

**১-২০-১০** : নৰনাৰায়ণ ৰজাই চাৰিটা শ্লোক কৰিছিল-- "নখানৰাদন্তাকেশা... ।" তেওঁ গুৰুজন আৰু ব্ৰাহ্মণক তাৰ অৰ্থ ক'বলৈ ক'লে। বামুণে ক'লে, "নখানৰাকেশাদন্তাথানত্যাগন্তি অপূজ্যক পৰ্শে স্নানং....। অৰ্থাৎ নখ কাটিলে চুৱা, ছুলে স্নান কৰিব লাগে। চুলি খুৰালে-সৰিলে অশুচি,পানীত ডুব দিব লাগে। দাঁত সৰিলে, তাক ছুলে স্নান কৰিব লাগে। নৰা ধান দালে অনাদৰ পায়, অপাত্ৰ-অপূজ্য হয়; এই বুলি বামুণে ব্যাখ্যা কৰিলে। গুৰুজনাই ক'লে," মহাৰাজ, বাঘ, গাহৰি, ভালুক, ম'হ, হাতীৰ নখ-দাঁত লোকে সোণ-ৰূপৰ আঙুঠিত বাখৰ কৰি পিন্ধে, ফণী-মণি-দাপোণ সাজে আৰু দৰ্জা-কটাৰীৰ নাল আদি লগায়, এতেকে শুচি, পূজ্য। পশুৰ নোম ধুই শুদ্ধ কৰি লোকে চন্দ্ৰতাপত দিয়ে, ভেৰা ছাগলীৰ নোমেৰে কম্বল, লেপ, তুলী, দলিচা সিলাই লয় আৰু সেই বস্তু ঈশ্বৰৰ কামতো লগায়, এতেকে শুচি, পূজ্য। নৰদেহা দেৱতাৰো দুৰ্লভ, ব্ৰহ্মাৰো প্ৰাৰ্থনীয়। নৰ দেহাত হৰি ভজি ভক্তি আৰ্জি হৰি গুণ গাই সংসাৰ তৰি পৰম্পদ বৈকুণ্ঠ পায়, এতেকে নৰ দেহা শুচি, পূজ্য। হৰি বিমুখ লোকেহে জীয়া শৱ, অসুৰ, ৰাক্ষক; তাক ছুলে স্নান কৰিব লাগে, সি অপূজ্য।" ৰজাই ক'লে,"বাপ, মোৰ মনেৰেও সেই ভাবেৰেই কৰা হৈছিল, বামুণসকল গোটেই মুৰ্খ, একো নাজানে।" এই বুলি ৰজাই বামুণক গৰিহণা দিলে। ৰজাই গুৰুজনাক আদৰ সন্মান-প্ৰশংসা কৰি তেওঁ পিন্ধা সোণ খটোৱা দগলা চোলাটো গুৰুজনাক দিলে। সেই চোলাটো পিন্ধি গুৰুজনাই আলিয়েদি গৈছিল। বামুণসকলে ৰজাৰ পৰা বৰ ভয় খাই লগুণত ধৰি গুৰুজনাক ক'লে,"এইখিনিতে যেন ৰয় আৰু।" গুৰুজনাই

তেওঁলোকক ক'লে," তোমালোকে যদি একো বিঘিনি নকৰা ময়ো একো নকৰো আৰু যদিহে বিঘিনি কৰা, যুঁজোৰা ময়ো শুদাই নেৰো।"

**১-২০-১১** : গুৰুজনাই বাটেৰে আহি থাকোঁতে মামেৰি জানৰ দলংখন ভাগি পৰিল। অনেক মানুহৰ হাত ভৰি ভাঙি সিহঁত খোৰা-কোঙা হ'ল। দলংখন ভঙি যাওঁতে এজন মানুহে ৰাম কৃষ্ণ হৰি বোল, হৰি বোল, হৰি বোল উচ্চাৰণ কৰিলে। গুৰুজনাই দলংখনৰ আনটো মূৰ পোৱাঁতহে দলংখন ভাগিছিল। সেই সময়ত গুৰুজনাই এটি গীত ৰচনা কৰিলে-" বোলোহু ৰাম নাম মুকুতি নিদানা। বুলিতে এক শুনিতে শত নিস্তাৰা.....।।" লোকজনে ৰাম হৰি বোল কোৱা শুনি গুৰুজনে তেওঁক দগলাটো দি দিলে। পিছদিনা বামুণে ৰজাক গোচৰ দিলে," মহাৰাজ, অনেক টকাৰ বস্তু আপুনি স্নেহ কৰি শঙ্কৰক দিয়ে; কিন্তু তেওঁ তাক ঘৃণায়, নল'য়; বিলাই দিয়ে সামান্য চাকৰক।" ৰজাই গুৰুজনাক ক'লে," বাপ, অত টকাৰ বস্তু আনক কিয় দিলে? মৰমতে আপোনাকহে পিন্ধিব দিছিলো।" গুৰুজনাই ক'লে," মহাৰাজ, আপোনাৰ দেশত যিজনে ধৰ্ম-কৰ্ম কৰে, নাম লয়, তাৰ আধা ভাগ আপুনি পায়। দলংখন ভাঙোতে লোক এজনে পৰম মঙ্গল কৃষ্ণৰ নাম লৈছিল, সেই বাবেহে তেওঁক চোলাটি দিলো আপোনাৰ মঙ্গল চিন্তি।" ৰজাই ক'লে," হয়, এই মুৰ্খ বামুণসকলে একো নাজানে।" এই বুলি ৰজাই বামুণক গৰিহণা দিলে। বামুণে তাতো লাজ পালে।

**১-২০-১২** : এটা সময়ত মহাৰাজৰ ওচৰলৈ মাল আহিল। সি দল বান্ধি দেশে দেশে মালক জিনি আহিছিল। আহিয়ে সি যুঁজিবলৈ মাল বিচাৰিলে ৰজাক। ৰজাই ক'ল," আজিলৈ থাকা, এদিনৰ সিধাটো নিয়া, কালিলৈ মাল দিম।" ৰজাই ৰাজ্যৰ সকলো মালক মাতি সুধিলে। ৰজাৰ দাঙ্গি মালে সাহক নকৰিলে; ৰাজ্যৰ গোটেই মালে পিছ হুঁহকিল আৰু ক'লে,"মহাৰাজ, সি বৰ ভব্য মাল।" ইয়াকে জানি ৰজাই অসন্তোষ মনেৰে বহি আছিল। শঙ্কৰদেৱে দেৱানৰ ঘৰৰ পৰা গৈ ৰজাৰ ওচৰ পালে। ৰজাক দেখি গুৰুজনাই সুধিলে, "মহাৰাজ দেখোঁ অসন্তোষ মনেৰে আছে?" ৰজাই ক'লে,"বাপ, মাল আহি যুদ্ধ খুজিছে, মাল দিম বুলিছিলো; কিন্তু দাঙ্গিয়ে সাহস নকৰে, এতিয়া লাজহে পাম। ময়ে চেষ্টা কৰিলে পাৰো যেন দেখো; পিছে জিকিলে একো যশষ্যা নাই; কিন্তু হাৰিলে

গোটেই দেশখনে লাজ পাব।” গুৰুজনাই ৰজাৰ ওচৰৰ পৰা উঠি গ'ল। গুৰুজনাই ভঁৰালীৰ ওচৰলৈ গৈ সুধিলে,“ হেৰা, মালক সিধা কেনেকৈ দিছা?” ভঁৰালীয়ে ক'লে,“বাপ, লোণ, তেল, খৰি, চাউল আৰু পছুৰ মাংসও দিছো।” গুৰুজনাই ক'লে,“তেনেকৈ নিদিবা; এপাচি ধান, গোটা বাঁহ, গোটা সৰিয়হ আৰু জীয়া পছু দিবা আৰু সি সুধিলে ক'বা, আমাৰ মালক তেনেকৈ দিওঁ আৰু তোমাকো দিছো। আৰু যদি সোধে,“ তহঁতৰ মালে কেনেকৈ খায়?” তেতিয়া এই বুলি ক'বা, আমাৰ মালে ধান মোহাৰি ফু মাৰি তুহঁ গুচাই চাউল উলিয়ায়, সৰিয়হ চেপা মাৰি তেল উলিয়ায়, হাতেৰে পিটিকি বাঁহ ভাঙে আৰু পছু চোঁচা মাৰি ছাল বখলিয়াই ৰান্ধি খায়।” ভঁৰালীয়ে সেইমতে সিধা দিলে আৰু মালে সুধিলত সেই সেই মতে ক'লে। তাকে শুনি মালে ভাত পানী এৰি ক'লে,“ সকলো দেশ ঘূৰিলো, এনে মালৰ কথা শুনা নাই, এনে মাল লগ পোৱা নাই। মালৰ এনে বল হ'লে কালিলৈ সি মোৰ জীৱটি ল'ব।” এই বুলি ভয় খাই ৰাতিয়ে মাল জাকে সৈতে পলাল। ৰজাক খবৰ দিয়া হ'ল,“ মহাৰাজ, মাল ৰাতিয়ে পলাল মণ্ডপৰ খৰছ এৰি। কালি শঙ্কৰে বুদ্ধি দিছিল এইমতে আৰু মালে ভয় খাই পলাল।” ৰজাই হাঁহি হাঁহি বালিচত চপৰিয়ালে। আবেলি গুৰুজন আহিলত ৰজাই ক'লে,“ বাপ, এনে বুদ্ধি দিছিল কালি; ভাল ৰক্ষা কৰিলে মোক।”

**১-২০-১৩** : চিলাৰায় দেৱানে বিজয়পুৰত গড়-নগৰ পাতি সোণকোষ নৈক সীমা কৰি ৰাজ্য পাতি তাৰ ৰজা হ'ল। নৰনাৰায়ণ ৰজাই শুনি খং কৰি চিলাৰায়ৰ বিৰুদ্ধে যুদ্ধ দিলে। চিলাৰায়ে তেওঁৰ একশ গৰাকী পত্নীক যুদ্ধত আগ কৰি পঠালে। ভাতৃ-বধুক দেখি নৰনাৰায়ণ ৰজাই যুদ্ধ এৰি গুচি আহিল। গুৰুজনে দুয়োজন ৰজাকে মাতি আনি অনেক শাস্ত্ৰৰ দৃষ্টান্ত দি, নহুষ,খট্টাঙ্গ, যযাতি, মান্ধাতা, দিলীপ, সগৰ এই সকল ৰজাৰ আৰ্হি কৈ আৰু গীতাৰ যুক্তিৰে দুয়োজনকে মিলাইছে।

**১-২০-১৪** : নাৰায়ণ কলচি নামেৰে এজন ভিক্ষুক ব্ৰাহ্মণ আছিল। দূতে নৰনাৰায়ণ ৰজাক ক'লে,“ মহাৰাজ, নাৰায়ণ কলচি আহিছে।” ৰজাই বুজিলে সেয়া নাৰায়ণ তেলৰহে কলহ। ৰজাই ক'লে,“ সেয়া নি ভঁৰালৰ তলত বান্ধি থোৱা।” দূতে নাৰায়ণ কলচিক ধৰি নি বান্ধি থ'লে। কলচিয়ে তাতে ছয় মাহ

পৰি আছিল। বামুণৰ শৰীৰ শুকাই মৃত্যু মুখত পৰা যেন হ'ল। বামুণে এদিন ভঁৰালীক লগ পাই ক'লে," বোপা ঐ, মই ৰজাৰ একো দোষ কৰা নাই; ভিক্ষা বিচাৰিছিলো, ইচ্ছা হ'লে দিব পাৰে আৰু নিদিলে মই যাব পাৰো, অকাৰণতে মোক বান্ধি এতিয়া প্ৰাণে মাৰিব ওলাইছে; কথাটি তুমি ৰজাক জনাবা।" ভঁৰালীয়ে ৰজাক ক'লে," মহাৰাজ, নাৰায়ণ কলচি ব্ৰাহ্মণৰ শৰীৰ পৰেহে।" ৰজাই সুধিলে,"কেনেকৈ? আনাচোন।" বামুণক ধৰি উঠাই আনিবকে নোৱাৰি। ৰজাই ব্ৰাহ্মণক দেখি ক'লে," কি মূৰ্খ দূত, একো নাজানি ব্ৰাহ্মণক দুখ দিছে অত দিন। ভঁৰালীয়ে নক'লে মৰিলেহেঁতেন।" ৰজাই ব্ৰাহ্মণৰ দাড়ি চুলি কটাই, খাৰ তেওঁৱে স্নান কৰাই পঞ্চামৃত খুৱাই নতুন কাপোৰ পিন্ধাই টকা-বস্ত্ৰ উপহাৰ দি পঠাই দিলে। এই ঘটনাৰ পাছত ৰজাই হুকুম জাৰি কৰিলে," দোকানী-বেপাৰী, চাকৰ, চিপাহী, পিয়দা, ধোপধৰা, গৰমালি, ভঁৰালী, মহলীয়া, সদাগৰ, নট-ভাট সকলোৱে সংস্কৃত শিকক, অমৰ ব্যাকৰণ শিকক।" তেতিয়া ৰজাৰ আদেশ মতে সকলোৱে সংস্কৃত শিকিছে।

**১-২০-১৫** :এনেতে পশ্চিমৰ পৰা কবিচন্দ্ৰ নামেৰে পণ্ডিত আহি পালে তেষষ্ঠিজন শিষ্য লগত লৈ। তেওঁলোকে ৰজাৰ চ'ৰাত উঠি হৰিধ্বনি দিলে। ৰজাই শুনি তেওঁলোকক মতাই নি কি লাগে সোধালে। তেওঁলোকে ক'লে, তেওঁলোকক পণ্ডিত লাগে তৰ্ক কৰিবলৈ। ৰজাই ৰাজ্যৰ পণ্ডিতসকলক মাতি আনি সুধিলে। পশ্চিমৰ পণ্ডিতৰ মুখ দেখিয়ে ৰাজ্যৰ যত পণ্ডিত আছিল সকলোৱে পিছ হুঁহকিল। ৰজাই লাজ পাই আৰু একো উপায় নেদেখি পশ্চিমৰ পণ্ডিতক কোৱালে," আমাৰ দেশত ব্ৰাহ্মণে ব্ৰাহ্মণক জয় কৰিলে কি যশষ্যা হ'ব বা পাম? আমাৰ দেশত শঙ্কৰ নামেৰে শূদ্ৰ লস্কৰ এজন আছে ,তেওঁক জয় কৰিলে দেশৰ সৈতে আমি সকলোৱে হাৰ মানিম।" পাছত কবিচন্দ্ৰ পণ্ডিতৰ শিষ্যবোৰে ৰাজ্যখনত শঙ্কৰক বিচাৰি ফুৰিছে, বিচাৰি পোৱা নাই; কোনেও পোনপটীয়াকৈ নকয়, খৰিভাৰী পৰ্য্যন্ত সকলোৱে সংস্কৃত কয়। তেওঁলোকে একো তত্ত্ব নাপাই ক'লে," এইখন দেশৰ সকলোৱে পণ্ডিত হৈছে।" এনেকৈ এজন শিষ্যই বিচাৰি গৈ চিলাৰায় দেৱানৰ ঘৰ পালে। তেওঁ দেখিলে গুৰুজনে চোতালত বহি নৱম স্কন্ধ ভাগৱত লিখি আছে। শিষ্যজনে গুৰুজনাক নিচিনি

সুধিছে,"শঙ্কৰ লস্কৰনো কাক কয় ? তেওঁ ক'ত থাকে ?" গুৰুজনাই ক'লে,"শঙ্কৰ লস্কৰ ইয়াতে থাকে।" শিষ্যই পুনৰ সুধিলে," তুমিয়ে শঙ্কৰ লস্কৰনে ?" গুৰুজনাই ক'লে," মই নহওঁ, মই তেওঁৰ দাসহে।" শিষ্যই সুধিলে," তুমি শূদ্ৰনে ?" গুৰুজনাই হয় বুলি ক'লে। শিষ্যই পুনৰ সুধিলে গুৰুজনাই কি শাস্ত্ৰ লিখিছে বুলি। গুৰুজনাই ক'লে," নৱম স্কন্ধ ভাগৱত।" শিষ্যই ক'লে," তুমি শূদ্ৰ, ভাগৱত লিখিব-পঢ়িব নোৱাৰা।" গুৰুজনাই ক'লে," শূদ্ৰই ভাগৱত লিখিব-পঢ়িব পায়, দ্বিজ বধু[১] সকলেহে নাপায়।" শিষ্যই সুধিলে, "দ্বিজবধু কাক বোলে ?" গুৰুজনাই ক'লে,"মই কিয় ক'ম, তোমাৰ অধ্যাপকক সুধিবা, তেওঁ ক'ব আৰু যদি তেওঁ নোৱাৰে হাৰ মানি মোক সুধিবা, মই ক'ম।" গুৰুজনাই পুনৰ ক'লে," শূদ্ৰই যে ভাগৱত পঢ়িব নোৱাৰে বুলি ক'লা, এতিয়া শুনা—

ইটো মহাভাগৱত দ্বিজসবে পঢ়ে যদি,
হোৱে অতি তাৰ মন শুদ্ধি।
ক্ষত্ৰিয় পঢ়িয়া পাইবে সসাগৰা বসুমতি,
শূদ্ৰে পঢ়ি পায় নৱ-নিধি।।"

দ্বাদশ স্কন্ধৰ পদ মাতি গুৰুজনে আৰু ক'লে,"চাৰিও জাতিয়ে ভাগৱত পঢ়িব পায়।" গুৰুজনে সুধিলে, "তোমালোক ক'ৰ পৰা আহিছা ?" শিষ্যই উত্তৰত ক'লে নদীয়া শান্তিপুৰৰ পৰা আহা বুলি। গুৰুজনাই সুধিলে, "কিমান দিনৰ পথ অতিক্ৰম কৰি আহিছা ?" শিষ্যই ক'লে, "তিনি মাহ ফুৰিছো দেশখন ঘূৰি, তৰ্ক কৰি।" গুৰুজনাই সুধিলে, "ভোজন একা ?" শিষ্যই উত্তৰত ক'লে, "য'তে যাওঁ ত'তে চাউল মিলে।" গুৰুজনাই ক'লে, "তোমালোকৰ জাতিয়ে মৰিল। তিনি দিন শূদ্ৰৰ চাউল খালে ব্ৰাহ্মণৰ জাত যায়।" গুৰুজনে তেওঁলোকে স্নান কৰিছে নে নাই সুধিলে। শিষ্যই কৰা নাই বুলি ক'লে। গুৰুজনে ঘৰৰ চালৰ ওপৰেৰে বেলিটো চাই দেখিলে ন ঘটি বেলা হৈছে। গুৰুজনাই ক'লে," এতিয়া আৰু কাক স্নানহে হ'ব। উত্তম বৈষ্ণৱ-বিপ্ৰৰ ব্ৰহ্মমুহূৰ্ত্তত অমৃত জলেৰে, চাৰি দণ্ডত দুগ্ধ জলেৰে, এপৰত শীতল জলেৰে, ডেৰ পৰত খালি জলেৰে আৰু

---

(১) দ্বিজবধু দ্বিজবধু মানে অধম দ্বিজ। যিসকলে কন্যা বিক্ৰী কৰে, নিজৰ নিত্য কৰ্ম নাচাৰে, তেওঁলোকক দ্বিজবধু অৰ্থাৎ অধম দ্বিজ বোলে। ( শঙ্কৰ-মাধৱ লক্ষ্মীনাথ )

তাৰ পাছত ৰক্তময় জলেৰে স্নান হয়। ব্ৰাহ্মণৰ প্ৰত্যুষতে স্নান-সন্ধ্যা-তৰ্পণ-আহ্নিক-গায়ত্ৰী, এয়া বেদৰ নীতি।" শিষ্যই গৈ অধ্যাপকক ক'লে," শঙ্কৰক লগ নাপালো, তেওঁৰ দাস এজনকহে লগ পালো। দাসজনে ভাগৱত লিখি আছিল; মই শূদ্ৰে ভাগৱত পঢ়িব নাপায় বুলি কোঁৱাত তেওঁ তাক খণ্ডন কৰি দ্বিজবধু সকলেহে পঢ়িব নাপায় বুলি ক'লে। মই দ্বিজবধু কাক কয় বুলি সোধাত তেওঁ ক'লে,"তোমাৰ গুৰুত সোধাগৈ আৰু যদি তোমাৰ গুৰুৱে নোৱাৰে হাৰ মানি মোক সুধিবা, মই ক'ম।" এনেকৈ কৈ পঠাইছে।" সকলো শিষ্যই গোটেই নিশা কষ্ট কৰি ভাগৱত, পুৰাণ, ৰামায়ণ, গীতা, শ্ৰুতি, ব্যাকৰণ, অমৰ কাব্য, জ্যোতিষ, সংহিতা পঢ়ি আৰু আন আন শাস্ত্ৰ মিলাই চাই দ্বিজবধুৰ অৰ্থ নাপালে। তেওঁলোকে দ্বিজবধু কোন নাপাই ক'লে," শঙ্কৰৰ দাসেই ইমান, শঙ্কৰে পালে বা কি কৰিব?" এই বুলি তেওঁলোকে নিশাৰ ভিতৰতে পলাল।

ৰাতিপুৱা ভঁৰালীয়ে খাদ্য সামগ্ৰী লৈ গৈ দেখিলে পণ্ডিতসকল নাই। তেতিয়া কাউৰীয়ে ওচৰৰ গছৰ ডালত পৰি ৰমলিয়াইছিল। ভঁৰালীয়ে আহি ৰজাক ক'লে," মহাৰাজ, বামুণসকল নিশাই পলাল।" ৰজাই ক'লে," শঙ্কৰক লগ পাইছিল হ'ব লাগে।" ভাটীবেলা গুৰুজনে ৰজাৰ ওচৰলৈ যোৱাত ৰজাই ক'লে," বাপ, বামুণে গৈছিলনে আপোনাৰ তালৈ?" গুৰুজনাই ক'লে," মহাৰাজ, বামুণক লগ পাইছো।" ৰজাই সুধিলে," বাপ, আপুনি কিবা ক'লেনে?" গুৰুজনাই ক'লে," মহাৰাজ, এনে ধৰণৰ বাদ-বিবাদ হৈছিল।" ৰজাই বালিচত চাপৰিয়াই হাঁহিলে। ৰজাই ক'লে," ভালেহে বামুণে পলাল ৰাতি ভয় খাই। আপোনাৰ কৃপাত আমাৰ মৰ্য্যদা ৰ'ল। আমাৰ যি পণ্ডিত আছে.মুখ মেলিবই নোৱাৰে সিহঁতৰ আগত, সাহসেই নকৰিলে। পুৱা আপুনি মোক লগ নোপোৱা হ'লে লাজতে মৰিলোহেঁতেন মই। ভাল ৰক্ষা কৰিলে আপুনি মোক।" তাৰ পাছত ৰজাই পাঁচটি ৰূপৰ টকা, এযোৰ কাপোৰ দি গুৰুজনাৰ আগত দণ্ডৱতে পৰি অনেক স্তুতি প্ৰাৰ্থনা কৰি ক'লে," বাপ, মই মুৰ্খ, দুষ্ট বামুণৰ কথা শুনি আপোনাক অনেক কুবাক্য কৈছিলো, এতিয়া দেখিলো আপুনিয়ে ঈশ্বৰ; গৰ্বত থাকি মানিব নোৱাৰাতহে মৰিছো। আপুনি মোক ক্ষমা কৰি মোৰ দোষ মৰিষণ কৰিলে বুলি কওঁক, তেতিয়াহে মই ৰক্ষা পাম, নহ'লে সৰ্বনাশ হৈ মৰিলো আৰু।" ৰজাৰ বৰ

স্তুতি ভক্তিত সন্তুষ্ট হৈ গুৰুজনে ক'লে," মহাৰাজ ,উঠক, মই ক্ষমা কৰিছো।" গুৰুজনাই ক'লে," মহাৰাজ, আপোনাৰ অঙ্গিকাৰ ভ্ৰষ্ট হ'ল, ৰাখক।" ৰজাই সুধিলে," বাপ, কি উপায় আছে?" গুৰুজনে ক'লে," উপায় আছে।" তেতিয়া কৃপালু গুৰুৱে দয়া কৰি ক'লে," মহাৰাজ, মানুহৰ গাৰ বস্ত্ৰই ছাল, মনৰ সঙ্কল্পত হাতৰ জোখেই হাড়। গুৰুজনাই হাতৰ জোখেৰে এডাল মাৰি আৰু গাৰ কাপোৰখন ৰজাক দিলে। ৰজাই সেই কাপোৰখন এটি পথত চোঁচৰাই চোঁচৰাই মাৰিৰে কোবাই অঙ্গিকাৰ ফলিয়ালে।

(খ)

**১-২০-১৬** : মাধৱদেৱে গণককুছিৰ পৰা বেহাৰলৈ যোৱাৰ পথত বটিয়ামাৰীত শূদ্ৰা পাটগিৰিৰ তাত ৰ'ল। পাটগিৰিয়ে তেৰাক পৰম শ্ৰদ্ধা কৰি তিনি দিন ৰাখি বংশৰ সৈতে তেওঁলোক সকলোৱে ভকত হ'ল। শিলৰ পখলি এটি চোতালৰ এমূৰত আছিল, মাধৱদেৱে তাতে উঠি স্নান কৰিছিল। পাছত সেই শিলত মাহাত্ম্য ওলাল। শিলটো ঘামি পানী স্ৰবি থাকে। গৃহস্থই সপোন দেখি শিলৰ ওপৰত হৰি গৃহ কৰিলে। তাৰে পৰা পিছদিনা গৈ মাধৱদেৱে হাকমাত ৰৈছে। বাটত মানকাছাৰত জেমাল কছাৰীৰ গৃহত বৈ গৈছে।

**১-২০-১৭** : দেৱদত্ত অধ্যাপকৰ পঢ়াশালি বাটৰ কাষতে। সেই পঢ়াশালিত ছাত্ৰই শব্দ, ধাতু,সূত্ৰ, সন্ধি,বৃত্তি আৰু অমৰকোষ পঢ়িছে। শব্দবোৰ দূৰলৈকে গহীন ভাৱত শুনা গৈছিল। তাকে শুনি মাধৱদেৱে চিন্তা কৰি ব্যাকৰণৰ তত্ত্ব আনি ঘোষা ৰচনা কৰি আতৈসকলক শুনাইছে—

স্মৰহু গোবিন্দ মূঢ়,
ভজহো গোবিন্দ মূঢ়,
বোলোহো গোবিন্দ সৰ্বক্ষণে।
মৰণ সন্নিকত হ'লে গোবিন্দেহে ৰাখিব
নাৰাখিব ডুকৃঞ্করণে।[২]

তেতিয়া বাকলি ৰাম আতৈৰ পুত্ৰ ৰাম আতৈয়ে গুৰুজনাক সুধিছে," বাপ,

(২) ডুকৃঞ্করণে · সংস্কৃত ব্যাকৰণৰ এটি সূত্ৰ, হৃ ধাতুৰ কৰণ অৰ্থত, ইত্যাদি।

ব্ৰাহ্মণৰ বৃত্তি বেদ ধৰ্ম; কিন্তু চাউলৰ আশাত পঢ়াওঁতে শুনাওঁতে বুঢ়া, আধাবুঢ়া হয়গৈ; তথাপি হৰি ভজি জীৱলৈ চিন্তা নকৰে আৰু দেহৰ বৃত্তিৰ অৰ্থে পণ্ডিত হৈ অনেক দেৱ-দেৱী পূজে। অন্তকালত তেওঁলোকৰ কি গতি হ'ব?" তেতিয়া গুৰুজনে ন্যায় আৰু তৰ্ক শাস্ত্ৰৰ কথা আনি ঘোষা ৰচনা কৰি মাতি তাৰ সমিধান দিছে। —

তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী তাহান নিপুণ পতি
তান শিষ্য বৈল্য পুত্ৰ প্ৰায়।
সংসাৰ বনত পশি পতি পুত্ৰ সমন্বিতে
উপনিষদ ধেনু ধৰি খায়।।

**১-২০-১৮** : তাৰ পাছত মাধৱদেৱে ভেলাত গৈ শ্ৰীশঙ্কৰদেৱ গুৰুজনাৰ বাহাত ৰ'ল। ৰামানন্দ ঠাকুৰে চাউল সিজালে আৰু তেওঁলোক আটায়ে ভোজন কৰিলে। গুৰুজনে মাধৱদেৱক সুধিলে," বঢ়াৰপো, কিয় আহিলা?" মাধৱদেৱে ক'লে," বাপ, বণ্ডুকালৈ যাব বিচাৰো।" গুৰুজনাই তাৰ কাৰণ সুধিলে। মাধৱদেৱে ক'লে," বাপ, তাত আমাৰ বংশ পৰিয়াল যি আছে তেওঁলোকে এই শুদ্ধ ধৰ্ম ধৰেই কিজানি।" গুৰুজনাই ক'লে," যোৱাগৈ, তাত হৰ্ষ আৰু বিষাদ দুয়োটা পাবা। আৰু বাটত শৃয়ান লস্কৰৰ তাত সোমাই যাবা।

মাধৱদেৱে গুৰুজনাক সেৱা কৰি বিদায় লৈ গৈ বাটত শৃয়ান লস্কৰৰ ঘৰত ৰ'ল। গুৰুজনাই মাধৱদেৱক নিৰ্বিষয়, নিৰাশা, নিৰ্বিকাৰী বুলি কৈছিল; তাকে পৰীক্ষা কৰিবলৈ লস্কৰে মন কৰিলে। লস্কৰে বস্ত্ৰ সৈতে ৰূপৰ শৰাই মাধৱদেৱক আগবঢ়ালে; শুবলৈ তুলী, পাটি, গাৰু দিলে; কলহ, লোটা, চৰিয়া আদি আৰু বস্ত্ৰ দি সন্মান কৰি এসাজ খাবলৈ দিলে। তেওঁ মাধৱদেৱক সোণ ৰূপো দিলে। মাধৱদেৱে লস্কৰক গুৰুজনাই যি ক'বলৈ কৈছিল তাকে ক'লে। তেওঁ ভোজন পাতি একো নকৰি আৰু ভৰিও নুধৈ ৰাতিটো বিছনাতে পৰি থাকিল। ৰাতিপুৱা বিদায় পৰত লস্কৰে মাধৱদেৱক সুধিলে," বাপ, বস্তুখিনি কি কৰা যাব?" মাধৱদেৱে ক'লে," ইয়াতে থাকক, পাৰিলে যাওঁতে সোমাই যাম।"

**১-২০-১৯** : লস্কৰৰ পৰা বিদায় লৈ মাধৱদেৱে বলো বুঢ়াৰ ঘৰত ৰৈছে। বলো বুঢ়াই অনেক আদৰ কৰি মাধৱদেৱক পৰিচৰ্য্যা কৰি ভোজন কৰাইছে আৰু

এটি টকা আৰু এখন বস্ত্র দি আগবঢ়াই থৈছে। মাধৱদেৱে গৈ বগুকা পালে। দামোদৰৰ পত্নী, মাধৱদেৱৰ বৌয়েকে পানী-পীৰা দি তেওঁলোকক বহুৱালে। মাধৱদেৱৰ মাহী, পেহী, খুৰী সকলোৱে আহি বেৰি ধৰি কথা সুধিছে। তেওঁলোকৰ কোনোৱে কয়," মোৰ ঘৰলৈ আহা।" আৰু কোনোৱে কয়," নহয়, মোৰ ঘৰলৈ আহা।" তেওঁলোকে এনেখন লগালে। সেইবোৰ দেখি মাধৱদেৱৰ লগত যোৱা আতৈসকলে বেজাৰ পালে। বৌয়েক -খুৰীয়েকহঁতে চাউল সিজাব ধৰিলে। মাধৱদেৱে ক'লে," চাউল সিজাবহে খুজিছা, আমি হ'লে খাব নোৱাৰিম।" তেওঁলোকে সুধিলে," কিয়?" মাধৱদেৱে ক'লে, "আমি ঈশ্বৰৰ চৰণত শৰণাপন্ন হৈছো, তোমালোকেও যদি এই ধৰ্ম ধৰা তেতিয়াহে খাব পাৰিম।" এনেকৈ কোৱাত তেওঁলোকে উপহাস কৰি ক'লে," উৱা! আমি হেনো তেওঁৰ ধৰ্ম ধৰিব লাগে, তেতিয়াহে আমাৰ তাত খাব; আমি অধৰ্মী হৈ আছোনে? আগতে যে আমাৰ তাত খাইছিল, সেইবোৰ ক'ত থ'লে এতিয়া?" এই বুলি কৈ খুৰীয়েক-পেহীয়েকহঁত গুচি গ'ল। দামোদৰৰ পুত্ৰ অনিৰুদ্ধই তামোলৰ মুদৈৰ ঘৰত দশম শাস্ত্ৰখন পাই টকা দি কিনি থৈছিল। শ্ৰীশঙ্কৰ গুৰুজনাই ধুঁৱাহাট বেলগুৰি এৰি আহোঁতে দশম শাস্ত্ৰখন এজনী বুঢ়ীৰ তাত ৰৈছিল। সেইখন চোৰে চুৰ কৰি নি তামোলৰ মুদৈৰ তাত বেচিছিল। মাধৱদেৱে দশম শাস্ত্ৰখন দেখি তাকে লৈ তেনেকৈয়ে গুচি আহিল।

**১-২০-২০** : এজন মানুহে কাপোৰ ধুই আছিল তেৰেচা নৈৰ উজনিত। মাধৱদেৱে পোনবাটে গৈ সেইফালেৰে নদী পাৰ হ'ব বিচাৰিলে। মানুহজনে ক'লে," বাপু, সেইফালে নানামিবা, তাত পানী বৰ দ।" মাধৱদেৱে লাখুটিৰে চাই দেখিলে হয়, দ। তেওঁলোকে আন ফালেৰে নদী পাৰ হ'ল। মাধৱদেৱে ক'লে," মানুহজনৰ পৰাহে শাস্ত্ৰখন আৰু আমি নিতিতাকৈ ৰ'লো।[৩]

**১-২০-২১** : তাৰ পৰা আহি তেওঁলোকে মদন কাজীৰ ঘৰত ৰৈছে। কাজীয়ে তেওঁলোকক মহা শ্ৰদ্ধাভাৱে সেৱা কৰিছে। তাৰ পৰা আহি তেলি কৃষ্ণৰ ঘৰত ৰৈছে। তেলি কৃষ্ণৰ পত্নী দয়াল মহা ভকত। আয়ে মাধৱদেৱক পাই

(৩) : লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাত এটি কথা পাওঁ— মাধৱদেৱক কথাটি কৈ সেই বুঢ়াজন (বেজবৰুৱাৰ ৰচনাত বুঢ়ীজনী) ঠাইতে অদৃশ্য হৈছিল।

*শ্ৰদ্ধাৰে সেৱা ধৰি পৰমাৰ্থ বস্তু লভিছে আৰু টকা এটি, বস্ত্ৰ এযোৰ দি শ্ৰীশঙ্কৰ* দেৱলৈ সেৱা জনাই পঠাইছে। আই ধায়ে মাধৱদেৱক তাতে লগ পাইছে। তেওঁলোকে তাতে দুনিশা ৰৈ আহিছে।

**১-২০-২২ :** ইফালে গুৰুজনে চিলাৰায়ৰ অভ্যন্তৰত অসুচল অনুভৱ কৰি তেৰেচা নদী পাৰ হৈ দক্ষিণৰ এঠাইত ৰ'ল। চিলাৰায়ে মানুহ পঠায় তাত গুৰুজনালৈ ঘৰ-বাৰী কৰি দিছে। অনেক ভেলা চৰায়ে ঠাইখনৰ ডোবাত মাছ ধৰি খায়, সেয়ে ঠাইখনৰ নাম ভেলা। মাধৱদেৱে পাছত ঠাইখনৰ নাম মধুপুৰ দিছিল। এঘাৰ দিনত ভকতৰ সৈতে ঘূৰি আহি মাধৱদেৱে মধুপুৰ ওলাইছে।

**১-২০-২৩ :** মাধৱদেৱে ঘূৰি আহি শ্ৰীশঙ্কৰদেৱৰ অভয় পদত সেৱা কৰিলে। গুৰুজনাই সুধিছে," বঢ়াৰপো, কেনে পালা?" মাধৱদেৱে ক'লে," বাপ, জুয়ে আবৰি ধৰিছিল। ধৰ্মৰ কথা কোঁৱাত আমাক উপহাস কৰি গুচি গ'ল।" গুৰুজনাই ক'লে," সম্বন্ধ বন্ধু, মিত্ৰ বন্ধু, লগ্ন বন্ধু আৰু লগুণ বন্ধু; এই চাৰিত ভক্তিৰ গোন্ধ নাই।" টকা-বস্ত্ৰ দি তেলি কৃষ্ণই গুৰুজনাক সেৱা কৰাৰ কথাটি মাধৱদেৱে ক'লে। ৰামানন্দ ঠাকুৰে চাউল সিজাইছিল, সকলোৱে ভোজন কৰিলে। গুৰুজনে মুখশুদ্ধি কৰি বহি পুনৰ সুধিছে," বঢ়াৰপো, লস্কৰৰ ঘৰত সোমাইছিলানে?" তেতিয়া মাধৱদেৱে নাৰদী পুৰাণৰ শ্লোক মাতি ব্যাখ্যা কৰিছে। পাছত সেই শ্লোকৰ পদ ভাঙনি তেওঁ সুন্দৰীদিয়াত নাম-ঘোষাত দিছে। –

ঐশ্বৰ্য্য ভোগৰ মদে মত্ত হুয়া ঈশ্বৰত
পৰাঙ্মুখ ভৈল যিটোজন।
যেন জীৰ্ণ গাই সিটো দুৰ্ঘোৰ সংসাৰে মজি
পঙ্কে পৰি হোৱয় মগন।।

মাধৱদেৱে পুনৰ ক'লে, "বাপ, সি মহা তামসিক। সি আপোনাৰ বাক্য পৰীক্ষা কেনেকৈ কৰিব পাৰে তাকেহে চালে। আগলৈ তেনে ঠাইলৈ মোক নাপাঁচিব।" গুৰুজনাই জানিলে মাধৱে কিবা অসন্তোষ পালে বুলি। ৰাতিপুৱা মাধৱদেৱে গুৰুজনাৰ পৰা বিদায় লৈ আহি বিজয়পুৰত বৈছে। তাৰে পৰা আহি তেওঁ গণককুছিত ৰ'ল।

**১-২০-২৪ :** তাৰ তিনি দিন পাছত লস্কৰে তিনিখন ভাৰ লৈ আহি

শ্ৰীশঙ্কৰদেৱ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই লস্কৰক পিঠি দি বহিল আৰু ক'লে," গুচ, আমাৰ ইয়ালৈ নাহিবি; কি বুলি আহিছা?" তাৰ পাছত গুৰুজনাই ঘোষা মাতিছে।—

যিটো মহামতি গুৰুজনে হৰিভক্তি পথ উপদেশ
দিয়া দুখময় সংসাৰ পাৰ কৰে।
হেনয় পৰম গুৰু ঋণ সুজিবাক প্ৰতি জানা নিষ্ঠে
অনত্ৰ উপায় নাহি অঞ্জলিত পৰে।।
হৰি ভক্তি দাতা গুৰু ঋণ সুজিবাক প্ৰতি অহংকাৰী
অনেক যতনে মনতে আলোচে মাত্ৰ।
ঋণ সুজিবাক নপাৰয় জানিবাহা সিটো দুৰাশয়
উপলা সদৃশ বিনোদৰ ভৈল পাত্ৰ।।

গুৰুজনে আৰু ক'লে," তই মোৰ বাক্য পৰীক্ষা কৰিবলৈ গৈ গুৰুভক্তক বস্তু দি চহকী কৰি ঋণ সুজিলো বুলি কোৱা; কৈছেহে নিৰ্ব্বিষয়, নিৰাশা বুলি, হয় নে নহয় চাওঁ, এনেকৈ। ভক্তি ভাবত স্তুতি ভক্তিত সন্তোষ নহ'লে বা নকৰিলে মায়াময় সংসাৰৰ বস্তু সন্তৰ মনত কষ্টদায়ক। অৰ্জ্জুনক কৃষ্ণই কৈছে -

মোৰ ভকতৰ যিটো নাম দান।
সপ্তদ্বীপ ভূমিদান নুহিকে সমান।।
ভূমি দান ফল ভুঞ্জি হুইবেক পতন।
নামদান অপতন মোক্ষৰ সাধন।।

তোৰ দম্ভ, গৰ্ব্বৰ বস্তু মোৰ বঢ়াৰপোৱে চাবই বা কেলৈ? বঢ়াৰপো জানিবা নিজেই লক্ষ্মীপতি। বিপ্ৰ দামোদৰ দৰিদ্ৰ যেন; কিন্তু তেওঁৰ মনত আছিল ত্ৰৈলোক্যৰ সম্পত্তি, মোৰ বঢ়াৰপোও তেনে। যুধিষ্ঠিৰৰ পত্ৰ লৈ যাওঁতে দুৰ্যোধনে কৃষ্ণক অনেক দ্ৰব্য দিছিল; কিন্তু কৃষ্ণই অহংকাৰীৰ দ্ৰব্য গ্ৰহণ নকৰি আৰু তাত নাথাকি বিদুৰৰ ভঙা পঁজাতহে আছিল। তই অহংকাৰীৰ দ্ৰব্য বঢ়াৰপোৱে গ্ৰহণ নকৰাই নহয়, ৰাতিও তাত নাথাকিলেহেঁতেন; কিন্তু মোৰ কথাতহে নিশাটি ৰ'ল।" গুৰুজনাই এই বুলি লস্কৰক খং কৰি খেদি পঠাইছে।

লস্কৰে ঘৰলৈ গৈ সৰ্ব গা পুৰি মৰিব ধৰিলে। পানীত পৰে, তাতো কিছুক্ষণ

থাকিলে পানী জুই যেন হয়। পানীৰ পৰা উঠি বিছে, বায়ু যেন জুইহে। বিছনা, মাটি, পানী একোতে উপায় নোহোৱা হ'ল। বিচূৰ্ত্তি খাই লস্কৰৰ তত্ত্ব জ্ঞান হেৰাল। টকা পাঁচটা, পাঁচখন ভাৰ আৰু এযোৰ বস্ত্ৰ লৈ লস্কৰৰ পুত্ৰ ভাৰ্য্যাই গুৰুজনাৰ ভৰিত পৰিলে। তেতিয়া গুৰুজনাই নৱম স্কন্ধৰ শ্লোক মাতিলে আৰু তাৰ পদ ভাঙনি গালে—

মই হৰি চৰাচৰ, মই বশ্য ভকতৰ।

দুৰ্বাসাৰ আগত দামোদৰে কৈছিল-" একান্ত ভকতে পাই মোক বশ্য কৰিলে, মই হৰি স্বতন্ত্ৰ নহয়।" গুৰুজনাই দুৰ্বাসা আৰু অম্বৰিষ ৰজা আৰ্হি কৈ ক'লে," লস্কৰ মোৰ দ্ৰোহী নহয় আৰু মই ৰাখিবও নোৱাৰো। এই ভাৰ ভেটী লৈ গৈ বঢ়াৰপোৰ চৰণত পৰাগৈ। তেওঁ ৰাখিলেহে ৰক্ষা পাবা, জীৱটিও ৰ'ব।" সিহঁতে ঘৰলৈ গৈ বস্তুৰে সৈতে মাধৱদেৱৰ ওচৰলৈ মানুহ পঠালে। তেওঁলোকে গণককুছি পাই মাধৱদেৱক অনেক কাকুতি স্তুতি কৰিব ধৰিলে। মাধৱদেৱে ক'লে," মই গুৰুজনাৰ ভৃত্য, দাস, কিঙ্কৰ, চাকৰ, নেফৰ; গৃহস্থই ক্ষমা কৰিলে গোলামৰ কাম কি? গুৰুজনাৰ তালৈ যোৱা।" এই বুলি কৈ মাধৱদেৱে একো বস্তু নাৰাখিলে। এইদৰে ইয়াৰ পৰা তালৈ অহা যোৱা কৰি থাকোঁতে একোতে আৰোগ্য নাপাই জ্বৰ তাপত শৰীৰ শুকাই লস্কৰে প্ৰাণ এৰিলে।

**১-২০-২৫** : এদিন ৰজাই চান্দসাই দৰ্জিক ক'লে, "এটি দগলা চোলা সিলাই কৰি দিয়া শঙ্কৰৰ বাবে।" দৰ্জিয়ে আহি গুৰুজনাক চাই গৈ চাৰিখন হাত থকা দগলা সিলাই কৰি দিলে গুৰুজনাক। গুৰুজনাই ক'লে, "হেৰা দৰ্জি কি কৰিলা?" চান্দসায়ে ক'লে, "বাপ, যেনে দেখিছিলো তেনে কৰিছো।" গুৰুজনে ক'লে, "যি কৰিছা, কৰিছা আৰু; এতিয়া দুখন হাত গুচোৱা। এই কথা ক'তো নকবা, লাগিলে তোমাক কিবা দিম।" দৰ্জিয়ে দুখন হাত গুচাই দিলে আৰু চোলাটো সঠিক হ'ল। পাছত দৰ্জিয়ে অনেক কাতৰ কৰি গুৰুজনৰ তাত শৰণ ল'লে। গুৰুজনে সান্দ সাইক পূৰ্বৰ ছয়জনৰ লগৰ জানি শৰণ কৰাই থ'লে।

**১-২০-২৬** : এদিন নৰনাৰায়ণ ৰজাই ক'লে," ব্ৰাহ্মণ পণ্ডিতসকলে কালিলৈ মোক বাৰ স্কন্ধৰ ভাগৱত শুনাব লাগে, সম্পূৰ্ণ ভাগৱত একে বহাতে শুনিব বিচাৰো।" তেতিয়া ব্ৰাহ্মণসকলে ক'লে," মহাৰাজ, বাৰ স্কন্ধৰ ভাগৱত

বাৰ মাহেও শুনাবলৈ টান। আৰু ব্যাখ্যা কৰিবলৈ চাৰি পাঁচ বছৰতহে পাৰি। চাৰি দণ্ডতে ভাগৱত শুনোৱাৰ শক্তি ঈশ্বৰৰ শক্তি হ'লেহে পাৰি, মানুহৰ তেনে শক্তি নাই।" ৰজাই গুৰুজনাক সুধিলে," বাপ, আপুনি পাৰিবনে?" গুৰুজনাই ক'লে," মহাৰাজ, পণ্ডিত ব্ৰাহ্মণেহে পাৰিব, মোৰ কি শক্তি আছে?" পাছত গুৰুজনে বাহালৈ গৈ নাম পাঠৰ অন্তত ৰত্নমালী বুঢ়ীক ক'লে," অ' বুঢ়ী, মাহ কিছু বাটি দিয়া।" গুৰুজনে চতুৰ্ভুজ হৈ দুখন হাতেৰে খাৰ কৰিছে আৰু আন দুখন হাতেৰে জাগ দিছে। বুঢ়ীয়ে মাহ বাটি লৈ গৈ দেখিলে গুৰুজনাৰ তেনে ৰূপ। বুঢ়ীয়ে গুৰুজনাৰ আগত দণ্ডৱতে পৰিলে। গুৰুজনাই বুঢ়ীক ক'লে," যা বুঢ়ী, ক'তো নকবি।" তেতিয়া গুৰুজনাই মাহ লৈ সাঁচিপাতেৰে কাগজ বনাই বাৰ স্কন্ধ ভাগৱতৰ সাৰ মুঠ কৰি গুণ-মালা পুথিখন লিখিলে। পুৱাতে স্নান, কৃষ্ণ সেৱা কৰি দুই দণ্ডত গুৰুজনাই ৰাজসভালৈ গ'ল। বামুণ পণ্ডিতসকলো গৈছে। ৰজাই সভাসদ সকলোকে সুধিলে," কালি যি কৈছিলো, আপোনালোকে কৰি আনিছেনে?" ব্ৰাহ্মণসকলে ক'লে," সেয়া ঈশ্বৰৰ কৰ্ম, মানুহৰ কাৰ সাধ্য আছে?" ৰজাই গুৰুজনাৰ ফাললৈ চাই সুধিলে," বাপ, আপোনাৰ ফালে পাৰিনে?" গুৰুজনাই ভাল বুলি শলাগিলে। ৰজাই ক'লে," বাপ, কি পাৰি শুনাব লাগে।" তেতিয়া গুৰুজনাই গুণ-মালা পুথিখন গাই শুনালে। ৰজাই দেখিলে বাৰ স্কন্ধৰ ভাগৱত সম্পূৰ্ণকৈ তাত উঠিছে। ৰজাই ক'লে," পণ্ডিত সকলে এতিয়া চাওঁক, কৈছিলে নহয় বাৰ মাহেও নোৱাৰি আৰু ঈশ্বৰেহে পাৰে বুলি; শঙ্কৰে দেখোঁ একা দুই দণ্ডতে শুনালে বাৰ স্কন্ধই, এৱেঁই দেখোঁ ঈশ্বৰ।" পাছত ৰজাই টকা, বস্ত্ৰ, ফুল, চন্দন আগবঢ়াই গুৰুজনাক ঈশ্বৰ জ্ঞান কৰি মানি সেৱা কৰি পঠালে। বামুণসকলে মূৰ তললৈ কৰিলে।

(গ)

**১-২০-২৭** : চিলাৰায় দেৱানে জন্ম পুৰাণৰ শাস্ত্ৰখন পাই গুৰুজনাৰ হাতত দি ক'লে," বাপ, ইয়াৰ পদ ভাঙনি কৰি দিয়ক।" গুৰুজনাই ক'লে,"মহাৰাজ, ইয়াত মই কৰিব নোৱাৰিম, ঘৰলৈ নি কৰি আনি দিম।" এই বুলি দেৱানৰ পৰা বিদায় লৈ গুৰুজন পাটবাউসীলৈ আহিল। গুৰুজন অহাৰ খবৰ পাই মাধৱদেৱ, ঠাকুৰ আতা, আৰু আন আন ভক্তসকল আহি গুৰুজনাক

সেৱা কৰি খবৰ বাতৰি লৈছে। গুৰুজনাই মাধৱদেৱক ক'লে," মাধৱ, জন্ম পুৰাণৰ শাস্ত্ৰখন ৰজাই দিছে, তুমি তাৰ পদ ভাঙনি কৰি দিয়া।" মাধৱদেৱে ক'লে," বাপ, মই কেনেকৈ পাৰিম?" গুৰুজনাই ক'লে,"কিয়, মই দেখোঁ পাৰো একা।" মাধৱদেৱে ক'লে," বাপ, আপুনি পাৰে, আপোনাৰ ঈশ্বৰৰ শক্তি।" গুৰুজনাই ক'লে," তোমাৰ জানো ঈশ্বৰৰ শক্তি নাই? নিয়া পাৰিবা।" তেতিয়া মাধৱদেৱে গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি শাস্ত্ৰখনৰ পদ ভাঙনি কৰিলে।" মাধৱদেৱে মৎস পুৰাণৰ তিনিশ পদ কৰিলে আৰু আন ফালৰ পদ তিনিশ কৰিলে। গুৰুজনাই পুথিখন চাই মাধৱদেৱক ক'লে," তথাপি কোৱা তোমাৰ ঈশ্বৰৰ শক্তি নাই বুলি।" গুৰুজনে পুৰাণৰ ভুৰুকাত হাতী ভৰোৱা দৃষ্টান্ত ক'লে আৰু ক'লে," মই বঢ়াবহে পাৰো, টুটাব নোৱাৰো; তুমি হ্রস্য- দীৰ্ঘ সকলো পাৰা দেখোঁ।"

**১-২০-২৮** : ব্ৰাহ্মণৰ হিৰাই, পৰাই, মেৰাই, মকৰাহি আৰু ৰাম ভট্টাচাৰ্য্যই গুৰুজনাৰ ওচৰলৈ অহা যোৱা কৰি থাকে দুই তিনি দিনৰ মূৰে মূৰে। গুৰুজনাই এদিনাখন তেওঁলোকক সুধিলে," তোমালোকে ইয়ালৈ হৰি কথাৰ আশাৰে আহানে, নে আমি মান্য কৰি খাবলৈ দিওঁ বাবেহে আহা?" তেওঁলোকে ক'লে," মান্য কৰাৰ কাৰণে আহো হয়, পিছে হৰি কথা শুনিবলৈকেও মন যায়। মন যায়হে ; কিন্তু তাৰ একো সোৱাদ নাপাওঁ।" গুৰুজনাই ক'লে," এটিকৈ হৰি গৃহ কৰি যাৰ মনত যি আহে হৰি গুণ গাবা, তাতে ইহ-পৰলোকৰ প্ৰীতি আৰু স্বাদ পাবা।" তেওঁলোকে ঘৰলৈ গৈ সেইধৰণে হৰি গৃহ কৰি নাম গাইছে; কিন্তু একো নাপালে। এদিন তেওঁলোক আটায়ে কথাটি গুৰুজনাক সুধিবলৈ আহিছে। তেওঁলোকে মাধৱদেৱ থকা ঠাই গণককুছি হৈ আহিছে। বাটত শ্ৰীৰাম আতাই তেওঁলোকক লগ পাই সুধিছে," তোমালোকে ক'লৈ যোৱা?" তেওঁলোকে ক'লে," শঙ্কৰৰ ওচৰলৈ গৈ এটা কথা সোধোগৈ।" আতাই সুধিলে," কোৱাচোন কি কথা?" তেওঁলোকে ক'লে," তুমিনো কি ক'বা? একো নাজানা।" আতাই পুনৰ সুধিলত তেওঁলোকে ক'লে," শঙ্কৰে আমাক নাম গাব দিছিল সোৱাদ পাম বুলি, নাম গাইছো; কিন্তু সোৱাদ নাপাওঁ দেখোঁ, তাকে সুধোগৈ।" আতাই সুধিলে," তোমালোকৰ ঘৰত গাই খীৰোৱানে?" তেওঁলোকে ক'লে," দুই-চাৰিজনী গাই আছে, সিহঁতক দাস-দাসীয়ে খীৰায়।" আতাই সুধিলে," কিহত

খীৰায়?" তেওঁলোকে ক'লে," কৰিয়াত।" আতাই সুধিলে," নেছেকেনে?" তেওঁলোকে ক'লে," ছেকি চৰুত থৈ চেনিৰ লগত খাওঁ।" আতাই সুধিলে," সেই কৰিয়া, দাস-দাসী, ছেকনী আৰু চৰুৱে সোৱাদ পায়নে?" তেওঁলোকে ক'লে," কিয় পাব? খোৱাইহে পাব।" শ্ৰীৰাম আতাই ক'লে," নামৰ ক্ষেত্ৰতো সেয়া, গুৰুৰ মুখেৰে বুজি, গুৰুক মানি যিসকলে গাইছে তেওঁলোকেহে পাব, আনে কিয় পাব?" তেওঁলোকে পৰস্পৰে আলোচনা কৰিলে," এওঁয়ে এনে সিদ্ধান্ত কৰিছে, শঙ্কৰৰ ওচৰলৈ গ'লে আমাক বা কি ভূত কৰে?" এই বুলি চকু স্থিৰ কৰি তেওঁলোক উভতি গ'ল।

**১-২০-২৯** : এবাৰ গুৰুজনাৰ বস্ত্ৰ মলিন হ'ল। তেৰাই দাসীক কয়, সিহঁতে কাণ নকৰে। পিছদিনা মাধৱদেৱে ব্ৰহ্ম পুৱাতে খাৰ আনি পাটবাউসীলৈ গৈ কাপোৰ সিজাই ধনুখান্দা বিলৰ পাৰত নি ধুই দিলে। তাকে দেখি গুৰুজনে ক'লে," বঢ়াৰপো, তোমাক এনে কাম কৰিব কোনে দিয়ে?" মাধৱদেৱে ক'লে," বাপ, মই গৃহস্থৰ দাস, দাস্য কৰ্ম মোৰেই।"

**১-২০-৩০**: এদিন গুৰুজনাৰ ভাৰ্য্যা আই গোসাঁনীয়ে গুৰুজনাক ক'লে," আপোনাৰ বঢ়াৰপোতহে বিশ্বাস, স্নেহ, আদৰ-সাদৰ; মোত, পুত্ৰত, ভাতৃত ক'তো স্নেহ নাই, বহুত চালো। যি ধন আছিল সেয়াও ভাঙি খাওঁতে ঢুকাল; তিনিটি সৰু সৰু সন্তান, আগলৈ যেনিবা ধন নালাগেহে?" তাৰ পাছত এদিন গুৰুজনে চ'ৰাঘৰৰ পৰা আহি স্নান নকৰি চোতালত বহি আছিল। আয়ে ওলাই আহি ক'লে," পানী ঢালক, বেলা দুপৰ হ'ল।" গুৰুজনাই ক'লে," বৰ অকাৰ্য্য হ'ল আজি; গৰু পোৱালী এটি গৈ আছিল, তাক কোব এটি মাৰিলো আৰু সি মৰিল। কি হ'ব, কি কৰিম এতিয়া?" আয়ে ক'লে," প্ৰায়শ্চিত্ত কৰি বৰ ভোজ এটি দিয়ক। এতিয়া আৰু ঘৰ সোমাব নোৱাৰে।" সেই সময়তে মাধৱদেৱে শ্ৰীৰাম আতাৰ সৈতে আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই মাধৱদেৱক কথাটি ক'লে," বঢ়াৰপো, আজি এনে হ'ল।" মাধৱদেৱে ক'লে," বাপ, সেই দোষ-পাপৰ বাবে ময়ে যাম নৰকলৈ, আপুনি উঠি স্নান কৰকগৈ।" গুৰুজনাই আইক ক'লে," ৰামানন্দৰ মাক, চোৱা, বঢ়াৰপোৱে মোৰ হকে নৰকলৈ যাবলৈ গা পাতি ল'লে আৰু তোমালোক ভাৰ্য্যা-পুত্ৰই মোৰ দোষ ক'ত ল'বা, ঘৰতে

সোমাব নিদিয়া। কৈছিলা নহয়, বঢ়াৰপোত মোৰ বৰ বিশ্বাস, দেখিলা এতিয়া।"

**১-২০-৩১** : হৈদাহ (হৰিদাস) বণিয়া আতৈয়ে সোণ ৰূপৰ বিচিত্ৰ কৰ্ম কৰে। তেওঁ মজুৰিৰ আধা পইচাও নেৰে আৰু সেই টকা ভকতত লগায়। শ্ৰৱণ কীৰ্ত্তনৰ অন্তত শ্ৰীশঙ্কৰ গুৰুজনাই বণিয়া আতৈৰ কঠখন নিজ হাতেৰে তুলি সামৰি থয়। তাকে দেখি আন আতৈসকলে অসূয়া কৰি কয়," এপইচাৰ আধাও নেৰে, চেনী মাৰি কাটি ল'য়, তেওঁৰ কঠ গুৰুজনাই কিয় বা তুলি থয়?" ইয়াকে শুনি গুৰুজনাই আতৈসকলক ক'লে," আতৈসকল, বেহাৰলৈ যাওঁতে মোৰ টকা কিছু ধাৰ হৈছিল, এতিয়া তালৈ গ'লে সিহঁতে মোক ধৰিব, এতেকে কাৰ হাতত কি টকা পইচা আছে মোক দিয়া, পিছত মই তোমালোকৰ ধাৰ সুজিম।" আতৈসকলৰ কাৰোবাৰ হাতত দহ টকা, কাৰোবাৰ হাতত যোল্ল টকা আৰু কাৰোবাৰ হাতত কুৰি টকা আছিল; কিন্তু তেওঁলোকে মোহত পৰি তাৰে আধা আধা টকা থকাৰ কথা গুৰুজনাক ক'লে। অন্তৰ্য্যামী গুৰুজনাই সকলো জানিও বাৰু বুলি শলাগি থ'লে।

পাছত এদিন গুৰুজনাই দুজন ভকতক পঠালে হৈদাহ আতৈৰ ওচৰলৈ আৰু কৈ পঠালে, হৈদাহক ক'বা," ব্ৰাহ্মণৰ লগত হোৱা বিবাদত পূৰা চাৰিশ টকা মোৰ ধাৰ হৈছিল আৰু এতিয়া বামুণে আহি মোক ধৰিছে, হৈদাহে কি দি মোক ৰাখিব পাৰে?" ইয়াকে হৈদাহক সুধি আহা। ভকত দুজনে গৈ হৈদাহ আতৈক ক'লে," আতৈ, গুৰুজনাৰ টকা চাৰিশ ধাৰ হৈছিল, ধাৰ দিওঁতাই এতিয়া আহি গুৰুজনাক ধৰিছে, গুৰুজনাক গাকে ধুবলৈ নিদিয়ে, সেই নিমিত্তে গুৰুজনাই আমাক তোমাৰ ওচৰলৈ পঠাইছে, তুমি বা কি দি গুৰুজনাক ৰাখিব পাৰা?" হৈদাহে টকা গণি চাই দেখিলে টকা দুশ হ'ল। আৰু খাৰু, মণি, কাঁহ, পিতল সামগ্ৰীক ধৰি দুশ টকাৰ ওচৰাওচৰি হ'ল। তেওঁ ভকত দুজনক তাকে দি ক'লে," ইয়াকে নিয়া, ইয়াকে দি গুৰুজনে ভোজন কৰক; কালিলৈ গৰু, ম'হ কাপোৰ বেচি যি পাওঁ দিম।" ভকত দুজনে ক'লে," এতিয়া থাকক, গুৰুজনে সুধি যাবহে কৈছিল।" ভকত দুজন আহিল। ইফালে হৈদাহৰ টোপনি নাই। তেওঁ দুখতে ছটফটাই ৰাতি পুৱালে। ৰাতিপুৱা চোতালত বহি তেওঁ চিন্তা কৰিছে," গৰু, ম'হ, দাস-দাসী, ভাৰ্য্যা- পুত্ৰকো বিক্ৰী কৰি যদি ধাৰ সুজিব নোৱাৰো গা বিক্ৰী

কৰি হ'লেও গুৰুজনাক এৰুৱাব লাগিব।" ভকত দুজনে পিছদিনা নাম-প্ৰসঙ্গত গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই সোধাত তেওঁলোকে ক'লে," বাপ, হৈদাহে নগদ দুশ টকা পালে, বস্তু সামগ্ৰীৰ পৰাও দুশ টকাৰ ওচৰা ওচৰি পাব আৰু গৰু, ম'হ, দাস-দাসী, ভাৰ্য্যা-পুত্ৰক বিক্ৰী কৰি যি পায় দিব।" গুৰুজনাই ক'লে," তেন্তে তেওঁৰ বিষয়ে তোমালোকে কি আলোচনা কৰিছিলা?" তেতিয়া গুৰুজনাই হৈদাহৰ স্নেহত পদ মাতিছে—

ভকতৰ হিয়া এৰি যাইবাক নুৱাৰা হৰি,
লগাই আছা পাৱে প্ৰেম জৰী।
একবাৰ গঙ্গাদেৱী পৰশিলে হৰিৰ পাৱ,
তভো নুহি ভকতৰ সৰি।।

গুৰুজনে পুনৰ ক'লে," মই হৈদাহৰ বশ্য হ'লো। বেজীৰ কাণেৰে ধাৰ সুজা নাযায়। কৃষ্ণই যেনেকৈ গোপীৰ ভক্তিত বশ্য হৈছিল, মোকো হৈদাহৰ ভক্তিয়ে বশ্য কৰিলে। আৰু আতৈসকল নিজকে ভালকৈ চোৱা, তাতেহে আত্মাক দেখিবা; কতনো আনক অসূয়া কৰা। হৈদাহে সোণ, ৰূপ, গৰু, ম'হ, ভাৰ্য্যা-পুত্ৰ, তাম-কাঁহ দি আৰু নিজৰ দেহকো উচৰ্গা কৰিলে আৰু তোমালোকক খুজোঁতে জমা ধনৰ আধা টকাৰ কথা কৈহে দিম বুলিছিলা।"

(ঘ)

**১-২০-৩২** গুৰুজনাই বছৰি কোচ ৰজাৰ ওচৰলৈ যাব লাগে তাঁতীকুছিৰ তাঁতীৰ কৰ সোধাবৰ বাবে। কৰ তুলি লৈ তেওঁ ৰজাৰ ঠাই পালে। চিলাৰায় দেৱানে আগবাঢ়ি আহি তামোল পাণৰ শৰাই আগবঢ়াই গুৰুজনাক নি খবৰ বাতৰি সুধিলে। চিলাৰায়ে সুধিলে,"বাপ, শাস্ত্ৰখন অনা হৈছেনে?" গুৰুজনাই ক'লে," মহাৰাজ, আনিছো।" গুৰুজনাই শাস্ত্ৰখন দেৱানক দিলে। দেৱানে পুথিখন চাই দেখিলে তাত গুৰুজনাৰ ভণিতা নাই। তেওঁ গুৰুজনাক সুধিলে," বাপ, ইয়াত দেখোঁ আপোনাৰ ভণিতা নাই। গুৰুজনাই ক'লে," মহাৰাজ, মোৰ লগত এজন পুৰুষ আছে, তেওঁহে এইখন ৰচনা কৰিছে।" দেৱানে সুধিলে," আপোনাৰ লগত তেওঁক অহা নেদেখো দেখোঁ?" গুৰুজনাই ক'লে," তেওঁ নাহে; তেওঁ নিৰ্বিষয়, নিৰহঙ্কাৰী, নিৰপেক্ষ, নিৰাশা, নিৰ্গুণ, সেয়েহে নাহে।"

**১-২০-৩৩** : চিলাৰায় দেৱানে এদিন গুৰুজনাক ক'লে, "বাপ, দাদায় যে আপোনাৰ পৰা ভাগৱত ব্যাখ্যা শুনে, তেওঁ ঘৰৰ ভিতৰত এজন যোগী ৰাখিছে, আপোনাক কৈছেনে?" গুৰুজনাই ক'লে, "নাই কোৱা।" দেৱানে ক'লে, "সুধিবচোন।" গুৰুজনাই মহাৰাজক সুধিলে, "মহাৰাজ, আপোনাৰ ঘৰত যোগী এজন আছে, হয়নে?" ৰজাই ক'লে," আগৰে পৰা আছে, হয়।" "গুৰুজনাই ক'লে," তাক পোহাৰতো একো হেতু নাই, তাক খেদি পঠাওক।" ৰজাই যোগীজনক বিদায় দিলে। এই কথা চিলাৰায় দেৱানে কোৱা বুলি জানি ৰজাই গুৰুজনাক ক'লে," বাপ, চিলাৰায়ে আপোনাক ঈশ্বৰ জ্ঞান কৰি মানিছে; কিন্তু তেওঁ ঘৰৰ ভিতৰত খহটা নামেৰে বৌদ্ধ সন্ন্যাসী এজন আছে, আপোনাক কৈছেনে?" গুৰুজনাই ক'লে," কোৱা নাই।" গুৰুজনাই গৈ দেৱানক কথাটি সুধিলে," মহাৰাজ, আপোনাৰ ঘৰত হেনো সন্ন্যাসী এজন আছে, হয়নে? মই নহ'লে তেওঁৰ সৈতে কথাকে হওঁ, কাকনো চিন্তে তেওঁ।" চিলাৰায়ে ক'লে," বাপ, আপোনাৰ দৰে এক ব্ৰহ্মাকে চিন্তে তেওঁ, অনাচাৰ নাই।" গুৰুজনে ক'লে," মাতকচোন।" দেৱানে সন্ন্যাসীক মতালে। সন্ন্যাসীয়ে ক'লে," মোৰ জ্বৰ, যাব নোৱাৰো।" তাকে শুনি দেৱানে ক'লে," ধৰি গতিয়াই আনা তাক, গুৰুজনাই মতাতো নাহে কিয়?" সন্ন্যাসীক ধৰি আনা হ'ল। গুৰুজনাই ভাগৱতৰ শ্লোক মাতি সন্ন্যাসীক সোধে তেওঁ কাক চিন্তে, কাক ধ্যান কৰি পূজে আৰু সি প্ৰতিবাৰতে কয় সি এক ব্ৰহ্মাকে চিন্তে। গুৰুজনাই দেৱানক ক'লে," মহাৰাজ, এই সন্ন্যাসী বৌদ্ধাচাৰী, এওঁক খেদি পঠাওঁক।" পাছত সেই সন্ন্যাসীয়ে খং কৰি গৈ গুৰুজন আৰু চিলাৰায়ৰ খেৰৰ মূৰ্ত্তি কৰি তাত খৰিকা বিন্ধাই মন্ত্ৰপূত কৰিলে। সন্ন্যাসীয়ে ধূলা পৰ্বতৰ কাষলৈ গ'ল আৰু তাতে তাৰ পোৱা ৰোগে দেখা দিলে.। অনেক বৈদ্যই সন্ন্যাসীক আৰোগ্য কৰিব নোৱাৰিলে আৰু সি শুকাই খীণাই মৰিল। সন্ন্যাসীৰ আঢ়ৈ কুৰি বছৰ হৈছিল আৰু আঢ়ৈ বছৰৰ পাছত গুৰুজনাই সন্ন্যাসীৰ মৃত্যুৰ খবৰ পায়।

**১-২০-৩৪** : আৰু গুৰুজনাই নৰনাৰায়ণ ৰজাৰ আগত গোকুল, বৃন্দাবন, গোবৰ্দ্ধন, যমুণা এইবোৰৰ কথা চৰ্চা কৰি থাকে। ৰজাই ইয়াকে শুনি এদিনাখন গুৰুজনাক ক'লে," বাপ, কৃষ্ণক দেখুৱাব লাগে।" গুৰুজনাই ৰজাক ক'লে,"বাৰু,

মাহ, চাউল, প্ৰসাদ আদি সাৱধানে যোগাৰ কৰক।" ৰজাই সেইবোৰ যোগাৰ ধৰিলে। একাদশীৰ দিনাখন ধূপ, দীপ লগাই পূজা সেৱা কৰি গুৰুজনাই ধ্যান কৰি আছিল। তেতিয়া দুপৰীয়া চাৰি দণ্ডমান, গোপ-বালক, বাঁহী, গৰু-বাছৰু সৈতে কৃষ্ণ ওলালহি। শিঙা, বেত, বেণু, বেৰটি-বাঁহী, ময়ূৰপাখি, চলনা, পাঞ্চনী, চাঙুনী লৈ দিব্য ৰূপে কৃষ্ণই দেখা দিলে। ৰজাই দেখি বিস্ময় মানি চাব নোৱাৰি মাটিত পৰি চেপেটা খালে। গুৰুজনে নম্ৰভাৱে কৃষ্ণ আৰু গোপ-বালকক সেৱা জনালে; তেওঁলোকেও গুৰুজনাক সেৱা জনালে আৰু প্ৰসাদ উপহাৰ দিলে। গুৰুজনাৰ আজ্ঞা লৈ তেওঁলোক গ'ল আৰু জঁাতকৈ অন্তৰ্দ্ধান হ'ল সন্মুখতে। ৰজাৰ নোম শিয়ৰি উঠিল আৰু প্ৰেমত জৰ্জৰিত হৈ তেওঁ কম্পমান হ'ল।

**১-২০-৩৫** : এদিন ৰজাই গুৰুজনাক ক'লে," বাপ, ভোজন কৰোঁতেই যেন তিনি খণ্ডৰ দশমখন শুনিবলৈ পাওঁ।" গুৰুজনাই ক'লে," মহাৰাজ, বিপ্ৰ পণ্ডিতসকল আছে, তেওঁলোকে শুনাব।" ব্ৰাহ্মণসকলে ক'লে," মহাৰাজ, ভোজন এক দণ্ড সময়তে হয় আৰু দশমখন এমাহ বা দুমাহতো শুনাবলৈ টান; ঈশ্বৰৰ শক্তি হ'লেহে পাৰি, মানুহৰ তেনে শক্তি নাই।" ৰজাই গুৰুজনাক ক'লে, "বাপ, কোনে শুনাব দাসক, গোলামৰ বাঞ্ছা গৃস্থইহে পূৰাব লাগে।" গুৰুজনাই ক'লে, "বাৰু, কালিলৈ ভোজনৰ সময়ত পাৰি নেকি চাম ঈশ্বৰত ভৰসা কৰি।" ব্ৰাহ্মণসকলে পৰস্পৰে ক'লে,"কেনেকৈ শুনাব চাওঁ, নোৱাৰি লাজহে পাব। আৰু আমাৰো আটায়ে সোনকালে আহিবাইঁক, হাঁহি লঘু কৰিম।" গুৰুজনে ঘৰলৈ গৈ নাম পাঠ গাই ভোজন কৰিলে আৰু সকলোৱে টোপনি যোৱাত অষ্টভুজ হৈ সাঁচিপাত তৈয়াৰ কৰি নিমিষতে দশমৰ তিনিও খণ্ডৰ কৃষ্ণৰ লীলা-মালা সংক্ষেপে ৰচনা কৰিলে। পুৱাতে গুৰুজনে শৌচ, শুদ্ধি, স্নান, কৃষ্ণসেৱা, নাম-পাঠ কৰি গৈ ৰজাই ভোজন কৰা সময়ত কৃষ্ণৰ লীলা-মালা পুথিখন গাই শুনালে। ব্ৰাহ্মণসকলে তাকে দেখি-শুনি আশ্চাৰ্য্য- অদ্ভুত মানিলে। ৰজাই বৰ সন্তোষ পাই গুৰুজনাক টকা-বস্ত্ৰ দি সন্মান কৰি আগবঢ়াই থৈছে।

**১-২০-৩৬** : খৰ্গেশ্বৰ সন্ন্যাসী আহিছিল পণ্ডিত বিচাৰি তৰ্ক কৰিবলৈ। তেওঁ কপিলী গাইৰ পিঠিত শাস্ত্ৰ থৈ শাস্ত্ৰৰ ওপৰত বহি আহিছে। গুৰুজনে সন্ন্যাসীক লগ পাই সুধিলে," তুমি কেনে সন্ন্যাসী, গৰুৰ ওপৰত শাস্ত্ৰ আৰু

শাস্ত্ৰ ওপৰত উঠি ঘূৰি ফুৰা?" সন্ন্যাসীয়ে ক'লে," গৰু, শাস্ত্ৰ আৰু মই সকলো ব্ৰহ্ম, এতেকে ইয়াত দোষ নাই।" গুৰুজনৰ ওচৰতে ৰাম লিগিৰা আছিল। গুৰুজনে সন্ন্যাসীক সুধিলে," বাৰু, তেন্তে আমি দুজন একা?" সন্ন্যাসীয়ে ক'লে," তোমালোকো ব্ৰহ্ম।" গুৰুজনাই লিগিৰাক চকুৰে ইঙ্গিত দিলত লিগিৰাই সন্ন্যাসীৰ বুকুত জোৰেৰে ভুকু মাৰি দিলে। সন্ন্যাসীয়ে গৰগৰাই খং কৰি উঠিল। গুৰুজনাই সন্ন্যাসীক ক'লে," হেৰা, গৰু, শাস্ত্ৰ, তুমি, আমি সকলোৰে ব্ৰহ্ম, ব্ৰহ্মাই ব্ৰহ্মাক তাড়না কৰিলে একো দোষ নাই।" সন্ন্যাসীয়ে লাজতে অধোমুখ হৈ গুচি গ'ল। ৰজাই শুনি গুৰুজনাক প্ৰশংসা কৰি হাঁহিলে।

**১-২০-৩৭**: গুৰুজনে গোকুল, মথুৰা, দ্বাৰকা, বৃন্দাবন, গোবৰ্দ্ধন, বাৰেবন, কালিন্দী, ধেনু-বৎস, গোপ-গোপী এই সকলৰ লীলা চৰিত্ৰৰ কথা সদায় কৈ থাকে চিলাৰায় দেৱানক। দেৱানে গুৰুজনাক ক'লে," বাপ, চুক ভেকুলীৰ সাগৰ, দৰিদ্ৰৰ অষ্টনিধি, খোৰাৰ পৰ্বত বগোৱা, অন্ধৰ ৰত্ন দৰ্শন আৰু ভিকহুৰ অমৃতলৈ ইচ্ছা যোৱাৰ দৰে এই অধম পাপীৰো সেইবোৰ চাবলৈ মন যায়। আপোনাৰ মুখ পদ্মৰ ঘ্ৰাণ পাই মোৰ মনত ধৰিছে সেই বাঞ্ছা মই পুৰণ কৰিব পাৰিম কিজানি।" গুৰুজনাই ক'লে," মহাৰাজ, কাপোৰ বৈ সেইবোৰ দেখুৱাব পাৰি।" দেৱানে ক'লে," বাপ, তেন্তে মই বাৰ মৰলক সূতাৰ সৈতে আপোনাৰ লগত পঠাই দিওঁ আৰু আপুনি ঘৰলৈ গৈ তাকে কৰক।"

(৬)

**১-২০-৩৮** . সূতা আৰু মৰলসকলক লগত লৈ আহি ন দিনত গুৰুজনাই পাটবাউসী পালে। গুৰুজন আহা শুনি পুৱাতে মাধৱদেৱ আৰু ঠাকুৰ আতাই আহি গুৰুজনাক সেৱা কৰিলে। সেইসময়তে অনন্ত কন্দলিয়ে উজনিৰ পৰা আহি দশমৰ মধ্য আৰু শেষ ভাগ পদ ভাঙনি কৰি আনি গুৰুজনাৰ আগত দি সেৱা কৰিলে। গুৰুজনাই পুথিখন চাই ক'লে," বামুণীৰ পুতেক, কোবটো মাৰিলা হয়; কিন্তু মূৰত নপৰিল, ভক্তি পদ কৰিলা হ্ৰস্য আৰু যুদ্ধৰ পদ কৰিলা দীৰ্ঘ।" গুৰুজনাই মাধৱদেৱক ক'লে," বঢ়াৰপো, মই দশমৰ আগ আৰু শেষত ধৰো আৰু তুমি ধৰা মাজত।" দশমৰ সাৰ কাঢ়ি আনি আৰু তাতে হৰিবংশৰ কিছু যোগ দি গুৰুজনে ৰচনা কৰিলে ৰুক্মিনী হৰণ কাব্য আৰু কুৰুক্ষেত্ৰ কাব্য আৰু

মাধৱদেৱে ৰচনা কৰিলে ৰাজসূয় কাব্য।

**১-২০-৩৯** : তাৰ পাছত মহাপুৰুষ গুৰুৱে বাৰ মৰলক গোটাই আৰু গোপাল [৪] নামে এজন বুঢ়া তাঁতীৰ সৈতে সূতাত ৰঙা, ক'লা, হালধীয়া, মৌজ, কাছ, নীলা, গেৰুৱা, শ্যাম ৰং কৰি ছয় কুৰি হাত ঘৰ কৰালে আৰু কাপোৰৰ ছয় কুৰি হাত বাটি কৰালে। য'ত যি বগা, ক'লা আৰু আন আন ৰঙৰ সূতা লাগে দিয়ালে আৰু ব' তুলি বাটি গাৰিত মেৰাই শালত উঠাই সেই দিনাই চাৰি আঙুল কাপোৰ বোৱালে। সেই নিয়মে গুৰুজনে পাটবাউসীৰ পৰা আহি গৈ তাঁতীকুছিত কাপোৰ বোৱাইছে।[৫]

**১-২০-৪০**: ৰঙ্গিয়া জানৰ পানী কমাৰকুছিৰে বৈ গৈ কোটা জানত পৰি পুনৰ বৰপেটাৰ জানত পৰিছে। বৰপেটাৰ জানৰ পাৰতে ভীমা বায়নৰ ঘৰ। তেওঁৰ পত্নী জন্মৰ পৰাই কুঁজী। পত্নীয়ে পাঁজি কাটি নাম লৈ থাকে, যঁতৰ ঘূৰাওঁতে ঘোষা মাতে, তাঁতৰ খাবে প্ৰতি " কৃষ্ণদেৱ তুমি প্ৰভু দীন দয়াল" বুলি শলাগে। ভকতিকে মুখ্য কৰি বুঢ়ীয়ে অনেক প্ৰকাৰে নাম গায়। জানৰ ঘাটৰ কাষতে বাঁহ গছ এজুপি আছিল। সেই বাঁহৰ জেওত ধৰি গুৰুজনে অলপ বৈ নিতে নাম শুনে। নাম লুভীয়া কৃপালু পুৰুষ গুৰুজনে দয়া কৰি এদিন সপোনত কুঁজী বুঢ়ীক ক'লে,"বুঢ়ী উঠা।" বুঢ়ীয়ে সপোনতে ক'লে," বাপ, মই জন্মৰ পৰাই কুঁজী, কেনেকৈ উঠিম?" গুৰুজনে উঠাচোন বুলি কৈ এখন হাতেৰে বুঢ়ীৰ দুয়োখন হাত আৰু আনখন হাতেৰে বুঢ়ীৰ দুয়োখন ভৰিত ধৰি বুঢ়ীক টানি পোন কৰিলে.। বুঢ়ীৰ হাড়বোৰ মৰমৰাই উঠিল আৰু বুঢ়ীয়ে দিব্য ৰূপ পালে। বুঢ়ীয়ে আৰু গুৰুজনাক পুনৰ নেদেখিলে। বুঢ়ীয়ে বৰপুত্ৰ ৰমাইক নাম ধৰি মাতিলে," বোপা ৰমাই উঠাচোন।" তেতিয়া বায়নে মাত লগাই ক'লে," হেৰা বুঢ়ী, এনেকৈ কিয় মাতিছা?" বায়নে জুইত ফু মাৰি জুই জ্বলাই চাই দেখিলে বুঢ়ীৰ দিব্য ৰূপ। বায়নে সুধিলে," বুঢ়ী, কেনেকৈ এনে হ'লা?" বুঢ়ীয়ে ক'লে," মই ইয়াত ক'ব নোৱাৰো,

---

(৪) গোপাল তাঁতী পিছলৈ তেওঁ মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ তাত শৰণ লৈ মথুৰাদাস বুঢ়া আতা নামেৰে প্ৰখ্যাত হয়। মাধৱদেৱে তেওঁক বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ পাতে।

(৫) (ক) ব' তোলা, বাটি কাৰা, গাৰিত মেৰোৱা এইবোৰ তাঁতশালৰ ভিন ভিন প্ৰক্ৰিয়া।

(খ) তাঁতীকুছি . বৰপেটাৰ পুৰণি নাম। ইয়াৰে তাঁতী সকলে মহাৰাজ নৰনাৰায়ণক কাপোৰ যোগান ধৰাৰ দায়িত্ব পাইছিল। তঁতীকুছিৰ পৰা পাটবাউসীলৈ পথ দূৰত্ব তিনি কিলোমিটাৰ।

গুৰুজনাৰ ঠাইতহে ক'ম, পুৱা তালৈ মোক নিবা।" পুৱাতে স্নান কৰি মাহ চাউল বস্ত্ৰ লৈ তেওঁলোকে গুৰুজনাৰ ওচৰলৈ গ'ল। তেওঁলোকক দেখি গুৰুজনে অলপকৈ হাঁহি ক'লে," বায়ন, দেখোঁ আহিলা?" বায়নে ক'লে," বাপ, বুঢ়ীহে মোক আনিছে। আজি ৰাতি বুঢ়ীয়ে মোক মাতিব ধৰিলে আৰু মই উঠি জুই ধৰি চাওঁ বুঢ়ী এনে হৈ আছে।" মই বুঢ়ীক সুধিলো," কেনেকৈ এনে হ'লা?" বুঢ়ীয়ে ক'লে," মই গুৰুজনাৰ ওচৰতহে ক'ব পাৰিম।" গুৰুজনাই বুঢ়ীক ক'লে," বুঢ়ী কোৱাচোন।" বুঢ়ীয়ে সপোনত দেখা কথা সকলো ক'লে। গুৰুজনে ছলনা কৰি বুঢ়ীক ক'লে," বুঢ়ী মই নহওঁ, গুণ লোভী হৰিয়েহে তেনে কৰিছে। শাস্ত্ৰত আছে—

হৰি গুণ গাৱ ভাই কৰিয়া উৎসৱ।
গুণতেহে তুষ্ট গুণ লুবধু মাধৱ।।

নামত তুষ্ট হৈ ঈশ্বৰে তোমাক পোন কৰিছে আৰু চাৰি জন্মৰ পাছত ইবাৰ উদ্ধাৰ হ'বা।" এই বুলি গুৰুজনে নিজকে লুকাই বুঢ়ীক কৈ পঠাইছে।

**১-২০-৪১** : এদিন গুৰুজনে মাধৱদেৱক ক'লে," বঢ়াৰপো এটি গীত ৰচনা কৰা।" মাধৱদেৱে ক'লে," বাপ, কেনেকৈ?" গুৰুজনে ক'লে," পাৰিবা, মই পাৰিছো দেখোঁ।" মাধৱদেৱে ক'লে," বাপ, আপুনি পাৰে, আপোনাৰ ঈশ্বৰৰ শক্তি।" গুৰুজনাই ক'লে," তোমাৰ শক্তি জানো ঈশ্বৰৰ শক্তি নহয়?" তেতিয়া মাধৱদেৱে গুৰুবাক্য শিৰোধাৰ্য্য কৰি গীত ৰচনা কৰি নি গুৰুজনাক দিছে। গীতৰ ৰাগ আসোৱাৰী, গীত—

ৰে মন হৰিকহো চৰণে শৰণা,
নিকটে দেখহু নিজ মৰণা......................।

গীতটো চাই গুৰুজনে মাধৱদেৱক ক'লে," তথাপি কোৱা তোমাৰ ঈশ্বৰৰ শক্তি নাই, একোৱে ৰোৱা নাই দেখোঁ?"

**১-২০-৪২** : গুৰুজনাই পাটবাউসীৰ পৰা তাঁতিকুছিলৈ অহা যোৱা কৰি বৃন্দাবনী কাপোৰ বোৱাইছে। এদিন তেওঁৰ গা বিষম হ'ল। তেৰাই মাধৱদেৱক ক'লে," মাধৱ, আজি তুমিয়ে যোৱা।" মাধৱদেৱে ক'লে," বাপ, মই কেনেকৈ বোৱাম?" গুৰুজনে ক'লে," মই দেখোঁ বোৱাওঁ।" মাধৱদেৱে ক'লে," বাপ,

আপুনি বোৱায়, আপোনাৰ ঈশ্বৰৰ শক্তি, মই বোৱাম কেনেকৈ?" গুৰুজনাই ক'লে," যোৱা পাৰিবা।" গুৰুৰ বাক্য ৰক্ষা কৰি মাধৱদেৱে গৈ দেখিলে কাপোৰত তেতিয়া কৃষ্ণৰ ভোজন বেহাৰৰ দৃশ্য আহিছে। কাপোৰখন মেলি চাই তেওঁ পালে বোঁৱতে কিছু কেণা লাগিছে। তেওঁ সেয়া পোনাই পুনৰ বোৱালে। কাপোৰ এবেগত বোৱা হ'ল। মাধৱদেৱে পাটবাউসীলৈ আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনে সুধিলে," মাধৱ, কাপোৰ কিমান হ'ল?" মাধৱদেৱে ক'লে, "বাপ, বোঁৱতে কিছু টেৰা হৈছিল, তাকে মেলি শুদ্ধকৈ বোঁৱালো; কাপোৰ এবেগত বোৱা হ'ল।" গুৰুজনাই ক'লে," তথাপিও কোৱা তোমাৰ ঈশ্বৰৰ শক্তি নাই। মই জানিছিলো মোতকৈ তোমাৰ অলপ বাঢ়িবহে।"(৬)

**১-২০-৪৩** : বৃন্দাবনীয়া কাপোৰ ছয়মাহত তিনি কুৰি হাত বোৱা হ'ল আৰু তিনি কুৰি হাত ব'বলৈ বাকী থাকিল; সেই তিনি কুৰি হাত টুটিল।(৭) কাপোৰখন গুৰুজনাই জাপি জপাত বান্ধি থ'লে। কাপোৰখনৰ কথা শুনি তাঁতীকুছি, গণককুছি, পাটবাউসী, সুন্দৰীদিয়া, বাৰাদি, বামুণা, দতকুছিয়া, পটকিয়া, জাতিৰমণ সকলোৰে পৰা লোক আহি প্ৰাৰ্থনা কৰি গুৰুজনাক ধৰিলে কাপোৰখন দেখুৱাবলৈ। গুৰুজনাই এখন এঢলীয়া চাং পাতি তাত নতুন ঢাৰি-পাটী পাৰাই নিজে হবিচে থাকি কাপোৰখন মেলি দেখুৱালে। বাৰেবন, বৃন্দাবন সকলো অলপ অলপকৈ দেখুৱালে। আখৰো হৈছে পঢ়িব পাৰা। তাকে দেখি সকলো ৰাইজে আশ্চাৰ্য্য-অদ্ভুত মানি ক'লে," এই কাপোৰ বৈকুণ্ঠৰ আৰু কাপোৰ বোৱাজনো স্বামী ঈশ্বৰহে, এই কাম মানুহৰ নহয়।" কোনোৱে টকাটো, কোনোৱে সিকিটো আৰু কোনোৱে পইচাটো দি কাপোৰখন সেৱা কৰিলে। গুৰুজনে কাপোৰখন পুনৰ জাপি থ'লে। সেই সময়ত চন্দৰী বুঢ়ী নাছিল, তেওঁ ভিক্ষালৈ গৈছিল। গধূলি গুৰুজনে বুঢ়ীক ক'লে," অ' বুঢ়ী, আজি কাপোৰখন সকলোৱে চালে,

---

(৬) মাধৱদেৱে বৃন্দাবনীয়া কাপোৰখন সেইদিনা কিছু বেছিকৈ বোৱাত গুৰুজনাই ইমানে সন্তোষ পাইছিল যে তেতিয়াৰে পৰা তেৰাই মাধৱদেৱক " বঢ়াৰপো" বুলি সম্বোধন কৰিবলৈ ধৰে।

( শঙ্কৰ-মাধৱ : লক্ষ্মীনাথ।)

(৭) আন আন চৰিত পুথিত বৃন্দাবনীয়া কাপোৰখন সম্পূৰ্ণ ছয় কুৰি হাত দীঘল আৰু তিনি কুৰি হাত বহল বুলি উল্লেখ আছে। কথিত আছে যে বৰপেটাৰ কীৰ্ত্তন ঘৰটি বৃন্দাবনীয়া কাপোৰখনৰ জোখত সজোৱা হৈছিল। সেই ঘৰটিও দীঘলে ছয় কুৰি হাত আৰু বহলে তিনি কুৰি হাত।

তুমি নেদেখিলা।” বুঢ়ীয়ে ক'লে,“ মোক কালিলৈ দেখুৱাবা।” গুৰুজনে ক'লে,“ কাপোৰখন জপাত বান্ধি থ'লো, তোমালৈ মেলিমনে আৰু?” বুঢ়ীয়ে খং কৰি ক'লে,“ অ' তোমাৰ বকনা গৰুটো একোব মাৰিছিলো ব্ৰজত, তাৰে খং মাৰ যোৱা নাইনে? ক'ব দিয়ানে গোকুল, বৃন্দাবনত ৰাধাৰ সৈতে তোমাৰ কীৰ্ত্তি -কৰ্ম?” গুৰুজনাই ক'লে,“ হা, হা। বুঢ়ী মনে মনে থাকা,দেখুৱাম।” বুঢ়ী গুৰুজনাক সৰুতেই তুলি তালি ডাঙৰ দীঘল কৰা, কোলা- বোকোচাত লোৱা; বুঢ়ী গুৰুজনাৰ মাতৃ সম। কাপোৰখন চাই বুঢ়ীয়ে দেখিলে ভাটীৰ বটকেছি ঘাটৰ ক্ৰমটো লৰিছে আৰু বট গছৰ ক্ৰমটো ভুল হৈছে। গছডাল যমুনাৰ বাঁওফালে হ'ল। বুঢ়ীয়ে গুৰুজনাক প্ৰশ্ন কৰিলত গুৰুজনে ক'লে,“ হয় বুঢ়ী, পাহৰিলো।” দুজনা গুৰুৱে কাপোৰ বোৱায় আৰু বুঢ়ীয়ে ভুল ধৰে; বুঢ়ী বৰ পাৰ্গত। পাছত গুৰুজনে কাপোৰখন জপাত ভৰাই থ'লে।

**১-২০-৪৪** : বনুৱা সাই আতৈয়ে গুৰুজনাৰ গৰু এগোহালি ৰাখে। গৰু চৰাবলৈ গৈ তেওঁ শুদা হাতেৰে নাহে; খৰি. পাত, মাছ, শাক , কচু, ঢেঁকীয়া, তেঙা আনি গুৰুজনাক দিয়ে আৰু ভকতসকলকো দিয়ে। আতৈয়ে গৰুক মহ-ডাহে, জোকে খালে শুশ্ৰূষা কৰে, সিহঁতক ঘাঁহ-পানী দিয়ে। গুৰুজন আৰু আতৈসকলে যোনে যি খায় সাই আতৈকো দিয়ে আৰু তেওঁ খায়। আতৈয়ে দিনত এসাজ খায় আৰু বাকী সাজৰ বস্তু সমূহত থয়। এদিন মাজনিশা বৰ আন্ধাৰ, বৰষুণ পৰি আছিল; বাট পথো বোকাময় আৰু জঙঘলেৰে ভৰা। গুৰুজনে আতৈৰ মন বুজিবৰ ইচ্ছা কৰি ক'লে,“সাইৰাম, খিৰামৰলৰ পৰা পাণ কিছু আনা,বটাত পাণ নাই।” আতৈয়ে বাৰু বুলি শলাগিলে। আতৈয়ে তেতিয়াই মৰলৰ ঘৰলৈ গ'ল। বাটত তেওঁ এটা বাঘৰ মুখামুখি হ'ল। আতৈয়ে বাঘক ক'লে,“বোপা, তোমাকো ঈশ্বৰ পুৰুষে স্ৰজিছে আৰু ময়ো সেই পুৰুষৰ আজ্ঞাতে আহিছো, মোক কি কৰা, কৰা এতিয়া।” আতৈৰ কথাত বাঘ আঁতৰিল। কিছু দূৰ গৈ আতৈয়ে বৰ ডাঙৰ গাহৰী এটাৰ আগত পৰিল। আতৈয়ে গাহৰীকো আগৰ দৰেই ক'লে। গাহৰীও আঁতৰি গ'ল। আতৈয়ে পথাৰৰ মাজত মৰলৰ ঘৰটি পালে। মৰলে সেই ৰাতি আতৈক দেখি আশ্চাৰ্য্য- অদ্ভুত মানিলে। মৰলে আতৈক সুধিলে,“ এই নিশা কিয় আহিছা, কি হৈছে?” আতৈয়ে ক'লে,“ গুৰুজনে পাণ

বিচাৰিছে।" মৰলে আতৈক পাণ দিলে আৰু আতৈয়ে পাণ আনি গুৰুজনাক দিছে। গুৰুজনাই কথাটি জানি বৰ দুখ কৰি ক'লে," তোমাৰ মন বুজিবৰ বাবেহে কূটকৈ কথাটি কৈছিলো, তুমি মোক নুসুধিলাও আৰু এনেকৈ গৈ বৰ দুখ কষ্ট পালা।" গুৰুজনাই পৰম সন্তোষ পাই পুনৰ ক'লে," তোমাৰ জীৱৰ কুশল হ'ল, এই শৰীৰেৰে যাব পৰাৰ শক্তি তোমাৰ হ'ল।" সময়ত আতৈৰ আয়ুসৰ অন্ত হোৱাত উত্তৰায়ণৰ একাদশীৰ দিনাখন তেওঁ ভকতৰ দুৱাৰে দুৱাৰে ধূলা লৈ আৰু গুৰুজনাক প্ৰাৰ্থনা কৰি বিদায় লৈ নাম পাঠ গাই শুনি নাম ঘৰৰ চোতালত বহি ৰাম ৰাম বুলি কঠৰ সৈতে উৰি গ'ল। তাকে দেখি ভকতসকলে গ'ল গ'ল বুলি হৈ চৈ লগালে। হৈ চৈ শুনি গুৰুজনে বাহিৰলৈ ওলাই আহি চাই দেখিলে হয়, আতৈয়ে দৃষ্টিৰ দূৰত্ব পাইছে। গুৰুজনাই আতৈক চিঞৰি মাতিলে," হেৰা সাইৰাম, আহা যাওঁক।" গুৰুজনাৰ মাত শুনি সাঁই আতৈয়ে নামি আহি গুৰুজনাৰ চৰণত মূৰ থৈ সেৱা কৰিলে। গুৰুজনাই ক'লে," আতৈ, এনে হ'লে পাছলৈ ধৰ্মসেৱকৰ বাবে ই আৰ্হি হৈ ৰ'ব, দেহাটি ইয়াতে এৰি গ'লেহে ভাল।" তেতিয়া আতৈয়ে ৰাম কৃষ্ণক স্মৰণ কৰি গুৰুজনাৰ চৰণত শিৰ থৈ ঢুকাল। তাকে দেখি সকলোৱে আশ্চাৰ্য্য-অদ্ভুত মানিলে। গুৰুজনাই ভকতসকলক ক'লে," এয়াই সেৱা ধৰ্মৰ বল।" গুৰুজনাই আতৈৰ দেহটি নিয়াই দাহ সংস্কাৰ কৰিলে আৰু ভকতক শৰাই সিধা দি জলপান কৰালে।

**১-২০-৪৫** : এদিনাখন ৰামৰাম গুৰু, মাধৱদেৱ, ঠাকুৰ আতা, বলোৰাম আতৈ, শ্ৰীৰাম আতা, পৰমানন্দ আতৈ, গোবিন্দ আতৈ, জাতিৰাম আতৈ, কালিৰাম আতৈ আৰু বাকলিপো ৰাম আতৈ এই সকলে নিশা জুৰ পৰত গুৰুজনাক সুধিছে," বাপ, এই ধৰ্ম বস্তু ক'ত ৰ'ব পাছলৈ?" গুৰুজনে ক'লে," এই ধৰ্ম বস্তু মোৰ মাধৱত, মোৰ নাতি আৰু তেওঁলোকৰ আজ্ঞা দহ বাৰজনলৈ ধৰিব। তেওঁলোকৰ জ্ঞান শিক্ষা বোধ লৈ অনেকে তৰিব আৰু আনকো তৰাব।" গুৰুজনাই মাধৱদেৱক ক'লে," অ' মাধৱ, আৰু পূব দেশৰ পৰা দুজন ব্ৰাহ্মণ মোৰ পাছত আহিব, আঁঠু পৰাই তেওঁলোকক জ্ঞান ক'বা। তেওঁলোকে আশ্ৰম-নিৰাশ্ৰম ভাগৱতী ধৰ্ম প্ৰৱৰ্ত্তাই জীৱ নিস্তাৰিব। ধূঁৱাহাটত বেল গছৰ মদনমোহনৰ

মূৰ্ত্তি থৈ আহিছো, কথাটি তেওঁলোকক ক'বা। তেওঁলোকৰ জ্ঞান লৈ অনেক শাখা বাঢ়িব। দামোদৰৰ পৰাও আজ্ঞা লৈ দহ বাৰজনে প্ৰৱৰ্ত্তাব ভাগৱতী, অন্তৰঙ্গা ভক্তি ধৰ্ম। উজনিৰ পৰা আৰু এজন আহি নিজে শুদ্ধ একশৰণ ধৰ্মত চলি অনেকক ধৰ্ম ধৰাব আৰু মহাজ্ঞান দি অনেকক নিস্তাৰ কৰিব। আৰু সেই শুদ্ধ ধৰ্ম লৈ অনেকে তৰিব।

**১-২০-৪৬** : আৰু গুৰুজনাই গীত ৰচনা কৰি গোটাই লিখিলে; বাৰ কুৰি গীত হ'ল। কমলা বায়নে নিলে সেই গীত মুখস্থ কৰিবলৈ। চ'ত মাহত বনপুৰা জুইত বায়নৰ ঘৰ পুৰাত গীতবোৰ পুৰিলে।[৮] গুৰুজনাই মাধৱদেৱক ক'লে,"বঢ়াৰপো, অনেক শ্ৰম কৰি গীতখিনি কৰিছিলো, জুয়ে পুৰিলে; তুমি গীত কিছু ৰচনা কৰা, মই গীত নকৰো আৰু।" তেতিয়া মাধৱদেৱে গুৰুৰ বাক্য ৰাখি গীত ৰচনা কৰিছে। আতৈসকলৰ মুখত ৰোৱা গুৰুজনাৰ গীতৰ আগ গুৰি ৰাখি ৰিহাত গাঁৰি দিয়াদি মাজত যোগ দি মাধৱদেৱে ৰচনা কৰিলে নকুৰি এঘৰটা বৰগীত চোৰ চাতুৰি আদি ছয় ৰসৰ।[৯]

(চ)

**১-২০-৪৭** : বছৰৰ শেষত বৃন্দাবনী বস্ত্ৰ সোধাবলৈ বেহাৰলৈ গৈছে গুৰুজনে। তেৰাই বেহাৰ গৈ পাই ৰাতিটো বাহাত বৈ ৰাতিপুৱা নাম পাঠ কৰি গ'ল দেৱানৰ ঠাইলৈ। দেৱানে তামোলৰ শৰাই আগবঢ়াই সেৱা কৰি গুৰুজনাৰ বাৰ্ত্তা সুধিছে। দেৱানে সুধিলে," বাপ, কাপোৰখন হ'লনে?" গুৰুজনে ক'লে,"হ'ল, আনা হৈছে।" পাছত গুৰুজনে দেৱানক হবিচে ৰাখি গৃহৰ অভ্যন্তৰত চাং-ঢাৰি পাতি বস্ত্ৰখন পাৰি মেলাই সোণৰ মাৰিৰে যাৰ যি ৰূপ দেৱানক চিনালে। বস্ত্ৰত বৃন্দাবন, বাৰেবন, গোকুল, মথুৰা, দ্বাৰকা, গোবৰ্দ্ধন, যমুনা-হ্ৰদ, দশ অৱতাৰ, গোপ-গোপী, ধেনু-বৎস, গোপ শিশু সকলো দেখি দেৱানে আশ্চাৰ্য্য- অদ্ভুত

(৮) কমলা বায়নৰ ঘৰ তাঁতীকুছিত (বৰপেটা) আছিল। পোৰা বৰগীতৰ মাজৰ পৰাই গুৰুজনাৰ পয়ত্ৰিশটা গীত উদ্ধাৰ কৰা হয়। গুৰুজনাৰ বৰগীত পোৰা ঘটনাটি অসমীয়া সাহিত্য-সংস্কৃতি জগতৰ এটা অতি মৰ্মান্তিক দুখজনক ঘটনা।

(৯) গাঁৰি দিয়া ৰিহা . ৰিহা, তিৰোতা মানুহে চাদৰৰ তলত পিন্ধা চাদৰতকৈ কিছু সৰু আকৃতিৰ বস্ত্ৰ। সেই বস্ত্ৰখনত তাৰ ৰঙৰে কিছু ঘন ৰঙৰ, যাক ওচৰৰ পৰা চালেহে ধৰিব পাৰি, তেনে ৰঙৰ দৰি টানি কৰা চোক ঘৰ থাকে। তাকে গাঁৰি দিয়া কোৱা হয়। আজিকালি কম ব্যৱহাৰ হোৱা তেনে ৰিহাৰ সৌন্দৰ্য্য বৰ মোহনীয়।

মানিলে। যুৱৰাজে পৰম সন্তোষ পাই টকা একশ, চাৰিটি সোণৰ টকা, এযোৰ বস্ত্ৰ আৰু তেওঁ দিগ্‌বিজয কৰোঁতে পোৱা যুধিষ্ঠিৰৰ যজ্ঞৰ বাসুদেৱৰ মূৰ্ত্তি গুৰুজনাক উপহাৰ দিছে। দেৱানৰ একশ গৰাকী পত্নীয়ে টকা এক শ আৰু বস্ত্ৰ এখন দি গুৰুজনাক সেৱা কৰিলে। গুৰুজনে বস্ত্ৰখন সামৰি থ'লে। দেৱানে গুৰুজনাক ক'লে, "বাপ, ৰজাকো বস্ত্ৰখন দেখুৱাব নি।" নৰনাৰায়ণ ৰজাই কথাটি শুনি গুৰুজনালৈ খবৰ পঠালে," গুৰুজনে আহক বস্ত্ৰখন লৈ।" গুৰুজনে ৰজাৰ ওচৰলৈ গৈ ৰজাৰ গৃহৰ ভিতৰত চাং পাতি কাপোৰ পৰাই তাত বস্ত্ৰখন মেলি আগৰ ক্ৰমে দৃশ্যবোৰ দেখুৱালে। ৰজাই বস্ত্ৰখন দেখি বৰ বিচুৰ্ত্তি খাই ক'লে,"এয়া কি মানুহৰ কাৰ্য্য! সাক্ষাত সেই কৃষ্ণ, সেই বৃন্দাবনহে আৰু আছে গো-বৎস-ধেনু।[১০] ৰজাই গুৰুজনাক অনেক টকা বস্ত্ৰ বস্তু ভাৰ-সাঙ্গী কৰি দিলে। ৰজাৰ ৰাণীসকলেও গুৰুজনাক অনেক উপহাৰ দিছে। গুৰুজনে বস্ত্ৰখন সামৰি ৰজাৰ তাত থৈ আহিছে। ৰজাই পৰম সন্তোষ পাই গুৰুজনাক ঈশ্বৰ মানি মোৱামাৰিৰ পশ্চিমে, মানচৈৰ দক্ষিণে, তেৰেচাৰ উত্তৰে, ভেলাৰ পূবে চাৰি সীমা কৰি দুশ বিঘা মাটি নানকৰ, ব্ৰহ্মোত্তৰকৈ গুৰুজনাক দিলে। সেই মাটি বিলৰ সৈতে ঘৰ বাৰী, শস্যৰে সৈতে খেতি পথাৰ গুৰুজনাক দিছে। গুৰুজনে তালৈ গৈ ভেলাৰ পাৰত থাকিল।

**১-২০-৪৮** : আৰু মাধৱদেৱে সপোনত নিৰ্দ্দেশ পাই বেহাৰলৈ গৈছে। বেহাৰ পাই তেওঁ মোৱামাৰি নৈত গা শুদ্ধি কৰিছে, মাটি-পানী লৈছে। আতৈ বাকলি ৰাম মাধৱদেৱৰ লগতে আছিল। এনেতে পূৰ্ণভদ্ৰা গঙ্গা তীৰৰ পৰা বাগী আৰু শঠা নামৰ দুজন ব্ৰাহ্মণ আহিল। তেওঁলোকে অনেক পুৰাণ, ভাৰত, সংহিতা, তন্ত্ৰ শাস্ত্ৰ লৈ গুৰুজনাৰ লগত তৰ্ক কৰিবলৈ আহিছিল।

তেওঁলোকে নৈত নাও নাপাই মাধৱদেৱক সুধিলে," হেৰা, শঙ্কৰৰ ওচৰলৈ যাব লাগিছিল, কেনেকৈ নৈ পাৰ হওঁ।" মাধৱদেৱে ক'লে," যদি গুৰুজনাৰ লগত তৰ্ক কৰিবলৈ আহিছা পানী অথাউনি হ'ব আৰু যদি গুৰু মানি আহিছা, পানী আঁঠুৰ তল হ'ব।" তেওঁলোকে পানীত নামি চালে নদীখন বৰ দ।

(১০) বৃন্দাবনীযা বস্ত্ৰৰ এক অংশ বৃটিচ মিউজিয়ামত সংৰক্ষিত হৈ আছে। তাৰ ৰূপ-সৌন্দৰ্য্য দেখিলে আজিও লোকে বিচুৰ্ত্তি খায, বিমোহিত হয়। বৃন্দাবনীয়া বস্ত্ৰ ভাৰতৰ জাতীয় ঐতিহ্য হোৱাৰ যোগ্য।

পাছত গুৰুজনাক গুৰু নিশ্চয় কৰি পানীত নামি চালে পানী একাঁঠু হ'ল। তেওঁলোকে নদী পাৰ হৈ নৈৰ পাৰত শাস্ত্ৰবোৰ কাটি উটুৱাই দিলে। মাধৱদেৱে তেওঁলোকক লগত আনি গুৰুজনাক ভেটাই দিলে। গুৰুজনে মাধৱদেৱক ক'লে," বঢ়াৰপো, মই থাকো আঁৰ হৈ আৰু তুমি দেখুৱাই দিয়া।" দুয়োজন ব্ৰাহ্মণে নিশা হৰিচে থাকি পুৱা গুৰুজনাৰ ওচৰত ধৰ্ম লৈ গৈছে। তেতিয়াৰে পৰা নদীৰ পাৰৰ সেই ঠাইৰ নাম " কাকত কুটা" হ'ল।[১১]

**১-২০-৪৯** : চিলাৰায় দেৱানে গুৰুজনাক প্ৰাৰ্থনা কৰিলে ৰামায়ণৰ নাট ৰচনা কৰিবলৈ। গুৰুজনে এক ৰাতিতে ৰামায়ণৰ নাট, সূত্ৰ, গীত, ভটিমা, কথা ৰচনা কৰি দেৱানক শুনালে।[১২] তাকে দেখি-শুনি আৰু গুৰুজনাৰ ঐশ্বৰিক শক্তিত দেৱানে আশ্চৰ্য্য-অদ্ভুত মানিলে। দেৱানে একশ গৰাকী পত্নীক হৰিচে ৰাখি টকা বস্ত্ৰ দিয়াই গুৰুজনাক সেৱা কৰাইছে আৰু নিজেও সেৱা কৰিছে। গুৰুজনে তাতেই নিজৰ লিখনিৰ অন্ত কৰিছে আৰু নাটকৰ পয়ানৰ পদ্য শ্লোকত চন তাৰিখ দিছে; যথা—" শ্ৰীশঙ্কৰ, ক্ষিতি, তুৰঙ্গ গুণেন্দু শকে, জাতো হৰি পদং খ বিলা বিধু চন্দ্ৰে ইতি ১৪৯০।।

(ছ)

**১-২০-৫০** : গুৰুজনাই তিনি পষেক বেহাৰত থাকি ৰজা আৰু দেৱানৰ পৰা বিদায় লৈ উজাই আহি পাটবাউসী পালে। মাধৱদেৱ আৰু ঠাকুৰ আতাই পাটবাউসীলৈ গৈ গুৰুজনাক সেৱা কৰি খবৰ সুধিছে। গুৰুজন অহা শুনি হেৰমেশ্বৰ ৰজাই ভকত পঠালে প্ৰাৰ্থনা কৰি গুৰুজনাক নিবলৈ। গুৰুজনাই ক'লে,"মাধৱ, তুমি যোৱা আৰু নাৰায়ণ ঠাকুৰেও যাওঁক। ঠাকুৰে ক'বা বিষয়ৰ

---

(১১) · আন চৰিত পুথিত ঘটনাটো অন্য ধৰণে আছে।—

গুৰুজনাৰ বিৰুদ্ধে নৰনাৰায়ণ ৰজাক খল দিয়া ব্ৰাহ্মণসকল ৰাজসভাত গুৰুজনাৰ লগত হাৰিলত ৰজাই খং কৰি তেওঁলোকৰ পুথি শাস্ত্ৰবোৰ কাটি আনি তেৰেচা নৈত উতাই দিবলৈ চিপাহীক হুকুম দিলে। চিপাহীয়ে সেইমতে পুথি শাস্ত্ৰবোৰ গোটাই একগোট কৰি নৈৰ পাৰলৈ নি কাটি নৈত উতাই দিয়ে। তাৰ পাছতে নৈখনে সেই সুঁতি সলাই আন ফালেৰে গতি কৰে। সেই মৰা সুঁতিটো আজিও আছে আৰু ঠাইখনৰ নাম তেতিয়াৰে পৰা কাকতকুটা হয়। ( বৰ-চৰিত দীননাথ বেজবৰুৱা।)

(১২) সেই নাটখন আছিল " ৰাম বিজয় নাট"। চিলাৰায়ে নটুৱাৰ দ্বাৰা নাটখন অভিনয় কৰায়। গুৰুজনাৰ সেইখনেই শেষ ৰচনা। (শঙ্কৰদেৱ মহেশ্বৰ নেওগ।)

মতে আৰু মাধৱে পৰমাৰ্থ বুজাবা; দুয়োজন সখি যোৱাহঁক।” তেতিয়া মাধৱদেৱ আৰু ঠাকুৰ আতাই  গুৰুজনাৰ চৰণ সাৱটি সেৱা কৰি পদ ধূলি লৈছে আৰু গুৰুজনে আশীৰ্বাদ দিছে “ ভৃত্যক নেৰিবা” বুলি। দুয়োজন সখিয়েকে গৈ হেৰমেশ্বৰ ৰজাক মহাজ্ঞান কৈ বন্ধ মন মুকলি কৰি ক'লে,“ গুৰু ধৰ্মৰ সন্মুখ হ'লে সম, দয়া, ক্ষমা আদি ওঠৰটা লক্ষণ আৰু এঘাৰটা ভাগ্য হ'ব লাগে।” ৰজাই ভকত হৈ মাধৱদেৱ আৰু ঠাকুৰ আতাক এপষেক ৰাখি পঠাইছে।(১৩) দুয়োজন সখিয়ে  আহি পুনৰ গুৰুজনাক সেৱা কৰিলে।

**১-২০-৫১** : ঠাকুৰ আতাৰ চাৰিজন পুত্ৰ আৰু কন্যা পাঁচজনী। এদিন গুৰুজনাই আতাক সুধিছে,“ নাৰায়ণ, তোমাৰ সন্তান কেইটি?” আতাই ক'লে,“বাপ, পৰমানন্দৰ মাকেহে  জানে।” পাছত গুৰুজনে আতাৰ ভাৰ্য্যাক কথাটি সুধিলে। আয়ে ক'লে,“ বাপ, হিচাপ নাপাওঁ, নল ঢাৰিত শোৱাই থওঁ আৰু কান্দিলে বিচাৰ লওঁ।” গুৰুজনে হাঁহি মাৰি ক'লে,“ গাহৰিৰ পোৱালীৰ দৰেঁ হৈছে।”

**১-২০-৫২** : এদিন বৰশী বাই আহি ঠাকুৰ আতাৰ পত্নী আয়ে আতাক সুধিছে,“ আপোনাৰ ভকতলৈ স্নেহনে, মোত স্নেহ?” আতাই ক'লে, “তুমি কি মোক এই সংসাৰলৈ টানা, সেৱক বস্তুহে পৰলোকৰ সখা, সহায়।” আয়ে ক'লে,“নৈটা, কিয় এনে মিছা কথা কোৱা?”[১৪] আতাই তাতে মনোকষ্ট পাই গৈ গুৰুজনাক সেৱা কৰি কথাটি ক'লে,“ বাপ, পৰমানন্দৰ মাকে আজি মোক এনেকৈ ক'লে, গালি পাৰিলে জাতত ধৰি।” তেতিয়া গুৰুজনে আইক মতাই নি সুধিলে,“ মোৰ নাৰায়ণক এনেকৈ বুলিলা কিয়?” আয়ে গুৰুজনালৈ তামোল পাণৰ শৰাই আগবঢ়াই ক'লে,“বাপ, ভকতলৈ তেখেতৰ বৰ দয়া বুলি মিছাতে কয়। মোৰ এই কেঞা আঙুলিত তেখেতে একশ টকা ভাঙি সোণৰ আঙুঠি গঢ়াই দিছে, তাৰে আধাখিনি ভকতক দি সেৱা ধৰিলে দেখোঁ হ'লহেতেন, দাসীৰ

---

(১৩) ইযাত ভকত হোৱা কথাটিয়ে ৰজাই শৰণ হোৱা বুজোৱা নাই। ৰজাই তেওঁক শৰণ দিবলৈ মাধৱদেৱক অনুৰোধ কৰাৰ কথাটি আমি পিছৰ অ্ধ্যায়ত পাম।

(১৪) নৈটা নটি শব্দৰ পুলিঙ্গ ৰূপ (বৰপেটাৰ কথিত ভাষাত)। নিন্দা ভাবত নটি শব্দই বেশ্যাক বুজায়, এতেকে নৈটা শব্দই তেনে আচৰণৰ পুৰুষক বুজাইছে।

এইখিনিয়ে দায়।" গুৰুজনে ক'লে," নাৰায়ণ, পত্নীৰ উত্তৰে তোমাক হৰালে, মই এতিয়া কি বুলিম?" পিছদিনা ঠাকুৰ আতাই ঘৰৰ সোণ, ৰূপ, তাম, কাঁহ,, বস্ত্ৰ, গৰু, ম'হ সকলো গুৰুজনাৰ তাত নি গুৰুজনাক সোধালে। গুৰুজনে সেইবোৰ তিনি ভাগ কৰি এভাগ সেৱকৰ, এভাক ৰজাৰ বাবে ৰাখি বাকী এভাগ ভাৰ্য্যা-পুত্ৰৰ বুলি কৈ আতাক দি পঠাইছে।

**১-২০-৫৩** : এদিনাখন গুৰুজনা, মাধৱদেৱ, ঠাকুৰ আতা, শ্ৰীৰাম আতা, বলোৰাম আতৈ আৰু পৰমানন্দ আতৈ এই সকলে বহি মহা প্ৰেমানন্দ সুখত চিৰা ভোজন কৰিছিল। তাকে দেখি চন্দৰী আয়ে সংশয় কৰি মনতে ক'লে,"এনে অধৰ্ম কিয় কৰে? ধৰ্মৰ এনে ৰূপ ক'তো দেখা-শুনা নাই।" আয়ে এনে চিন্তা কৰি ৰাতিপুৱা কাঁহী সাতখন ধুওঁতে কহুৱা ফুল এটি সাতখন কাঁহীৰ মাজেৰে মাৰি পঠালে এই বুলি," সেয়া যদি ধৰ্মহি, জীৱই ইয়াক ধৰি, আচৰণ কৰি এই সাতখন স্বৰ্গ ভেদ কৰি বৈকুণ্ঠ পাব আৰু অধৰ্ম হ'লে সংসাৰত ৰ'ব।" ফুলটি সাতখন কাঁহীৰ মাজেৰে সৰকি গ'ল। গুৰুজনে ভাত খাওঁতে কাঁহীৰ ৰন্ধ্ৰত হাত লাগি ক'লে," ৰামানন্দৰ মাক, এয়া কিহৰ ৰন্ধ্ৰ?" তেতিয়া চন্দৰী আয়ে গুৰুজনাৰ আগত আঁঠু লৈ সকলো ক'লে। গুৰুজনাই ক'লে," অ' তুমি ভূলোকত পৰি ভু হেৰালা, এওঁলোক, তুমি আৰু মোৰো চিন হেৰুৱালা; ইয়াতো মায়া দেখা।"

**১-২০-৫৪** : গুৰুজনে হৰিচৰণ ঠাকুৰলৈ ৰামচৰণৰ ভনীয়েক উৰ্মিলাক জোৰণ পিন্ধাইছিল। তেৰা বৈকুণ্ঠগামী হোৱাৰ এঘাৰ বছৰ পাছত হৰিচৰণৰ সোতৰ বছৰ বয়স আৰু উৰ্মিলাৰ পোন্ধৰ বছৰ বয়সত বিবাহ হৈছে। পুৰুষোত্তম ঠাকুৰতকৈ খুৰাক হৰিচৰণ সাত বছৰত ডাঙৰ। এনেকৈ গুৰুজনে অনেক লীলা কৰিছে।

**১-২০-৫৫**: এদিন ভকতসকলে নাম গাওঁতে গুৰুজনে কীৰ্ত্তন ঘৰৰ চতিত হাত থৈ ঘোষা মাতিছে—

বিধিৰ কিঙ্কৰ তেজি ভকতি,
গাওঁ হৰি যশ নিৰ্মল মতি।
লৈও এক মাত্ৰ সাধু সঙ্গতি,
তেৱেহে নিৰ্মল হৈব মতি।।

**১-২০-৫৬** : পিছদিনা সুমথিৰা পোহাৰীয়ে মাছ নিদিওঁ বুলি গুচি গ'ল।

তেতিয়া সকলো ভকতৰ চিন্তা হৈ গুৰুজনাক কথাটি সুধিছে। গুৰুজনে ক'লে,"ৰামানন্দৰ মাকেহে জানে ইয়াক।" ভকতে আই গোসাঁনীক সোধোতে ক'লে," বঢ়াৰপোৰ তালৈ যোৱা।" তেওঁলোকে মাধৱদেৱক ধৰিলে। মাধৱদেৱে ক'লে," গুৰুজনেহে সকলোৰে পিতৃ, তেৰাইহে জানে এই কথা।" ভকতসকলে এনেকৈ পাঁচবাৰ অহা যোৱা কৰিলে। তাৰ পাছত দুয়োজন গুৰুৱে ধৰ্ম চাণ্ডত লগ হৈ চৈধ্য পাৰিষদৰ পৰা জয়-বিজয়লৈকে আৰ্হি কৈ দুয়োজনে অমৃত ভাণ্ড মেলি অমৃত পান কৰাইছে ভকতসকলক অলপো লৰচৰ নকৰাকৈ ৰাখি। আৰু বলোৰাম আতৈক আন ঠাইলৈ পঠাই সেৱা সুখৰ আৰ্হি , গতি দেখুৱাইছে।

**১-২০-৫৭** : এইদৰে গুৰুজনাই ধৰ্ম বস্তুত প্ৰৱৰ্ত্তি, ধৰ্ম বস্তু প্ৰৱৰ্ত্তাই জীৱক কৃপা কৰি পৃথিবীত থৈ পৃথিবী এৰি বৈকুণ্ঠলৈ যাবলৈ ইচ্ছা হ'ল। আগদিনা গুৰুজনাই শ্ৰীৰাম আতাক পঠালে মাধৱদেৱৰ ওচৰলৈ এই বুলি কৈ," মাধৱক ক'বাগৈ, মই কালি তাতে থাকিম, মাধৱে ঠাই পানীৰ ব্যৱস্থা কৰিব।" পিছদিনা গুৰুজনে নাওত উঠি যাত্ৰা কৰি গৈ গণককুছি পালে। মাধৱদেৱে আগবাঢ়ি আহি গুৰুজনাক নাওৰ পৰা তুলি নিছে। গুৰুজনাক ৰামানন্দ ঠাকুৰৰ সৈতে বহুৱাই মাধৱদেৱে গুৰুজনাৰ অভয় পদত সেৱা কৰিলে। গুৰুজনাই ক'লে,"মাধৱ, আজি তুমিয়ে চাউল সিজোৱা।" মাধৱদেৱে ক'লে," বাপ, সিজাব নোৱাৰিম।" গুৰুজনাই ক'লে," যোৱা সিজোৱাগৈ।" মাধৱদেৱে ক'লে," বাপ, আপোনাৰ বংশত পৰিয়াল অনেক, আপুনি মোৰ হাতাৰে খালে তেওঁলোকেও ক'ব," গুৰুজনাই তোমাৰ হাতেৰে ভোজন কৰি গৈছে, এতেকে আমাৰো চাউল সিজোৱা।" আৰু তেওঁলোকক চাউল সিজাই দিলে ক'ব," আমাৰ হাতেৰেও তুমি খোৱা।" তেতিয়া ময়ো তেওঁলোকৰ হাতেৰে খাব লাগিব। আকৌ আপুনি জ্ঞাতি, মিত্ৰ,বন্ধু কাৰো হাতেৰে নাখায় আৰু তেতিয়া তেওঁলোকে মোক নিন্দা কৰি ক'ব," সি উদাসীন কেনেকৈ উত্তম হ'ল? আমি তাতকৈ হীননে?" এতেকে হে বাপ, মোক নধৰিব; আপোনাৰ চৰণত ধৰিছো। ৰামানন্দ ঠাকুৰে চাউল সিজাওঁক, মই আলপৈচান ধৰো।" তেতিয়া ৰামানন্দ ঠাকুৰে চাউল সিজালে আৰু গুৰুজন আৰু মাধৱদেৱে মহা প্ৰেমানন্দ খেলা সুখত ভোজন কৰিলে। মুখশুদ্ধি কৰি উঠি দুয়োজন গুৰুৱে একে শয্যাতে শয়ন কৰিলে। দুয়োজন গুৰুৰ

এনে ভাব দেখি ৰামানন্দ ঠাকুৰে আশ্চাৰ্য্য-অদ্ভুত মানিলে। মাধৱদেৱে গুৰুজনাৰ ভৰিত তেল টেঙা মালিচ কৰি প্ৰাৰ্থনা কৰিছে আৰু গুৰুজনে বাৰ নাম চৰ্চা কৰি কৈছে পুত্ৰ, নাতি, পৰিনাতি, পত্নী, বোৱাৰী,কন্যা, ভক্ত,যাদৱ,পাণ্ডৱ, গোপ, গোপী, ঋষি,ৰজাৰ কথা আৰু পৃথিবী, পাতাল সকলোৰে কথা কৈছে গোটেই নিশা। গুৰুজনে নিজৰ শক্তি,ভক্তি, বল, পৰাক্ৰম সকলো মাধদেৱৰ তাত থৈ ভাণ্ড ভাঙি অমৃত বাকি পান কৰাই মাধৱদেৱৰ জন্ম-মৃত্যুৰ হাত সৰালে। পিছদিনা পুৱাতে গুৰুজনাই শৌচ শুদ্ধি কৰি কৃষ্ণ সেৱা, নাম পাঠ, ভোজন কৰি মুখশুদ্ধি কৰি ঠাকুৰ আতাক ক'লে," নাৰায়ণ, নাওখনত তুমি বস্তু সামগ্ৰীবোৰ তুলি দিয়া।" নাৰায়ণ দাস আতা পূৰ্বতে বেহা বেপাৰ কৰা লোক, সেয়ে সেই সকলো কথাৰ তেওঁ ভু পায়। আতাই নাওখনত য'ত যি দিব লাগে সকলো দিলে, হ'ল। আতাই গৈ গুৰুজনাক ক'লে,"বাপ, বামুণ এজনে আমাৰ সৰু পুথি এখন লৈছে, আমাৰ শাস্ত্ৰখনৰ অনেক শ্লোক তেওঁ ল'ব।" মাধৱদেৱে গুৰুজনাক নৈৰ ঘাটৰ পাৰলৈ আগবঢ়াই থৈ গুৰুজনাৰ অভয় পদত পৰি বহুত কান্দিলে। গুৰুজনে মাধৱদেনক সাৱটি তুলিলে। মাধৱদেৱৰ চকুলোৰে গুৰুজনাৰ চৰণ তিতি গ'ল। ঠাকুৰ আতা প্ৰমুখ্যে সকলো ভকতে বৰ দুখ কৰি কান্দি কান্দি ক'লে," বাপ, পতিব্ৰতা স্ত্ৰীৰ স্বামীহে জীৱ প্ৰাণ, আপোনাক নেদেখি আমি কেনেকৈ ৰ'ম?" স্তুতি প্ৰাৰ্থনাতে সকলো ভকত বিহ্বল হ'ল। তেতিয়া কৃপালু গুৰুৱে তাতে ভকতৰ থাকিবৰ স্থান স্থিতি দেখুৱাই দিছে। আৰু গুৰুজনে ৰূপ, সোণ, কাঠ, মৌ, তিনি ভাৰবাহী, গুৰু আৰু আলিৰ তিনিটা দৃষ্টান্ত কৈ সকলোকে সান্ত্বনা দিছে। গুৰুজনে মাধৱদেৱক ক'লে,"বঢ়াৰপো, সকলো ভকতক প্ৰতিপাল কৰিবা।" আৰু গুৰুজনে ভকতসকলক ক'লে,"তোমালোকে মাধৱক শ্ৰদ্ধা-প্ৰীতি কৰি মই বুলি মানিবা মই নাহো মানে।" গুৰুজনে মাধৱদেৱক পুনৰ ক'লে,"মাধৱ, মোৰ পাছত ঘোষা নামে প্ৰেম ভক্তিৰ শাস্ত্ৰ এখন ৰচনা কৰিবা। ই যেন ৰৌ বৰালিৰ পৰা আৰম্ভ কৰি দৰিকণাৰ বাবেও হয় আৰু তাত দহ হাজাৰ বৈকুণ্ঠৰ নাম দিবা।" এই বুলি কৈ নাও মেলি গুৰুজনাই ভটীয়াই গ'ল। ভকতসকলে এক দৃষ্টিৰে চকুৰ দৃষ্টিৰ দূৰত্বলৈ গুৰুজনাক চাই থাকিল, কৃষ্ণই মথুৰালৈ যাওঁতে যেনেকৈ গোপীসকলে চাইছিল দুখ মনেৰে।

**১-২০-৫৮** : গুৰুজনে সেইদিনা গৈ শূদ্ৰা নামেৰে পাটগিৰিৰ ঘৰত ৰৈছে। তাতে ৰামপুৰীয়া ভকতসকলে আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনে তেওঁলোকক ক'লে," তোমালোকে আজি সাৱধানে থাকিবা, বৈকুণ্ঠৰ পৰা নৌকাখন আহিব।" ভকতসকলে গুৰুজনাক সেৱা কৰি আনন্দ মনেৰে ঘৰলৈ গ'ল। ৰাতি ভকতসকলে সাৰে থাকি নাও-বঠাৰ শব্দ শুনিছিল। তাৰ পৰা গৈ যোগীৰ ঘোপা নামে ঠাইৰ দুধনাথত নৈৰ পানীত কিবা বগা যেন দেখি গুৰুজনে ক'লে," মাছ নেকি, চোৱাইক।" ভকতে চাই দেখিলে কাতল মাছ, পানী খাই উখহিছে। ৰামানন্দ ঠাকুৰে ক'লে," তেনে মাছ নুতুলিবা, আমাক নালাগে।" ভকতে মাছটো তুলিলে। ৰামানন্দ ঠাকুৰে বাটত বকবকাই গৈছে মাছটোৰ বাবে। গুৰুজনাই ভকতক ক'লে," ভাল চাপৰি পালে নাওখন ৰাখিবা।" নাওখন খাগৰিকটা বালিত ৰখিলে। ভকতে ঠাই অঁতাই জাঁজি খৰি আনি টিঙিৰি মাৰি জুই জ্বলালে আৰু মাছৰ বাকলি গুচাই সৰু সৰু টুকুৰা কৰিলে। গুৰুজনে স্নান কৰি আহি চৌকাত জুই দি ৰামানন্দ ঠাকুৰক ক'লে," তুমি আজি থাকা, ময়ে চাউল সিজাওঁ।" গুৰুজনে এখন আঞ্জা মাছ, আদা আৰু খাৰেৰে ৰান্ধিলে আৰু আন এখন আঞ্জা জালুক হালধি দি মাছ-টেঙাৰ জোল কৰিলে। আঞ্জাৰ গোন্ধে আমোলমোলাই গ'ল। সকলোৱে ভোজন কৰিলে। ৰামানন্দ ঠাকুৰক গুৰুজনে কমকৈ মাছ দিছে। ঠাকুৰে মাছ খাই শেষ কৰিলে। গুৰুজনে ঠাকুৰক সুধিলে," আৰু মাছ দিমনে?" ঠাকুৰে ক'লে," দিয়া।" গুৰুজনে ক'লে," হো, তুমি দেখোঁ মাছটি তুলিবকে নিদিয়া।" ঠাকুৰে ক'লে," তেনে মাছ এনে হ'ব বুলি কোনে জানে।"

**১-২০-৫৯** : পিছদিনা গৈ গুৰুজনে কুমাৰগাৰিত ৰৈ তাৰ পৰা গৈ গদাধৰ নৈৰে সোমাই ভগামোৰাত ৰৈছে। তাৰ পৰা গৈ বিজয়পুৰত ৰৈ তেৰেচা নৈৰে উজাই ঘৰঘৰি মুখত ৰৈ পিছ দিনা গৈ কাকতকুটাৰ গুবাৰি ঘাটত ভক্তৰে সৈতে উঠিছে। ৰাতিপুৱা গুৰুজনে দেৱানৰ ঠাইলৈ গৈছে। দেৱানে আগবাঢ়ি আহি তামোল পাণৰ শৰাই আগবঢ়াই আদৰ সন্মান কৰি গুৰুজনাক নি সেৱা কৰি সুখ-দুখৰ বাৰ্ত্তা সুধিছে। কমলাপ্ৰিয়াই এযোৰ বস্ত্ৰ দি গুৰুজনাক সেৱা কৰি খবৰ বাতৰি সুধিছে। আৰু দেৱানে শ্ৰদ্ধা কৰি এযোৰ কাঁহৰ জালিকটা খৰম

গুৰুজনাক দিছে। গুৰুজনাই দেৱানক ক'লে,“এই যোৰ থোৱা।” পাছত দেৱানৰ কাতৰ অনুৰোধত গুৰুজনাই সেইযোৰ এদিন পিন্ধিছে। আগবেলা দেৱানৰ তাত বহি পিছবেলা গুৰুজনাই ৰজাৰ তালৈ গ'ল, সেয়া পূৰ্বৰ নিয়ম। ৰজাই গুৰুজনাক বহুৱাই আদৰ সন্মান কৰি খবৰ বাতৰি লৈছে। ৰজাই দুখন ডোলা দি গুৰুজনক ভক্তৰে সৈতে বাহালৈ পঠাইছে। গুৰুজনাই তেনেদৰে ৰজাৰ ওচৰলৈ অহা যোৱা কৰি আছে।

**১-২০-৬০** : এদিন ৰজাই গুৰুজনাক সুধিলে,“বাপ, ঈশ্বৰৰ চিন, লক্ষণ কেনে?” গুৰুজনাই ক'লে,“ চক্ৰাকৃতি মাথা, আকুঞ্চিত কেশ, নাক তিল ফুলৰ দৰে, ওঁঠ ৰঙচোৱা, বহল চকু, হাত আজানুলম্বিত।” এইদৰে ভৰিৰ প ৰা মূৰলৈ সকলো লক্ষণ গুৰুজনাই ক'লে। ৰজাই সুধিলে,“ বাপ, এই লক্ষণ কাৰ তাত আছে?” গুৰুজনাই ক'লে,“ পণ্ডিত ব্ৰাহ্মণত, ৰজাত, বিশিষ্ট উত্তম লোকত আৰু মহন্তত আছে।” ৰাজসভাত ব্ৰাহ্মণসকল আছিল। ৰজাই প্ৰতিজন ব্ৰাহ্মণক বহাৰ পৰা উঠিবলৈ কৈ চালে, প্ৰতিজনৰে মূৰ টেমেকা-টেমেকি, জোঙা-জুঙি, হাতো চুটি। গুৰুজনে ৰজাক ক'লে,“ মহাৰাজ, আপুনি উঠকচোন।” ৰজা উঠিলত গুৰুজনে ৰজাক চালে, ৰজাৰ গাত কিছু লক্ষণ আছে। ৰজাই গুৰুজনাক ক'লে,“বাপ, আপুনি উঠক।” ৰজাই গুৰুজনাক ভৰিৰ পৰা মূৰলৈ চালে আৰু ঈশ্বৰৰ লক্ষণ গুৰুজনাই যি যি কৈছিল সকলো মানে গুৰুজনাৰ গাত পালে। ৰজাই ক'লে,“ বাপ, ঈশ্বৰৰ চিন আপোনাৰ গাতে আছে বত্ৰিশ লক্ষণৰ সৈতে।” গুৰুজনাই ক'লে,“ মহাৰাজ, মই কি ঈশ্বৰ?” ৰজাই ক'লে,“ বাপ, বুজিলো, কণা হাঁহক পাতান দিয়াদি ঠগিব মোক নালাগে।” ৰজাই গুৰুজনাক পুনৰ ক'লে,“বাপ, আজিলৈ যাওঁক, কালি সোনকালে আহিব।”

**১-২০-৬১** : গুৰুজনাই নিশাটি বাহাত ৰৈ পুৱা স্নান, কৃষ্ণ সেৱা, নাম -পাঠ, ভোজন সমাপ্ত কৰি গ'ল ৰজাৰ ওচৰলৈ। ইফালে ৰজাই ছয় কুৰি ৰাণীৰ আটাইকে ক'লে,“ শ্ৰীশঙ্কৰ ঈশ্বৰৰ অৱতাৰ, ছদ্ম ধৰিহে মানুহৰ ভাব দেখুৱাইছে; এতেকে আজি হবিচে থাকি কালিলৈ গুৰুজনাৰ তাত শৰণ ল'বা। গুৰুজনাই গৈ পোৱাত আটায় ৰাণীয়ে এজনী এজনী কৈ আহি টকা-সিকা, ঢোপ গুৰুজনাৰ আগত থৈ গুৰুজনাক সেৱা কৰি গ'ল। তেওঁলোকে সেৱাহে কৰিলে, শৰণ-

গুৰুবাক্য নাপালে। গুৰুজনাই তাৰে এটি ঢোপ লৈ উঠি আহিল। ৰজাই গুৰুজনাক ক'লে," বাপ, কালিলৈ সোনকালে আহিব।" তাৰ পাছত ৰাণীসকলে নিজৰ নিজৰ ঢোপ তুলি নিলে আৰু প্ৰত্যেকেই নিজৰ ঢোপ পূৰ্বৰ দৰেই পালে। ৰজাই ৰাণীসকলক সুধিলে কোনোবাজনীয়ে দুটাকৈ ঢোপ আনিছিলে নেকি? ৰাণীসকলে অনা নাছিলে বুলি ক'লে। ৰজাই ক'লে," কাৰনো ঢোপ গুৰুজনাই নিলে?" ৰজাই পুনৰ ক'লে, "যাহওঁক, তেওঁ বঢ়াবও পাৰে আৰু টুটাবও পাৰে; যিজন নিজেই ঈশ্বৰ, ব্ৰজত যাক গোপীৰ দাম জৰীয়েও নুজুৰিলে, ইয়াত কি অদ্ভুত আছে?" তেতিয়া ৰজাই গুৰুজনাক গুৰু ভজিবলৈ মনতে নিশ্চয় কৰিলে।

**১-২০-৬২** : পিছদিনা গুৰুজনে ৰজাৰ ওচৰলৈ গৈ ৰাজচ'ৰাত বহিলত ৰজাই ক'লে," বাপ, মোক কৃষ্ণত শৰণ কৰাওঁক।" গুৰুজনে ক'লে," এই ধৰ্ম আপুনি কেনেকৈ ধৰিব, ৰাখিব?" ৰজা হ'লে দেৱ-দেৱী, ভূত-প্ৰেত, যোখিনী আদি পূজিব লাগে। ৰজাৰ নীতি প্ৰবৃত্তি মাৰ্গত, নিবৃত্তি মাৰ্গত এক দেৱত বাদে আন নাই। হে ৰজা, হিংসা ধৰ্ম আপুনি কেনেকৈ এৰিব? ৰজাৰ ধৰ্ম হাঁহ ছাগলী বলি কটা আৰু ৰাজ্য শাসন কৰা। এতেকে ৰজাৰ, স্ত্ৰীৰ আৰু কৰ্মকাণ্ডী ব্ৰাহ্মণ - এই তিনিৰ গুৰু মই নহওঁ।

" ৰাজ্য, স্বৰ্গভোগ আশাৰে ৰুধিৰে কৰ্ম কৰে।
সিয়ে যদি যায় স্বৰ্গলৈ, নৰকত কোনে পৰে?"

পশু হিংসা, ব্যভিচাৰত চলি ৰজাই সংসাৰ যাতায়ত,নৰক যাতনা আৰু জন্ম-মৃত্যুৰ হাত নেৰায় কল্প-প্ৰলযৰ সীমালৈকে। এতেকে ৰজাৰ একশৰণ নাই। আৰু স্ত্ৰীসকল মিছা-বেশ্যাত ৰত, পাপ কৰিও শপত খাবলৈ সাহস কৰে সিহঁতে; বাহিৰতহে শুৱনী ভিতৰি শুৱনী নহয়। দিব থ'ব পাৰিলে পতিক কয় ভাল ভাল,আৰু হাতৰ কাণৰ অলঙ্কাৰ নাপালে পতিক কয় বোকগুৱাৰ বাল।(১৫) সিহঁতৰ কি শৰণ?. কৰ্মকাণ্ডী ব্ৰাহ্মণসকলে শিশ্ন আৰু উদৰৰ অৰ্থে প্ৰেতক বেদ মন্ত্ৰেৰে যজি , দ্ৰব্য উচৰ্গি তাৰে অংশ আনি খায়, লয়। শ্মশান শালত ফুৰি সিহঁতৰ জাতি কুল ভ্ৰষ্ট হয়। আৰু মৰিও সিহঁতে প্ৰেতৰ লগত বলি খাই ফুৰে প্ৰেতৰ

(১৫) বোকগুৱাৰ বাল · বকনা গৰুৰ বাল, নিন্দা কৰা অৰ্থত ব্যৱহাৰ হৈছে।

ৰূপ ধৰি। প্ৰেতৰ অন্ন ৰসৰ ঔৰসত যি পুত্ৰৰ জন্ম হয়, সিওঁ পাপময় সংসাৰত যাতায়ত কৰি ফুৰে। সিহঁতৰ ভক্তিৰ লগত কি সম্বন্ধ? আৰু সিহঁতে শৰণ ধৰিব, ৰাখিব আৰু শৰণত ৰ'ব কেনেকৈ? এতেকে হে মহাৰাজ, এই তিনিৰ গুৰু মই নহওঁ। আপুনি ধৰ্মেৰে শাসন কৰি থাকক, শৰণৰ কথাত মোক আৰু নধৰিব।"[১৬] ৰজাই ক'লে," বাপ, ৰাজ্যভাৰ, দেৱ-দেৱী সকলো এৰি আপোনাক গুৰুমানি নিশ্চয়কৈ কৃষ্ণক ভজিম।"

**১-২০-৬৩** : গুৰুজনাই মনোকষ্ট লৈ ৰজাৰ পৰা আহিল। বাটত তেৰাই চিন্তা কৰিলে," দেহা এৰি পৰলোকলৈ নেযাওঁ মানে আৰু হাত সাৰিবৰ উপায় নাই।" ইয়াকে নিশ্চয় কৰি তেওঁ ঘৰ পালে। ইফালে ৰজাই হাত মুখ ধুই ব্ৰতত থাকিল। ৰামানন্দ ঠাকুৰে গুৰুজনাক পীৰা পানী দিলে। গুৰুজনে স্নান কৰি নাম-প্ৰসঙ্গ-পাঠ কৰি উঠি চাউল সিজাই ভোজন কৰি মুখশুদ্ধি কৰি ৰাতি বিছনাত শয়ন কৰিলে। মাজ নিশা, কোনোৱে দিনত বুলিও কয়; শোৱাৰ পৰা উঠি গুৰুজনে ক'লে," ৰামানন্দ, জুইত ফু দি চাকিটি জ্বলোৱা।" ৰামানন্দই চাকিটি জ্বলালে। ৰামানন্দই দেখিলে গুৰুজনে বৰ সাৱধানে পদ্মাসনত বহিলে। তেনেকৈ বহাৰ কাৰণ গুৰুজনাৰ কৰঙনত হোৱা ফোহাটো। গুৰুজনে ৰামানন্দক ফোহাটো দেখুৱাবলৈ গৈ তেওঁ বহাৰ পৰা হালি পৰিল। ঠাকুৰে গুৰুজনাক পাছৰ পৰা সাৱটি ধৰি ক'লে," পিতা, তোমাৰ দেখোঁ আজি কেনে লক্ষণ?" ৰামানন্দই পুনৰ ক'লে," পিতা, মই তোমাৰ পুত্ৰ নামতহে, তোমাৰ সৰ্বস্ব বস্তুৰ একোৱে নাপালো।" গুৰুজনাই ক'লে," বাপু, সোণা, ৰূপা, তামা. কাঁহা যত যি বস্তু তোমালোকলৈ থৈছো সকলো মাৰাৰ হাতত আছে।" ৰামানন্দই ক'লে," পিতা, মই মায়াময় দ্ৰব্যৰ কথা কোৱা নাই, সংসাৰৰ দ্ৰব্য সকলো যোনিতে পায়; তুমি যি বৈকুণ্ঠৰ বস্তু আনিছিলা, যাক পাই তিনিও ৰাজ্যৰ সেৱক চহকী হ'ল, তাৰেহে এটা কণিকাও নাপালো এই অভাগীয়াই।" গুৰুজনে তেতিয়া ৰামানন্দক সাৱটি ধৰি মূৰত চুমা খাই ক'লে," অ' মই বুজিছিলো তুমি মল-মূত্ৰৰ পথেৰেই জন্ম

(১৬) গুৰুজনাই নিজে জয়ন্তীৰ মধাই আতৈৰ দুই ভাৰ্য্যাক শৰণ দিছিল। গুৰুজনাই কি কি ভাব পৰিস্থিতিত স্ত্ৰীক শৰণ দিছিল বা দিয়া নাছিল সেয়া বিশ্লেষণ কৰি চাবলগীয়া। ইয়াৰ আগৰ অধ্যায়ত আমি পাই আহিছো যে কোনো কৰ্মকাণ্ডী ব্ৰাহ্মণে কৰ্মকাণ্ড ত্যাগ কৰিলে গুৰুজনে শৰণ দিছিল।

পালা বুলি, এনে ভাবিয়ে আছিলো। তোমাৰ আৰু মোৰ পিতা-পুত্ৰৰ সম্বন্ধ আজিহে ঘটিল। এতিয়া তুমি আৰু সেই বস্তু মোৰ পৰা নোপোৱা। মোৰ বল, শক্তি, পৰাক্ৰম সকলোখিনি থৈ আহিছো মাধৱত। মাধৱক মোৰ শিষ্য নুবুলিবা, তেওঁক গুৰু জ্ঞান কৰি সুধি ল'বা, সকলোখিনিয়ে পাবা। আৰু তুমি এবছৰ পাছত মোক লগ পাবা।" তাৰ পাছত গুৰুজনে এজন সৎ গোৱালৰ দৃষ্টান্ত দিছে।

**১-২০-৬৪** : এজন সৎ গোৱালে গোহালি ভালকৈ সাৰে মচে, আঁতায়, গো মূত্ৰ পেলায়, শুদ্ধ কৰি গৰুক ঘাঁহ খুৱায়, চৰায় মৰমকৈ আৰু বাট বিচাৰ কৰি দুই দুগুণ গাখীৰ পায়। বাণিজ্যত মূল ৰাখি লাভ খটালেহে লোক চহকী হয়। তেনেকৈ গুৰুৱে শুদ্ধ মনেৰে শিষ্যক ধৰ্ম ধৰায় আৰু নিজেও ধৰি দুয়ো পৰম্পদ বৈকুণ্ঠ পায়। অসৎ গোৱালে গৰু চৰাবও নাজানে, ঘাঁহ-পানীতো অশ্ৰদ্ধা, গোহালিৰ মহ-দাহ নেখেদে, মল-মূত্ৰ নেপেলায় আৰু দুবও নাজানে, এতেকে তেনে গোৱালে দুখী দৰিদ্ৰ, ঋণী হৈ পলায়। আৰু গুৰু-শিষ্যৰো মূলত দৃঢ়তা নহ'লে সংসাৰ যাতায়ত আৰু নৰক হয়। এতেকে কৃত্যই চিত্ত, ধনে ঘাঁহ-পানী, স্নেহ-শ্ৰদ্ধাই গোহালি, মহ-দাহ-মল-মূত্ৰই প্ৰীতি, সন্তই গৰু, সেৱক-শিষ্যই গো-পোৱালী, বুদ্ধিয়ে টেকেলী, চিত্তই জৰী, দুখে দুৱে পৰম তত্ত্ব গাখীৰ[১৭] আৰু সেই গাখীৰৰ পৰা ৰহস্য ঘী পায়, তাকে খাই বিক্ৰী কৰি জন্ম মৃত্যু সাৰি অজৰ অমৰ হৈ ৰয় জীৱ। দেহৰ গৰ্বত গৰুৰ কাণ নাক শিং খুৰাত দুলে ক'ত গাখীৰ পাব?" [১৮] গুৰুজনাই আৰু ক'লে," বলোৰাম আতৈক ক'বা, মোক চাৰি খোজ আগবঢ়াই থ'ব।"

**১-২০-৬৫** : এই বুলি কৈ গুৰুজনে ঘৰৰ পৰা ওলাই কীৰ্ত্তন ঘৰৰ দুৱাৰৰ ফালে মুখ কৰি আসনত বহিল। চাৰিওফালে ভক্তসকলে গুৰুজনাক আবৰি ধৰি আছে। চোতালত আহত গছৰ ছায়া দেখা গৈছিল ডাল পাতেৰে সৈতে জলমলাই থকা; কিন্তু গছডাল নেদেখি। আকাশত কিঙ্কিণীৰ ৰুণ-জুন শব্দ, নাম কীৰ্ত্তনৰ

(১৭) দুখে দুৱে পৰম তত্ত্ব গাখীৰ . দুখীজনেহে ঈশ্বৰৰ তত্ত্ব জ্ঞান বুজিবলৈ বেছি আকৃষ্ট হয়, এনে অৰ্থত।

(১৮) দেহৰ গৰ্বেৰে কাণ, নাক, শিং, খুৰাত দুলে ক'ত পাব গাখীৰ? — বিদ্যা, ক্ষমতা আৰু ঐশ্চৰ্য্যত গৰ্বীজনে গুৰুৰ পৰা জ্ঞান বিচাৰিব নাজানে আৰু তেওঁলোকৰ বাবে আধ্যাত্মিক জ্ঞান দুৰ্লভ হয়, এনে অৰ্থত।

ধ্বনি আৰু নাওৰ শব্দ; কিন্তু চালে নেদেখি। সকলোৱে আশ্চাৰ্য্য অদ্ভুত মানি চকুৰ ঠাৰেৰে চোৰা চুই কৰি সকলো চাই আছে তথা লাগি। গুৰুজনে আকাশলৈ চাই "পায়ে পৰি হৰি.....।" গীতটো গাই স্তুতি কৰি মাত লগাই ক'লে,"ভকতক এৰি কেনেকৈ যাওঁ? তোমালোকে যোৱাগৈ, মই সকলোকে তুলি লৈ যাম।" ৰামানন্দ ঠাকুৰক গুৰুজনে ক'লে, "মোক ইমানলৈকে তুলি ধৰা।" এই বুলি গুৰুজনে মালা জপ কৰি, ৰাম কৃষ্ণৰ নাম অবিচ্ছেদে লৈ আৰু মূল গোপনীয় ৰহস্য নাম লৈ নৰদেহা সম্বৰণ কৰিলে।

**১-২০-৬৬** : গুৰুজনাৰ জন্ম আলিপুখুৰীত। তাতে তেওঁ দুকুৰি আঠ বছৰ আছিল। পশ্চিমৰ তীৰ্থ ক্ষেত্ৰত বাৰ বছৰ, বটদ্ৰৱাত আঠ বছৰ, এই সকলো মিলি আঠষষ্ঠি বছৰ। ৰটাত ছয়মাহ, গাঙ্গমৌত চাৰে পাঁচ বছৰ, চাঙ্গিনি কোমোৰাকটাত ছয়মাহ আৰু ধুঁৱাহাট বেলগুৰিত চাৰে পোন্ধৰ বছৰ তেওঁ আছিল। গুৰুজনৰ তিনি কুৰি তেৰ বছৰ হোৱাত মাধৱদেৱৰ একুৰি বছৰত তেওঁ মাধৱদেৱক লগ পায়। গজলা সুঁতিত ছয়মাহ , মেচা ঘৰঘৰি পাৰত ঘৰ দি ৰজাই নিয়াত কপলাত ছয়মাহ, ভাটীয়নী পথত কুৰি দিন, চুণপুৰাত ছয়মাহ, কুমাৰকুছিত এবছৰ, পাটবাউসীত চৌধ্য বছৰ, গঙ্গা আৰু জগন্নাথত ছয়মাহ, এই সকলো মিলি মুঠ একশ ওঠৰ বছৰ গুৰুজনে ধৰ্ম ধৰি পৃথিবীত থাকি ভেলাৰ কাকতকুটাত ভাদ্ৰৰ ঐকেশ দিন যোৱাত বৃহস্পতিবাৰ, শুক্লা দ্বিতীয়াত দুপৰীয়া চাৰি দণ্ড যাওঁতে বুধ ক্ষণত আদ্ৰা নক্ষত্ৰত মহাপুৰুষ গুৰু বৈকুণ্ঠৰ ঈশ্বৰ, পৃথিবীৰ ভক্তৰ কল্পতৰু হৃদয়ৰ বস্তু গুৰুজনে নৰদেহা এৰি ভক্তিত প্ৰৱৰ্ত্তি, ভক্তি প্ৰৱৰ্ত্তাই ৰাম নাম স্মৰি ছদ্মভেশী নৰৰূপী নাট সামৰি নিজ ৰূপ লৈ পৰম্পদ বৈকুণ্ঠত স্থিত হ'লগৈ। ৰাজ শক ১৪৯০।[১৯] সাধু সন্তৰ মুখত শুনা এই শক আৰু গুৰুজনাৰ জন্মৰ পৰা পয়ানলৈ এই ক্ৰম। কামৰূপ আৰু বেহাৰৰ ভকতে কয় ছয়মাহ কম ছয়কুৰি বছৰ গুৰুজনাৰ পৰমায়ুস।

**১-২০-৬৭** :ৰামানন্দ ঠাকুৰ, লাপনিয়া আতৈ, বাঙ্গনা আতৈ, বীৰ

---

(১৯) এই চৰিত পুথিৰ লেখকে উল্লেখ কৰা হিচাপত গুৰুজনৰ জন্ম তিথি ১৩৭১ শকৰ কাতি মাহৰ সংক্ৰান্তি আৰু মৃত্যু ১৪৯০ শকৰ ভাদ্ৰ মাহৰ ঐকেশ তাৰিখ। এই হিচাপত গুৰুজনাৰ আয়ুস হয়গৈ ১১৮ বছৰ ১১ মাহ ২০ দিন। অৱশ্যে চৰিত পুথি ভেদে এই তিথিৰ কিছু তাৰাতম্য আছে।

বৰিয়াল গুৰু আৰু কমলিধৰা পৰমানন্দ আতৈ এই পাঁচজনে গুৰুজনাক শয়ন কৰা খাটখনিৰে সৈতে নি উত্তৰে তেৰেচা নৈ, দক্ষিনে মানচৈ আৰু পশ্চিমে কাকতকুটাৰ কাষৰ ঠাইত দাহ সংস্কাৰ কৰিলে। চিতা নিৰ্মাণ কৰি দেহ চিতাত তুলি অগ্নি সংযোগ কৰোঁতেই দুয়োখন ৰাজ্যতে এটা বৰ শব্দ হ'ল- "মহা গুৰুৰ পাত হ'ল" বুলি। শব্দ শুনি ৰজা-প্ৰজাৰ মাজত, গাঁও-নগৰ, দেশ-পৃথিৱীত তোলপাৰ লাগিল; প্ৰজাই উচপিচ কৰিলে, পৃথিবী টলবল লাগিল। দুয়োজন ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ে চিপাহী পঠালে ক'ত কি হ'ল চাবলৈ। চিপাহী সকলে গুৰুজনাৰ চিতা দেখি গৈ ৰজাক ক'লে, "মহাৰাজ, গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণ কৰিলে। নৰনাৰায়ণ ৰজাই দুখ কৰি তেল, ঘী, জাতি আগৰ, পদুম ফুল দি পঠালে। ৰজাই অসন্তোষ মনেৰে ব্ৰত ভঙি শোক কৰি ক'লে," মই মহা পাপী, অধম; মই মন্দভাগীক শৰণ দিয়াৰ ভয়তেই গুৰুজনাই পৃথিবী এৰিলে। গুৰুজনে আৰু ক'ত দিন পৃথিবীত জীলেহেঁতেন। মোৰহে দোষ হ'ল।"

**১-২০-৬৮** : এনেতে ৰজাৰ পানীভাৰী দহজনে গঙ্গা জল লৈ আহিল। সেই পানীৰে ৰজাই নিতে স্নান কৰি উঠি ভোজন কৰে। ৰজাৰ মনত অসন্তোষ দেখি সিহঁতে ৰজাক তাৰ কাৰণ লুধিলে। ৰজাই ক'লে, "গুৰুজন বৈকুণ্ঠলৈ গ'ল।" সিহঁতে ক'লে," ক'তা, কোনে কৈছে? এতিয়াই আমি সেইখিনিতে গুৰুজনাক লগ পাই আহিছো। গুৰুজনাৰ পাছত কমলি, কমণ্ডলু লৈ পৰমানন্দ আতৈয়ো গৈছে। গুৰুজনাই আমাক কৈছিল," মোৰ পাত্ৰত পানী নাই দিয়াহঁক!" আমি কৈছিলো," বাপ, এই পানী ৰজাৰ, আপোনাক দিলে ৰজাই আমাক দণ্ডিব।" গুৰুজনাই কৈছিলে," দে, একো নকৰে ৰজাই, মোৰ কথা ক'বি ৰজাক।" এইটো পাত্ৰৰ পৰাই পানী দিছিলো, ইয়াত পানী কিছু কম আছে। পানী লৈ গুৰুজনাই ভটীয়াই গ'ল।" ৰজাই সিহঁতক ক'লে, "ওৰে মনুষ্যৰ বেটা, তহঁতৰ সমান ভাগ্যৱন্তও নাই আৰু অভাগীয়াও নাই। তেৱেঁই পৰম ব্ৰহ্ম, ঈশ্বৰৰ অবাধিত গতি; তেওঁ যাবলৈ আছে কি? তেওঁৰ আদি অন্ত নাই; তেওঁৰ জন্ম, মৃত্যু, শিশু, যুৱ, জৰা আছে ক'ত? তেৱেঁই পূৰ্ণ ভগৱন্ত।"

**১-২০-৬৯** : চিলাৰায় দেৱানে গুৰুজনাৰ প্ৰয়াণৰ বাতৰি শুনি বিচুৰ্ত্তি খালে। তেওঁ শোকত বিহ্বল হৈ খালি ভৰিৰেই গৈ দাহন কৰা ঠাই পালে আৰু

তাতে মাটিত বাগৰি হিয়া ঢাকুৰি কান্দিব ধৰিলে গুৰুজনাৰ গুণ বৰ্ণাই। চিলাৰায়ে চিতাৰ বাবে ঘী, চন্দন, তেল অনালে। গুৰুজনাৰ প্ৰয়াণৰ তিনি দিন পাছতহে তেওঁ ভোজন কৰিলে আৰু এমাহলৈ নিৰামিষ খাদ্য খালে। নৰনাৰায়ণ ৰজাই ৰামানন্দক মতাই নি ক'লে," তোমালোকে ইয়াতে দহা- কাজ কৰা; গাখীৰ, কল,চিৰা, গুৰ যি লাগে সকলো দিওঁ। ৰামানন্দ ঠাকুৰে ক'লে," মহাৰাজ, আমি ইয়াত কৰিব নোৱাৰিম; আমাৰ জ্ঞাতি মিত্ৰ,বংশৰ লোক, ভকত পুৰোহিত কোনোৱে ইয়াত নাই। আৰু আমাৰ মাতৃ, ভাতৃ সকলো নিজ ঠাইতে আছে। ইয়াত কেনেকৈ সেইবোৰ কৰিম?"

**১-২০-৭০** : তেতিয়া ৰজাই পালতৰা মানচৈ নাও, ডাঁৰী,মাজী দি আৰু লগত দহা-কাজৰ অনেক সামগ্ৰী দি ভকতৰ সৈতে সকলোকে তুলি দিনে নিশাই তেওঁলোকক উজাই পঠালে। চিলাৰায় দেৱানেও দুখন চেৰেঙা নাও, ডাঁৰী, মাজী দি লগতে গুৰ, গাখীৰ, কল, ঘী, মৌ, চেনি, মাহ, চাউল, তেল, লোণ, কাপোৰ, কম্বল, কাঁহী, বেৰা, কলহ, লোটা, পীৰা, চৰিয়া, ঢাৰিপাটী, খাই, তুলী-তলচা, গৰু, জাপি, লাঠী, বিচনী,ডাবৰ, পৰ্য্যন্ত সকলো দুবিধকৈ দিলে। আৰু ৰূপৰ টকা দুশ, সোণৰ টকা দুকুৰি, দুজন দাস-দাসী দি উজাই পঠালে। সেইমতে জলপান, সভাৰ সিধা, দক্ষিণা দি পঠালে। এই সকলো লৈ ৰামানন্দ ঠাকুৰ উজাই আহিল। তেওঁলোকে ন দিন ন ৰাতি আহি কামৰূপ পালে। মানাহৰ শাখা নৈৰ মূল ঘাটত নাও ৰাখি মনথৈত ঠাকুৰ আতাক তেওঁলোকে মাত লগাইছে। ঠাকুৰ আতাই পৰম বিহ্বল হৈ উঠি আহি দেখিলে ৰামানন্দ ঠাকুৰৰ মাথাত গামোচা। আতাই সুধিলে, "ৰামানন্দ, মোৰ গুৰুজন?" ৰামানন্দই ক'লে, "আতা, সুধিব নালাগে আৰু।" আতাই ৰামানন্দক সাৱটি ধৰিলে। ঠাকুৰ আতা আৰু আয়ে গুৰুজনাৰ অনেক গুণ বৰ্ণাই শোকতে কান্দিব ধৰিলে। পাছত সুস্থ হৈ নাওতে উঠি আহিলে। পথত ঠাকুৰ আতাই ৰামানন্দক সুধিছে, "মোৰ গুৰুজন বৈকুণ্ঠলৈ যোৱাত তুমি লগতে নাছিলা?" ৰামানন্দই ক'লে, "পিতাইক মই ধৰি আছিলো।" আতাই সুধিলে, "কেনে ভাৱত গ'ল মোৰ প্ৰাণ প্ৰভুৱে আৰু কি কি কৈ গ'ল?" তেতিয়া ৰামানন্দই গুৰুজনে কোৱা কথা আৰু নিজে সোধা কথা একাদিক্ৰমে সকলো ক'লে। তাকে শুনি আতাই ক'লে, "তুমি মোৰ গুৰুজনৰ

বৰ পুত্ৰ, গুৰুজনে তোমাকে মোৰ সখিৰ চৰণত দি গ'ল, আমিনো ক'ত ৰ'লো আৰু।" ৰামানন্দই ক'লে," তেওঁৰে পদ পঙ্কজত মোক দি গৈছে।" তেওঁলোকে কথা বতৰা কৈ থাকোঁতেই নাও গৈ হাৰিয়াজান সোমাই বৰপেটাৰ মাজেৰে গৈ গণককুছি পালে। নাওৰ পৰা উঠি গৈ ৰামানন্দই মাধৱদেৱক মাত লগালে। মাধৱদেৱে আথে-বেথে উঠি আহি দেখিলে ৰামানন্দৰ মাথাত পথালি গামোচা। মাধৱদেৱে সুধিলে," ৰামানন্দ, মোৰ গুৰুজন?" ৰামানন্দই ক'লে," বাপ, সুধিব নালাগে আৰু।" মাধৱদেৱে তেতিয়া গুৰুজনাৰ বাবে শোক কৰি গুৰুজনাৰ অনেক গুণ বৰ্ণাই কান্দিলে। গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণৰ ভাব সুধি মাধৱদেৱে নাওতে উঠি আহিছে। সেই সময়ত মাধৱদেৱে শোক আৰু প্ৰেম ভাৱত দুটি গীত ৰচি গাইছে—

(১) আলো মই কি কহব দুখ,
পৰাণ নিগৰে না দেখিয়া চান্দ মুখ..........।

(২) প্ৰাণনাথ নকৰা বঞ্চিত,
তোমাৰ বিয়োগে আগি দহে মোৰ চিত...........।

১-২০-৭১ : পুবতি নিশা পুবত ৰেণু দি পোহৰ হৈ আহিছে। তেওঁলোকে পাটবাউসী পাই গোসাঁনী আইক মাত লগালে। গোসাঁনী আয়ে আগৰ নিয়মত বাওঁহাতত পীৰা, সোঁহাতত লোটা, কান্ধত গামোচা লৈ ওলাই আহি গুৰুজনাক পীৰাত বহিবলৈ দিয়ে আৰু তেৰাৰ ভৰি ধুই মচি সেৱা কৰে। এইবাৰো সেই নিয়মত ওলাই আহি দেখিলে ৰামানন্দ ঠাকুৰৰ গাত গামোচা। আয়ে বিচুৰ্ত্তি খাই তাতেই মাটিত ঢলি পৰিল; পীৰা লোটা উফৰি পৰিল। ৰামানন্দ ঠাকুৰে আইক তুলি ধৰিলে। আয়ে বিচুৰ্ত্তি-বিহ্বল হৈ অনেক পৰ কান্দিলে গুৰুজনাৰ গুণ বৰ্ণাই । মাধৱদেৱে বুজাই আইক শান্ত কৰিলে। কিছু সুস্থ হৈ আয়ে দুখ কৰি ক'লে, "দুপৰীয়া দহা হ'ল, কিহেৰে কি কৰো, ক'ত কি পাম?" কথা বতৰাতে দুই দণ্ড হ'ল, তেওঁলোক উঠিল। এনেতে ভাস্কৰ গুৰুৱে আহি পালেহি। আসনত বহিবলৈ দি তেওঁৰ আগমনৰ কাৰণ সোধা হ'ল। ভাস্কৰ গুৰুৱে ক'লে, "কালি ৰাতি চাৰি দণ্ড থকাত শ্ৰীশঙ্কৰদেৱক লগ পালো, লগত কমলিধৰা পৰমানন্দ আতৈও আছে। তেওঁৰ সৈতে কথা হৈ বহুত সময় ৰ'লো। তেওঁ ক'লে, "কালিলৈ

আমাৰ ঘৰলৈ যাবা।" মাধৱদেৱে ভাস্কৰ গুৰুক ক'লে, "তুমি বৰ ভাগ্যৱন্ত বিপ্ৰ, দেৱ শৰীৰত মোৰ গুৰুজনক তুমি লগ পালা। অনেক জন্মৰ তোমাৰ যি দুৰ্বাসনা আছিল, সেই সকলো দূৰ হ'ল।" এই বুলি কৈ মাধৱদেৱে ভাস্কৰ গুৰুক পঠাই নিজে গ'ল গণককুছিলৈ। গণককুছি পাই মাধৱদেৱে গাখীৰ চিৰা,কল, গুৰ, তামোল-পাণ, মাহ-চাউল দহাৰ সকলো সামগ্ৰী নাওত ভৰাই আনি দহা পাতিলে। অন্তৰ্য্যমী পুৰুষ মাধৱদেৱে যেন পূৰ্বতেই জানিছিল আৰু সেয়ে সভা পাতিব বুলি সেইবোৰ সামগ্ৰী গোটাই থৈছিল। হাততে ঢুকি পোৱা বংশ, মিত্ৰ, ভকত সকলোকে মাতি আনি দহা কৰা হ'ল। দামোদৰদেৱক মতা হৈছিল; কিন্তু তেওঁ নাহিল স্ত্ৰীৰ ঘৰলৈ যোৱা-খোৱা ভাল নহয় বুলি কৈ। ভকতে তাল খোলেৰে ঘোষা-কীৰ্ত্তন গাই, ওজাপালি গাই অন্তত মাহ-প্ৰসাদ ভগাই খালে। ফলাহাৰ আৰু জলপান খাবলৈ সকলো ভকত বহিছে। তেতিয়া ঠাকুৰ আতাই নজনাৰ ভাও ধৰি ৰমানন্দক সুধিছে," ৰামানন্দ, গুৰুজন বৈকুণ্ঠ প্ৰয়াণৰ সময়ত তুমি নাছিলা?" ৰামানন্দই ক'লে," মই পিতাক সাৱটি ধৰি আছিলো।" আতাই সুধিলে," তুমি গুৰুজনাক কি সুধিছিলা আৰু কাক কি কৈ গ'ল জীৱৰ ঈশ্বৰে?" ৰামানন্দই ক'লে," আতা, মই কাৰো বাবে সোধা নাছিলো, মোৰ নিজৰ নিমিত্তেহে সুধিছিলো।" আতাই পুনৰ সুধিলে," কি সুধিছিলা?" ৰামানন্দই ক'লে,"মই সুধিছিলো," পিতা, তোমাৰ দেখোঁ কেনে ভাব? তোমাৰ পুত্ৰৰ নাম লৈ মই অভাগীয়া পাপীয়ে একো বস্তু নাপালো।" পিতাই ক'লে, "পাটবাউসীত যি আছে ৰূপ, সোণ, তাম, কাঁহ, বস্তু সকলো তোমাৰ মাৰাৰ হাতত আছে আৰু ইয়াত যি আছে তুমি পাইছাই ।" মই ক'লো," পিতা, এই মায়াময় ইহ লোকৰ দ্ৰব্যৰ কথা মই কোৱা নাই; তুমি যি বৈকুণ্ঠৰ পৰা পৰম তত্ত্ব জীৱৰ সৰ্বস্ব কৃপা কৰি আনিছা, যাক পাই তিনিও ৰাজ্যৰ লোক সুখী হ'ল, তাৰে কণিকা এটাহে মই নাপালো।" তেতিয়া পিতাই মোক সাৱটি ধৰি চুমা খাই ক'লে," ৰামানন্দ, মই ভাবিছিলো তুমি মল-মূত্ৰৰ দ্বাৰেৰেহে জন্ম পালা বুলি, আমি পিতা-পুত্ৰৰ সম্বন্ধ আজিহে ঘটিল। এতিয়া মই নাও মেলো, এনে সময়ত মোৰ পৰা একো বস্তু নোপোৱা। মোৰ শক্তি, ভক্তি, বল, পৰাক্ৰম সকলোখিনি মাধৱৰ তাত থৈছো। মাধৱক মোৰ শিষ্য অথবা তোমাৰ ককাই নাভাবি গুৰু মানি সুধিবা,

মোৰ সৰ্বস্ব তেওঁতে পাবা।" পৰমানন্দই গুৰুজনাই কোৱা সৎ গোৱালৰ দৃষ্টান্তটিও কৈ বহাৰ পৰা উঠিল। তিনিও ৰাজ্যৰ ভকতে কাঁহ পৰি জীণ যোৱা নিস্তব্ধতাৰে সকলো শুনি আছিল। তেতিয়া ঠাকুৰ আতাই ক'লে,"ৰামানন্দ, তুমি মোৰ শ্ৰীশঙ্কৰ গুৰুৰ ডাঙৰ ল'ৰা, দ্বিতীয় শঙ্কৰ; তোমাকে য'ত মোৰ সখিৰ চৰণলৈ দিলে।" এই বুলি ঠাকুৰ আতাই সকলো ভকতৰ সৈতে মাধৱদেৱৰ অভয় পদত সেৱা কৰিলে। আতাই উঠি মাধৱদেৱক ক'লে," বাপ, এতিয়া আপুনি তিনিও ৰাজ্যৰ সেৱক, বস্তুৰ গৰাকী হ'ল।" আতাই ভকতসকলক ক'লে," ভকতসকল, মাধৱদেৱৰ উপদেশ পালিব লাগে আৰু গুৰুজনাৰ পুত্ৰকেইটি আৰু আই গোসাঁনীক প্ৰতিপালন কৰিব লাগে।" তাৰ পাছত মাধৱদেৱ আৰু আই গোসাঁনীৰ পৰা বিদায় লৈ আতা-আতৈ সকলে উত্তৰে- দক্ষিণে দিহা দিহি গৈছে। শেষত ঠাকুৰ আতা আৰু মাধৱদেৱেও আই গোসাঁনীত বিদায় লৈ ক্ৰমে মনথৈ আৰু গণককুছিলৈ গৈছে।

**১-২০-৭২**: মাহেকীয়া মূল কাজ আহিল। মাধৱদেৱে চাৰিদিন আগতে অনেক বস্তু সম্ভাৰ লৈ ভকতৰ সৈতে পাটবাউসীলৈ গ'ল। পাটবাউসীত তেওঁ সভাৰ খলা, গৃহ, খৰি, পাত, চৰু, খুঁটি, মাছ-পাচলি, লোণ, চাউল যতনালে। ভকতসকক খবৰ দিয়া হ'ল। ভকতসকলে গাই প্ৰতি টকা, পছৰা আনিলে। উত্তৰ-দক্ষিণৰ পৰা আৰু কোচবিহাৰৰ পৰাও ভকত আহিল। সকলো সাজু হ'ল।.....।[২০] ভকতসকলে নাম গালে, খোল তালেৰে গীত গালে আৰু ওজাই ওজাপালি গালে। সোণা, ৰূপা, বস্ত্ৰ, কম্বল, টকা ব্ৰাহ্মণক দক্ষিণা কৰা হ'ল। মাধৱদেৱ আৰু ঠাকুৰ আতাকে মুখ্য কৰি ভকতসকলে মহা মহেৎসৱ পাতিলে।

---

(২০) এইখিনিতে থকা বাক্যটি হ'ল-" ৰাম ৰাম গুৰুৱে পিণ্ড দিয়ালে।" পাঠকসকলে মনোযোগেৰে কিতাপখন পঢ়িলে বুজিব যে এই বাক্যটি কিতাপখনৰ মূল ভাব ধাৰাৰ লগত নিমিলে। গুৰুজনে কৰ্মকাণ্ড নেৰা পৰ্য্যন্ত ব্ৰাহ্মণক শৰণ দিয়া নাছিল, এই কথা আমি আগৰ অধ্যায়ত পাই আহিছো। এনে ক্ষেত্ৰত মহাপুৰুষ মাধৱদেৱ থাকোঁতে গুৰুজনাৰ শ্ৰাদ্ধত পিণ্ড দিয়াৰ নিচিনা কৰ্মকাণ্ডৰ কথাটি খাপ নাখায়। গুৰুজন জীৱিত কালত যিসকল ভকতৰ বৈকুণ্ঠ প্ৰয়াণ হৈছিল, তেওঁলোকৰ শ্ৰাদ্ধত সভা পাতি নামপ্ৰসঙ্গ কৰা আৰু ফলাহাৰ কৰাৰ উল্লেখ আছে। পিছলৈ চৰিত পুথিত কিছু প্ৰক্ষিপ্ত কথা সোমোৱা কথাটি সকলো পণ্ডিতে মানি লৈছে। এই বাক্যটিও প্ৰক্ষিপ্ত যেন লাগে। সকলো কথাৰ বিচাৰ পাঠকে নিজ বিবেচনাৰে কৰিব বুলি আশা কৰিলো।

প্ৰজা অসংখ্য। প্ৰজাৰ চিঞৰত সভাস্থলীত দ'লদোপ হেন্দোলদোপ লাগিল। ৰামানন্দ ঠাকুৰে দামোদৰদেৱক মতাত তেওঁ নাহিল। মাধৱদেৱে ঠাকুৰ আতাক পঠাই দামোদৰদেৱক নিষ্ঠুৰ বাক্য শুনাইছে- " অ' কোদাল মাৰা হাতত ফুটা কৰ এতিয়াও গুচা নাই; এই সম্পত্তিৰ ভোগ তেওঁক কোনে দিলে? আন স্ত্ৰীৰ সৈতে গুৰু পত্নীক একে কৰেনে? গুৰুহে গৃহ, আনৰতো নহয়।" তেতিয়া দামোদৰদেৱ আহিছে টান পাই। কাজৰ অন্তত দামোদৰদেৱক চিৰা গাখীৰ খাবলৈ দি, পাটৰ ধুতী আৰু সোণৰ আঙুঠি দক্ষিণা দি মাধৱদেৱে তেওঁক সুধিছে," হেৰা, কোন মতত চলোৱা এই চাৰি শ্লোক?" তেতিয়া দামোদৰদেৱে হালোৱা আৰু গৃহস্থৰ দৃষ্টান্ত দিছে। মাধৱদেলে ক'লে," অ' বস্ত্ৰ বুলি বস্ত্ৰৰ লগত আঙুলিকে সিলা। আন গোপ সকলে থ'লে সীমাত নমাই আৰু প্ৰলম্ব দৈত্যই নিলে সীমা চেৰাই, সি মৰিল।[২১] সেই ভোগ ভুকুতি তুমিও পাবা। তোমাৰ স'তে মোৰ সম্ভাষণ নাই, তুমি এতিয়া যোৱাগৈ। অ' সেয়েহে নাহা নিজৰ মত লৈ। দুটা দিন নহওঁতেই লৰিলা।" চাউল সিজাই সকলো ভকতক দিয়া হ'ল। নিশা ভোজন কৰি সকলোৰে গ'ল দিহাদিহি। তাৰ পাছত ছয় মহীয়া আৰু বাৎসৰিক কাজ আহিল। মাধৱদেৱ, ঠাকুৰ আতা আৰু ভকতসকলে দ্ৰব্য বস্তু লৈ পাটবাউসীলৈ গ'ল। আন আন ভকতসকলও তাত গোট খালে। সকলোৱে গুৰুৰ কীৰ্ত্তন গাই বাই আনন্দ উৎসৱ কৰিলে। উৎসৱৰ অন্তত গোসাঁনী আয়ে অন্ন দান কৰিলে। অন্ন ভোজন কৰি ভকতসকল গ'ল নিজ নিজ গাঁওলৈ। মাধৱদেৱ আৰু ঠাকুৰ আতাও গ'ল গোসাঁনীৰ পৰা বিদায় মাগি।



---

(২১): এই কাহিনীটো ভাগৱতৰ দশম স্কন্ধত আছে। এবাৰ শ্ৰীকৃষ্ণই গোপ শিশু সকলৰ লগত খেলি থাকোঁতে প্ৰলম্ব দৈত্যই গোপ শিশুৰ ৰূপ ধৰি সিহঁতৰ লগত খেলি আছিল। শিশুসকলে এজনে আন এজনৰ কান্ধত উঠি লৈ দৌৰা খেলা খেলিছিল। সেই খেলত গোপ শিশু ৰূপী প্ৰলম্বই কৃষ্ণক কান্ধত লৈ খেলৰ ছলেৰে কৃষ্ণক হাবিৰ মাজলৈ নি মাৰিব বিচাৰিছিল। তাতে কৃষ্ণৰ হাতত প্ৰলম্ব দৈত্যৰ মৃত্যু হয়।

# কথা-গুৰু চৰিত

## দ্বিতীয় খণ্ড

### প্ৰথম অধ্যায়

(মূল পুথিখন খণ্ড হিচাপে ভাগ কৰা হোৱা নাই। পাঠকৰ সুবিধাৰ অৰ্থে আমি ইয়াক খণ্ডত ভাগ কৰিলো। কিতাপখন পঢ়োতে পাঠকে এই কথা মনত ৰাখে যেন।)

২-১-১ : আৰু গুৰুজনাৰ দ্বিতীয় বাৰ্ষিক তিথি কৰি উঠাৰ অন্তত বৰঠাকুৰ ৰামানন্দৰ বসন্ত ওলাল। গণককুছিত বাকলি পো ৰাম আতৈৰো বসন্ত ওলাল। মাধৱদেৱ গুৰুজনে দুয়োখন ঠাইলৈ অহা-যোৱা কৰি শুশ্ৰূষা কৰিছে দুয়োজনকে। আতৈক ভাত-পানী দি পাটবাউসীলৈ লৰ মাৰে গুৰুজনে। গুৰুজনে এজনকো এৰিব নোৱাৰাকৈ ৰোগ টান হ'ল। তেৰাই আতৈকো পাটবাউসীলৈ নি শুশ্ৰূষা কৰিছে ৰাতি পৰ দি। পাছত দ্বিতীয়া তিথিত দুয়োজনে ৰাম নাম লৈ বৈকুণ্ঠ প্ৰয়াণ কৰিলে। দুয়োজনকে শ্মশানলৈ নি গুৰুজনে আগত থাকি দাহন কাৰ্য্য কৰিছে। ৰামানন্দ ঠাকুৰৰ ভৰি পথানত আতৈক খৰি দিয়া হ'ল। গুৰুজনাই গা লাগি পুৰুষাৰ্থ কৰি কাম-কাজ কৰিলে। পুৰুষোত্তমে পিণ্ড(?) দিলে।[১] পুৰা এমাহ গুৰুগৃহৰ সেৱা কাৰ্য্য কৰি গুৰুজনে বিদায় লৈ গ'ল পাটবাউসীৰ পৰা।

২-১-২ : এতিয়া থাকিল পুৰুষোত্তম ঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ আৰু শ্ৰীশঙ্কৰ গুৰুৰ কণিষ্ঠ পুত্ৰ হৰিচৰণ।[২] হৰিচৰণ ঠাকুৰ প্ৰচণ্ড পাগল হ'ল। ভ্ৰম বাক্য কয়, বাৰী-ঘৰ এৰি বনে-জংঘলে ঘূৰি ফুৰিব ধৰিলে। মাধৱদেৱ গুৰুজনে হৰিচৰণক

---

১। এই বিষয়ে ব্যাখ্যা আগৰ অধ্যায়ৰ পাদটীকাত দিয়া হৈছে।

২। পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ শ্ৰীশঙ্কৰদেৱৰ নাতি।

ধৰাই আনি ৰাতিয়ে দিনে বান্ধি থয়। পাছত মুকলি কৰি দি খেদ কৰে, "মোৰ গুৰুৰ পুত্ৰ, মই কাক বান্ধো!" এটা বছৰৰ অন্তত এজন বৈদ্যই যত জ্বৰ ঔষধ গোটাই সেইবোৰ গাঁতত পেলাই তাত হৰিচৰণকো পেলাই থয় আৰু সেই দৰৱ হৰিচৰণৰ মাথাতো দিয়ে, হৰিচৰণক আনে ধৰি থাকে। এনে কৰোঁতে কৰোঁতে কিছুদিনৰ পাছত হৰিচৰণ পূৰ্ব্বৱত হ'ল।

২-১-৩ : আৰু ঘৰ-বাৰী, খেতি, গৰু-ম'হ এৰি বান্ধা-গোলাম সকলো পলাল। ধ্বজাও জগন্নাথলৈ গৈছিল। ঠাকুৰসকলো সৰু, বালক। এদিন বৰ ঠাকুৰ পুৰুষোত্তমে কলপাত কাটিছিল, তাতে কাঁচি পৰি তালু ফুটি তেজ বব ধৰিলে। আইসকলে কান্দি বিহ্বল হ'ল। আয়ুসৰ অন্তত পালতি লগুৱা ঢুকাল, কিছুমান লগুৱা পলাল। তেওঁলোকৰ মহা দুখ হ'ল; বুদ্ধি-ভৰসা ল'বলৈ ঠাই নোহোৱা হ'ল। গোসাঁনী আয়ে নাতি আৰু পুত্ৰৰ সৈতে আলোচনা কৰি দুই নাতিক পঠালে মাধৱদেৱৰ ওচৰলৈ এই বুলি কৈ, "মোৰ বৰপুত্ৰ, মোৰ দেওৰে আমাৰ দুখৰ কালত আমাক বুদ্ধি-ভৰসা দি প্ৰতিপাল কৰি আমাৰ ইয়াতে থাকক।" আৰু ক'বলৈ ক'লে, "যাদবেন্দ্ৰই চৰিত তুলি ভকত বলাবলৈ ধৰিছাহি আৰু হৰি গৃহত বহি ধৰ্ম লোপ কৰাত মন দিছে?" দুয়ো নাতিয়ে গৈ মাধৱদেৱক সেৱা কৰি সেইৰূপে ক'লে। গুৰুজনে গোসাঁনীৰ দুখৰ কথা শুনি খেদ কৰিলে আৰু দুয়োকো চিৰা গাখীৰ খুৱাই সাদৰে পঠাই ক'লে, "মই কাইলৈ যাম, তোমালোক যোৱা, মাতৃক মোৰ কথাটো ক'বা।" পিছদিনা গুৰুজনাই শ্ৰীৰাম আতাক গণককুছিৰ বাহাত থৈ গ'ল পাটবাউসীলৈ। মাধৱদেৱ মহাপুৰুষে পাটবাউসীত থাকি খেতি-বাতি কৰি আৰু গোসাঁনী আইক বুদ্ধি-ভৰসা দি ঘৰ-বাৰী চলাই এবছৰকাল তাত আছিল। গৰু আৰু মাটিৰ সীমাৰ বাবে ওচৰ চুবুৰীয়াৰ সৈতে অসূয়াও হৈছিল গুৰুজনাৰ।

২-১-৪ : এদিন সতানন্দই গৈ আই গোসাঁনীক ক'লে, "বৌ, কমললোচনৰ বিধবা বোৱাৰীক বীৰাই চৌধুৰীয়ে ধৰে, দিব খোজো; বোৱাৰীৰো দিন-কাল আছে, তুমি বা কি কোৱা?" আয়ে সহজ-সৰল ভাবত ক'লে, "আমাৰ সুধিবলৈ ঠাই আছে, মই সুধি চাওঁ।" সতানন্দই মনতে ক'লে, "উদাসীনক সুধিহে দিয়ে, সিহে নাদাগিৰি হ'ল ইয়াত।" সতানন্দৰ এনেয়ে মাধৱদেৱলৈ অসূয়া,

দামোদৰ দেৱতে ভৰসা আৰু দামোদৰৰো সি প্ৰিয়। পাছত গোসাঁনী আয়ে মাধৱদেৱক ক'লে, "বাপু, আমাৰ কমললোচনৰ বোৱাৰীক বগৰিবাৰীয়া চৌধুৰীক সতানন্দই দিব খোজে, মোক সুধিছিল; তুমি বা কেনে দেখা?" মাধৱদেৱে ক'লে, "মাতৃ, মোক সুধিব নালাগে, বোৱাৰীকে সোধক।" আয়ে বোৱাৰীক মাতি সুধিলে। কমললোচনৰ বোৱাৰীয়ে ক'লে, "আই, মই শ্ৰীশঙ্কৰদেৱৰ বোৱাৰী নাম লৈ সেই গোসাঁইক নিজ হাতেৰে সেৱা কৰিলো, এতিয়া কুৎসিত বিষয় সুখৰ আশাত সামান্য লোকলৈ যামনে? আপুনি নেদেখিলে সেই ঈশ্বৰ পুৰুষকে চিন্তা কৰি আপোনাৰ সেৱা কৰি থাকিম।" গোসাঁনী আয়ে বাহিৰত সেইমতে কথাটি ক'লে। সতানন্দই ক'লে, "অ' মাতৃ, তেন্তে সেই কথা!" এদিন হাথিয়াই গৈ গোসাঁনীক সুধিলে, ৰামানন্দৰ মাক, বোৱাৰীক দিবা নে নিদিয়া, কি বোলা?" গোসাঁনী আয়ে ক'লে, "সুধিলো, নেযায় বোলো।" হাথিয়াই বুজিলে, উদাসীনে বুদ্ধি দি বাধা কৰিছে। তেতিয়া মাধৱদেৱক নিন্দা কৰি হাথিয়াই নানা ছন্দে মন্দ বাক্য ক'বলৈ ধৰিলে। সেই বাক্য সহিব নোৱাৰা, যেন অস্ত্ৰই বিন্ধি অস্থি-মজ্জা ভেদি সৰকি গ'ল। গুৰুজনে সেই বাক্যত ৰ'ব, সহিব নোৱাৰি আইক প্ৰাৰ্থনা কৰি ক'লে, "মাতৃ, দুষ্ট-দুৰ্জনৰ বাক্যত ৰ'ব নোৱাৰো, ইয়াৰ পৰা যাবহে বিচাৰো।" আয়ে সুধিলে, "ক'লৈ যাবা?" মাধৱদেৱে ক'লে, "মাতৃ, গুৱাগছাত থাকিমগৈ, তাত মোৰ ভনীজোঁৱাই আৰু ভাগিন ৰামচৰণ আছে।" আয়ে ক'লে, "তাত হ'লে আমি তোমাৰ খবৰ নাপাম আৰু তুমি আমাৰ একো খবৰকে নাপাবা; সেই ঠাই বহু আঁতৰত। মোৰ মতে তোমাক সুন্দৰীদিয়াতে থাকিবলৈ কওঁ, সেয়া ওচৰতে; পুৱা-গধূলি তোমাৰ খবৰ পাই থাকিম আৰু কোনো বস্তুও দিব - আনিব পৰা যাব।" মাধৱদেৱে ক'লে, "মাতৃ, পূৰ্বতে গুৰুজনে সুন্দৰীদিয়াত থাকিবলৈ মানা কৰি গৈছে, আৰু তেৰাই দশমৰ উপদেশত দিছে -

"যতেক সুন্দৰী নাৰী, পৰম অনিষ্টকাৰী।"[৩]

এতেকে গুৰুবাক্য পৰে তালৈ গ'লে, সেয়েহে গুৱাগছালৈকে যাওঁ

---

৩। গুণৰ অধিকাৰী নাৰীৰ গুণ যদি কেৱল ৰূপতে ৰয়গৈ, তেনে নাৰী অনিষ্টকাৰী হয়; এনে অৰ্থতে কোৱা হৈছে।

মাতৃ।" আয়ে ক'লে, "বাপু, মোৰ গোসাঁইক আৰু মোক তুমি কেনেভাৱে লৈছা?" মাধৱদেৱে ক'লে, "মাতৃ, তেৰা বৈকুণ্ঠৰ পূৰ্ণ ঈশ্বৰ আৰু আপুনি লক্ষ্মী, গুৰু-পত্নী; গুৰুজনাৰ অৰ্দ্ধশৰীৰ বুলি সেৱা কৰিছো আপোনাক।" আয়ে ক'লে, "গোসাঁয়ে বাধিছে আৰু তেওঁৰ বাক্য শিৰত লৈ মই ৰাখিছো, তুমি সুন্দৰীদিয়াতে থাকা। গোসাঁয়ে যি নিমিত্তে বাধা কৰিছে, তেনে কোটি সুন্দৰীও তোমাক দেখি ছাৰখাৰ হ'ব। যোৱা, তুমি সুন্দৰীদিয়াত থাকাগৈ।" মাধৱদেৱ সুন্দৰীদিয়ালৈ গ'ল।

২-১-৫ : হাথিয়াই গুৰুজনাক খেদিয়ে ৰঘুৰজাক লগালেগৈ, "মহাৰাজ, আমাৰ ঘৰত দুজনী সুন্দৰী স্ত্ৰী আছে, আপোনাৰ যোগ্যৰ; মই দিছো, আপুনি আনকগৈ।" ইয়াকে শুনি ৰজাই তেতিয়াই হেঙ্গা আৰু ৰিহা নামৰ দুজন কটকী পঠাই দিলে কন্যা দুজনী আনিবলৈ বুলি। কটকীয়ে পাটবাউসী পাই ৰাজ আজ্ঞা আইক জনালে। ইয়াকে শুনি কমললোচনৰ বোৱাৰীয়ে পটাগুটিৰে আঘাত কৰি নিজৰ দাঁত সৰাই পেলালে। কটকীয়ে চাই মাজু বোৱাৰীক এৰি বৰ বোৱাৰীক ধৰি নিলে। পুৰুষোত্তম ঠাকুৰো মাকৰ লগতে গ'ল। বৰ বোৱাৰীৰ খুৰাক কৃষ্ণ চৌধুৰীয়ে কথাটো শুনি ভাৰ-ভেটী লৈ গ'ল ৰজাৰ ওচৰলৈ। চৌধুৰীয়ে কোচবিহাৰ পাই ৰাজ মাদৈক ধৰি পূৰাকৈ ধন ভাণ্ডি মাতৃ-পুত্ৰকে মোকলাই আনিলে। বৰবোৱাৰী আৰু পুত্ৰই ছয়মাহ চৌধুৰীৰ ঘৰতে আছে। আই গোসাঁনীয়ে দুখ কৰি হৰিচৰণ ঠাকুৰক পঠালে দুয়োকো আনিবলৈ। হৰিচৰণে চৌধুৰীৰ ঘৰ পাই কথাটো ক'লে। চৌধুৰীয়ে হৰিচৰণক ক'লে, "ধন ভৰিব লাগে বুলি আগতে এৰিলা, এতিয়া কিয় বিচাৰিছা? নোৱাৰা পঠাব। আঢ়ৈকুৰি টকা ভৰি আনিছো, সেই টকা দি নিয়াহি।" বৰ বোৱাৰীয়ে চৌধুৰীক বুজাই ক'লে, "খুৰা, মোৰ ঘৰত গোসাঁনী আই আৰু বাপু আছে, সিহঁত অনাথ, মই যাওঁহে, মোক নাৰাখিবা।" তেতিয়া দ্ৰব্য বস্তু লগত দি বৰ বোৱাৰীক চৌধুৰীয়ে নিজ ঘৰত থৈছে। গোসাঁনী আই আৰু পুত্ৰৰ লগতে বৰ বোৱাৰী ঘৰতে আছে।



# দ্বিতীয় অধ্যায়

২-২-১ : মহাপুৰুষ মাধৱদেৱে প্ৰথমতে খীৰা মৰলৰ তাত, তাৰ পাছত ৰামচৰণ ঠাকুৰৰ ঘৰ সোন্দৰাত ৰ'ল। ৰামচৰণ ঠাকুৰৰ চাণ্ড গোহালিত মাধৱদেৱে শ্ৰীশঙ্কৰ গুৰুৰ বাক্য ৰাখি ৰত্নাৱলীৰ শ্লোক ভাঙি পদ কৰিছে। নাম-ঘোষা শাস্ত্ৰ তেওঁ তাৰ পাছতহে ৰচিছে। গুৰুজনে ৰত্নাৱলীৰ তিনিটি বিৰোচন ৰচিছে, এনেতে হাথিয়াই গৈ দেখি ক'লে, "অ' তুমিও শাস্ত্ৰ কৰিবলৈ ধৰিলা, মোৰ শ্ৰীশঙ্কৰদেৱক দেখি। তেওঁৰ গ্ৰন্থ অনেকে আদৰ কৰি চাব, পঢ়িব, শুনিব; তোমাৰ গ্ৰন্থ চাব, গাব কোনে?" এনেকৈ কোৱাত নিজৰে দোষ হোৱা বুলি মনোকষ্ট পাই গুৰুজনে বিৰচন চুটি কৰি ছয়, সাত, বাৰ, যোল্ল, কুৰি, চল্লিছ, পঞ্চাশ পদ চুটি কৰি নিলে। শ্ৰীশঙ্কৰ গুৰুজনৰ ভাবেৰে আগতে শৰণ, ভজন ভক্তি দেখুৱাই জীৱক দেহৰ বাহিৰ কৰিবলৈ মন মেলিছিল মাধৱদেৱে। গ্ৰন্থখনৰ ৰচনা শেষ কৰি মাধৱদেৱে মনতে ক'লে, "পূৰ্বতে কণ্ঠভূষণে আনিছিল এই শাস্ত্ৰ, তেওঁকে নি দেখুৱাওঁ পোনতে।" এই বুলি গুৰুজনে শাস্ত্ৰখন লৈ গৈছে কণ্ঠভূষণৰ ওচৰলৈ। দলিডোবাৰ[১] সেইখিনিতে গৰু চৰোৱা সৰু ল'ৰা এটিয়ে কৃষ্ণ বুলি নাম ল'লে। মাধৱদেৱৰ গুৰুৱে তাকে শুনি গীত ৰচনা কৰিছে, "আলো ভাই চল যাওঁ বৃন্দাবনে...।" মাধৱদেৱে গৈ কণ্ঠভূষণক শাস্ত্ৰখন দেখুৱাইছে। কণ্ঠভূষণে গ্ৰন্থখন পঢ়ি চাই দেখিলে পণ্ডিতে মুখ দিব নোৱাৰা বিচক্ষণ শাস্ত্ৰ হৈছে সেইখন। কণ্ঠভূষণে ক'লে, "বাপ, এই শাস্ত্ৰ ভকতৰ সৰ্বস্ব, বৈষ্ণৱৰ হিয়াৰ বস্তু, সম্পূৰ্ণ হৈছে, একো ৰোৱা নাই, ই ৰত্নৰ ভাণ্ডাৰ, প্ৰেমময়।"

২-২-২ : আৰু সুন্দৰীদিয়াৰ চাৰিটা অৰ্থ; ইয়াৰ পানী সুন্দৰ, মাটি সুন্দৰ আৰু সুন্দৰ বালি; কিয়নো কৃষ্ণদেৱে সত্যভামাৰ লগত নৰক ৰজাৰ বিৰুদ্ধে

---

১। দলিডোবা ঃ দলিডোবা পথাৰ বৰ্তমান বৰপেটা চহৰৰ বিলৰতাৰি হাটীত অৱস্থিত। মাধৱদেৱৰ পদৰেণু পৰা সেই ঠাইডোখৰত বৰ্তমান 'ৰাখাল থান' নামেৰে এটি নামঘৰ আছে।

যুদ্ধলৈ যাওঁতে ইয়াতে ক্ষণিক তপ্তি জিৰাইছিল আৰু কৃষ্ণৰ কিছু পদধূলি ইয়াত পৰিছে। কৃষ্ণই নৰকাসুৰক বধি ষোল্ল হাজাৰ কন্যা দ্বাৰকালৈ নিওঁতে ভৰি পিছলি, বাট হেৰাই তিনিজনী কন্যা ইয়াতে ৰ'ল। বাকীসকলে সিহঁতক শাও দিলে, "অধমৰ ভাৰ ব'বা" বুলি। সেই কন্যাৰ অংশতে অনেক সুন্দৰী স্ত্ৰীৰ জন্ম হ'ল। এই চাৰি অৰ্থত ঠাইখন সুন্দৰী নামে প্ৰখ্যাত হ'ল। আৰু কামৰূপী ভাষাত চাপৰিক 'দিয়া' বোলে।

২-২-৩ : সোন্দৰাৰ পৰা অহা যোৱা কৰি সুন্দৰীদিয়াত গুৰুজনে ভকতৰ দ্বাৰা উলুবন বিৰিণা কটাই বহা বান্ধি ভকতক ভগাই দিছে, তাৰে মাজত কীৰ্ত্তন ঘৰ আৰু নিজৰ ঘৰ উত্তৰত সজাইছে। সোন্দৰাত ছয়মাহ থকাৰ অন্তত গুৰুজনে ভক্তৰ সৈতে সুন্দৰীদিয়ালৈ গৈছে।

২-২-৪ : ওচৰৰে গাঁওত সুন্দৰী আছিল। গুৰুজনৰ ঠাইলৈ সিহঁতে দল বান্ধি গ'ল। গুৰুজনে বাটচ'ৰাতে বহিছিল। সুন্দৰীসকলে গৈ গুৰুজনাক পালে। গুৰুজনে দৃষ্টি দিয়ে সিহঁতৰ তেজ হৰি পেলালে আৰু ক'লে, "মাতৃসকল, পুত্ৰৰ ঠাইলৈ মাতৃয়ে এই ৰূপত আহিব নালাগে; বিবাহ, সভা, হাট-বজাৰলৈ এই ভাৱে যোৱাটো ভাল।" গুৰুজনৰ বাক্য-ব্ৰজই সিহঁতৰ মন দলি নিলে। তেতিয়া ইজনী সুন্দৰীয়ে আঁৰ লয় সিজনীৰ, সিজনীয়ে আঁৰ লয় ইজনীৰ; এনেখন কৰিব ধৰিলে। গুৰুজনে শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, নিৰ্মালি দিয়া এওঁলোকক।" আতাই নিৰ্মালি এনেভাৱে দিলে — তেওঁ গুৰুজনলৈ চাই সুন্দৰীসকললৈ পিঠি দি মূৰৰ ওপৰেৰে ছাটি মাৰি নিৰ্মালি দিলে আৰু সিহঁতেও কোঁচ পাতি নিৰ্মালি ল'লে। সুন্দৰীসকলে সকলো আশ্চৰ্য্য-অদ্ভুত মানি ঘৰলৈ গ'ল। শ্ৰীৰাম আতাই গুৰুজনাক ক'লে, "বাপ, পুনৰ এনে কামলৈ মোক নাপাঁচিব। আপুনি নিৰ্মালি দি সিহঁতক ধন্য কৰিলে।" মাধৱদেৱে ক'লে, "মোৰ গুৰুজনে কৈছে হৰমোহনত

ঘোৰ স্ত্ৰীমায়া সৰ্বমায়াত কুৎসিত,
মহা মুনিগণৰো কটাক্ষে হৰে চিত।
দৰশনে কৰে তপজপ সবে ভঙ্গ,
জানি জ্ঞানিগণে এৰে কামিনীৰ সঙ্গ।"

মাধৱদেৱে ক'লে, "শ্ৰীৰাম, তোমাকনো সিহঁতে কি কৰিলে?" আতাই

ক'লে, "কিবা কৰকছাৰি ভয়ত সেও মানি গুচিহে গৈছে।"

২-২-৫ : আৰু এদিন জনচেৰেক ডেকা ভকত গৈ আছিল। এজন বুঢ়া ভকতে তেওঁলোকক লগ পাই সুধিলে, "তোমালোকে ক'লৈ গৈছিলা?" ডেকা ভকতকেইজনে ক'লে, "গুৰুজনাৰ ওচৰলৈ।" বুঢ়া ভকতজনে ক'লে, "মিছা মাতিছা, যোৱা নাই।" ডেকা ভকতকেইজনে ক'লে, "তেন্তে ক'লৈনো গৈছিলো?" বুঢ়া ভকতজনে ক'লে, "গুৰুজনাৰ ঠাইলৈ গ'লে এনে হ'বলৈ নেপায় দেখোঁ।" তেতিয়া ডেকা ভকতকেইজনে মৰা প্ৰায় হ'ল।

২-২-৬ : আৰু এজন বুঢ়া ভকতে নাম গাই উঠি যাব লাগিছে। তেওঁক এজন লোকে সুধিলে, "ক'লৈ গৈছিলা?" ভকতজনে ক'লে, "নাম গাবলৈ।" লোকজনে ক'লে, "হেৰা, নামতে যে অত বেলি, ভকতিনো কৰা কত বেলি?"



# তৃতীয় অধ্যায়

২-৩-১ : **বৰবিষ্ণু আতা ঃ** বৰবিষ্ণু আতা পুৰুষৰ জন্ম 'আদি বৰ কবৈবাৰী'ত। তেওঁলোকৰ ঘৰখনক কমতেশ্বৰ গৌৰাঙ্গ মণ্ডলৰ ঘৰ বুলিছিল। তেওঁলোক ধনে-জনে-ধানে, গো-ম'হে অচলা লক্ষ্মী, ৰাজ সম্পত্তিৰ গৰাকী। গৌৰাঙ্গৰ পুত্ৰ গৌৰীচন্দ্ৰ, গৌৰীচন্দ্ৰৰ পুত্ৰ সৌৰিবৰ্দ্ধ, সৌৰিবৰ্দ্ধৰ পুত্ৰ হিৰমল, হিৰমলৰ পুত্ৰ অহিৰমল, অহিৰমলৰ পুত্ৰ বীৰমল, বীৰমলৰ পুত্ৰ নিৰ্মল আৰু নিৰ্মলৰ পুত্ৰ কংসাৰি (বৰবিষ্ণু আতা), পিতৃদত্ত নাম, জন্ম-ক্ষণৰ নিয়মত।

২-৩-২ : আৰু তেওঁলোকে তাৰ পৰা কবৈবাৰীলৈ যাব খোজাত ৰাইজে নেৰে। মাজতে হহকা নদী, দিনত দেখাকৈও যাব নোৱাৰি। এতেকে নিশা নাওত বোজাই দি সমস্তকে লৈ নাও মেলি গৈছে। আঁউসীৰ আন্ধাৰ, তাতে খৰস্ৰোতা সোঁতত পৰি নাও ডুবি মানুহ-গৰু সকলো মৰা গ'ল, সকলো বস্তু তল গ'ল। কংসাৰিয়ে সাঁতুৰি কথমপি ৰক্ষা পালে। তেওঁ তাৰ পৰা আহি বৰ কবৈবাৰীত আছিল তিনিমাহ। তাৰপৰা গৈ ভুজমলাত আছিল ছয়মাহ। তাৰপৰা আহি দুখে-কষ্টে জাখলিত নিৰ্বাস কৰিলে ডেৰ বছৰ। তাৰপৰা মালচালৈ আহি খুজি-মাগি ফুৰিছিল দুমাহ। সোদৰ মাজী নামেৰে লোক এজন, বৰ আঢ্যৱন্ত। কংসাৰিয়ে ভিক্ষা কৰিবলৈ গৈ এদিন সোমাল সেই ঘৰতেই। মাজী ঘৰত নাছিল। মাজীৰ পত্নীয়ে সুধিলে, "ক'ৰ লোক, কি লাগে?" কংসাৰিয়ে ক'লে, "অতিথি, কোনো কিছু নাই, লণ্ডা; এনেকৈয়ে ফুৰিছো, য'তে পাও ত'তে থাকো।" মাজীৰ পত্নীয়ে ক'লে, "আমাৰ বাৰীতে থাকাযক, অন্ন-বস্ত্ৰ দিম আমি।" কংসাৰিয়ে ক'লে, "সজ, তেনে পালে ৰওৱে।" কংসাৰিৰ পত্নীয়ে ক'লে, "মোৰ স্বামী আহক, এই গোহালিত এমুঠি চাউল সিজোৱা, সামগ্ৰী আনি দিওঁ।" কংসাৰিয়ে ক'লে, "কোৰখন মোক দিয়ক।" মাজীৰ পত্নীয়ে কোৰ এখন আনি দিলে। কংসাৰিয়ে বাট, পদুলি, চোতাল, বাৰী, গোহালি চাঁচি-চুৰুকি মাটি দি সুন্দৰ কৰি পেলালে। মাজী আহি দেখি পত্নীক সুধিলে, "কোনে বাৰী-বাট এনে কৰিলে?" পত্নীয়ে

ক'লে, "ক'ৰবাৰ অতিথি এজন আঁহি ৰৈছেহি।" মাজীয়ে ক'লে, "কি সাধু লোকজন!" মাজীয়েও কংসাৰিক সুধিলে, "তুমি ক'ৰ লোক, ক'ৰ পৰা আহিছা?" কংসাৰিয়ে পূৰ্বৰে পৰা দুখ-সুখ-কষ্ট, নাম, গাঁও সকলো কথা ক'লে। মাজীয়ে ক'লে, "তুমি আমাৰ ইয়াতেই থাকা, তোমাক চাউল বস্ত্ৰ দি ৰাখিম, ফুৰিব নালাগে আৰু।" কংসাৰিয়ে ডাঙৰ কোৰ এখনেৰে ভাটীবেলালৈ খেতিত কাম কৰে। তেওঁ ৰ'বৰে পৰা মাজীৰ ধনে-ধানে বৃদ্ধি হৈ আহিল। তেতিয়া মাজীয়ে কংসাৰিক ক'লে, "তোমাক আমি নেখেদো, যাবলৈ নকওঁ, তুমি কুৰি বছৰলৈকে থাকা।" মাজীৰ তিনিজনী ছোৱালী; ডাঙৰজনী আৰু সৰুজনীৰ বিয়া হ'ল, মাজুজনী মুখপোৰা, চকৰি ফেঁটী; কোনেও নিনিয়ে, আছে ঘৰতে। মাজী আৰু মাজীৰ পত্নীয়ে মাজু ছোৱালীক কংসাৰিৰ তাত বিয়া দিবলৈ টানকৈ ধৰে, কংসাৰিয়ে বিবাহ নকৰায়। পাছত পতি-পত্নীয়ে ছোৱালীক আগবঢ়াই দি হেঁচা প্ৰয়োগ কৰি কংসাৰিৰ তাত বিবাহ দিলে। মাজীয়ে কংসাৰিৰ দ্বাৰা খেতি কৰাই আছে। পত্নীয়ে এদিন কংসাৰিক ক'লে, "লোকে অহাৰ পৰত তুমিও খেতিৰপৰা আহিবা; ভাটীবেলালৈয়ে কোৰ পাৰা, আইৰ ঘৰলৈ গ'লে কুটা এগছো নিদিয়ে দেখোঁ।" কংসাৰিয়ে সেই কথা নগণি খেতি কৰে তথাপি। কংসাৰিৰ বৰপুত্ৰ গোপালৰ জন্ম হ'ল। পুত্ৰৰ ভাত চুৱনি পৰ্ব আহিল। পত্নীৰ দদায়েক আৰু বাপেকে একো উপহাৰ নিদিলে। তাতে কংসাৰিৰ পত্নীয়ে দন্দ কৰি সেই ঠাই সলাই মাজীৰ মোমায়েকৰ ঘৰ, তালৈকে গ'ল গুচি। মাজী আৰু পত্নীয়ে শপত দি জীয়েকক মাতিলে, জীয়েক ঘৰলৈ নাহিল। কংসাৰি পথাৰৰ পৰা ঘৰলৈ অহাত মাজীয়ে ক'লে, "তোমাৰ গৃহস্থনী দন্দ লগাই ইয়াৰপৰা গ'ল, মতাতো নাহিল; আমাৰ ছোৱালীহে অসতী, তোমাৰ দোষ নাই, তুমিও যোৱাগৈ।" কংসাৰিয়ে হাতত দা, কান্ধত কোৰ, গাত-মাথাত টনা-পছৰা লৈ পত্নী থকা ঠাই ওলাল। পত্নীয়ে দেখি ক'লে, "দেখোঁ আহিলা?" কংসাৰিয়ে ক'লে, "আগতে দেখোঁ নেখেদো বুলি কৈছিল, এতিয়া যাবলৈ ক'লে দেখোঁ।" পত্নীয়ে ক'লে, "আহিলা দেখিছো, পিছে দিলে কি, আনিলা কি?" কংসাৰিয়ে ক'লে, "পথাৰৰ পৰাই আহিছো, গাত এই দেখিছা, ক'ত কি পাম?" আয়ে কংসাৰিক ক'লে, "ঘৰৰ কাঁথিলৈ কোৰ পাৰাগৈ আৰু।" তেওঁলোকে তাতে এপযেক ৰ'ল। আয়ে কংসাৰিক ক'লে,

"ইয়াতে এটি ঘৰ কৰা।" কংসাৰিয়ে বাঁহ, খেৰ আনি এটি ঘৰ সাজিলে আৰু তেওঁলোকে তালৈকে গ'ল। এতিয়া খাবলৈ নাই। আয়ে বৰ চহকী মানুহৰ ঘৰলৈ গৈ ধানৰ কথা কয়। মানুহে এপাচিকৈ ধান দিয়ে। ধানবোৰ আনি মাটিতে থৈছে। আয়ে ক'লে, "এতিয়া এটি ডুলি সাজা।" কংসাৰিয়ে নল-খাগৰি আনি ডুলি সাজিলে, হ'ল; ধান থ'লে। এতিয়া ঢেঁকী নাই। আয়ে লোকৰ ঘৰলৈ গৈ ধান বনাইহে আনে। আয়ে ঢেঁকী পতাৰ কথা ক'লে আৰু কংসাৰিয়ে কাঠ আনি চাঁচি ঢেঁকী পাতিলে। আৰু আয়ে ধানৰ বিনিময়ত কপাহ লয়; কিন্তু যঁতৰ-যঁতৰী, মাল নাই। কপাহ আনৰ ঘৰলৈ নিয়ে; গৃহস্থৰ হ'লেহে আইক যঁতৰ চলাবলৈ দিয়ে আৰু তেওঁলোকৰ তাঁত বৈ দিলেহে যঁতৰৰ মাল দিয়ে। আয়ে পতিক তাত তাঁতশাল পতাৰ কথা কৈ ক'লে, "লোকৰ ঘৰলৈ আৰু কিমান যাম, খাটিম?" কংসাৰিয়ে কাঠ আনি চাঁচি শাল পাতিলে, হ'ল। এনেকৈয়ে আই বুদ্ধিৰে বেজীৰ পৰা বুৰশীলৈ চলিব পৰাকৈ সকলোখিনি হ'ল। লোকক নোখোজাকৈ চলি আছে।

২-৩-৩ : জেঠ মাহ, গেঁৰ ধৰা ধান ৰখে কংসাৰিয়ে টঙি সাজি। লাপনিয়া, বাঙ্গন বিৰ, আধলিয়া আৰু কংসাৰি এই চাৰিজনে নিজ নিজ খেতি ৰখে একেলগে। গাহৰি, ম'হে লাপনিয়া আৰু বাঙ্গনৰ খেতি খায় ৰখি থাকোতেও, কংসাৰিৰ এডাল ধানো নাখায়। কংসাৰিয়ে ভক্তি-প্ৰদীপ গ্ৰন্থ এখন পাই তাৰে পদ গাই হৰিক ভাবি-চিন্তি থাকে ওৰে নিশা। লগৰবোৰে কংসাৰিক কয়, "হেৰ ভক্ত, তুমি আমাতকৈ পাছত অহা, আমাৰ যে ধান গাহৰি-ম'হে খায়, তোমাৰ দেখোঁ ওচৰো নাচাপে, তুমি কিবা জানা হ'বলা?" কংসাৰিয়ে কয়, "কি জানো মই, দুখীয়া দেখি ঈশ্বৰে দয়া কৰে।" ধান আধা পকোতে কংসাৰিয়ে লগৰীয়াহঁতক ক'লে, "তোমালোকে ধান দাই নিয়াহঁক।" তেওঁলোকে ক'লে, "আমি পূৰাকৈ পকিলেহে দাম, তুমি দাই দিয়া।" কংসাৰিয়ে ক'লে, "কেঁচাতে দালে ষাঠি পুৰা পাম, পকালৈ চালে কিজানি মূলো হেৰায়।" এইবুলি কংসাৰিয়ে আধা পকাতে ধান দাই নিলে। আৰু লাপনিয়া আৰু বাঙ্গনবিৰৰ ধান গাহৰি-ম'হে বেৰি খালে; যি ৰ'ল তাৰ আধাখিনি বানে উটুৱাই নিলে। পাছত গৃহস্থই মাটিৰ বাবদ আগধন বিচাৰিলে চাৰি পোণ কড়ি, কংসাৰিৰ হাতত ধন নাই। তেওঁ গৈ খাটা গোপালক ধৰিলে। গোপালে আগতে দিম বুলিছিল, পাছত দুখীয়া দেখি নিদিলে ধন হেৰাব

বুলি। কংসাৰিয়ে বেঙেনা এডৰা ৰুইছিল, তেওঁ তাকে বেচি দিলে। তাৰ পাছত তিনিজন লগৰীয়াৰ সৈতে চিনাতলি মাটি উলিয়ালে; কিন্তু বিধান নাই। এতেকে চাৰিওজনে নাও লৈ নৈ পাৰ হৈ গ'ল দক্ষিণলৈ। তেওঁলোকে মনথৈত নাও থৈ ঠাকুৰ আতাৰ ঘৰলৈ গৈ বাটচ'ৰাত ৰ'ল। আতা ঘৰত নাছিল। ঠাকুৰ আতাই পত্নীক কৈ থয়, "আমাৰ গুৰুজনাৰ ঠাইৰ ভকত আহিলে সোধ-পোছ কৰিবি।" আয়ে অতিথি কেইজনক সুধি চাই দেখিলে তেওঁলোক গুৰুজনাৰ ঠাইৰ নহয়। নিশা ঠাকুৰ আতাই আহি পত্নীক সুধিলে, "এওঁলোক ক'ৰ অতিথি?" আয়ে ক'লে, "ক'ৰবাৰ পথিক, আমাৰ তাৰে নহয়।" ঠাকুৰ আতাই ৰাতি শুলে। তেওঁ ৰাতি শুনিলে কোনোৱে ভক্তি-প্ৰদীপৰ পদ গাইছে। ৰাতিপুৱা আতাই কংসাৰিৰ ওচৰলৈ গৈ সুধিলে, "তোমালোক ক'ৰপৰা আহিছা?" কংসাৰিয়ে ক'লে, "আমি মালচাৰ পৰা আহিছো চিনা ধান বিচাৰি।" ঠাকুৰ আতাই কংসাৰিক লগৰ কেইজন ক'লৈ গ'ল সুধিলে। কংসাৰিয়ে ক'লে, "তেওঁলোকে ইয়াত চিনা ধানৰ বিধান বিচাৰি গৈছে।" ঠাকুৰ আতাই ক'লে, "বিধান নাপায় যদি আমাৰ ইয়াতেই আছে।" আতাই পুনৰ সুধিলে, "ৰাতি যে পদ গাইছিল, কোনজনে গাইছিলাহঁক?" কংসাৰিয়ে তেৱেঁই গোৱা বুলি ক'লে। ঠাকুৰ আতাই সেয়া কিহৰ পদ বুলি সুধিলে। কংসাৰিয়ে ক'লে, "লোকে ভক্তি-প্ৰদীপ বুলি কয় দেখোঁ, কোনে ৰচা জানো?" আতাই ক'লে, "যি চাউলৰ ভাত খাইছা তাৰ ধানকে নিচিনা?" কংসাৰিয়ে সুধিছে, "কোনেনো কৰা বাপহে?" আতাই ক'লে, "যিজনে ৰচনা কৰিছে সেই পুৰুষ পৃথিবীতে আছে।" কংসাৰিয়ে তেওঁ ক'ত আছে ক'বলৈ ক'লে। আতাই সুধিলে তেওঁৰ নাম ক'লে কংসাৰিয়েনো কি কৰিব? কংসাৰিয়ে ক'লে, "তেওঁৰ দুখানি চৰণত বিক্ৰী যাম আৰু নিশ্চয়কৈ কৈছো আৰু।" তেতিয়া ঠাকুৰ আতাই ক'লে, সেই সুন্দৰীদিয়াতে আছে গুৰুজন।" কংসাৰিযে ক'লে, "মোক গুৰুজনৰ ওচৰলৈ নিয়াহঁক, এৰিলো আৰু খেতি-বাতি।" আতাই ক'লে, "নহয়, তুমি এতিয়া লগৰ সৈতে আহিছা, বাৰু বিধান লৈ যোৱা আৰু বিধান বৈ আঠ দিন পিছত আহাগৈ।" ঠাকুৰ আতাই বিধান দিলে। কংসাৰিয়ে বিধান লৈ গৈ বৈ সাদিনত ঘূৰি আহিল। ঠাকুৰ আতাই তেওঁক খুৱাই-বুৱাই পুৱাৰ নিত্যকৰ্ম কৰাই গুৰুজনাৰ ওচৰলৈ লৈ গৈছে।

২-৩-৪ : ঠাকুৰ আতাই কংসাৰিক ক'লে, "তুমি এতিয়া অভজনে আছা, একেচাটে গুৰুজনাৰ কাষলৈ নিলে ব্যভিচাৰ পাপ লাগে, গুৰুবাক্য নৰয়।" আতাই কংসাৰিক খীৰা মৰলৰ বাৰীৰ জেৰেঙ্গা গছডাল দেখুৱাই ক'লে, "সেই বৃক্ষৰ গুৰিতে গুৰুজন আছে, বৃক্ষডাললৈ চাই ইয়াৰ পৰাই দণ্ডৱতে সেৱা কৰা।" কংসাৰিয়ে সেৱা কৰিলে। পাছত আতা আৰু কংসাৰিয়ে গৈ মাধৱদেৱ গুৰুজনাক সেৱা কৰিছে। তেতিয়া গুৰুজনাই কোটোৰা খেলোৱা নাটৰ গীত, সুৰ ৰচনা কৰি আছিল। কংসাৰিয়ে গুৰুজনাক দেখিলে — মধুৰ-মূৰ্ত্তি ৰূপ, যেন কোটি সূৰ্য্যৰ সমান, কোটি চন্দ্ৰমাৰ জ্যোতিৰ প্ৰকাশ; নীল শ্যাম বৰণৰ দেহা, চক্ৰাকৃতি মাথা, কেঁকোৰা চুলি, পদুম ফুলৰ পাহিৰ আকৃতিৰ বহল চকু, ভ্ৰূ দুকোছা মদনৰ ধনুৰ দৰে, কন্দুলি ফুলৰ দৰে ৰঙা ওঁঠ, ডালিমগুটীয়া দাঁত, সুন্দৰ থুঁতৰি, সিংহ বান্ধৰ কান্ধ, গল শংখৰ দৰে খাজকটা, বগা গাল, আঁহতৰ পাতৰ দৰে বুকু, ডম্বৰুৰ দৰে কঁকাল, আঁঠুলৈ পৰা দীঘল হাত দুখন কুন্দত কটাৰ দৰে, বাসুকী নাগৰ দৰে গোল; আঙুলি ৰত্নৰ ঠাৰিৰ দৰে, উৰু-আঁঠু বলবান, পদুম ফুলৰ কলিৰ পাহিৰ ৰঙৰ ভৰিৰ তলুৱা, চম্পাফুলৰ কলিৰ দৰে ভৰিৰ আঙুলি আৰু হৃদয়ত ভক্তৰ লক্ষণ প্ৰকাশ পাইছে। এনে চমৎকাৰ ৰূপ দেখি কংসাৰিয়ে পুনৰ গুৰুজনাৰ অভয় পদত সেৱা কৰিলে। গুৰুজনে ঠাকুৰ আতাক ক'লে, "এওঁ ক'ৰ?" আতাই ক'লে, "বাপ, এওঁ মালাচাৰ পৰা আহিছে, নাম কংসাৰি; আপোনাৰ এই চৰণত বিক্ৰি যাবলৈ আহিছে। এওঁ অভজনে থকা দেখি বাটতে মই দণ্ডৱত কৰাই আনিছো।" গুৰুজনে ক'লে, "ধূৰ্ত্ত, মোৰ বস্তু মোকে ভেটাহি; কল খাই বাকলি, সাহ খাই বাহ দিয়া।" আতাই ক'লে, "খোলাও আপোনাৰে, সাহো আপোনাৰে; আপোনাৰে দাস।" গুৰুজনে কংসাৰিক ক'লে, "তুমি আহিলা, এই ধৰ্ম দেখিছা আৰু ধৰিম বুলিছা; কিন্তু এই ধৰ্ম পিতৃ-মাতৃ এৰা ধৰ্ম আৰু ভাৰ্য্যা-পুত্ৰই নধৰিলে ত্যাগ কৰিব লাগিব সিহঁতক, পাৰিবা? আৰু সিহঁতে তোমাৰ কথা সন্মত হ'লে, তোমাৰ মত ল'লে, নালাগে এৰিব।" কংসাৰিয়ে ক'লে, "বাপ, সিহঁতে মোৰ বাক্য নলয়, বাক্যত নচলে, সেইমতে নকৰে যদি ত্যাগ কৰিম, এৰিম সিহঁতক।" তেতিয়া গুৰুজনাই কংসাৰিক পূৰ্বৰ ভাগৰ বস্তু বুলি চিনি পাই ব্ৰত হৰিচ নকৰাকৈয়ে গুৰু বাক্য বোলাইছে। আৰু কংসাৰিক পূৰ্বৰ নিজ নাম বিষ্ণু দিছে।

বিষ্ণুৱে ক'লে, "বাপ, সেৱকৰ পাছত হৰিগুণ গাই ইয়াতেই ৰওঁ, নাযাওঁ আৰু মায়াময় সেই গৃহ অন্ধকূপলৈ।" গুৰুজনাই ক'লে, "যোৱা, তোমাৰ পৰাই অনেক জীৱই এই ধৰ্ম ধৰি তৰিব, মোৰ গুৰুধৰ্ম বাঢ়ি পথ মুকলি হ'ব।" বিষ্ণুৱে ক'লে, "বাপ, আপোনাৰ অভয় পদ শ্বেত ছত্ৰ ছায়াৰ পৰা যাবৰ ইচ্ছা নহয়।" তেতিয়া গুৰুজনাই ৰত্নাৱলীৰ পদ মাতিছে –

যিটো গৃহে মাধৱৰ ভকতি সাধয়,
এৰিব নালাগে তাক, থাকিবৰ যোগ্য হয়।

হৰিভক্তি বাধক দুসঙ্গহে শাস্ত্ৰই সাধুক এৰিব দিছে। তেতিয়া বিষ্ণুৱে গুৰুবাক্য শিৰোধাৰ্য্য কৰি ঘৰলৈ যাবলৈ মন মেলি ক'লে, "বাপ, যদি ভাৰ্য্যা-পুত্ৰই মোৰ কথা মানে আৰু শৰণ প্ৰাৰ্থে, তেতিয়া এই সাত লুইতৰ পাৰে পাৰে হাবিৰ ম'হ-হাতীৰ মাজেৰে কেনেকৈ সিহঁত আহিব অথবা ময়ে সিহঁতক আনিম? আৰু যদি সিহঁতে মোৰ বাক্য নধৰে, মই ঘৰলৈ গৈয়ে ঘূৰি আহিম।" তেতিয়া গুৰুজনে ক'লে, "আহিব নালাগে, তোমাৰ তাত যি ভক্তি-প্ৰদীপ শাস্ত্ৰ আছে তাকে আগত থৈ হৰিচ আদি প্ৰাৰম্ভিক প্ৰক্ৰিয়া কৰি মই যিধৰণে গুৰুবাক্য বোলাইছো তুমিও তেনেকৈ বোলাবা; এইবুলি গুৰুজনে বিষ্ণুক আজ্ঞা কৰিলে। আৰু গুৰুজনে ক'লে, "তোমাক দক্ষিণ কোণত থাপিলো, তোমাৰ পৰা অনেক গজালি ওলাব।

২-৩-৫ : পাছত গধূলি দুয়োজন আতাকে ভোজন কৰাই গুৰুজনে শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম পাটী দিয়া।" আতাই পাটী পাৰি দিলে। তাতে বিষ্ণু আতা আৰু ঠাকুৰ আতাই শয়ন কৰিলে পৰমানন্দত। পাছত দোভাগ নিশা গুৰুজনে আনন্দতে দুয়োজন আতাৰ মাজতে শয়ন কৰিলে। ঠেলা-ঠেলিত দুয়োজন আতা মাটিত পৰাৰ উপক্ৰম হ'ল। এজন আতাই ভাবে আনজন আতাই ঠেলিছে, আনজনে ভাবে আনজনেহে ঠেলিছে. আতা দুজনে হাত ফুৰাই চাই দেখিলে তেওঁলোক তিনিজন, পাছত গুৰুজনা বুলি গম পাই দুয়োজন আতাই উঠিব খুজিলে। গুৰুজনে দুয়োখন হাতেৰে জগতৰ ভৰ দি দুয়োজন আতাকে দুয়োফালে বেৰত জোৰকৈ হেঁচি ধৰিলে। দুয়োজন আতাই কয়, "বাপ, মৰিলো মৰিলো!" গুৰুজনে ক'লে, "কিহত মৰা, তুমি কোন আৰু মই কোন চোৱাচোন

বিচাৰ কৰি।" তেনে পৰমানন্দ খেলা সুখতে ৰাতি পুৱাল।

২-২-৬ : দুয়োজন আতাই গুৰুজনত বিদায় লৈ গ'ল মনথেলৈ। ঠাকুৰ আতাই ঘৰ পাই তাত বিষ্ণু আতাক ভোজন কৰাই পঠাইছে। বিষ্ণু আতাই ঠাকুৰ আতাক সেৱা-সৎকাৰ কৰি গ'ল। বিষ্ণু আতাৰ ঘৰ চেঁচুক ঠাইত, গছৰ তলত, ৰ'দ নপৰে। গতিকে আয়ে মুকলিত খোলা কৰি ধান শুকাইছিল। সেইখিনিতে বগৰি গছ এজুপি আছিল। বিষ্ণু আতা গৈ বগৰিৰ তলত বহিল। বিষ্ণু আতাৰ তিনিজন পুত্ৰ — গোপাল ডাঙৰ, যদুমণি মাজু আৰু হৰিচৰণ কণিষ্ঠ। আতাক দেখি আয়ে ক'লে, "গোপাল, পিতাৰা দেখোঁ আজি তাতেহে বহিলগৈ; যোৱাচোন সোধা, নাহে কিয়?" গোপালে গৈ ক'লে, "পিতা, ইয়াতহে বহিলা দেখোঁ, তুমি আলহীনে? ঘৰলৈ নাহা কিয়?" আতাই ক'লে, "বোপা, পূৰ্বতে মই ডেকা সদাগৰ আছিলো আৰু তিনিমূৰীয়া বুঢ়াৰপৰা চাৰি লাখ টকা ধাৰলৈ লৈছিলো। মূল নাৰাখি নগৰত বেপাৰ কৰিছিলো, লাভ হওঁক ছাৰি মূলকে হেৰালো। ভয়ত জ্ঞান হেৰাই কত যুগ যাতায়ত কৰি সংসাৰত ভ্ৰমি পলাই ফুৰিছো। এতিয়া গৃহস্থৰ লোকে লগ পাই গৃহস্থক সোধাই দিছে, সূতে-মূলে লাগে, নেৰে; বাণিজ্য কৰি হ'লেও দিবলৈ কৈছে। তহঁতৰ ওচৰলৈ আহিছো এই ভৰ, ভাৰ ল'বি বুলি। তহঁতে ভাৰ নল'ৱ যদি যামগৈ আকৌ; মাৰাক ইয়াকে কোৱাগৈ।" ইয়াকে শুনি গোপালে আতুৰ হৈ গৈ মাকক ক'লৈগৈ। আই মহা চতুৰ বুদ্ধিমতী লোক, দোষ লাগি অহা শুদ্ধ জীৱ। আয়ে আগবাঢ়ি গৈ নম্ৰভাৱে আতাক ক'লে, "আপুনি গৃহস্থ আমি আপোনাৰ দাস-দাসী। আমি চাৰিজন মা-পুত্ৰক কিনি হাতত লৈ ভাৰতৰ হাটত বণিজ কৰক, টকা সূতে-মূলে দিব পাৰিব। আমি আপোনাৰ বাক্যত নচলিলে, নৰ'লেহে আমাক এৰা যুগুত; এতিয়া আহক!" আইৰ কথাত সন্তোষ পাই আতাই গৈ নিলগত বহিছে। আয়ে পাগ-পাত পেলাই খলা, কলহ গোবৰ-মাটিৰে মচাই, বস্ত্ৰ ধুই উপবাসে থাকি খেদ কৰিছে — "সৰু ল'ৰা লৈ লুইত পাৰ হৈ কেনেকৈ যাম?" আতাই ক'লে, "যাব নালাগে; যদিহে নিশ্চয় কৰিছা মোকে আজ্ঞা কৰিছে গুৰুজনে।" আয়ে ক'লে, "তোমাকে যদি গুৰু পালো, কি নাসাধিলো আৰু! এতিয়া সংশয় কি সংসাৰ তৰাৰ? মহাভাগ্যত দৰিদ্ৰই অষ্টনিধি পোৱাদি বিধিয়ে ইয়াতে তোমাক আনি মিলাইছে। আৰু নিশ্চয়ে

কৰিলো।" তাৰ পাছত খাৰ-টেঙাৰে স্নান কৰাই, মাহ, চাউল, বস্ত্ৰ আগ কৰি দি তামোল-পাণ দি আৰু ভক্তি-প্ৰদীপখন থাপনাত থৈ ধূপ-দীপ জলাই আতাই মহাপুৰুষক গুৰু বোলাইছে পুত্ৰ-ভাৰ্য্যা সকলোকে। এতিয়া আই আৰু ল'ৰাই আনৰ ঘৰলৈ নাযায়, আনৰ জুই, পানী, পাত, খৰি, বিয়া, সবাহ ভোজ সকলো এৰিলে। এদিন পানী আনিবলৈ আয়ে গৈছে নৈৰ ঘাটলৈ, লাপনীয়া, বাঙ্গন, আধলীয়া এই তিনিজনৰ ভাৰ্য্যাই ঘাটত আইক ধৰিলে, "দেখোঁ চাৰি মাহে তোমালোকে কাৰো ঘৰলৈ নোযোৱা, কিয়?" আয়ে ক'লে, "আমাৰ তেখেতে মহাপুৰুষক গুৰু বুলি আহিছে আৰু আনৰ ঘৰলৈ যাবলৈ, আনৰ খাবলৈ হাক দিছে।" তিৰোতা কেইগৰাকীয়ে কথাটো নিজ নিজ স্বামীক ক'লে। কথাটো শুনি তিনিও গৃহস্থই আহি বিষ্ণু আতাক কথাটো টানকৈ ধৰি ক'লে, "একে লগতে গৈছিলো, একেলগে ফুৰো-ছাকো, খেতি-কৃষি কৰো, এনে বস্তু পাই আমাক নোকোৱা কিয় অতদিনে? এতিয়াও লৈ যোৱা তালৈ, কালিলৈয়ে।" পিছদিনাখন চাৰিও ভাৰ-ভেটী লৈ গুৰুজনাৰ তালৈ গ'ল। তেওঁলোকে গৈ ঠাকুৰ আতাৰ ঘৰত ৰ'ল। ঠাকুৰ আতাই তেওঁলোকক গুৰুজনাৰ ওচৰলৈ নিছে। গুৰুজনে তিনিওজনকে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক গুৰু বোলালে। তেতিয়া তিনিওজনে গুৰুজনাক সুধিছে, "এতিযা আমি ন-চাউল, শাক ক'ত লগাম? আহিমনো কেনেকৈ এই সাত লুইতৰ পাৰ আৰু ভাৰ্য্যা-পুত্ৰ কেনেকৈ আহিব, আনিম বা কেনেকৈ এই হাবি, হাতী-ম'হৰ মাজেৰে?" তেতিয়া গুৰুজনে ক'লে, "ন চাউল, শাকৰ উপহাৰ বিষ্ণুকে দিবা, তথাপি মই পাম। পুত্ৰ-পত্নীকো বিষ্ণুৰ ওচৰলৈ নি শৰণ কৰাবা।" নিশাটো তাতে ৰৈ ভোজন কৰি চাৰিওজনে আহিছে তাৰ পৰা।

২-২-৭ . ঘৰ পাই লাপনীয়া, বাঙ্গন আৰু আধলীযা তিনিওজনে ভাৰ্য্যা সকলক লগত লৈ গৈছে বিষ্ণু আতাৰ ওচৰলৈ। বিষ্ণু আতাই মাহ, চাউল, বস্ত্ৰ, শাস্ত্ৰ আগত থৈ মহাপুৰুষক গুৰু দেখুৱাইছে। তাৰ পাছত চাউল, শাক, দ্ৰব্য যি উঠে বিষ্ণু আতাই অকলে নাখাই, ঘৰৰো কিছু আনি তাকে চাৰি ভাগ কৰি চাৰিওজনে নিয়ে। চাৰিওজনৰে প্ৰীতি, আহ্লাদ লোকে দেখি বিস্ময় মানে। তাকে শুনি খাটা গোপালে চাউল এভাৰ, টকা কিছু, পছৰা এখন, ইয়াকে লৈ বিষ্ণু আতাক সেৱা কৰিলে। আতাই ক'লে, "কি আনিছা এই?" গোপালে ক'লে,

"বাপ, চাউল, টকা, পছৰা।" আতাই ক'লে, "আগতে মই তোমাক এটকা ধাৰে খুজি নাপালো।" গোপালে ক'লে, "আতা ময়ো মনতে দুখ কৰি আহিছো, আতাই ধৰিবহে!" আতাই ক'লে, "নালাগে দুখ কৰিব, এতিয়া তুমি যেনে ময়ো তেনে, কিয় মোক দিবা? আৰু এতিয়াও কাক কোনে দিয়ে?" এয়া মহাপুৰুষৰ ধৰ্মইহে আনিছে, মোলৈ আনিছানে?" তাৰ পাছত প্ৰাৰম্ভিক কামখিনি কৰি আতাই গোপালক মহাপুৰুষক গুৰু বোলাইছে।

২-২-৯ : আৰু লাতিমা, হিৰা দলৈ, কমললোচন, হৰি, শিৱানন্দ, গোপাল, নাৰায়ণ, ৰাম — এই আঠজনে আতাৰ ওচৰলৈ গৈ মহাপুৰুষক গুৰু বুলিছে। এনেকৈ হৰি ভকতক এবাৰ দেখিয়েই লোকে চাৰিওফালৰ পৰা আহিব ধৰিলে। গোটেই গাঁও ভাঙি লোকে আতাৰ ওচৰলৈ আহিলত ঠায়ে নুজুৰা হ'ল।

২-২-১০ : সৰু গুৰুৰ মাকে সৰু গুৰুক বিষ্ণু আতাৰ ওচৰলৈ লৈ গ'ল পঢ়াবলৈ। আতাই ক'লে, "মই কি পঢ়াম, গুৰুজনাইহে যি পঢ়ায় পঢ়াব।" এইবুলি আতাই কমললোচনৰ লগতে সৰু গুৰুকো লৈ গৈছে গুৰুজনাৰ ওচৰলৈ। গুৰুজনাই বাহিৰত বহিছিল। গুৰুজনে দেখিয়ে ক'লে, "ব্ৰাহ্মণৰ ল'ৰাটি যে বিষ্ণুৱে আনিছে, বিহৰ পুলিটিহে ৰুবলৈ আনিছে।" আতাই সৰু গুৰুক গুৰুজনাৰ তাত দি আহিল। পুৰুষোত্তম, চতুৰ্ভুজ, ৰামচৰণ এই সকলৰ লগত সৰু গুৰুৱে পঢ়িছে। 'বিষ্ণুঅষ্টোত্তৰ'ৰ পাঠ সৰু গুৰুৰ মুখস্থ নহাত ঠাকুৰসকলে হাঁহিলে। গুৰুজনে ক'লে, "তোমালোকেহে ইয়াক উপলুঙা কৰিছাহঁক; ইয়াৰ ওপৰতো যে ছত্ৰ নধৰিব, সেয়াহে!"



# চতুৰ্থ অধ্যায়

২-৪-১ : আৰু ৰামচৰণ ঠাকুৰে নপঢ়োতে গুৰুজনে খুঁটাত বান্ধি ঠেলা মাৰি দিয়াত খুঁটাৰ গাঁঠিত লাগি ৰামচৰণৰ কপালত তেজ ওলাল। পাছত খুঁটাৰপৰা মোকলাই গুৰুজনে ক'লে, "ভাগিনক মাৰিবকে নাপায়, শিক্ষাৰ অৰ্থেহে মাৰো।" আৰু এদিন নিশা ৰামচৰণ পলাল। মাকে জোঁৰ লগাই বিচাৰি দুখতে কান্দি ফুৰিছে। গুৰুজনে দেখি ক'লে, "কি হ'ল?" আয়ে ক'লে, "দাদা, ল'ৰাটি নাই।" গুৰুজনে ক'লে, "জোঁৰদাল মোক দে; তোৰপৰা পলাইছে, মোৰপৰা পলাব ক'ত?" গুৰুজনে চাই দেখিলে ৰামচৰণ পুৰা কুঁহিয়াৰ তলিৰ ঘৰৰ মূধচত সোমাই আছে। আয়ে ক'লে, "দাদা, তাতে মই কেইবাবাৰো চালো দেখোঁ।"

২-৪-২ : হৰিপদ আতৈৰ ঘৰ কেৰাকুছিত আছিল। তাত তেওঁ অকলশৰীয়া হৈ আহি কমলাপতিৰ ঘৰত আছে। তেল বেচি চলে। এবাৰ সুন্দৰীদিয়ালৈ গৈছিল তেওঁ। গুৰুজনে হৰিকথা চৰ্চিছিল, তাকে সকলোৱে শুনিছে আৰু হৰিপদে ৰৈ আছে। হৰিকথাৰ অন্তত গুৰুজনে সুধিলে ভকতক, "সেই লোকজন ক'ৰ?" ভকতে ক'লে, "কেতিয়াবা তেল বেচিব আহে, বেচিবলৈ ৰৈ আছে।" গুৰুজনে ক'লে, "মাতাচোন।" ভকতে মাতিলত হৰিপদ আহিল। গুৰুজনে হৰিপদক সুধিলে, "তোমাৰ দেহৰ সম্বন্ধৰ কোন আছে?" হৰিপদে ক'লে, "বাপ, কোনো কিছু নাই।" গুৰুজনে ক'লে, "তেল বেচি কি পোৱা?" হৰিপদে ক'লে, "বাপ, দেহাটি চলাইছো কোনোমতে।" গুৰুজনে ক'লে, "এই ভকতৰ লগত হৰিগুণ গাই থাকিলে চাউল, কাপোৰ, লোণ সকলো হয় দেখোঁ। আতৈ সকলৰো মিলিছে।" হৰিপদে ক'লে, "বাপ, তেনেহ'লে নাযাওঁ, ইয়াতে থাকো।" পিছদিনাখন ব্ৰতেৰে ৰৈ হৰিপদে মহাপুৰুষক গুৰু বুলিছে আৰু গুৰুজনাই তেওঁক বাহা দিছে।

২-৪-৩ : তাৰ পাছত মাহত-পৰেকত হৰিপদে পূৰ্ব্বৰ থকা ঠাইলৈ যায় আহে আৰু কমলাপতিয়ে বস্তু দিলে আনে। এদিন গুৰুজনে হৰিপদ আতৈক ক'লে, "ক'লৈ গৈছিলা?" আতৈয়ে ক'লে, "বাপ, আগতে থকা ঘৰলৈ গৈছিলো।" গুৰুজনাই ক'লে, "গৃহস্থই মোৰ কথা সোধেনে?" আতৈয়ে ক'লে, "বাপ, আপোনাক প্ৰশংসা কৰে।" গুৰুজনাই ক'লে, মাতি আনিবাচোন এদিন, আহে যদি।" তাৰ পাছত এদিন আতৈয়ে গৈ কমলাপতিক ক'লে গুৰুজনে মতাৰ কথা। কমলাপতিয়ে ক'লে, "মই যাবই বিচাৰিছিলো।" এইবুলি এখন ভাৰ লৈ গৈ কমলাপতিয়ে গুৰুজনাক সেৱা কৰিছে। তাৰ পাছত গৈ তেওঁ মহাপুৰুষক গুৰু বুলিছে। কথা হৈ ভাল বুদ্ধিৰ বুলি জানি হৰিপদ আৰু কমলাপতি দুয়োকো গুৰুজনে পৰামৰ্শ তত্ব কৈছে। গুৰুজনে ক'লে, "হৰিপদে নিশা হাটীতে ৰ'বহি আৰু কমলাপতিয়ে দিনৰ ভাগত আহিবা, নিশা হাটীত নাথাকিবা।" গুৰুজনাৰ বাক্য ৰাখি কমলাপতিয়ে সেই নিয়মে অহা-যোৱা কৰি আছে।

২-৪-৪ : এদিন কমলাপতিয়ে গুৰুজনাৰ তালৈ যাবলৈ ওলাইছে। এনেতে সিফালৰপৰা হৰিপদ আহিছে ভাৰ বান্ধি লৈ গুৰুসেৱা কৰিবলৈ। হৰিপদক পদূলিতে লগ পাই কমলাপতিয়ে উভতি গৈ পত্নীক সুধিছে, "হেৰা, চাউল সিজোৱা হ'লনে?" পত্নীয়ে সিজোৱা নাই বুলি ক'লে। হৰিপদে কমলাপতিক চাউল সিজোৱালৈ অপেক্ষা কৰিব ক'লে। কমলাপতিয়ে হৰিপদক বিদায় দিলে আৰু ক'লে, "তুমি যোৱা, হাৰিয়াদিয়ালৈ গুৰুজন আহিছে, সেৱা কৰি আহাগৈ।" কোনোৱে কয়, দুয়োজন দুই বাটেৰে গৈছিল, লগ নাপালে। কমলাপতিয়ে পত্নীক ক'লে, "হৰিপদ আহিলে চাউল সিজাবলৈ যতনাই দিবা, তেওঁৰ সৈতে কিবা অঘটন হ'বলৈ হ'লে তুমিহে জানা। মই গুৰুসেৱা কৰি আহোগৈ।" এইবুলি কমলাপতিয়ে গুৰুজনাৰ তালৈ গৈ হৰি কথা শুনোতে গধূলি হ'ল, ব্ৰহ্মসভাত বৈৰত ৰজাৰ দৰে সেই সময় ক্ষণ যেন হ'ল। গুৰুজনে কমলাপতিক দেখি হৰিপদক সুধিলে, "কমলাপতিয়ে নগৈছেনে?" হৰিপদ আতৈয়ে ক'লে, 'বাপ, তেওক পদূলিত লগ পাই চাউল সিজাবলৈ ঘৰত থৈ আহিছো।" গুৰুজনে ক'লে, "তুমি আৰু যাব নালাগে, ৰাতিয়ে হ'ল, ইয়াতে থাকা, পুৱাতে যাবা।" হৰিপদ আতৈয়ে পুৱা গৈ কমলাপতিৰ ঘৰ পালে। কমলাপতিয়ে আতৈক সুধিলে, "বাপ আহিল?"

আতৈয়ে ক'লে, "তোমাৰ কৃপাতে আহিলো।" কমলাপতিয়ে ক'লে, "কালি নাহিলা কিয়?" হৰিপদ আতৈয়ে ক'লে, "হৰিকথা শুনোতে গধুলি হ'ল নিমিষতে।" কমলাপতিয়ে ক'লে, "আমিও তোমাক বাট চাওঁতে ৰাতি হ'ল।" হৰিপদে ক'লে, "এতিয়া যাওঁ, বিদায়হে।" কমলাপতিয়ে ক'লে, "চাউল সিজোৱা যাওঁক!" তেতিয়া হৰিপদ আতৈয়ে নাম-পাঠ কৰি চাউল সিজালে আৰু আনফালে কমলাপতিৰ পত্নীয়ে চাউল সিজালে। ভাত হ'ল। হৰিপদ আতৈয়ে ভাত বাঢ়ি লৈছে আৰু আনটো কোঠালিত কমলাপতিক ভাত বাঢ়ি দিছে পত্নীয়ে। দুয়োজনে ভাত খাবলৈ লৈছে। ইফালে কমলাপতিক পত্নীয়ে কৈছে, "এয়া দোষ, শুদ্ধধৰ্মত পাপ, হৰিপদ আতৈয়ে আহি মোৰ হাক নুশুনি যদি অসৎ আচৰিলেহেঁতেন মই বলেৰে সাৰিলোহেঁতেন, কিন্তু তুমি সভালৈ যোৱা বুলি গম পালে তেওঁ অসন্তোষ নাপাবনে?" হৰিপদ আতৈয়ে এক গৰাহ ভাত খাই আন গৰাহ তুলি লৈছিল মাত্ৰ, তাকে শুনি সেই গৰাহ তাতেই সৰি পৰিল। আতৈয়ে মুখ ধুই উঠি আহিল। ইফালে কমলাপতিয়ে ভাত খাই মুখশুদ্ধি কৰি উঠি আহিল। কমলাপতিয়ে ক'লে, "ময়ো যাওঁ গুৰুজনাৰ তালৈ।" এইবুলি দুয়োজনে আহি গুৰুজনাক সেৱা কৰিছে। হৰিপদ আতৈৰ কিছু পাছত কমলাপতিয়ে গুৰুজনাৰ আগত আঁঠু ল'লে। গুৰুজনে ক'লে, "কমলাপতি কালি ৰ'লা।" কমলাপতিয়ে ক'লে, "বাপ, হৰিপদ আতৈয়ে চাউল সিজাবলৈ থৈ আহিল। আতৈয়ে ভাত খাই যাব বুলি বাট চাওঁতে গধূলি হ'ল। আহিব নোৱাৰিলো।" গুৰুজনে ক'লে, "পূৰ্বতে মই বাধা দিয়া বাক্যটি নৰ'ল; তথাপি আৰু কি পাপ হৈছে কোৱা।" কমলাপতিয়ে ক'লে, "বাপ, একো পাপ হোৱা নাই।" গুৰুজনে সেই কথাৰ তিনিবাৰ পুনৰাবৃত্তি কৰিলে। গুৰুজনে ক'লে, "হৰিপদ, তুমি কোৱাচোন।" হৰিপদে ক'লে, "বাপ, তুমি সৰ্বসাক্ষী আত্মা হৃষিকেশ, জানাহা মোৰ চিত্তক, মই দাসে কি ক'ম?" সেই কথাকে লৈ গুৰুজনে ঘোষা মাতিছে —

"হৰিপদ ধৰ অন্যায় নকৰ,
শুনৰে পামৰ মন
সাখী হুয়া হৰি হিয়াৰ ভিতৰে

আছা দেৱ দণ্ডধৰ।”

“ৰাজা প্ৰজা জানিলে শঙ্কৰৰ মত শুদ্ধ।

সিটো মত এৰি আন আচৰয় পৰম সিটো মুগুধ।”

গুৰুজনে কমলাপতিক ক'লে, “জুই ফুৱাতেই মুখ পুৰিলে, জুই পুৱাঁবি ক'ত? আৰু মোৰ গুৰুজনে কৈ গৈছে, ‘মিছলীয়া বেশ্যাৰ গুৰু মই নহওঁ।’ অগম্য গমনৰ সৈতে তিনিওটা পাপ তোমাৰ সিজিল।” এইবুলি গুৰুজনে হৰিপদক ৰাখি কমলাপতিক খেদিছে।



# পঞ্চম অধ্যায়

২-৫-১ : বিষ্ণু আতাক ভূষণ গুৰুৱে সভালৈ মাতিলে। আতাই ক'লে, "মই মোৰ তত্ত্বৰে আলোচি চাওঁ।" এইবুলি কৈ আতা সভালৈ নগ'ল। ভূষণ গুৰুৱে খেদি আহিল আতাৰ ওচৰলৈ। আতাই গুৰুক ক'লে, "মই এঘাৰ ইন্দ্ৰিয়ৰ প্ৰত্যেককে সুধিলো। প্ৰথমে চকুৱে ক'লে, মই আগতে যাৰ ৰূপ চাইছো এতিয়াও তেওঁৰে ৰূপ চাম।" এনেকৈ মুৰৰপৰা ভৰিলৈকে সকলো অঙ্গৰ কথা আতাই ক'লে। "এতিয়া একো অঙ্গ নথকা বিষ্ণুৱে কেনেকৈ সভালৈ যাওঁ বোপা!" আতাই ভূষণ গুৰুক ক'লে।

২-৫-২ : বিষ্ণু আতাই হৰিগুণ গাই মালচাতে আছে। গোটেই গাঁওৰ লোকে দৌৰি আহিল আতাত শৰণ লৈ ভকত হ'বলৈ। আতাই মহাপুৰুষ দুজনা গুৰুক গুৰু দেখুৱায়, কিন্তু তেওঁলোকে তত্ত্ব নুবুজি আতাকে গুৰু নিশ্চয় কৰে। লাপনীয়া, বাঙ্গন আধলীয়া আৰু বিষ্ণু আতা – এই চাৰিজনে গৈ মাধৱদেৱক ক'লে, "বাপ, আমি তাত ৰ'ব নোৱাৰো; আমি দেখুৱাও আপোনাৰে সৈতে শ্ৰীশঙ্কৰদেৱক গুৰু আৰু তেওঁলোকে তাকে নুবুজি আমাকে গুৰু নিশ্চয় কৰে। আমি গুৰুভাৰ বলে নোৱাৰো, বম বা ৰ'ম কেনেকৈ?" গুৰুজনে ক'লে, "তেনেহ'লে নৃসিংহ যাত্ৰা কৰিব লাগে আৰু যাত্ৰা কৰিলে তেনে ভাবৰ উচ্ছন্ন হ'ব।" বিষ্ণু আতাই ক'লে, "তেনেই হওঁক, ময়ো যাব খুজিছো কাঠনালৈ।" গুৰুজনে ঠাকুৰ আতাক মুখা সজাৰ ভাৰ দিছে। বিষ্ণু আৰু ঠাকুৰ আতাই গৈ মুখা সাজিলে, হ'ল। বিষ্ণু আতাই ভক্তৰে সৈতে আহি গুৰুজনাক নিছে মালচালৈ। নৈৰ ঘাটত গোঁজ মাৰি বেৰ দি থোৱা হৈছিল। গুৰুজনে মালচাৰ ঘাটত উঠোতে অনেকে ভিৰ কৰি বেৰ ভাঙি আহি গুৰুজনাক সেৱা কৰি চুব বিচাৰিলে। ভকতসকলে হাতযোৰ কৰি বাধা দি ৰাখিলে। গুৰুজনাই ক'লে, "বিষ্ণু, কিয়

এনে হ'ল?" আতাই ক'লে, "বাপ, পৰাখিনি পুৰুষাৰ্থ কৰা হৈছে এই দাসৰদ্বাৰা।" গুৰুজনাই গৈ বহি মুখা কৰাৰ দোষ ধৰাৰ ছল কৰি খং কৰিছে আতাক। পিছত আতাই গুৰুজনাৰ সন্মুখতে আঁঠু লৈ ৰ'ল। লোক আৰু ৰায়তসকলে তাকে দেখি ক'লে, "আতাৰো গুৰু এওঁহে।" আতা গুৰুজনাৰ শিষ্য যেন জানি তেওঁলোকে আতাত কিছু শ্ৰদ্ধা এৰি গুৰুজনাক শ্ৰদ্ধা কৰিব ধৰিলে।

২-৫-৩ : তেতিয়া যাত্ৰা পাতি গুৰুজন হ'ল নৃসিংহ, হিৰা দ'লে হ'ল হিৰণাক্ষ। পূৰৈ ফেচুকাৰ বোলায়ে পাগুৰী পিন্ধাই দিছিল। যাত্ৰাত নৃসিংহই হিৰণাক্ষক উৰুত বহুৱাই চোলা ফালি নাড়ী শিৰত মেৰালে। তাকে দেখি দৰ্শক গিৰিসাই ভাগি পলাব ধৰিলে, "মহাজনে মানুহ মাৰিলে, মানুহ মাৰিলে বুলি।" এনে ঘটনা পূৰ্বতো হৈছিল। পূৰ্বৰ দৰে ঠাকুৰ আতাই লোকসকলক ওভতাই আনিছে, "ভাওহে, ভয় নাখাবি" এইবুলি। যাত্ৰাত নৃসিংহই দৈত্যসেনাক ঢকা, কিল্ল, গোৰ সোধালে। আৰু গোবিন্দ আতৈৰ গোৰ লাগি কপাল উখহি ঔ যেন হ'ল। পাছত সেয়া ৰ'লগৈ – তামোলৰ মান ডাঙৰ হৈ। তেওঁৰ নাম হ'লগৈ লাঠিয়া গোবিন্দ। পাছত আন ভকতেও গুৰুজনাক তেনে গোৰ প্ৰাৰ্থনা কৰে প্ৰসাদ বুলি। গুৰুজনাই ক'লে, "সেয়া ভাওহে, এতিয়া গোৰ মাৰিলে অপৰাধ হ'ব, দণ্ড লাগিব।"

২-৫-৪ · যাত্ৰাৰ সামৰণি পৰিল। আতৈসকলে অনেক দ্ৰব্য পালে। তেওঁলোকে তাতে দহ দিন থাকি কাশী গঙ্গা নৈৰে উজাই গৈ হেৰেমেশ্বৰ ৰাজ্যৰ হেৰমদাৰত ৰ'ল। গুৰুজনাই কথা, কীৰ্তন কৰি তাত ছয়মাহ আছিল। তাত আছিল মহা প্ৰেমভক্তি খেলা সুখ। তালৈকে অনেক ঠাইৰপৰা অনেক ৰায়ত আহিব ধৰিলে অৰু ধৰ্মও ধৰিলে অনেকে। পঢ়িয়া ভকতে হ'ল তিনিকুৰি ঘৰ। সেই ঠাইত লোক সমাগমত জঞ্জাল পাই গুৰুজনে আৰু শ্ৰীৰাম আতাই তাৰপৰা উত্তৰে এখন ঠাইলৈ গৈ তাত বহে আৰু কৃষ্ণ কথা চৰ্চা কৰে। পাছত সেইখন ঠাইত 'সৰু হেৰমদ' নামে থান এখন হ'ল। নৈৰ ঘাটৰ কাষত এজুপি আম গছ আছিল, গুৰুজনে সেই গছত আঁউজি এপদ ভৰি গছত আৰু আনপদ মাটিত থয়। গছডালত গুৰুজনাৰ পদচিহ্ন ৰ'ল আৰু গছৰ আঁউজা ঠাইডোখৰ চাঁচা যেন হ'ল। এজন সৰু ল'ৰাই কান্দি কান্দি গুৰুজনাৰ ওচৰলৈ আহিল। গুৰুজনে

গছৰপৰা ভৰিখন আনি ল'ৰাটিৰ মূৰৰ ওপৰত থ'লে আৰু ল'ৰাজনে কান্দিব এৰিলে। ৰামচৰণ ঠাকুৰে ৰোৱা বেল, নাৰিকল, আম, আমলখি আজিও তাত আছে।

২-৫-৫ : পাছত হেৰেমেশ্বৰ ৰজাই শৰণ ল'বলৈ মন কৰি গুৰুজনাৰ ওচৰলৈ মানুহ পঠালে। গুৰুজনাই ৰামচৰণক ক'লে, "ৰামচৰণ, মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে বৈকুণ্ঠলৈ গ'ল ৰজাক শৰণ দিব লাগে বুলি, এতেকে আমিও এই ঠাই এৰো বোলা।" এইবুলি নাও লৈ গুৰুজনে তাৰপৰা আহিছে। নাও কিছুদূৰ ভটীওৱাত ৰামচৰণ উঠিল হাত-মুখ ধুবলৈ। কাষত পিতনীত ভেট ফুল ফুলিছে দেখি ৰামচৰণে ক'লে, "মামা, জলে-স্থলে কি বিতোপন ঠাইখন!" গুৰুজনাই ক'লে, "পাছত ইয়াত আমাৰ থান হ'ব।" কিছুদূৰ গৈ পানী জুৱলীত থিয় দি ৰামচৰণে ক'লে, "মামা, চাপৰিটো কি সমান! সত্ৰ কৰিবলৈ উত্তম।" গুৰুজনাই ক'লে, পাছলৈ ইয়াত সত্ৰ হ'ব।" সেই ঠাইত সৰু-বৰ হেৰেমদ ফুল আছিল আৰু তাতে ফুলগুৰি সত্ৰ হ'ল। গুৰুজনাই চকু বহলাই নৈৰ পাৰে পাৰে চাই গ'ল আৰু য'ত চকু পৰিল তাতে সত্ৰ হ'ল পাছলৈ। এনে সত্ৰবোৰ হ'ল – সিকৰ হাটী, ধোপগুৰি, নপৰা, নহাটী, নবৰি, মৰহাটা, জটিয়া, জাজি, পৱালবৰি, গুৱাহটা, দীঘলকুছি, উৰপোট আৰু কন্দুপুৰ। পানীৰ পাৰত মাছমৰীয়াই নাও বাই আছিল। ভক্তসকলে সুধিলে মাছৰ খবৰ। সিহঁতে উত্তৰ দিলে, "সোতৰটা শাল মাছ পাইছো।" সেই ঠাইৰ নাম সোতৰ শলা হ'ল। কিছুদূৰ গৈ দেখিলে কিছুমান লোকে ফেৰেঙী জাল বাইছে। গুৰুজনে ক'লে, "এই বালিতে চাউল সিজোৱা যাওঁক। আৰু মাছ আনা।" ভকতে মাছমৰীয়াক মাছৰ কথা সুধিলত সিহঁতে ক'লে, "ছয়কুৰি নাৰ বাট মাছ পাইছো।" তাৰপৰাই সেই সুঁতিৰ নাম ছবুৰিয়া হ'ল। পিছদিনাখন একাদশী হেতু সেই ঠাইত বৈ নাম গাই উঠি কোমল চাউল আৰু কল খাইছে। আটাইয়ে সেই ঠাইৰ নাম থ'লে বিলৰ কল খোৱা।

তাৰপৰা গৈ তেওঁলোকৰ নাও কলহি নৈত পৰি ভটিয়াইছে। বাটত বৰ চোম গছ এজোপা দেখি ৰামচৰণে ক'লে, "মামা, এইডাল বৰ লম্বা চোম গছ আৰু তাতে অনেক পক্ষীয়ে বাহ বান্ধিছে।" গুৰুজনাই ক'লে, "আমাৰ পাছত অনেক ভকত লগ হৈ ইয়াত হৰিগুণ গাব। পাছত এজন সৎ সাধু লোক তাত থকাত সেই ঠাইতে চমৰীয়া সত্ৰ হ'ল। কিছুদূৰ যোৱাত এডাল থুৰি গছ দেখি

গুৰুজনাই ক'লে, "মণ্ডলাকাৰ মালাসদৃশ গছডাল।" পাছত সেই ঠাইৰ নাম মালৈবাৰী হ'ল।

গুৰুজনাৰ চকু পৰাত বেতবাৰী, কাতাৰিবাৰী, কৈমাৰি, দলগোমা, দমাল, চৌঁচ, বুৰকা, হৰিপুৰ, কাৰিপাৰা, কাতলমাৰি, কেচাইডুবি, ঢেকেলাবাৰী, নলঙ্গা এইবোৰ সত্ৰ হ'ল পাছত। তেওঁলোক গৈ পুনৰ মালচাত ৰৈ কাঠাসিয় খোৱাদি গৈ সুন্দৰীদিয়াত ৰৈছেগৈ।



# ষষ্ঠ অধ্যায়

২-৬-১ : **ভবানীপুৰীয়া গোপাল আতা ঃ** গোপাল আতাৰ পূৰ্বপুৰুষৰ ঠাই কলিতা দেশত। তেওঁলোকৰ ঘৰক ক'লা কলিতাৰ ঘৰ বুলিছিল। চেক্‌খামহাটনৈ গাঁওত ঘৰ। ক'লা কলিতাৰ পুত্ৰ বাসুদেৱ, বাসুদেৱৰ পুত্ৰ হৰিদেৱ, হৰিদেৱৰ পুত্ৰ শঙ্কৰদাস, শঙ্কৰদাসৰ পুত্ৰ চতন গিৰি, তেওঁৰ পুত্ৰ শংকৰষণ, শংকৰষণৰ পুত্ৰ নৰদেৱ, নৰদেৱৰ পুত্ৰ কামদেৱ। কামদেৱৰ স্বমাতৃ ঢুকাল। নৰদেৱে হৰি বৰকলিতা ঘৰৰ দ্বিতীয় পত্নী বিবাহ কৰালে। ভাদ্ৰত গোপালৰ মাতৃ গৰ্ভত স্থিতি, আহিনত পিতৃ ঢুকাল। পিতৃৰ ক্ৰিয়া-কৰ্ম কামদেৱে কৰিলে। কাতিমাহত কামদেৱে পিতৃৰ চাৰিশ টকা সতিয়া মাতৃৰ তাত থকা বুলি বিচাৰি ৰাজদূত নি মেলত হৰুৱাই মাতৃক শাস্তি বিহিলে। আয়ে উপায় নাপাই দেশ এৰি অটব্য অৰণ্য, ওখ পৰ্বত পাৰ হৈ তিনিখন চকি পাৰ হৈ আবৰমিৰি এৰি মাটি মিৰিয়েদি অসম দেশ ওলাল পোন্ধৰ দিনৰ মূৰত, গৰ্ভত থকা শক্তিমন্ত পুৰুষৰ শক্তিগুণে অনাহাৰে। আই মহা চতুৰ লোক। হাতত টকা আছিল। নগৰৰ সমীপতে আয়ে নাজিৰা হাটত দোকান দিব ধৰিলে ধন্য দলৈৰ ঘৰত থাকিবলৈ লৈ। আয়ে অনেক বস্তু লৈ গড়গাঁও বৰদ্বাৰ মুখত দোকান দিছে অহা যোৱা কৰি। আয়ে চাৰিখন ভাৰৰ বস্তু মূৰত নিয়ে। সেই বস্তুবোৰ কাঠৰ ডলাত নিওঁতে তিনিটা খুঁটি মাৰি তাৰ ওপৰত ডলাখন থৈ তলত সোমাই মূৰত ডলাখন লয় আৰু নমোৱাৰ সময়তো তেনেকৈ খুঁটি মাৰি নমাই দোকান দিয়ে। তেনে ডলা দুই তিনিজন লোকেও তুলিব নোৱাৰে। তিনিটা খুঁটি হাততে নিয়ে আৰু বুদ্ধিৰে তাক মাৰে; তেনেকৈ ভাৰখন লয়, থয়। এদিন সন্ধিয়া আয়ে ভাৰখন লৈ আহিছে। ঘাটৰ নাওখন সিপাৰতে আছে। এনেতে মুদৈৰ নাওখন পাঁচজনে চৰিৰে খোপনি দি যাবলৈ ওলাইছে। আয়ে সিহঁতক ক'লে, "বোপাহঁত, তামোল খাবা, মোকো নিয়া।" সিহঁতে ক'লে, "নুঠিবি, নেখাও তামোল।" তেতিয়া আয়ে নাওৰ কড়িত বাওঁ ভৰিখন দি ক'লে, "নেইঁক নাওখন।" সিহঁতে পাছত চৰিবাৰীৰে এক আঙুলো

আগবঢ়াব নোৱাৰি ক'লে, "কি বজ্র নখী ভৰি। উঠা নাওত।" সেই সময়ত আইৰ গৰ্ভ ন মাহ।

২-৬-২ : গোপাল আতাৰ জন্ম বহাগৰ দুপৰ নিশাত, বুধবাৰে শুক্লা সপ্তমীত। সেই সময়ত কাঁহ, ডবা, পেঁপা বাজিল; ভেৰা, হাতী, ঘোঁৰা আটায়ে চিঞৰিলে। তাতে প্ৰচাৰ হ'ল "শিষ্য পুত্ৰ ৰজা হ'ল"। তাকে শুনি ৰজা স্বৰ্গনাৰায়ণ সিংহই আজ্ঞা কৰিলে চাউদাঙক, "দশোদিশে আজি নিশা য'ত ল'ৰা জন্ম হৈছে চাই আটাইকে মাৰাগৈ।" আয়ে কাষৰ কাপোৰখন গাত লৈ কেঁচুৱাক আঁৰকৈ থলে, কোনোৱে ভূ-কে নাপালে প্ৰসৱৰ। দূতে আগেৰেই গ'ল, তৰ্কিবই নোৱাৰিলে। দূতৰ কথা বাদ, লগৰ পোহাৰীয়ে ভু নাপালে। পাছত ৰজাৰ জগৰ ভাগিল, তিনি মাহৰ পাছত শাওণত ৰজাৰ কোঁৱৰ জন্মিল — কেকোৰা জয়সিংহ। ৰজাই ধাই বিচৰাত লাগিল। আই বৰ ডাঙৰ-দীঘল, আৰু আইৰ লম্বা স্তন দেখি দূতে আইক নি ৰজাক ভেটালে। ৰজাই আইক দেখি সজ বুলি ৰাখি থ'লে। কোঁৱৰক পালন কৰি ৰাণীসকলৰ মাজত আইৰ বৰ খাটিৰ। গোপাল কোঁৱৰৰ সৈতে সমনীয়া, দুয়োজনে উমলি ফুৰে একেলগে। ঘিলা, ঢাল, পাহ, পচি, বাঘ ঢোপ, চৌপাট সকলো খেলত গোপালৰ জয়, কোঁৱৰ হাৰে। কোঁৱৰৰ সন্মানত লাগি লাজ পাই গোপালক মাৰিব ইচ্ছা মনতে, ছল কৰি মাৰিবলৈ পাং পাতি আছে। আৰু আই তাঁতশালত বৰ কাজী; ফুল, গুটি, গাটি, গছ-লতা, বুটা, কেচ, হাতী, ঘোঁৰা সকলো কাপোৰত তুলিব পাৰে। ৰজাৰ তাঁতীৰ তাঁতশাল সাত কুৰি আৰু লিগিৰীৰ এক শ। কুঁৱৰীয়ে কুৰি শালৰ মূৰব্বী কৰি দিলে আইক, বোৱাব কটাবৰ বাবে। তাতে আকৌ আই বুদ্ধিমন্ত; টকা-সিকা, বস্ত্ৰ, দ্ৰব্য বহুত পালে। এইদৰে পাঁচবছৰ ৰজাৰ ঘৰত থাকি বোৱা-কটাৰ কাম কৰাইছে। কোঁৱৰেও স্তন এৰিলে। তাকে কৈ আয়ে ৰজাৰ গৃহৰপৰা ওলাই পূৰ্বৰ নিয়মত দোকান দিছে।

২-৬-৩ : আৰু দুজনা গুৰুৱে বামুণেৰে বাদ লগাত ৰজাই তেৰাসৱক গড়গাঁওলৈ নিয়াত মেচা পুখুৰীত বৈ যাওঁতে নাজিৰা হাটত গোপালে বাৰটি আম দি গুৰু দুজনাক সেৱা কৰাত গুৰুজনাই মাধৱদেৱক "তোমাৰ ভাগৰ জীৱটি" বুলি গোপালক দেখুৱাইছে। আয়ে দোকান দি দুবছৰ আছে। এদিনাখন

গোপালে আলিত ঘিলা খেলিছিল আৰু আয়ে দোকান দিছে। সেই সময়ত ৰজাৰ কোঁৱৰে হাতী পোৱালীৰ পিঠিত উঠি আৰু সৰু ল'ৰা আৰু লিগিৰাৰ সৈতে দোকানৰ দ্ৰব্যবোৰ লুটি নিছে। সিহঁতে আই আৰু গোপালৰ ওচৰ পোৱাত, লিগিৰাই ধৰিলে আইৰ দোকানৰ দ্ৰব্যত। কোঁৱৰে পূৰ্বৰ ক্ষোভত গোপালক মাৰিবলৈ হাতী চলাই গোপালৰ ওপৰতে তুলিলে নি। গোপালে উঠি হাতীৰ দাঁতত ধৰি আলিৰ খাৰৈত মাৰি পঠালে। কোঁৱৰে সৈতে হাতী খাৰৈত পৰিল। গোপালে লিগিৰা সকলকো গঁতাই বগৰাই দ খাৰৈত পেলালে। কোঁৱৰ-লিগিৰা আটায়ে পৰি কেঁকাইছে। ৰজা-প্ৰজাৰ উচপিচ লাগিল। ভিতৰতে ঘোঁৰা চিপাহী সাজু হ'ল। সেই হিঁ-হিয়নিত সকলো এৰি গোপালে আইক লৈ বেগতে সাৰিল, কোনোৱে তৰ্কিব নোৱাৰিলে। বৰ জগৰ লাগিল, চকী-ফাটত বিচাৰি গোপাল আৰু আইক নাপালে ক'তো। গোপালে সেই নিশাই গৈ জকাইচুকৰ হৰাই বৰাৰ ঘৰত বৈ দুখেৰে ছমাহ নিৰ্বাহ কৰিলে। ৰজাই ভু পায় বুলি ভয় কৰি তাৰপৰা গৈ তেওঁলোকে নগৰৰ লোকে খটাত গজপুৰৰ চিনাকি তাঁতীসকলৰ বৰা হৰি মৰলৰ ঘৰত ৰ'ল এবছৰ। তাতো কষ্ট পাই বেচামৰা পাৰ হৈ অৰ্জুনগুৰিত আছিল নমাহ। তাৰপৰা ভটিয়াই গৈ চাৰিদ্বাৰত আছিল চৌধ্য মাহ। তাৰপৰা গৈ পাকৰিগুৰিত আছিল এক বছৰ। আৰু অঁকা, ভোটৰ ভয় পাই গৈ দৰঙ্গত আছিল সাত মাহ। তাৰপৰা ডকাইত ঘণ্টাৰ ভয়ত গৈ বৰভাগৰ সিঙ্গৰাত তিনিমাহ বৈ সুন্দৰীদিয়াৰ ওচৰৰ হৈতঙ্গ তালুকদাৰৰ ঘৰত ৰ'লগৈ।

২-৬-৪ : গোপালে সুন্দৰীদিযাত বৈ সুবিতা সন্ন্যাসীৰ দলত ফুৰিছে ছয় মাহ, বৰ কষ্ট কৰি এসন্ধ্যা মাত্ৰ ভোজন কৰি। সন্ন্যাসীয়ে ক'লে, “সুন্দৰীদিয়াৰ মহন্তৰ কাষলৈ গ'লে আমাক বৰ আদৰ কৰে দ্ৰব্য বস্তু দি।” এদিন সন্ন্যাসীৰ লগত গোপালে গুৰুজনাৰ ওচৰলৈ গ'ল। গুৰুজনাই চ'ৰাঘৰত বহি গধূলি বেলা ৰাজসূয় কাব্য লিখি আছিল। এওঁলোক দুজনে গৈ গুৰুজনাৰ পাছত কিছুসময় ৰ'ল, গুৰুজনে তেওঁলোকক মাতকছাৰি নেচালেই। এওঁলোক উভতি আহিল। বাটচ'ৰাৰপৰা গোপালে গুৰুজনালৈ উভতি চালে। গুৰুজনাইয়ো গোপাললৈ চাই পঠালে। দুয়োজনৰ চকুৱে চকুৱে পৰিল। গোপালে মাথা চাপৰাই হাতযোৰ কৰি গুৰুজনাক সেৱা কৰিলে। গোপালে ঘৰলৈ গৈ মনতে জিজ্ঞাসা কৰি ক'লে,

"এওঁৱে যদি মহন্ত, কিয়নো আমাৰ লগত কথা-সম্ভাষণ নকৰিলে, এওঁ মহন্ত নহয়।" এইবুলি গোপালে সন্ন্যাসীৰ লগ এৰি তিনিপষেক সুন্দৰীদিয়াত ৰৈ তাৰপৰা কুমাৰগাঁওলৈ গৈ পেৰা কুমাৰৰ ঘৰত ৰ'ল।

২-৬-৫ : গুৰুজনে সুন্দৰীদিয়ালৈ গৈ দহ বাৰ দিনৰ মূৰত শ্ৰীৰাম আতাক পঠায় গোসাঁনী আইৰ সুখ-দুখৰ বাৰ্তা ল'বলৈ আৰু লগতে কিবা ভাল বস্তু পালে দিয়ে। এবাৰ চ'ত মাহত গুৰুজনে শ্ৰীৰাম আতাক পঠাইছে। শ্ৰীৰাম আতাই পাটবাউসী পাই আইক সেৱা কৰি বহিছে। আয়ে গুৰুজনাৰ বাৰ্তা সুধিছে আৰু আতাই ক'লে। আতাই আইৰো বাৰ্তা সুধিছে। আয়ে ক'লে, "শ্ৰীৰাম, আজি মই স্নান নকৰাকৈ আছো। ধনুখন্দাত ৰাইজে মাছ মাৰিছে, পানী বোকাময় হৈছে আৰু তাত গোটেই তিৰোতাই গা ধুৱে, সেয়ে তালৈ যাবলৈ মোৰ কেনেবা লাগে। অ' বাপুত ক'বাগৈ পাৰে যদি এটা কুঁৱা খন্দাই দিয়ক।" তাৰ পাছত আতাই বিদায় লৈ আহি গুৰুজনাক সেৱা কৰি আইৰ সুখ-দুখৰ বাতৰি কৈছে। আয়ে কোৱাধৰণে আতাই পানীৰ অভাৱৰ কথা ক'লে। গুৰুজনে তাকে শুনি তেতিয়াই শ্ৰীৰাম আতাৰ সৈতে কলিয়া দলৈৰ ঘৰলৈ গ'ল। গুৰুজনাক দেখি দলৈয়ে আথে-বেথে নি বহাই তামোল-পাণৰ বঁটা দি সেৱা কৰি সুধিলে, "বাপ কিয় অহা হ'ল?" গুৰুজনাই ক'লে, "জগতগুৰুৰ মাতৃৰ পানীৰ দুখ হৈছে। পাট নাদ এটিৰ বাবে আহিছো।" দলৈয়ে ক'লে, "বাপ, ময়ে দিব পাৰো; কিন্তু পলম হ'ব। সেই পেৰাকুমাৰৰ ঘৰলৈ গ'লে আজিয়ে হ'ব।" তাৰপৰা গুৰুজনে দলৈ সৈতে কুমাৰৰ ঘৰলৈ গ'ল। গোপালে গুৰুজনাক বাটত দেখিয়ে আগবঢ়াই নি নতুন আসন, বস্ত্ৰ পাৰি বহুৱাই, নতুন পাত্ৰৰে ভৰি ধুৱাই পাদোদক পান কৰি, শিৰত লৈ তামোলৰ শৰাই আগত থৈ ভৰিত মাথা থৈ অনেক স্তুতি নিবেদন কৰি কাৰণ্য কাতৰ কাৰ্পুণ্য কৰিলে, বটু বামণক দেখি বলিৰ যেনে ভাৱ হৈছিল আৰু পুত্ৰ আনোতে দৈৱকীৰ যেনে ভাৱ হৈছিল সেইভাৱে। গোপালে সেৱাৰপৰা উঠি ক'লে, "বাপ, সেই সন্ন্যাসীৰ লগত আপোনাক দেখাৰ পৰাই আপোনাৰ চৰণকে চিন্তা কৰি আছো, তেওঁৰ লগ সেইদিনাই এৰিলো আৰু আপুনি মোক আপোনাৰ দুখনি চৰণৰ ভৃত্য, কিঙ্কৰ ৰূপে চপাই ল'ব লাগে।" এইবুলি কৈ গোপালে পুনৰ সেৱা কৰি গুৰুজনাক সুধিলে, "বাপ, কি কামত আগমন?"

গুৰুজনাই ক'লে, "গোপাল, পাটবাউসীত আই গোসাঁনী আছে, জগতমাতৃ; তেৰাই জল পান কৰিবৰলৈ এটি কুঁৱাৰ পাট দিয়া, তাৰ বাবে আহিছো।" গোপালে ক'লে, "দাসক ভৃত্য কৰি ল'লে কালিলৈ পাটে কুমাৰে নি কুঁৱা পাতি দি আহিম। এটা কাম কৰিব, গাখীৰ, চিৰা, কোৰ, গামোচা যতনাই থ'ব।" এইবুলি সেৱা-সৎকাৰ কৰি গোপালে গুৰুজনাক আগবঢ়াই থৈছে। পিছদিনা গোপালে কুঁৱাৰ পাট আৰু কুমাৰ লৈ গৈছে পাটবাউসীলৈ। গুৰুজনে আই গোসাঁনীক ক'লে, "মাতৃ, কুঁৱাৰ ঠাই দেখুৱাওঁক।" আয়ে ঠাই দেখুৱাইছে। তাত কুমাৰ ছয়জন আৰু গোপালে সৈতে সাতজনে এদিনতে কুঁৱা খান্দি পাট খুৱাই কুঁৱা পাতিলে।[1] আয়ে সকলোকে ফলাহাৰ কৰাইছে। কুমাৰে চিৰাত ধান পাই বাছিলত গোপালে ক'লে, "গৃহস্থৰ ভাণ্ডাৰৰ বস্তু, গোসাঁনীয়ে হাতেৰে স্পৰ্শ কৰা, একো নেৰিবা, তেনেই খোৱাইঁক।" তেতিয়া গুৰুজনে ক'লে, "গোপাল, তোমাৰপৰা জীৱক টানকৈ ধৰি থকা কৰ্মবাসনা, সংসাৰ নুগুচিব, যেনেকৈ চিৰা ভজা খুন্দাত, জৰা-চালাত ধান নুগুচিল আৰু তুমি তেনেকৈয়ে খাইছা। পাছলৈ তোমাৰ বেদ বাকলিত নিষ্ঠা নহ'ব, মূল এৰি সকলোৱে একগোট হৈ সংসাৰ যাতায়াত কৰি ভ্ৰমিবা।" গোসাঁনী আয়ে সকলোকে গামোচা, চেলেং দিছে। গোসাঁনী আৰু গুৰুজনাক সেৱা কৰি গোপাল আৰু কুমাৰসকল গৈছে। পাছত শ্ৰীৰাম আতাৰ সৈতে গুৰুজনো আইত বিদায় লৈ গ'ল। পিছদিনাখন গোপালে চাউল, মাহ, তামোল-পাণ, বস্ত্ৰ ভাৰ কৰি লৈ হৰিচে থাকি গৈ গুৰুধৰ্ম লৈছে। মহা বিৰক্ত হৈ গোপাল আৰু নগ'ল মাকৰ ওচৰলৈ। তেতিয়া গুৰুজনে গোপাল আতাক বাহিৰ হাটীৰ খিৰা মৰলৰ ঘৰত ঠাই দিছে।

২-৬-৬ : ব্ৰহ্ম মুহূৰ্ততে গোপাল আতাই শৌচ-শুদ্ধি, স্নান কৰি গুৰুসেৱা কৰি গুৰুজনাৰ কাষতে থাকে সদায় হৰিকথা শুনি, গুৰুজনাৰ পৰিচৰ্য্যাও কৰে কেতিয়াবা। গুৰুজনাই দুপৰীয়া বেলি লহিয়ালে চাউল সিজায় আৰু আতাই গৈ শুদা চাউল কেইটা সিজাই আধা সিজাতে নমাই বাকি লোণ খাৰ জলকীয়াৰে খাই আহে আৰু গুৰুজনে ভাত খাই সামৰোতে বা ভাত বাঢ়োতে আহি পায়হি।

১। পাটবাউসীৰ কুঁৱা ঃ সেই কুঁৱাটো পাটবাউসী সত্ৰত আজিও সংৰক্ষিত অৱস্থাত আছে।

গুৰুজনাই সোধে, "গোপাল খালানে নেখালা?" আতাই কয়, "বাপ, হ'ল।" তাৰ পাছত এদিন গুৰুজনে খিৰা মৰলক ক'লে, "গোপালে ভাত খায় নে নেখায় বেগতে আহে দেখোঁ?" মৰলে ক'লে, "বাপ, কেতিয়াবা সিজে আৰু কেতিয়াবা আধা সিজা হৈ থাকে, তাকে খাৰ-লোণ, জলকীয়াৰে খাই আহে; এনে বিৰক্ত, নিস্পৃহ লোক দেখা নাই। চাউল নহ'লেও নোখোজে, নোখোৱাকৈয়ে আহে, পাত নহ'লে বাটিতে খায়, নোখোজে।" তাকে শুনি গুৰুজনাৰ দয়া জন্মি এদিন ক'লে, "গোপাল, তাৰপৰা আহা, মোৰ লগতে থাকিবা, মোৰ লগতে খাবা, তোমাৰ তাত কষ্ট হয়।" গোপাল আতাই তিনিমাহ মৰলৰ ঘৰত থাকি আহি গুৰুজনাৰ লগত আছে হৰিগুণ গাই। এবাৰ খৰি নাছিল, গুৰুজনে ঠাণ্ডাত জুইৰ তাপ লয়। আতাই এদিন গৈ জাৰণিত সোমাই কাঠ ফালি আনি চোতালত দৌল কৰিলেহি। গুৰুজনাই ক'লে, "গোপাল, তুমি কাঠ ফালিলাগৈ, হাতখন চোৱাচোন, পানীজলা বান্ধিছে, আৰু নেযাবা, নল-খাগৰিৰে জুই পুঁৱাম।"

২-৬-৭ : গুৰুজনে কিবা উপহাৰ দ্ৰব্য পালে প্ৰথমে গোপাল আতাক দিয়ে আৰু পাছত নিজে ভক্ষণ কৰে। এদিন ঠাকুৰ আতাই দেখি ক'লে, "গোপাল, বৰ দোষ হৈছে। গুৰুজনাই তোমাৰ পাতত ভাত আগতে বাঢ়ে আৰু পাছত তেওঁ লয়। বৰ অপৰাধ সিজিছে, তুমি এটি বাহা কৰি থাকা।" তেতিয়া গোপাল আতাই গুৰুজনাক ক'লে, "বাপ, এফেৰি ঠাই দিয়ক, এটি বাহা কৰি থাকো।" পুৱৰ হাটীৰ মূৰত মাউতে-হাতীয়ে লুকাব পৰা এটি গাঁত আছিল, তাৰ পৰাই হাটীৰ লোকে মাটি তোলে। গুৰুজনে আতাক তাতে ঠাই দি ক'লে, "ঠাই যে নাই, ইয়াকে পুতি বাহা কৰা।" সেই গাঁততে মহা শ্ৰম কৰি মাটি পেলাই পুতি আতাই বাহা সজালে, হ'ল। শোৱা চাঙ, খৰি থোৱা চাঙ ইত্যাদি কৰিলে, সকলো তিনি পষেকতে হ'ল। ঘৰটো ল'বলৈ মাহ, চাউল, লাৰু কৰি আতাই ভক্তৰ সৈতে গুৰুজনাক নিছে। তেওঁলোকে গৈ নাম-কীৰ্ত্তন কৰি আতাক আশীৰ্বাদ দি প্ৰসাদ খাইছে। গুৰুজনে ক'লে, "নতুন ঘৰটি সজাইছা, দক্ষিণা দিব নালাগে?" আতাই ক'লে, "বাপ, লাগিলে দেহকে আপোনাক অৰ্পিছো।" গুৰুজনাই ক'লে, "এই বাহাটিকে দিয়া।" আতাই ক'লে, "মোৰ কি ভাগ্য, নিজ হাতেৰে কৰা বস্তু, দিছো বাপ। মোৰ বাবে এফেৰি ঠাইৰ আজ্ঞা কৰক!" গুৰুজনে ক'লে, "পশ্চিমত

হাটীৰ মূৰত বাহা কৰা।" আতাই ঠাইডোখৰ চালে, বৰ গাঁত, আগৰ গাঁতটোৰ দৰে। এজন ব্ৰাহ্মণ ভকত বৃদ্ধ, তেওঁ বাহা সজাব নোৱাৰে; গোপাল আতাৰ বাহাটো গুৰুজনে তেওঁক দিলে। আতাই পুনৰ গাঁতত মাটি পেলাই পুতি, কাঠ-বাঁহ আনি মহা পৰিশ্ৰম কৰি চাল-আটাল দি বাহা কৰিলে, হ'ল। আতাই আকৌ চাউল-মাহ আনি গুৰুজন ভকতক নি নাম গালে। হৰিগুণ গাই আশীৰ্বাদ কৰি গুৰুজনে ক'লে, "গোপাল, এতিয়া তুমি নতুন গৃহ কৰিছা, গুৰু দক্ষিণা দিয়া যাওঁক।" আতাই ক'লে, "বাপ, এই কাঠ-বাঁহ দুটা বছৰতে পচিব, ছিগিব, উঁয়ে খাব, মাটি হ'ব; আৰু যদি মোৰ নিস্তাৰ লাগে অছেদ্য, অভেদ্য, অভগন হ'ম মই। মোৰনো কি নহ'ল। প্ৰভু বাহাটো দিলো, মাত্ৰ মোক অলপ ঠাই দিয়ক।" গুৰুজনে ক'লে, "সমান ঠাইনে? সেই হাটীৰ মূৰৰ গাঁতটো পুতি ঘৰ কৰা।" গুৰুজনে আতাৰ বাহাটো ৰাখিলে আৰু বতাহ-বৰষুণ হ'লে ঠাকুৰ আতাই তাত থাকি চাউল সিজায়। আৰু শ্ৰীৰাম আতাই সেই বাহাত জাপি লাঠি থৈ বহি জিৰাই গুৰুজনাৰ ওচৰলৈ যায়।

২-৬-৮ : গোপাল আতাই গাঁতটো পুতি কাঠ-বাঁহ আনি পুনৰ বাহা সাজিলে, চৌবিশ দিনতে চাল-আটাল সকলো হ'ল। চাউল, মাহ, কল সকলো আনি আতাই পুনৰ গুৰু-ভকতক নি নাম গোৱালে। ঘোষা-কীৰ্ত্তন গাই গুৰুজনে আতাক আশীৰ্বাদ দি ক'লে, "গোপাল, তুমি ইয়াতে থাকা, তোমাৰ ভক্তি ধৰ্মই. শ্ৰীযশে সূৰ্য্যই প্ৰকাশ কৰাদি, নদী বোৱাদি জগতজুৰি ব'ব, জ্বলিব।" এই বৰ দি আতাক আজ্ঞা কৰিলে গুৰুজন আৰু ভক্তই। আতাই বাহাত পাগ জুৰিছে। তেওঁ পাত্ৰত তেল-পানী দি উঠি কলহটো চুলে। তাকে শ্ৰীৰাম আতাই দেখি ক'লে, "গোপাল পাগ পাত্ৰ দূৰ কৰা, পানী বহাই কলহ চুলা ঠিকেই, কিন্তু পাত্ৰত তেল দি চুলে চুৱা হয়।" তেতিয়া আতাই কলহ পাত্ৰ সকলো গুচাই স্নান কৰি পুনৰ পাগ জুৰি ভোজন কৰিছে।

২-৬-৯ : এদিন গুৰুজনে গোপাল আতাক গাখীৰ চিৰা দিলে শুদ্ধভাৱে। আতাই সেয়া নি বাহাত থৈ আহিল নাম গাবলৈ। নাম গাই ভাগৱত পাঠ আৰম্ভ কৰোঁতেই আতাই উঠি গ'ল। তেওঁ বাহালৈ গৈ চিৰা-গাখীৰ আগত লৈ দুখ কৰি কৈছে, "ঐ দুৰ্জন, পাপী মন, জন্মি পাঁচ বছৰ হোৱাৰে পৰা তোৰ

অধীন হৈ এইখিনি বয়স পালোহি, এবাৰো তোক এৰা নাই; আজি চিৰাৰ বাবে একেতিলে এৰিলি তই! তোৰ সঙ্গত হৰিগুণ গাই চিন্তি গুৰুৰ সঙ্গত থাকি উদ্ধাৰ হ'ম, এই কথা মিছা। এতেকে আজি তোৰ সঙ্গ এৰিলো। প্ৰকৃতি আৰু উদৰ তোৰ লগত একেলগে জন্মা, তোৰ সোদৰৰ ভাই আৰু তহঁতে মোক নৰকত পেলাই মাৰ। তহঁত কি মোৰ আপোন? মোৰ লগ লাগিছা যে? বাৰু মই হাতেৰে তুলি নিদিওঁ, খোৱাচোন।" এইবুলি আতাই চিৰা-গাখীৰ নাখাই বাহিৰত নি পেলালে।

২-৬-১০ : আৰু এদিন গুৰুজনাৰ কাপোৰত এলান্ধু পৰিল। গুৰুজনে টোকৰ মাৰি এলান্ধু গুচালে। তাকে দেখি গোপাল আতাই প্ৰাৰ্থনা কৰি ক'লে, "বাপ, এয়া কি বস্তু?" তেতিয়া গুৰুজনাই আতাক প্ৰশংসা কৰি ক'লে, "আনে দৈৰহে ঘী উলিয়ায় আৰু আমাৰ গোপালে ঘীৰপৰা অমৃত বাছে, কি নিপুণ বুদ্ধি।" গুৰুজনাই ক'লে, "এই বস্ত্ৰই শুদ্ধ শুক্ল গুৰু ধৰ্ম, এলান্ধুৱে অবিদ্যা, পঞ্চপৰ্বই পাপ; পঞ্চ তত্ত্বই পাঁচ আঙুলি, অনুৰাগে নখ, খেদ, গুৰুৰ বাক্যই টোকৰ, ফু মৰাই জ্ঞান আৰু কৰ্মত দাগ লাগিলে সংসাৰ যাতায়াত হয়।"

২-৬-১১ : অচ্যুত গুৰুৰ ঘৰ হাজোত। শান্তিপুৰলৈ তেওঁ পঢ়িব যায়। শ্ৰীৰাম আতাই তেওঁক বাটতে লগ পাই সুধিলে, "বামুণৰ পুত্ৰ ক'লৈ যোৱা?" গুৰুৱে ক'লে, "নদীয়া শান্তিপুৰলৈ গৈ পঢ়ো।" আতাই ক'লে, "মহাপুৰুষ গুৰুৱে যি পঢ়াব, ভাটীলৈ গৈ তাতকৈ কি অধিক পঢ়িবা?" অচ্যুত গুৰুৱে ক'লে, "তেনেহ'লে ইয়াতে থাকোঁৱে, গুৰুজনাৰ ওচৰলৈ মোক নিয়া।" ৰহুগণ ৰজাৰ জড়ভৰতক লগ পোৱাতে হোৱাদি আতাৰ সম্পৰ্কত অচ্যুত গুৰুৰ পাপ দূৰ হ'ল। আতাই গুৰুক আনি গুৰুজনাক ভেটিলে। গুৰুজনে অচ্যুত গুৰুক মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক গুৰু বোলাই পঢ়াই-শুনাই নীতি সদাচাৰ দেখুৱাই হৰিগৃহত দেউৰী পাতিলে। আৰু গুৰুজনে গোপাল আতাই সজা আৰু ঠাকুৰ আতালৈ ৰখা বাহাটো গুৰুক থাকিবলৈ দিলে।

২-৬-১২ : বহাগ মাহত এদিন বৰ বৰষুণ। শ্ৰীৰাম আতাই নৈৰ ঘাটলৈ স্নান কৰিবলৈ গৈ দেখিলে বিলৰ এমূৰত নিশাৰে পৰা মাছ পাৰত উঠি গোটেই উলুৱনীখন মাছেৰে পূৰ্ণ হৈছে। আতাই ধুতীৰ আঁচলত দুয়োখন হাতেৰে মাছ

ধৰি মাছবোৰ বৰ বিলত মেলিছে। বেলি দুপৰ হ'ল। কাৰৈ মাছৰ আঁচোৰত আতাৰ উৰু ফালি গা তেজেৰে ৰাঙলী হ'ল। আতাৰ ভৰিৰ গছকত এটি মাছ মৰিল। আতাই স্নান কৰি গৈ গুৰুসেৱা কৰি গৈ গুৰুজনাৰ ওচৰত অপৰাধৰ বাবে ক্ষমা খুজিলে। গুৰুজনাই ক'লে, "শ্ৰীৰাম, নামত নাছিলা, ক'লৈনো গৈছিলা?" আতাই ক'লে, "বাপ, ব্ৰহ্ম জীৱৰ দুখ দেখি তাক নিবাৰণ কৰোতে বেলা হ'ল।" গুৰুজনাই সৰিয়হ বাটি মৰা মাছটিৰে জোল বনাই সকলো ভক্তক বিলাই দিছে। গুৰুজনাই আতাক ক'লে, "শ্ৰীৰাম, যিবোৰক জীয়ালা সেইবোৰ মৰিল, এইটিহে জীলে। বাঁহ পাৰত পলমকৈ গজে, গাঁঠি তল হ'লে গাতে গজে, পোখায়। অ' মোৰ বন্ধুসকল, আটায়ে একশৰণ হৈ হৰিগুণ গাইছাইঁক, নামৰ মূৰ্তিয়ে সাৰুৱা মাটি পালে গজি পাত মেলে। তোমালোকে নিৰ্গুণ ভকতিৰ ভাগ কলিযুগতো নেৰিবা।" কোনোৱে শ্ৰীৰাম আতা নহৈ গোপাল আতাই তেনে কৰা বুলি কয়।

২-৬-১৩ : গোপাল আতাৰ মাতৃ বজ্ৰাঙ্গি আয়ে আতাক গালি পাৰে আইক এৰিলে বুলি। আয়ে গুৰুজনাকো অসূয়া কৰি অনেক বাক্য কয়, "অ' মোৰ একেটাই ল'ৰা, তাকো কিবাকৈ ফুচুলাই বলিয়া কৰি মোৰ বুকুৰপৰা নি ঘৰ ভাঙিলে তেওঁ, এনেহে মহন্ত ওলাল!" গোপাল আতাই গুৰুনিন্দা শুনি কাণত হাত দি গুচি আহে, আইক নেচায়, নেমাতে, ঘৰলৈ নেযায়, ঘৰত নেখায়; তথাপি আয়ে বাহালৈ আহি আতাক খং কৰি যায় দুই তিনি দিনৰ মূৰে মূৰে। একো উপাই নাপাই এদিন আতাই গুৰুজনাক ক'লে, "বাপ, মাৰিব, শাপিবও নোৱাৰো, নিজৰে মাতৃ; মোক কুবাক্য বুলিলে পাৰো, আপোনাক ধৰিলেহে উপায় নাপাওঁ।" তেতিয়া গুৰুজনাই আতাক ক'লে, "তুমি দুদিনমান ঘৰত থাকি কাঁথা, খন্তা, ম'ৰাৰ পাখি আৰু লাওলোটা যতনাই লৈ লোকক ক'বা পশ্চিমৰ ক্ষেত্ৰলৈ যাবা বুলি।" গোপাল আতাই ঘৰলৈ গৈ সেইমতে সকলোকে ক'লে, "গঙ্গা, জগন্নাথলৈ গৈ আৰু নাহো।" আয়ে শুনি বিহ্বল বিচুৰ্তি হৈ গুৰুজনাৰ আগত দণ্ডৱতে পৰি ক'লে, "বাপ, ল'ৰাটি বৈৰাগী হৈ গুচি যায় গঙ্গালৈ, আপুনি ৰাখক।" গুৰুজনাই ক'লে, "বুঢ়ী তুমি হেনো মোক অসূয়া কৰি শাও দিয়া, মই কেনেকৈ ৰাখিম, মোৰ কথাত ৰ'ব বা কিয় পুতেৰে?" আয়ে ক'লে, "বাপ, আজিৰপৰা একো নোবোলো আৰু, ৰাখক! আপুনি ক'লে ৰ'ব।" গুৰুজনাই ক'লে, "বাৰু যোৱাগৈ,

মই কৈ চাম।” তেতিয়াৰেপৰা আয়ে গালি এৰিলে, আৰু আই মহা ভকতনী হ'ল।

২-৬-১৪ : এদিন গুৰুজনে গোপাল আতাক সুধিলে, “গোপাল, তুমি আমাৰ ইয়াত সদায় থাকাও, দেখোঁ একো নুসুধা?” আতাই ক'লে, “বাপ, সাগৰৰ তীৰত যিসকলে নিবাস কৰে তেওঁলোকে সাগৰত জোৱাৰ উঠক বুলি ক'লে জোৱাৰ বা উঠিব কিয়? সমুদ্ৰত জোৱাৰ যি সময়ত উঠে, তেওঁলোকে তাক পায়।” গুৰুজনাই ক'লে, “অ' গোপাল সুন্দৰ দৃষ্টান্ত দিছা, মোক পাতিলা সাগৰ আৰু তুমি হ'লা সাগৰ তীৰৰ নিবাসী।” আতাই ক'লে, “বাপ, মই কি যোগ্যৰ! আৰু বাপ, বিবাহ কৰিবলৈ মন যায়; কিন্তু নিজৰ মায়াই অন্ধ কৰি মাৰেই কিজানি, ইয়াকে ভাবি-গুণি আছো।” গুৰুজনাই ক'লে, “গোপাল, বিবাহ কৰা। কৃষ্ণদেৱে গোপীসকলক কৈছে আৰু মোৰ গুৰুজনেও দশমত দিছে –

মোতহে একান্ত চিত্ত যাৰ।
তাক নকৰে কামে অনৰ্থ।।
নিশ্চয় জানিবা যেন ভজা ধান।
গজিবে নুহি সমৰ্থ।।

অ' গোপাল, তোমাক কি কৰিব বিষয়ে, বিবাহ কৰা যাওঁক।” আতাই দুই টকাৰে মাটি কিনি ঘৰ বাৰী কৰি এজনী কন্যা বিবাহ কৰালে। কন্যা হাইৰা কায়স্থৰ ঘৰৰ। আতাই ঘৰ কৰিছিল কালজাৰ নৈৰ কাষৰ ভৱানীপুৰ গাঁওৰ হাটৰ কাষত। দুই এদিনৰ মূৰে মূৰে আতাই তাৰপৰা গুৰুজনাৰ কাষলৈ অহা যোৱা কৰি থাকিল।



# সপ্তম অধ্যায়

২-৭-১ : পূৰ্বতে মৰা দলৈৰ উপৰিপুৰুষ বাৰ ভূঞাৰ সভা পণ্ডিত আছিল। মৰা দলৈৰ উপৰিপুৰুষ হৰেশ্বৰ, তেওঁৰ পুত্ৰ নৰেশ্বৰ, তেওঁৰ পুত্ৰ ধনেশ্বৰ, তেওঁৰ পুত্ৰ কামদত্ত, তেওঁৰ পুত্ৰ ৰামদত্ত, তেওঁৰ পুত্ৰ দেৱদত্ত, তেওঁৰ পুত্ৰ হৰদত্ত, হৰদত্তৰ পুত্ৰ হ'ল তিনিজন — হৰিবৰ, হৰিহৰ (হৰিহৰ আতা) আৰু হৰিচৰণ।

২-৭-২ : মুঢ়া ভঙা ফুকনৰ বজাৰৰ কাষতে ঘৰ। বৰ আঢ্যৱন্ত, অৱস্থাসম্পন্ন লোক তেওঁ। তেৰকুৰি তেওঁৰ কৰ্মচাৰী আছিল; ন টা শস্যৰ ভঁৰাল। হৰিবৰ, হৰিহৰ, হৰিচৰণ ফুকনৰ ৰাজচ'ৰাৰ সভাপণ্ডিত, দিনে-নিশা ফুকনৰ সঙ্গত থাকে। হৰিবৰে মহাদশা, নিৰ্য্যাণ গণনা কৰি মৰা-জীয়া ক'ব পাৰে; যাক যি চাই কয় সেয়ে অখণ্ডিত সত্য হয়। ধনুৰ্বিদ্যাতো তেওঁ বৰ অভ্যস্ত, শব্দ ভেদি বাণ চলাব পাৰে। ৰজাই গ্ৰহ-নক্ষত্ৰ গণনা আৰু জ্যোতিষত প্ৰমাণ পাই তেওঁক হাতী উপহাৰ দিছিল। এদিন ৰজাই হৰিবৰক বৰঘৰৰ ভিতৰলৈ নি সুধিলে, "তোমাৰ কথা ফলিয়াই বুলি শুনিছো, বাৰু মই মনেৰে লুকাও আৰু তুমি গণনা কৰি ধৰা।" হৰিবৰে ক'লে, "মহাৰাজ, ক'ব পাৰিম; কিন্তু মোৰ শৰীৰ নিধন হ'ব।" ৰজাই ক'লে, "তোমাক কোনে মাৰে চাওঁ!" তেতিয়া হৰিবৰে চাই ক'লে, "আপুনি খুঁটাত লুকাইছে।" ৰজাই মনতে চতি, মাৰলি, দাং য'তে লুকায় হৰিবৰে তাকে গণি কয়। ৰজাই ভাবিলে, "ইয়াৰ আগত সাৰিবৰ উপায় নাই, শত্ৰুৰ পক্ষ ল'লে ইয়ে মোক ধৰি মাৰিব।" এদিন ৰজাই পোছাকৰ ভিতৰত গাত ছাই সানি আহি ৰাজচ'ৰাত বহি দলৈক ক'লে, "মই ভিতৰত কি সানি আহিছো কোৱা।" দলৈয়ে গণনা কৰি ক'লে, "মহাৰাজ, ছাই সানি ধুই আহিছে।" আকৌ এবাৰ ৰজাই কাৰেংঘৰৰ খোৰোঙৰ মাজেৰে আহি দলৈক ক'লে, "এইবাৰ চোৱা"। দলৈয়ে গণনা কৰি ক'লে, "মহাৰাজ, এইবাৰ খোৰোঙৰ মাজেৰে সৰকি অহা হৈছে।" সেইদিনাও ৰজাই ক'লে, "ইয়াৰপৰা সাৰিবৰ উপায় নাই, চালো; বিপদত পৰিলে ইয়ে চাই মোক দেখুৱাই দিব।" আৰু এদিন নিশা তিনি পৰত বৰঘৰৰ

কাষৰ মিঠা আমৰ ডালত বৈ ফেঁচাই মাতিছে। ৰজাই বৰ চ'ৰাৰ পণ্ডিতলৈ মানুহ পঠাই কোৱালে, "এই ফেঁচাটো যিজনে মাৰিব পাৰিব তেওঁক ৰজাই ভাল মানুহ পাতি বঁটা দিব।" হৰিবৰ দলৈয়ে ক'লে, "ৰজাৰ মৃত্যু দুৰ্যোগ মিলিছে; ফেঁচাটো ময়ে মাৰিব পাৰিম।" এইবুলি ফেঁচাৰ মাতৰ উমানত হৰিবৰে শৰ মাৰিলে। হৰিবৰে কটকীক ক'লে, "ৰজাক কোৱাগৈ, শৰে ফেঁচাৰ চকুৰে সৈতে ডালত বিন্ধিছে।" পুৱা ৰজাই ডালে সৈতে ফেঁচাটো নিয়াই চাই নাভূত-নাশ্ৰুত কাৰ্য্য দেখি ভয়তে ত্ৰস্তমান হ'ল। ৰজাই ভাবিলে, — কোনো বস্তু নাপালে শত্ৰুৱে সৈতে লগ লাগি মাতৰ উমানতে বাহিৰৰ পৰাই হৰিবৰে মোক মাৰিব। ৰজাই আদেশ কৰিলে, "হৰিবৰক চাওদাঙক দিয়া, কাটিবলৈ।" হৰিবৰক চাওদাঙক দিয়া হ'ল কাটিবলৈ আৰু চাওদাঙে হৰিবৰক কাটিলে। সেই খবৰ পাই হৰিহৰে শুবলৈ এৰি ভাতৃ হৰিচৰণক লৈ নিশাই পলালে। তেওঁলোকে অসম ৰাজ্যত ছয়মাহ ফুৰি বিৰক্ত বৈৰাগ্য হৈ সেই ৰাজ্য এৰি কামৰূপ ৰাজ্যত গুৰুজন থকা শুনি তালৈ যাবলৈ মন কৰিলে। তেওঁলোকৰ লগ ল'লে লাইআঠিয়া শ্ৰীহৰি আৰু আধলীয়া যদুমণিয়ে।

২-৭-৩ : আৰু কাশীৰ পৰশুৰাম-যমদগ্নিৰ বংশৰ লোকে নখনা নখনিৰ লগত আহিছিল ব্ৰহ্মকুণ্ডত স্নান কৰিবলৈ, য'ত পৰশুৰামৰ মাতৃ বধৰ কুঠাৰ খহি পৰিছিল। নখনা-নখনিনে তীৰ্থৰ মাটি পানী ভাল দেখি বংশক গতি দিবলৈ আনিছিল। তেওঁলোকক আনি হাবুঙতে থৈ নখনা নখনিয়ে ক'লে, "মই ঠাইখন চাই আহোঁ, তোমালোকে ইয়াত জিৰোৱা।" এইবুলি কৈ তেওঁ দিচাংমুখলৈ গৈ ঘূৰি আহিল এওঁলোকক নিবলৈ। এওঁলোকে হাবুঙত মাছ, খৰি, পানী, খেতিৰ সুবিধা পাই, ভাল পাই ক'লে, "ক'ত তীৰ্থ নেযাও যা, খোজ কাঢ়োতে দেহা পৰিব।" তাকে শুনি নখনা-নখনিয়ে খং কৰি শাপ দিছে, "তহঁত অসমত পশুৰ ঘাঁহ কটা হবি।"

২-৭-৪ : উপৰিপুৰুষ হৰিবৰ, তেওঁৰ পুত্ৰ হৰিধৰ, তেওঁৰ পুত্ৰ পৰ্মাউ, তেওঁৰ পুত্ৰ কৰ্মাউ, তেওঁৰে পুত্ৰ গোপাল (বংশীগোপাল)[১]। গোপালে মহা

---

১। আন গ্ৰন্থত বংশীগোপালদেৱৰ উপৰিপুৰুষৰ বিৱৰণ দিয়া আছে এনেকৈ — হৰিহৰ বিপ্ৰ, তেওঁৰ তিনি পুত্ৰ — ধৰ্মাই, কৰ্মাই আৰু পৰমাই। ধৰ্মাইৰ আন এটা নাম বলভদ্ৰ। তেওঁৰ ভাৰ্য্যা যমুনাৱতী। বলভদ্ৰ, যমুনাৱতী বংশীগোপালদেৱৰ পিতৃ-মাতৃ।

বিৰক্ত-বৈৰাগ্য হৈ সকলোকে এৰি পোন্ধৰ বছৰ বয়সত পশ্চিমৰ তীৰ্থলৈ গৈছিল। চিৰাই মুদৈৰ নাওত বৰৰিয়া নৈৰ মুখত শ্ৰীমন্ত শংকৰদেৱ আৰু মাদৱদেৱ গুৰুৱে ভটিয়াই আহি ৰৈছিল। সেই ঠাইতে গোপালো ৰ'ল। গোপালে দুজনা গুৰুক দেখি লোণ এসেৰ সি সেৱা কৰি উঠি নাওত উঠি গ'ল। গোপালে দৃষ্টিয়ে ঢুকি পোৱা দূৰত্বলৈকে গুৰুজনালৈ চাই গৈছিল। তেতিয়া শ্ৰীশঙ্কৰ গুৰুজনে মাধৱদেৱক ক'লে, "এই জীৱটি তোমাৰ দিনত ধৰ্ম ল'ব।" পাছত গোপালে বাৰ বছৰ অনেক তীৰ্থ ভ্ৰমণ কৰি উজাই আহি ঘৰ পাইছে। গোপাল আহি হৰিহৰক লগ পাইছে। সলিয়া, নাৰায়ণ, শ্ৰীহৰি, হৰিহৰ, গোপাল (বংশীগোপাল), আধলীয়া যদুমণি আৰু হৰিহৰ এই ছয়জনে গৈ বিচুনাথৰ হেৰাই বামুণৰ ঘৰত লগ হৈ গুৰুজন মাধৱদেৱৰ ওচৰলৈ গৈছে। তেওঁলোকে গৈ হাজোত সোমাল। হৰিহৰে ক'লে, "আমি আহিছো গুৰুজনাৰ ওচৰলৈ, ইয়াত আমাৰ কি কাম?" এইবুলি হৰিহৰে অচ্যুত গুৰুৰ ভনী জোঁৱাইৰ তাত ৰৈছে। পিছদিনা বাকী কেউজনে গৈ সুন্দৰীদিয়াত গুৰুজনাক পাই গুৰুধৰ্ম লৈছে।

২-৭-৯ : গুৰুজনে গোপাল (বংশীঃ) আৰু যদুমণিক (আধঃ) দুখন বস্ত্ৰ দিলে, বস্ত্ৰ দুখনত কাষত জাল আৰু আঁচু সূতা থকা। গোপালে আঁচু সূতা ছিঙি কাপোৰখন ল'লে আৰু যদুমণিয়ে তেনেকৈয়ে বস্ত্ৰখন ল'লে। গুৰুজনে ক'লে, "গোপালে নিৰাশ্ৰম ভাগৱত ধৰ্ম প্ৰচাৰিব আৰু যদুমণিয়ে প্ৰচাৰিব আশ্ৰম ধৰ্ম। গোপালৰ অনেক সত্ৰ, সভা হ'ব, অনেক জীৱই ধৰ্ম ধৰিব, সৎ আৰু ব্যভিচাৰী দুয়ো ভাবত নাম গাব, কোনোৱে উদ্ধাৰ পাব আৰু কাৰো সংসাৰ যাতায়াত হ'ব। আধলীয়া যদুমণিয়ে বিগুৰ্ণা, ভাগৱতী দুয়োকো এৰি মাজতে গাব; ঐশ্বৰ্য্য হ'ব; কিন্তু জীৱহে সংসাৰত ৰ'ব।

২-৭-১০ : লগৰ বাকী পাঁচজনে গুৰুজনাক হৰিহৰৰ কথা ক'লে, হৰিহৰে হাজোত সোমাইছে বুলি। হৰিহৰে সুন্দৰীদিয়ালৈ বাটৰ ভু নাপাই অচ্যুত গুৰুৰ ভনী জোঁৱায়েকক ধৰিলে গুৰুজনাৰ ঠাইলৈ যাবলৈ লগ এজন দিবলৈ। বালক দাস কমাৰ ধুমৰিত থাকে, তেওঁ গৰু কিনিবলৈ আহিছিল হাজোলৈ। গৰু কিনি তেওঁ অচ্যুত গুৰুৰ ভনীয়েকৰ ঘৰত থৈছিল। আয়ে হৰিহৰক তেওঁৰ লগত দি ক'লে, "এই লোকটিক সুন্দৰীদিয়া দেখুৱাই দিবা।" তেওঁৰ লগত গৈ হৰিহৰে

পাঁচদিন পাছত গুৰুজনাৰ ওচৰলৈ গৈছে। হৰিহৰক বাটত দেখিয়ে আগতে অহা লগৰ কেইজনে গুৰুজনাক ক'লে, "বাপ, এওঁৱে আমাৰ লগত অহা, হাজোত ৰৈছিল, এতিয়া আহি পাইছেহি।" হৰিহৰে গুৰুজনাৰ অভয় পদত সেৱা কৰিলে। গুৰুজনাই ক'লে, "তুমি ক'ত সোমাইছিলা?" হৰিহৰে ক'লে, "বাপ, পথ হেৰাইহে পলম হ'ল, বালক দাসৰ লগত আহি পাইছো, ক'তো সোমোৱা নাই।" গুৰুজনাই ক'লে, "এওঁলোকে কৈছে তুমি হাজোত সোমাইছা বুলি।" হৰিহৰে ক'লে, "বাপ, তেওঁলোকেহে সোমাইছিল হাজোত, মই অচ্যুত গুৰুৰ ভনীয়েকৰ তাত সোমাইছিলো, এতিয়া লগ বিচাৰি আহিছো।" তাকে শুনি গুৰুজনে এওঁলোকক খং কৰিছে কথাৰ পাৰ্থক্য পাই। গুৰুজনে হৰিহৰক ক'লে, "এওঁলোকক তুমি চিনানে?" হৰিহৰে ক'লে, "বাপ, নিচিনো; জীৱ, পৰমাত্মাৰ চিন হ'লে এৰাএৰি হওঁ কেনেকৈ?" গুৰুজনাই ক'লে, "দেখোঁ এওঁলোকে একেলগে অহা বুলি কৈছে?" হৰিহৰে ক'লে, "বাপ, মুঠেই নহয়, হোৱা হ'লে একে দলতে আহি সেৱা কৰিবলৈ পালাহেঁতেন। আৰু হাটত, বাটত, ঘাটত অনেক জীৱ একলগ হৈ বাণিজ্য কৰি পাছত দিহাদিহি যায়, কোনোৱে নিস্তাৰ পায়, তেন্তে সেই সকলো কি মোৰ সঙ্গী?" হৰিহৰৰ কথাত গুৰুজনৰ বেজাৰ লাগিল। গুৰুজনে হৰিহৰক ক'লে, "যোৱা, স্নান কৰি আহা।" পাছত গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, যোৱাচোন কেনে আচাৰ-ব্যৱহাৰ লোকজনৰ। শ্ৰীৰাম আতাই গৈ দূৰৰপৰা চাইছে, হৰিহৰে হাত-ভৰি ধোওঁতে দুই দণ্ড হ'ল। শ্ৰীৰাম আতাই আহি গুৰুজনাক ক'লে, "বাপ, বৰ বিচক্ষণ লোক, বৰ সদাচাৰী আৰু কানি-কাঁথা সকলো লুইতত উটালে।" হৰিহৰ আহি পোৱাত গুৰুজনাই তেওঁক মহাপুৰুষক গুৰু বোলালে। পাছত দৈ-চিৰা ভোজন কৰাই তেওঁক গোপাল আতাৰ বাহাত ঠাই দিলে। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, হৰিহৰক আমাৰ ভোজন সম্ভাৰ দি থাকিবা আৰু তেওঁক বৰ দয়া কৰিবা, গছ ৰুই সাৰ দিলে সোনকালে ফল পায় আৰু কষ্টেৰে অৰ্জা ফল উত্তম।" গুৰুৰ বাক্য ৰাখি শ্ৰীৰাম আতাই হৰিহৰ আতাক পৰম শ্ৰদ্ধাৰে যত্ন লৈছে।

২-৭-১১ : হৰিচৰণে এটি কন্যা বিবাহ কৰি গৃহাশ্ৰমী হ'ল। তেওঁৰ দুজনী কন্যা সন্তান উপজিলে। অলপ আয়ুসতে পত্নী ঢুকাল। তেওঁৰে পুত্ৰ হৰিবাৰ।

তেওঁৰ হাততে বামুদি, হাতীমূৰা, চিলা, বইনাকুছি, ক্ষেত্ৰী, সোৰা -- এই ছয়খন সত্ৰ হ'ল। গোপাল আতাৰ বাহাত হৰিচৰণ আতৈয়ে কিছু মাহ আছিল। পিছত নতুন বাহা কৰি তালৈকে গ'ল, পূৰ্বৰ বাহাটো হৰিহৰ আতাক দি।



# অষ্টম অধ্যায়

২-৮-১ · **বংশীগোপালদেৱ ঃ** বংশীগোপালে আঢ়ৈ বছৰে মাধৱদেৱ গুৰুজনাৰ লগত হৰিগুণ গাই আছে। গুৰুজনাই এদিন বংশীগোপালক ক'লে, "গোপাল, জগত গুৰুৰ পত্নী-মাতৃ গোসাঁনী আছে, হৰিগৃহত নাম গাই নামৰ খতি নকৰাকৈ তুমি গৈ তাত কেইমাহমান থাকাগৈ।" তেতিয়া বিপ্ৰ বংশীগোপালে গুৰুৰ বাক্য ৰাখি পাঁচ বছৰ গোসাঁনীৰ পৰিচৰ্য্যা কৰি আছে।

২-৮-২ · বংশীগোপালে এঘাৰ বছৰ বয়সতে ঘাঁহ কটাৰ শ্ৰম কৰিছিল। তেওঁ বংশৰ বৃদ্ধসকলক সুধিলে, "আমাৰ জীৱনত এনে কুৎসিত খাটনি কিয় হ'ল ?" বৃদ্ধসকলে ক'লে, "পৰশুৰামৰ শাপত অসমত আমি মিছাতে অধম লোক হ'লো।" ইয়াকে জানি বংশীগোপালে বিৰক্ত-বৈৰাগ্য হৈ ব্ৰহ্মকুণ্ডলৈ গৈ স্নান-পান কৰি পশ্চিমৰ ক্ষেত্ৰত বাৰ বছৰ সকলো তীৰ্থ ঘূৰি মাছ-মাংস এৰি ঘূৰি আহি মাধৱদেৱ গুৰুজনাত একশৰণ ধৰ্ম ধৰিছে।

২-৮-৩ : গোসাঁনী আয়ে গুৰুধৰ্মত সতী, ব্ৰহ্মচাৰী, সন্ন্যাসী নাই দেখি গোপনে বংশীগোপালক মাছ বাটি খুৱাইছে। আয়ে এদিন গোপালক ক'লে, "বিপ্ৰ, মাছ-মাংস খাযো হৰি ভক্তি কৰিলে হানি নাই। মোৰ গোসাঁইৰ ধৰ্মত ব্ৰহ্মচাৰ্য্য, সন্ন্যাস নাই, তুমি মাছ খোৱা।" গোপালে ক'লে, "মাতৃ, এঘাৰ বছৰ বয়সত মাছ, পহু, তেল, খাৰ এৰিলো; আমিষৰ ঘ্ৰাণেই ল'ব নোৱাৰো, মই আমিষ নোখোৱাই ভাল।" আয়ে ক'লে, "আজি এপযে দেখোঁ মাছ বটন দি খুৱাইছো একা!" আইৰ বাক্যত আতৈয়ে অনুক্ৰমে মাছ খাই সহজ হ'ল।

২-৮-৪ · আয়ে বংশীগোপালক ৰান্ধনী ঘৰৰ ভিতৰত পাগ জুৰিব দিছিল। চাউল, শাক, মাছ, তেল, লোণ, খাৰ সকলো আয়ে কুটি-বাছি থয়, বিপ্ৰই জ্বালহে দিয়ে। ভকতসকলে ভোজন কৰোঁতে বংশীগোপালেও ৰান্ধি-বাঢ়ি ভকতৰ শাৰীতে পাত পাৰি লৈ খায়। আয়ে ভকতক ভাত আঞ্জা দিওঁতে গোপালে হাতেৰে বাধা দিয়ে তেওঁকো দিব বুলি। আয়ে ক'লে, "বিপ্ৰ, পূৰ্বাপৰ

চাবা, পূৱমুখে যাবা। আমাৰ গোসাঁয়ে ধৰ্মত এই বিধি ৰাখি গৈছে; উলংঘিব নাপায়। মই সীমায়ে চেৰালো নে চৰুকে চুলো।" গোপালে ক'লে, "মাতৃ, ইচ্ছা যায় আপোনাৰ হাতৰ বস্তু খাবলৈ, যি অমৃতৰ সমান, দেৱতাৰ যোগ্যৰ আৰু তেনে কাৰণতে কালি মোৰ অজীৰ্ণ হ'ল। তাৰ পাছত আয়ে পৰমান্ন ৰান্ধি বংশীগোপালক ভোজন কৰাইছে।"

২-৮-৫ : পাছত গুৰুজনে বংশীগোপাল আৰু যদুমণি আতৈ দুয়োকে ক'লে, "অসম ৰাজ্যৰপৰা গুৰুজন ভটিয়াই আহোঁতে তাত ধৰ্ম বস্তু লোপ হৈ আহিছে আৰু মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে কৈ গৈছে ধুঁৱাহাটৰ বেলৰ তলত মদন গোপালৰ মূৰ্তি আছে; তাকে লৈ দুয়ো বিপ্ৰই গুৰু ধৰ্ম প্ৰচাৰ কৰাগৈ, কিজানি কিবাকৈ জীৱ উদ্ধাৰ হয়েই।" এইবুলি আজ্ঞা কৰি গুৰুজনে দুয়ো আতাকে উজনিলৈ পঠালে।



# নৱম অধ্যায়

২-৯-১ : **মথুৰাদাস বুঢ়া আতা ঃ** বুঢ়া আতাৰ উপৰি বংশৰ নিৱাসস্থান খানা খোৱাৰ পুখুৰী পাৰত আছিল। তেওঁলোকৰ ঘৰক চিৰাই বৰুৱাৰ ঘৰ বুলিছিল। চিৰাইৰ পুত্ৰ বিৰাই, বিৰাইৰ পুত্ৰ বিৰিঞ্চি, বিৰিঞ্চিৰ পুত্ৰ বিৰোচন, বিৰোচনৰ পুত্ৰ বিৰপাক্ষ, বিৰপাক্ষৰ পুত্ৰ বিৰসাদ আৰু বিৰসাদৰ পুত্ৰ গোপাল (মথুৰাদাস বুঢ়া আতা)। আতাই পূৰ্বতে বৰ আঢ্যৱন্ত লোক আছিল। আৰখালা বঙ্গাল মাৰাত দেশত বৰ অকাল হৈ অনেক লোক মৰিল, দেশৰো বহুত হানি হ'ল আৰু আতাৰ ঘৰঁৰো দহজন লোক মৰিল। আতাই শাক, কচু খাই জীলে। গাঁওৰ যিকেইজন জীৱিত আছিল তেওঁলোকে আতাক হিংসা কৰিব ধৰিলে। আতাই বিৰক্ত হৈ সেই ঠাই এৰি কলিয়াবৰত দুমাহ দুখ-কষ্টেৰে আছিল। তাৰপৰা গৈ তেওঁ মিছামুখত ৰ'ল এবছৰ, বাঁহ-কাঠৰ কাম কৰি জীৱিকা উলিয়াই। তাৰপৰা গৈ তেওঁ জালাহত আছিল তেৰ বছৰ বাণিজ্য কৰি। তাৰপৰা ভটিয়াই গৈ কাজলিত দুবছৰ খেতি কৰি আছিল। সেই ঠাই বাৰিষা পানীত তল যায়, তাতো কষ্ট হয়। তাৰপৰা আহি তেওঁ কুৰুৱা পাৰ হৈ বৰনদী পাতিদৰঙত তিনিমাহ ৰৈ আহি বৰপেটাৰ তাঁতীকুছিত ৰ'ল। তাতেই তেওঁ ঘৰ-বাৰী কৰি শ্ৰীহৰি মৰলৰ শান্তা নামৰ কন্যাক বিবাহ কৰালে। কিছুদিন পাছত শ্ৰীহৰি তাঁতীৰ মৃত্যু হ'ল। আতাই বঙ্গদেশীয় চৈতন্য মতে নাম মন্ত্ৰ লৈ গাঁওৰে ওঠৰজন লোক লগত লৈ ৰামায়ণৰ পদ গাই ফুৰে ঘৰে ঘৰে। নাম গাই ফুৰোঁতে তেওঁলোকে ক'ৰবাত নিমি-নৱ-সিদ্ধ সংবাদ পুথিখন পাই তাৰ পদ মুখস্থ কৰি এবাৰলৈ গাইছে। এদিন তেওঁলোকে নেঘেৰি বিধান বিচাৰি গৈ মনথৈৰ ঠাকুৰ আতাৰ পদুলিমুখতে নাম গাইছে। ঠাকুৰ আতাই ওলাই আহি তেওঁলোকক সুধিছে, "এই হৱিসিদ্ধৰ বাক্যই কি কৈছে? এই পুথিখন ৰচিছে কোনে?" তেওঁলোকে পদত গাইছিল, "শাস্ত্ৰত পাৰ্গত পণ্ডিত যদিওবা, তথাপি ভকত-বিষ্ণু-গুৰুকে অকপটে সেৱা কৰি মানিব, তেৱেঁই শ্ৰীকৃষ্ণ, তেৱেঁই মহাহৰি।"

তেওঁলোকে ক'লে, "কি পুথি, কোনে ৰচনা কৰা, সাত পাঁচ কথা কোনে শুনে, এঠাইত পুথিখন পাই মুখস্থ কৰি গাইছো।" ঠাকুৰ আতাই ক'লে, "পঞ্চভূতৰ নৰতনু নৌকাখন পাই ভাৰতবৰিষ হাটত বাণিজ্য কৰিছা, তেওঁ কোন আৰু অন্তকালত অন্য সংসাৰলৈ সাউৎকৰে লাফ মাৰি যিখন নৌকাত উঠি যাবা, সেই নৌকাৰ কাঠ, বাঢ়ৈ, চাঁচ, কুঠাৰ নিচিনা; তেন্তে আশ্ৰয় কৰিছা ক'ত আৰু ফুৰিছা ক'ত? অ' নজনাৰ আগত সজ্জন দেখুৱাইছা, লোকৰ চাউল-লোণ খাই। ভাৰতবৰ্ষত যিজনে গাঁঠি মাৰিছে, তেওঁ ক'ত উদ্ধাৰ হ'ব?" ফকৰা শুনি ভয় খাই বুঢ়া আতাই ক'লে, "বাপ, আপুনি অৰ্থ কওঁক।" ঠাকুৰ আতাই ক'লে, "মই জানো কি? যিজনা মহাপুৰুষে এই শাস্ত্ৰ কৰিছে, তেওঁ সুন্দৰীদিয়াতে আছে, লাগে যদি তেওঁক সোধাগৈ; দহ প্ৰকাৰে তেওঁ ব্যাখ্যা কৰিব।" বুঢ়া আতাই মহা বৈৰাগ্য-বিৰকত হৈ ক'লে, "বোলক বাপ, এতিয়াই যাওঁ।" ঠাকুৰ আতাই ক'লে, "এনে কাপোৰ পিন্ধি গ'লে লগ নেপাবা তেওঁক।" বুঢ়া আতাই ক'লে, "কেনেকৈ গ'লেনো পাম?" ঠাকুৰ আতাই ক'লে, "আঁঠুৰ মূৰলৈ পৰা চুৰিয়া, দুই পাকদি টনা ঢৰীয়া চোলা পিন্ধি গ'লেহে পাবা।" তেতিয়া বুঢ়া আতাই ঘৰলৈ আহি সেইদিনা দুখ মনেৰে উপবাস, অনিদ্ৰাই কটালে। ৰাতিপুৱাই স্নান সন্ধ্যা কৰি ওঠৰজন সঙ্গীৰ লগত আতাই গ'ল মাধৱদেৱৰ ওচৰলৈ। তেওঁলোকে গৈ গুৰুজনাক সুধিছে, "বাপ, বিশিষ্ট গুৰুৰ কেনে কাৰ্য্য, আচৰণ, ভাব, লক্ষণ?" গুৰুজনে ক'লে, "তোমালোকক ক'বলৈ মোৰ কি সকাম? আৰু শুনিয়ে কৰিবা কি?" বুঢ়া আতাই ক'লে, "বাপ, তেনে গুৰুৰ দুখনি অভয় পদত বিক্ৰী যাম আৰু।" গুৰুজনাই ক'লে, "নিশ্চয় সেয়ানে?" আতাই ক'লে, "প্ৰভু, নিশ্চয়ে।" তেতিয়া গুৰুজনে অনেক প্ৰকাৰে সৎ গুৰুৰ লক্ষণ ব্যাখ্যা কৰি ক'লে। আতাই ক'লে, "বাপ, হৰি সিদ্ধৰ বাক্যই যি কৈছে সকলোখিনি আপোনাৰ তাতেই দেখোঁ আছে — সন্ত, সাধু, মহন্তৰ লক্ষণ, কাৰ্য্য-কাৰণ: আপুনিয়ে বিশিষ্ট গুৰু। আমি আপোনাকে গুৰু নিশ্চয় কৰিলো, আমাক আপোনাৰ চৰণৰ দাস, কিঙ্কৰ, ভৃত্য কৰি ল'ব লাগে।" গুৰুজনে ক'লে, "তোমালোক ঠাই ফুৰা লোক, অনেক ঠাইতে গুৰু মানি নিশ্চয় কৰি আহিছা, আৰু যদিহে মোক গুৰু মানিছা তেওঁলোকলৈ শ্ৰদ্ধা এৰি পেলোৱা।" তেওঁলোকে ক'লে, "বাপ, এৰিলো আৰু।" গুৰুজনে

ক'লে, "প্ৰতিজন গুৰুৰ নামত মাটিত একোটিকৈ আঁক টনা।" সকলোজনে আঁক টানিলে। প্ৰতিজনৰে নটিকৈ আঁক হ'ল। গুৰুজনে ক'লে, "এই আঁকবোৰ ভৰিৰে মোহাৰি এৰিলো বুলি কোৱা।" বুঢ়া আতাৰ বাহিৰে আন কেউজনে উঠিল আঁক মোহাৰিবলৈ। বুঢ়া আতাই গুৰুজনাৰ আগত আঁঠু লৈ এটি দৃষ্টান্ত কৈছে, "বাপ, উত্তম বিশিষ্ট লোকে দৃষ্টিৰ দূৰত্বলৈ গৈ শৌচ-শুদ্ধি কৰি জান বা পুখুৰীত মাটি-পানী লয়, তাৰ পাছত বিল পালে ভালকৈ ধোৱে, তাৰ পাছত নদী পালে হাত-ভৰি ধোৱে আৰু সৰোবৰ পালে গাৰ কাপোৰেৰে সৈতে গা ধোৱে আৰু তাৰ পাছত গৈ গঙ্গা, সমুদ্ৰত মূৰ তিয়ায়। আৰু বাপ, তেওঁলোকে আমাক আন দেৱ-দেৱীৰ পূজাৰ কথা কিবা কৈছিলনে? মাত্ৰ হৰিকেহে কৈছিল। যিজনা গুৰু যিমানৰ পাত্ৰ, সামৰ্থবান তাকে দেখুৱাইছিল নদী পুখুৰীৰ দৰে; যিহেতু তাত আমাৰ সংশয় নুগুচিল, এতিয়া আমি আপোনাৰ গঙ্গা-সমুদ্ৰত স্নান কৰিব বিচাৰিছো। এতেকে হে বাপ, আঁকবোৰ হাতেৰেহে মোহাৰিলোহেঁতেন।" তেতিয়া গুৰুজনে ক'লে, "গোপাল, তুমিহে আমাক ৰাখিলা আৰু তুমিও ৰ'লা। তেওঁলোকৰ লগত তুমিও উঠা হ'লে মই আৰু একো নকৈ তোমালোকক এৰিলোহেঁতেন। গোপালেহে আটাইকে ৰাখিলে, আৰু তেওঁও ৰ'ল।" গুৰুজনে তেওঁলোকক শৰণৰ আগতে ঘৰত কৰিবলগীয়া প্ৰাৰম্ভিক প্ৰক্ৰিয়াসমূহ কৈ পঠাইছে। পিছদিনা তেওঁলোকে হবিচে থাকি সাৱধানে গৈ মহাপুৰুষক গুৰু বুলিছে। বুঢ়া আতাই ঘৰলৈ আহি দুই তিনি দিনৰ মূৰে মূৰে গুৰুজনাৰ কাষলৈ অহা-যোৱা কৰি থাকিল।

২-৯-২ : আৰু এদিন পঢ়িব নজনা বুলি ৰামচৰণে হৰিচৰণ ঠাকুৰক নিন্দি হাঁহিলে। দুখ কৰি হৰিচৰণে কান্দিব ধৰিলে। তেতিয়া গুৰুজনে ৰামচৰণক গালি পাৰি হৰিচৰণক কোলাত লৈ শান্ত কৰি স্নান কৰাই চিৰা-গাখীৰ খুৱাই পঠাইছে।

২-৯-৩ : আৰু এদিন পুৰুযোত্তম ঠাকুৰক গুৰুজনে জলপান কৰাই গাত তেল ঘঁহি পাটৰ চুৰিয়া, দগলা চোলা, তিলাৰু পিন্ধাই উৰুত বহুৱাই আনন্দ মনেৰে চাই আছে ভৰিৰপৰা মূৰলৈ। শ্ৰীৰাম আতাই গুৰুজনক ক'লে, "বাপ, ঠাকুৰৰ খাৰু আৰু বাজুপাট হ'লে বৰ সুন্দৰ লাগিলহেঁতেন।" তেতিয়া গুৰুজনে

আতাক কটাক্ষ কৰি ক'লে, "উদাসীনক কি উচটাই দিবৰ মন!" পিছদিনাখন গুৰুজনে সোণাৰী অনাই ঠাকুৰক খাৰু, বাজু গঢ়াই দিছে।

২-৯-৪ : বুঢ়া আতা আৰু ওঠৰজন সঙ্গীয়ে বুঢ়ী লুইতৰ পাৰেৰে গৈ আছিল। লোকে ন খেতিৰ মাটি উলিয়াইছে আৰু নল-খাগৰিৰ মুঢ়াবোৰ কাষতে শুকাই আছিল। তেওঁলোকৰ প্ৰত্যেকজনে একো একোটা মুঢ়াৰ বোজা নি গুৰুজনাক দিলে। সেই মুঢ়াৰে জুই সেকি বৰ সন্তোষ পাই গুৰুজনাই ক'লে, "গোপাল, তুমি যেনেকৈ খৰি আনি মোৰ সন্তোষ লগাইছা, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা।" এনেকৈ গুৰুজনে সাতবাৰ আশীৰ্বাদ দিছে। তেতিয়া বুঢ়া আতাই লগৰ কেইজনৰ লগত আলোচি ক'লে, "আৰু কাঠ খৰি আনোহ'ক।" এইবুলি তেওঁলোকে তিনিখন নাও-বঠা লৈ বুঢ়ী লুইতেৰে ওলাই মানাহ নৈৰে ভটিয়াই দেখিলে এজোপা বৰ ডাঙৰ খয়ৰ গছ, শুকাই আছে। গছডাল কাটি ফালি উলিওৱাত তেওঁলোকৰ গধূলি হ'ল। হাবিৰ বালি:তে তেওঁলোকে নিশাটো ৰ'ল। ৰাতি দুপৰত বৰ বৃষ্টিপাত হ'ল শিলেৰে সৈতে। তেওঁলোকে একো উপাই নাপাই বালিতে তিনিটা দীঘল গাঁত কৰি তাৰ ওপৰত নাও তিনিখন উবুৰিয়াই নিজে গাঁতত সোমাই ৰ'ল। ৰাতিপুৱা নাও কেইখন নদীত পেলাই খৰি বোজা দি উজাই আহি সুন্দৰীদিয়াৰ নাৱা ঘাটত বৈ খৰি তুলি কঢ়িয়াই নি উঠি স্নান কৰি তেওঁলোকে গুৰুজনক সেৱা কৰিছে। গুৰুজনাই ক'লে, "বৃষ্টিৰ সময়ত ক'ত আছিলাহঁক?" তেতিয়া তেওঁলোকে দুখ-কষ্টৰ সকলো বৃত্তান্ত গুৰুজনাক ক'লে। গুৰুজনাই তাকে শুনি দুখ কৰি সকলোকে ফলাহাৰ কৰাইছে আৰু তেওঁলোকৰ কামত সন্তোষ লভি বিপ্ৰ দামোদৰে কৃষ্ণৰে সৈতে খৰি লুৱা আৰু ৰাতি বৃষ্টিত হাবিত কটাই গুৰু শুশ্ৰূষাৰ আৰ্হি কৈ বুঢ়া আতাৰ লগত আটায় ভকতক বৰ দিছে। তেওঁলোকে সেৱা কৰি বৰপেটালৈ গ'ল। সেই খৰি শ্ৰীৰাম আতাই ফালি চাউল সিজাই দিয়ে আৰু জুই পুঁৱাবৰ বাবে জুয়ো ধৰে। গুৰুজনাই স্নান কৰি যায় আৰু শ্ৰীৰাম আতাই ঠাই চাফ কৰি জুই ধৰি কাষত বহি চৌকাত খৰি সুমুৱাই থাকে। গুৰুজনাই তাৰ ওচৰত বহি পোনতে জুইৰ তাপ লৈ পাছতহে চাউল সিজায়।

২-৯-৫ : সঙ্গী ওঠৰজনৰ সৈতে বুঢ়া আতাই এদিন গুৰুজনাৰ ওচৰত গীত গালে পূৰ্বৰ বঙ্গদেশীয় মতে। তেতিয়া গুৰুজনাই দুটি ভাটীয়ালী সুৰৰ

গীত ৰচনা কৰি দিছে।

(১) "মোকে কিনা গতি দিলা গোপাল
তুমি অগতিৰ গতি
এ ভৱ ভঞ্জন তোমাৰ চৰণ,
সেৱিতে নকৰো ৰতি।"

(২) "সেহি দেখ দেখ সুন্দৰ কানু
খেলায় কদম্ব তলে
কোটি কাম জিনি.......।"

২-৯-৬ : বুঢ়া আতাই এদিন পোন্ধৰজন সঙ্গীৰ সৈতে গৈ গুৰুজনাৰ ওচৰত হৰিকথা শুনিছে। বাকী তিনিজনে পিছত গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনে কৃষ্ণকথা সামৰি সুধিলে, "গোপাল এওঁলোক পাছতহে আহিল কিয়?" আতাই ক'লে, "বাপ, এওঁলোকে কিছু খেতিৰ লেখ লৈছিল।" গুৰুজনাই পাছৰ তিনিজন ভকতক ক'লে, "আতৈসকল, আজিৰ দিনৰ হৰি কথা চৰ্চাৰ অন্ত হ'ল। বেগাই আহিলে তোমালোকে পালাহেঁতেন। আৰু আয়ুসো এইদৰে বিফলে গৈছে। হৰি কথা, হৰি নামেৰে চকু মুদিলেহে জীৱন সাম্ফল। কৃষকে আৰ্জিলে ভোগ পায় আৰু ৰুলে দাবলৈ পায়; হৰি ভক্তি আৰ্জিবৰ ঠাই এই পৃথিৱীতে। গুৰুৱে ভূমি, শৰণে বীৰ্য্য-বিধান, সঙ্গ-মাৰ্গে চহোৱা, ঈৰ্ষা-অসূয়াই নল-হেঙ্গাৰ, মৰম-প্ৰীতিয়ে দলিবাৰী-জৱকা, খেদ-অনুৰাগে বায়ু-বহ্নি, শ্ৰৱণ-কীৰ্ত্তনে বিন্ধা-মৈ, হিংস-নৈশুন্যই টোকবল-হিঁলৈ-কহুৱা, স্নেহ-শ্ৰদ্ধাই নিৰণি দি চিকুণ কৰা, চিত্ত-বুদ্ধিয়ে কোৰ-খন্তি, মনে নাল, কায়-বাক্যে মাল, সেৱা-সুখ-সন্তোষে পকন, কাম-ক্ৰোধ-লোভে ম'হ-বৰাহ-হাতী, মোহে গান্ধীপোক-সঙ্গদোষ, গুৰুত দৃঢ় হৈ নিশ্চিত কাঁচিৰে ভকতি দাই প্ৰেমৰ সূতাৰে বান্ধি আনি ভক্তি ভাণ্ডাৰত থৈ ধৰ্ম-অৰ্থৰ দুৱাৰ কাম-মোক্ষৰ দাং-মাৰি লগাই থৈ খাই মহাসুখত থাকা। এই খেতি নকৰা কিয়? দেহ, মায়াময়ী পুত্ৰ-ভাৰ্য্যাৰ নিমিত্তে বিনাশী খেতিৰ অৰ্থে নাম খতি কৰিছা?" গুৰুজনাই সেই সময়ত জীৱক কৃপা কৰি ভাটীয়ালী গীত ৰচনা কৰিছে

"কিৰিষ কৰিও আলো মনাই, / হৰিৰ চৰণ সেৱাৰো সুখে।"



# দশম অধ্যায়

২-১০-১ : লক্ষ্মণ ওজাৰ পিতৃৰ নাম আৰু মাধৱদেৱ গুৰুজনাৰ পিতৃৰ নামৰ সৈতে একে। সেয়ে গুৰুজনাই তেওঁৰ নাম নেকাঢ়ি তুমি-তুমাকৈ মাতিছিল। ওজা ঢুকালত তেওঁৰ পত্নীয়ে পুত্ৰ লক্ষ্মণক ক'লে, "তোমাৰ পিতাৰাক গুৰুজনে বৰ মৰম কৰিছিল, তুমিও নোযোৱা কিয় গুৰুজনাৰ কাষলৈ।" লক্ষ্মণে ক'লে, "কি লৈ যাম, হাতত একো নাই।" আয়ে ক'লে, "এটি জাপী সাজি নিয়া শুদ্ধকৈ, ভৰি নলগাকৈ।" তেতিয়া তেওঁ জাপী সাজি ধুই লৈ সাৱধানে গৈছে গুৰুজনাৰ ওচৰলৈ। জাপীটি গুৰুজনাক দি তেওঁ সেৱা কৰিলে। গুৰুজনাই ক'লে, "কিয় আহিছা?" তেওঁ ক'লে, "বাপ, এই জাপীটো আপুনি মূৰত ল'লে সন্তোষ পাম।" গুৰুজনে তেওঁক ভোজন কৰাই সুধিছে, "তুমি পঢ়িব পাৰানে?" তেওঁ ক'লে, "বাপ, নোৱাৰো।" তেতিয়া গুৰুজনে তেওঁক একাদশ পুথিখন দেখুৱাই ফলি নোহোৱাকৈয়ে পঢ়ালে। তেওঁ পঢ়িলে। দশমৰ পদ মুখস্থ কৰিব দিয়া হ'ল, আৰু দশমৰ পদ মুখস্থ আহিলত গুৰুজনে ওজা শিকালে। লক্ষ্মণ ওজা আৰু শ্ৰীৰাম আতাই পালি হৈ নিতে কীৰ্ত্তন কৰেহি। লক্ষ্মণ ওজা বৰ শ্ৰেষ্ঠ ওজা হ'ল।

২-১০-২ : দাৰনীয়া দামোদৰ আতৈ দেৱী পূজক আছিল বৰনগৰৰ নিজ ঘৰত। বৰ আঢ্যৱন্ত আছিল তেওঁ। পিছে পৰিয়ালৰ সকলো মৰিলত সংসাৰ বৈৰাগী হৈ ঘৰ-বাৰী এৰি মহাপুৰুষক গুৰু মানি তেওঁ কেৱলীয়া হাটীত আছে। তেওঁৰ হাতত চাৰিশ টকা আছিল। সেই টকা তেওঁ গুৰু ভকতত লগালে; ভকতলৈ সিধা, সোণ, বস্ত্ৰ, নতুন চাকি কিনি দি। নিজেও তেওঁ নিতে এটকা ভাঙি খায়। দৈ, এৰাঁ গাখীৰ, খৰি, শাক-পাত, মাছ, তেল, লোণ, অন্ন-বস্ত্ৰৰ বাবে খৰছ কৰি গুৰু-ভকতক দি পিছত তেওঁ নিজে খায়। অ'ৰ বস্তু ত'ত থলেও আনক টকাটো বকচিচ দিয়ে। এদিন গুৰুজনাই আতৈক ক'লে, "নিতে দেখোঁ টকাটো ভাঙি খোৱা, টকা নহ'লে আগলৈ খাবা কি?" আতৈয়ে ক'লে, "বাপ, এই দেহানো আৰু থাকিব কেইদিন? পৰহিলৈ মোৰ দিন হৈছে আৰু আপুনি আজ্ঞা দিবহে

লাগে।" পৰহিৰ দিনাখন আতৈয়ে চোতালত কঠ পাৰি বহি গুৰুজনাক, ভকতক মাতি অনাই ভকত আৰু গুৰুজনাকো পাঁচটিকৈ টকা দি সকলোকে নমস্কাৰ কৰি ৰাম ৰাম বুলি চিৰদিনলৈ চকু মুদিলে।

২-১০-৩ : শ্ৰীৰাম আতাই এদোণ চাউলৰ ভাত ভোজন কৰে। এদিন গুৰুজনে লাউ এটি কাটি আনি তাৰ মূৰ কাটি এদোণ চাউল ধৰা পাত্ৰ বনাই আতাৰ হাতত দি ক'লে, "এই লাউটি দিলো; ইয়াৰ চাউলৰ জোখাৰে ভাত খাবা আৰু প্ৰতিদিনে ইয়াৰ মূৰটো শিলত এবাৰ ঘঁহিবা।" আতাই সেইমতে ভাত খাইছে। আতাই চাউলৰ জোখ কমিবৰ উমান নাপালে, পেটৰো উমান নহ'ল কমাৰ। কিছুদিনৰ মূৰত চাউলৰ জোখ একঠাত ৰ'ল। গুৰুজনাই ক'লে, "শ্ৰীৰাম এই জোখত খাবা আৰু নঘঁহিবা।"

২-১০-৪ : উদমৰা গাঁওৰপৰা হৰিগতি আতৈয়ে আহি গুৰু ধৰ্ম ধৰি ভকতৰ হাটীত আছে হৰিগুণ গাই। তেওঁৰ ঘৰত মাক, ভায়েক, ককায়েক সকলো আছে; বৰ আঢ্যৱন্ত তেওঁলোক। তেওঁলোকে পিতৃৰ ভোজ পাতি তামোল-পাণ দি গুৰুজনাক জাননী দি আতৈক ঘৰলৈ নিলে। তেওঁলোকে মাছ, পছু মাৰি জ্ঞাতি-মিত্ৰক মাতি ভোজ দিলে। পাছত আতৈয়ে ন-চাউল, মাছ-শাক, খৰি এভাৰ আনি গুৰুজনাক সেৱা কৰিলে। তেতিয়া গুৰুজনে জয়হৰি আৰু শ্ৰীহৰি আতৈক লগাই ক'লে, "এই চাউলভাৰ অটব্য হাবিত থৈ দূৰৰপৰা চাই থাকিবা, কিনো দেখা।" দুয়োজন আতৈয়ে গুৰুবাক্য ৰাখি চাউল ভাৰ তেনেকৈ থৈ চাইছে গছৰ ওপৰত উঠি। তেওঁলোকে দেখিলে তাতে এজনী কাউৰী ওলাই কা কা কৰিলে। তাৰ পাছত ক'ৰবাৰপৰা অসংখ্য কাউৰী ওলাই আহি নিমিষতে চাউলবোৰ খাই জাঁতকৈ উৰি গ'ল। আতৈয়ে তাকে দেখি অদ্ভুত আশ্চৰ্য্য হৈ গৈ গুৰুজনাক ক'লে। গুৰুজনাই ক'লে, "কেনে দেখিলাহঁক?" আতৈয়ে ক'লে, "বাপ, এনে আচৰিত দেখা শুনা নাই। কিয়বা এনে আশ্চৰ্য্য হ'ল?" গুৰুজনাই ক'লে, "প্ৰথমৰ কাউৰীটো এওঁলোকৰ পিতৃ, আৰু পাছৰবোৰ জ্ঞাতি-বংশ, উপৰিপুৰুষ, পিতৃ-পিতামহসকল। আৰু গুৰুজনে এটি দৃষ্টান্ত দিছে।

২-১০-৫ : গুৰুজনাই ক'লে, "এখন দেশত চিলা নামেৰে এজন ভকত আছিল। বাতৰি পাই তেওঁৰ তালৈ তিনিজন ভকত গৈছে। হাবিত বহি তিনিজন

চোৰে চুৰি কৰিবৰ বাবে আলচ কৰি আছিল। ভকত তিনিজনক দেখি চোৰে ক'লে, "আপোনালোক ক'লৈ যায়?" ভকতে ক'লে, "আমি চিলা ভকতৰ ঘৰলৈ যাওঁ।" চোৰে গুপুতে আলচ কৰি ক'লে, "আমিও যাওঁ, কোন ভকত চিলা চাওঁ।" ভকত কেইজনৰ এজনে বৰ ডাঙৰকৈ চিঞৰি নাম লয়, এজনে মধ্যমিয়াকৈ চিঞৰি নাম লয় আৰু এজনে মনে মনে নাম লয়। তেওঁলোক ছয়জনে ভকত চিলাৰ ঘৰ পালে। তেওঁলোকক দেখি ভকত চিলাই আথে-বেথে নি বহুৱালে। ভকত তিনিজনক আসন দিলে আৰু চোৰ তিনিজনক খেৰৰ ওপৰত বহিব দিলে। ছয়জনে বহিল। লাহেকৈ নাম লোৱাজনক চিলা ভকতে ভজা চিৰা, পগাই ঘন কৰা গাখীৰ, চেনি শৰাইত দি গছৰ পাতেৰে ওপৰত ঢাকনি দি দিলে। মধ্যমকৈ নাম লোৱাজনক মখা চিৰা, গৈ গাখীৰ কাঁহীত পাতেৰে ঢাকনি দি দিলে আৰু ডাঙৰকৈ নাম লোৱাজনক চাউলৰ গুৰা মাটিত পাত পাৰি দি পাতৰ ঢাকনি দি দিলে। আৰু চোৰ তিনিজনক গছৰ পাতত এজনক তুহৰ গুৰি, এজনক কঁঠালৰ পাত আৰু এজনক খুদকণ দি গছৰ পাতৰ ঢাকনি দি দিলে। তেওঁলোকে ঢাকনি তুলি চাই ক'লে, "আমি ছয়জনে একেলগে আহিছো, কিন্তু ছয়জনকে জলপান ছয়ভাগে দিছে কিয়? এনে পাৰ্থক্য কিয় কৰিলে?" চিলা ভকতে ক'লে, "আপুনি যি ডাঙৰকৈ নাম লয়, গোসাঁই আপোনাৰ মনত ব্ৰহ্মাণ্ডৰ বাহিৰত আছে; গোসাঁই হৃদয়ত থাকিলে এনে আৰ্তৰাৱে নাম নলয়, অৱশ্যে পলমকৈ হ'লেও হৰি আপোনাৰ হৃদয়ত ব্যক্ত হ'ব। আৰু যিজনে মধ্যমকৈ নাম লৈছে, তেওঁ চকামকাকৈ কেতিয়াবা হৰিক হৃদয়ত দেখিছে আৰু অৱশ্যে এনে ক্ৰমত তেওঁৰ হৃদয়ত হৰি ব্যক্ত হ'ব। আৰু মনে মনে নাম লোৱাজনে হৃদয়পদ্মত হৰিক নিশ্চয়কৈ দেখি পৰম আনন্দত হৰিৰ পদ-পঙ্কজৰ যশ ৰস চুপিছে নামৰ সৈতে। আৰু এওঁলোক তিনিজনৰ এজন আছিল পূৰ্বজন্মত গাহৰি আৰু এই জন্মতো তেওঁ চোৰ বৃত্তি ধৰি ফুৰিছে আৰু পাপময় পৰৰ বিষ্ঠাদ্ৰব্য আনি শোধন কৰি নিজৰ ভাৰ্য্যা-পুত্ৰক পুহিছে। আৰু দ্বিতীয়জন আগৰ জন্মত আছিল ছাগলী, এতিয়া মানুহৰ শৰীৰ পায়ো আৰ ঘৰত তাৰ ঘৰত লুপলুপাই, লুঙলুঙাই ফুৰে, য'তে যি পায় আনে, অ'ৰ কথা ত'ত কয়; লোকৰ মাজত ঈৰ্ষা, অসূয়া লগাই ফুৰে; এওঁ শিশ্ন আৰু পেটৰ বাবে ইহ আৰু পৰজন্মত ভ্ৰমণ কৰিব যোনি চেপা

খাই বাগৰি ফুৰি। আৰু তৃতীয়জনে পূৰ্বজন্মত বালিচাহীৰপৰা বাগৰি হাতীৰ জন্ম লৈ জন্মান্তৰত এই দেহাটি পাইছে; এতিয়াও সেই বৃত্তি এৰা নাই, মিছা কথা, নিন্দাবাদত মজিছে; কুল ক্ৰীয়া এৰি পেহী-মাহী নেবাছি চুৱা চৰু লুৰি পুত্ৰ ভাৰ্য্যাৰ লগত জীছে। আৰু মৰিও এওঁ এই বৃত্তি ধৰিয়ে ভ্ৰমিব। পুণ্য ধৰ্ম লেশমানো আৰ্জা নাই; গৰ্ভবাস, যোনি চেপা খাই মহা প্ৰলয়লৈকে সংসাৰত ভ্ৰমিব। এতেকে ছয়জনকে যিজন যি যোগ্যৰ, যাৰ যি বৃত্তি তাকে চাই দিয়া হৈছে। ইয়াকে শুনি চোৰ আৰু ভকতেও আচৰিত হ'ল। ভকতে উপকাৰী অঞ্জনীয়াক হৃদিপদ্মত পাই ভজি সংসাৰ তৰিলে। চোৰেও ক'লে, "এওঁৱে দেখোঁ আমাৰ মনৰ বৃত্তি আৰু দুই জন্মৰ কথা জানিলে।" এইবুলি চোৰে সকলো এৰি সন্তৰ সম্পৰ্কত শুদ্ধ হৈ সাধু সংগ লৈ হৰি ভক্তি কৰি সংসাৰ তৰিলে। আৰু মাধৱদেৱে ভকতসকলক ক'লে, "তোমালোকে মন-শাস্ত্ৰৰ* তলিত নাম লৈছা হয়, সেই নামতে বাসনা লাগি ভক্তি, মুক্তি হ'ব; ভকতি দুৰ্লভ। সেই সময়ত গুৰুজনে ঘোষা মাতিছে –

"যদি ভৱ ভয় ভঙ্গ মান ইচ্ছা কৰা ভাই,
সদা সাধু সঙ্গ কৰা সাৰ।
একক্ষণ মানে মাত্ৰ কেৱল সাধুৰ সঙ্গে
হোৱে নাৱ ভৱ তৰিবাৰ।"

আৰু কৃষ্ণদেৱে কৈছে উদ্ধৱক – একাদশত মোৰ মহাপুৰুষ গুৰুৱে দিছে –

"যিটো মহাপাপ কৰি অকস্মাতে স্মৰে হৰি,
সিও শুদ্ধ হোৱে কোন চিত্ৰ।
ভাগৱত শাস্ত্ৰ কয়, তাৰ যিটো সঙ্গ লয়
সিও হয় পৰম পবিত্ৰ।।"

আৰু চোৰেও গভাইত চোৰৰ আশ্ৰয় নল'লে চুৰ কৰিব নোৱাৰে আৰু গৃহস্থয়ো গুপ্তচৰৰ সহায় নহ'লে চোৰ ধৰিব নোৱাৰে। এয়ে মোৰ গুৰু ধৰ্মৰ হৰি ভক্তিৰ আৰ্হি। যেনেকৈ পিতৃ-মাতৃৰ সংযোগত জীৱৰ জন্ম হয়, তেনেকৈ উপকাৰী অঞ্জনীয়াৰ পৰাহে হৰিভক্তিৰ উদ্ভৱ হয়। আৰু তেনেলোকে গাঁওত ভকত জাতিক

সেৱা কৰে। গীতাত অৰ্জুনক শ্ৰীকৃষ্ণই কৈছে, "সংসাৰী অজস্ৰ লোকক দিলে, খুৱালে যি পুণ্য হয়, ভক্তিপৰায়ণ এজনক দিলে, খুৱালেও একে পুণ্য হয়।" আৰু আতৈসকল, ইয়াত ভকত নাপালা? গুৰু, ভকত, নিজে কি বস্তু, ক'ত আশ্ৰয়, অজ্ঞনীয়া কি নিচিনা-নুবুজা; ভকত হৈছাহি!" তাকে শুনি আতৈসকলৰ মনত দুখ লাগি গুৰুজনাক আশ্ৰয়-অজ্ঞনীয়া কৰি হৰিভক্তি কৰি নাম গাব ধৰিলে। পাছত তেওঁলোকে গৈ চাউল, মাছ, পছ, লোণ, তেল আনি গুৰুজনাক সিধা দিছে।

২-১০-৬ : এদিন শ্ৰীৰাম আতাই ভিক্ষা কৰিবলৈ গৈছিল; একো নাপালে। গুৰুজনে দেখি ক'লে, "একো নাপালা? দেখোঁ সোনকালে ঘূৰি আহিলা?" আতাই ক'লে, "বাপ, সেইখিনিতে বৰকোচ নামেৰে এঘৰ লোক আছে, তালৈ গ'লেই দলিয়ায়, ফৰ্ম্মঠিয়ায়; গুচি আহিলো।" গুৰুজনে ক'লে, "আকৌ যাবা; দলি, ফৰ্ম্মঠি মাৰিলে লৈ আহিবা।" আতাই গ'ল মাগিবলৈ। আতাক দেখি বৰকোচে ঢেঁকীৰ থোৰাটো মাৰি পঠিয়ালে। আতাই কাতি হোৱাতহে গাত নালাগিল। ঢেঁকী থোৰাটো লৈ আহি আতাই গুৰুজনাক দিলে। গুৰুজনাই আতাক ক'লে, "ঢেঁকী থোৰাটো ধুই ফালি এচকলকৈ প্ৰত্যেক ভকতক দিয়াগৈ, তেওঁলোকে জুই ধৰিব।" পিছদিনা গুৰুজনাই আতাক ক'লে, "শ্ৰীৰাম আজিও যোৱা।" আতা সেইদিনাও গ'ল। আতাক দেখি বৰকোচে ডাঙৰ মাটিৰ চপৰা এটি মাৰি পঠিয়ালে আৰু আতাই তাকে লৈ আহি গুৰুজনাক দিলে। গুৰুজনাই ক'লে, "চপৰাটো গোবৰৰ সৈতে মিহলাই গুৰি কৰা আৰু ভকতে তাৰে চৌকা মচিব।" আতাই সেইমতে কৰিলে। পিছদিনা আতাই পুনৰ যোৱাত বৰকোচে পত্নীক ক'লে, "নিতে খেদোতেও আহে দেখোঁ, খুদ-কণ কি আছে এমুঠি দিয়াহঁক।" তেতিয়া এমুৰীয়ামান বুঢ়ী এজনীয়ে খুদ-কণ আনি দিলে। পিছদিনা গুৰুজনাই ক'লে, "শ্ৰীৰাম আজিও যোৱাগৈ।" আতা গ'ল। আতাক দেখিয়ে বৰকোচে পীৰাত বহিব দি সুধিলে, "ক'ৰপৰানো আহা নিতে?" আতাই ক'লে, "এইখিনিতে মহাপুৰুষ এজন আছে, তেওঁৰ ঠাইৰ পৰাই আহিছো।" বৰকোচে ক'লে, "ময়ো যাওঁব'লা, কেনে মহাপুৰুষ চাওঁ।" বুঢ়াৰ মায়াৰ তিনি গুণ বৃত্তি ভকতৰ তিনিটা কাৰ্য্যত ছিঙিল। বৰকোচে আতাৰ লগত গৈ আতাৰ পাছত

গুৰুজনাৰ সন্মুখত বহিল। গুৰুজনাই ক'লে, "শ্ৰীৰাম, এওঁ কোন?" আতাই ক'লে, "বাপ, এওঁকে বৰকোচ বোলে।" গুৰুজনাই আতাক ক'লে, "এওঁক তেল-খাৰ দিয়া, স্নান কৰকগৈ।" আতাই বৰকোচক তেল-খাৰ দিলে আৰু বৰকোচে স্নান কৰি আহিলত গুৰুজনে তেওঁক চিৰা-গাখীৰ খাবলৈ দিলে। চিৰা-গাখীৰ তেওঁ বৰকৈ খালে। গুৰুজনে তামোল দিয়ালে। বৰকোচে খাই উঠি বাহাত বহোতে ভকতে ৰত্নাৱলী পঢ়া শুনি ক'লে, "এনে এখন পুথি আমাৰ ঘৰতো আছে।" গুৰুজনাই ক'লে, "আনিবাচোন কেনে চাম।" বৰকোচে পুথিখন আনিলে। পুথিখন পেড়াত ভৰাই পাৰৰ বাহত থোৱা হৈছিল। পাৰৰ লাদেৰে পেড়াৰ ঢাকনিখন চাৰি আঙুলমান ডাঠ হৈছিল। গুৰুজনে পেড়াটো মেলি দেখিলে দিব্য-অক্ষয় ৰত্নাৱলী শাস্ত্ৰ। ভকতে মাটি বালিৰে পেড়াটো ধুই থ'লে। বুঢ়া কোচে গুৰুজনাক ক'লে, "বাপ, ময়ো শৰণ ল'ম।" গুৰুজনাই ক'লে, "শৰণ ল'ব লাগিলৈ তোমাৰ পূৰ্বৰ ৰীতি-নীতি এৰি ঘৰৰ যি আছে সকলো বাহিৰ কৰাগৈ।" বৰকোচে সেই নিয়মে কৰিছে, চৰু, কেৰাহী, কলাখাৰ, ছয়টা ভঁৰাল সকলো পেলাই মূৰ, কাপোৰ তিয়াই হৰিচে থাকি চাউল, মাহ, বস্ত্ৰ, তামোল-পাণ আগত থৈ গুৰুজনাৰ তাত শৰণ লৈছে পুত্ৰ, নাতি, বোৱাৰী সকলোৰে সৈতে। তেতিয়া শ্ৰীৰাম আতাই গুৰুজনাক প্ৰাৰ্থনা কৰি সুধিছে, "বাপ, বৰকোচ হৰিবিমুখীয়া আছিল, পৰম সংসাৰী, তেওঁৰ বাবে অত যত্ন কৰিব লাগে কিয়?" গুৰুজনাই ক'লে, "শ্ৰীৰাম, অনাদি পুৰুষে সৃষ্টি কৰি জীৱক উলিয়াই প্ৰকৃতিৰ হাতত দিছে, সেই জীৱক মায়াময় বায়ুয়ে পোৱাত সংসাৰ চক্ৰত পৰি সিহঁত ভাৰতবৰ্ষৰ তিনিও ৰাজ্যত সিঁচৰতি হ'ল। দুঃবাসনা, দুঃসঙ্গত পৰি সিহঁতে পাপ মন ধৰি আছে, ধুই ল'ব লাগে, চিনৰ জীৱ; ইয়াত দোষ নাই, গুণহে আছে; আৰু বা কি বস্তু পৰি আছে?"



# একাদশ অধ্যায়

২-১১-১ : আৰু বৈদপো ৰামৰ ঠাইলৈ অহাযোৱা কৰি বিষ্ণুৱে সদাচাৰ শিকি বাকী চাৰি ভাতৃক ঘৃণায়। তেওঁলোক পাঁচ ভাতৃ ক্ৰমে — কেহো জ্যেষ্ঠ, হৰি তেওঁৰ তলৰ, কৃষ্ণ মধ্যম, বিষ্ণু তেওঁৰ তলৰ আৰু কনিষ্ঠ যদুমণি। এই পাঁচজন ভাতৃক গুৰুজনে পাঁচ পাণ্ডৱ বুলিছিল। তেওঁলোকক ঘৃণোৱা দেখি হৰি আৰু কৃষ্ণই বিষ্ণুক ক'লে, "ডালপাতত ধৰিয়ে ঘৃণোৱা, গুৰিতো পোৱাই নাই। আমিও তোমাক নিঘৃণাই এৰিমনে?"

২-১১-২ : বিষ্ণুৰ (আতা) উপৰিপুৰুষক হিৰণ কাজীৰ ঘৰ বুলিছিল। হিৰণ কাজীৰ পুত্ৰ বীৰণ কাজী, তেওঁৰ পুত্ৰ অহিৰ্ম্মল কাজী, অহিৰ্ম্মলৰ পুত্ৰ ধীৰমল কাজী, তেওঁৰ পুত্ৰ হৰিমল কাজী আৰু তেওঁৰ পুত্ৰ কৃষ্ণমল কাজী। কৃষ্ণমলৰ পাঁচ পুত্ৰ — কেহো, হৰি, কৃষ্ণ, বিষ্ণু আৰু যদুমণি।

২-১১-৩ : হৰি আৰু কৃষ্ণই এখন নাও লৈ গদাধৰ নৈৰে উজাই আহি ব্ৰহ্মপুত্ৰ নৈত ওলাই উজাই আহি যোগীঘোপাৰে মানাহ নৈ সোমাই জানেৰে গৈ পাটবাউসী পালে। তাতে দামোদৰদেৱৰ খাপ লৈ থকা ভক্তই দুয়োকে দামোদৰদেৱৰ ওচৰলৈ নিলে। আন লোককো তেনেকৈ ভুলাই নিয়া হয়, আৰু কয়, "শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম তাৰেই এওঁৰ তাতেই দি থৈ গৈছে।" আৰু তেনেকৈ কৈ খুৱাই-ধুৱাই লোকক দামোদৰদেৱৰ ভকত কৰা হয়। এওঁলোককো তেনেকৈ নিছে। হৰি আৰু কৃষ্ণই সুধিলে, "এওঁ ব্ৰাহ্মণ নে শূদ্ৰ?" ভক্তই ক'লে, "ব্ৰাহ্মণ।" এওঁলোকে ক'লে, "শুনিছো তেৰাই শূদ্ৰৰ তাতহে ধৰ্ম থৈ গৈছে। তেওঁনো আছে ক'ত?" ভক্তই ক'লে, "সেই যে খিৰা মৰলৰ ঘৰৰ গছডাল দেখিছে, তাৰ তলতে থাকে।" হৰি আৰু কৃষ্ণই গুৰুজনাৰ ওচৰলৈ বেগাই গ'ল। তেওঁলোকে দেখিলে মাধৱদেৱ গুৰুজনাই চোতালত বহি 'চোৰ ধৰা' নাটৰ সূত্ৰ গীত কৰিছে। তেওঁলোকে গুৰুজনাৰ আগত আঁঠু লৈ ক'লে, "বাপ, কলিযুগত এইবাৰ মহাপাপীৰ গতি আছে নে নাই?" গুৰুজনাই তেওঁলোকৰ ফাললৈ চাই ক'লে,

"তোমালোকে ক'ৰ পৰা আহিছা?" তেওঁলোকে ক'লে, "বাপ, আপোনাৰ সুগন্ধ ফলে জৰী লগোৱা দি আমাক টানি আনিছে। বেহাৰত আমি আপোনাক তেৰ দিন লগ পাইছিলো।" গুৰুজনাই ক'লে, "কিয়নো আহিলা?" তেওঁলোকে ক'লে, "বাপ, আপোনাৰ এই পদ-পঙ্কজত বিক্ৰী যাবলৈ আহিছো।" গুৰুজনাই ক'লে, "তোমালোকৰ দেহৰ সম্বন্ধৰ কোন আছে?" তেওঁলোকে ক'লে, "বাপ, সকলো আছে।" গুৰুজনাই ক'লে, "আমাৰ যি ধৰ্ম দেখিছা, পিতৃ-মাতৃ এৰা ধৰ্ম। তেওঁলোকে বা এই ধৰ্ম লয় নে নলয়? এই ধৰ্ম নধৰিলে তেওঁলোকক এৰিব লাগিব, পাৰিবানে?" হৰি আৰু কৃষ্ণই ক'লে, "বাপ, তেওঁলোকে লয় যদি ল'ব আৰু নলয় যদি এৰিলো আৰু তেওঁলোকক।" হৰি, কৃষ্ণই দাড়ি, মূৰ কমাই, নখ কাটি চাউল, বস্ত্ৰ দি মহাপুৰুষক গুৰু বুলিলে। পিছদিনা তেওঁলোকে গুৰুজনাৰ পৰা বিদায় মাগিলে। গুৰুজনাই ক'লে, "কলিযুগত নিজৰ দোষ দেখোঁতা নাই, তোঁমালোক সৎ।" তেতিয়া গুৰুজনে একাদশৰ পদ এফাকি মাতিছে —

শ্ৰৱন মাত্ৰকে এক কৃষ্ণত ভকতি ভৈল,
বিদুৰ কৃতাৰ্থ অতি ভৈল।
মুনিক প্ৰণাম কৰি হৰিক হৃদয়ে ধৰি
হস্তিনাপুৰক চলি গৈল।

হৰি, কৃষ্ণই গুৰুজনাক সুধিলে, "বাপ, আমাৰ ঘৰত থকা সকলে যদি এই ধৰ্ম নধৰে তেন্তে তেওঁলোকক এৰিম আৰু যদি ধৰিবলৈ ইচ্ছা কৰে এই এপষেকৰ বাট, হাবিয়ে-জংঘলে কেনেকৈ আহিব তেওঁলোক বা আমিয়ে আনিম কেনেকৈ?" গুৰুজনাই ক'লে, "আহিব নালাগে, এই একাদশ শাস্ত্ৰখন নিয়া; যদি তেওঁলোকে ইয়াক মান্য কৰে, এইখন আগত থৈ প্ৰাৰম্ভিক কাৰ্য্য কৰি হৰিচে থাকি মই যি ক্ৰমেৰে গুৰুবাক্য দিলো সেইদৰে দিবা।" গুৰুজনে তেওঁলোকক বিদায় দি ক'লে, "যোৱা, বাটত তিনিটা ভয় পাবা; কিন্তু হানি নহ'ব।"

হৰি, কৃষ্ণই সৰিয়হ কিনি নাওত ভৰাই মানাহ নৈৰে ভটিয়ালে। মানাহৰ মুখত যোগীৰঘোপাত চৰাক-খৰিয়াত লাগি নাওখন বুৰো বুৰো যেন হ'ল। আৰু তাৰপৰা গৈ শিলবাগৰাৰ মুখত গছৰ মূঢ়াত লাগি নাওখন যেন বুৰেই; কিন্তু কথমপি ৰ'ল। তাৰপৰা আহি তেওঁলোকে আলচ কৰি ক'লে, "ভাই কৃষ্ণ, বোলা

ভাই হৰি, গুৰুজনে তিনিটা ভয়ৰ কথা কৈছিল, দুটা গ'ল আৰু ক'ত বা কি হয়?" তেওঁলোকে গৈ গদাধৰ নদীৰ মুখ বিজয়পুৰ পালে। তাতেই পশ্চিমৰ বঙালৰ ডকাইতে কৃষ্ণ, হৰিৰ নাও দেখি সিহঁতৰ নাও বিদ্যুৎ বেগে বাইছে লুট কৰিবৰ মনেৰে। তাকে দেখি কৃষ্ণ, হৰিয়ে প্ৰাণৰ ভয়ত নাও বাই গদাধৰ নৈত সোমাল। ডকাইতে সেইফালে হাবি দেখি নাযাই উভতিলে। হৰি, কৃষ্ণই বৰ ভয় পাই ক'লে, "অতদিনৰ বাট, গুৰুজনে কেনেকৈ জানিলে ভয় পাম বুলি! তেওঁ মানুহ নহয়, ঈশ্বৰৰ অৱতাৰ।" এনেকৈ গৈ তেওঁলোক হিলৈঘাটত ৰ'ল।

২-১১-৪ : হৰি, কৃষ্ণই ঘাটতে নাও বান্ধি ছে বাহাতে খাই লৈ দুদিন আছে, পাৰলৈ উঠা নাই। ঘৰৰ পুত্ৰ-পত্নীয়ে খবৰ ল'বলৈ আহে, হৰি-কৃষ্ণই নাচায়, নামাতে। সিহঁতৰো মাতিবৰ সাহস নাই। হৰি, কৃষ্ণৰ এজনী বায়েক কলীয়া মাজীৰ তাত বিবাহ দিছিল। দুই পত্নীয়ে বায়েকক মাতি আনি ক'লে, "বাই, তুমি সোধাকৈ ভায়েৰাই কিয় নুঠে পাৰত? আগতে দেখো যায়, আহে, উঠে, খায়-লয়; ইবাৰ হ'ল কি?" বায়েকে গৈ ক'লে, "হৰি-কৃষ্ণ, তোমালোক অতিথি নেকি, নুঠাযে, কিনো হৈছে? পথিকেহে তেনেকৈ থাকে?" হৰি, কৃষ্ণই ক'লে, "বাই, এতিয়াহে জানিবা; আমি শুদ্ধ ধৰ্ম ধৰি আহিছো আৰু ইহঁতে যদি গুৰুৰ ধৰ্ম নধৰে, পালন নকৰে, আমি ঘৰলৈ নাযাও, আকৌ যামগৈ ঘূৰি। আৰু যদিহে ধৰে, পালন কৰে তেতিয়া ঘৰলৈ যাম, খাম আৰু ইয়াৰপৰাও উঠিম।" ইয়াকে শুনি পত্নী দুগৰাকীয়ে ক'লে, "আমাৰ নাক, চুলিৰ গৰাকী আমাৰ স্বামী; স্বামীৰ বাক্যত নৰ'লে পত্নীক এৰিব পায়, স্বামীৰ ধৰ্ম ধৰি আচৰণ কৰিলেও পত্নীক এৰিলে অনাথ কৰাৰ দোষে নাপাবনে?" হৰি, কৃষ্ণই ক'লে, "এয়ে নিশ্চয়নে?" পত্নীয়ে ক'লে, "জল বিনে মাছৰ মৃত্যু, আৰু আমাৰো তেনে; ইয়াত নিশ্চয়তা কি? এতিয়া আমি গুৰুজনাৰ ওচৰলৈ যাম কেনেকৈ?" কৃষ্ণই ক'লে, "তোমালোকে নিশ্চয় যদি কৰিছা নালাগে যাব, গুৰুজনে দাদাক আজ্ঞা কৰিছে শৰণ দিবলৈ।" তাৰ পাছত দুই পত্নীয়ে চৰু, কলহ, খলা সকলো আঁতৰ কৰি কাপোৰ ধুই, ঘৰ মচি হবিচে থাকি মাহ, চাউল, তামোল, বস্ত্ৰ আগবঢ়ালে আৰু হৰিয়ে একাদশ শাস্ত্ৰখন থাপনাত থৈ মহাপুৰুষক গুৰু বোলাইছে আটাইকে। তাৰ পাছত নাওৰ বোজাই তুলি উঠি গৈছে হৰি, কৃষ্ণই।

২-১১-৫ : হৰি, কৃষ্ণই মহাপুৰুষক গুৰু বুলি ভায়েক যদুমণিক নুচোৱে, তেওঁৰ হাতেৰে নেখায়। তাকে দেখি মহা বিৰকতি হৈ আৰু গুৰুজনাৰ শীল, মহিমা শুনি দেৱাই মাজীৰ নাওৰ লগুৱা হৈ উজাই আহি যদুমণিয়ে হাউৰা ঘাটত উঠি গুৰুজনাৰ কাষলৈ গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই মহা প্ৰেমত মজি শ্ৰীৰাম আতাৰ সৈতে ৰাস ঝুমুৰা নাট, নাটৰ সূত্ৰ আৰু গীত ৰচনা কৰি আছিল। যদুমণিক দেখি গুৰুজনাই সুধিলে, "ক'ৰপৰা আহিছা আৰু কোন?" যদুমণিয়ে ক'লে, "প্ৰভু, বিজয়পুৰৰপৰা যে হৰি আৰু কৃষ্ণ আহিছিল, তেওঁলোকৰ মই সৰু ভাই। আপোনাৰ সুগন্ধ যশৰ বায়ু বৰশী-জৰীয়ে বাসনা ফলৰ টোপত ধৰাদি টানি আনিছে মই দুঃসঙ্গ, দুৰ্বাসনাৰ পানী-বোকাৰ মাছ আৰু আপোনাৰ অনাদি অভয় পদক মই আশা কৰিছো।" তেতিয়া মাধৱদেৱ গুৰুজনাই যদুমণিৰ সুঠাম বুদ্ধি আৰু স্থিৰ মন দেখি সেইদিনাই তেওঁক মহাপুৰুষক গুৰু বোলাইছে। শ্ৰীৰাম আতাই যদুমণিক নীতি সদাচাৰ শিকাই গুৰুজনাৰ পৰিচৰ্য্যাৰ কামত লগাইছে।

২-১১-৬ : উৰ্বশী আয়ে বৰ সাৱধানে শুদ্ধকৈ লোণ, জালুক, আইজোৱান দি গুৰা ভাজি আনে মাধৱদেৱলৈ। গুৰা পাত্ৰত ভৰাই ঢাকনিৰে মুখ বন্ধ কৰি আনি দিয়ে। যদুমণিয়ে তাৰে এগাল খাই ভিতৰত নি থয়। এদিন আয়ে মাধৱদেৱক ক'লে, "দাদা, বৰ যত্ন কৰি মই গুৰা আনো আৰু যদুমণিয়ে আগতে খায়, মোৰ মনত বেয়া লাগে।" গুৰুজনে যদুমণিক ক'লে, "হয়নে, তুমি আগতে খোৱা?" যদুমণিয়ে ক'লে, "হয় বাপ, দুটিমান খাই সোৱাদ লওঁ, লোণ, জালুক হৈছেনে চাওঁহে আৰু নহ'লে দিওঁ; ইয়াত মোৰ দোষ কি?" গুৰুজনে ক'লে, "অ' যদুমণি, মোৰ বাবে সেয়া ভালহে; কিন্তু গুৰু ভকতকো দিও, তেওঁলোকৰ এৰা খোৱা যেন হয়।" তাৰ পাছৰপৰা যদুমণিয়ে আগতে নাখালে আৰু। যদুমণি বৰ হোজা স্বভাৱৰ।

২-১১-৭ : আৰু গুৰুজনে কুটনি মাছ খায়। যদুমণিয়ে মাছ বাছে, ধোৱে, মাছৰ গাত লেপলেপীয়া বীৰ্য্য লাগি থাকে। এদিন গুৰুজনে শৌচ শুদ্ধলৈ যাওঁতে আতাই এজন অশৰণীয়াত সুধিলে, "মাছৰ বীৰ্য্য কেনেকৈ মৰে?" লোকজনে ক'লে, "পানী তপতাই ধোৱাগৈ।" আতাই সেই মতে ধুই থৈছে

সহজ ভাবত। গুৰুজনে চাউল বাঢ়ি আঞ্জা বহাই যদুমণিক ক'লে, "মাছ দিয়া।" যদুমণিয়ে মাছ নি দিলে। গুৰুজনে মাছ চাই ক'লে, "মাছ দেখোঁ আজি পিটিকি পিটিকি ধোৱা কিয়?" আতাই ক'লে, "বাপ, আজি মাছ পানী তপতাই ধুইছো।" গুৰুজনে ক'লে, "কি ক'লা, তোমাৰ মোৰ স্নান কৰিব লাগিল, মাছ চালনী নি পেলোৱা।" আতাই ক'লে, "এজনে ক'লে দেখোঁ ভাল বুলি।" তাৰ পাছত মাছ পেলাই স্নান কৰি গুৰুজনে চৌকা জ্বলালে। আৰু চাউল সিজাই দুয়োজনে ভোজন কৰিলে। গুৰুজনে আতাক ক'লে, "আনদিনা এনে নকৰিবা।" যদুমণিয়ে গুৰুজনাক কাটল মাছৰ গদা আনি দিয়ে, মাছৰ কঁাইটে বিন্ধে গুৰুজনাক। গুৰুজনে মাছ নেখাই তেনেই এৰে। এদিন গুৰুজনে যদুমণিক ক'লে, "মাছৰ কলঠি মোক দিবা, সেয়া ভাল।" আতাই ক'লে, "বাপ, মাছৰ কঁটা গলত লাগে বুলি নিদিওঁ।" গুৰুজনে ক'লে, "দিবা, নালাগে।" তাৰ পাছৰপৰা আতাই সেইমতে দিছে।

২-১১-৮ : বালকদাসে কমাৰৰ কাম কৰে। তেওঁ লোৰ সঁজুলি গঢ়িবলৈ আহিছিল। পাছত মানিকবাৰীয়া আৰু কৃষ্ণই ভকতৰ নীতি সদাচাৰ দেখি, গুৰুজনাৰ গুণশীল মহিমা শুনি নিশ্চয় হ'ল শৰণ ল'বলৈ। তেতিয়া কৃষ্ণই আতৈয়ে বালক দাসক গুৰুজনাক দিলেহি ভেটাই। গুৰুজনাই মানিকদাসক পৰিক্ৰিয়া হবিচ কৰাই মহাপুৰুষক গুৰু বোলাইছে।

আৰু কৃষ্ণ আতৈৰ ঘৰ বৰনদীৰ কাষত। তেওঁ ৰঘু আতৈক আনি গুৰুজনাক দিছে। গুৰুজনাই ৰঘু আতৈক মহাপুৰুষক গুৰু বোলাইছে নিয়ম পৰিক্ৰিয়া কৰি।

২-১১-৯ : হৰি, কৃষ্ণ আতৈয়ে এটি হৰি গৃহ কৰি তাত আসন পাতি একাদশ শাস্ত্ৰখন থৈ নাম গাইছে। তেওঁলোকে নামৰ আৰ্হি, তাল-মানৰ একো ভু নাপায়। দুয়োজন আতৈয়ে আহি গুৰুজনক এজন ভকতক প্ৰাৰ্থিলে নাম শিকাই দিবলৈ। গুৰুজনাই তেওঁলোকক কমল পাঠকক দিছে। হৰি, কৃষ্ণই গুৰুজনাৰ আগতেই কমল পাঠকক সাৱটি ধৰি চুমা খায়, কোলাত লয়, ধূলা লয়, মাথাত লয়, বুকুত বান্ধে আৰু কান্দি বিহ্বল-ব্যাকুল হ'ল প্ৰেমানন্দত। আৰু ক'লে, "এনে বৈকুণ্ঠৰ বস্তু পালো। গুৰুজনে কৃপা কৰি দিছে আৰু আমি মহাভাগ্যত পাইছো।" গুৰুজনে সেই ভক্তি দেখি ঘোষা পটল ৰচনা কৰিছে—

"হিয়াৰ মাজে ................"
"পাপ বিপক্ষক ..............."
"মুকুতি সুখক ................"
"আপোন নামৰ মহিমা দেখিয়া ............."
"হৰি গুণ নাম ভাবিয়া পুৰুষে ..............."

২-১১-১০ : হৰি, কৃষ্ণ আতৈয়ে ভাতৃ বিষ্ণুক ঘৃণায় অশৰণীয়া বুলি। বিষ্ণুৰ খাদ্যবস্তু নেখায়, নুচুৱে আৰু বিষ্ণুক নাচায়, নামাতে। সেয়ে বিষ্ণুৱে মহা মনোকষ্ট পাই আছিল। জিনৈ মুখত খিৰাই মাজীক পাই এটকা দি তেওঁ নাওৰে উজাই আহি মন্দিয়া ঘাটত উঠি গুৰুজনাৰ ওচৰলৈ আহি সেৱা কৰিছে। গুৰুজনে প্ৰথম খণ্ড ৰামায়ণ ৰচনা কৰি আছিল। গুৰুজনাই ক'লে, "তুমি কোন? ক'ৰপৰা আহিছা?" যদুমণি আতৈয়ে বিষ্ণুক দেখি ক'লে "বাপ, তেওঁ মোৰ দাদা হয়।" তেতিয়া গুৰুজনে বিষ্ণুক পূৰ্ব্বৰ ভাগৰ চিনৰ জীৱ দেখি একো নুসুধিলে আৰু তেওঁক মহাপুৰুষক গুৰু বোলালে।

২-১১-১১ : বিষ্ণুৱে শৰণ লৈ বাহাত ৰ'ল। তেওঁ নাম গাবলৈ নাযায়। এদিন গুৰুজনে বিষ্ণুক ক'লে, "নাম গাবলৈ নোযোৱা কিয়?" বিষ্ণুৱে ক'লে, "ভকতসকলে নাম গালে অপৰাধ নহয়, মই গালেহে হয় হেনো। দোষ হ'ব লাগিলে নাম গাই কৰিম কি?" গুৰুজনে ক'লে, "সেই অপৰাধনো কেনেকৈ খণ্ডে ভকতক সুধি ল'ব নালাগেনে?" তেতিয়া গুৰুজনে চাৰিটা দৃষ্টান্ত দিছে - - পৃথিৱীৰ ভূগৰ্ভত পানী আছে, পুং বুজি খান্দিলেহে পানী ওলায়, পায়। পুং নিচিনিলে অকল শ্ৰমহে হয়। আৰু সমস্ত কাঠতে জুই আছে, কাঠ, টিঙিৰি তুলা আৰু ঘৰ্ষণতহে জুই ওলায়, এনেয়ে ওলাব কিয়? খেতিৰ উপযোগী মাটি খেতিয়কেহে জানে; দ, বাম, উৰ্ব্বৰ, অনুৰ্ব্বৰ। আৰু গৰু, মানুহ, বিধান, মাটি বতৰৰ সংযোগ শস্যৰ মূল। কামধেনুৱে কেৱল গাখীৰ দিয়ে, যিমান বিচাৰে তাকে পায়। ঘাঁহ পানী, গোহালি, দোৱা পাত্ৰ নহ'লে ক'ত গাখীৰ পাব! আৰু নাক, কাণ, শিং, নেজত, খুৰাত দুলে ক'ত পায়? মহ-ডাহ খেদায়, ঘাঁহ-পানী দি গাইক সন্তুষ্ট কৰি বাট চিনি দুলেহে গাখীৰ পায়। তেনেকৈ গুৰুৱে গোধন কামধেনু; গুৰুক পৰিচৰ্য্যা কৰি, সেৱাত সন্তোষ লগালে, কামধেনুক প্ৰভাৱ বুজি দুলে

জন্মতে দৰিদ্ৰয়ো অচলা লক্ষ্মীক পোৱাদি বৈকুণ্ঠ পায় জন্ম-মৃত্যু সাৰি। কামধেনুৰ সেৱাত ঘাঁহ-পানীৰ বিতুষ্ট হ'লে গাখীৰ দুৱোতাকে লাঠি মাৰে আৰু সেই নিয়মে গুৰু বিতুষ্ট হ'লে সংসাৰ নৰক হয়।"

২-১১-১২ : আৰু এদিন শ্ৰীৰাম আতাই গুৰুজনাক ক'লে, "বাপ, গোসাঁনী মাতৃৰ গৃহলৈ গৈ আহো।" গুৰুজনাই ক'লে, "এতিয়া যাবৰ সময় হোৱা নাই।" গুৰুজনাই পাঁচটা দৃষ্টান্ত দিছে — ৰাঘ বৰালীৰ পোনা একশ বা ছয়কুৰিটা এজনেই খাব পাৰি; কিন্তু সেই বৰালী ডাঙৰ হ'লে কাটোতেই দা, কটাৰী ভাঙে আৰু ছয়-সাত কুৰি মানুহৰ ভোজত দিব পাৰি। দ্বিতীয়াৰ চন্দ্ৰই গা পোহৰাব নোৱাৰে, কিন্তু ষোল্ল কলা পূৰ্ণ হ'লে তাৰ জোনাকত পঢ়িবও পাৰি। আৰু কোটোহাৰ কাঁইট নখেৰে চিকুটি দিলেই ছিঙে কোমলতে আৰু পুৰঠ, বুঢ়া হ'লে সি হাতীকো বিদাৰণ কৰে। ভলুকা বাঁহৰ গাজ সৰু ল'ৰাই হাত-ভৰিৰে ভাঙি আনে আৰু পুৰঠ বুঢ়া হ'লে সেই বাঁহে কুঠাৰকো ভাঙে, চাৰি পাঁচজন মানুহে বুদ্ধিৰ বলেৰে ছোপাৰ পৰা টানি উলিয়াব পাৰে। বুঢ়ী বাঘিনীয়ে পোৱালী পলুৱাই থয় আঁতৰত বুঢ়া বাঘে কামুৰি মাৰে বুলি ভয়তে। পোৱালীৰ বয়স হৈ যৌৱনপ্ৰাপ্ত হ'লে সি গোজৰে আৰু মাকেও গোজৰে আৰু মাকৰ লগ লৈ সন্তোষত থাকে। আৰু পশুৰ মাকেও পোৱালী কামোৰ মাৰি নিয়ে, পোৱালীটো ডাঙৰ হ'লে যেতিয়া দেখে আনে কাঢ়ি নিব নোৱাৰে তেতিয়া মাকে এৰে।

২-১১-১৩ : বিষ্ণু আতাৰ কানাই নামে পুত্ৰ এটি জন্মিল। পুত্ৰ জন্মৰ একশ দিন পাছত মাক ঢুকাল। আতাক নামঘৰৰ বাহাত খবৰ দিয়া হ'ল। খবৰ পাই আতাই গুৰুজনাক ক'লে, "বাপ, মই ঘৰলৈকে যাওঁ, কেঁচুৱাটিক প্ৰতিপাল কৰোঁতা কোনো নাই।" সেই সময়ত গুৰুজনাই গীত ৰচিছে বৈৰাগ্য ভাবত।

পামৰ মনাই কেমনে হৰিৰ নাম ৰহল।

বিচুৰ, কাহা গাওঁ পিতা মাতা ............।

গুৰুজনে আৰু তিনিটা দৃষ্টান্ত দিছে, —

(ক) কাছই বামৰ বালিত কণী পাৰে পানীৰ পৰা ষোল্ল যোজন দূৰৈত। বালিৰ তলত উমনি পাই ছয়মাহত কণীৰপৰা পোৱালী জগে, এটি কণীও ঘোলা নহয়। সেই পোৱালীয়ে বগাই গৈ মাকৰ লগ লয়।

(খ) এজন সদাগৰে দুজনী ভাৰ্য্যা ঘৰত থৈ বণিজলৈ গ'ল। এজনী ভাৰ্য্যাৰ এটি পুত্ৰ জন্মিল। সতিনীজনীয়ে হিংসা কৰি কেঁচুৱাটিক নি বাৰীৰ দূৰৈত পেলালে। মাকে প্ৰসূতিৰ কষ্টত সেয়া গম নাপালে। সতিনীয়ে মৰা পুত্ৰ জন্ম পোৱা বুলি মাকক জনালে। শিয়ালীয়ে সেই কেঁচুৱাক নি গাঁতত থ'লে। আয়ুস থকাত শিয়ালীৰ পোৱালীৰ সৈতে শিয়ালীৰ ওহাৰৰ গাখীৰ খাই কেঁচুৱাটি জীলে। বণিজৰপৰা সদাগৰ ঘূৰি আহি সুধিলে, "কি জন্ম পালে?" ভাৰ্য্যাই ক'লে, "মৰাপুত্ৰ জন্মিল।" সদাগৰে মহা জ্যোতিষ পণ্ডিত আনি চালে। পণ্ডিতে ক'লে, "কেঁচুৱাটি বাৰীৰ দক্ষিণৰ চুকত আছে।" সদাগৰে বাৰীৰ দক্ষিণলৈ গৈ দেখিলে কেঁচুৱাটিয়ে শিয়ালৰ পোৱালীৰ লগত ৰ'দ লৈছে। সদাগৰক দেখি শিয়ালীয়ে পোৱালীৰ সৈতে গাঁতত সোমাল। সদাগৰে কেঁচুৱাটিক শিয়ালৰ গাঁতৰপৰা আনি মাহ, হালধি, পঞ্চগব্যৰে স্নান কৰাই প্ৰায়শ্চিত্ত কৰি লিখা-পঢ়া শিকালে। ল'ৰাই লিখা-পঢ়া শিকি পণ্ডিতে মুখ দিব নোৱাৰা মহা পণ্ডিত হ'ল। তেৱেঁই শিয়ালকন্দলী পণ্ডিত, জগত বিখ্যাত।

(গ) এঘৰ ব্ৰাহ্মণৰ ঘৰত কেঁচুৱা এটি জন্ম পোৱাৰ পাছতে মাকৰ মৃত্যু হ'ল। ব্ৰাহ্মণে কেঁচুৱাটি কোলাত লৈ বহি আছে। এনেতে তেওঁৰ সন্মুখতে জেঠীৰ কণী এটি চালৰপৰা পৰি ভাঙিল। কণীটিৰপৰা জেঠীৰ পোৱালীটো ওলাই কিছু শঁতাই সি লালা বীৰ্য্যখিনি খাই দৌৰি গৈ মাখি এটি ধৰি খাই জাপ মাৰি বেৰত উঠি গৈ চালত উঠিল। তাকে দেখি ব্ৰাহ্মণৰ বৈৰাগ্য ভাব হৈ ক'লে, "এই কেঁচুৱাটি কোনে পালিব, তুলিব? ঈশ্বৰৰ অংশী জীৱ, ঈশ্বৰে পুহিব, তাৰ বাবে মৰো কিয়?" এইবুলি কেঁচুৱাটি শোৱাই থৈ তাৰ কাপোৰত সোণ-ৰূপ কিছু বান্ধি থৈ ব্ৰাহ্মণে দুৱাৰ বন্ধ কৰিলে। সেই ঠাইতে এজনী বুঢ়ী আছিল। ব্ৰাহ্মণে বুঢ়ীক কেঁচুৱাটিয়ে কান্দিলে চাবলৈ কৈ তীৰ্থলৈ গ'ল। কেঁচুৱাটিয়ে কান্দিলত বুঢ়ীয়ে চাই দেখে দুৱাৰ মাৰি ব্ৰাহ্মণে গুচি গৈছে। দুৱাৰ মেলি কেঁচুৱাটিক তুলি লৈ বুঢ়ীয়ে দেখিলে কাপোৰৰ গাঁঠিত সোণ, ৰূপ। বুঢ়ীয়ে মনতে ক'লে, "ব্ৰাহ্মণ ক'ৰবালৈ গ'ল বিৰকতি হৈ।" বুঢ়ীয়ে কেঁচুৱাটি আনি মহা যত্নেৰে পালন কৰিলে। ল'ৰাটিৰ সাত বছৰ হৈছিল, আৰু সি লগৰ সৈতে গৰু চাৰিছে। অইন ল'ৰাৰ লগত কাজিয়া লগাত সিহঁতে ক'লে, "বামুণৰ ল'ৰা হৈ ভালেহে কোচ হ'লিনে?"

তাতে বিৰক্ত হৈ ল'ৰাটিয়ে বুঢ়ীমাকক সুধিছে, "আই হয়নে, মই হেনো ব্ৰাহ্মণৰ ল'ৰা, কোচ হৈছো?" বুঢ়ীয়ে ক'লে, "বোপা হয়। তই গৈ ব্ৰাহ্মণ পণ্ডিতক সোধাগৈ ইয়াৰ উদ্ধাৰৰ পথ আছে নে নাই। আৰু যদিহে আছে সোণ-ৰূপ যি পাৰো দি তোক মই উদ্ধাৰ কৰিম।" ল'ৰাজনে গৈ মহন্ত পণ্ডিতক সুধিলে। পণ্ডিতে ক'লে, "প্ৰায়শ্চিত্ত আছে।" ল'ৰাটিক উদ্ধাৰ প্ৰায়শ্চিত্ত কৰা হ'ল আৰু ভোজ দি তাক উপনয়ন দিয়া হ'ল। ল'ৰাটিয়ে গৈ পঢ়াশালিত পঢ়িছে। ব্যাকৰণ, পুৰাণ, ভাৰত, বেদ, বেদান্ত, ভাগৱত পঢ়ি সি মহাপণ্ডিত হৈ আহিল। পাছত সি ৰাজ পুৰোহিত হ'লগৈ। ৰজাই তাক দুজনী পত্নী বিয়া কৰাই দিলে আৰু গৰু, ম'হ, দাস-দাসী দি তাৰ পূৰ্বৰ ভেটিতে ঘৰ সজাই দিলে। বৰ আঢ্যৱন্ত হ'ল তেওঁ। বুঢ়া ব্ৰাহ্মণে তীৰ্থ ভ্ৰমণ কৰি এদিনাখন ঘূৰি আহিল। তেওঁ নিজ ঘৰলৈ আহি বোৱাৰীজনীক সুধিলে, "আই, ৰাজ পুৰোহিত ক'লৈ গ'ল?" বোৱাৰীয়েকে ক'লে, "ৰজাৰ তালৈ গৈছে।" ব্ৰাহ্মণে ক'লে, "তেওঁ আহিলে ক'বা, কঁঠালজোপাৰ গুৰিত খান্দি চাব, কি পায়।" এইবুলি কৈ বুঢ়া গ'লগৈ। ৰাজ পুৰোহিত আহিলত ঘৈণীয়েকে সকলো ক'লে। পুৰোহিতে কঁঠাল গছৰ গুৰিত খান্দি পালে কাঁহী, বাটি, লোটা আৰু কিছু সোণ-ৰূপ। বুঢ়ীয়ে সেইবোৰ দেখি ক'লে, "এইবোৰ তাহানিৰ তোৰ বাপেৰৰ দেখোন। মগনীয়াটো হৈ বাপেৰাই কৈ গ'ল হ'বলা।" পুৰোহিতে কান্দি-কাটি দুখ কৰি দেশৰ সকলোতে বিচাৰি বাপেকক পালে। তেতিয়া গুৰুজনে ক'লে, "জানিছা বিষ্ণু, আমাৰ কানাইৰ কোনো নাই; কিন্তু ঈশ্বৰ পালক আছে; ঈশ্বৰো আমাৰ প্ৰয়োজন আছে।

২-১১-১৪ : আৰু গুৰুজনে কানাইক বাৰ বছৰতে আনি লগত ৰাখি শিকাই-বুজাই, দেখাই-শুনাই, খুৱাই-বুৱাই, লিখাই-পঢ়াই বৰ ভকত, পণ্ডিত, পাঠক কৰিলে।

গুৰুজনে বৰগীত কৰোঁতে নিজৰ ভণিতা দিওঁতে গুণি-গাঁথি ক্ষণিক ৰৈ থাকে খেদত, প্ৰেমত। কানাই আতৈয়ে গুৰুজনাৰ মনৰো মন বুজি ভণিতা খিনিত হাত ধৰি দিয়ে। তাত গুৰুজনে পৰম সন্তোষ পাই সেই সময়তে গীত এটি ৰচিছে-

"গোবিন্দ দুগ্ধ পিউ বলেৰে যশোৱা ........।"



# দ্বাদশ অধ্যায়

২-১২-১ : আৰু এদিন গুৰুজনে ৰামচৰণ ঠাকুৰৰ দ্বাৰা দশমখন লিখাইছে। গুৰুজনে পাছেৰে গৈ লাহেকৈ দুটি কোব মাৰিলে ৰামচৰণক। ৰামচৰণে ঠেহ পাতি ভাত নাখাই ভগা ডুলিৰ ভিতৰত সোমাই আছেগৈ। গুৰুজনে বিচাৰি গৈ পাই আনি ঠাকুৰক ভোজন কৰাইছে। তেতিয়াৰেপৰা বাসনা গুচি ঠাকুৰৰ আৰু শব্দ নৰ'ল আৰু আখৰো দিব্য অক্ষৰ হ'ল।

২-১২-২ : ৰমা গুৰু বৃদ্ধ। এদিন তেওঁ নতুন মাটি ভঙা পথাৰত নল-খাগৰিৰ মূঢ়া বান্ধিব লাগিছে, আনিবলৈ। ৰামচৰণ ঠাকুৰে বান্ধ কাটি দিলে। গুৰুৱে পুনৰ বান্ধি ল'লে, ৰামচৰণে আকৌ কাটিলে। গুৰুৱে বান্ধে, ৰামচৰণে কাটে, এনে কৰোঁতে বেলা দুপৰ হ'ল। পাছত গুৰুৱে পথাৰৰপৰা আহি স্নান কৰি উঠি গুৰুজনাক সেৱা কৰিছে। গুৰুজনাই ক'লে, "ক'লৈ গৈছিলানো?" গুৰুৱে ক'লে, "বাপ, ৰামচৰণে আজি এনে জুলুম কৰিলে মোক।" তেতিয়া গুৰুজনে ৰামচৰণক ৰাগ কৰি ক'লে, "মোৰ ভকতকে এনেকৈ জুলুম কৰিছা যে তোৰ মাৰা নাছেনে, নকৰা কিয়?" তাৰ পাছৰেপৰা ৰামচৰণে তেনে নকৰিলে আৰু।

২-১২-৩ : সনাতন আতৈৰ হাৰিদিয়াত ঘৰবাৰী, বংশৰ গএগ্ৰা, জ্ঞাতি সকলো তাতে থাকে। তালৈকে গৈয়ে দুমাহমান থাকিবলৈ মন কৰি গুৰুজনাৰপৰা বিদায় মাগি তেওঁ ক'লে, "বাপ, গাটি কাহিল, গাঁওৰ পৰায়ে আহো।" তেতিয়া গুৰুজনাই দুটা দৃষ্টান্ত দিছে— "অসতী সঙ্গেন সুনিনাঞ্চ মতিভ্ৰম, একৰাতি দিবসেন কাষ্ঠ ঘণ্টা সমলং।" দুঃসঙ্গৰ সঙ্গত সদাশিৱৰ বাহন বৃষৱহে তেওঁৰ একমাত্ৰ সঙ্গী হ'ল, সেয়ে আন ৰ'ব কোন? আৰু ৰামৰ প্ৰিয়তম দিবিদৰ নৰক দুসঙ্গত পৰি কেনে হ'ল দেখা। আৰু শতধনু মহাৰজাৰ অভকত, দুঃসঙ্গ পুৰোহিতৰ ধূলাত ছয় জন্ম লাগিল। এতিয়া কলিৰ মলমতি লোক, কোন ৰ'ব? ৰাম নাম এৰিলে পাপে আহি বেৰে। এতেকে মহন্তসকলে ৰাম নাম নেৰে। হে আতৈ, চাৰিদিনীয়া নৰদেহা, আধাখিনি গ'লেই ভাটীবেলাৰ আয়ুস দুখে-কষ্টে সেৱকৰ সঙ্গত নিয়ালে

ভাল।” তেতিয়া আতৈয়ে মন ডাঠ কৰি গুৰুৰ বাক্যত ৰ'ল।

২-১২-৪ : আৰু দিঙ্গবৈ নাৰায়ণ আতৈয়ে সন্ধিয়া ঘৰলৈ যাবলৈ ওলাই গুৰুজনাক ক'লে, “বাপ, ইয়াত তুলি, পছৰা ঠেক, দিনচেৰেক ঘৰত থাকি ঘূৰি আহো।” তেতিয়া গুৰুজনে গৌতম সংহিতাৰ এক অৰ্হি কৈছে – ৰাজ্যৰ ভাটৌ চৰাই সন্যাপৰিয়াই গছৰ খোৰঙৰ পৰা পাৰি নিয়ে। এজন বামুণে লগ পাই এখন গামোচা দি তাৰে এটা খুজি ল'লে। এজন মাছমৰীয়াই মাছ দি এটা ল'লে। বামুণে ভাটৌটিক পঢ়াই শুনাই আনকি গীতা, সহস্ৰ নাম পঢ়ালেগৈ। দেশত সেই চৰাইটিৰ কথা ফাটি ফুটি গ'ল। পাছত ৰজাই ভাটৌটিক মাতি নিয়াই শুনিলে তাৰ বিশেষ শুৱলা মাত-কথা। ৰজাই ভাটৌৰ কথাত সন্তোষ লভি ক'লে, “মনুষ্য হ'লে তোক বঁটা দিলোহেঁতেন, তই পক্ষী, বঁটা কি কৰিবি, ক'ত পিন্ধিবি? বান্দৰৰ বাবে নাৰিকল যেন।” ভাটৌটিয়ে ক'লে, “মহাৰাজ, দিলে পিন্ধিব, খাব পাৰো।” ৰজাই সুধিলে – কেনেকৈ? তেতিয়া ভাটৌৱে ক'লে, “মহাৰাজ, মোক গুৰু-পিতৃ ব্ৰাহ্মণে পঢ়াইছে, তেওঁক দিলেই মই পাম, খাম।” তেতিয়া ৰজাই ৰূপা, কাপোৰ, মাটি ব্ৰহ্মত্তৰ হিচাপে দিলে ব্ৰাহ্মণকে। ৰজাই ভাটৌক সুধিলে, “তোৰ কোন আছে আৰু?” ভাটৌৱে ক'লে, “মহাৰাজ, আমি পাঁচ ভাইক খোৰঙৰপৰা ব্যাধে আনিলে আৰু এটা নিলে মাছমৰীয়াই, আৰু মোক ল'লে এই বামুণে।” ৰজাই আন ভাটৌটি আনিব ক'লে। তেতিয়া দূতে তাক আনিলে বিচাৰি। ভাটৌটিয়ে ৰাজসভাত আহাৰ বিচাৰি কুবাক্য ক'বলৈ ধৰিলে। তেতিয়া ৰজাই লাজ পাই দূতক ক'লে, “ইয়াক নি মাৰাগৈ।” বামুণৰ ভাটৌটিয়ে ক'লে, “মহাৰাজ, ইয়াৰ দোষ নাই।” ৰজাই ক'লে, “কিয়? তই দেখোঁ গীতা-সহস্ৰ নাম গাব আৰু ই বীভৎস ৰটে কিয়?” ভাটৌৱে ক'লে, “মহাৰাজ, পূৰ্বে অনাদি পুৰুষে দেহৰপৰা বাহিৰ কৰি একে জীৱকে চাৰিবিধ প্ৰকৃতিৰ হাতত দিলে। মহামায়াৰ তিনি গুণত তিনিটি দেৱতাৰ শক্তিয়ে হ'ল – স্ৰজন, পালন, সংহাৰ। অনাদি পুৰুষে তিনি দেৱতাক কামৰ আজ্ঞা দিলে। ব্ৰহ্মাই উৰণ, বুৰণ, গজন, ভ্ৰমণ – এই চাৰি মুঠি জীৱ চাৰিভাগে স্ৰজি পৃথিৱীত দিলে। এতিয়া যিয়ে য'তে যি সাঁচত পৰে সেই জন্ম ধৰে, হয়। পশু, পক্ষী, কীট, পতঙ্গ, বৃক্ষ, মনুষ্য, গৰু, ম'হ, হাতী, ঘোঁৰা, উট, গাধৰ সঙ্গত জাতি-বৰ্ণ হয়; আকৌ নগা, মিৰি, ডফলা, ভোট, অকা, গাৰো,

ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য. শূদ্ৰ. কলিতা, কেওট, কোচ, আচম, চুটিয়া, কছাৰী, সুৰী, যুগী, ধোবা, দোম, হাড়ি, চণ্ডাল, তুৰুক, যৱন হয়। যাৰ যি ভাও, মাত, কথা চৰ্চি আৰ্হি, গঢ় লয়। এতেকে মহাৰাজ, দুঃসঙ্গত পৰিহে তাৰ মাত জাত তেনে হৈছে; তাৰ কি দোষ মাৰিবলৈ?" তেতিয়া ৰজাই তাক এৰিলে। গুৰুজনাই ক'লে, "হে আতৈসকল, ফটা-চিতা কানি-কাঁথা লৈ, খাৰে-শাকে খাই হৰিগুণ গাই দিন কেইটা বঞ্চা যাওঁক। দুৰ্বাসনাই বীৰ্য্য-বিধান, দুসঙ্গ মাটিত পৰি গজে। পাপ বাসনা ঘী, জুইৰ কাষত উতলে। হৰিক চিন্তি হৰিগুণ গোৱা, তাতে ঈশ্বৰে দিব। ঈশ্বৰে বিশ্বম্ভৰ নাম লৈ ব্ৰহ্মাণ্ডখন পুহিছে বালিচাহীটোৰ পৰা হাতীটিলৈ। তেওঁক যিয়ে একশৰণ মন লৈ চিন্তে খাব নোৱাৰাকৈ তেওঁ মিলায়, এতেকে গৃহলৈ নাযাবা।"

২-১২-৫ : অনিৰুদ্ধ আতৈৰ বেতনত ঘৰ আছিল। এঘৰত তেওঁ হাতীৰ ঘাঁহী আছিল। সেই ঘৰত সাতটি প্ৰাণী-পুত্ৰ, পত্নী, কন্যা সৈতে। সাধাৰণ কথাতে সিহঁতে গোৰটো মাৰে। তাতে বিৰকতি আৰু খাটনিত দুখ পাই হৰিবল্লভ আতৈৰ লগত আহি গুৰু ধৰ্ম ধৰি তেওঁ ভকতৰ হাটীত আহে হৰিগুণ গাই। ঘাঁহ কটা কান্ধ-মাৰিপাত নি তেওঁ চাঙত হৈছে। জাৰত, বতাহত, জ্বৰ হ'লে, এলাহত, ভাগৰ লাগিলে জুইৰ গুৰিত বহিলে নামলৈ যাবলৈ তেওঁৰ মন নেযায়। তেতিয়া তেওঁ সেই কান্ধ মাৰিপাত চাই মনক বোধ দিয়ে, "ঐ দুৰ্জন পাপী মন, এনে জাৰ-জহত ঘাঁহ নাকাটিলে, নাপালে দেহকে মাৰে; ঘাঁহৰ ওপৰত শাক, খৰি নহ'লে চাৰি বেত, গালি। সংসাৰ চক্ৰত বাগৰি যোনি চেপা খাই, স্বৰ্গ-নৰ্ক-গৰ্ভবাস ভুঞ্জি ফুৰি কোৰে কটা খৰীয়া জীৱ, লাজ নাই। চৈধ্য ব্ৰহ্মাণ্ড, সপ্ত দ্বীপ ভ্ৰমিও কোটি অমৃত সম পৰম মঙ্গল কোমল হৰিনাম ৰস পাবলৈ নাই।" এইবুলি খেদ কৰি আতাই যায় নামলৈ।

২-১২-৬ : সনাতন আতৈয়ে হাবুঙ্গৰ বামুণ এঘৰৰ ঘোঁৰা ঘাঁহী আছিল। তাত তেওঁ দুখ-কষ্ট পাই সকলো এৰি গৈ মহাপুৰুষক গুৰু বুলি ভকতৰ হাটীত আছে। ওদাল, জৰী, কাঁচি বাহাত তেওঁ দেখাকৈ হৈছে। জাৰত, বতাহত, জ্বৰত আৰু হেলাত নামলৈ তেওঁ যাব নোখোজে। তেতিয়া তেওঁ মনতে চিত্ত বুদ্ধিক বুজায়, "কষ্টত আৰ্জি খোৱা তথাপি নমৰা আৰু মোকো নেমাৰিবি সংসাৰ ভ্ৰমি

ফুৰা। ঐ দুৰ্জন পামৰ মন, যমৰ যাতনা, গৰ্ভবাস, নৰক, যোনি চেপাত বাগৰি ঘূৰি ফুৰি চৈধ্য ভূৱন আৰু চৈধ্য দ্বীপত হাতীটোৰপৰা চাহীটিলৈ জন্মি হে কোৰে কটা খৰীয়া জীৱ, মন জীৱ, লাজ-জ্ঞান তোৰ নাই। আগতে বৃষ্টি, জ্বৰত, জাৰ-জহত ঘাঁহ কাটিব এৰিছিলানে? শাক, খৰি নাপালে চাৰি বেত আৰু গালি খোৱা, তাক পাহৰিলেনে? পৰজন্মত আৰু কত বা যাতনা পোৱা?" এইবুলি মনতে গুৰুবাক্য লৈ নাম লয়।

২-৫-২৪ : মাউত জয়ানন্দ আতৈৰ ছেচনীত ঘৰ। ৰজাৰ মৰমৰ মনধ্বজ হাতীটো তেওঁ হাতীযুঁজত যুঁজাইছিল। সেই হাতীক তেওঁ এবাৰ তিনি দিন ৰাতি দিনে ফুৰাইছিল। তাতে বিৰক্ত লাগি তেওঁ ক'লে, "এনে দেৱতাৰো দুৰ্লভ ভাৰতবৰ্ষ, ধন্য কলিযুগ, হাতত চাপৰ দিওতেই ব্যৰ্থত আয়ুস যায়; এই তিনি দিনত মৰা হ'লে ভাৰ্য্যা-পুত্ৰ কোনে ৰাখিলেহেঁতেন? সকলো মিছা, মাত্ৰ আশাযুক্ত।" এইবুলি সকলো এৰি ভটিয়াই গৈ তেওঁ গুৰুজনাক পাই ধৰ্ম লৈ হৰিগুণ গাই ভকতৰ সঙ্গ আছে। হাতীৰ অঙ্কুশডাল তেওঁ ধুই লৈ কাপোৰ মেৰাই দেখাকৈ থৈছে। তাকে দেখি ভকতে পৰস্পৰে আলোচি কথাটি গুৰুজনাক ক'লে, "বাপ, জয়ানন্দ আতৈৰ আকৌ আগৰ কৰ্মলৈ যাবৰ মন।" গুৰুজনাই ক'লে, "মাতাচোন।" আতৈক মতাত আতৈ আহিল। গুৰুজনাই আতৈক ক'লে, "আকৌ যাবা নেকি? শুনিছো অঙ্কুশডাল আনি থৈছা হেনো।" আতৈয়ে ক'লে, "বাপ, ৰ'দত শুকাও, বৰষুণত ভিজো, নিয়ৰত পচো; মোৰ মনত দুখ নাইনে? জীৱটি গাঁঠিত বান্ধি হাতী যুঁজাওতে পত্নীয়ে বান্দী হৈ থাকে। এনে দুখ নিকাৰ লৈও আপোনাৰ পদত ধৰি বৈকুণ্ঠলৈ যাম আৰু।" গুৰুজনাই ক'লে, "তেন্তে অঙ্কুশ থৈছা কেলৈ?" আতৈয়ে ক'লে, "বাপ, ভকতৰ লগত উখনা-উখনি লাগিলে মুখত বেয়া বাক্য আহিব খুজে ৰাগতে, অঙ্কুশডাল চাই পূৰ্বৰ দুখ মনত পেলাই মন বান্ধো। আৰু জাৰ, জহ, জ্বৰত নামলৈ যাবলৈ হেলা লাগে আৰু অঙ্কুশডালকে চাই পূৰ্বৰ দুখ মনত পেলাই নামলৈ যাওঁ।" তেতিয়া গুৰুজনাই চাৰিটা বৈৰাগ্যৰ শ্লোক মাতি আতৈক প্ৰশংসা কৰিছে।

২-১২-৭ : মুকুন্দ আৰু মাধৱ দুই ভাইৰ ঢোপৰগুৰিত ঘৰ। তেওঁলোকৰ ঘৰৰ সকলো মৰিলত আৰু দেহৰো খাটনিত বিৰক্ত বৈৰাগ্য হৈ গুৰুজনাক লগ

পাই ধৰ্ম ধৰি হৰিগুণ গা'ই আছে। এদিন গধূলি দুই ভায়ে কীৰ্তন কৰিছিল আৰু সকলোৱে শুনিছে। বামুণাৰ ফালৰপৰা এখন বিয়াৰ যাত্ৰী গৈছে ঢোলে-দগৰে। সিহঁত দুই ভাইৰ গাটি জাকি মাৰি উঠি লৰি আহে। তেতিয়া গুৰুজনাই ক'লে, "তোমালোকৰ গাটি লৰে দেখোঁ কিয়?" পাছত দুয়োজনে গুৰুজনাৰ ভৰিত দণ্ডৱতে পৰি ক'লে, "বাপ, পূৰ্বতে আমি বৰঢুলীয়াৰ নাচনীয়াৰ আছিলো। আপোনাৰ চৰণ ধূলাত সেই বৃত্তি এৰিলো, তথাপি ঢোলৰ মাত শুনিলে গাটি আহে।" গুৰুজনাই ক'লে, "তেন্তে নাচাই, আমি চাপৰি ধৰো।" সকলো ভকতে চাপৰি ধৰিলে আৰু জ্যোতি তাল দি গুৰুজনে ভকতক গীত গোৱালে। "মুকুন্দ মাধৱ ...., মুৰাৰি মধুৰিপু ....., জগত জীৱন ৰাম হৰি হৰি এইকেইটি ঘোষা গুৰুজনে সেই সময়ত ৰচনা কৰিলে। দুয়ো ভায়ে নাচিলে বৰকৈ। আৰু নাচি উঠি গুৰুজনক সেৱা কৰিলে। সকলো ভকতে সিঁহতক আশীৰ্বাদ কৰিলে, আজিৰপৰা তেনে স্বভাৱ গুচক।"

২-১২-৮ : এদিন ব্যাধে টুনি চৰাই এটি জীয়াই ধৰি আনি শ্ৰীৰাম আতাক ক'লে, "ল'বানে?" আতাই ক'লে, "কেনৈ?" গুৰুজনাই শ্ৰীৰাম আতাক ব্যাধক মাতিব ক'লে। ব্যাধক আতাই মাতি আনিলে। গুৰুজনাই ব্যাধক চৰাইৰ দাম সুধিলে। আৰু ব্যাধে চৰাই দাম এপছা বুলি ক'লে। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "পাঁচ পোণ তামোল ব্যাধক দিয়া।" ব্যাধে পাঁচ পোণ তামোল লৈ চৰাইটো দিলে। গুৰুজনাই ক'লে, "শ্ৰীৰাম, চৰাইটিৰ ঠেঙত ক'লা সূতা গাঁঠি এৰি দিয়া।" ক'লা সূতা বান্ধি আতাই চৰাইটো এৰি দিলে। পিছদিনা ব্যাধে ধানৰ লোভ দেখুৱাই জাল পাতি চৰাই ধৰিলে আৰু আগতে বেছি দাম পাই পুনৰ গুৰুজনাৰ ওচৰলৈ আহি ক'লে, "আজিও ল'বানে?" গুৰুজনে চৰাইটো কিনি চাই দেখে যোৱা কালিৰ চৰাইটোৱে। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "আজি হালধীয়া সূতা গাঁঠি এৰি দিয়া।" শ্ৰীৰাম আতাই সেইমতেই দিলে। ব্যাধে পুনৰ চৰাই ধৰি আনি গুৰুজনাত বেচিলে। গুৰুজনাই চাই দেখিলে সেই আগৰ চৰাইটোৱেই। গুৰুজনাই পুনৰ আতাক ক'লে, "আজি ৰঙা সূতা গাঁঠি এৰি দিয়া।" আতাই ৰঙা সূতা গাঁঠি এৰি দিলত অজ্ঞান জীৱই লোভত পুনৰ জালত পৰিলেগৈ আৰু ব্যাধে ধান দি ধৰি আকৌ আনিলে গুৰুজনাৰ ওচৰলৈ।

গুৰুজনাই চৰাইটো কিনি লৈ আতাক ক'লে, "আজি বগা সূতা গাঁঠি এৰি দিয়া।" আতাই সেইমতে এৰিলে। চৰাইটোৱে ক'লা, ৰঙা, হালধীয়া ৰং গাৰ লগত মিলি যোৱাত ধৰিব নোৱাৰিলে, কিন্তু বগা সূতা দেখি ঠোঁটেৰে কামুৰি গুচালে আৰু সকলো বুজি পাই পুনৰ জালত নপৰা হ'ল। শ্ৰীৰাম আতাই গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে, "বাপ, সূতাৰ বান্ধৰ কি ৰহস্য ?" গুৰুজনাই ক'লে, "শ্ৰীৰাম, চাৰিবিধ জীৱ আৰু ভকতৰ চাৰিবিধ ভকতি — নিৰ্গুণা, ভাগ্যৱতী, কেৱলা আৰু সপ্ৰেমা। অনুক্ৰমে বৰ্ণও চাৰিবিধ — শ্যাম, গেৰুৱা, ৰঙা আৰু বগা। তিনিবিধ ভকতি জঠৰ, ভগ্ন; সেৱাৰ আনন্দ সুখ তাত নাই। শুদ্ধ মত বগা, একশৰণ। একশৰণৰ শীতল পদৰ তলত হ'লে জন্ম মৃত্যু গৰ্ভবাস গুচে আৰু মনৰো সেই গতি। জীৱ চৰাইয়ে ৰঙা, ক'লা, গেৰুৱা ৰঙৰ ভু নাপালে; কিন্তু বগাত সু মহানত্ব লভি অজৰ-অমৰ হৈ পুনৰ নাহিল, জালত নপৰিল আৰু ব্যাধে নেপাই নানিলে।"

২-১২-৯ : গুৰুজনে মাছ, পহু পালে ঠাকুৰ আতাৰ ভাগ শ্ৰীৰাম আতাই লৈ থয় আৰু সিধাৰ সৈতে মাছ-পহু দি দুই-তিনিজন ভকতক পঠায় ঠাকুৰ আতাৰ গৃহলৈ। পাছত মাছ, লোণ, তেল বাহাৰ ভকতক কিছু কিছু কৰি ভগাই দিয়ে। তাতে হাটীৰ নিন্দুকে ভাগ কম-বেছি হোৱাৰ অভিযোগ কৰি কয়, "গুৰুজনে আমাৰ মান-মৰ্য্যদা নাজানে, নকৰে। ঠাকুৰ আতাৰ ভাৰ্য্যা, পুত্ৰ, গোলামে মাছ-পহু মাৰি খাই থাকে; কিন্তু ইয়াত পালেহে শ্ৰীৰামে খোৱা-লোৱাৰ সময়তো গৈ দি আহেগৈ। ঠাকুৰ আতাই নিতৌ ইয়াত খালেই দেখোঁ হয়।" গুৰুজনে সেই কথা শুনি এক দৃষ্টান্ত দিছে বেৱন সংহিতাৰ — জয়শ্ৰী ৰজাৰ এটা ভাটৌ আছিল। ৰজাই তাৰ মাতত সন্তুষ্ট হৈ মৰমতে সোণৰ ভাল সজা কৰাই তাত থৈ গাখীৰ, মৌ, পায়স নিতে খাবলৈ দিয়ে। এদিন এজাক বনৰীয়া চৰাই আকাশেৰে চিঁচিঁয়াই উৰি গ'ল। বনৰীয়া চৰাইৰ মাত শুনি সজাৰ চৰাইটি মাত লগালে সিহঁতৰ দৰেই। ৰজাই ৰাজচ'ৰাৰ সভাপণ্ডিতক মাতি এই কথাৰ অৰ্থ সুধিলে। সেই সভাপণ্ডিত সৰ্বজ্ঞ; দশা, মহাদশা, নিৰ্য্যাণ দশা গণনা কৰে তেওঁ। সভাপণ্ডিতে চাই ক'লে, "হে ৰজা, বনৰীয়া চৰাইয়ে খেদ কৰিছে, আমাৰ লগৰে পক্ষী, ঘী-মৌ খাই সোণৰ সজাত থাকে; ৰ'দ, বৃষ্টি, হিম নেদেখে; বিধাতা, দৈব্যই আমাৰ এনেহে লিখিলে, আমি ৰ'দত, বৃষ্টিত পচো, শুকাও, ফল-মূল, পোক-পৰুৱাকে খাওঁ;

আমাৰ জীৱন ধিক। ধিক।" সজাৰ পক্ষীটিয়ে ক'লে, "দৈব্য বিধাতাই মোৰ এনেহে লিখিলে, বন্দীশালেই মোৰ গতি, জ্ঞাতি, বন্ধু, ভাৰ্য্যা-পুত্ৰৰ লগত ফুৰিব নোৱাৰো, নাপালো ৰতি সুখ। হৰি! হৰি! বৃথাই জন্ম ধৰিলো, জন্মটি বৃথাই গ'ল।" এইবুলি খেদ কৰিছে। এতিয়াও গৃহাশ্ৰম ধৰ্ম ধৰি গুৰুৰপৰা নাম মালা লৈ এখন কাপোৰ লৈ যি দুই-তিনিজনে ভকতৰ পাছত প্ৰসঙ্গত বহে তেওঁলোকক ৰজা, ভাৰ্য্যা-পুত্ৰৰ তিনি তাপে আজোৰে আৰু কষ্ট পাই বিছনাত পৰি তেওঁলোকে খেদ কৰে, "হৰি, হৰি, এই মায়াজালত পৰি ৰ'লো, দুসঙ্গ, ভাৰ্য্যা-পুত্ৰ নহ'লে সন্তৰ সঙ্গ লৈ হৰিগুণ গাই, গুৰু পৰিচৰ্য্যা, সেৱা কৰি জন্মৰ যাতনা সাৰিলোহেঁতেন।" আৰু হে আতৈসকল তেওঁলোকেহে উদাস যাক গৃহ সুখে বান্ধিব নোৱাৰে। যিসকলে উদাস ধৰ্ম ধৰি সন্তৰ সঙ্গত হৰিগুণ গাইছে; তেওঁলোকে মনত খেদ কৰে, আৰু একঠা খাই একঠা লৈ ভাবে, চিন্তা কৰে, "বিবাহ কৰাই ভাৰ্য্যা-পুত্ৰৰ লগত সুখত থাকিও নাম ল'লেও ভক্তি হয়, লোকে বিবাহ কৰিও দেখোঁ নাম লৈছে আৰু ভক্তি হৈছেও।" এনেকৈ যিসকলে ভাবে তেওঁলোক দেখাতহে উদাস, আচলতে ভণ্ড আৰু মায়া-মোহৰ জালৰ অন্ধকূপত পৰি আছে। কুহিলা পানীত থাকে তথাপি তাৰ গা শুকান, আনহাতে পৰ্বতৰ শৃংগত থকা বন-লতাও ৰসেৰে ভৰপূৰ। হে আতৈসকল ভক্তিৰ বিষম সন্ধি, ওভোতা খোজ।" গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, আতৈসকলে অসূয়া কৰে হেনো, মোৰ ভাগটিকে সখিক দিবা আৰু মোৰ কঠখনো পাৰি দিবা সখিক।" পাছত গুৰুজনাক নোসোধাকৈয়ে দুই তিনিজন ভকতে সিধা লৈ ঠাকুৰ আতাৰ গৃহলৈ গ'ল। সেই সময়ত গুৰুজনাই গীত ৰচিছে —

নাৰায়ণ লীলা জানব কোই
সুৰপতি লঙ্গৰ চিন্তিতে আকুল হই।"

২-১২-১০ : নৱনিধি আতৈৰ চাৰিকুৰি টকা আছিল। শ্ৰীহৰি আতৈয়ে গুৰুজনাক ক'লে, "বাপ, নৱনিধি আতৈৰ এটোপোলা ধন আছে, সেই ধন ভাঙি তেওঁ নেখায়, নলয় আৰু আনতো নলগায়; বৰ কৃপণ, যখ তেওঁ।" গুৰুজনে ৰামহৰি আতৈক পঠাই নৱনিধি আতৈৰ ধনখিনি গোপনে আনিলে। নৱনিধি আতৈয়ে ৰাতি শোওঁতে চাই দেখিলে ধনখিনি নাই। তেওঁ মনতে ক'লে, "ঈশ্বৰে

ধনখিনি দিছিল আৰু নিলেও।" আতৈয়ে ধন হেৰোৱা কথা ক'তো নক'লে আৰু সুখেৰে খাই লৈ হৰিগুণ গাই আছে। পাছত গুৰুজনে শ্ৰীহৰি আতৈৰো লাওলোটা, কাপোৰ আদি গোপনে নিয়ালে। শ্ৰীহৰি আতৈয়ে তাকে দেখি চিঞৰি চিঞৰি গালি পাৰিলে চোৰ, ডাকু বুলি নিন্দা কৰি। সেইদিনা তেওঁ উপবাসেৰে ৰ'ল। গুৰুজনে সেইদিনা প্ৰসঙ্গৰ শেষত সকলোৰে আগত ক'লে ভাল-বেয়াৰ প্ৰমাণ দি। গুৰুজনে দৃষ্টান্ত দিছে জনক ৰজা আৰু শ্ৰুতদেৱৰ। মিথিলালৈ এদিনাখন কৃষ্ণ আৰু উদ্ধৱ গৈছিল। তেওঁলোকে জনক ৰজাৰ গৃহত সোমাল। ৰজাই ভাণ্ডাৰৰ অনেক ৰূপ, সোণ, ৰথ, ঘোঁৰা, হাতী, গঁড়, দাস-দাসী, গাঁও কৃষ্ণক দি অৰ্চনা কৰিলে পাদ্যঅৰ্ঘৰে। শ্ৰুতদেৱে মিঠাই, জল আৰু শিলিখাৰে পূজা-সেৱা কৰিলে। প্ৰভুৱে সমানে সন্তুষ্ট হৈ উভতিল। তাতে ঋষিয়ে মনোকষ্ট পাই ক'লে, "ময়ো সামৰ্থবান হ'লে প্ৰভুৱে মোৰ গৃহতো সোমালোহেঁতেন; কিন্তু প্ৰভুতো ঐশ্বৰ্য্যৰ মায়াতে লাগিল।" এদিনাখন জনক ৰজা আৰু শ্ৰুতদেৱে বহি আছে আনন্দমনে । এনেতে জুই লাগি অগ্নিৰ শিখাই ৰজাৰ নগৰ দহি নিছে। অনেক ভাণ্ডাৰ, ঘোঁৰা, হাতী জুয়ে পুৰিলে। ৰজাই কটাক্ষকে কৰা নাই। ঋষিয়ে লাওলোটা, কাপোৰ পুৰিলে বুলি কাউবাউকৈ ঘৰলৈ আহি দেখিলে জুই-ছাঁই একো নাই। তাতে ঋষিয়ে জ্ঞান লভি মনতে ক'লে, "মইহে মায়াত আছো, মোৰ বন্ধু ইয়াৰ বাহিৰত আছে আৰু মোৰ মনৰো মনৰ কথা বুজি প্ৰভুৱে মোৰ তাত নোসোমাল।"

২-১২-১১ : ৰঘু আতৈয়ে গধূলি প্ৰসঙ্গলৈ যাওঁতে বকুল গছডালৰ তল পেলাই উচপ খাই উঠে, লোক এজনে আতাক বাট আগচি ধৰে। আতাই থত্‌মত্ খায়। এদিনাখন গুৰুজনে আতাক ক'লে, "তুমি ক'ৰবাত ভয় খোৱা হ'বলা?" আতাই ক'লে, "বাপ, এনেকুৱা দেখা পাওঁ।" গুৰুজনে ক'লে, "তোমাৰ হাতত ছাই সানি তাৰ গালত লগাই মোক ক'বা।" আতাই তেনেকৈ লোকজনৰ গালত ছাই সানি কথাটো গুৰুজনাক ক'লে। গুৰুজনে আতাক চাই দেখিলে, ছাই আতাৰ গালতে লাগিছে। গুৰুজনে আতাক ক'লে, "তুমি পৰম ভয়াতুৰ, চিন্তা কৰি যি ভাবা তাকেই দেখা।" তেতিয়াৰেপৰা আতৈয়ে তেনে দেখিলে হিয়া ডাঠ কৰি পৰমাত্মাত মন দৃঢ় কৰে। গুৰুজনৰ কৃপাত আতাৰ মায়াৰ ভ্ৰম

গুচিল, আন ভকতৰো মন দৃঢ় হ'ল।

২-১২-১২ : এদিন গুৰুজন, ঠাকুৰ আতা, শ্ৰীৰাম আতা আৰু বাকলিৰাম আতাই গৈছে জয়তি গাঁওলৈ জান পাৰ হৈ। লোকে জানত ভেটা দি চাঙ সাজিছে আৰু তাতে মাছে জঁপিয়াই উঠি পৰি ধৰফৰাইছে। গুৰুজনে দেখি মাছবোৰ ধৰি বিলত মেলি দিছে। আৰু ঠাকুৰ আতাই পাছত পোৱাটি মাৰি বুটলি লৈছে। শ্ৰীৰাম আতাই দেখি দুখ লাগি গুৰুজনাক সুধিছে, "বাপ, হৰি ভক্তিৰ বিষয় সম্বন্ধৰ একো ভু নাপাওঁ, আপুনি মাছবোৰ এৰি দিছে আৰু ঠাকুৰ আতাই মাছবোৰ মাৰিছে আৰু নিছে।" গুৰুজনাই ক'লে, "সখি হয়নে?" আতাই ক'লে, "বাপ, হয়।" গুৰুজনাই ক'লে, "কিয় মাৰা ব্ৰহ্ম জীৱ, হিংসা ধৰ্ম ক'ত শুনিছা?" সেই সময়ত মাধৱদেৱে ঘোষা ৰচনা কৰিছে –

মৃগ, মীন, মহা সাধু নৰে,
মনৰ সন্তোষে তৃণ জলে,
হিংসা শূন্য হুয়া থাকয় জীৱন ধৰি
তথাপিতো ......

তেতিয়া ঠাকুৰ আতাই ক'লে, "বাপ, নিৰ্গুণা ভক্তিত সেয়া হয়, সেয়া কেৱল ধৰ্মতহে। মোৰ গুৰুজনে কৈছে – 'পূৰ্ণ ব্ৰহ্ম, অন্তৰ্য্যামী গুৰু-ভকতত অন্ন, বস্ত্ৰ, শাক-পাত, মাছ-মাংস-পশু নি যত্নকৈ লগাব।' হৰিগুণহীন ভক্তিহীন খৰীয়া জীৱই যোনি চেপা খাই মহাপ্ৰলয়ৰ সীমালৈ বাগৰি ফুৰিছে, সন্ত মহন্তত লাগিলে তাৰো জন্ম সাৰি বাসনা লাগে, এতেকে মাৰিছো। এই মাছ আপোনাৰ ভক্তত লাগিব, আত্মা তুষ্ট হ'ব, তাৰো ভক্তি হ'ব আৰু আমাৰো গা ৰ'ব।" তেতিয়া গুৰুজনে ক'লে, "যি ক'লা সেয়া অৰ্ন্তদৃষ্টিৰে শুদ্ধ; কিন্তু কলি যুগত ৰ'ব পাৰিলে গুৰু ভক্তক লৈ উদ্ধাৰ হ'ব, নহ'লে দেহ, ভাৰ্য্যা-পুত্ৰই খাব আৰু সিহঁত বাক্যতহে ব্ৰহ্মাজ্ঞান ক'ব; কিন্তু কাৰ্য্যত নকৰিব আৰু এই আৰ্হি লৈ হিংসা ধৰ্ম ধৰি জীৱ দুখতহে পৰিব।"

২-১২-১৩ : খিৰামৰলৰ পুত্ৰ তিনিজন, ডাঙৰজন গোপাল, তেওঁ শ্ৰীশঙ্কৰাদৱৰ সেৱক, কনিষ্ঠ ভাতৃ মুকুন্দ আৰু মাধৱ সেৱক শ্ৰীমাধৱদেৱৰ। গোপালৰ শ্ৰীশঙ্কৰদেৱতহে ভক্তি, মাধৱদেৱক মনেৰে বাৰুকৈ নামানে। ঘৰত

এজুপি কঁঠাল আছিল, বছৰি তাত দুটাকৈ কঁঠাল লাগে। সময়ত তাৰে এটি শ্ৰীশঙ্কৰ গুৰুৰ কীৰ্ত্তনত লগায় আৰু আনটো নি মাধৱদেৱক দিয়ে। এবাৰ এটি সৰু গোলাকাৰ আৰু এটি বৰ ডাঙৰ কঁঠাল লাগিল। গোপালে মনতে ভাবিলে — ডাঙৰটো গুৰুজনাৰ তিথিত লগাব আৰু সৰুটো মাধৱদেৱক দিব নি। ডাঙৰ কঁঠালটো গুৰুজনাৰ তিথিৰ আগতে পকিল। গুৰুজনাই গোপালক সপোনত দেখা দি ক'লে, "মাধৱৰ হৃদয়ত মই থাকো, তাত দিলেই মই ইয়াত পাওঁ।" পাছত ৰাতিপুৱা গোপালে কঁঠালটো নি মাধৱদেৱক দি সেৱা কৰিলে। মাধৱদেৱে হাঁহি মাৰি ক'লে, "গোপাল, মনৰ সংশয় মৰিলনে?" গোপালে ক'লে, "বাপ, মই মহাপাপীৰ ভেদ বুদ্ধি গুচালে মোৰ গুৰুজনে। আজিৰপৰা একমন, অভেদ হ'ল, এক হৈ ৰ'ল মোৰ মনত।"

২-১২-১৪ : ঠাকুৰ আতা আৰু পৰমানন্দৰ মাজত দন্দ লাগিল। পৰমানন্দই আতাক ক'লে, "তুমি বৰ অভাগা, অভাগা, অভাগা!" আতাই ক'লে, "তুমি কোন বৰ ভাগ্যৱন্ত?" পৰমানন্দই ক'লে, "অ' মই ভাগ্যৱন্ত, ভাগ্যৱন্ত, ভাগ্যৱন্ত!" ইয়াকে শুনি বিৰক্তি লাগি আতা গ'ল মাধৱদেৱৰ ওচৰলৈ। গুৰুজনে আতাক দেখি ক'লে, "সখি, দেখোঁ মুখখন শুকান, ভোজন কৰা নাইনে?" আতাই ক'লে, "বাপ, পৰমানন্দই এনেকৈ ক'লে, ভোজন কৰা নাই।" গুৰুজনে আতাক জলপান কৰালে। এনেতে পৰমানন্দই গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই ক'লে, "অ' পৰমানন্দ, মোৰ সখিক এনেকৈ কোৱানে? মোৰ গুৰুজনে সখিক দাস উপাধি দি মোৰ কৰি থৈ গৈছে। সখি কি অভাগা?" পৰমানন্দই ক'লে, "বাপ, মই তেনেকৈ কোৱা হয়।" গুৰুজনাই ক'লে, "কিয়নো ক'লা?" পৰমানন্দই ক'লে, "বাপ, কিয় বুলিলো শুনক — পিতাৰ জন্ম অভকত পিতৃৰপৰা, তেওঁ আদিতে বাণিজ্য কৰিছিল, বেহা-বেপাৰত অন্যায় নকৰিলে, মিছা নক'লে বাণিজ্য নচলে, এতেকে তেওঁৰ মহাপাপ হৈছিল আৰু তেওঁ আধা বয়সতহে গুৰুজনাক পাই ধৰ্ম ধৰিছে, এই তিনিটা কাৰণতে অভাগা বুলিলো তিনিবাৰ।" গুৰুজনে ক'লে, "তুমিনো কেনেকৈ মহা ভাগ্যৱন্ত হ'লা?" পৰমানন্দই ক'লে, "মই মহাভকত পিতৃৰ পৰা জন্ম পাইছো, এতেকে গৰ্ভতে মই ভকত; এই মহাধৰ্মক মই ধৰিছো আৰু মোৰ মহাভাগ্যৰ বাবে শ্ৰীশঙ্কৰগুৰুৱে তেওঁৰ পাদপঙ্কজ মোৰ

শিৰত দিছে, এনে দেৱৰ দুৰ্লভ বস্তু মহাভাগ্যৰ বলতহে পালো। এই তিনিটা কাৰণতে কোৱা হ'ল বাপ।" তেতিয়া গুৰুজনাই আতাক ক'লে, "সখি পৰমানন্দই আমাক হৰুৱালে, সি তেনেকৈ ক'ব পায়।" তেতিয়া গুৰুজনাই পিতা-পুত্ৰক সম্ভাষণ কৰি সন্তোষ লগাই পঠাইছে।

২-১২-১৫ : শিল পতাৰ গোবিন্দ আতৈ আৰু দাৰিকাৰ গোবিন্দ আতৈৰ মাজত খনিক দন্দ লাগি গুৰুজনাক গোচৰ দিলে দুয়ো। তেতিয়া গুৰুজনাই এটি দৃষ্টান্ত দিছে — এজন সদাগৰৰ চাৰিটি পুত্ৰ আৰু এজনী কন্যা জন্ম পালে। এসময়ত এজন দৰা চাই পিতৃ সদাগৰে মূলমন্ত্ৰেৰে টিক ধৰি কন্যা সম্প্ৰদান কৰি কন্যাক প্ৰবোধ দি ক'লে, "আমি তোমাৰ পিতা-মাতাই আমাৰ দায়িত্ব পালন কৰিলো, এতিয়া কৰ্মখিনি তোমাৰ। তোমাৰ দৈব্য লিখনত যদি এই স্বামীসেৱাত ৰ'ব পাৰা, আমাকো পাবা; যেনেকৈ গুৰুদেৱৰ নাম সেৱাত সকলোৰে সন্তোষ, জীৱৰো কল্যাণ, জন্ম নিবাৰণ আৰু গৰ্ভবাস, সংসাৰ শুকায়। আৰু যদি তোমাৰ দোষ পাই তোমাক নাক-কাণ কাটি বেচে, মাৰি নদীত উতায়, আমি কান্দোনৰহে গৰাকী। সেৱাত তুষ্ট কৰি স্তুতি সন্তোষেৰে পাৰা যদি সাৰিবা, নোৱাৰিলে মৰিবা, তাৰ দোষ-গুণে আমাক নাপায়। যিজনে বহে তেওঁ সন্তোষেৰে বহক, নহ'লে ভৰি পিছলে। সাঁতোৰা নিজ বাহুৰ বলত আৰু যদি নোৱাৰা যোৱা ৰসাতলে।

২-১২-১৬ : গুৰুজন আৰু সাতজন ভকতে বিয়লিবেলা শিহুৱা বিলৰ কাষত সুখত কৃষ্ণ কথা চৰ্চে। এটা দলিৰ মান দূৰত হৰিণা পহু এটি এদিন কঁহুৱা বনত চৰি আছিল। ক'ৰবাৰপৰা বাঘ এটি ওলাই তাক ধৰি নেলু ছিঙি তেজ পি এৰি গ'ল। শ্ৰীৰাম আতাই তাকে দেখি দুখ কৰি ক'লে, "জীৱৰ এনেহে দুখ।" গুৰুজনে ভকতসকলক মাতিলে। ভকতসকলে পহুটো কাটি তাৰ মাংস ভগাই নিছে। গুৰুজনে ক'লে, " ছালখন শুকাই নিমজ কৰি মোক দিবা।" ভকতে ছালখন ধুই চাঁচি শুকাই গুৰুজনাক দিলে। এদিন গুৰুজনাই ক'লে, "শ্ৰীৰাম, ছালখনৰ তলিত খুৰা লগাই দিবা।" আতাই সেইমতে খুৰা লগাইছে। তাকে দেখি সকলো ভকতে কঠৰ তলত খুৰা লগালে। গুৰুজনে তাকে দেখি ক'লে, "শ্ৰীৰাম, ভকতৰ কঠৰ তলতো খুৰা ?" আতাই ক'লে, "বাপ, আপোনাক দেখি দিছে।" গুৰুজনাই ক'লে, "বাহিৰৰটো সকলোৱে ধৰে, অন্তৰৰ কথাটিহে

বিচাৰোঁতা নাই; কাৰণ বা কি? বাৰু মোৰ খুৰাও গুচোৱা।" আতাই গুৰুজনাৰ কঠৰ খুৰা গুচালে আৰু সকলো ভকতেও খুৰা গুচালে।

২-১২-১৭ : দুজন ব্যাধে হৰিণা এটি ফান্দ পাতি মাৰি সজাত ভৰাই সাঙী বান্ধি নিছে। গুৰুজনে লগ পাই ব্যাধক আঠ টকা দি হৰিণাটো হাবিত মুকলি কৰি দিলে। সন্তৰ সংগত দুই ব্যাধৰ পাপনাশ হৈ কৰ্মবন্ধ বাসনা নষ্ট হ'ল। অগ্নিৰ প্ৰকাশত তিনিটি বিষয় নাশ হোৱাদি সন্তৰ দৰ্শনত গুচে কৰ্মবন্ধ, অজ্ঞান আন্ধাৰ আৰু সংসাৰ ভয়। ব্যাধে ঘৰলৈ গৈ বৈৰাগ্য-বিৰক্ত হৈ আহি গুৰুজনাক ক'লেহি, "বাপ, পশুক যেনেকৈ বন্ধৰপৰা মুক্ত কৰা হ'ল, আমাকো গৃহ অন্ধ অৰণ্যৰ পুত্ৰ-ভাৰ্য্যাৰ মোহ ফান্দৰপৰা পৰম তত্ব কৈ মোকলাওঁক।" তেতিয়া গুৰুজনে গীত ৰচনা কৰি গাই শুনাই ক'লে, "মই যেনেকুৱা তোমালোকো তেনেই। সমানে সমানক কেনেকৈ দাণ্ডিম? সকলোৰে অন্তৰে অন্তৰে নাৰায়ণে আত্মৰূপে ৰমণ কৰি আছে আৰু সকলো জীৱৰ ইন্দ্ৰিয় তেওঁ সচেতন কৰি আছে, তেৱেঁই লোহাৰ বান্ধ নিছিঙিলে কাৰ শক্তি ছিঙিবলৈ?"

"গোপাল ভাবিও মন সকল যতনে,
হৰি বিনে কেনে আন চিন্তা অকাৰণে।"

২-১২-১৮ : আৰু এদিন গুৰুজনে চাউল সিজাই ভাত বাঢ়ি পাগটি সামৰি মুখ-হাত ধুইছে। ভালেদিনৰপৰা কৃষ্ণ পণ্ডিতে লক্ষ্য কৰি আছে গুৰুজনাক ধৰিবলৈ। পণ্ডিতে গুৰুজনাৰ ওচৰলৈ আহি ক'লে, "মাধৱ, এটা কথা সুধিবলৈ আহিছো, উত্তৰটি দিহে ভোজন কৰিবা। তোমালোকে পকান্ন ঈশ্বৰক দিব নাপায়, দিলে দোষ হয়, আমিহে পাওঁ আৰু তোমালোকে ঈশ্বৰক অৰ্পণ নকৰা বস্তুও খাবলৈ নাপায়, তেন্তে কেনেকৈ পকান্ন ভোজন কৰিছা?" মাধৱদেৱে শ্ৰীৰাম আতাক ক'লে, "ভকতসকলক মাতা।" আতাই মাতোতে ভকতসকল আহিল। গুৰুজনাই ভকতসকলক ক'লে, "হেৰা, ব্ৰাহ্মণে মোক ধৰিছে এনেকৈ, কোৱাচোন কাৰ কি মনত খেলিছে।" ভকতসকলে ক'লে, "বাপ, আমি কি ক'ম।" তেতিয়া গুৰুজনাই ক'লে, "বিপ্ৰ, তোমাৰ দাস-দাসী আছেনে নে নাই?" ব্ৰাহ্মণে ক'লে, "আছে।" গুৰুজনে ক'লে, "সিহঁতে তোমাৰ পাগত খায় নে নিজে ৰান্ধি খায়?" বিপ্ৰই ক'লে, "আমাৰ মানুহে সিজাই দিয়ে।" গুৰুজনাই ক'লে, "সিহঁতক কিবা

লাগিলে তোমালোকৰ পাত্ৰৰে নিদিয়ানে?" বিপ্ৰই ক'লে, "দিওঁ।" গুৰুজনাই ক'লে, "সিহঁতৰ খাদ্য ৰ'লে তোমালোকক দিয়েনে?" বিপ্ৰই জাণ্ডুৰ খাই উঠি ক'লে, "কিয় খাম একা, সিহঁত দাস-দাসী গোলামৰ।" গুৰুজনাই ক'লে, "তেনেহ'লে আমিও ঈশ্বৰৰ দাস-দাসী, ঈশ্বৰৰ এৰা খাওঁ অৱশেষ মানি; আমি ঈশ্বৰক দিম কেনেকৈ? দাসে গৃহস্থক দিব লাগিলে জহা আৰৈ চাউল আৰু গাখীৰ, পাতিলা আৰু তামৰ খুঁটিত পাগ মাৰি দিওঁ।" তেতিয়া বিপ্ৰই ক'লে, "হো মাধৱ, ভাল খাইছা!" এইবুলি বিপ্ৰই গুচি গ'ল।

২-১২-১৯ : এজন ব্ৰাহ্মণে ভুঁই ৰুই আছিল। সেই ঠাইৰ পথেৰে আন এজন ব্ৰাহ্মণ গৈছে গুৰুজনাৰ ওচৰলৈ। ভুঁই ৰোৱা গুৰু ব্ৰাহ্মণজনে মন্ত্ৰ গাই গাই কোৰেৰে সৈতে আহি পথিক ব্ৰাহ্মণৰ লগ ল'লে। পথিক ব্ৰাহ্মণজনে ক'লে, "দেখোঁ আহিলা?" গুৰু ব্ৰাহ্মণজনে ক'লে, "কি থাকিবা, তোমাৰ গালত দুই চৰ আৰু মোৰ গালত তিনি চৰ।" পথিক ব্ৰাহ্মণজনে ক'লে, "তোমাৰ গালত এটা চৰ বঢ়াই মাৰে কিয়?" গুৰু ব্ৰাহ্মণজনে ক'লে, "তোমালোকক কওঁহে, আমি পালন নকৰো, এতেকে এটা চৰ বঢ়াই মাৰে।" পথিক ব্ৰাহ্মণজনে গুৰুজনাৰ ওচৰ পালে। সেই সময়ত গুৰুজনে ৰত্নাৱলীৰ পদ ব্যাখ্যা কৰি আছিল —

"কমল নয়ন চিন্ত চিত্ত চেতন নাই।
চোড়ি ৰাম নাম অমিয়া উপভোগা।
যৈচে পুৰীষ শূকৰ কৰে ভোগা।।"

২-১২-২০ · জয়ন্ত আতৈয়ে গুৰুজনাক গাখীৰ খীৰাই আনি দিয়ে। আতৈৰ ঘৰ দণ্ডৰকুছিত।[১] এদিন আতৈয়ে গাখীৰ খীৰাই লৈ আহিছে। বাটত দ' হোলা এটা আছিল, তাৰ কাষতে হাবি। হাবিৰপৰা এজন লোক ওলাই আতাক সাৱটি ধৰিলে। আতাই গুৰুজনাৰ ওচৰ পাই গাখীৰ সেয়া দূৰত থৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই সুধিলে, "জয়ন্ত, গাখীৰ ক'ত?" আতাই ক'লে, "বাপ, গাখীৰ বৰ্জনীয় হ'ল।" গুৰুজনাই ক'লে, "কেনেকৈ?" আতাই ক'লে, "বাপ, সেই হাবিৰ হোলাতে জঁটাধাৰী ভব্য লোক এজনে মোক সাৱটি ধৰিলে, সেয়ে সংশয় লাগিল।" গুৰুজনাই ক'লে, "সেই গাখীৰ আনা, ভালহে হৈছে; মোৰ কামখিনি বৰ শ্ৰদ্ধাৰে কৰা বাবে বুঢ়া ভকতে স্নেহতে তোমাক সাৱটি ধৰিলে।

ভয় খালা নেকি?” আতাই ক'লে, “বাপ, গাতো শিয়ঁৰি উঠিছিল।” গুৰুজনাই ক'লে, “মেৰুণ ওলাব।” পাছত আতাৰ গাত নোমৰ গুৰিত সৰু সৰু মেৰুণ ওলাল। আতাৰ নাম হ'ল মেৰুণীয়া জয়ন্ত।

২-১২-২১ : এদিন বাৰজন জালোৱা আহি গুৰুজনাৰ তাতে ৰ'ল। গুৰুজনে সিহঁতক গাখীৰ-চিৰা ভোজন কৰালে। গুৰুজনাক সেৱা কৰি বিদায় মাগি সিহঁতে প্ৰাৰ্থনা কৰিলে, “বাপ, যেন প্ৰতি চাবতে মাছ পাওঁ।” গুৰুজনাই ক'লে, “বৰ ৰৌ মাছ দুটা পাবা; তেনে মাছ আগতেও পোৱা নাছিলা আৰু ভৱিষ্যতেও নোপোৱা। সেই মাছ দুটা মোক দিবা।” জালোৱাহঁতে গৈ বৰপেটা বিলত জাল পেলালে। এখন জালত বৰ দুটা মাছ পৰিল; কিন্তু পাছত জাল ফালি মাছ গৈ খালত পৰিল। জালোৱাহঁতে বাৰখন জালেৰে মাছ দুটি মেৰাই ধৰিলে। মাছ দুটি ৰ'ল, আৰু সিহঁতে ধৰিলে। মাছ দুটি সাঙী কৰি নি সিহঁতে গুৰুজনাক দিলে। গুৰুজনে মাছ ভকতৰদ্বাৰা কটাই সকলোকে দিয়ালে। হৰিবল্লভ আতৈয়ে মাছৰ মূৰ দুটি নিলে। সকলো ভকতে মাছ ভোজন কৰিলে, গুৰুজনে মাছ ভোজন নকৰিলে।

২-১২-২২ : দণ্ডৰকুছিত বৰ গোবিন্দ আতৈৰ ঘৰ। তেওঁ মহাপুৰুষক গুৰু বুলিছে। গুৰুজনে তেওঁক ক'লে, “তুমি আগতে য'ত খোৱা-লোৱা কৰিছিলা এতিয়া তাত নাখাবা।” আতৈয়ে ক'তো নাখায়, নিতে আহি নাম গায় আৰু কেতিয়াবা ৰাতিহে ঘৰ সোমায়। আতৈৰ দুজনী ভাৰ্য্যাই পিছলৈ আতৈক অসূয়া কৰিব ধৰি ক'লে, “ক'তবা চুৰ কৰে বা বেশ্যা গমন কৰে!” আতৈয়ে গুৰুজনাক ক'লে, “বাপ, দুই ভাৰ্য্যাই মোক অসূয়া কৰে।” গুৰুজনাই ক'লে, “এজনীক মোৰ ইয়ালৈ আনিবা।” এজনী ভাৰ্য্যাক আতৈয়ে লৈ আহিল। গুৰুজনে আতৈক ক'লে, “আনিছানে তোমাৰ মানুহজনী?” আতৈয়ে ক'লে, “বাপ, আনিছো।” গুৰুজনাই ক'লে, “চুৰ কৰা ঠাই দেখিছেনে?” সেইজনী ভাৰ্য্যাই গৈ আনজনীক ক'লে, “বাই, তেওঁ গৈ নামহে গায়, একো নুবুলিবি গুৰজনাক।” তেতিয়া দুই ভাৰ্য্যাই গুৰুজনাক ঈশ্বৰ বোধেৰে মানিব ধৰিলে। আতৈৰ ঘৰখনে ক'তো নাখায় দেখি তেওঁলোকক সকলোৱে অসূয়া কৰিব ধৰিলে হিংসাতে। আতৈয়ে গুৰুজনাক ক'লে, “বাপ, গাঁওৰ লোক আৰু চুবুৰীয়াৰ হিংসাত গাঁওত ৰ'ব

নোৱাৰো। যত আলহী আহে ঠাকুৰীয়াই মোৰ ঘৰত থয়হি আৰু দ্ৰব্যৰ ভাৰখনো মোক ববলৈ দিয়ে।" ইয়াকে শুনি গুৰুজনে কি কৰিব একো ধৰিব নোৱাৰি অসন্তোষ মনেৰে ৰ'ল। পিছদিনাখন সেই গাঁওৰ ঠাকুৰীয়াই সুন্দৰীদিয়াৰ তালৈ আহিছিল। বামুণাৰ সেই ঠাইত বৰষুণ নামিল। ঠাকুৰীয়াই লৰি গৈ কীৰ্ত্তন ঘৰত সোমাল। তেতিয়া গুৰুজনে বিয়লিৰ প্ৰসঙ্গৰ নাম ধৰিছে আৰু শৰণৰ ঘোষা গালে –

"ৰামৰ চৰণে শৰণ লৈলো
ৰাঘৱৰ অভয় চৰণে ....."

সেই গাঁওৰ ঠাকুৰীয়াও গালে লগতে। গুৰুজনে মাত লগালে, "কোনোৱে শপত ল'লে যেন শুনিলা!" ঠাকুৰীয়াই ক'লে, "বাপ, ভকতৰ লগতে ময়ো গালো।" গুৰুজনে ক'লে, "আমি ঈশ্বৰত শৰণ লৈছো বাবে গাওঁ, তুমি কিয় গালা?" তেতিয়া ঠাকুৰীয়াই উপাই নাপায় ক'লে, "বাপ, মই পৰহিলৈ শৰণ ল'মহি।" সেই নিয়মে ঠাকুৰীয়াই শৰণ ল'লেহি। ঠাকুৰীয়াক দেখি গাঁওৰ সকলো লোকে শৰণ ল'লে। শৰণ লৈ ঠাকুৰীয়াই ক'লে, "গোবিন্দৰ পৰাহে আমি গুৰুজনাক পাই ধৰ্ম ধৰিছো, এতেকে আজিৰপৰা আমি গোবিন্দক পাইক এৰিলো।" তেতিয়া গোবিন্দ আতৈয়ে দুয়োজনী পত্নীক এৰি ভকতৰ হাটীত বাহা ল'লে।

২-১২-২৩ : আৰু এজন বুঢ়াই পথাৰত খাৰত জুই দি ঘৰলৈ আহিল। এনেতে বতাহ-বৰষুণ আহিল। বুঢ়াই পথাৰলৈ গৈ পাচিত ভৰাই খৰধৰকৈ জুয়েছায়ে লৈ আহিল। পাছত সেই পাচিটোৰ গা জুয়ে কিছু কিছু পুৰিলে! বুঢ়াই মনতে ক'লে, "ইয়াকে যদি সুন্দৰীদিয়াৰ মহন্তই ক'ব পাৰে মই শৰণ ল'ম আৰু।" এইবুলি বুঢ়াই গুৰুজনাৰ ওচৰলৈ গ'ল। বুঢ়াই গৈ গুৰুজনাক ক'লে, "বাপ, যাৰ যহত খাৱন জীৱন, তাৰে গাতে ভমকা ভমকি।" গুৰুজনে ক'লে, "অ' বুঢ়া, তই খাৰত জুই দিছিলি হ'বলা, তাকে আনোতে পাচি পুৰিল, তাৰে কথা কৈছাহি ইংগিতেৰে।" তেতিয়া বুঢ়াই গুৰুজনাৰ চৰণত দীঘল দি পৰি ক'লে, "বাপ, আপুনি মানুহ নহয়, ঈশ্বৰ; মোক শৰণ দিয়ক। পিছদিনাখন বুঢ়াই দ্ৰব্য বস্তু লৈ গৈ শৰণ লৈছে। গুৰুজনে বুঢ়াৰ নাম দিছে খৰাৰাম।

আৰু এজন বুঢ়াই গছৰ মালভোগ কলৰ থোক কাটি আনি ক'লে, "এই কল যদি পৰহিলৈ পকে ময়ো শৰণ ল'ম। পাছত পৰহিয়ে সেই কল পকি জকমক কৰিলে। বুঢ়াই আশ্চৰ্য্য মানিলে। তেওঁ গৈ গুৰুজনাক ক'লে, "বাপ, যাৰ মন দৃঢ়, জকৰঙ্গ।" তেতিয়া গুৰুজনে ক'লে, "অ' বুঢ়া, তই হৰি ভজিবলৈ নিশ্চয় কৰি কল কাটিছিলি হ'বলা, সেয়ে তিনি দিনতে কল পকিল।" বুঢ়াই দীঘল দি গুৰুজনাৰ চৰণত পৰি ক'লে, "বাপ, আপুনি মনুষ্য নহয়, ঈশ্বৰ; ছদ্ম ধৰি নৰদেহা লৈছে।" এইবুলি কৈ আহি বুঢ়াই পিছদিনা চাউল, বস্ত্ৰ দি গুৰুজনাৰ তাত শৰণ ল'লে। গুৰুজনাই বুঢ়াৰ নাম দিছে জকৰাৰাম।

২-১২-২৪ : নাম গাই আতৈসকলে চ'ৰাঘৰত বহিছে গুৰুজনাৰ কাষত। ঠাকুৰ আতাই গুৰুজনাক ক'লে, "বাপ, ভকতৰ ধন, ধান, ৰত্নৰ হিচাপ অনা যাওঁক।" তেতিয়া ভবানীপুৰীয়া আতাই ক'লে, "বাপ, জোখ ধৰিলে আৰু সেয়া সোধাব নোৱাৰিলে ভকত ভাগিবহে। গুৰুৰে গোধন, শ্যমোদ কল্পতৰু। খিৰাব জানিলে সেৱা কৰি কোনোৱে খীৰ, কোনোৱে লৱণু, কোনোৱে দৈ, কোনোৱে এৰাঁ গাখীৰ, কোনোৱে কেঁচা দৈ, কোনোৱে ঘী, কোনোৱে ঘোল, কোনোৱে শৰ্কৰা আৰু কোনোৱে অমৃত পাব। কৃষ্ণ শব্দই পৃথিবীবাচক, উপকাৰী আত্মা। আমি নতুন বুদ্ধিৰ অঞ্জনীয়াই পাত্ৰ চাই দৰদাম ধৰো। দেহাৰে যিমান ৰুব, চহাব পাৰি পৃথিৱীয়ে সিমানে কঠীয়া দিছে। যি বাটেৰে যায়, সেই বাটেৰে পঠাবা, যি ঘাটত মৰণ, তাক ক'বা। কোনোৱে গুৰুসেৱা কৰি বুদ্ধিৰ বলেৰে অনেক তত্ত্ব সুধি লৈছে আৰু কাৰো বুদ্ধি ভোটা, চাৰিটি বস্তুতে লাগি আছে। সৎ সঙ্গ, সৎ গুৰু, গুৰুৰ দোষৰ হাত সাৰা — এই তিনিটি গুণ হ'লে খৰ, বান আৰু হাতীৰ পৰা বৰা ধান ৰক্ষা পোৱাদি জীৱই সাৰিব। পালো, নাপালো, দিলে, নিদিলে এই অভিমানৰ হিচাপত ভকতক ভগাব নালাগে।"

২-১২-২৪ : আৰু এজন ব্ৰাহ্মণৰ ল'ৰা আৰু যৱনৰ ল'ৰাই জংঘলত খৰি লুৰিবলৈ গৈছিল। চ'ত মাহৰ ৰ'দৰ তাপত বনত জুই লাগিল আৰু বা-মাৰলী বতাহে পাই জুয়ে দুয়োজন ল'ৰাকে বেঢ়ি ধৰিলে। সিহঁতে সাৰিবলৈ উপায় নাপাই বুদ্ধি হেৰাই বাটতে পেট পেলাই পৰিলে আৰু জুয়ে সিহঁতক পুৰিলে। পুত্ৰ মৰাৰ খবৰ পাই ব্ৰাহ্মণ আৰু যৱনৰ পিতৃ-মাতৃয়ে বিচাৰি গৈ মৃতকক

পালে; কিন্তু নিজৰ পুত্ৰৰ চিন হেৰাল। শৱ চুবলৈ কোনোৱে সাহস নকৰে। একো উপায় নাপাই পিতৃ-মাতৃয়ে ক'লে, "সুন্দৰীদিয়াৰ মহন্তকে সোধোগৈ কিজানি ক'বয়ে পাৰে।" এইবুলি আতুৰ হৈ হিয়া ঢাকুৰি ঢাকুৰি কান্দি কান্দি গৈ সিহঁতে গুৰুজনাক সুধিলে। গুৰুজনাই ক'লে, "যোৱাগৈ, আঁতৰৰপৰাই চাবা, মুখ মেলাটি যৱনৰ আৰু মুখ জপোৱাটি ব্ৰাহ্মণৰ।" তেওঁলোকে গৈ সেইমতে দুয়োকো চালে। হয়, মুখ জপোৱাটিৰ পেটৰ তলত লগুন মাটিত পোত খাই আছে। সিহঁতে ক'লে, "মহাপুৰুষজনা মানুহ নহয়, সাক্ষাৎ ঈশ্বৰ।"



# ত্ৰয়োদশ অধ্যায়

২-১৩-১ : ঠাকুৰ আতাই জনীয়াৰপৰা আহি শ্ৰীৰাম আতাৰ গৃহত জাপী, লাঠি থয়। শ্ৰীৰাম আতাই ঠাকুৰ আতাক কঠ দি বহাই ভৰি ধুৱাই মচি নিজে হাত ধুই ঠাকুৰ আতাক তামোল দিয়ে আৰু তাৰ পাছত দুয়োজনে গুৰুজনাৰ ওচৰলৈ যায়। এদিন ঠাকুৰ আতাই গৈছে, দেখিলে শ্ৰীৰাম আতা ঘৰত নাই। আতাই লোকক সুধিলে, "শ্ৰীৰাম ক'লৈ গ'ল?" তেওঁলোকে ক'লে, "বাপ, ভিক্ষা কৰিবলৈ গৈছে।" ঠাকুৰ আতাই মনতে ক'লে, "মোৰ শ্ৰীৰামে ভিক্ষা কৰিহে খায়!" পিছদিনা ঠাকুৰ আতাই চাউল এটোপোলা চেলেং কাপোৰত বান্ধি কান্ধত লৈ আহিছে। বাটত আতাক লগ পোৱা ভকতে সুধিছে, "বাপ, ক'লৈ চাউল নিয়ে?" ঠাকুৰ আতাই ক'লে, "মোৰ শ্ৰীৰামটিয়ে ভিক্ষা কৰি খায়, তেওঁলৈ নিছো।" তেওঁলোকে ক'লে, "ঠাকুৰ আতাই শ্ৰীৰাম আতালৈ চাউল নিয়ে, আমিও দেখোঁ নিব পাৰো আতালৈ চাউল।" এইবুলি সকলো ভকতে শ্ৰীৰাম আতালৈ চাউল, মাহ, কচু, কোমোৰা, আদা আনিব ধৰিলে। আতাৰ গৃহত বস্তুৱে দ'ম খালে। আতাই যি পাৰে খাইছে আৰু নোৱাৰাখিনি মলঙি গেলি গৈছে। এদিন ঠাকুৰ আতাই শ্ৰীৰাম আতাৰ গৃহত সোমাই দেখে বস্তুবোৰ গেলি-পচি গৈছে। ঠাকুৰ আতাই ক'লে, "শ্ৰীৰাম, চাউল কি বস্তু নাজানা, যাক পাবলৈ নাই তাকে অনাদৰ কৰানে?" শ্ৰীৰাম আতাই ক'লে, "পৰাখিনি খাইছো, কিনো কৰিম অকলে?" ঠাকুৰ আতাই ক'লে, "ভকতক জান দিয়া, সকলোৱে খৰাহি লৈ আহক।" ঠাকুৰ আতাই সেই চাউল, মাহ, কচু, মৰা আদা, পাণ-তামোল, গুৰ ভকত সকলোকে ভগাই দিলে। ঠাকুৰ আতাই ক'লে, "শ্ৰীৰাম, বস্তু বাঢ়িলে এইদৰে ভগাই দিবা।" তেতিয়াৰেপৰা সিধা ভোগৰ আৰ্হি হ'ল।

২-১৩-২ : ৰামচৰণ ঠাকুৰ ধুমৰীলৈ গ'ল। এদিন মাতৃ উৰ্বশী আয়ে দুখ কৰি ৰামচৰণক ক'লে, "ৰামচৰণ, তোক দাদাই সৰুৰেপৰা তুলি-তালি পঢ়াই-শুনাই পণ্ডিত কৰিলে, দাদা এতিয়া কেনে সুখে-দুখে আছে তাৰ বিচাৰ

নোলোৱা?" ৰামচৰণ ঠাকুৰ গুৰুজনাৰ ওচৰলৈ আহিব ওলাল। হৰিচৰণ ঠাকুৰলৈ ৰামচৰণৰ ভনীয়েক উৰ্মিলাক বিয়া দিছিল। ৰামচৰণ আহি হৰিচৰণৰ ঘৰত ৰ'ল। পিছদিনা দুয়োজন ঠাকুৰে গুৰুজনাৰ ওচৰলৈ গ'ল। সেই সময় আঘোণ মাহ। গুৰুজনে কলিয়া পথাৰৰ বাওধানৰ নৰাতলিত ভক্তৰ সৈতে কৃষ্ণ কথা সুখত চৰ্চি আছিল। দুয়োজনে গৈ গুৰুজনাক সেৱা কৰিলে। তেওঁলোকে তাত কিছু সময় বৈ গুৰুজনাৰ পৰা বিদায় মাগিলে। গুৰুজনাই ক'লে, "হৰিচৰণ, তুমি যোৱা আৰু যাবলৈ পোৱাও; কিন্তু এই ৰামচৰণে যায় কিয়? মই কেনে সুখ-দুখত আছো, ৰামচৰণে কি দেখিলে নৰাতলিত?" এইবুলি গুৰুজনে হৰিচৰণক পঠাই ৰামচৰণক লগত লৈ গ'ল গৃহলৈ। ৰামচৰণ গুৰুজনৰ লগতে আছে। ভকতে গুৰুজনক সভালৈ মাতে আৰু ৰামচৰণেও গুৰুজনৰ লগতে গৈ কাষত বহে। ভকতে ৰামচৰণকো কঠখন পাৰি দিয়ে। কোনো ভকতে সোধে, "এওঁনো কোন?" কোনো ভকতে উত্তৰ দিয়ে, "গুৰুজনাৰ ভাগিন হয়।" ভকতে গুৰুজনাক টকা, বৰকাপোৰ আৰু ঠাকুৰক সিকিটো, চেলেংখন দক্ষিণা দিয়ে। এইদৰে পাই ৰামচৰণৰ গুৰুজনাৰ তাত মন বহিল আৰু এনেকৈ চাৰিমাহ তাত তেওঁ আছে।

২-১৩-৩ : এদিন ঠাকুৰ আতা প্ৰমুখ্যে সকলো ভক্তক গুৰুজনাই ক'লে, "সখি, মই এতিয়া বৃদ্ধ; শীত, জাৰত চাউল মুঠি সিজাব নোৱাৰো। চাউল মুঠি সিজাবলৈ ভকত এজন চাই দিয়া যাওঁক।" তেতিয়া ঠাকুৰ আতাই ক'লে, "বাপ, ৰামচৰণে যে বিষয় নেৰে, কেনেকৈ তেওঁ চাউল সিজাব?" আতাই ৰামচৰণক ক'লে, "ৰামচৰণ, বিষয় এৰা, বিয়া কৰাব নালাগে আৰু মোৰ সখিৰ চাউল মুঠি সিজোৱা।" ৰামচৰণে ক'লে, "নোৱাৰো বিষয় এৰিব, মনে নেৰিলে মুখেৰে এৰো বুলিলে কি হ'ব?" এনেকৈ তিনিবাৰ সোধাতো ৰামচৰণে একে উত্তৰে দিলে। তাৰ পাছত এদিনাখন গুৰুজনাই চাউল-পাত যুগুত কৰিছে ৰামচৰণক ৰান্ধনি ল'বলৈ। ঠাকুৰ আতাই গুৰুজনাক ক'লে, "আপোনাৰ চিত্ত, গুণ, বাক্য একো বুজিব নোৱাৰো, আগতে ক'লে দেখোঁ বিষয় নেৰিলে চাউল সিজোৱা খাব নোৱাৰে, এতিয়া দেখোঁ ৰামচৰণকে ল'ব খুজিছে?" গুৰুজনাই ক'লে, "সখি, ধৰোঁতে বিষয় এৰিলো বুলি কোৱা হ'লে চাউল সিজাবলৈ দিব নোৱাৰিলোহেঁতেন, ৰামচৰণে যেনিবা এক কথাতে ক'লে নোৱাৰো বুলি।

গৃহাশ্ৰমে ভক্তি হানি নকৰে, শুদ্ধমত ধৰিহে থাকিব লাগে, সেয়া ভাল, শূকৰৰ বৃত্তিহে বেয়া।" আতাই ক'লে, "বাপ, শূকৰৰ বৃত্তিনো কেনে?" গুৰুজনাই ক'লে, "শূকৰে নিজৰ শৌচ ভোজন নকৰি আনৰ শৌচ বিচাৰি ফুৰে; পৰৰ চুৱা-চৰু লুটি ফুৰিলে, পেলনীয়া চুৱা ধুই লৈ খালে সেয়া বেয়া; নিজৰ সুবিবাহিতা ভাৰ্য্যাৰ সৈতে ধৰ্মত চলিলে ভক্তি-ধৰ্ম স্খলিত নহয়। সংসাৰী ধৰ্মত ভৰণ-পোষণত শ্ৰম-কষ্ট হয় আৰু স্বৰূপ পাহৰা যায় অৰ্থহীন হৈ।" তাৰ পাছত গুৰুজনে ৰামচৰণক চাউল সিজাব দি তেওঁক চাউল সিজোৱা পাতিলে। আৰু গুৰুজনে ক'লে, "আতৈসকল, গড় দি যুঁজিলে, আঁঠুৱা তৰি শুলে ভাল, মহা শত্ৰুলৈকেও ভয় নাথাকে। মোক দেখি বিবাহ নকৰোৱাৰ সাহস নকৰিবা, যাৰ ইচ্ছা আছে বিবাহ কৰা। সিংহই উদয়গিৰিত চলে, পাঁচটি নখেৰে পাঁচটি হাতী নি অস্তগিৰিত খায়, তথাপি বছৰেকত এবাৰহে শৃংগাৰ কৰে, ঘৰচিৰিকাই খুদ-কণ খায়; কিন্তু দিনত দহ-বাৰ বাৰ সম্ভোগ কৰে। বৈদ্য-যোগীয়ে মন্ত্ৰ আৰু ঔষধৰ বলত ভাৰ্য্যা আনে সম্পৰ্ক নাচাই; ৰ' বুলি ক'লেও ৰক্ষা নাই।"

২-১৩-৪ : এদিনাখন গাঁওৰ ঠাকুৰীয়াই আহি গোবিন্দ আতৈৰ পাছত থিয় দি আছে। আতৈয়ে দেখা নাই, তেওঁ বাৰাণ্ডাৰ ৰ'দ কাঁচলিত বহি আছিল। থিয় দি দি ঠাকুৰীয়াৰ কলাফুল বিষাইছে। গুৰুজনে তাকে দেখি ক'লে, "গোবিন্দ, ঠাকুৰীয়াক ঢাৰি দিয়া, থিয় দি আছে।" ঠাকুৰীয়াই ক'লে, "বাপ, গোবিন্দই আগতে আমাৰ পাছত কঠ কমলি লৈ ফুৰিছিল, এতিয়া হাটীত সোমাই বৰ ভকত হ'ল, কি আমাক ঢাৰি দিব!" তেতিয়া গুৰুজনে দৃষ্টান্ত দিছে -- তিনি জালোৱাই মাছ মাৰিবলৈ গ'ল আৰু তিনি ভাৰ মাছ পালে। জাল বাৰ হাত, তাৰে তেৰ হাত ফটা; ভাল মাৰিলে মাছ বাপৰ বেটাই; ডাঙৰবোৰ দেও দি গ'ল, সৰুবোৰ সৰকিল আৰু মজলীয়াবোৰ পাহে পাহে ৰ'ল। মাছবোৰ পাৰত দলিওৱাত তিনি ভাৰ মাছ হ'ল। পাচিৰ বেৰ আছে তলি নাই। তাতে মাছ ভৰাই খৰধৰকৈ নাও বাই নিলে বজাৰত বেচিবলৈ। হাট আছে, কিন্তু গৰাকী নাই। গধূলি গৰাকীৰ জেঙা মাৰি তিনি কাওণ কড়ি পালে। দুটাই দুই কাওণ কড়ি ল'লে আৰু আনটোক ষোল্ল পোণ কড়ি দিলে। কমকৈ পোৱাজনে ক'লে -- "মোৰ ভাগৰ কড়ি তোমালোকে খালা।" এইবুলি সি বৰশইকীয়াত গোচৰ দিলে।

শইকীয়াই ক'লে, "যোল্ল পোণকে এক কাওণ কৰি থ।" তাকে নুবুজি সি ফুকন বৰুৱাত ক'লে। ফুকন বৰুৱায়ো একে সিদ্ধান্ত দিলে। সি গৈ ৰজাত গোচৰ দিলে। ৰজাই ক'লে, "তোৰ বৰা, শইকীয়াত কথাটো নকৈছানে? সিহঁতে ক'লে কি?" সি ক'লে, "তেওঁলোকে ক'লে যোল্ল পোণকে এক কাওণ কৰি থ'।" তেতিয়া ৰজাই ক'লে, "কি মূৰ্খ মন্ত্ৰী ই, মূলতে জাল বাৰ হাত, তাৰ তেৰ হাত ক'ত ফাটিল? আৰু ডাঙৰবোৰ দেও দি গ'ল, সৰু সৰকিল; মজলীয়াবোৰ দলিওৱাত ক'ত তিনি ভাৰ হ'ল? হাটত গৰাকীয়ে নাই, তাতে তিনি কাওণ ক'ত পালে? এইবোৰ একো কথাই নহয়।" এইবুলি ৰজাই জালোৱাক খেদি পঠালে। পাছত গাঁওৰ তিনিমূৰীয়া দুষ্ট বুঢ়াই পাই জালোৱাক ক'লে, "দেখোঁ চাৰি কাওণৰ ৰ'ল চাৰি কৰা, তাৰে একৰা ফুটা, একৰা সোলা আৰু একৰাৰ বাৰেই নাই; কড়ি ৰ'লগৈ দেখোঁ একৰা মুঠে?" গুৰুজনে ক'লে, "ঠাকুৰীয়া তোমাৰ কথাও তেনেই হ'ল।"

২-১৩-৫ : মহাপুৰুষ গুৰুজনে সোণৰ মুদ্ৰা এটি লৈ শ্ৰীৰাম আতাৰে সৈতে পছৰা কিনিবলৈ গ'ল জাৱৰীকুছিলৈ। জাৱৰীকুছি পাই তেওঁলোকে দেখিলে মুদ্ৰাটো নাই। গুৰুজনে ক'লে, "শ্ৰীৰাম, মুদ্ৰাটি নাই দেখোঁ, ক'ৰবাত পৰিল হ'বলা।" পিছদিনাখন তেওঁলোক উলটি আহিল। ঘৰ পাই গুৰুজনাই ৰামচৰণক সুধিলে, "ৰামচৰণ, মুদ্ৰাটি পাইছানে?" ৰামচৰণে ক'লে, "মামা আছে।" গুৰুজনাই ক'লে, "মোৰ সাৰ্থক ভাগিন। যদি পৰিহাস কৰি নাই বুলিলাহেঁতেন তেতিয়া চান্দ্ৰায়ণ প্ৰায়শ্চিত্ত লাগিলহেঁতেন।" গুৰুজনাই লীলাৱতীৰ এক দৃষ্টান্ত দিছে -- এজন ব্ৰাহ্মণে গাত তেল সানি সোণৰ আঙুঠিটো পীৰাত থৈ গ'ল, পোহাৰি। ব্ৰাহ্মণে শৌচ শুদ্ধি কৰি সন্ধ্যা কৰিবলৈ চাই দেখে তৰ্জনীত আঙুঠিটো নাই। ব্ৰাহ্মণে আহি ব্ৰাহ্মণীক সুধিলত ব্ৰাহ্মণীয়ে ক'লে, "পোৱা নাই।" ব্ৰাহ্মণে মনোকষ্টেৰে বহি আছে। তেতিয়া ব্ৰাহ্মণীয়ে ক'লে, "আঙুঠি পাবা, গা ধোৱা।" ব্ৰাহ্মণে ৰাগ কৰি ক'লে, "পাপীষ্ঠী, আঙুঠি পায়ো পৰিহাস কৰি ক'লি নাই বুলি। এতিয়া চন্দ্ৰায়ণ পাপ লাগিল, পাগ-পাত গুচোৱা।" গুৰুজনাই ক'লে, "ৰামচৰণে নাই বুলিলে আমাৰো তেনে হ'লহেঁতেন।"

২-১৩-৬ : পিছদিনা সোণৰ মুদ্ৰাটি লৈ শ্ৰীৰাম আতাৰ সৈতে গৈছে

গুৰুজনে পছৰা কিনিবলৈ। জাৱৰীকুছিত তেওঁলোকে ছয়কুৰি পছৰা কিনিলে। পছৰা লৈ তেওঁলোকে মানাহ নৈৰে উজাই আহিছে। তেওঁলোকে দেখিলে তিনিজন লোকে দৃষ্টিৰ দূৰত্বত নাও এখন বাই নিছে। গুৰুজনাই ক'লে, "সেই নাওখন খেদি আমাৰ নাওখন বেগাই চলোৱা।" নাৱৰীয়াই বেগাই নাওখন বাইছে। গুৰুজনাৰ নাওখন দেখি আগৰ নাওখনে বেগাই বাইছে প্ৰাণৰ তাড়ণাত। গুৰুজনৰ নাওখন আগৰ নাওখন পাওঁ পাওঁ হোৱা অৱস্থাত সিহঁতে বেগাই বঠা মাৰিব নোৱাৰি নাওখন ঠেলি থৈ বামলৈ উঠি ভিৰাই লৰ দিলে। সিহঁতে পিছলৈ চাই দেখে গামোচাৰে মেৰাই কৰা ৰছীডাল নাওতে ৰ'ল। সিহঁতৰ ইজনে সিজনক আন বোলে, সিজনে ইজনক বোলে 'আন আন'। তেতিয়া সিহঁতৰ এজনে উজাৰ মাৰি গামোচাখন নিলেহি। পাছত গুৰুজনৰ নাওখন ওচৰ পোৱাত সিহঁতৰ নাওখন ভকতে চাই দেখিলে তাত একো নাই। গুৰুজনাই ক'লে, "ভালকৈ চোৱাহঁক।" সিহঁতে ভালকৈ চাই দেখিলে নাওৰ তলিত এৰাঁ সূতাৰে এটি জেঠী বান্ধি থোৱা আছে। গুৰুজনাই ক'লে, "লাহেকৈ সূতাডাল ছিঙি দিয়া।" সূতাডাল ছিঙি দিওঁতে জেঠীটো অদৃশ্য হ'ল। দৃষ্টিৰ দূৰত্ব ধোঁৱা-ছাঁই দেখা গৈছিল। সেইখিনিত এজন মৃতকক চিতাত তুলি জুই দিয়া হৈছিল। চিতাতে কলিয়া বুঢ়াটো উঠি বহিল। তাকে দেখি তাত গোটখোৱা মানুহবোৰে এনে আশ্চৰ্য্য ঘটনা দেখি উচপ খাই উঠিল। তেওঁলোকে ক'লে, "কেনে আচৰিত, মৰাও জীয়ে দেখোঁ।" সকলোৱে বুঢ়াক সুধিলে, "কি দেখিলা? কেনেকৈ জীলা?" বুঢ়াই ক'লে, "মই ইয়াত ক'ব নোৱাৰো, গা ধোৱাই গুৰুজনাৰ ওচৰলৈ নিয়া, তাতেহে ক'ম।" গাঁওৰ লোকে বুঢ়াক আনি গা ধোৱাই গুৰুজনাৰ কাষলৈ নিলে। গুৰুজনাই বুঢ়াক দেখি ক'লে, "কলিয়া, শুনিছিলো বৰ নৰিয়াত পৰা বুলি।" বুঢ়াই ক'লে, "বাপ, মৰিছিলো, যমৰ দূতে ধৰি নিছিল, আপোনাৰ পৰাই ৰক্ষা পালো, আৰু পুনৰ নৰদেহা পালো।" বুঢ়াই নিজৰ হাত গুৰুজনক দেখুৱাই ক'লে, "চাওঁক এই গামোচাৰ বান্ধৰ সাঁচ বহিছে আৰু গদাৰ কোবত পিঠিৰ ছাল ছিগিছে।" গুৰুজনাই চাই ক'লে, "হয়।" গুৰুজনাই পুনৰ ক'লে, "মোৰপৰাই যদি অকাল মৃত্যুৰপৰা সাৰিলা, তুমি মোৰ হ'লা।" বুঢ়াই ক'লে, "বাপ, আপোনাৰ চৰণত বিক্ৰী যাবলৈ আহিছো দাসে।" গুৰুজনাই বুঢ়াক মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক গুৰু

দেখালে আৰু বুঢ়াৰ নাম দিলে বনমালী, বন্ধনৰ পৰা মুক্ত হোৱাৰ বাবে।

২-১৩-৭ : গুৰুজনাই পছ্ৰা ভগাই দিলে কুৰিখন পছ্ৰা কুৰিজন লোকক। এখন পছ্ৰা শ্ৰীৰাম আতায়ো ভাগত পালে। পছ্ৰা গাত মেৰিয়াই আতাই পুহ্ মাহত নদীত পানী আনিবলৈ গৈছিল। আতাই দেখিলে বকুল গছ্ৰ তলত এজনী চণ্ডলনী বুঢ়ীয়ে কান্দি আছে কাষত দুটি কেঁচুৱা লৈ। আতাই গাৰ গছ্ৰাখনকে দুফাল কৰি পেলাই দিলে কেঁচুৱা দুটিৰ ওপৰত। উদং গাৰে আতা আহিল। গুৰুজনাই ক'লে, "শ্ৰীৰাম, পছ্ৰা যে দিছিলো ভাগত পালানে?" কালিৰাম আতৈয়ে ক'লে, "বাপ, শ্ৰীৰামে পানী অনা ঘাটৰ সেই চণ্ডালনীৰ দুটি কেঁচুৱাক পছ্ৰাখন দুফাল কৰি দি আহিছে।" গুৰুজনে ক'লে, "শ্ৰীৰাম, এতিয়াও দয়া-ধৰ্ম এৰা নাইনে?" শ্ৰীৰাম আতাই ক'লে, "বাপ, ব্ৰহ্ম জীৱ, কি বা দোষত দুখত মৰিছে!"

২-১৩-৮ : এজনী বুঢ়ীয়ে ঢেঁকীয়া শাক বেচে চাৰি চাৰি অনাকৈ আৰু ভকতে কিনি ভোজন কৰে। কোনো কোনো ভকতে প্ৰসাদ, কল, তামোল, লোণ, লাৰু বুঢ়ীক দিয়ে আৰু শাক আনি খায়। শ্ৰীৰাম আতাই এবাৰ এমুঠি শাক নি খালে; কিন্তু বুঢ়ীক একো এটা নিদিলে। পিছদিনাখন তাই সনাতন আতৈক ক'লে, "শ্ৰীৰাম আতাই শাকৰ দাম দিয়া নাই, তুমি ক'বা গৈ।" সনাতন আতৈয়ে ক'লে, আতাই ঢেঁকীয়া চাৰিডাল খালে তাৰে দাম সাধা, বৰ ধন দিলি? আগতে তোমাক যিমান দিছো তাৰ হিচাপ কৰিলে দুগুণ আমিহে পাবলগীয়া। গোপী আই সকলে কৈছে দুখতে —

ভুঞ্জি খাই অতিথি গৃহৰ এৰে আশ,<br>দগ্ধ অৰণ্যত মৃগে নকৰে নিবাস।

২-১৩-৯ : হৰিগতি আতৈ, পুৰাণ আতৈ, ঠাকুৰীয়া আতৈ আৰু বালকদাস আতৈয়ে কেৰাকুছিত কমাৰ আতৈৰ ঘৰত ৰ'ল। কমাৰ আতৈৰ এটি হৰিগৃহ আছিল। কমাৰ আতৈয়ে আতৈসকলক ক'লে, "আতৈসকল প্ৰসঙ্গ কৰক।" আতৈসকলে ক'লে, "আমি প্ৰসঙ্গ কৰিব নাজানো, আমাৰ মাত মোটা।" কমাৰ আতৈয়ে গা ধুই লৈ প্ৰসঙ্গ গালে কিছুসময়। আতৈয়ে আন আতাসকলক অশ্ৰদ্ধা, অৱহেলা কৰি সোধপোছ কৰিলে। নিশা শ্ৰীশঙ্কৰদেৱে কমাৰ আতৈক সপোনত

দেখা দি সোণৰ লাঠিৰে আতৈৰ গালত হেঁচি ধৰি ক'লে, "নাম গাব পাৰিলে মান সন্মান আৰু নোৱাৰিলে হেলা, অহংকাৰত মান নকৰা? চাৰি নাম, চাৰি বস্তু হ'লে এই ভৱ সংসাৰ তৰিব পাৰিলেও ভজনৰ দুৱাৰত তাৰতম্য ফল পায়। সেৱক ভকতক মান-সন্মানত সমান ফল ধৰে। আৰু তুমি জনাক মানা আৰু নজনাক গৰ্বতে হেলা কৰা?" পাছত কমাৰ আতৈয়ে সাৰ পাই আন আতৈসকলক কাতৰ, কাকুতি, কাৰুণ্য কৰি গামোচা দি সন্মান কৰি আগবঢ়াই পঠাইছে সান্ত্বনা কৰি।

২-১৩-১০ : কৰিভঙ্গা গোবিন্দ আতৈৰ ঘৰৰপৰা নিমন্ত্ৰণ আহিল তেওঁলৈ। তেওঁৰ ঘৰ বৰ মানাহৰ উত্তৰে ভৰলুৰ কাষত চিৰাকুছিত। ভাৰ্য্যা-পুত্ৰ ঘৰত এৰি আহি ধৰ্ম ধৰি তেওঁ হাটীতে আছিল হৰিগুণ গাই। শৰীৰ দুৰ্বল হৈ মনত লাগি তেওঁ গুৰুজনাক ক'লে, "বাপ, গাটি টঙাই এমাহমান থাকি আহো ঘৰতে।" তেতিয়া গুৰুজনে ক'লে, "যি গৃহ অন্ধকূপ পূৰ্বতে এৰি আহিলা, কেলেই পুনৰ আৰু তাত পৰাগৈ?" আতৈয়ে ক'লে, "বাপ, চাৰিটি দিন থাকি গাটি সবল কৰি আহো।" গুৰুজনে দৃষ্টান্ত দিছে — "সাপ নচুৱা বৈদ্যই কৌশলেৰে সাপ ধৰি আনি পাচিত বান্ধি ৰাখি নচুৱাই উপাৰ্জন কৰে। সাপে বন্ধনত ক্ষুধা, তৃষ্ণা, অনাহাৰত থাকি খীণায় আৰু কাম, ক্ৰোধ, লোভ, মোহ, অহঙ্কাৰ, দম্ভ, দৰ্প তাৰ তুচ্ছ্য হৈ থাকে। কেতিয়াবা যদি সেই সাপে পাচিৰ বান্ধ খুলি যোগীৰ হাতৰপৰা ওলাই গাঁতত সোমায়, তেতিয়া তাৰ নেজত ধৰি চাৰি পাঁচজনে টানিলেও সি নোলায়, নেজ ছিঙিহে আহে। এই মন মাতঙ্গ; সন্তৰ সঙ্গ এৰি দুষ্টৰ সঙ্গ পালে গুৰুধৰ্মৰ জ্ঞান গজা ফুল সকলো গুচি মন প্ৰমত্ত হয়।" তেতিয়া আতৈয়ে মন বান্ধিলে। মাহৰ আঞ্জাত উতল অৱস্থাত তেল পৰিলে সুন্দৰকৈ মিল খায়। আন যিসকল আতৈৰো ঘৰলৈ যাবৰ মন গৈছিল তেওঁলোকো ৰ'ল। ৰূপ, ৰস আদি ছয় শত্ৰুৱে নাও বায়, বুদ্ধি গুৰিয়াল। মোচকা খোৱাৰ দৰে তেওঁলোক সকলো ৰ'ল।

২-১৩-১১ : মহুৰাপাৰৰ গোবিন্দ আতৈয়ে গুৰুজনাক এদিনাখন প্ৰাৰ্থনা কৰি ক'লে, "বাপ, মনক বান্ধিব নোৱাৰো দেখোঁ, মন যায় পৰস্ত্ৰীত, পৰধনত। দুৰ্জন পাপী মনে ক'তবা পেলাই মাৰে, খুজি-মাগি বিবাহকে কৰিব খোজো। বিবাহ কৰিলে উপাৰ্জন কৰোঁতে দেহৰ শ্ৰম হয়; কিন্তু ভক্তি হানি নহয়

বুলি শাস্ত্র-ভকতৰ মুখত শুনিছো।” তেতিয়া গুৰুজনাই ঘোষা মাতিছে —

বিষয় সম্বন্ধ সুখ সমস্ত যোনিত পায়,

পৰম দুৰ্লভ হৰিৰ ভকতি মনুষ্যত পৰে নাই।

সপ্তম স্কন্ধত প্ৰহলাদৰ বাক্যত আছে —

মনুষ্যৰ আয়ুস শত বৰিষ সংখ্যাত, তাৰ আধা যায় নিদ্ৰাত, ওমলাত যায় বিশ বছৰ, ধন উপাৰ্জন কৰোতে যায় দহ বছৰ। কলিযুগত মিছা, বেশ্যা, চুৰি, হিংসা-দ্বেষত আয়ুস ক্ষয় হৈ দুই চাৰিজনেহে চাৰিকুৰি বছৰ পৰমায়ুস পায়। তোমাৰ দুকুৰি, আঢ়ৈকুৰি বছৰ গ'লেই, এতিয়া বৃদ্ধৰ ভাগতহে পৰিছা। কোটি কল্পৰ অন্তত নৰদেহটি পাইছা চাৰিটি পুণ্যৰ সংযোগত; যি দেৱতাৰো দুৰ্লভ, ব্ৰহ্মাৰো প্ৰাৰ্থনীয়, বীভৎস বিষয় সুখৰ অৰ্থে ইয়াক নাশ নকৰিবা, কাচৰ বাবে লাখ টকাৰ মাণিক নেবেচিবা। ইজনমত হাত চাপৰি মাৰি সিজনমলৈ নিলেহে তাঁত হৰিগুণ-সেৱকৰ সঙ্গ পাবা; বাকী দিন কেইটাত সুখে-দুখে কটোৱা, আৰু মন নলৰাবা।” তেতিয়া যিসকল ভকতৰ মন লৰিছিল, গুৰুজনাৰ বাক্যবৃষ্টিয়ে দপদপকৈ জ্বলি থকা জুই নুমুৱাদি আৰু প্ৰচণ্ড সাগৰৰ ঢৌ ধুমুহা স্থিৰ হোৱাৰ দৰে হৈ তেওঁলোকে একচিত্তেৰে নাম গাব ধৰিলে।

২-১৩-১২ : হৰিচন্দ্ৰ আতৈৰ ঘৰ খাতা পৰঙ্গনাত। গৃহস্থী মহাভকত তেওঁ, মাহে-পষেকত দ্ৰব্যৰ ভাৰ লৈ আহি গুৰুজনাক সেৱা কৰে। এদিন গুৰুজনাই আতৈক ক'লে, “হৰিচন্দ্ৰ, হৰিগৃহ কৰিছানে?” আতৈয়ে ক'লে, “বাপ, কৰা নাই, নাম গাবলৈ নাজানো।” গুৰুজনাই ক'লে, “হৰিগৃহ সাজি জনা নজনাকৈ নাম গোৱাগৈ, প্ৰমাণ পাবা।” তেতিয়া হৰিচন্দ্ৰই হৰিগৃহ কৰি নাম গাইছে; কিন্তু প্ৰমাণ নাপায়; লোভ, মোহ, কাম, ক্ৰোধ পূৰ্বৰ দৰেই ৰ'ল। হৰিচন্দ্ৰই শাক-পাত লৈ আহি গুৰুজনাক সেৱা কৰিলেহি। আতৈয়ে গুৰুজনাক ক'লে, “বোলো বাপ, আজি তিনি মাহে নাম গাইছো শুদ্ধ-অশুদ্ধই, দেহত একো প্ৰমাণ নাপাওঁ দেখোঁ।” গুৰুজনাই ক'লে, “কেইজনে গোৱা?” আতৈয়ে ক'লে, “বাপ, ক'ৰ কেইজনে? ঘৰৰে দুটি ল'ৰা, বান্ধা, গৰখীয়া, তিনি আলহী, লঠৰিয়া, দুই জোঁৱাই ল'ৰাৰ সৈতে গধুলি বহি নাম গাওঁ।” গুৰুজনাই ক'লে, “নাম মাতা কেনেকৈ?” হৰিচন্দ্ৰই ক'লে, “ল'ৰা-পুত্ৰৰ নাম লৈ মাতো আহা! আহা! বুলি।”

তেতিয়া গুৰুজনাই ক'লে, "আজি অমৃত আতৈ তোমাৰ লগত যাওঁক; পাত, পচলা, তামোল, কল দি শ্ৰদ্ধা কৰি নাম গাবা, প্ৰমাণ পাবা; যোৱাগৈ।" হৰিচন্দ্ৰই গৈ সেইমতে নাম গাইছে ছয়-সাত দিন। আতৈয়ে নাম গাই, বাৰী-ঘৰ সকলোকে মিছা মায়াময় দেখি সকলো এৰি লাউলোটা, কঠ লৈ গুৰুজনাৰ ওচৰলৈ আহি হাটীত বাহা লৈ হৰিগুণ গাই আছে। নামে আতৈৰ সাত কাৰ্য্য নিমিষতে সাধিলে।

২-১৩-১৩ : এদিন মথুৰাদাস বুঢ়া আতাই তাঁতীকুছিৰপৰা গৈ গুৰুজনাক সেৱা কৰিলে এভাৰ বস্তু দি। আতাই ক'লে, "বাপ, দাসক দুটামান আখৰ পঢ়ুৱাওক, মন যায় দেখোঁ।" গুৰুজনাই ক'লে, "তুমি পঢ়িব নালাগে। পঢ়িব পাৰিলে লোকৰ ভেমত দুৱাৰেৰে গা নসৰকা হয়। পাঠকে নাম লগাব জানিলে কাকো মানিব নোখোজে, গৰ্বতে গেলে। সখিয়ে কৈছে —

গায়ন নতৰে, বায়ন নতৰে, নতৰে ভাগবঁটা;
দেউৰী নতৰে, ভঁৰালী নতৰে, নতৰে হাটীমতা।

দেউৰী, ভঁৰালীয়ে ভাগবঁটা খাই নতৰে, গায়ন, বায়নে নতৰে গৰ্বত আৰু হাটীৰ মূৰব্বী ভকতে নিজকে শ্ৰেষ্ঠ মানি নৰক পায়। মই তোমাক শ্ৰেষ্ঠ কৰিম; দিনে একোটি পৰম তত্ত্ব ক'ম, গীতা, ঘোষাৰ অৰ্থ ক'ম। পঢ়িব লাগে জ্ঞানৰ বাবে, জ্ঞান লাগে ভক্তিৰ বাবে; ভক্তিবিহীন হ'লে সকলো ব্যৰ্থ। হৃদয়ত যি আছে সমস্ত ভাণ্ডাৰৰ বস্তু আছে; পঢ়িনো পাবা কি?" তেতিয়া আতাই পৰম সন্তোষ মনেৰে ৰ'ল।

২-১৩-১৪ : অনিৰুদ্ধ আতৈয়ে কীৰ্তন ঘৰত নাম পাঠ গাই, শুনি হাটীত কোনো ভকতৰ ঘোষা-কীৰ্তনত অলপ দোষ হ'লেই দুগুণকৈ কৈ নিন্দা কৰি ফিচিঙা ফিচিঙিকৈ হাঁহে, পৰিহাস কৰে। এদিন কীৰ্তন ঘৰত নাম পাঠৰ সময়ত তেওঁৰে স'তে আন ভকতৰ অলপ লাগিছিল। সেই কথা আতৈয়ে গুৰুজনাৰ আগত পেঘেনিয়াই ধৰিলে। তেতিয়া গুৰুজনে বেজাৰ পাই এজন গোধাৰ দৃষ্টান্ত কৈছে। গুৰুজনাই ক'লে, "এজন গোধা লোক আছিল। এদোণ চাউলৰ ভাতহে তেওঁক আঁটে, দিনত এহালিচা কোৰ মাৰে, দহপুৰা ধান বায়। মাটি এফালৰ পৰাই কোৰেৰে চাহ কৰি নিয়ে আৰু গোধা ভৰিৰে গছকি মাটি বহাই যায় আৰু তাত আঠ দহ দিনত বন গজি পুনৰ জংঘল হয়। হাতীক নিতে মাউতে নদীত নি পানীত পেলাই লোৰ মাৰিৰে চাঁচি মলি ধুৱাই আনে আৰু হাতীৰ বান্ধ খুলিলেই

সি ধূলি মাটি কুটা সানি পূৰ্ববত হয়। ঘৰটো সাৰি-মচি দুৱাৰমুখত শৌচ কৰিলে সেই ঘৰত কোনে ৰ'ব? নাম গাবলৈ খোজ লওঁতেই ব্ৰহ্মহত্যা আদি পাপ নষ্ট হয়, অশ্বমেধ, ৰাজসূয় যজ্ঞৰ ফল সিদ্ধ হয়, নামৰ অনন্ত মহিমা। বস্তুৰ শক্তিয়ে বুদ্ধিক অপেক্ষা নকৰে। জ্বলন্ত অগ্নি শিখাই কেঁচা-পকা সকলোকে পোৰে। সেই অগ্নিৰ কোনে দোষ ধৰে? বায়ু অগ্নিক নিয়মেৰে বান্ধিবৰ কাৰ শকতি আছে?" তেতিয়া সেই কথা সকলোৱে শুনি এক চিত্তেৰে শ্ৰৱণ-কীৰ্ত্তন কৰিব ধৰিলে।

২-১৩-১৫ : খীৰা মৰলৰ পুত্ৰ গোপাল সৎ, মুকুন্দ আৰু মাধৱ ভকত বৈৰী, ভকতক অসূয়া কৰে, হুল বায়। সিহঁতে বহা ঠাইৰ গম নাপাই কোনোজনে তাত বহিলে কেলেহুৱা, কেপকৰা, চপনীয়া বুলি নিন্দা কৰি খেদি যায় সিহঁতে। এদিন শ্ৰীহৰি আতৈয়ে সিহঁতৰ ঠাইত বহিল, খালি দেখি। মুকুন্দ আৰু মাধৱে ভকতৰ পাছত বহি শ্ৰীহৰি আতৈক ছন্দে মন্দে বহুত ক'লে। সকলো ভকতে অসন্তোষ মনেৰে পাঠ শুনিছে। তেতিয়া ঠাইতে গুৰুজনে ক'লে, "আতৈসকল, অসন্তোষ নকৰিবা, সিহঁত দুজনে সৎ কথাকে কৈছে, কেলেহুৱা অতিথি তোমালোক হোৱাই। তোমালোকে এইবাৰে ব্ৰহ্মাৰ লিখন খণ্ডাই পৃথিৱী এৰি বৈকুণ্ঠলৈ যাবা আৰু সিহঁত দুয়ো মায়াৰ শিৰত ফুটি সংসাৰ যাতায়াত কৰি থাকিব, সংসাৰ খেলত পৰি ৰ'ব ইয়াতে, ঠিক কথাটিয়ে কৈছে। আৰু ৰামৰ কাৰ্য্য সাধিবলৈ হনুমন্ত গ'ল গান্ধমাদন পৰ্বতলৈ বিশল্যকৰণী আনিবলৈ। দক্ষৰ কন্যা সুৰেষাক দেৱতাসকলে পঠালে হনুমন্তক পৰীক্ষা কৰিবলৈ। সুৰেষাই দহ প্ৰহৰ পথ জুৰি হনুমন্তৰ পথত পৰি থাকিল। হনুমন্তই এক প্ৰহৰকৈ গৈ চাৰি, ছয়, আঠ, দহ কৰি চল্লিশ প্ৰহৰ পথ অতিক্ৰম কৰিলে। তাৰ পাছত হনুমন্তই মাখিৰ ৰূপ ধৰি সুৰেষাৰ কৰ্ণপথেৰে গ'ল। এতিয়াও ডাঙৰে দেও দি যাব, সৰুৱে সৰকিব আৰু মজলীয়াসকলে পাহত লাগি সংসাৰ যাতায়াত হ'ব কল্পৰ সীমালৈকে; স্বৰ্গ, নৰক, গৰ্ভবাস, যোনি চেপা খাই ভ্ৰমিব।" তেতিয়া সকলো ভকতে তাকে শুনি পৰম আনন্দিত হ'ল। আৰু সূচক, খলুৱাৰ মূৰত মাৰ পৰিল। আৰু মুকুন্দ, মাধৱেও অসূয়া এৰিলে।

২-১৩-১৬ : বাঢ়ৈ কমলা আতৈক কৌনৰাৰ[১] পৰা অনা হ'ল নাও

---

১। কৌনৰা ঃ বৰপেটা চহৰৰ দক্ষিণে নাতিদূৰত অৱস্থিত এখন গাঁও। তাত নাৰায়ণ দাস ঠাকুৰ আতাই স্থাপন কৰা সত্ৰ এখন আছে।

সাজিবলৈ। নাও সাজি আতৈয়ে এবছৰ ভকতৰ হাটীত আছিল হৰিগুণ গাই ভকতৰ লগত। এবাৰ দুবাৰ তেওঁ গুৰুজনাক শৰণ বস্তু দিবলৈ প্ৰাৰ্থনা কৰিছে, আৰু গুৰুজনাই ন মাহে বাৰু বুলি কৈ আহিছে। এদিনাখন আতৈয়ে ধৰাত গুৰুজনাই ক'লে, "পৰহিলৈ একাদশীৰ দিন্যখন দিম।" একাদশীৰ দিনাখন আতৈয়ে শলা শৰাই আগবঢ়াই শৰণ লৈছে। তেতিয়া গুৰুজনাই ক'লে, "এই বস্তু বৈকুণ্ঠৰ সৰ্বস্ব, পৃথিৱীৰ লোকে ইয়াক কলিযুগত ধৰিব বা ৰাখিবলৈ টান। তেলত তেল, পানীত পানী আৰু গাখীৰত গাখীৰ মিলি যায়; তেনে হ'ব পাৰিলেহে ৰক্ষা, আৰু সংসাৰ শুকাই পৰম্পদ বৈকুণ্ঠ পায়। তোমাৰ মোৰ মৃত্যু দোষ হ'লে নৰকলৈ অধঃপতন কল্পৰ সীমালৈকে, চন্দ্ৰ, সূৰ্য্য, পৃথিবী থকালৈকে।" গুৰুজনাই আন ভকতসকলক ক'লে, "বাৰু তোমালোকে যে ধৰ্ম ধৰিছা, এই দুগছি বন্তিৰ ছাঁ এক কৰি দিয়াহঁক।" তেতিয়া হোজা ভকতসকলে অনেক চেষ্টা কৰিও এক কৰিব নোৱাৰিলে। কৃপালু গুৰুৱে পাছত সদয় হৈ পিছদিনা ভক্তি-প্ৰদীপ চৰ্চা কৰি নামমলি, গুৰমলি, দেৱমলি, ভকতমলি, নিৰ্গুণা, ভাগৱতী, অন্তৰঙ্গা, বিৰলা, কেৱলা, সপ্ৰেমা ভকতি চৰ্চা কৰি জীৱক দেহৰ বাহিৰ কৰি পৰমতত্ত্ব, পৰমাৰ্থ বস্তু, জনম-মৰণ নিবাৰণ অনুগ্ৰহ কৰি কৈছে।

২-১৩-১৭ : হাৰিয়াদিয়াৰ পৰা গৈ জীৱনা আতৈয়ে ভাৰ্য্যা, পুত্ৰ, বংশ, মিত্ৰ, বন্ধুবৰ্গ সকলোকে এৰি গুৰুধৰ্ম লৈ হাটীত বাহা লৈ ভকতৰ সঙ্গত আছে হৰিগুণ গাই। বিন্দুসাৰ ৰোগ হৈ তেওঁৰ শৰীৰ খীণালে। তেওঁ গুৰুজনাৰ ওচৰত বিদায় মাগি ক'লে, "বাপ, গৃহলৈ যাওঁ, গাটি টঙাই আহো।" তেতিয়া গুৰুজনে তিনিটা ঘোষা মাতি এটি দৃষ্টান্ত দিছে।

(১) দুৰ্লভ মনুষ্য তনু লভিয়া পশুৰ যগ্য
বিষয়ৰ আশা পৰিহৰা.....।।

(২) বিষয় সম্বন্ধ সুখ সমস্ত যোনিত পায়,
হৰি নাম একো স্থানে নাই .....।।

(৩) মৃত্যুৰ মুখত পৰি আছে যিটো নৰে
হৰি গুণ কীৰ্ত্তন নকৰে.........।।

গুৰুজনাই পুনৰ ক'লে, "কপৌ চৰায়ে সৰিয়হ তলিৰপৰা দূৰৰি বুটলি

নি গছৰ ডালত বাহ সাজে। সেই দূৱৰি গছৰ ডালত ছয়মাহ শুকায় আৰু ফাগুনত বতাহে নি মাটিত পেলায়। দূৱৰি মাটিত পৰি গজে। দেহৰো একাদশ ইন্দ্ৰিয়, চৌবিশ তত্ত্ব, সোতৰ বিকাৰ, মন-কণ সন্তৰ সঙ্গ ডালত, সাধু-সূৰ্য্যৰ তাপত শুকাই দুৰ্বল হৈ থাকে আৰু দুসঙ্গ সঙ্গ মাটিত পৰি চিত্ত-বীৰ্য্যত অঙ্কুৰ ধৰে আৰু ভাৰ্য্যা-পুত্ৰৰ আহ্লাদত সাৰ পাই ডাল-মূল-শিপা ধৰি জীৱৰ জনম-মৰণ যাতায়াত, স্বৰ্গ-নৰক সংসাৰ হয়, এতেকে নাযাবা।" গুৰুৰ বাক্যত আতাই ৰ'ল। আৰু যাৰ যাৰ মন গৈছিল তেওঁলোকেও মন ডাঠ কৰি একমনে নাম গালে।

২-১৩-১৮ : বৰবিষ্ণু আতাৰ লগ লৈ হিৰা দলৈয়ে দ্ৰব্যৰ ভাৰ পাঁচখন আৰু টকা পাঁচটি আগবঢ়াই গুৰুজনাক সেৱা কৰিলে। তেতিয়া গুৰুজনাই দলৈক ক'লে, "তুমি ৰজাৰ কি কি বিষয়বাব লৈছা?" দলৈয়ে ক'লে, "বাপ, মজিন্দাৰ, চৌধুৰী, পাটোৱাৰী, মেনা, আৰু ঠাকুৰীয়া এই পাঁচটি বাব এই দাসৰ গাত।" গুৰুজনাই ক'লে, 'টকা-সিকা কেনেকৈ আহে?" দলৈয়ে ক'লে, "বাপ, একৈশ টকা মাহিলী দৰমহা পাওঁ, মেল সুধি, খাজনা লৈ এনেকৈও দহ-বাৰ টকাৰ প্ৰাপ্তি হয়।" তেতিয়া গুৰুজনাই এটি আৰ্হি কৈছে বৃহৎ পুৰাণৰ — হৰিবৰ্ষত সৌদাস নামেৰে এজন দৰিদ্ৰ আচাৰ্য্যই ৰজাৰ ওচৰলৈ গ'ল। আচাৰ্য্যক দেখি ৰজাই তেওঁক আসনত বহুৱাই পাদ্য অৰ্ঘেৰে পূজা কৰি এক লাখ সোণ-ৰূপৰ মুদ্ৰা দিলে। তেতিয়া বিপ্ৰই ক'লে, "নিজৰ আৰ্জিত ধনেৰে ঈশ্বৰক পূজি দান-দক্ষিণা কৰিলে অথবা হোম কৰিলে তাৰ ফল অখণ্ড আৰু প্ৰাৰ্থকৰো গ্ৰহণযোগ্য। ৰজা তুমি সাতটি দ্বীপৰ ঈশ্বৰ, দুখী-দৰিদ্ৰৰ কৰভাৰ লৈ আনি মোক দিছা; এই দান দাতাৰো নিষ্ফল আৰু নিওঁতাৰো অসাৰ্থক।" তেতিয়া ৰজাই ভেশছন ধৰি কঁহাৰৰ ভাটিত কাঁহ কোবাই এক মাহে খাই লৈ চাৰি ৰতিৰ এটি সোণৰ মুদ্ৰা দৰমহা পালে। ৰজাই আচাৰ্য্যক নিমন্ত্ৰণ কৰি সেই মুদ্ৰাটিকে তেওঁক দিলে। বিপ্ৰই ৰজাক ক'লে, "মই ইয়াতে এক হাজাৰ মুদ্ৰা পাইছো।" বিপ্ৰই মুদ্ৰাটি নি পত্নীক দিলে। পত্নীয়ে খং কৰি ক'লে, "লাখ, হাজাৰ মুদ্ৰা দিওঁতে নানিলা, এতিয়া এই চাৰি ৰতিৰে কি হোম কৰিম?" এইবুলি পত্নীয়ে মুদ্ৰাটি পিৰালিলৈ দলি মাৰি দিলে। সেই মুদ্ৰাটি মাটিত পৰি গজি কোমোৰাৰ গছ হৈ চালত বগাই এঘাৰটি কোমোৰা ধৰিলে। কোমোৰা পুৰঠ হ'লত বিপ্ৰই কোমোৰা কাটি দেখিলে প্ৰতিটো কোমোৰাতে

এক হাজাৰ সোণৰ মুদ্রা আছে। তেতিয়া বিপ্রই ৰজাক পূৰ্বতে কোৱা মতে এহেজাৰ টকা ৰাখি বাকী টকা ৰজাক দিলে। ইয়াকে শুনি ৰজাই আশ্চৰ্য্য অদ্ভুত মানিলে। তাৰ পাছৰেপৰা ৰজাই প্রজাৰ কৰৰ তিনিভাগ কৰি এভাগ লৈ বাকী নিজৰ উপাৰ্জনেৰে চলিব ধৰিলে।" গুৰুজনাই দলৈক ক'লে, "তোমাৰ টকা আৰু ভাৰত মোৰ সকাম নাই, অন্যায়ৰ ধনত ক্ষতি হয়।" তেতিয়া দলৈয়ে সেই সকলো বিষয় এৰি নিজে কষ্টেৰে আৰ্জি চলি গুৰুজনাক সেৱা-শুশ্রূষা কৰি শৰণ লৈ এক চিত্তেৰে বিষ্ণু আতাৰ লগতে নাম গালে।

২-১৩-১৯ : জীৱনি আৰু যদুমণি দুই বাপেক পুতেকে গুৰুজনাক লগ পাই ধৰ্ম ধৰিছে। পাছত যদুমণি আতৈয়ে মেনা ঠাকুৰীয়া ৰূপকাৰ লস্কৰৰ লগুৱা কামত সোমাল। গুৰুজনে ৰূপকাৰৰ বিষয়ে সোধাত যদুমণিয়ে ক'লে, "বাপ, কিনো সুধিছে? একেবাৰে অনাচাৰী, অভক্ষ্য খায তেওঁ।" গুৰুজনাই সুধিলে, "সি মোক নাজানে হ'বলা?" আতৈয়ে ক'লে, "বাপ, নাজানে আৰু নকয়ও।" গুৰুজনাই ক'লে, "এইবাৰ সোধে যদি মোৰ কথা ক'বা।" যদুমণি গ'ল লস্কৰৰ তালৈ। লস্কৰে আতৈক সুধিলে, "ক'লৈনো গৈছিলা? ঘনে প্রতি যোৱা দেখোঁ?" যদুমণিয়ে ক'লে, "মহাশয়, মহাপুৰুষক মই গুৰু মানিছো আৰু গুৰুজনাক সেৱা কৰি আহো।" লস্কৰে ক'লে, "গুৰুজনা ক'ত থাকে?" যদুমণিয়ে ক'লে, "বুঢ়ী লুইতৰ তীৰত সুন্দৰীদিয়া সত্ৰত।" সেই কথা শুনি লস্কৰৰ মনত খেদ লাগিল। ৰজাই এবাৰ লস্কৰক কামৰূপীয়া লোক পিয়লৰ বাবে পাঁচিলে। লস্কৰে মনতে ক'লে, "ৰোগীৰ যি ব্যাধি, বৈদ্যও সেই ঔষধকে দিছে।" লস্কৰে দূতক ক'লে, "বুঢ়ী লুইতৰ তীৰত সুন্দৰীদিয়াত বাহৰ পাতিবা।" দূতে বাহৰ কৰিলে, হ'ল। লস্কৰে বাহৰলৈ আহিল। তেওঁ ৰাতিটো বাহৰতে থাকি পুৱা গুৰুজনাৰ ওচৰলৈ আহিল। তেওঁ পেচন্দাৰ, কৰমফুল পিন্দি সাজি-কাচি ভাৰ-ভেটী লৈ গুৰুজনাৰ তালৈ আহিল। গুৰুজনাই বাটচ'ৰাতে বহি চোৰধৰা নাট আৰু নাটৰ গীত-সূত্ৰ ৰচনা কৰি আছিল। লস্কৰক দেখিয়ে তেৰাই ভিতৰ সোমাল। শ্ৰীৰাম আতাই ওলাই আহি ক'লে, "ডাকুৱাৰ পো, কিয় আহিলা?" লস্কৰে ক'লে, "মই যাক সেৱা কৰিবলৈ আহিছিলো তেৰেঁই ভিতৰ সোমাল, মই অভগীয়া পাপীক দেখি।" আতাই ক'লে, "এনে বেশেৰে আহিলে তেওঁক লগ পাবা কিয়?" লস্কৰে ক'লে,

"কেনে বেশেৰে পায়?" আতাই ক'লে, "আঁঠুৰ মূৰলৈ চুৰিয়া, মোটা সূতাৰ পছুৰা আৰু দুপাক দি সিলোৱা চোলা পিন্ধি আহিবা।" লস্কৰে সুধিলে, "আন ভকতৰো তেনে বেশনে?" আতাই ক'লে, "আটাইৰে।" লস্কৰে কিছু মনোকষ্ট পাই বাহালৈ গ'ল। পিছদিনা তেওঁ ভকতৰ বেশ লৈ আহিল। লস্কৰে গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই ক'লে, "ডাকুৱাৰ পো, কালি আহিয়ে আজি ভকতৰ বেশত আহিছা। অ' পুতুনা ৰাক্ষসীও ভকতৰ ভেশ ধৰি গোকুলত ফুৰিছিল। বাৰু কিয়নো আহিলা?" লস্কৰে ক'লে, "বাপ, আপোনাৰ এই দুটি অভয় পদত বিক্ৰী যাবলৈ আহিছো।" গুৰুজনাই ক'লে, "তুমি আছা গৰ্ব পৰ্বতত উঠি আৰু সংসাৰৰ তিনি তাপে তোমাক কাবু কৰি থৈছে। আমাৰ এই যি গুৰুধৰ্ম দেখিছা, ই পিতৃ-মাতৃ এৰা ধৰ্ম। উচ্চ, ওখোৰা-মোখোৰা মাটিত পানী নৰয়, নিম্ন ঠাইলৈ বৈ গৈ পানী ৰয় আৰু সৰু হৈহে সৰকিব পাৰি। বাৰু তোমাৰ তেজৰ সম্বন্ধৰ বা কোন আছে? তেওঁলোকে বা এই ধৰ্ম ধৰি তোমাৰ লগ ল'ব কি নল'ব? নল'লে তেওঁলোকক এৰিব লাগিব।" লস্কৰে ক'লে, "বাপ, লয় যদি ল'ব আৰু নল'লে তেওঁলোকক এৰিম আৰু।" তেতিয়া গুৰুজনে লস্কৰক শৰণৰ প্ৰাৰম্ভিক প্ৰস্তুতিৰ কথা কৈছে। হবিচে থাকি চাউল, মাহ আৰু বস্ত্ৰ আগবঢ়াই পিছদিনা লস্কৰে মহাপুৰুষক গুৰু বুলিছে। লস্কৰে এটি দৃষ্টান্ত দিছে — ৰজাৰ প্ৰধান হাতীক মাউতে সোণৰ স্তম্ভত গলৰে শিকলি লগাই বান্ধি থয় আৰু ৰজাৰ ভোগকে সেই হাতীক দিয়ে। পিছে হাতীয়ে প্ৰমত্ত হৈ বৰ বলেৰে যুদ্ধ কৰি বান্ধ এৰাই যায়, কোনোৱে ৰাখিব নোৱাৰে। সেই হাতীয়ে হাবিয়ে বনে, পৰ্বতে-গহ্বৰে ঘূৰি ধূলি-বতাহ-ৰ'দ-বৰষুণত কষ্ট পাই মনতে চিন্তা কৰে, " ৰজাৰ ঘৰত সোণৰ স্তম্ভত বান্ধ খাই ৰ'দ, বতাহ, বৰষুণ নাপালো, ৰাজভোগ খাইছিলো, এতিয়া কি যে দুখ হ'ল।" এইবুলি হাতীটোৱে ঘূৰি আহি সোণৰ স্তম্ভত গল দি আছিল। পুৱা মাউতে দেখি ৰজাক কথাটি ক'লে। ৰজাই সন্তোষ পাই ক'লে, "বৰ ভালকৈ ধুৱাই লৈ মোৰ ৰাজভোগ খাবলৈ দি খুঁটাত বান্ধি থ'বা।" তেতিয়া গুৰুজনাই ক'লে, "ভাল দৃষ্টান্ত দিছা, মোৰ দুই ভৰি কৰিলা সোণৰ স্তম্ভ, তোমাৰ মন হ'ল হাতী, গুৰুৰ বাক্যজ্ঞান হ'ল অঙ্কুশ, পৰমাত্মা হ'ল মাউত, ৰজা হ'ল মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱ, বুদ্ধি হ'ল সৌকা আৰু চিত্ত হ'ল জৰী আৰু এই নিয়মেৰে সেৱকে চলিব লাগে।" লস্কৰে

পুনৰ ক'লে, "বাপ, ঘৰ-বাৰী, গৰু-ম'হ, কাঁহ-পিতল, সোণ-ৰূপ এইবোৰত মোৰ বৰ মোহ, আপোনাৰ বাক্য মই কেনেকৈ পালিম?" গুৰুজনাই ক'লে, "ৰজাই তোমাক নানা ঠাইলৈ নপঠিয়ায়?" লস্কৰে হয় বুলিলে। গুৰুজনে ক'লে, "আন ঠাইলৈ গ'লে পৰৰ ঘৰত কেনেকৈ চলা?" লস্কৰে ক'লে, "বাপ, ৰজাই নতুন বাচন-বৰ্তন দুযোৰকৈ দিয়ে।" গুৰুজনাই ক'লে, "অন্তত সেইবোৰ লৈ আহা নে থৈ আহা?" লস্কৰে ক'লে, "বাপ, এৰি আহো।" গুৰুজনাই ক'লে, "সেইমতে ঘৰবোৰো এৰিবা। ভৰা নাওত খাই শুদা নাওত শুবা; টৌ, তৰাং – শোক, মোহ একোকে নাপাবা।" লস্কৰে ক'লে, "বাপ, মোৰ ল'ৰা-ছোৱালী, দাস-দাসী অনেক, বাৰীত নতুন বস্তু হ'লে ল'ৰা-ছোৱালীয়ে আগতে খায়, আৰু সিহঁতৰ পৰা সেইবোৰ আঁতৰাই ৰাখিলেও সিহঁতে আশা পালি চাই থাকে, এতেকে সেইবোৰ আপোনাৰ, সেৱকৰ আৰু ঈশ্বৰৰ সেৱাত কেনেকৈ লগাম?" গুৰুজনে ক'লে, "তোমাৰ ভঁৰাল কেইটা?" লস্কৰে ক'লে, "বাপ, পাঁচ-ছয়টা আছে।" গুৰুজনে ক'লে, "তাত নিগনি, ডালশলিয়া কিমান আছে?" লস্কৰে ক'লে, "বাপ, সিহঁতেই আধাখিনি খাই শেষ কৰে।" গুৰুজনাই ক'লে, "লোকে সিহঁতৰ বাবে আৰ্জে নে নিজৰ বাবে আৰ্জে? আৰু তুমিও গুৰু ভকতলৈ বুলি মনতে মানি খেতি কৰিবা আৰু ল'ৰা-ছোৱালী যেনিবা এন্দুৰ, নিগনি; সিহঁতে যি খায় খাব।" লস্কৰে আৰু ক'লে, "বাপ, মোৰ ভাৰ্য্যা দুজনী, সিহঁত দুজনীলৈ মোৰ বৰ মৰম।" গুৰুজনাই ক'লে, "শীত গ'লে কম্বল আদি ক'ত থোৱা?" লস্কৰে ক'লে, "বাপ, টোপোলা বান্ধি জপাত থৈ ৰচীৰে আঁৰি থওঁ।" গুৰুজনাই তাৰ কাৰণ সুধিলে। লস্কৰে ক'লে, " বাপ, উঁয়ে খায়, নিগনিয়ে কুটে কাৰণে।" গুৰুজনাই ক'লে, "মাহৰ অন্তত কাম ভোগ কৰি মন চিত্ত গুৰুবাক্য জপাত বান্ধি থ'বা, মন সংযম কৰি।"



# চতুৰ্দ্দশ অধ্যায়

২-১৪-১ স্বামীয়ে বণিজলৈ যোৱাৰ পূৰ্বে এজনী স্ত্ৰীয়ে স্বামীক সুধিলে, "পাৰো মানে তোমাৰ কথাকে চিন্তা কৰি থাকিম; কিন্তু যদি কৰ্ম্মৰ গতি বুজিব নোৱাৰো তেন্তে কি কৰিম?" স্বামীয়ে ক'লে, "মই বিদেশলৈ যাওঁ, বিদেশ যাত্ৰা মৰণ সমান। পাৰা যদি ৰ'বাই আৰু যদি নোৱাৰা আঁতৰলৈ যিজনে শৌচ কৰিবলৈ যায়, সেইজন লোক, শান্ত, ধীৰ, গহীন মহন্ত ধৰ্মাত্মা, তেওঁকে ভজিবা।" তিৰোতাজনীয়ে দহ-বাৰ বছৰ বাট চালে, স্বামী নাহিল। তাই আৰু ৰব নোৱাৰে, ভৰ যৌৱনৰ শৰীৰ, বহুত দিন ধৰফৰাইছে। কমললোচন আতৈয়ে ছাগমৰা হাবিত শৌচ কৰিবলৈ যায়। তিৰোতাজনীয়ে দেখিলে আতৈৰ সুকোমল দেহ বগা সৰিয়হ ফুলৰ দৰে, ভৰ যৌৱনৰ ডেকা তেওঁ। বহুদিন লক্ষ্য কৰি থাকি এদিনাখন তাই আতৈক ধৰিলে। আতৈয়ে অনেক প্ৰকাৰে কৈ বলেৰে এৰাই আহিল। আতৈয়ে এনেকৈ বহুদিন তাইক গণ্য নকৰি গুচি আহিছিল। পাছত তিৰোতাজনীয়ে এদিন ডাব কটাৰী এখন হাতত লৈ আহি আতৈক ক'লে, "অনেক দিন মই তোমাক আশা কৰিছো, মোৰ কাম-বাসনা পূৰ্ণ নকৰা যদি যোৱা; কিন্তু তোমাক বধৰ ভাগি কৰি এই কটাৰীৰে মই গল কাটি মৰিম।" আতৈয়ে বুদ্ধি হেৰাই ইটোতকৈ সিটো টান দেখি ক'লে, "মই ইয়াৰ ভু নাপাও, তই যি কৰা কৰ।" পাছত তিৰোতাজনীয়ে আতৈত কাম ভোগ কৰিলে। আতৈ আহিছে গুৰুকাব্য মনত ৰাখি ব্যাকুল হৈ। চকুৰ পানী নিগৰি তেওঁ বাট নেদেখা হ'ল। তেওঁ স্নান কৰি ভকতৰ ধূলি লৈ কাঁথিত বহি নাম গালে। নাম পাঠৰ অন্তত গুৰুজনে বাটচ'ৰাত বহিছিল। আতৈয়ে ভকতৰ মাজতে গুৰুজনাৰ আগত দণ্ডৱতে পৰি কান্দি কান্দি ক'লে, "বাপ, বাঘিনীয়ে খালে।" এইবুলি তেওঁ সবিশেষ ঘটনা ক'লে। গুৰুজনাই ক'লে, "ভালেই হ'ল, তাই বাচিল; নহ'লে তোমাত বধ দি তাই মৰা হ'লে ইটিতকৈ সিটিয়ে টান হ'লহেঁতেন। তোমাক ৰাখিব পাৰো, যিহেতু ইকৰা পাতৰ আঁৰ নৰখাকৈ সকলো কথা তুমি মোক ক'লা। তথাপি এই নিয়ম নহ'ব; কিয়নো

তেতিয়া এই নিয়ম পাছলৈকেও থাকিব। এতেকে আশ্ৰমী ভকতৰ হাঁটীত বাহা লৈ ভকতৰ পাছৰ শাৰীৰ বহি নাম গাবা।" গুৰুবাক্য মানি আতৈয়ে নাম গাইছে দুই তিনি দিনে এবাৰকৈ। তেওঁ তেল-তামোল মাছ এৰিলে, শুবলৈকেও এৰিলে; চকুৰ লোতক তেওঁৰ অবিশ্ৰাম ববলৈ ধৰিলে, লাৱণ্যৰ শৰীৰ তেওঁৰ দুখ-শোকত বিবৰ্ণ হ'ল। এদিন গুৰুজনে আতৈক দেখি ক'লে, "কি হ'ল তোমাৰ?" ভকতসকলে মাত দি ক'লে, "বাপ, তেওঁ শয়ন-ভোজন এৰিলে, সদায়ে কান্দি থাকে।" তেতিয়া গুৰুজনে কমললোচন আতৈক হাঁটীৰ মূৰত বাহা দি উদাসীন ভকতৰ লগত থ'লে।

২-১৪-২ পঢ়িয়া আতৈৰ ঘৰ উৰপোতত। জগন্নাথ সন্যাসীৰ লগত তেওঁ পশ্চিমৰ সকলো তীৰ্থ বাৰ বছৰ ঘূৰি নেপাল পালেগৈ। নেপালৰ হিমালয়ৰ দক্ষিণে জমদগু পৰ্বতত উঠি যাওঁতে এজন ভকত পুৰুষে তেওঁক উপদেশ দি ক'লে, "ইয়াত পৰি মৃত্যু হ'লে ৰাজ ঐশ্বৰ্য্য, অগাধ ধন, ভোগ-ভুকুতি, স্বৰ্গসুখে পাবা; কিন্তু জনম-মৰণ, সংসাৰ যাতায়াত, পতনভয়, গৰ্ভবাস আৰু সংসাৰ নেৰিবা। তুমি পূৱ দেশলৈ যোৱাগৈ, তাত বিশিষ্ট গুৰু পাবা। এই ঘোষাটি তেওঁৰ আগত মাতি প্ৰাৰ্থনা কৰি পৰমাৰ্থ বস্তু লভিবা আৰু জন্ম-মৃত্যু সাৰি পৰম্পদ বৈকুণ্ঠ পাবাগৈ, যোৱা।"

ঘোষাটি - হৰি গুৰু পদ সেৱা খাণ্ডা ডাঠি ধৰা।
মন বৈৰী কাটি সুখে ভৱনদী তৰা।।

মাৰ্কণ্ডেয় ঋষিয়ে সদাশিৱৰ উপদেশ পোৱাদি আতৈয়ে উপদেশ পাই বিৰকাতি ভাব লৈ আহি কামৰূপৰ নিজ ঘৰ পালে। ঘৰ পাই তেওঁ চোতালত ৰৈ আছে। ককায়েক, বৌৱেক আৰু ভায়েকে তেওঁক দেখিয়ে দুৱাৰ মাৰি ঘৰৰ ভিতৰত সোমাল। আতৈয়ে ক'লে, "মই আহিছো বাৰ বছৰ অনেক তীৰ্থ ঘূৰি পবিত্ৰ হৈ; অনেক লোকে মোক দৰ্শন-স্পৰ্শন, মান সৎকাৰ কৰি পবিত্ৰ হৈছে আৰু তোমালোকে মোক আদৰ কৰিবা ক'ত দুৱাৰ মাৰি ঘৰত সোমালা দেখোঁ?" ভায়েক, বৌৱেকহঁতে ক'লে, "তোমাৰ নিচিনা এনে বেশধাৰীক দেখিবই নাপায়। আমাৰ গুৰুজনে ঘোষাত কৈছে —

কৃষ্ণৰ পৰম নিৰ্মল চৰিত্ৰ

কথাৰ যৈত প্ৰকাশ,
গঙ্গা আদি কৰি যত তীৰ্থ আছে
তৈতেসে কৰে প্ৰকাশ।

তেনে কোটি গঙ্গা, গয়া, কাশী, বাৰাণসীত আমি গুৰুজনাৰ কাষতে স্নান কৰো, হৃদয়ত নিতে ধৰো।" আতৈয়ে ক'লে, "সেই গুৰুজন ক'ত থাকে?" তেওঁলোকে ক'লে, "নদীৰ সিপাৰে সুন্দৰীদিয়াত থাকে।" তেতিয়া আতৈ আৰু জগন্নাথ সন্যাসী দুয়ো ব্ৰহ্মপুত্ৰ পাৰ হৈ আহিল। জগন্নাথ সন্যাসী সোমাল যজ্ঞ-মুক্তি বাসুদেৱৰ ঠাইত আৰু আতৈয়ে সুধি-পুছি আহি সুন্দৰীদিয়া পালে। তেওঁ সত্ৰৰ বাটচ'ৰাত বৈ আছিল। সেই সময়ত ঠাকুৰ আতাই আহি সুন্দৰীদিয়া পালে। ঠাকুৰ আতাই পঢ়িয়া আতৈক সুধিলে, "ক'ৰ সন্যাসী, ক'ৰপৰা আহিছে আৰু আহিছে কিয়?" পঢ়িয়া আতৈয়ে ক'লে, "হেৰমদৰ তিনিকুৰি যি পঢ়িয়া ভকত আছে মই তেওঁলোকৰে বংশৰ আৰু আহিছো গুৰুজনাত শৰণ ল'বলৈ আশা কৰি।" ঠাকুৰ আতাই ক'লে, "তোমাৰ এই বেশেৰে গুৰুজনাক কেনেকৈ দেখিবা?" আতৈয়ে কেনেকৈ দেখা পাব সুধিলে। ঠাকুৰ আতাই ক'লে, "জঁটা কাটি কাঁথা, খন্তা, ময়ূৰ পাখি এইবোৰ গুচাই নৈত নি পেলোৱা।" গুৰুজনাই বাহিৰত কাৰোবাৰ মাত-কথা শুনি ক'লে, "সখিৰ মাত যেন শুনো, কাৰ সৈতে বা কথা হৈছে!" ভকতে ক'লে, "বাপ, ঠাকুৰ আতাই সেই সন্যাসীটোৰ জঁটা কাটি খন্তা, কাঁথা, ময়ূৰ পাখি নি সকলো নৈত উটাইছে।" গুৰুজনাই ক'লে, "সন্যাসীয়ে ভাল কাজীৰ হাতত পৰিছে।" পঢ়িয়া আতৈক স্নান কৰাই ঠাকুৰ আতাই গুৰুজনাৰ আগলৈ আনিলে। পঢ়িয়া আতৈয়ে সেই 'হৰিগুৰু' ঘোষাটি মাতি গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই আতৈক সুধিলে, "তীৰ্থত ঘূৰিলা কিমান বছৰ?" পঢ়িয়া আতৈয়ে পূৰ্বৰপৰা সকলোখিনি কথা ক'লে। আতৈয়ে আৰু ক'লে, "বৰসবাহত থাকিলেও লোকে মোক নেদেখে, লোকে মোক বশ কৰিব নোৱাৰে আৰু কাৰ হাতৰ মুঠিত কি আছে মই দূৰৈৰ পৰাই ক'ব পাৰো।" গুৰুজনাই আতৈক ক'লে, "বাৰ বছৰ ঘূৰি লুকোৱা আৰু হাতৰ মুঠিৰ ধন ক'ব পৰা বিদ্যাহে শিকিলা?" এইবুলি গুৰুজনাই ঘোষা মাতিছে —

সমস্তে তপ আচোৰক, পৰোক পৰ্বতে উঠি যত।

বেদাগম আদি কৰি যত, বিস্তৰ তীৰ্থত নাই কাৰ্য্য।

ঘোষাত মন মজি আতৈয়ে মহাপুৰুষক গুৰু বুলিছে। আৰু গুৰুজনাই আতৈক মাধৱ নাম দিছে।

২-১৪-৩ পাছত পঢ়িয়া আতৈয়ে গুৰুজনাৰপৰা বিদায় লৈ উৰপোতলৈ নগ'ল আৰু ভতিজাকৰ ঘৰত নৰ'ল; হেৰামদতে ৰ'ল তেওঁ। হেৰামদৰ গোসাঁইঘৰীয়া পো, আন নাম কৃষ্ণ আতৈ, তেওঁৰ ঘৰতে পঢ়িয়া আতৈ আছে। গুৰুজনে কৃষ্ণ আতৈৰ গৃহলৈ গ'লে যিটি হৰিগৃহত নাম গায় সেই হৰিগৃহতে পঢ়িয়া আতৈয়ে নাম-গুণ গাইছে। কৃষ্ণ আতৈৰ আলধৰা খৰাই লগা হৰি আতৈয়ে পঢ়িয়া আতৈৰ লগত একেলগে শোৱে। ৰাতি হৰি আতৈয়ে পঢ়িয়া আতৈৰ পিঠিত আঁক-বাঁক কৰি আঁকি থয়। আতৈয়ে হৰি আতৈক কয়, "তই মোৰ পিঠিত কিয় আঁক-বাঁক কৰ?" হৰি আতৈয়ে ক'লে, "সপোনত সুন্দৰী স্ত্ৰী এজনীয়ে আহি মোক ক'লে, তই লিখ, লিখ; এইবুলি লিখাই দেখোঁ।" কথাটি শুনি কৃষ্ণ আতৈয়ে ক'লে, "সৰস্বতী কণ্ঠগত হৈছে, সি মহাপণ্ডিত হ'ব।" কৃষ্ণ আতৈয়ে হৰি আতৈক পঢ়িয়া আতৈৰ লগত পঠাই লুইতৰ উত্তৰে যাদবেন্দ্ৰ ভট্টাচাৰ্যৰ তাত পঢ়িবলৈ থ'লে। হৰি আতৈয়ে ব্যাকৰণ, কাব্য, কোষ পঢ়িছে। কৃষ্ণ আতৈয়ে পঢ়িয়া আতৈক মাহে পষেকত হৰি আতৈৰ তালৈ পঠায় চাউল পাত দি। এবাৰ শৰৎ কালত পঢ়িয়া আতৈয়ে গৈছে। ভট্টাচাৰ্য্যই দেবীক পূজি হাঁহ, পাৰ, ছাগলী কাটি ঢাৰি আঁৰ দি থৈছিল। আতৈয়ে একো ভু নাপাই লাঠিৰ আগেৰে ঢাৰিখন টানি আনি বহিব চালে। যাদবেন্দ্ৰই ক'লে, "পঢ়িয়াৰ পো, তাক নালাৰিবা, তোমালোকে নালাগে চাব।" আতৈয়ে সেইবোৰ দেখি হৰি আতৈক লৈ আহিল নপঢ়াই। পঢ়িয়া আতৈৰ সেই কথা গুৰুজনে শুনি দায়-জগৰ ধৰি আতৈক সেৱকৰপৰা বাহিৰ কৰিলে। গুৰুজনে ক'লে, "মোৰ গুৰুজনে লিখিছে প্ৰথম স্কন্ধত —

অন্য দেৱী দেৱ নকৰিবা সেৱ,<br>
মূৰ্ত্তিকো নাচাইবা তাৰ।<br>
গৃহো নপশিবা, প্ৰসাদো নখাইবা,<br>
ভক্তি হৈব ব্যভিচাৰ।"

২-১৪-৪ পঢ়িয়া আতৈয়ে গুৰুজনে তেওঁক জগৰ ধৰা শুনি নিজে সুন্দৰীদিয়ালৈ গৈছে নৈ পাৰ হৈ। সুন্দৰীদিয়াত শৌচ কৰিবলৈ নৈ ঘাটলৈ যোৱা ভকতে আতৈক দেখি আহি গুৰুজনাক ক'লে, "বাপ, পঢ়িয়া আতৈয়ে আহি থকা দেখি আহিছো।" গুৰুজনাই ক'লে, "মোৰ ইয়ালৈ আহিব নালাগে, যিখিনি ঠাই পাইছে তাতেই ৰওঁক, কোৱাগৈ।" ভকতে গৈ পঢ়িয়া আতৈক কথাটি ক'লে। পঢ়িয়া আতৈয়ে গুৰুৰ আজ্ঞা শুনি সৰিয়হ খেতি ৰখা পঁজা এটি ওচৰতে পাই তাতে ছয়মাহ পৰি আছে অনাহাৰে। তেওঁৰ শৰীৰ হাড়ে-ছালে লাগিছে, মুখ দাড়ি-চুলিৰে ভৰিছে, শৰীৰ বিবৰ্ণ হৈছে; মানুহৰ আকৃতিটিহে আছে মাত্ৰ। এদিন ঠাকুৰ আতাই সেই ঠাইৰে গৈছিল। তেওঁ পঢ়িয়া আতৈক দেখি সুধিলে তেওঁৰ কি হৈছে। আতৈয়ে ঠাকুৰ আতাক দেখিয়ে বকবকাই কিবা কৈ মাটিত বগুৱা বাই আহি ঠাকুৰ আতাৰ ভৰিত পৰিল। ঠাকুৰ আতাই সুধিলে, "কিয় এনে হ'ল?" পঢ়িয়া আতৈয়ে সকলো ক'লে, মাতেই নোলায়। আতৈক 'আহা' বুলি ধৰি আনি ঠাকুৰ আতাই কীৰ্ত্তন ঘৰৰ বাটচ'ৰাতে আতৈক থৈ তেওঁ ভিতৰ সোমাল। ঠাকুৰ আতাই গুৰুজনাক ক'লে, "জীৱৰ এনে দুখ হ'লে মহাপুৰুষৰ ধৰ্ম ধৰিব কোনে, আৰু ৰ'ব কোনে? গুৰুধৰ্ম লোপহে হ'ব আগলৈ।" গুৰুজনে ক'লে, "সখি কিয়?" আতাই ক'লে, "পঢ়িয়া পো আতৈৰ শৰীৰ পৰেহে, আজি ছয়মাহে অনাহাৰ।" গুৰুজনাই ক'লে, "আনিছানে?" আতাই ক'লে, "নঙলাতে থৈ আহিছো।" গুৰুজনাই পঢ়িয়া আতৈক আনিব ক'লে। আৰু ঠাকুৰ আতাই পঢ়িয়া আতৈক আনিলে। গুৰুজনাই চাই দেখে চিনিবই নোৱাৰি। আতৈৰ দুখ দেখি গুৰুজনাৰ দয়া জন্মি আতৈৰ দোষ-দণ্ড এৰিলে আৰু আতৈৰ দাড়ি-চুলি খুৰাই তেওঁক তেল-টেঙাৰে গা ধুৱালে। গুৰুজনে প্ৰথম দিনা চাউল সিজাই লেতেকুৰে লুথৰী বনাই আতৈক খাবলৈ দিলে। পাছলৈ ক্ৰমে আম, আমৰা টেঙা, ঔ আৰু চাউলৰ লুথৰী বনাই আহাৰৰ পৰিমাণ বঢ়াই খাবলৈ দিলে। তিনি পক্ষত আহাৰ একঠা হ'ল আৰু আতাৰ শৰীৰ পূৰ্বৱৎ হ'ল।

২-১৪-৫ গুৰুজনাৰ পৰা বিদায় লৈ পঢ়িয়া আতৈয়ে পুনৰ কৃষ্ণ আতৈ আৰু হৰি আতৈৰ লগত আছে। কৃষ্ণ আতৈৰ ছোৱালীজনীয়ে পঢ়িয়া আতৈক পৰিচৰ্য্যা কৰে। আতৈ আৰু ছোৱালীজনীৰ কথা বাহিৰত লোকে কোৱা-কুই

কৰিলে। সেইবোৰ দেখি হৰি আতৈয়ে গুৰুজনাক ক'লে, "বাপ, তাত থাকিবলৈ ভাল নালাগে।" গুৰুজনাই হৰি আতৈৰপৰা সকলো কথা জানিলে। কৃষ্ণই আতৈয়ে পঢ়িয়া আতৈ গুৰু ধৰ্মৰপৰা বাদ পৰে দেখি ক'লে, "বাপ, ময়ে আতৈক ঘৰ-জোঁৱাই কৰি ৰাখিছোঁ।" তেতিয়া দুষ্ট-নিন্দুকৰ মুখত ছাঁই পৰিল। গুৰুজনে তিনি কুৰি টকা দণ্ড লৈ দোষ মাৰ্জনা কৰিছে। পঢ়িয়া আতৈৰ বৰপুত্ৰ হ'ল গোপাল আতৈ, মাজু পুত্ৰ ভোলা, নিৰঞ্জন ভোলাৰ তলৰ আৰু সৰু পুত্ৰ মুৰাৰি। মুৰাৰিয়ে সোণৰ খাৰু, হাৰ, পাটৰ ধুতী পিন্ধি জঙ্গলৰ ফালেৰে গৈছিল। তাতে ডকাইতে ধৰি তাক মাৰি বস্তুবোৰ নিলে। বাকী তিনি পুত্ৰ হেৰামদত ৰ'ল।

২-১৪-৬ গুৰুজনাৰ পিতৃৰ তিথিলৈ তিনিদিন থাকোঁতে মনত পৰি গুৰুজনে ক'লে, "গোপাল আজিয়ে বাবৰিলৈ গৈ কল আনি যাগ দিয়া; দিন নাই, শীঘ্ৰে যোৱা।" গোপাল আতাই গৈ স্নান কৰি গুৰুজনাক সেৱা কৰি পদধূলি লৈ বিদায় ল'বলৈ আহি দেখিলে গুৰুজন কথা সুখত বহিছে। কথা ৰস ভাঙে বুলি নামাতি গুৰুজনাৰ পাছতে আঁঠু লৈ আতাই বৈ আছে। চাৰি দণ্ডত কথা সামৰি গুৰুজনে আতাক দেখি ক'লে, "কিয় যোৱা নাই?" আতাই ক'লে, "কথা সুখ ভাগে বুলি বৈ আছো বিদায় লৈ যাবলৈ।" গুৰুজনাই ক'লে, "গধূলি হ'ল, কেতিয়ালৈ যাবা?" তেতিয়া আতৈয়ে বেগাই গৈ কল আনি যাগ দি আহি ৰাতি চাৰি দণ্ডত গুৰুজনাক সেৱা কৰিছে। গুৰুজনাই ক'লে, "পালানে?" আতৈয়ে ক'লে, "বাপ, আনি যাগ দিয়া হৈছে।" গুৰুজনাই ক'লে, "দূৰণিৰ বাট, ৰাতি কৰিলা, দিনতে আনিব লাগে।" এইবুলি কৈ গুৰুজনে সন্তোষ লভি আতৈক বৰ দিছে – মোক যেনেকৈ কল আনি কাম কৰি দি সন্তোষ লগাইছা, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা। তোমাৰ যশ জগতজুৰি ৰ'ব।"

২-১৪-৭ উদাৰ গোবিন্দ আতৈৰ ঘৰ ধুমৰিত। বিৰকতি লাগি ঘৰ-বাৰী, ভাৰ্য্যা-পুত্ৰ এৰি তাৰপৰা আহি শ্ৰীশঙ্কৰদেৱৰ দিনৰেপৰা তেওঁ হাটীত আছে হৰিগুণ গাই। শৌচ-শুদ্ধিলৈ যাওঁতে তেওঁ জিভাত কামুৰি থাকে। তাকে দেখি সেই কথা ভকতে গুৰুজনাক ক'লে। গুৰুজনাই ক'লে, "মাতাচোন।" ভকতে মাতিলত উদাৰ আতৈ আহিল। গুৰুজনাই আতৈক ক'লে, "তুমি হেনো শৌচ কৰোতে জিভাত ধৰি থাকা, হয়নে?" আতৈয়ে ক'লে, "বাপ, শৌচ কৰা চুৱা

গাত নাম আহে দেখি ধৰো, কথাটি হয়।” তেতিয়া গুৰুজনে ঘোষা মাতিছে —

হৰি নাম কীৰ্ত্তনত নাহি কাল দেশ পাত্ৰ,
নিয়ম সংযম একো বিধি
হৰিত শৰণ লৈয়া কেৱল হৰিৰ নাম
কীৰ্ত্তন কৰোঁতে হয়ে সিদ্ধি।

আৰু গুৰুজনাই ক'লে, “আন বিঘিনি, চুৱা নামেহে শুদ্ধ কৰে, মহা কদৰ্য্যকো পবিত্ৰ কৰে নামে, নামক কোনে চুৱা কৰে? নাম আহোঁক, আজিৰেপৰা নধৰিবা জিভাত।”

**২-১৪-৮** উদাৰ গোবিন্দ আতৈৰ গৃহত অনেক পৰিয়াল - পত্নী, পুত্ৰ, বোৱাৰী, নাতি, কন্যা আদিৰে। তেওঁলোকে দহ-আঠ দিনত চাউল, মাছ, খৰি, গাখীৰ, লোণ, তেল, বস্ত্ৰ দি বাহাত আতৈৰ খবৰ লয়। এদিনাখন আতৈৰ জ্বৰ। নাতিয়েক আহি আতৈক বিছনাতে থকা দেখি গ'ল। পিছদিনাখন বুঢ়ীয়ে নাতিয়েকৰ সৈতে তেল, টেঙা, চাউল, গাখীৰ লৈ আতৈৰ বাহালৈ আহিল। আন আতৈসকলে গধূলিৰ নাম গাইছিল আৰু উদাৰ আতৈয়ে বাহাৰ পিছফালে আছিল। বুঢ়ীয়ে গৈ আতৈৰ ওচৰত বহিছে। আতৈয়ে ক'লে, “কালিৰেপৰা চাউল সিজাব পৰা নাই, বিষত গা ফুটে, বিন্ধে।” বুঢ়ীয়ে ক'লে, “আমি কি কৰিম? আমি চুব, দিব খুৱাব নোৱাৰো, আমাৰ ভাজা, খুন্দাও নোখোৱা। এতিয়া ক'লে কি হ'ব? আমি যেন সাত নিলগৰ ক'ৰবাৰ কোনোবাহে হ'লো।” আতৈয়ে বুঢ়ীক ক'লে, “আতৈসকলো নাই, তেল-টেঙা দি মোৰ গাটো হেঁচ।” বুঢ়ীয়ে তেল-টেঙাৰে আতৈৰ গাটো মালিচ কৰিলে। তাত আতৈয়ে কিছু আৰাম পাই মনটো গলি ক'লে, “আজি যোৱা, কাইলৈ তামোল-পাণ দি ল'ৰা এটা পঠাবি মোক নিবলৈ আৰু মই গুৰুজনৰপৰা বিদায় লৈ যাম মাহচেৰেক ঘৰত থাকিবলৈ।” বুঢ়ীয়ে আনন্দ মনেৰে ঘৰলৈ গৈ পিছদিনা পঠালে নাতিয়েকক। বুঢ়ীয়ে ঘৰ-চোতাল চাঁচি সাৰি-মচি পৰিষ্কাৰ কৰিলে। নামৰ অন্তত তামোলৰ শৰাই আগবঢ়াই আতৈয়ে গুৰুজনৰপৰা বিদায় মাগি ক'লে, “বাপ, গাটি বিষম, কিছুদিনৰ বাবে ঘৰলৈ যাব খুজিছো।” গুৰুজনে ক'লে, “উদাৰ, গৃহৰ মোহ এৰি মোৰ গুৰুজনাৰ দিনৰেপৰা সেৱকৰ সঙ্গত আছা অতকালে, গৃহ অন্ধকূপলৈ কেলেই যোৱা আৰু?”

তেতিয়া আতৈয়ে একো নামাতি আহিল। আতৈয়ে পুনৰ গৈ গুৰুজনাত প্ৰাৰ্থনা কৰিলে, "বাপ, মনটি দেখোঁ যায়, ঘৰলৈ যাবই খুজোঁ। গাটি সুস্থ হ'লে আকৌ আহিম।" তেতিয়া গুৰুজনে গীত গাইছে –

"নামে পৰম ধন, চিন্তহু মন ভাই..."

আৰু ঘোষাও মাতিছে –

বিষয় সম্বন্ধ সুখ সমস্ত যোনিত পায়,
হৰি সেৱা একো থানে নাই ......।
হৰিৰ সেৱাৰ যোগ্য কেৱল মনুষ্য তনু,
জানি ফুৰা হৰিগুণ গাই।।

গুৰুজনাই ক'লে, "নোযোৱা হ'লে ভাল, পিছে যাব খুজিছা যেতিয়া যোৱা বাৰু। তথাপি এই ময়ূৰ পাখি দুডাল নিয়া; এডাল পাখিৰে তোমাৰ পুত্ৰ-নাতিয়ে ভাত খোৱা সময়ত গৃহৰ বেৰৰ ফাকেৰে চাবা আৰু আনডাল পাখিৰে আতৈসকলে কীৰ্ত্তন ঘৰত নাম গাই থাকোতে চাবা।" উদাৰ আতৈয়ে সকলোকে সেৱা কৰি ঘৰলৈ গ'ল। আতৈয়ে ঘৰ পালত ঘৰৰ সকলোৱে আহি আতৈক সেৱা কৰিলে। বোৱাৰী, জীয়াৰীসকলে যেন স্বৰ্গকে ঢুকি পালে, আনন্দৰ পাৰ নোহোৱা হ'ল। পাছত বুঢ়ীয়ে আতৈৰ আগত আঁঠু লৈ সুধিলে, "চাউল সিজাব ক'ত?" আতৈয়ে ক'লে, "পাগ-পাত্ৰ গুচাই তোমালোকৰ লগতে সিজোৱা।" আতৈয়ে শৌচ-শুদ্ধি কৰি উঠি ৰান্ধনি ঘৰৰ গাতে লাগি থকা তুলসীৰ গুৰিত ঠাই মচাই ধূলা লৈ গুৰু সেৱা কৰিলে। এনেতে বুঢ়ীয়ে ভাত হ'ল বুলি ক'লে। আতৈয়ে ক'লে, "মোলৈ আগতে বাঢ়ি থৈ ল'ৰা, নাতি, বোৱাৰী, জীয়ৰী সকলোকে একেলগে ভাত দে। তুমিয়ে ময়ে পিছত খাম।" বুঢ়ীয়ে বেজাৰ মনেৰে সকলোকে ভাত বাঢ়ি দিছে, আৰু সকলোৱে একেলগে খাইছে। সিহঁতে কোঠাটি জুৰি বহিছে। আতৈয়ে গুৰুবাক্য মনত পৰি বেৰৰ ইকৰা এডাল ভাঙি ময়ূৰ পাখিৰ চকাইদি চাই দেখিলে বুঢ়ীয়ে গাহৰিজনী হৈ হক-হকাই বমি কৰি দিছে আৰু বাকীবোৰে নোক নোক শব্দ কৰি গাহৰি পোৱালি হৈ খাব ধৰিছে। তাতেই আতৈৰ গাটো জাকি মাৰি উঠি গাৰ নোম শিয়ঁৰি হুক হুক কৰি কান্দি তাৰপৰাই দৌৰি আহিল। ল'ৰা-বোৱাৰী, জীয়ৰীহঁতে ভাতৰ মুখেৰেই কি হ'ল, কিয় যায়

বুলি কান্দি কান্দি আতৈৰ পাছে পাছে দৌৰি গৈছে। আতৈয়ে পাছত সিহঁতক দেখি বাটত আঁক টানি তাত জেং পেলাই শপত দি ক'লে, "ঘৰলৈ যা, ইফাল হোৱা যদি মোক নোপোৱা।" তাকে শুনি সিহঁতে থমকি ৰ'ল। আতৈয়ে বেগাই আহি দেখে কীৰ্ত্তন ঘৰত ঘোষা পাঠ হৈ কীৰ্ত্তন চলিছে – "কৃষ্ণ নমো ৰাম নিৰঞ্জন হৰি।" আতৈয়ে ময়ূৰ পাখিৰ চকাৰে চাই দেখিলে কৃষ্ণ-বলোভদ্ৰ মাজত আৰু চাৰিওফালে চতুৰ্ভুজ গোপবালক সকলে ভোজন বেহাৰ খেলা কৰিছে। এই সকলো দেখি আতৈয়ে তাতেই দণ্ডৱতে পৰি অনেক কান্দিলে, ক'লে, "গুৰুজনে ৰাখে আৰু মই পাপীয়ে এনে সুখকো এৰি যাওঁ।" নামৰ থলিত গুৰুজনে আতৈক দেখি সুধিলে, "উদাৰ দেখোঁ আহিলা?" আতৈয়ে কান্দি কান্দি ইয়াতে আৰু তাত দেখা দৃশ্যৰ কথা ক'লে। ইয়াকে শুনি সকলো আতৈয়ে বিস্ময় মানি হৰি-বিষ্ণু স্মৰণ কৰিলে। যিসকল আতৈৰ ঘৰলৈ যাবলৈ মন গৈছিল তেওঁলোকৰ মন ডাঠ হ'ল নাযাবলৈ। উদাৰ আতৈৰ ঘটী-বাটি, বাচন আঙ্গচ, বস্ত্ৰ ক'ৰঁবাত থাকিল আৰু সকলোৰেপৰা ফটা কাপোৰ খুজি কাঁথা চিলাই লাউলোটা লৈ ভিক্ষা খুজি হৰিগুণ গাই ভকতৰ সঙ্গত তেওঁ থাকিল।

২-১৪-৯ আৰু ভোৱোৰা আতৈৰ ঘৰ দিনবৈ গাঁওত। মহা বিৰকত, বিষয় বৈৰাগ্য হৈ তেওঁ এটি হৰিগৃহ কৰি হৰিগুণ গাই আছিল। নামতে প্ৰেম উপজি তেওঁ হাঁহে, কান্দে, ব্যাকুল হয়, হৰি হৰি নাম লওঁতে তেওঁৰ গাৰ নোম শিয়ৰি উঠি গা কঁঠাল যেন হয়। তেওঁক পৰিচৰ্য্যা কৰিবলৈ ঘৰত এজনী ভনীয়েক আছিল। আতৈয়ে ভোজন কৰোতে ভনীয়েকে নঙলা মুখত ৰৈ থাকে, হঠাতে মুখত ৰামনাম উচ্চাৰণ হোৱাৰ ভয়ত। অন্যথা ভনীয়েকে ৰাম বুলিলেই ভোজন এৰি আতৈয়ে ভনীয়েকক সাৱটি ধৰে বান্ধে বুলি আধা ভোজন কৰা অৱস্থাতে। আতৈয়ে মাধৱদেৱ গুৰুজনাৰ খবৰ পাই গুৰুজনাৰ পৰা ধৰ্ম লৈ ভকতৰ সঙ্গত থাকিবলৈ ল'লে। গুৰুজনাই ধেমালিতে আতৈক নিতে সোধে, "ভোবৰা, আজি পাঠত কি ওলাইছিল?" আতৈয়ে উত্তৰ দিয়ে, "বাপ, কি ওলাব আৰু 'একাদশ'।" গুৰুজনাই সোধে, "একাদশৰ কোনখিনিত?" আতৈয়ে কয়, "মোৰ বান্ধৱ কৃষ্ণই আহত গছৰ তলত উদ্ধৱক তত্ত্বজ্ঞান কৈছিল।" পাছত গুৰুজনাই চাই দেখে, সেয়া একাদশ নহয়, দশম, কীৰ্ত্তন ঘোষা, ৰত্নাৱলী বা আন কোনো গ্ৰন্থ। তেতিয়া

গুৰুজনাই আতাক কয়, "ভোবৰা দেখোঁ 'অমুক' পুথিহে?" আতাই উত্তৰত কয়, "হয়, হয়।" আতাৰ প্ৰেম ভাব বুজি এনেকৈ গুৰুজনাই আতৈক নিতৌ সোধে। আৰু গুৰুজনাই আতৈক সদায় সোধে, "ভোবৰা, ভোজন কিহেৰে কৰিছা?" আতৈয়ে সদায় কয় পঞ্চামৃতেৰে ভোজন কৰা বুলি। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "ভোবৰাই মই সোধাই প্ৰতি পঞ্চামৃতেৰে ভোজন কৰা বুলি কয়, তুমি চাই আহিবাচোন।" শ্ৰীৰাম আতাই দেখিলে, ভোবৰা আতৈৰ ঘৰৰ চালত পূৰৈ শাক এজুপি আছে আৰু আতৈয়ে চাউল বহাই তাৰে পাঁচটি পাত ছিঙি নি ভাতৰ চৰুত দিয়ে। আৰু ভাত হ'লে খাৰ অলপ সানি ৰাম ৰাম বুলি ভোজন কৰে দিনত এবাৰ। ইয়াকে দেখি শ্ৰীৰাম আতাই আশ্চৰ্য্য-অদ্ভুত মানিলে। শ্ৰীৰাম আতাই কথাটি গুৰুজনাক ক'লে। তাকে শুনি গুৰুজনাই ঘোষা মাতিছে –

"শুনিও সজ্জন শাস্ত্ৰ সাৰ,
সকলো সম্পত্তি জানা তাৰ
হৰি ভক্তিৰসে সন্তোষ মন যাহাৰ।
চৰ্ম্মৰ নিৰ্মিত পানৈ জুৰি ......।"

২-১৪-৯ এদিনাখন মাধৱদেৱ গুৰুজনাই ক'লে, "শ্ৰীৰাম আজি বৈকুণ্ঠৰ পথ চাচিব লাগে।" শ্ৰীৰাম আতাই কথাটিৰ ভু পাই সকলো ভকতক ক'লে। সকলো ভকতে দা, খন্তি আনি নিজৰ নিজৰ ঠাইবোৰ পৰিষ্কাৰ কৰিলে। গধূলি গুৰুজনাই ঠাই চাবলৈ গ'ল। ঠাকুৰ আতা আগতে গৈছে, শ্ৰীৰামে পাছত কমণ্ডলু লৈ গৈছে আৰু গুৰুজনে গজগতি গমনে খোজ দি মালা জপি জপি গৈছে। গুৰুজনে এজোন ভকতৰ বাহাৰ আগত ৰৈ এইটো কাৰ বাহা বুলি সোধে আৰু সেই বাহাৰ ভকতে ওলাই আহি গামোচা, তামোল, পাণ – যাৰ যি আছে গুৰুজনাক দি সেৱা কৰি যায়গৈ। এইদৰে গৈ গুৰুজনে পূৱ হাটীৰ ৰাম আতাৰ (ভোবৰা আতা) বাহা পালে। গুৰুজনাই দেখিলে বাহাটিৰ চাৰিওফালে বনবাত গজিছে আৰু কেঁচুমটাৰে ঠাইখন লেতেৰা হৈ আছে। গুৰুজনাই সুধিলে, "এইটো কাৰ বাহা?" তেতিয়া ৰাম আতৈয়ে ওলাই আহি গুৰুজনাৰ অভয় চৰণত সেৱা কৰিলে। গুৰুজনাই আতৈক ক'লে, "ৰাম, ঠাইখন পৰিষ্কাৰ কৰি ৰাখিব লাগে।" আতৈয়ে ক'লে, "বাপ, সংসাৰ বৃক্ষৰ ডাল হ'ল এঘাৰ ইন্দ্ৰিয়, পাত পঞ্চতত্ত্ব,

মূল পঞ্চপ্ৰাণ, এই দেহটো অৰণ্য; দেহৰ অৰণ্যৰ হাবি ভাঙিয়ে পাৰ নাপাওঁ, বাহিৰৰ হাবি ভাঙো কেতিয়া?” তেতিয়া গুৰুজনাই আতৈসকলক ক'লে, “আতৈসকল, তোমালোকৰ বাহিৰহে পৰিষ্কাৰ, ভিতৰত হাবি আৰু মোৰ ভোবৰাৰ অন্তৰ মলমলিয়া, বাহিৰতহে হাবি।” এইবুলি কৈ গুৰুজনাই ঘোষা মাতিছে—

“জয় জয় ৰাম করুণা সাগৰ হে
মোৰ নাৰায়ণ ইবাৰ কৰিও দয়া।”

তাৰ পাছত গুৰুজনাই নিজ হাতেৰে সেই বন উভালিব ধৰিলে। গুৰুজনাক দেখি সকলো ভকতে হাতেৰে বনবোৰ উভালি ঠাইখন পৰিষ্কাৰ কৰিলে, আগতে তেওঁলোকে তাত ভৰিয়ে নিদিছিল।

২-১৪-১০ আৰু ভোবৰা আতৈৰ লাউলোটাটো ভাঙিল, সেই দুখতে তেওঁ উপবাসে ৰ'ল। গুৰুজনে আতৈক পিতলৰ লোটা এটি দিলে পানী খাবলৈ। আতৈয়ে গুৰুবাক্য ৰক্ষা কৰি লোটাটো নি আগত থৈ ওৰে নিশা কান্দিছে, “মোৰ মনক আনেতো নাজানেই, গুৰুজনেও নুবুজে, মোক মায়াৰ হাতেৰে বান্ধে।” গুৰুবাক্য ৰাখি আতৈয়ে লোটাটিৰে এদিন পানী খাইছে। ওচৰৰ ভকতে গুৰুজনাক ক'লে, “বাপ, ভোবৰা আতৈয়ে লোটাটি আগত লৈ ওৰে নিশাই কান্দিছে দেখোঁ?” গুৰুজনে যদুমণি আতৈক ক'লে, “ভোবৰাক মাতি আনাচোন।” যদুমণিয়ে আতৈক মাতি আনিছে। গুৰুজনাই আতৈক ক'লে, “তুমি হেনো কান্দিছিলা, কিয়?” আতৈয়ে ক'লে, “বাপ, আপুনি মোৰ জীৱৰ ঈশ্বৰ, আত্মাৰ বান্ধৱ; গোপীসকলে কৈছে— কৃষ্ণে কটাক্ষ কৰিলেই বন্ধন লাগে; অস্ত্ৰেৰে কাটিলেহে বধনে? আৰু আপুনি দেখোঁ মোৰ মনক জানে, এতিয়া মায়াৰ জাল দি বান্ধে কিয়? লাউলোটা এৰি নামঘাৰ গাইছিলো আপোনাৰ চৰণত একান্তমন হৈ আৰু এতিয়া পিতলৰ লোটাৰ মায়া পাশেৰে বান্ধিলে, তাতে যে মন বান্ধ খাই লাগিল, নাম গাম কেনেকৈ আৰু?” তেতিয়া গুৰুজনে আতাৰ বাক্যত দয়া জন্মি যদুমণি আতৈক ক'লে, “লোটাটো আনা।”

২-১৪-১১ এদিনাখন আতৈসকলে শ্ৰীৰাম আতাৰ ভাগৰ কাম কৰিবলৈ অস্বীকাৰ কৰি ক'লে, “আমি হ'লে বন-বাৰী কৰি হাবাথুৰি খাই ফুৰো আৰু শ্ৰীৰাম আতাই সমানে ভাগ পায়। গুৰুজনাই তেওঁৰ দ্বাৰা একো নকৰায়।” এইকথা

শুনি গুৰুজনে মৌন হৈ আছে। সেই সময়ত এজন লোকে এপাচি বগৰি গুৰুজনাক ভেটিলে। গুৰুজনে যদুমণি আতৈক ক'লে, "চাৰিটিকৈ বগৰি সকলো ভকতকে দিয়া।" যদু মণি আতৈয়ে বগৰি ভগাই দিলে। গুৰুজনাই ক'লে, "আতৈসকল, বগৰি কোনোৱে নেদেখাকৈ খাবা।" গুৰুবাক্য ৰাখি কোনো ভকতে খালে কাপোৰৰ আঁৰত, আৰু কোনো ভকতে বাহাত সোমাই খালে। শ্ৰীৰাম আতাই কাপোৰৰ আঁৰত খাবলৈ চাই দেখে দেহৰ চৌধ্য সাক্ষীয়ে দেখে, বাহাত সোমাই খাবলৈ চায়, দশ দিশপালে দেখে আৰু হাবিলৈ গৈ খাবলৈ চাই দেখিলে উলু, কঁহুৱা বনে দেখে। শ্ৰীৰাম আতাই বগৰি নেখাই আহিল আৰু গুৰুজনাৰ চৰণত পৰি প্ৰেমাকুল হ'ল। সকলো ভকতক গুৰুজনাই সুধিলে। ভকতসকলে নিজৰ নিয়মে খোৱাৰ কথা ক'লে। গুৰুজনাই শ্ৰীৰাম আতাক সুধিলে। আতাই তিনিও অৱস্থাৰ কথা কৈ খাবৰ ঠাই নোপোৱাৰ কথা ক'লে। সেই সময়ত গুৰুজনাই ঘোষা মাতিছে — "কৰুণা সাগৰ মোৰ বান্ধৱ এ ৰাম।" আৰু গুৰুজনে আন ভকতসকলক ক'লে, "আৰু তোমালোকে মোৰ শ্ৰীৰামৰহে কৰ্ম কৰিবলৈ অস্বীকাৰ কৰাহঁক।"

**২-১৪-১২** বাঢ়ৈ কমলা আতৈ প্ৰীতিসুখত মহা নিপুণ। এদিনাখন নিশা দশমৰ 'আপুনি ভকতে হৰি এ ছোৱাতে গৈলা এৰি' এই পদটি লৈ হৈ নহৈ লগৰ ভকতজনৰ লগত উচ্চ-নীচ তৰ্ক লাগি ৰাতিটো তেওঁ মনোকষ্টেৰে শুলে। বামুণাৰ হৰি, চিৰে, বলাই আৰু বলো — এই চাৰিজনে কমলা আতৈৰ মুখেৰে পৰমাৰ্থ তত্ত্ব শিকিছিল গুৰুজনাৰ নিৰ্দেশ পাই। চ'ত মাহ তেওঁলোক চাৰিওজনে ৰাতিপুৱাই গৰু হাল লৈ পথাৰলৈ গৈছে। বাটত এজন দিব্য পুৰুষ লগ পাই তেওঁলোকে সুধিলে, "ক'ৰপৰা আহিলা আৰু যোৱা ক'লৈ?" দিব্য পুৰুষজনে ক'লে, "কি সোধা? বাঢ়ৈ কমলা আতৈৰ বাহাত আছিলো, আধা ৰাতি বতাহ পছোৱা আহি বাহা ভাঙি খেৰ কুটা ক'ৰবাত পেলালে, তাৰপৰা গুচি আহিলোঁ।" তেওঁলোকে তাকে শুনি দুখ মনেৰে ঘৰলৈ উভতি আহি খেৰ, বাঁহ, খুঁটা লৈ কমলা আতৈৰ বাহালৈ গৈ দেখে আতা আৰু লগৰ ভকতজনে স্নান কৰি নাম সেৱা কৰি বহি আছে। তেওঁলোকে বিষ্ময় মানি দুখ মনেৰে সকলোখিনি ক'লে। এওঁলোক দুজনেও শুনি আশ্চৰ্য্য-অদ্ভুত হৈ ক'লে, "ঈশ্বৰেহে গ'ল আমাৰ হৃদয়ৰপৰা আমাৰ

দুৰ্ভাগ্যত।" তেওঁলোকে সকলো কথা গুৰুজনাক ক'লে। গুৰুজনাই চাৰিজন ভকতক সান্ত্বনা দি আতৈ দুজনকো দণ্ড সৰাই থাপনাত বন্তি দি প্ৰাৰ্থনা কৰিছে এইবুলি যেন এওঁলোক দুজনে মাটিকে সোণ বুলিলে সোণ হয়। সকলোৰে মহাপ্ৰীতি হ'ল। আন ভকতৰো তাৰপৰা বোধ জন্মিল।

২-১৪-১৩ শ্ৰীৰাম আতাই শৌচ শুদ্ধিলৈ গৈছিল সন্ধ্যাৰ সময়ত বৰবিলৰ মূৰৰ হাবিৰ মাজত। হাবিৰ আঁৰৰপৰা তেওঁ দেখিলে চুৰিয়নি হোলাটোত অনেক দৈত্য-দানৱে মেল পাতি ক'ব ধৰিছে, "আমাৰ সাত পুৰুষৰপৰা ইয়াতে আছো, এতিয়া এই ঠাইখন কি হ'ল গাত যেন জুই লাগে; ইয়াত থাকিব নোৱাৰি ছাগমৰালৈ যাওঁহক!" এনেতে আতাই ৰাম বুলি দিলে আৰু দৈত্য-দানৱহঁতে গিৰ গিৰ কৰি তৰা-নৰা ছিঙি বিলত পৰিল। বিলৰ পানী বোকাময় হ'ল। আতাই বুঢ়ী লুইতত স্নান কৰি গ'ল। গুৰুজনাই ক'লে, "শ্ৰীৰাম, দেখোঁ বেলা হ'ল।" আতাই ক'লে, "বাপ, অনেক দৈত্যই মেল পাতিছিল, পিছে ৰাম বোলতে লৰ মাৰিলে।" পিছদিনাখন গুৰুজনে পাটবাউসীৰ, গণককুছিৰ, বাৰাদিৰ, তাঁতীকুছিৰ, দণ্ডৰকুছিৰ, মূলাজাতিৰ সকলো ভকতকে নিমন্ত্ৰণ জনালে। সকলো ভকত আহি দিনে-নিশাই সাতদিন হৰি-কীৰ্ত্তন কৰিলে। বৰবিল আৰু বুঢ়ী লুইতৰ মাজত বাম মাটি অলপ আছিল, যক্ষবোৰ যাওঁতে সেই বাম মাটি জান হৈ গ'ল। সেই জানৰ নাম ধলজান হ'ল। দানৱ-যক্ষবোৰ গৈ ছাগমৰা বিলত পৰিল। ছাগমৰা পাই সিহঁতে বিচাৰ কৰিলে কোন আহিল কোন নাহিল বুলি। হিচাপত দেখিলে খুৰীয়েক এজনী নাই। খুৰীয়েকক বিচাৰি সিহঁতে চাৰিগুৰিলৈ আহি খুৰীয়েকক পালে। দেখিলে খুৰীয়েকক কোনোবাই বান্ধি থৈছে। বামুণাৰ নাৰায়ণ আতৈয়ে টঙি ৰখি আছিল। তেওঁ দেখিলে কোমোৰা এটি মানুহে যোৱাদি বাগৰি গৈ আছে। আতৈয়ে কোমোৰাটো ধৰি গামোচাৰে টঙিৰ খুঁটাত বান্ধি থ'লে। দানৱহঁতে মানুহৰ গাঁঠি খুলিব নোৱাৰি আতৈক ধৰি পাৰে মানে কিলাই গ'ল। আতৈয়ে কিল খাই উঠিব নোৱাৰি পৰি আছিল। ঘৰৰ মানুহে গৈ তেওঁক ধৰি আনিছে। আতৈয়ে গুৰুজনাৰ ওচৰলৈ গৈ ক'বলৈ ধৰিলে, "বাপ, সেই মহা ৰাম নামৰ কীৰ্ত্তনত সোণৰ পক্ষীটোৰ কান্ধত ঈশ্বৰ বহি ওপৰতে পাক ঘূৰি থানত সোমোৱা দেখিছিলো। মই টঙি ঘৰত বহি সাৰে আছিলো। আৰু কোমোৰা এটা দৈতাই

নিব নোৱাৰি মোক কিলালে আৰু মই তাতে পৰিহে আছিলো। চাওঁক মোৰ গা উখহিছে।” গুৰুজনাই ক'লে, “সেইটো ৰখাই থৈ বিলটো ৰখালা, এতিয়া এৰি দিয়া।” কোমোৰাটোৰ বান্ধ মুকলি কৰি দিয়াত সি বাগৰি বাগৰি গ'ল। গুৰুজনে নাম দিব ধৰিলে। নামৰ ধ্বনি বৰকৈ উঠিল। ঈশ্বৰে আকৌ গৰুড়ৰ কান্ধত উঠি আহি ঘূৰি ফুৰিছে; গৰুড় পক্ষীৰ পাখিৰ বা লাগি খেৰ আৰু বাঁহৰ বেৰবোৰ জাঁত জাঁতকৈ লৰিছে। তাকে শুনি গুৰুজনে থিয় হৈ ওপৰলৈ হাত দাঙি ঘূৰি ঘূৰি নাম দিছে আৰু কৈছে, “বাপুসকল, নাম নেৰিবা, ঈশ্বৰ আহিছে, গৰুড়ৰ পাখাৰ শব্দ হৈছে।” ঈশ্বৰে নামত সোমাব নোৱাৰিলে, ভকতে বাট মাৰি অথালি-পথালিকৈ বহিছিল। ৰাতিপুৱা দেখিলে গৰুড়ে আঁহতৰ ডালত বহিছিল, আঁহতৰ ডাল ভাঙি গৈছে আৰু তাত নখৰ সাঁচ বহিছে। তেতিয়া গুৰুজনে ক'লে, “আজি সিংহাসন আসন হোৱা হ'লে মোৰ গুৰুজনে তাতে বহি জিৰাই নাম গোৱা ভকতৰ আনন্দ চালেহেঁতেন। তাৰ পাছত গুৰুজনে আসন পাতি আসনৰ দুয়োকাষে ভকত বহাৰ শাৰী কৰি চৌধ্য প্ৰসঙ্গ কৰি নাম মূৰ্ত্তিমন্তকৈ চৰ্চা কৰাৰ ক্ৰম কৰিছে বৈকুণ্ঠৰ পৰা অনন্তলৈ। গুৰুজনে আৰু ক'লে, “আলহী-অতিথি, ঘৰুৱা, বনুৱা, পথৰুৱাৰ লোণ, টকা, তামোল প্ৰসাদত লগাব নালাগে, সেইবোৰ ভিতৰৰ আন কামত লগাবা।

**২-১৪-১৫** জিলৈ বুঢ়া-বুঢ়ীৰ ঘৰ আছিল ডাউকী গাঁওত। বুঢ়াই বাঁহৰ পাচি, খৰাহি, ডলা, কুলা, জকাই-খালৈ, পল, জুলকি সাজি সেই বৃত্তিৰে চলে। বুঢ়াই সাজে আৰু বুঢ়ীয়ে সেইবোৰ লৈ ফুৰি আন বস্তুৰ বিনিময়ত সলায়। এদিন বুঢ়ীয়ে গৈ কীৰ্ত্তন ঘৰৰ হাটী পালে। আতৈসকলে বুঢ়ীৰপৰা খৰাহি লৈ বিনিময়ত লোণ, তেল, চাউল, তামোল আৰু প্ৰসাদ সৰহকৈ দি পুনৰ আনিবলৈ ক'লে। বুঢ়াই বস্তুবোৰ দেখি ক'লে, “বুঢ়ী, আন দিনতকৈ আজি সৰহকৈ পালা দেখোঁ?” বুঢ়ীয়ে ক'লে, “কি যে সন্ত-মহন্তৰ ঠাই পাইছিলোগৈ আজি!” বুঢ়াই ক'লে, “নিতে তাতে সলাবাগৈ।” বুঢ়ীয়ে সেইমতে বস্তুবোৰ নি আতৈসকলৰ তাত সলায়। এদিনাখন আতৈসকলে সুধিলে, “বুঢ়ী তোমাৰ কোন কোন আছে?” বুঢ়ীয়ে ক'লে, “মোৰ বুঢ়া আছে আৰু মই।” আতৈসকলে ক'লে, “এনেকৈ ফুৰাতকৈ আমাৰ ইয়ালৈ আহা। বুঢ়াই নাম গাব, ভাগ পাব; ভকতৰ শাৰীৰ মাহ-

প্ৰসাদেই তোমালোকৰ জুৰিব। তোমালোকৰ জীৱৰো কুশল হ'ব আৰু দেহৰো জীৱিকা মিলাব গুৰুজনে। তোমালোকক আশ্ৰমী ভকতৰ হাটীত বাহা কৰি দিম, আহাগৈ।" বুঢ়ীয়ে আনন্দ মনেৰে গৈ কথাটো বুঢ়াক ক'লে, "বুঢ়া, ভকতে মাতিছে, যাওঁ ব'লা।" বুঢ়াই ক'লে, "মই ক'ৰ ভকতৰ ঠাইলৈ যাব পাৰিম?" বুঢ়ীয়ে ক'লে, "বুঢ়া নোযোৱা যদি ময়ো পাচি, খৰাহি নসলাওঁ আৰু তোমাক এৰি ময়ে যাম।" ইয়াকে শুনি বুঢ়াই বিবুদ্ধি হৈ ক'লে, "বাৰু বোলা যাওঁ।" ভকতে বুঢ়া-বুঢ়ীক কীৰ্ত্তন ঘৰৰ বাহিৰত বাহা দিছে আৰু দুয়ো তাতে আছে। বুঢ়ীয়ে বুঢ়াক ক'লে, "বুঢ়া তুমি নাম গাবা আৰু একো চিন্তা কৰিব নালাগে; মই ৰান্ধিম আৰু তুমি খাবা।" বুঢ়াই ক'লে, "কি নাম তাৰ একো ভু নাপাওঁ।" বুঢ়ীয়ে ক'লে, "পাছত বহি থাকিবা।" বুঢ়াই ভকতৰ পাছত বহিছে এপষেকমান। বুঢ়ীয়ে ৰান্ধি-বাঢ়ি বুঢ়াক খুৱায়। এদিন বুঢ়ীয়ে বুঢ়াক ধৰিলে, "আজি প্ৰসঙ্গত কি গাইছিল কোৱা।" বুঢ়াই ক'লে, "পাহৰিলো।" বুঢ়ীয়ে ক'লে, "তেনে তোমাৰ আজি ভাত-নাই।" বুঢ়াই গৈ দুখ মনেৰে কীৰ্ত্তন ঘৰৰ কাঁথিত পৰি থাকিল। বলোভদ্ৰ আতৈয়ে বুঢ়াক দেখি সুধিলে, "বুঢ়া যে আহিলি, কি হ'ল?" বুঢ়াই ক'লে, "নামৰ কথা ক'ব নোৱাৰাত বুঢ়ীয়ে ভাত দিয়া নাই।" আতাই ক'লে –

"বিষয় বিকলে পামৰ মন
সদায় চিন্তিয়ো হৰিৰ চৰণ।

যোৱা, এইবুলি কৈ ভাত খোৱাগৈ।" বুঢ়াই ঘৰৰ পদূলিৰপৰাই ক'ব ধৰিলে, "বুঢ়ী নাম শিকি আহিছো।" বুঢ়ীয়ে ক'লে, "গোৱাচোন।" বুঢ়াই গালে। তেতিয়া বুঢ়ীয়ে বুঢ়াক ভাত দিছে। বুঢ়ীয়ে ক'লে, "সদায় মোক এইদৰে ক'বাহি; ভাত-কাপোৰৰ চিন্তা তুমি কৰিব নালাগে. মই খুজি-মাগি খুৱাম।" বলোভদ্ৰ আতৈক বুঢ়াই নিতে খৰি-পাত, শাক, মাছ যি পায় নি দি ঘোষা শিকি আহে। বুঢ়াই আতৈক ক'লে, "তোমাৰপৰাই ভাতকেইটা পাইছো।" বুঢ়াই সেই নিয়মে শিকি সেৱা ধৰ্ম ধৰি গুৰুজনাৰপৰা পৰমাৰ্থ বিচাৰিলে আৰু গুৰুধৰ্ম ধৰি বলোভদ্ৰ আতৈক অঞ্জনীয়া গুৰু কৰি বুঢ়া-বুঢ়ী বৈকুণ্ঠলৈ গ'ল।



# পঞ্চদশ অধ্যায়

২-১৫-১ অমৃতাকাৰ দলৈ সেৱকীয়া গাঁওবাসী ভকত। দলৈয়ে তামোল-পাণৰ শৰাই দি গুৰুজনাক ভক্তৰে সৈতে তেওঁৰ গৃহলৈ যাবলৈ নিমন্ত্ৰণ কৰিলে। গুৰুজনে সন্মতি দিলে। পিছদিনা গুৰুজনে ভক্তৰ সৈতে হৰি কীৰ্ত্তন কৰি নৌকাৰে বুঢ়ী লুইতেৰে গৈ দলৈ গৃহৰ ওচৰৰ নৈ ঘাট পালে। দলৈয়ে নৈৰ ঘাটৰপৰা গৃহলৈ ঢাৰি পাৰি ৰূপৰ শৰাইত পাণ-তামোল দি কাপোৰ ঢাকি গুৰুজনাক আগবঢ়াই নিছে। দলৈয়ে গুৰুজনাক ভক্তৰে সৈতে এপষেক ৰাখি তাৰ পাছত বৰসভা পাতিলে মহেখোৱা বাৰীত চোতাল কৰি ৰভা টানি। একুৰি মোন চাউল আৰু দহকুৰি মাহৰ প্ৰসাদ আগবঢ়াইছিল। দলৈয়ে ঠাকুৰ আতা, গোপাল আতা, বিষ্ণু আতা, বুঢ়া আতা, বনগএগাগিৰি আৰু আন আন ভক্তৰ লগতে সাতখন গাঁওৰ লোকক নিমন্ত্ৰণ কৰিছিল। গুৰুজনে ভক্তৰে সৈতে সভাত বহিছে। অনেক ভকত, গাঁওবাসী, চৌধুৰী, পাটোৱাৰী, মেনা, তালুকদাৰ, ঠাকুৰীয়া, লস্কৰ আদি অনেক লোক বহিছে। সভাখন টলবল কৰিছে। মনথেৰপৰা ঠাকুৰ আতাই আহি পুৰুষোত্তম ঠাকুৰৰ ঘৰত সোমাই ক'লে, "ঠাকুৰ, সভালৈ মাতিছেনে? যাওঁ বোলা।" ঠাকুৰে ক'লে, "আতা, আমাৰ দুখৰ কালত আমাক কোনে সোধে?" এই বুলি ঠাকুৰে ন-ঘোষাটি মাতিছে -- "যাৰ শীল শিক্ষা পাই ....।" ইয়াকে শুনি ঠাকুৰ আতাৰ মনত দুখ লাগি ক'লে, "আহা মোৰ সৈতে যাওঁ ব'লা। জয়হৰি, বলাই, ৰামহৰি, শ্ৰীহৰি আৰু সনাতন আতৈ এই পাঁচজনে আগে আগে কঠ, লোটা, শৰাই লৈ গৈছে আৰু ঠাকুৰ আতা আৰু পুৰুষোত্তম ঠাকুৰে পাছে পাছে গৈছে। সভাস্থলীৰ কাষতে দহো মাজীৰ ঘৰ আছিল। ঠাকুৰ আতাই বাকীসকলক ক'লে, "তোমালোকে ইয়াত ক্ষণিক বহা আৰু মই সভাৰপৰা আহোঁগৈ।" গুৰুজনে ঠাকুৰ আতাক দেখি মাতিলে আৰু আতাই গুৰুজনাৰ কাষলৈ গৈ অভয় পদত সেৱা কৰি বহিলে। আতাই দেখিলে সভাখনত ৰাইজে দলদোপ হেন্দোলদোপ লগাইছে। গুৰুজনে আতাক তামোল এখন দি খোৱা-

লোৱা, সুখ-দুখৰ খবৰ লৈছে আৰু সুধিছে, "সখি সভাখন কেনে হৈছে, কেনে দেখিছা?" আতাই ক'লে, "বাপ, সৰ্বগুণাকৰ পুৰুষ এজনক বত্রিশ অলঙ্কাৰেৰে সজালেও তেওঁৰ শিৰ নহ'লে যেনে অশোভন দেখি এই সভাখনো তেনে হৈছে।" গুৰুজনে তাতে মনোকষ্ট পাই চিন্তা কৰি ক'লে, "সখি, তুমি আতৈসকল, গুৰুজনৰ সেৱক আতৈসকল, গৃহস্থী ভকতসকল আৰু মই আছো, এনে ব্ৰহ্ম সভাখনক কিয় অশোভন বুলিলা?" আতাই ক'লে, "বাপ, কাৰ বস্তু সৰ্বস্ব লৈ আপুনি চহকী বোলাইছে? মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ধনেৰে আজি তিনিও ৰাজ্য চহকী হ'ল আৰু এতিয়া তেওঁৰ পুত্ৰ-নাতিক সোধোতা নাই সিহঁতৰ দুখৰ সময়ত। অন্তিম কালত সেই ৰামৰায় আৰু ৰামানন্দ ঠাকুৰ লগতে নাছিলনে? কিয় গুৰুজনাই তেওঁলোকত ধৰ্ম নথৈ আপোনাক দি গ'ল আৰু তেওঁলোককো আপোনাকে দি গ'ল? এতিয়া আপুনি সেই গৃহস্থৰ বস্তুকে পুত্ৰ-নাতিক দি প্ৰতিপালন কৰিব নালাগেনে? সেই গুৰু-নাতি দ্বিতীয় শঙ্কৰ পুৰুষোত্তম ঠাকুৰ থ্ৰৱা হ'লে তেতিয়াহে সভাখনত শিৰ হ'লহেঁতেন।" গুৰুজনাৰ প্ৰেমাশ্ৰু নিগৰিলে আৰু ঘোষা মাতি ক'লে, "সখি, সূৰ্য্যক কুঁৱলীয়ে আৰু অগ্নিক ধোঁৱাই ঢকা দি মোকো শ্ৰীব্যাধি, অবিদ্যাই মোহ কৰি ভুলাইছে। —

যিহেতু তোমাৰ চৰণ পঙ্কজে
নভজিলো নাৰায়ণ,
সিহেতু অনাদি অবিদ্যা আন্ধাৰে
কৰিলে জ্ঞান উচ্ছন্ন।

আৰু প্ৰহলাদৰ বাক্যত মোৰ গুৰুজনে অষ্টম স্কন্ধত কৈছে —

শ্ৰীব্যাধি পাইলে যাক সি জীৱন্ততে মৰা।
মাতোতে নামাতে যেন আতুৰ নপৰা।।
শুনিও নুশুনে যেন বহি আছে কলা।
দেখিও নেদেখে যেন দিনতে অন্ধলা।।

গুৰুজনাই পুনৰ ক'লে, "বলি হেন ভক্তকো অজ্ঞানে ঢাকিলে, মইনো কি?"

আৰু পাণ্ডৱৰ ৰাজসূয় যজ্ঞত ভীষ্মৰ বাক্য —

বুদ্ধিহীন আমি যত সমস্ত অজ্ঞান।
তুমি শেষ বাক্যে মহা জ্ঞান দিলা দান।।
হেন ঈশ্বৰক নোৱাৰিলো তৰ্কিবাক।
তুমিহে কৰিলা আজি উদ্ধাৰ আমাক।।
আজি যেবে সবে তোমাক নাপাওঁ।
অজ্ঞান সাগৰে পৰি তল যাওঁ।।
পৰম ঈশ্বৰ জ্ঞান-নৌকা দিয়া দান।
তুমিহে কৰিলা সমস্তকে পৰিত্ৰাণ।।

গুৰুজনাই ক'লে, "সখি, পুৰুষোত্তম ঠাকুৰক এতিয়াই মোক কোনে আনি দিব?" ঠাকুৰ আতাই ক'লে, "বাপ, মই আনি থৈছো, জোঁৰ এটি দিওঁক, আনোগৈ।" আতাই জোঁৰ লৈ গৈ পুৰুষোত্তম ঠাকুৰক আনিলে। ৰভাৰ মুৰলৈকে গুৰুজনা আৰু ভক্তসকলে আগবাঢ়ি গৈ পুৰুষোত্তম ঠাকুৰক আনি গুৰুজনে বহা সেই ঢাৰি, গাৰু, শৰাই, টেমা থকা ঠাইতে বহুৱালে। ইয়াকে দেখি সভাৰ লোকে আচৰিত হ'ল, ঠাকুৰক গুৰুজনাৰ গা বদলে বহুওৱা বুলি। পুৰুষোত্তম ঠাকুৰৰ তেজ, শক্তি, ৰূপ দেখি সভাৰ লোকৰ ধ্যান লাগিল। ঠাকুৰৰ চক্ৰাকৃত শিৰ, ঢৌখোৱা কেঁকোৰা চুলি, গল শঙ্খৰ দৰে খাজ কটা, বহল চকু, চেলাউৰি মদনৰ ধনুৰ দৰে ভাঁজযুক্ত, নাক তিলফুলৰ দৰে, ৰঙা ওঁঠ, মুখৰ জ্যোতি চন্দ্ৰৰ দৰে, দাঁত ডালিৰ গুটিৰ দৰে, সিংহবন্ধ কান্ধ আৰু আঁঠুলৈ পৰা দীঘল হাত দুখনে বৰ শোভা কৰিছিল। তেওঁৰ নখত নখচন্দ্ৰ, আঙুলিবোৰ ৰত্নৰ ঠাৰিৰ দৰে, বুকু বহল, ডম্বৰুৰ দৰে চিএগ কঁকাল, উৰু শকত আৰু বলবান, ভৰিৰ তলুৱা ৰঙা বৰণৰ; তেওঁ পাটৰ কাপোৰ পৰিধান কৰাত বৰ সুন্দৰ দেখা গৈছিল। এনে চমৎকাৰ ৰূপ প্ৰকাশ কৰি ঠাকুৰদেৱে উজ্বল হৈ বহি আছিল। ঠাকুৰৰ যি অঙ্গতে চকু পৰে সেই অঙ্গৰপৰা চকু আঁতৰ নকৰা অৱস্থা হ'ল লোকৰ। এনেতে গুৰুজন মাধৱদেৱে মাত লগালে আৰু সভাখন কাঁহ পৰি জীণ গ'ল। গুৰুজনাই ক'লে, "সভাসদ লোকসকল আৰু আমাৰ আতৈসকল সকলোৱে আছে; এটা কথা সোধো, দেশৰ-শাস্ত্ৰৰ যি ন্যায় উচিত তাকে ক'বাহঁক! এজন বৰ আঢ্যৱন্ত সদাগৰ আছিল। কালৰ নিয়মত আয়ুস শেষ হোৱাত তেওঁৰ মৃত্যুৰ সময় আহিল। তেওঁৰ

পুত্ৰ-নাতি যি আছিল সিহঁত সৰু, নাবালক। সদাগৰৰ লাখ-কোটি টকা, আৰু তাতকৈও অধিক মূল্যৰ খাটি হীৰা, ৰত্ন, মুকুতা, মাণিক আছিল আৰু তেওঁ সেই সকলো গৃহস্থৰ সকলো মন বুজি পোৱা সৎ ভৃত্যক দি বৈকুণ্ঠলৈ গ'ল। সদাগৰৰ পুত্ৰ, নাতি বুজন হ'লে আৰু সেইবোৰৰ দায়িত্ব ল'ব পৰা হ'লে ভৃত্যই সেইবোৰ সিহঁতক ঘূৰাই নিদি আত্মসাৎ কৰিব লাগেনে?" তেতিয়া ৰায়ত, সভাসদ সকলে ক'লে, "সদাগৰৰ ল'ৰা, নাতিক সোধাই দিব লাগে, আত্মসাৎ কৰা উচিত নহয়।" তেতিয়া গুৰুজনে উঠি গৈ কণ্ঠমালা পুৰুষোত্তম ঠাকুৰদেৱৰ শিৰত দি ক'লে, "মোৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে যি শুদ্ধধৰ্ম, শক্তি, ভক্তি, বল, পৰাক্ৰম মোক ভঁৰালী পাতি দি গৈছিল তাক মই গৃহস্থৰ বস্তু বুলি ৰক্ষা কৰি আছিলো আৰু আজি ঠাকুৰক সকলোখিনি সোধাই দিলো।" সভাৰ উপস্থিতিত গুৰুজনে উৰ্দ্ধবাহু কৰি ক'লে, "তিনিও ৰাজ্যৰ বাপুসকল আছাইক! শঙ্কৰৰ পুত্ৰ, নাতি যেতিয়ালৈ থাকিব তেতিয়ালৈ তেওঁলোকেহে ঈশ্বৰ হ'ব আৰু মই হ'ম ভৃত্য।" এইবুলি গুৰুজনে ৰাইজৰ দ্বাৰা হৰ্ষধ্বনি কৰালে, শঙ্খ-ঘণ্টা, দবা বাদ্য বজোৱালে, উৰুলি দিয়ালে। উৎসৱমুখৰ পৰিবেশত মহাপুৰুষ মাধৱদেৱৰ প্ৰশংসা, সাধু-সাধু, ধন্য-ধন্য শব্দৰ ৰোল উঠিল। দ্বিতীয় শঙ্কৰ শ্ৰীমন্ত পুৰুষোত্তম ঠাকুৰদেৱ যোল্ল বছৰ বয়সত ধৰ্মৰ আচাৰ্য্য হ'ল। ঠাকুৰৰ তেৰ বছৰ বয়সত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বৈকুণ্ঠগামী হয়। তেওঁ মোমায়েকৰ ঘৰত ছয়মাহ, পাটবাউসীত এঘাৰ বছৰ আৰু জনীয়াত পাঁচ বছৰ আছিল। ঠাকুৰদেৱে আচাৰ্য্য হৈয়ে ভক্ত-সন্তৰ সভাত বহিছে। সভাখনত গান-বাজনা হ'ল আৰু পাছত সভা ভাঙি ৰাইজক বিদায় দিয়া হ'ল। ৰায়ত, প্ৰজাসকল দিহাদিহি গ'ল। অমৃতকাৰ দলৈয়ে ৰূপৰ টকা, কাপোৰ, কম্বল, তামোল-পাণ গুৰুজনা আৰু ঠাকুৰদেৱক দক্ষিণা দিলে। দলৈয়ে সভাসদ আৰু আতৈ সকলকো দান দি পঠাইছে। পাছত ঠাকুৰ আতা আৰু পুৰুষোত্তম ঠাকুৰে গুৰুজনাক সেৱা কৰি আহিছে। দলৈয়ে গুৰুজনাক ভক্তৰ সৈতে ঘৰলৈ নি এপযেক ৰাখি তাৰ পাছত অনেক দ্ৰব্য বস্তু গুৰুজনাক দি সাদৰ সন্মান কৰি সুন্দৰীদিয়াত থৈ গৈছে।

২-১৫-২ গাঁওবাসী আৰু ভকতসকলে অমৃতাকাৰ দলৈক প্ৰশংসা কৰা শুনি তেওঁৰ ভাতৃ কলিয়া দলৈৰ সহ্য নহ'ল। কলিয়া দলৈ মহা দাম্ভিক, গৰ্বমনে

তেওঁ ক'লে, "তাততৈ প্ৰশংসা বঢ়াম গুৰুজনাক আনি।" এইবুলি দলৈয়ে অনেক দ্ৰব্য সম্ভাৰ নি যত্ন সহকাৰে গুৰুজন আৰু ভক্তসকলক প্ৰাৰ্থনা জনাই নিমন্ত্ৰণ কৰিলে। গুৰুজনে পুনৰ ভক্তৰ সৈতে নাওৰে আহি নদীৰ ঘাট পাইছে। কলিয়া দলৈয়ে বাট আঁতাই বাটত পাটৰ কাপোৰ পাৰি ৰূপৰ শৰাইত দ্ৰব্য দি কাপোৰেৰে ঢাকি গায়ন-বায়নৰে গাই বাই গুৰুজনাক তুলি আনিলে। খৰধৰকৈ খোজ পেলাই গুৰুজনে দলৈৰ ঘৰ পাই ৰৈছে। বাহা, ঘৰ কৰি দলৈয়ে সকলোকে নি থৈছে। তেল, নতুন চাউল, সতেজ মাছ, সতেজ শাক সাজে প্ৰতি বিধে বিধে গুৰুজন আৰু সকলো ভক্তকে দিছে। সেই নিয়মে সভাও পাতিলে ৰায়ত, প্ৰজা চপাই। এনেকৈ তিনিপক্ষ গুৰুজনা আৰু ভক্তসকলক ৰাখি দলৈয়ে অনেক আদৰ সন্মান কৰি নাওলৈ আগবঢ়াই থৈ সাতসঁৰী সোণৰ হাৰ গুৰুজনাক দি সেৱা কৰি দলৈয়ে ক'লে, "আজিহে অমৃতকাৰ ভাইৰ মান ভঙ্গ কৰিলো।" তেতিয়া গুৰুজনে এটা দৃষ্টান্ত দিছে, "এক ধৰ্মাত্মা পুৰুষে অনেক পুৰুষাৰ্থ কৰি এটি ঘৰ সাজিলে। তেওঁ গৃহ প্ৰৱেশৰ বাবে উৎসৱ পাতি নদীৰ ঘাট, হাট, তিনি আলিৰ মূৰত তোৰণ লগাই ৰাইজক নিমন্ত্ৰণ কৰিলে আৰু গৃহত চাউল, লোণ, তেল, খাৰ, শাক-পাত, খৰি, মাছ, ঘী, মৌ, দালি, চৰু সকলো সম্ভাৰ থৈ দুৱাৰমুখতে শৌচ কৰি থ'লে। গৃহপ্ৰৱেশৰ বস্তু দান পৰ্বলৈ অনেক লোক আহি দুৱাৰমুখতে শৌচ দেখি উভতি গ'ল, সকলো বস্তু গৃহতে পৰি ৰ'ল। গুৰুজনাই ক'লে, "দলৈ, তোমাৰো তেনে হ'ল, কৰিলা। ভকতে পৰম সন্তোষ পাইছিল তোমাৰ তিনি পক্ষৰ সেৱাত, পাছত একাষাৰ কথাতে সকলো ভ্ৰষ্ট কৰি পেলালা।" এইবুলি কৈ গুৰুজন আহিল।

২-১৫-৩ এদিন খৰতিয়া গোপালে গুৰুজনাৰ তাত বিদায় প্ৰাৰ্থনা কৰিলে দুই মাহ মান তেওঁ গাঁওত থকাৰ ইচ্ছাৰ কথা কৈ। গুৰুজনে ক'লে, "সেই দুসঙ্গলৈ কেনৈ যোৱা?" শিলাময় পৰ্বতত কাঠ পোত গ'লে শিল আৰু শিল মাটিত পৰিলে সি মাটি হয়গৈ। দহজনৰ মাজত সঙ্গ কৰিলে সেইসকলৰ জাত, গুণ, বৃত্তি নিজৰো হয়গৈ। বাৰু যোৱা সোনকালে আহিবা।" গোপালে গৈ ভাই, বন্ধু, জ্ঞাতি-গঞাৰ সঙ্গত এবছৰ ৰ'ল আৰু মনত লাগি সুন্দৰী স্ত্ৰী এজনী দেখি বিবাহ কৰালে। তেওঁ ঘৰতে আছে। তেওঁৰ পুত্ৰ, কন্যা জন্ম পালে আৰু ক্ৰমে বস্তুৰ বাবে তেওঁৰ বৰ কষ্ট হ'ল। গোপালে এবাৰ এখন ভাৰ লৈ গৈ গুৰুজনাক সেৱা

কৰিলে। গোপালৰ অৱস্থা দেখি গুৰুজনে দুখ কৰি ক'লে, "কেনেকুৱা লোকক কেনে কৰিলে বিষয় বতাহে পাই?" সকলো ভকতে হায়! হায়! ছিঃ ছিঃ কৰি দুখ কৰি গোপালক অট্টহাস্য আৰু ইতিকিং কৰিব ধৰিলে। গুৰুজনে ইঙ্গিতেৰে আতৈসকলক বাৰণ কৰি ক'লে, "মায়াৰ হাতৰপৰা কোনে সাৰিবাহঁক? স্ৰষ্টা পুৰুষৰ বাক্যত ব্ৰহ্মাই লিখা আজ্ঞা কাৰ শক্তি এৰাবৰ? ক'ত লোকে বেঙ, সাপ, পিপৰাৰ দৰে মাটিতে শোৱে। চাঙ বা মাটিৰ প্ৰতি উদাসীন ধৰ্মসুখত থকা জীৱৰ কেৱল নিদ্ৰাত মন। দেহা চলি গ'লে হাড়-ছাল নাশ হৈ সংসাৰ বা নৰক বাস হয় আৰু লোভ, মোহ, কাম, ক্ৰোধবশতঃ সাপ, বেঙ, পোক, পৰুৱা হয়। বিষয় এৰা লোকে আনক নিচিন্তি নিজৰ কথাহে চিন্তা কৰক" এয়া নাৰদৰ বাক্য। আৰু বিষয় কৰা লোকৰ মনত যদি এনে খেদ দুখ হয়, 'হৰি হৰি দৈৱে আমাৰ এনেহে লিখিলে, দুঃসঙ্গৰ সঙ্গত পৰি লোহাৰ শিকলি গঢ়ি পিন্ধিলো।" আৰু তিনি তাপত তাপিত হৈ আজিও ধন-ধান ৰজাৰ, গুৰুৰ আৰু পুত্ৰ-ভাৰ্য্যাৰ বাবে তিনি ভাগত ভগাই ব্যৱহাৰ কৰে। আৰু পূৰ্বতে গুৰুৰ মুখত শুনা যি বাক্য তাকে চিন্তি বিছনাত খেদ ভাবোতে শুৱ, সেয়ে ভক্তি শয্যা। মনত এনে ভাব হ'লে ভক্তি হানি নহয়, দেহৰে শ্ৰম হয় মাত্ৰ। যিসকলে নিজকে উদাস বোলে, মনত ভাবে, "হৰি, হৰি দৈৱে আমাৰ কি লিখিলে! এই জন্মতে একঠা খুজি আনি খাওঁ, এদিন ভিক্ষালৈ নগ'লে নহয়, এখন কাপোৰৰ বাবে লোকলৈ আশা কৰিব লাগে; বিষয় কৰি আৰ্জি ভাৰ্য্যা-পুত্ৰৰ সঙ্গত হ'লেও লোকৰ দৰে ভক্তি হ'লহেঁতেন।" মনতে এনে যাৰ চিন্তা আছে তেওঁ বাহিৰতহে উদাস, অন্তৰত মায়া শয্যাত নিদ্ৰাৰত। হে আতৈসকল, নিন্দিলে বন্দিব লাগে। বৰাই কৰি ব্ৰহ্মা, হৰ, অৰ্জুন, ৰুক্মিণীৰ কি হোৱা নাছিল? আৰু আনৰ বৰাইত কি নহ'ব? মুনি, সিদ্ধ আৰু যোগেশ্বৰেও মায়াক তৰিছেনে?"

২-১৫-৪ আৰু নাম পাঠ শেষ হ'লে আতৈসকলৰ দুই চাৰিজনে গোট খাই খোৱা লোৱাৰ কথা পাতে। তাকে দেখি গুৰুজনে ক'লে, "হে আতৈসকল, সৃষ্টি, স্থিতি, প্ৰলয় মাধৱৰ এই লীলা যত পুণ্য কথা, তাৰ বাহিৰে আন যত কথা মানে কুকথা। মোৰ গুৰুজনে এই সকলো জ্ঞান অজামিল উপাখ্যানত যমদূতৰ প্ৰতি যমৰ বাক্যত দিছে। —

কৃষ্ণ কথা এৰি সাত পাঞ্চ বেৢি
আন কথা কৈ মৰে।
অমৃতক ত্যাজি যেন বিষ্ঠা ভুঞ্জে
গাড়ি শূকৰৰ জাকে।।

দশমত কৃষ্ণক নিবলৈ কংসই অক্রূৰক গোকুললৈ পঠাওঁতে অক্রূৰৰ বাক্য বিষ্ণুপুৰী সন্যাসীয়ে 'ভক্তি-ৰত্নাৱলী'ত দিছে --

কৃষ্ণগুণ মিশ্রিত যতেক বাক্যচয়।
সেহি বাক্যে জগতকে পবিত্র কৰয়।।
সমস্তকো সেহি বাক্যে জীয়াৱে সকল।
শোভন কৰায় সেহি মিলাৱে মঙ্গল।।
যিটো বচনত নাই কৃষ্ণ গুণ গান।
নানা বাক্যে অলঙ্কাৰে কৰাৱে শোভন।।
নাহি একো ছিদ্র শুনিবাকো মনোৰম।
জানিবা তথাপি সিটো মৰা শৱ সম।।
বস্ত্র অলঙ্কাৰে যেন শৱক কচায়ে।
তথাপিতো অপবিত্র জানিবা স্বভাৱে।।
সেহিমতে হৰিগুণহীন বাক্য যত।
থাকয়ে সিসব বাক্য যাহাৰ মুখত।।
মৰা শ লৈয়া যেন ফুৰে অতিশয়।
উত্তম মুখকো অতি অশুদ্ধ কৰয়।।

হে আতৈসকল, হৰিগুণ, হৰিকথা, নুশুনা, নোগোৱা যদি এনেয়ে বহি থকাই ভাল।

**২-১৫-৫** ঘাঘৰা মাজীয়ে অসম ৰাজ্যত ডফলা-মৰাণৰ যুদ্ধত ভটিয়াই আহি কামৰূপ ৰাজ্যৰ সৰ্থেবাৰীৰ গোমূৰাত বসতি কৰি খেতি-বাতি কৰি বৰ আঢ্যৱন্ত হৈছিল। কামৰূপৰ লোকে আতি-গুৰি নাপাই তেওঁক অসমীয়া বুলি ঘৃণায়। মাজীয়ে গুৰুজন ভটিয়াই কামৰূপলৈ অহাৰ কথা জানিছিল; কিন্তু তেৰা আছিল ক'ত গম নাপাইছিল। গুৰুজনায়ো মাজীয়ে কামৰূপলৈ অহাৰ কথা গম

পায়; কিন্তু ক'ত তেওঁ আছিল নাজানিছিল। পৰম উপকাৰী, আপদকালৰ বন্ধু মাজীক বিচাৰিবলৈ গুৰুজনে বালক দাস, চতুৰ্ভুজ আৰু নাৰায়ণ আতৈক পঠালে। আতৈসকলে তিনি চাৰি দিন বিচাৰি মাজীক নাপালে; মাজীৰ খবৰ কওঁতাও কোনো নাই। গধূলি হ'ল। আতৈসকলে এঘৰ মানুহৰ ঘৰত আশ্ৰয় ল'লে। গৃহস্থই ক'লে, "চাউল-চৰু দিওঁ, আপোনালোকে ভোজনৰ ব্যৱস্থা কৰক।" আতৈসকলে ক'লে, "আমি ভকত মানুহ, ৰাতি ভাত নাখাওঁ।" গৃহস্থই ক'ৰ ভকত সুধিলে। আতৈসকলে উত্তৰ দিলে — মহাপুৰুষৰ। গৃহস্থই সুধিলে, "তেওঁনো ক'ত আছে?" আতৈসকলে গুৰুজনে সুন্দৰীদিয়াত থকাৰ কথা ক'লে। মাজীয়ে আতৈসকলক উজনি অসমৰ কথা ক'লে। আতৈসকলে ক'লে, "আপোনাকে বিচাৰিবলৈ গুৰুজনে আমাক পঠাইছে।" মাজীৰ লগত চিনাকি হৈ আতৈসকলে মাজীৰ ঘৰত খোৱা-লোৱা কৰিলে। মাজীয়ে ভকতসকলৰ লগত সুন্দৰীদিয়ালৈ আহি প্ৰাৰ্থনা কৰি গুৰুজনক ভকতৰ সৈতে গোমুৰালৈ নিছে। গুৰুজনে ভঁৰালৰ আগৰ চোতালত বহিছে। মাজীয়ে গুৰুজন আৰু ভকতসকলক প্ৰাৰ্থনা কৰিলে গৃহস্থই ৰন্ধা ভাত খাবলৈ। বুঢ়া আতাই মাজীৰ ঘৰৰ পিছফালে গৈ দেখিলে খাপৰ, জাল বেৰত বান্ধি থোৱা আছে। আতাই গুৰুজনাক কথাটি ক'লে। গুৰুজনে মাজীক সুধিলে, "হয়নে?" মাজীয়ে ক'লে, "বাপ, হয়, আমি গৃহস্থী মানুহ, দেশত চলা নিয়ম ৰাখি আছো। আতৈসকলৰ ঘৰৰ ভিতৰত বা কি আছে?" সেই সময়ত গুৰুজনে গীত ৰচনা কৰি চৰ্চা কৰিছে —

"কেমনে পাইবো হৰি চৰণ তোৰে,
এ দুখ সাগৰে উদ্ধাৰা মোৰে।।"

বুঢ়া আতাই মাজীক ক'লে, "বাপ, কথা উলিয়াই লঘু কৰিব নালাগে, আমি ভোজন কৰিম।" মাজীয়ে গুৰুজন আৰু ভকতসকলক অনেক আদৰ কৰি ছয়মাহ ৰাখিছে।

**২-১৫-৬** গোসাঁনী মাতৃয়ে চতুৰ্ভুজ ঠাকুৰক ক'লে, "যোৱাচোন, বাপু গ'ল গোমুৰালৈ, নাহে দেখোঁ; মাতি আনাগৈ; আমাৰ আশা-ভৰসা তেওঁতেই।" চতুৰ্ভুজ ঠাকুৰ গোমুৰালৈ গৈ গুৰুজনাক সকলো ক'লে। ঠাকুৰক পাই গুৰুজনে মৰমতে ঠাকুৰক কোলাত বহুৱালে। গুৰুজনে ঠাকুৰক গোমুৰা, কাৰাকুছি,

হাৰিয়াদি, সৰথৈবাৰী — এই চাৰিখন গাঁওলৈ তিনিবাৰকৈ ফুৰাবলৈ নিছে। গাঁওৰ লোকে ঠাকুৰক লাৰু-পিঠা খাবলৈ দিয়াৰ লগতে লগত অনেক দ্ৰব্যও দিছে। গুৰুজনে বস্তুবোৰ ভাৰ বান্ধি সাঙী কৰি ঠাকুৰৰ লগত আগতে পঠাই দিছে আৰু নিজে পাছত আহিছে। মাজীৰ আগ চোতালত এডোখৰ শিল আছিল আৰু তাতে গুৰুজনে স্নান কৰিছিল। পাছত শিল ডোখৰত গুৰুজনৰ চিন বৈ তাত মাহাত্ম ওলাল। সকলো ৰায়তৰে সৈতে চিনাকি হৈ পাছত গুৰুজনে সুন্দৰীদিয়ালৈ আহিল। গুৰুজনে থকা ঠাইত মাজীয়ে আসন পাতি সেৱা কৰিছিল।



# ষোড়শ অধ্যায়

২-১৬-১ অসুৰালি ব্ৰাহ্মণক ৰঘুৰজাই পঠালে নীলাচল, পাণ্ডু, অশ্বক্লান্ত, উমানন্দ, শুক্ৰেশ্বৰ -- এই সকলত পূজা-সেৱা কৰিবলৈ। অসুৰালি ব্ৰাহ্মণৰ গুৰুজনাৰ লগত আগৰে সদভাৱ আছিল। ব্ৰাহ্মণে সেইবোৰ ঠাইলৈ যোৱাৰ আগতে গুৰুজনাক লগ ধৰি ক'লে, "বাপ, ব্ৰাহ্মণে অসূয়া কৰি ৰজাক লগায় বাৰে বাৰে, আপুনি কাকো নামানে বুলি। এইবাৰ মই সেইবোৰ ঠাইলৈ যাওঁতে আপুনিও মোৰ লগতে গ'লে ভাল, সকলোৰে মুখ মৰে। আপুনিনো পবিত্ৰ হ'ব লাগিছেনে? আপোনাক দেখিহে অনেক জীৱ তৰিব।" গুৰুজনাই ব্ৰাহ্মণক ক'লে, "বাৰু সেৱকৰ অৰ্থে যাম।" তেওঁলোকে প্ৰথমতে নীলাচল পাহাৰত উঠি নাট মন্দিৰত বহিছে। গুৰুজনে তুলসীৰ ঢোপটো পিন্ধি গৈছিল। নীলকণ্ঠ ব্ৰাহ্মণে আগম শাস্ত্ৰৰ কথাৰে তুলসীক নিন্দা কৰি মালতী ফুলক শ্ৰেষ্ঠ কৰি দেখুৱালে। গুৰুজনে শুনি আছিল প্ৰথমতে। তেওঁ কিছুসময় মৌন হৈ থাকি পাছত নানা পুৰাণ, সংহিতা, শ্ৰুতি, চন্দ্ৰতন্ত্ৰৰ শ্লোক আনিব ধৰিলে আৰু অনেক ফুলৰ ওপৰত তুলসীক ৰজা পাতি মালতী ফুলক ৰজাৰ পানী তিয়নী, গামোচা দিয়া ভৃত্য পাতিলে। নীলকণ্ঠ পণ্ডিতে ক'লে, "কি তীখৰ লোক, কি পণ্ডিত!" অসুৰালি ব্ৰাহ্মণে নীলকণ্ঠক ক'লে, "কি তীখৰ বুলিছা, তুমি আমি যদি দহ বছৰে এওঁৰ ছাত্ৰ হৈ পঢ়ো, তেতিয়াও তেওঁ পঢ়াব পাৰে।" গুৰুজনাই বৰপূজাৰীক পাটৰ ধুতী আৰু এটকা দক্ষিণা দিলে। আন সকলকো এতোলা, এমহা, আধমহা, চাৰি ৰতি সোণ তেওঁলোকৰ মৰ্য্যদা ক্ৰমে দক্ষিণা দিলে। নীলকণ্ঠই ৰামচৰণ ঠাকুৰক ক'লে, "এই শাৰীত ময়ো দক্ষিণা পাব লাগে।" ৰামচৰণে ক'লে, "তুমি কোৱাগৈ গুৰুজনাক, কৃপালু গুৰুৱে দিব।" নীলকণ্ঠই লাজ পাই গুৰুজনাৰ ওচৰলৈ নগ'ল, তেওঁ তেনেকৈয়ে থাকিল। বৰদেউৰীয়ে গুৰুজনাকো ক'লে, "ভগৱতীক দৰ্শন কৰি যাওঁক।" গুৰুজনে নানা পুৰাণৰ শ্লোক আনি ক'লে, "কোন পাপীষ্ঠে মাতৃৰ যোনিদ্বাৰ চায়?" এইবুলি কৈ নীলাচল এৰি গুৰুজনে নৌকাত উঠি আহিল।

২-১৬-২ গুৰুজনে লুইতেৰে ভটিয়াই আহি হাজোত উঠি হয়গ্ৰীৱ মাধৱ মন্দিৰলৈ গৈ নাট মন্দিৰত বহিছে। পূজাৰী, দেউৰী, নাচনিয়াৰক দক্ষিণা দি গুৰুজনাই দৌল প্ৰদক্ষিণ কৰি গৈ দক্ষিণ ফালত থকা চক্ৰশিলাত বৈ ক্ষণিক জিৰাইছিল। ভৰি বোকাত বহাদি গুৰুজনাৰ পদ পঙ্কজ তাত বহি পদ চিহ্ন ৰৈছে। হয়গ্ৰীৱ মাধৱে গুৰুজনাৰ দিব্য ৰূপ দেখিছে আৰু গুৰুজনাই মাধৱক দৰ্শন, স্পৰ্শ কৰি আহিছে। হাজোৰ নমনিত ব্ৰহ্মপুত্ৰই গুৰুজনাক দৰ্শন দি সেৱা কৰিছে। টেমামুৰ কোচক তামোল কাটি দি গুৰুজনাই আশীৰ্বাদ দিছে।

২-১৬-৩ তাৰপৰা তেওঁলোকে নাওৰে আহিছে। বুঢ়া আতা আৰু ৰামচৰণ ঠাকুৰে পানীত ভৰি মেলি দি আহোঁতে পানীত বালি উঠি আহিছে। তেওঁলোকৰ নাও গৈ হাবিৰ গৰাত পৰিল। এজন লোকে গৰাৰ কাষৰপৰা গুৰুজনাক নাও চপাবলৈ মাতিছে। গুৰুজনে চকুৰে টিপ দিয়াত নাও চপোৱা নহ'ল। মানুহজনে মাতিছেহে মাতিছে, নাও চপোৱা হোৱা নাই। উপায় নাপাই বিবুদ্ধিত পৰি লোকজনে গীত গাইছে —

ভায়া এফেৰি দুখ দেখি এ জীৱ যায়,
ৰাখহু পাপী প্ৰাণ।
কেশৱহে হামকেৰি ৰাখাহে প্ৰাণ।।

গীত শুনি গুৰুজনে দুখ কৰি কালিৰামক ক'লে, "নাও চপোৱা।" নাও চপোৱাত মানুহজন নাওত উঠিল। সেইদিনা তেওঁলোকে জাবৰিকুছিৰ এঘৰত নিশা ৰৈছে। গৃহস্থ মুৰাৰি কোচে নাম গাই উঠি ৰত্নাৱলী পঢ়িছে জৱ জৱ বুলি গাই। গুৰুজনে ৰামচৰণক ক'লে, "ৰামচৰণ চোৱাচোন কি লিখা আছে?" ৰামচৰণে চাই ক'লে, "হয় মামা, জৱ জৱহে আছে; পুথিৰ পাতবোৰ উৱলিছে।" গুৰুজনে কোচক সুধিলে, "এই শাস্ত্ৰ কোনে নকল কৰিছে?" মুৰাৰি কোচে ক'লে, "বাপ, ময়ে লিখা।" গুৰুজনে মুৰাৰিক খং কৰি ক'লে, "মদাহী, পূৰ্বতো তই বেদ খোৱা ৰাক্ষস আছিলি আৰু এতিয়াও ধৰ্ম লোপ কৰিছাহি। মই এটা শব্দয়ে কত অৰণ্য কাটি উলিয়াইছো আৰু তই 'ক' ফলা নাজানি ৰত্নাৱলী পঢ়া? দাম দিলে সকলোতে খাব পাই।" এইবুলি খং কৰি গুৰুজনে মুৰাৰি কোচক ধৰ্মৰ পৰা দূৰ কৰিলে। মুৰাৰি কোচে ক'তো স্থান নাপাই দামোদৰদেৱৰ ঠাইত

সোমাল। গুৰুজনে দামোদৰদেৱক ভকতৰদ্বাৰা সুধি পঠাইছে, “সেৱকৰ, গুৰুজনৰ আৰু মোৰ বৰ্জনীয় হ'লে তেওঁ ৰাখিব পাৰেনে?” সেইমতে দামোদৰদেৱক কোৱাত তেওঁ ক'লে, “তেওঁক গুৰুজনে ধৰ্মৰ আচাৰ্য্য পাতিছে, তেওঁ এৰিবও পাৰে, সামৰিবও পাৰে আৰু মই নেৰিববলৈকেও সমৰ্থ নহওঁ। মোৰ তাত সোমালে খেদিব নোৱাৰো, সকলো মোৰ আপোন ভকত বস্তু।” নাৰায়ণ শ্ৰীহৰি আতৈয়ে আহি গুৰুজনাক সেইমতে ক'লে। তেতিয়া গুৰুজনাই এটা দৃষ্টান্ত দিছে – শতধনু ৰজাৰ অসৎৰ সঙ্গত পৰি অভকতৰ ধুলা লৈ পুৰোহিতৰ জন্ম লাগিল। পাছত কুকুৰ, কাউৰী, ম'ৰা চৰাই এই ক্ৰমে জন্ম লাগি ছয় জন্মত তেওঁ উদ্ধাৰ হৈছে।

২-১৬-৪ জাবৰীকুছিৰপৰা পিছদিনা পুৱা তেওঁলোকে আহি সুন্দৰীদিয়াৰ ওচৰ পাওঁতে বৰষুণ আনিলে। ভৱানীপুৰীয়া গোপাল আতাই ক'লে, “মহাপুৰুষ গুৰুজন ঘৰ সোমালেহে বৰষুণ আনিব।” গুৰুজনে ক'লে, “গোপাল, এনে কুথা ক'লা কিয়?” তেতিয়া আতাই পদ মাতিছে –

হনুমন্তে বোলে মই সূৰ্য্য সম নিতে যাইবো।
গোসাঁইক জিনিয়া গৈ অস্ত গিৰি পাইবো।।

গুৰুজনে ক'লে, “সেই কথা সেই জন্মতে গ'ল। অন্য দেৱতাক নমস্কাৰ, বাক্যত ব্যভিচাৰ মোৰ মহাপুৰুষ গুৰু শ্ৰীশঙ্কৰদেৱে ৰাখি যোৱা নাই।” গুৰুজনে ক'লে, “গোপাল, নাওৰপৰা আগতে তুমিয়ে নামিবা নে মই নামিম?” আতাই ক'লে, “বাপ, আগতে ময়ে নামিব লাগে।” গুৰুজনে ক'লে, “নামা তেনেহ'লে।” আতাই নাওৰপৰা পানীত নামিল। নাও কিছুদূৰ অহাৰ পাছত শ্ৰীৰাম আতাৰ স্নেহ লাগি গুৰুজনাক ক'লে, “বাপ, গোপালটি পানীতে থাকিল।” গুৰুজনাই ক'লে, “বাৰু নাও ৰাখা আৰু সোধাগৈ জীয়া নে মৰা।” শ্ৰীৰাম আতাই নাও ৰাখি পাৰত উঠি গৈ সুধিলে, “গোপাল, গুৰুজনাই যে এৰি গ'ল তুমি মৰা নে জীয়া?” গোপাল আতাই ক'লে, “তেওঁ নমালেই মৰিবনে? জীয়া।” এইদৰে তিনিবাৰ নাও ৰাখি সোধা হ'ল আৰু তিনিবাৰতে আতাই একেই বাক্য ক'লে। তেতিয়া গুৰুজনে ভৰি মেলি নাওত বহি আহিছে। গোপাল আতাই দেখিলে গুৰুজনে তেওঁক এৰি গ'ল। আতাই ক'লে, “মাধৱে বঠাৰ পতাৰেহে বাইছে আৰু মই যদি গোপাল হওঁ বঠাৰ নালেৰেও বাম।” গোপাল আতাই তাৰপৰা গৈ

ভৱানীপুৰ গাঁওত উঠি তাতে থাকিল। আতাই সদা-সৰ্বদা দুখ কৰি মৌন হৈ থাকে। আন আতৈসকলে গোপাল আতাক ক'লে, "এনেকৈ থকাটো ভাল নহয়, গুৰুজনাক মাতি কৈ সন্তোষ লগোৱাটো ভাল, নহ'লে গুৰু বিতুষ্টিত সংসাৰ লাগে। তেতিয়া ভাৰে-ভেটীয়ে চন্দা টকা লৈ আতৈসকলৰ সৈতে গোপাল আতাই গুৰুজনাৰ আগত দণ্ডৱতে পৰি কাতৰ হৈ ক'লে আৰু গুৰুজনে সন্তুষ্ট হৈ আতাৰ দায় এৰিলে।

গোপাল আতাই সুন্দৰীদিয়াৰপৰা আহি ঘৰত নখন বাৰী কৰি তিনিশ তিনি কুৰি জোপা কল গছৰ পুলি ৰুলে। পুলিবোৰ সমান বয়সৰ। পুলিবোৰ ডাঙৰ হৈ একে দিনতে আটাইবোৰ কলৰ থোক পৰি পুৰঠ হ'ল একেলগে। সেই কলবোৰ কাটি পকাই আতাই সভা পাতিলে ডাঙৰকৈ। গুৰুজনাক আৰু আতৈ সকলক আতাই সন্মান কৰি মাতি নি ভৱানীপুৰত ৰাতিয়ে দিনে নাম-গুণ গোৱাই খোৱন-ধোৱন কৰালে। ৰায়তসকলেও আপৰ বস্তু খাই ভাগৰিলে। আতাই গুৰুজনাক বস্ত্ৰ, কম্বল, ৰূপ, সোণ দক্ষিণা দিলে আৰু ভকতকো দান-দক্ষিণা দি সেৱা-সন্মান কৰি বিদায় দিলে। আতাই আগৰ দৰে গুৰুজনাৰ তালৈ অহা-যোৱা কৰি থাকিল।

২-১৪-৫ লেচাকনীয়া গোবিন্দ আতৈৰ দুমনী পৰ্বতৰ কাষত ঘৰ। তাৰে পৰা আহি তেওঁ মহাপুৰুষক গুৰু বুলিছেহি। তেওঁ গুৰুজনাৰ লগতে আছে। আতৈৰ ঘৰৰ পুত্ৰ, পত্নী, দাস-দাসী সকলেও গুৰু ধৰ্ম ধৰিছে। আতৈৰ পত্নী-পুত্ৰই গুৰুজনাক স্তুতি প্ৰাৰ্থনা কৰি আতৈক ঘৰলৈ পঠাবলৈ প্ৰাৰ্থিলে। গুৰুজনে সিহঁতৰ কাতৰ ভাব দেখি ক'লে, "গোবিন্দ, যোৱা ঘৰলৈ।" আতৈয়ে ক'লে, "বাপ, গৃহ অন্ধকূপ এৰি আহিলো, এতিয়া নাযাওঁ আৰু; আপোনাৰ পদ-পঙ্কজতে এই পাপীক ৰাখিব লাগে।" গুৰুজনাই ক'লে. "মই পাঁচিছো, যোৱাগৈ আৰু সেৱকৰ নিমিত্তে কৃষি কৰিবা।" আতৈয়ে ক'লে, "বাপ, গৰু-গাহৰি, পুত্ৰ-ভাৰ্য্যা পোহাহে হ'ব আৰু।" গুৰুজনাই ক'লে, "গৃহস্থৰ ভাণ্ডাৰৰ বস্তু এন্দুৰ, ডালশলিয়াই খাব, সিহঁতলৈ কোনে আৰ্জে বাৰু; লোকে খাবলৈ আৰ্জে আৰু সিহঁতে মাজতে খায়। তুমিও গুৰু ভকতৰ বাবে আৰ্জিবা আৰু সিহঁত যেনিবা এন্দুৰ, ডালশলিয়া; সিহঁতেও খাব। ভাৰ্য্যা, পুত্ৰ, দাস-দাসী সকলোকে ঈশ্বৰৰ সেৱক কৰি দিবা আৰু

নিজ প্ৰাণকো কৃষ্ণত অৰ্পিবা। এইমতে সকলোৱে এক মন হৈ হৰিক চিন্তিলে সকলোৱে ভকত হ'ব। পোহ-পালন নকৰাকৈ ভাৰ্য্যা-পুত্ৰক এৰিলে দোষে পায় আৰু সিহঁতক মাৰ-কিল কৰিব, কুবাক্য বুলিব নাপায়। এনেহে হ'ব লাগে — হওঁক গৃহস্থী বা উদাসীন দুয়োটাৰে চিত্ত দৃঢ় হ'ব লাগে। আৰু গৈ ধন আৰ্জি তিনিভাগ কৰি এভাগ ৰজাৰ, এভাগ ভাৰ্য্যা-পুত্ৰৰ আৰু এভাগ নাওত ভৰাই বছৰি ভাদ্ৰত গুৰুৰ কীৰ্ত্তনত লৈ আহিবা।" আতৈয়ে ঘৰলৈ গৈ সেইমতে আৰ্জি চাৰিবাৰ গুৰু কীৰ্ত্তনত বস্তু আনিছে। পাছত আতৈয়ে গৃহ অন্ধকূপত পৰি ধৰ্ম পাহৰি অনেক মাছ, পহু মাৰিব ধৰিলে। আতৈয়ে পহুত খাপৰ মাৰি কয়, "গুৰুৰ আজ্ঞাতহে মাৰো", মাছত পল মাৰি কয়, "গুৰুজনাইহে মাৰে।" হিংসা কৰ্মৰ কথা শুনি গুৰুজনে অসন্তোষ কৰি ক'লে, "মই কেতিয়া তাক জীৱ মাৰিবলৈ কৈছো।" আতৈয়ে এবাৰ কীৰ্ত্তন ঘৰৰ কাষতে নাও চপালে আৰু ভকতক জাননী দিলে বস্তুবোৰ তুলি আনিবলৈ। গুৰুজনাই ভকতক নপঠালে। আতৈ গুৰুজনাৰ ওচৰলৈ আহিলত গুৰুজনাই আতৈক পিঠি দি বহিল। গুৰুজনাই আতৈক ক'লে, "অনাচাৰ কৰ তই আৰু অপযশ পাওঁ মই, গুচ ইয়াৰপৰা তোৰ মোৰ দেখা দেখি নাই। তই ইয়ালৈ আহা কিয় আৰু মোক গুৰু বোলা কিয়? যদি মোক গুৰু বোলা, কাতৰ দোহায়, এইবোৰ হিংসা কৰ্ম এৰা।" আতৈয়ে ক'লে, "যদি আপোনাক গুৰু এৰি আনক গুৰু বোলো, ৰজাৰ দোহায়, তথাপি আপুনিয়ে মোৰ গুৰু।" তেতিয়া গুৰুজনে মহন্ত, গৰমালিৰ সন্মুখতে আতৈক গৰজি উঠি ক'লে, "জানাই যদি এনে অনাচাৰ কৰি ফুৰা কিয়?" এইবুলি কৈ গুৰুজনে ঘোষা মাতিছে — "মোহৰ পৰম ঈশ্বৰৰ দুৰাচাৰো ভক্ত নুহি নষ্ট; কিন্তু সিটো ভক্ত কৃতাৰ্থ অতি হোৱয়।" গুৰুজনে আতৈক পুনৰ ক'লে, "মোৰ শ্ৰীশঙ্কৰদেৱৰ শুদ্ধ ধৰ্মত কুটা গুচাই শুদ্ধ সদাচাৰেৰে চলি হিংসা বৃত্তি এৰি নাম লোৱাগৈ।" এইবুলি কৈ গুৰুজনে ভকত পঠাই নাওৰপৰা বস্তুবোৰ তুলি আনিছে।

২-১৬-৬ আৰু লেচাকনীয়া গোবিন্দ আতৈ চাৰিদুৱাৰলৈ গৈছিল। ধনমেৰীয়া মুখত তেওঁ ভাত খাইছিল। আতৈৰ কাঁহী, কলহ, লোটাটো দেখি তিনিকুৰি ডকাইতে আতৈক বেঢ়ি ধৰিলে। সিহঁতে আতৈক মাৰে। আতৈয়ে ক'লে, "নেমাৰিবি, সকলো পাবি; আগতে ভাত কেইটা খাওঁ বোপাই।" ভাত

খোৱাৰ পাছত আতৈক ঈশ্বৰে সুবুদ্ধি দিলে। আতৈয়ে অনেক শাস্ত্ৰৰ প্ৰমাণ দি ডকাইতক ক'ব ধৰিলে, "তহঁতে যে গো-ব্ৰাহ্মণ, ভক্ত, বৈষ্ণৱক মাৰি যি আন, এইবোৰেৰে জীৱি কেনেকৈ? তহঁতৰ দোষৰ ভাগী কোন হ'ব?" এনেকৈ আতৈয়ে স্বৰ্গ, নৰক, দুখ, সুখৰ কথা ক'লে। কথাবোৰ ডকাইতৰ মনত লাগিল। হৰি বিমুখ জীৱৰ নিকাৰৰ কথা শুনি সিহঁত তিনিকুৰি ডকাইতে আতৈক গুৰু মানি শৰণ ল'লে। সেই ঠাই দৰঙাত সত্ৰ কৰি খটৰা গোবিন্দ আতৈয়ে ৰ'ল।

**২-১৬-৭** এদিনাখন ৰামচৰণ ঠাকুৰে শুভঙ্কৰ মৰলৰ ঘৰলৈ গৈছিল। মৰল তাঁতী, গৃহস্থী সেৱকীয়া ভকত। মৰলে ঠাকুৰক পাটৰ ধুতী আৰু পছৰা এখন দি পৰমাৰ্থ তত্ত্ব সুধিলে। ৰামচৰণে মৰলক পৰম ৰহস্য গোপন তত্ত্ব কৈ আহিল। পাছত গোপাল আতাই গৈ মৰলৰ ঘৰত বহিছে। মৰলে গোপাল আতাক সুধিলে, "আতা, ৰামচৰণে এইখিনি কথা অনুগ্ৰহ কৰি কৈ গৈছে; হয় বা নহয়?" আতাই মনতে ভাবিলে, "এনে পৰম তত্ত্ব ৰহস্য পাই মৰলে মোক হয়, নহয় বুলি সুধিছে, এনেকৈ আনকো নক'বনে? ৰহস্যৰ ভেদ ভাঙিবহে।" আতাই এই চিন্তা কৰি ক'লে, "জানিছা মৰল, ৰামচৰণ তেনেই বলিয়া, তাৰ কথা যেনে তেনেকৈ নল'বা। পূৰ্বৰ কথাই কথা, এই কথা শুদ্ধ নহয়।" আতাই সুন্দৰীদিয়ালৈ আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনাক আতাই ক'লে, "বাপ, ৰামচৰণে শিমলু কাঠৰ নৌকাত নাহৰ গছৰ সাৰৰ খিলা মাৰি আহিছিল আৰু মই যেনে তেনেকৈ সোলোকাই মদাৰৰ ঠাৰিৰ খিলা মাৰি আহিছো।" তেতিয়া গুৰুজনাই ফকৰা মাতিছে-

ভাণ্ড পৰশি লৱণু থবা,
শিষ্য পৰশি জ্ঞান ক'বা।
প্ৰমাণ নকৰি যিটো হঠাতে কহয়,
গুৰু-দ্ৰোহ, শিষ্য হত্যা তাহাতে লাগয়।

পাত্ৰ চাইহে দান দিব লাগে, এই ৰামচৰণে পাট কাপোৰ আৰু পছৰা পাই মোক বেচি আহে।"

**২-১৬-৮** খটৰা গোবিন্দ আতৈয়ে দুষ্ট দুসঙ্গত পৰি শিক্ষা, জ্ঞান, গুৰুজন সকলো পাহৰিলে। তেওঁ দুষ্ট সঙ্গীৰ লগত পশু খেদি নি জাল পাতি ধৰি খাপৰ মাৰি হানি মাৰি ফুৰে। এদিন তেওঁলোকে কুঁহিয়াৰ বাৰীত জাল পাতি থৈ গাহৰি

খেদিছে। ক'লা গৰু এটি আহি জালত পৰিল আৰু পছ বুলি তেওঁলোকে গৰুটি খাপৰেৰে হানি মাৰিলে। কথাটি গুৰুজনে শুনি গোবিন্দ আতৈক বৰ্জন কৰিলে। সঙ্গী সকলোৰে সৈতে গৈ আতৈয়ে গুৰুজনাক প্ৰাৰ্থনা কৰিলে দণ্ড বিহিবলৈ। গুৰুজনে আতৈক নেৰাখিলে আৰু নাচালেও। গোবিন্দ আতৈয়ে উপায় নাপাই সকলো ভকতক ধৰিলে। এদিন নামৰ অন্তত সকলো ভকতে গোবিন্দৰ হৈ গুৰুজনাক প্ৰাৰ্থনা কৰিলে দণ্ড লৈ আতৈক ৰাখিবলৈ। ভকতসকলে ক'লে, "বাপ, আমি যেনে শিষ্য গোবিন্দও তেনে, গোবিন্দক ৰাখিব লাগে।" গুৰুজনে ক'লে, "তেনেকৈ কোৱা কিয়? তোমালোক, মই সকলো শ্ৰীশঙ্কৰদেৱৰ শিষ্য আৰু তোমালোকৰ কিছুমানে কোৱা তেওঁলোক ৰামচৰণৰহে শিষ্য।" গোবিন্দ আতৈয়ে একো উপায় নাপাই উলটি গ'ল। মাধৱদেৱ গুৰুজনাৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত ৰামচৰণ ঠাকুৰে গোবিন্দ আতৈৰ হৈ গোসাঁনী মাতৃৰ চৰণত পৰিল চাৰিশ টকা লৈ। গোসাঁনী আৰু ৰামচৰণে ধৰিলে চতুৰ্ভুজ ঠাকুৰদেৱক। ঠাকুৰদেৱে ক'লে, "চাৰিহাতে মাৰি থৈছে, মই দুহাতেৰে কেনেকৈ তোলো?"



# সপ্তদশ অধ্যায়

২-১৭-১ মানুহৰ ৰূপ ধৰি নাৰদ মুনি এদিনাখন গৈছে বামুণাৰ ফাললৈ। মুনিয়ে বাটত প্ৰশংসা কৰি গৈছে — শঙ্কৰ-মাধৱ তুমিহে ঈশ্বৰ, তুমি পূৰ্ণব্ৰহ্ম।

২-১৭-২ বামুণাৰ বুঢ়া ভকত ৰঘাই গুৰুৰে ভিক্ষা লৈ গৈ পথাৰৰ পুলি ধানৰ ওপৰেৰে বাট পোনাই গৈছিল। দুজন লোকে তেওঁক সেই বাটেৰে যাবলৈ হাক দিছে। তথাপিও তেওঁ গ'ল। ভকত দেখি খিৰামৰলৰ দুই পুত্ৰ মুকুন্দ আৰু মাধৱে আতৈৰ গলত দলিবাৰী লগাই পকাই ঘূৰাই ফুৰালে। মাটিত পৰি আতৈৰ ভৰিৰ ছাল গ'ল। আতৈয়ে গৈ গুৰুজনাক দেখুৱালে। তেতিয়া গুৰুজনে ঘোষা মাতিছে —

হৰিৰ পৰম প্ৰিয়তম নাই
নিজ ভকতৰ পৰে,
হেনয় ভকতক যিজনে নিন্দয়,
হৰিকেহে নিন্দা কৰে।

গুৰুজনে ক'লে, "তোমাক নিৰ্য্যাতন কৰা নাই, দুখ মোকহে দিছে। যি ঠাইত ভকতৰ নিন্দা হয়, সেই ঠাইত থকাটো উচিত নহয়।"

২-১৭-৩ এনেতে সত্ৰলৈ মহাৰাজ ৰঘুৰজা আহিল। ৰজাই গুৰুজনাক কথা শুনাইছে সত্ৰত পূজা কৰক বুলি। আতৈৰ নিৰ্য্যাতন আৰু ৰজাৰ কথাত মনোকষ্ট পাই গুৰুজনে মৌন হৈ দুখ মনেৰে আছিল। সেই ৰাতি গুৰুজনে সপোনত দেখিলে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে হীৰা, মাণিক খচিত সোণৰ জখলাৰে বৈকুণ্ঠৰপৰা নামি আহিল। মাধৱদেৱ গুৰুজনে কঠ দিলে আৰু শ্ৰীশঙ্কৰ গুৰুৱে তাতে বহি অনেক পৰমাৰ্থ কথা, সুখ-দুখৰ আশ্বাস সম্বোধন কৰি যাবলৈ ওলাল। মাধৱদেৱে গুৰুজনাৰ পাছে পাছে গৈছে। এক যোজন বাট যোৱাৰ পাছত শ্ৰীশঙ্কৰদেৱে পাছলৈ চাই মাধৱক দেখি ক'লে, "বঢ়াৰপো, কিয় আহিলা?" মাধৱদেৱে ক'লে, "হে বাপ, দুষ্ট ব্ৰাহ্মণৰ নিন্দাবাদ আৰু সূচকৰ বাবে প্ৰাণ

নৰয়হে, মোকো লৈ যাওঁক।” শ্ৰীশঙ্কৰদেৱ গুৰুজনে ক'লে, “এ বড়াৰপো, তললৈ চোৱাচোন, জীৱৰ দুখ; কালে কেনেকৈ নাৰ মাছ কমোৱাদি কমাব লাগিছে জীৱক আৰু তোমাৰ মোৰ দ্বাৰাই আমাৰ ভাগৰ জীৱ বৈকুণ্ঠত উঠিব লাগিছে। তুমি পৃথিবীৰ কল্পতৰু, ভক্তিবৃক্ষ; তোমাৰ দ্বাৰা অনেক শাখা, ডাল-পাত বাঢ়িব। সেইসকলেও ভক্তি যোগ জ্ঞান কৈ অনেক জীৱ তৰাব। এতেকে বড়াৰপো, তুমি পৃথিৱীত থাকা কেইবছৰমান।” মাধৱদেৱে ক'লে, “বাপ, ব্ৰহ্মাণ্ডৰ জীৱৰ গুৰুতৰ মহাভাৰ দি আপুনি গা সাৰিলে, মই ভৰত ৰক্ষা নাপাওঁ আৰু এনেকৈ অকলে সহিব নোৱাৰো।” শ্ৰীশঙ্কৰ গুৰুজনাই ক'লে, “মই সুঠাম পুৰুষ এজন পঠাম তোমাৰ ভাৰ ধৰিবলৈ; তোমাৰ ভাৰ পাতল হ'ব।” তেতিয়া মাধৱদেৱে গুৰুজনাৰ অভয় পদত মাথা থৈ গুৰুবাক্য শিৰোধাৰ্য্য কৰি নামি আহিল। সাৰ পাই মাধৱদেৱ গুৰুজন শ্ৰীশঙ্কৰদেৱৰ গুণ বৰ্ণাই ব্যাকুল বিহ্বল হৈ প্ৰেমত মজি কান্দি ঘোষা পটল কৰি গাই দুখ নিবেদন কৰিছে –

এ হৰি হৰি হৰি হৰি
হৰি হৰি হৰি কি কাম কৰিলো আমি।
তোমাক নভজি সাধু সঙ্গ নলৈ ভৈলো কিনো অধোগতি।।

এনেকৈ ঘোষা গাই কাতৰি কৰি কান্দোতে ৰাতি পুৱাল।

২-১৭-৪ সেইদিনা ৰাতিপুৱাই ঠাকুৰ আতা গৈ গুৰুজনাৰ অভয় পদত সেৱা কৰিলে। তেতিয়া গুৰুজনে এটি গীত ৰচি গাইছে –

নাৰায়ণ মাগো চৰণ তেৰা,
ই তিনি ভুৱনে তুমিহি ঠাকুৰ
নাহি জ্ঞানত মতি মেৰা।

গুৰুজনাই ঠাকুৰ আতাক ক'লে, “সখি, আজি এটি সপোন দেখিলো, ফলিবনে?” ঠাকুৰ আতাই ক'লে, “বাপ, ফলিতা দিব পাৰো, আপোনাৰ খং উঠিব।” গুৰুজনাই ক'লে, “খং উঠিলে তোমালৈহে উঠিব।” গুৰুজনাই সপোনৰ কথাটি ক'লে। ঠাকুৰ আতাই ক'লে, “বাপ, আপুনি গুৰুবাক্য এৰিছে।” গুৰুজনাৰ ৰাগেই নাই; কিন্তু যেনিবা পানীতহে জুই লাগিল। আতাৰ কথাত খং কৰি গুৰুজনে ক'লে, “নৈটাৰ নৈটা কথা। ভাল বুলিলি, মইহে কপট, তুমি হোজা;

আনৰ কথা কোৱা, নিজৰ ভৰি আঁৰ কৰি পৰক বোলা গোধা। নিজৰ দোষ কোনেনো দেখে। তোমাৰ নলৰ ঢাৰিত সন্তান নধৰা হৈছে, আৰু সন্তানক পঁইতা ভাত খুৱাই গুৰুধৰ্ম ৰাখিছা? গুৰুবাক্য ধৰি গীত, মাত, ঘোষা, পদ, নাট, ভটিমা মই ৰচিছোঁ; ভক্তৰ লগত নাম ধৰো; ৰাতি টোপনি নাহে গুৰুবাক্য কেনেকৈ ৰক্ষা কৰো বা ৰয়, এই ভাবি, তথাপি কোৱা মইহে গুৰুবাক্য এৰিলো।" ঠাকুৰ আতাই ক'লে, "বাপ, মই আগতে কৈছো, আপোনাৰ খং উঠিব বুলি।" তেতিয়া গুৰুজন শান্ত হৈ ঘোষা মাতিছে –

মই অজ্ঞানীৰ যতেক অজ্ঞান হৰি হৰি হৰি এ,
ইটো মোৰ ঘোৰ দোষ পৰিহৰি এ।

গুৰুজনাই ক'লে, "সখি, মইনো কোনখিনিত গুৰুবাক্য এৰিলো?" আতাই ক'লে, "আপুনি যি কৈৱল্য ধৰ্ম ধৰিছে, গাইছে, ইয়াৰ মূল্য কোনে বুজিব, ধৰ্ম ধৰিব?" তেতিয়া আতাই এটা দৃষ্টান্ত দিছে – এজন সদাগৰে বণিজলৈ গৈ এক লাখ টকাৰ জাতি হিং আনিলে। সেই হিঙৰ মূল্য এক ৰতিত দুই তিনি টকা। মূল্য অধিক দেখি হিং কিনোতা কোনো নাই। হিং দ'ম খাই ঘৰতে পৰি আছে। এজন বুদ্ধিমন্ত দুষ্ট বুদ্ধিৰ লোকে সদাগৰক বুদ্ধি দিলে হিং হাতীৰ মুকত মাৰিবলৈ। সদাগৰে বুদ্ধি মতে কাম কৰিলে আৰু সেই হিঙে হাতীৰ ৰোগে হৰিলে।[১] কথাটি চাৰিওফালে জনাজাত হ'ল। আৰু সদাগৰে ৰাতিয়ে হিং নি বেচিব ধৰিলে। দুখীয়া, ভিক্ষাৰী আৰু বিধবায়ো দুই এচিকুট হিং নি পচলা খালে। সদাগৰে মূল দামতকৈ দুগুণ বেছি ল'লে, অধিক লাভ হ'ল। এতিয়া বাপ, আপুনি যি শুদ্ধ সত্ব কৈৱল্য ধৰ্ম ধৰিছে জাতি হিঙৰ লেখিয়া, ইয়াৰ মূল্য জানিব, দিব বা ইয়াক ধৰিব কোনে? এতেকে সত্ৰীয়া হাতীৰ হিং কৰি বৰঘৰ, গায়ন, বায়ন, নৃত্য, যাত্ৰা, মহোৎসৱ, ভাওনা এইবোৰ কৰিলেহে তাকে চাই, দেখি, আহি-গৈহে জীৱই পৰমাৰ্থত লাগিব। আৰু এনেকৈ থাকিলে দামোদৰে প্ৰজা সেইফালে ঢাল খুৱাই নিলে গুৰুধৰ্ম পাছলৈ লোপহে পাব।" গুৰুজনে ক'লে, "সখি, গুৰুজনে পূৰ্বতে মোক বাধা কৰি গৈছে – বৰঘৰ, বৰমেল, নায়কী এইবোৰ

---

১। হাতীৰ কামবেগ আহিলে তাৰ কুমেৰে এক বিশেষ ধৰণৰ ৰস নিসৰণ হয়, তেনে হাতীৰ কুমত হিং প্ৰয়োগ কৰি তাক শান্ত কৰা হয়।

কৰিবলৈ।” আতাই ক’লে, “হৰিভকতৰ পাতিলন্ত হাট শঙ্কৰে জগত জুৰি, ৰাম নাম ৰত্ন বেহায়া জগতে চলয় বৈকুণ্ঠপুৰী।” মোৰ মহাপুৰুষ গুৰুজনে পূৰ্বতেই হাট, দোকান পাতি থৈ গৈছে আপোনাক গৰাকী কৰি; এতেকে হাটৰ লোক বঢ়াবহে লাগে। হাট ভাঙিলে ৰজাৰ ধন প্ৰজাই কেনেকৈ কিহেৰে সোধাব? গুৰুৰ যশ, ধৰ্ম বাঢ়ক; এইখিনি মই দাসে গাত পাতি লৈছো আৰু গৃহস্থৰ অৰ্থে প্ৰাৰ্থনা কৰিমহঁক।” গুৰুজনে ক’লে, “সখি সহায়-সাৰথি নাই, মই অকলে কি কৰিম?” আতাই ক’লে, “বাপ, আপোনাৰ আজ্ঞাহে লাগে; মই সাত সাগৰ পাৰ হৈ অহা অক্ষয় স্বৰূপ তৃণ আনিম আৰু আপুনি জ্বলি থকা জুই হৈ ঠাইতে বহি দাহন কৰক, চিন্তা কিহৰ?” আতাই গুৰুজনাক সেৱা কৰি আনন্দ মনেৰে বিদায় ল’লে।



# অষ্টাদশ অধ্যায়

২-১৮-১ ৰজাৰ আদেশত সত্ৰত পূজা কৰাৰ বিষয়ে বিচাৰ হ'ল, ভকতক খেদা-খেদি, টনা-টনি চলিল। ভকতে নাম গাব নোৱাৰি গাঁও-ভূঞে দিহাদিহি পলাল। গুৰুজনে শ্ৰীৰাম আতাক ক'লে, "ভকতক দ্বেষ কৰে, এনে উপদ্ৰৱত কোনে ইয়াত থাকে? গুৱাগছালৈকে যাওঁ, তুমিনো কি কোৱা?" শ্ৰীৰাম আতাই ভাল বুলি শলাগিলে। গুৰুজনাই ক'লে, "তেন্তে ভাৰ বান্ধা।" শ্ৰীৰাম আতাই ভাৰ বান্ধি চোতালত উলিয়াইছে, এনেতে মথুৰাদাস বুঢ়া আতাই গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনে বুঢ়া আতাক ক'লে, "হেৰা গোপাল, আগবেলাই যাব লাগিছিল, ভালেই হ'ল তুমি আহি পালা।" বুঢ়া আতাই ক'লে, "বাপ ক'লৈ?" গুৰুজনে ক'লে, "ইয়াত ৰ'ব নোৱাৰি, গুৱাগাছাত ৰামচৰণ আছে, তালৈ যাওঁ।" বুঢ়া আতাই ক'লে, "বাপ যাওঁক, তাত বহুত তামোল-পাণ পাব, পহুৰ মাংস ভোজন কৰিবলৈ পাব, আৰু ইয়াত ভকতৰ জ্বৰত লাওখোলা যেন মূৰ আৰু টেকেলি যেন পেট হ'ব।" এনেকৈ কৈয়ে বুঢ়া আতাই চোতালৰ ভাৰখন তুলি লৈ গুচি আহিল। শ্ৰীৰাম আতাই গুৰুজনক ক'লে, "বাপ, মথুৰাদাসে ভাৰখন নিলে।" গুৰুজনাই ক'লে, "লোটা, বাটি, টৌ, আঙ্গচ সকলো নাছিল তাতে?" আতাই ক'লে, "হয় আছিল, সকলো গ'ল।" গুৰুজনাই ক'লে, "তেন্তে আমিনো কিহেৰে গুৱাগাছালৈ যাওঁ? ব'লা, মথুৰাৰ তালৈকে যাওঁ।" শ্ৰীৰাম আতা আৰু গুৰুজনে মথুৰা আতাৰ পাছে পাছে গৈ বাটত দেখিলে আতাই জানটো নাওৰে পাৰ হৈ নাওখন ঠেলি ইটো মূৰে লগাই থৈছে।

২-১৮-২ বুঢ়া আতা গৈ বৰপেটা পালে। ন ঘৰ এটি তেওঁৰ আধা সজাকৈ আছিল। তাকে ওঠৰজন লোকে বেঢ়ি তিনি কোঠালিৰ ঘৰ কৰিলে; শৰণ কৰা, নাম গোৱা আৰু ৰান্ধনীশাল, এই তিনি ক্ৰমত। তেওঁলোকে এইখিনি কৰি উঠিলতে গুৰুজনে তাত গৈ পাইছে। সন্ধ্যা লাগিল, ভকতে নাম-গুণ গাই প্ৰসঙ্গ কৰিলে। লক্ষ্মণ ওজা আৰু তেওঁৰ লগত ওঠৰজনে শিশুলীলাৰ পদ গাইছিল।

তেতিয়া গুৰুজনে চকলে টুকি মৌন হৈ আছিল। পাছত গুৰুজনে লক্ষণ ওজাক মাতিলে এইবুলি, "মোক কি যে বশ্য কৰিলা?" কীৰ্ত্তন থৈ লক্ষণ ওজাই ভকতৰ সৈতে আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনে ক'লে, "আজি মই প্ৰবাসলৈ অহা নাই, যেনিবা সুন্দৰীদিয়াতহে আছো। মোক যেনেকৈ সন্তোষ দিলা তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা।" এইবুলি গুৰুজনে ওজাক আশীৰ্বাদ কৰিলে। বুঢ়া আতাই প্ৰসাদ ভগাই দিছিল। গুৰুজনে আতাক ক'লে, "গোপাল, মোক দেখোঁ প্ৰসাদ নিদিলা?" আতাই ক'লে, "বাপ, আপোনাক কি সাহেৰে প্ৰসাদ দিওঁ আৰু কাহানিনো দিছো?" গুৰুজনে প্ৰসাদ দিবলৈ আতাক ক'লে। আতাই ক'লে, "বাপ, প্ৰসাদ নাই, সকলো দিলো।" গুৰুজনাই আতাক প্ৰসাদৰ খৰাহিটোৱে দিবলৈ ক'লে। আতাই গুৰুজনাক খৰাহিটো দিলে। গুৰুজনে খৰাহিটো ঢকিয়াই জোকাৰি চাৰিটিমান মাহ-চাউল ভোজন কৰিলে।

২-১৮-৩ সেই ঠাইতে গুৰুজনে এক পষেক ৰৈ বুঢ়া আতাক ক'লে, "অ' গোপাল, নাম গাবলৈ ঠাইখন বৰ ঠেক পাওঁ। এটি হৰিমন্দিৰ কৰিব লাগিছিল, কিজানি ইয়াত ৰ'বএ পাৰো। দেখিছো খালি ঠায়ো নাই।" আতাই ক'লে, "বাপ, উদং ঠাই পাবলৈ নাই। মোৰে পেহা-পেহী আছে ৰাম লাৰুৱা বুঢ়া-বুঢ়ী, ৰজা-ৰাণীৰ দৰে; তেওঁৰে বৰ বাৰীখন দিয়ে নেকি, আপুনি সুধি চাব পাৰে।" বুঢ়াক মতাই আনি গুৰুজনে ক'লে, "অ' বুঢ়া, তোমাৰ বাৰীখনৰ এটা চুক আমাক দিব পাৰা, হৰিগৃহ এটা কৰিলোহেঁতেন।" বুঢ়াই ক'লে, "বাপ, আমি দুটি প্ৰাণী অপুত্ৰক, বাৰীখনৰ খৰি কাঠ বেচি কোনোমতে জীয়ো, তাকে দিলে চলিবলৈ আন উপায় নাই আৰু।" তেতিয়া গুৰুজনে গীত ৰচি গাই বুঢ়াক শুনালে বুঢ়াৰ বৈৰাগ্য জন্মাকৈ।

বুঢ়া ভাই হৰি গুণ গাই নাচা,
কোন দিনা ঢলি শৰীৰ পৰয়,
এভো বাট চাই আছা ...........।

গুৰুজনে বুঢ়াক ক'লে, "তোমাৰ চাউলৰ যোগাৰ হ'ব মোৰ শ্ৰীশঙ্কৰদেৱৰ প্ৰভাৱত আৰু তুমি জীৱও পাৰিবা। ইয়াত শত-সহস্ৰ নাম হ'ব নিতে, জীৱৰ কুশল হ'ব আৰু চাউল, কাপোৰ হ'বই, চিন্তা কৰা কিহলৈ।" গুৰুজনাৰ কথাত বুঢ়াই সন্মতি দিলে। গুৰুজনাই ক'লে, "দিছাহে হয়, তুমি

আছা অভাজনে; হৰিবিমুখৰ মাটিত হৰিমন্দিৰ কৰিবলৈ নাপায়।" বুঢ়াই ক'লে, "বাপ, কালিলৈ শৰণ ল'ম।" গুৰুজনে শৰণ লোৱাৰ ব্যৱস্থা বুঢ়াক কৈ পঠালে। বুঢ়াই সেই নিয়মে ব্ৰত উপবাসে থাকি পিছদিনা মহাপুৰুষক গুৰু বুলিছে। বুঢ়া আতা গ'ল বাৰীখনলৈ কুঠাৰখন লৈ। ঠাইখন নিজম, গছ-গছনিৰে ভৰা। আতাই সৰু গছবোৰত দুই এঘাপ মাৰি থয় আৰু ডাঙৰ গছবোৰ কাটি বগৰাই দিয়ে। ডাঙৰ গছে সৰু গছকেইডালকো বগৰাই দিয়ে গিৰ গিৰ কৰি। বুঢ়ীয়ে বাধা দি চিঞৰিব ধৰে। গুৰুজনাই বুঢ়ীক কয়, "মনে মনে থাকা, জীৱ পাৰিবা।"

২-১৮-৪ গুৰুজনে জোখ দিয়ে আৰু ভকতে খুঁটা, চতি, মাৰলি, দাং বনাইছে। খুঁটা, চতি সকলো যোৰ যোৰ হৈছে, মাত্ৰ এটা চতিৰ যোৰ নহ'ল, তাত চতি এটাহে হ'ল। ভকতে এজন গৃহস্থৰ বাৰীত বিচাৰি খুজি চতি এটা কাটি আনিছে। জুখি চোৱাত নতুন চতিডাল এহাত চুটি হ'ল। ভকতে গুৰুজনক ক'লে, "বাপ, বহুত শ্ৰম কৰি চতিটো কাটি অনা হ'ল, চতিটো এহাত চুটি হ'ল।" গুৰুজনাই ক'লে, "ভালকৈ জুখি চোৱা।" ভকতে ক'লে, "বাপ, জোখা হৈছে, ক'ত ওলাব আৰু তাত?" গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "আহাচোন জুখি চাওঁ।" গুৰুজনাই গৈ তেৰাৰ পদ পঙ্কজেৰে চতিটো স্পৰ্শ কৰি ক'লে, "জোখাচোন চতিটো পুনৰ।" ভকতে পুনৰ চতিটো জুখি চাই দেখিলে এহাত বঢ়াহে হ'ল। ইয়াকে দেখি সকলো ভকতে আশ্চৰ্য্য-অদ্ভুত মানি ৰাম-হৰি স্মৰণ কৰিব ধৰিলে। শ্ৰীৰাম আতাই ক'লে, "দুই হাত কাঠ বাঢ়িছেহে, ইয়াতে কি আশ্চৰ্য্য মানিলা? যাক বান্ধিবলৈ ব্ৰজৰ পঘা জৰীও নাটিলে সেয়াহে আশ্চৰ্য্য।

২-১৮-৫ দক্ষিণৰপৰা পৰ্বতীয়া কৃষ্ণাই আতৈক অনা হ'ল। কৃষ্ণাই আতৈৰ পুত্ৰ ৰাম কাৰিকৰো বাঢ়ৈ। কৃষ্ণাই আতৈ, ৰাম কাৰিকৰ আৰু বিভীষণ আতৈয়ে কাঠৰ কামত লাগিল। গুৰুজনাই বিভীষণ আতৈক ক'লে, "এই বঢ়াৰ চতিৰ অংশটি কাটি মোক এখন পীৰা কৰি দিয়া ভাত ৰান্ধিবৰ বাবে।" আতৈয়ে এখন ঘিলাখুৰীয়া পীৰা কৰি নি গুৰুজনাক দিলে। গুৰুজনাই পীৰাখন চাই ক'লে, "ভাল হোৱা নাই আৰু চাঁচাগৈ।" আতৈয়ে পীৰাখনত অলপ হাত ফুৰাই দি গুৰুজনাক দিলে। গুৰুজনে ক'লে, "কিছু চাঁচা।" তেতিয়া আতৈয়ে পীৰাখনত ফু মাৰি জোকাৰি দি পীৰাখন গুৰুজনাক আনি দি ক'লে, "বাপ, চাঁচিবলৈ আৰু

নাই।" গুৰুজনাই ক'লে, "বিভীষণ, এতিয়া এৰা; পীৰাখন প্ৰথম বাৰতেই হৈছিল, তথাপি তিনিবাৰ যে চঁচালো।১ এতেকে ভক্তি-বস্তু যিজনে ক'ব বা লিখিব তেওঁ মন, বুদ্ধিত তিনিবাৰ কৈহে ক'ব বা লিখিব।" গুৰুজনে এটি দৃষ্টান্ত দিছে, – আদি নিৰঞ্জনে মহামায়া প্ৰকৃতিক বাহিৰ কৰি অণ্ডজ, স্বেদজ, উদ্ভিদজ আৰু জৰায়ুজ আৰু গুণ ক্ৰমে উৰণ, বুৰণ, গজন আৰু ভ্ৰমণ – এই চাৰিবিধ জীৱক প্ৰকৃতিৰ হাতত দিলে। জীৱবোৰে মায়াত ঘূৰি সংসাৰ যাতায়ত কৰিছে। আৰু পূৰ্ণ পুৰুষৰ পৰা যিসকল অংশ জীৱ আহিছে তেওঁলোকে হৰিভক্তি কৰিছে, হৰিগুণ গাইছে। তেওঁলোকো চাৰিবিধ – উৰণি, জিৰণি, চোপনি আৰু মাখি। উৰণি বিধে ভক্তি ধৰিব আৰু এৰিবও; এনেকৈ তেওঁলোকে মহাপ্ৰলয়ৰ সীমালৈকে উৰি গৰ্ভবাস আৰু দুখ ভুঞ্জি ফুৰিব। জিৰণি বিধে এবাৰ কিছু কথা লাভ কৰি তাত শ্ৰদ্ধা, দৃঢ়তা নাৰাখে, এবাৰ এৰে আৰু পুনৰ আন এজনত সোধে, তাতো কিছু বুজি চাই এৰি উৰি গৈ আন এজনত কিছু বুজ লয়। তেওঁলোকে এনেকৈ ফুৰে। চোপনি বিধে গুৰুৰ মুখে এবাৰ গুপ্ত ৰহস্যৰ এক অংশ বুজি তাকে গোপানে ভাবি চিন্তি, স্মৰণ কৰি পৰম্পদ বৈকুণ্ঠ পায়। মাখি বিধে ঈৰ্ষা, অসূয়া, পৈশুন্য, টুটকীয়া স্বভাৱ ধৰি উৰি ফুৰিব সেই ধৰণে। এতেকে মহাপুৰুষ গুৰুৰ শুদ্ধ মত পৰীক্ষা কৰিহে ক'ব।

২-১৮-৬ কীৰ্ত্তন ঘৰৰ আসন, খুঁটা, চতি সকলো হ'ল। হেৰামদলৈ খবৰ পঠোৱা হ'ল খৰিমাটি, ৰঙপাতা, বালিচন্দা আনিবলৈ। খৰাই, হৰিপদ আৰু মাধৱ আতৈয়ে সেইবোৰ আনিলে। গুৰুজনে মনপুৰ ভঁৰালীক সেইবোৰ ভালকৈ থবলৈ আৰু কাকো নিদিবলৈ ক'লে। হৰিচৰণ ঠাকুৰে তাৰে এটুকুৰা খৰিমাটি নিলে, মনপুৰে হাক দিয়াতো নামানিলে। মনপুৰে গুৰুজনাক ক'লৈগে, "বাপ, ঠাকুৰে খৰিমাটি নিলে আপোনাৰ কথা কৈ, হাক দিলো তথাপি নামানিলে, মইনো কাঢ়ি ল'ব পাৰোনে? কাঢ়ি ল'লে বা কাজিয়া লাগে।" গুৰুজনাই মনপুৰক ক'লে, "ঠাকুৰে মাটি অকণ নিলে, তাকে কৈছাহি মোক, হৰিচৰণ আৰু পুৰুষোত্তমে আমাক এফাল কৰি বিদায় দিব নোৱাৰিবনে?" হৰিচৰণ আৰু পুৰুষোত্তমে কথাটি

---

১। মাধৱদেৱ মহাপুৰুষে ব্যৱহাৰ কৰা এই পীৰাখন বৰপেটা সত্ৰত আজিও সংৰক্ষিত হৈ আছে।

গম পাই তাৰপৰা গুচি আহিল।

২-১৮-৭ কাঠৰ কাম সম্পূৰ্ণ হ'ল। এতিয়া বাঁহ নাই। বৰপেটাৰ উত্তৰে বজালী পৰগণাত গুৰুজনাৰ সম্বন্ধীয় মোমায়েক এজন আছিল। ভকত লগত লৈ গুৰুজনে তালৈকে গ'ল। মোমায়েকৰ ঘৰ পাই গুৰুজনে চোতালত বহিছে। মোমায়েকে গুৰুজনে তালৈ যোৱাৰ কাৰণ সুধিলে। গুৰুজনে ক'লে, "এটি হৰিগৃহ কৰিব ওলাইছো, আমাৰ ফালে বাঁহ নাই, কিছু বাঁহ দিয়া; সেইবাবে আহিছো।" বুঢ়াই ক'লে, "কিছু নিয়া।" গুৰুজনে বুঢ়া আতাক চকু টিপিয়াই বুজালে তমালৰ বাঁহৰ বাদে পুৰঠ সকলো বাঁহ কাটিবলৈ। বুঢ়া আতাই ভকতৰ সৈতে বাৰীখনৰ ভিতৰলৈ গ'ল আৰু পুৰঠ বাঁহবোৰৰ এটিও নেৰাখিলে। তাকে দেখি বুঢ়া-বুঢ়ীয়ে চিঞৰি চিঞৰি বাধা কৰিলে। সেই সময়ত গুৰুজনাই ঘোষা মাতিছে —

শিশুৰ বিষয় আশা আগ,<br>
বালকে কৰোক বহু মান,<br>
যুৱায়ে সেৱক পাৰে মানে,<br>
বুঢ়াই ভোগ কৰিবক নপৰায়, তথাপিতো<br>
আশা নচাৰয় দশন বিহীন কুৰ্ত্তা যেন।

এই ঘোষা মাতি গুৰুজনাই ক'লে, "হেৰা, দেহা পৰে কেতিয়া, বাঁহলৈকে কান্দা ? এই কেইটা বাঁহৰ গুৰিত মাটি দিবা, দুটা বছৰতে বাঁহ পূৰ্বৰ দৰে হ'ব।" গুৰুজনাই বুঢ়া আতাক ক'লে, "গোপাল, বাঁহৰ জেংখিনি ভিতৰত সোমাই দিবা।" বুঢ়া আতাই জেংখিনি ভিতৰত আৰু বাহিৰত বাঁহ বান্ধি ভূৰ সাজিলে।

২-১৮-৮ বুঢ়ীয়ে ভকতসকল গৈ পোৱাতেই ভকতৰ বাবে গুৰি কৰাই খুন্দিব দিছিল। বাঁহ কটা শেষ হ'লত বুঢ়ীয়ে দুকঠা মান গুৰি ভকতক দিলে, তাকে লৈ ভকতসকল ভূৰত উঠিল। গুৰুজনে ক'লে, "বাপুসকল, গুৰি ভোজন কৰা যাওঁক।" ভকতে ক'লে, "বাপ, সেইখিনি তাকৰীয়া গুৰি কাক দিম, কোনে পাব, কোনে খাব ?" গুৰুজনে ক'লে, "দুটি চাৰিটিকৈ পানীৰ লগত সকলোৱে খোৱাইক।" এইবুলি গুৰুজনে গুৰি দিব ধৰিলে আৰু ভকতে গামোচা পাতি ল'লে। সকলো ভকতে গুৰি খাইছে। গুৰুজনে পুনৰ ক'লে, "কাৰোবাক গুৰি

লাগিবনে?" ভকতসকলে ক'লে, "বাপ, গুৰিয়ে সকলোকে জুৰিছে, আৰু অধিক হ'লে ওকালিহে আহিব।" তেওঁলোকৰ ভূৰ আহি বৰপেটা পালে আৰু বাঁহবোৰ তেওঁলোকে পাৰত তুলিলে।

**২-১৮-৯** ভকতে বাঁহবোৰ ফালি ৰুৱা, কামী কৰি পানীত গৰালে* আৰু কিছুদিন পাছত পানীৰপৰা তুলি ধুই শুকাই ৰঙা ৰং সানিলে। বাঢ়ৈয়ে খুঁটা পুতি চতি খুৱাইছে। এটা চতি টান হৈ লাগি নোলায়ো নোসোমায়ো। গুৰুজনাই যদুমণিক ক'লে, "হেৰা যদুমণি, তুমিয়ে কি কৰিব পাৰা চোৱা।" যদুমণি আতৈয়ে ক'লে, "ভাল বাপ, আপোনাৰ কৃপাৰে চেষ্টা কৰি চাওঁ।" যদুমণিয়ে চাঙত উঠি চতি পাট কান্ধ পাতি দাঙি ধৰিলে আৰু পৰ্বতীয়া কৃষ্ণ আতৈয়ে কৰতেৰে ৰেপি কাটি চতিডাল বহুৱালে। গুৰুজনাই ক'লে, "অ' বিষ্ণুৰ ল'ৰাৰ ভীমৰ সমান বলনে?"

**২-১৮-১০** গুৰুজনাই ক'লে, "বেল কিছুমান লাগিব।" বুঢ়া আতাই বেগাই গৈ চকীয়া মাজীৰ বাৰীৰপৰা পকা বেল এপাচি পাৰি মূৰত লৈ আহি ক'ব ধৰিলে, "বেল কাক লাগে?" গুৰুজনে ক'লে, "অ' বেল মোকে লাগে।" আতাই মূৰৰ পাচিৰপৰা এটি এটিকৈ বেল গুৰুজনাক দিছে আৰু গুৰুজনে হাত পাতি লৈ থৈছে। গুৰুজনাই ক'লে, "গোপাল, তোমাকতো মই বেল আনিবলৈ পঠোৱা নাছিলো।" আতাই ক'লে, "বাপ, ভৃত্যক কিয় পাঁচিব লাগে? আৰু আপুনি কাকনো কথাটি কৈছিল?" গুৰুজনে ক'লে, "অ' গোপাল, যিজনে যত দৃঢ হৈ মানিব, মনৰ মন বুজি তেওঁ নাপাঁচোতেও সেৱাৰ কৃত্য কৰ্ম কৰিব আৰু সেইজনেই উত্তম। পাঁচিলেহে যিজনে কৰে তেওঁ মধ্যম আৰু পাঁচিলেও যিজনে নকৰে তেওঁ প্ৰাকৃত। আৰু মোক্ষৰো ফল সেই ভেদাভেদে পায়।" গুৰুজনে পুনৰ ক'লে, "বেল আনি তুমি মোক যেনেকৈ সন্তোষ লগাইছা, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা।"

**২-১৮-১১** ৰুৱা পাটি গাঁঠি ভকতে বাঁহৰ চাল সাজিলে। চালত পাৰ্বতী* খুওৱা নহ'ল। খেৰৰ মুঠি চালত পাৰি ভকতে কামী দি বান্ধ দিছে। কামী আটি লৈ কোব মাৰোতে গুৰুজনে ঘোষা মাতি তিনিবাৰ একেলগে কোব মাৰিব দিছে।

ঘোষা – "গোপাল গোবিন্দ হৰি ৰাম ৰাম,
ৰামকৃষ্ণ, ৰামকৃষ্ণ, ৰাম ৰাম,

পৰম পুৰুষ শিৱ সনাতন
অনন্ত অচ্যুত নিত্য নিৰঞ্জন।"

ঘৰৰ চাল হ'ল। বেৰত কুন্দ্ৰাক্ষৰ জালা দিলে। বেৰত বালিচন্দা, ৰঙপাতা দিলে। গোটেই ঘৰটো ৰ'দত সোণৰ ঘৰ যেন হ'ল। বিভীষণ আতৈ আৰু পৰ্বতীয়া কৃষ্ণাই আতৈ দুই বাঢ়েয়ে কাঠৰ দুৱাৰত লতা ফুল কাটিছে। তাকে দেখি গুৰুজনাই ক'লে, "তোমালোকে কি কাটিছাইঁক?" তেওঁলোকে ক'লে, "বাপ, লতা কাটিছো।" গুৰুজনাই ক'লে, "বাৰু তোমালোকে লতা কাটা আৰু মই লতা কাটি ঈশ্বৰৰ গুণ বৰ্ণাও।" গুৰুজনাই ঘোষা ৰচিছে — হৰি, হৰি, হৰি, হৰি, হৰি এ। বাঢ়েয়ে ক'লে, "বাপ, আমি যি লতা কাটিছো, তাক কালিলৈ ঘূণে খাব আৰু আপুনি যি অবিনাশী ব্ৰহ্মৰ লতা গাঁথিলে অনেক জীৱই তাক ধৰিব আৰু সি পৃথিৱী, সূৰ্য্য থকালৈকে জ্বলি থাকিব।

২-১৮-১২ বাঢ়েয়ে দুৱাৰৰ কাষত দ্বাৰপাল জয়-বিজয়ৰ মূৰ্তি কাটিছে। দামোদৰ আৰু বলাই দুজন সৰু ল'ৰাই চাই ক'লে, "অ' মিস্ত্ৰি, জয় হ'ব লাগিছিল সোঁফালে আৰু বিজয় হ'ব লাগিছিল বাওঁফালে, তেনে নহ'ল।"[1] গুৰুজনে চালে, "হয়, ল'ৰাৰ কথাটি ঠিক।" গুৰুজনে গোপাল আতাক ক'লে, "তুমি দামোদৰলৈ আশা নকৰিবা।" আৰু গুৰুজনে বুঢ়া আতাকো ক'লে বলাইৰ বাবে আশা নকৰিবলৈ। আৰু গুৰুজনে ক'লে, "জীৱ চিৰকাল নাথাকে।" দামোদৰ আৰু বলায়ে অলপ বয়সতে ঢুকাইছিল। সিহঁতে জয়-বিজয় হৈ আহিছিল।

২-১৮-১৩ আৰু এদিনাখন গুৰুজনে ৰাতিপুৱা উঠোতে আগৰ সময়তকৈ বেলা হ'ল। বৈকুণ্ঠ আতৈৰ ভৰি অজলা মধু আতৈৰ কঠত লাগিল। মধু আতৈ অজলা দেখি বৈকুণ্ঠ আতৈয়ে সেৱাটি নকৰিলে অৱহেলা কৰি। পাছত বৈকুণ্ঠ আতৈয়ে খাব শুব নোৱাৰি খীণাই গ'ল। আতৈক দেখি এদিনাখন গুৰুজনাই সুধিলে, "হেৰা বৈকুণ্ঠ, তোমাৰ কি হ'ল?" আতৈয়ে ক'লে, "বাপ, খাব শুব নোৱাৰো, ব্ৰহ্মা অগনিয়ে পোৰা দি গাটো পোৰে।" গুৰুজনাই আতৈক ক'লে, "মন কৰাচোন, ভকতত কিবা অপৰাধ হৈছেনে?" আতৈয়ে ক'লে, "বাপ,

---

১। দামোদৰ ভৱানীপুৰীয়া গোপাল আতাৰ পুত্ৰ আৰু বলাই মথুৰাদাস বুঢ়া আতাৰ পুত্ৰ আছিল। সিহঁত দুজন অকালতে ঢুকায়।

অজলা মধু আতৈৰ কঠত ভৰিখন লাগিছিল, সেৱা কৰিবলৈ নহ'ল, হয়।" গুৰুজনাই ক'লে, "অ' সেইবাবেহে এনে হৈছে। যোৱা, কাপোৰ পছুৰা এখনি দি আতৈক কোৱাগৈ কাতৰভাৱে।" বৈকুণ্ঠ আতৈয়ে মধু আতৈক সেই নিয়মে সেৱা কৰাত আতৈৰ তাপ পোৰণি গুচিল।

**২-১৮-১৪** এদিনাখন বুঢ়া আতাৰ পত্নী আয়ে পুত্ৰ বলাইক আনিলে স্নান কৰাই। গুৰুজনে কোষা যোৰ পিন্ধি শুই আছিল। আয়ে কীৰ্ত্তন ঘৰৰ নওলা মুখতে আছিল আৰু বলাইক কচুৰ পাত দি পাঁচিলে এইবুলি, "গুৰুজনাৰ কোষা যোৰ সোলোকাই পাতত থবা আৰু বেৰৰ মাটি অলপ আনি গুৰুজনাৰ ভৰিত লগাই সেই মাটি পাতত থৈ কমণ্ডলুৰ পানী অলপ দি আনাগৈ যোৱা। বলাইয়ে কোষ যোৰ সোলোকাই থৈ বেৰৰ মাটি অলপ আনি গুৰুজনাৰ ভৰিত ঘঁহোতেই গুৰুজনাই বলাইৰ হাতত থাপ মাৰি ধৰি ক'লে, "আলো শুনো, গোৱালেৰ জায়া, এনেহে গোপাল; আমাৰ গাৱে ধূলা দিলা তোমাৰ ছোৱাল।" গুৰুজনে সেই সময়ত এই গীত ৰচিলে। আয়ে নওলাৰ মুখৰপৰাই স্তুতি কৰিব ধৰিলে, "বাপ, মই পাপী, বন্দীহে অপৰাধী।" তেতিয়া গুৰুজনে বলাইৰ হাতখন এৰি দিছে।[২]

**২-১৮-১৫** ৰণ্ডীয়াল গৃহ চাবলৈ দেশৰ প্ৰজা ঢাপলি মেলি আহিব ধৰিলে। লোকে দিয়া টকা, বয়-বস্তুৱে কীৰ্ত্তন ঘৰত দ'ম খালে। ধূৰ্ত্ত লোক সকলেও শৰণ ল'ব ধৰিলে। একশ-ছয়কুৰি লোকে একেলগে আঁঠু পাৰি শৰণ ল'লে। সকলোৰে আগত বুঢ়া আতাই আঁঠু লয়। গুৰুজনে বুঢ়া আতাক গুৰুবাক্য বোলায় আৰু আতাই সিহঁতক গুৰুবাক্য বোলায়। এই নিয়মত শৰণ কৰিছে।

**২-১৮-১৬** গুৰুজনৰ লগত থকা ছয়কুৰি আলহী ভকতে ভাৰ বোৱা কান্ধ মাৰিৰ খৰি কৰি ভাত ৰান্ধি আলহী ঘৰত নি ভাত খায় আৰু কীৰ্ত্তন ঘৰত শোৱে। পিছত অহা সকলে চাউল-পাতৰ সিধা নি ঠাইৰ অভাৱত উপবাসে

---

২। মথুৰাদাস বুঢ়া আতাৰ ভাৰ্য্যা আয়ে সদায় গা ধুই উঠি গুৰুজনাক সেৱা কৰিহে আহাৰ খাইছিল। আয়ে ঘৰৰপৰা কীৰ্ত্তন ঘৰলৈ আহি গুৰুজনাক সেৱা কৰোঁতে সময় লাগে দেখি গুৰুজনাৰ ভৰিৰ ধূলি ঘৰতে ৰাখি তাতে সেৱা কৰাৰ কথা ভাবি পুত্ৰ বলাইৰ হাতত এচপৰা মাটি দি সেই মাটি গুৰুজনাৰ চৰণ স্পৰ্শ কৰি আনিবলৈ আদেশ কৰিছিল।

থাকে। এই কথা গুৰুজনে শুনি বুঢ়া আতাক ক'লে, "গোপাল, তুমিয়ে অতিথি ভকতৰ চুৰা পাগ-পাত্ৰবোৰ গুচাই দিবা, যাতে পাছত অহাসকলে তাত ৰান্ধিব পায়।" বুঢ়া আতাই গুৰুৰ বাক্য লৈ বহুত দিন সেই সেৱা কাৰ্য্য কৰিছে। বুঢ়া আতাৰ সেই কাৰ্য্য দেখি ভকতে অসূয়া কৰি কয়, "এইটোৰ আৰু একো নাই, গোটেই ম্লেচ্ছ, যাৰে-তাৰে চুৰা পেলায়, বাকৰিয়নি আঁতায় বেলা দুপৰলৈকে; খাব, শুব, নাম-গুণ গোৱা একো নাই, সকলো এৰিলে আৰু।" বুঢ়া আতাই ভকতে এনেকৈ কোৱা গম পাই কলৰ পাতৰ ঠাৰিৰে কঠ এখন বনাই নাম গাইছে। আকৌ আলহী আহিল; ঘৰ, বাট, বাকৰিয়নি আকৌ চুৰা হ'ল। গাঁওৰ ভকতসকল আহিলে ভাত ৰান্ধিবৰ ঠাই নাপাই লঘোনে থাকে। এদিনাখন পৰম চতুৰ্ভুত আতৈ আহিল। তেওঁক চাউল-চৰু দিয়া হ'ল। আতৈয়ে ভাত ৰান্ধিবৰ ঠাই নাপাই কীৰ্ত্তন ঘৰতে ভোকে-লঘোনে শুই আছিল। ৰাতিপুৱাই গুৰুজনাই গৈ দেখিলে আতৈয়ে কীৰ্ত্তন ঘৰত শুই আছে আৰু মূৰৰ শিতানত চাউল, চৰু সকলো আছে। গুৰুজনে আতৈক সুধিলে, "আতৈ, কালি ভোজন কিয় নকৰিলা?" আতৈয়ে ক'লে, "বাপ, ভাত ৰান্ধিবলৈ ঠাই নাপালো। অতিথি ঘৰলৈ গ'লো, চুৰা চৰু-তৰু তেনেই পৰি আছে।" গুৰুজনাই ক'লে, "গোপালক সেইবোৰ চাফা কৰিব দিছিলা দেখোঁ, এনেহে কৰিলেনে?"

**২-১৮-১৭** পৰম চতুৰ্ভুজ আতৈয়ে আগত ভাগৱত লৈ দণ্ডৱতে পৰি গুৰুজনাক ক'লে, "বাপ, ঠাকুৰ জগন্নাথ আৰু আপুনি সাক্ষী হ'ব ভকতত শৰণ ল'লো।" গুৰুজনে ক'লে, "অ' দেউ থাকিল, গুৰু থাকিল, ভকততহে শৰণ ল'লা দেখোঁ।" আতৈয়ে ক'লে, "বাপ, এই দায় অৰ্জুনক ধৰা যাওঁক। কৃষ্ণক পাইবাৰ জানা ভকতেহে পন্থ। ইয়াক কহয় গীতা ভাগৱত গ্ৰন্থ।" আতৈয়ে আকৌ নামত শৰণ ল'লে। গুৰুজনে ক'লে, "ঈশ্বৰ দেখোঁ থাকিল, নামতে যে আগতে শৰণ ল'লা?" আতৈয়ে ক'লে, 'বাপ, এই দায় হনুমন্তক ধৰক। হে হে ৰাম, তোমাতো অধিক নাম।" আতৈয়ে ঈশ্বৰত শেষতহে শৰণ ল'লে। আতৈয়ে তিনি শৰণহে ল'লে।

**২-১৮-১৮** হৰিহৰ আতাই ভাগৱত নুশুনে। তেওঁ গুৰুজনাক পৰিচৰ্য্যা কৰিছিল, তথাপি ভাগৱত নুশুনে। ভালকৈ বুজনি দিয়াতহে পাছত তেওঁ ভাগৱত শুনিছে শ্ৰদ্ধাৰে।



# উনবিংশ অধ্যায়

২-১৯-১ ভাটৌকুছীয়া আতা ঃ ভাটৌকুছীয়া আতাৰ উপৰি বংশক টেপাই কাথৰ (কায়স্থৰ) ঘৰ বুলিছিল। টেপাই কাথৰ ল'ৰা চিৰামখা, চিৰামখাৰ ল'ৰা বিৰামখা, তেওঁৰ পুত্ৰ হৰামখা, হৰামখাৰ পুত্ৰ গাভুৰখা, তেওঁৰ পুত্ৰ দীঘলা কাথ, দীঘলা কাথৰ সন্তান টেপাই কাথ। তেওঁৰ ভাতৃ চতুৰ্ভুজ। আৰু টেপাই কাথৰে ল'ৰা ভাটৌকুছীয়া আতা।[১]

২-১৯-২ টেপাই কাথৰ ঘৰ আছিল বণ্ডুকাত। বাৰ ভূঞাৰ জী-পুত্ৰ, জ্ঞাতি আহোম ৰাজ্যলৈ আহোতে তেওঁলোকেও উজাই আহিছিল। হাতীধৰা জগৰত মাধৱদেৱ আৰু হৰি জোঁৱাইক ধৰি নি ৰজাই হৰি জোঁৱাইক কাটিলে। মাধৱদেৱক ছয়মাহ ৰাখি পঠাইছে। গুৰুজনে (শঙ্কৰদেৱে) তাতে দুখ কৰি বৈৰাগীৰপৰা সুধি-পুছি ৰাতিয়ে উজনিৰপৰা ভটিয়ালে। এই বাৰ্তা পাই আন আন লোকেও উজনিৰপৰা ভটিয়ালে। তেতিয়া স্বৰ্গনাৰায়ণ ৰজাই সতাই কেমেৰা চাউদাঙৰ দ্বাৰা বাধা দি তেনে লোকক উজাই নিয়াইছে। টেপাই কাথৰ চাউল-সামগ্ৰীৰ নাটনি হ'ল। বালিহা গাঁওৰ কঠালকুছিয়া ব্ৰাহ্মণ এজনে টুপাই কাথক চাউল-লোণ দি বুদ্ধি দি ক'লে, "উজনিৰ লোক বৰ কটকিনা, তাত দুখ পাবা; ইয়াতে ৰোৱা যদি আমিয়ে পৰাখিনি সহায় কৰিম তোমাক।" তেতিয়া টুপাই কাথে গ্ৰহণী ৰোগ হোৱা বুলি ভাও জুৰি তাতে ৰ'ল। তাতেই কাথৰ ছোৱালী মাধুৰী জন্মিছে।

২-১৯-৩ চ'ত মাহ, মনতাল বিললৈ লোকে মাছ মাৰিবলৈ গৈছিল। পত্নী আয়ে পাঁচিলত টুপাই কাথে বামুণৰ ভগা পল এটি লৈ গৈছে মাছ মাৰিবলৈ। তাতে লঙ্গবৰৰ পুত্ৰ পখুৱাক লগ পাইছে। পখুৱা বণ্ডুকাৰপৰা অহা কাথ। কথা

---

১। ভাটৌকুছীয়া আতাৰ বংশলতাত দেখা গ'ল যে তেওঁলোকৰ আদি পুৰুষ টেপাই কাথ, আৰু সপ্তম পুৰুষ, আতাৰ পিতৃৰো নাম টেপাই কাথ। এতেকে দুইজন টেপাই কাথ বেলেগ পুৰুষ। আতাৰ পিতৃক টেপু কাথ নামেৰেও জনা যায়।

ওলাই দুয়োৰো মাজত চিনাচিনি হোৱাত বিলৰ পাৰত বহি সুখ-দুখৰ কথা কওঁতে মাছ মৰা নহ'ল। তেওঁলোকক দেখি মাছমৰা লোকসকলে এটা দুটা মাছ তেওঁলোকৰ কাষতে পেলাই গ'ল। টেপাই কাথে পখুৱাক ক'লে, "হেৰা, তোমাৰ ল'ৰালৈ মোৰ ছোৱালীক দিছো।" এনেকৈ তেওঁলোক দুজনে মিত্ৰ হৈ থাকি তাত ধান-চাউলৰ অভাৱ পাই দুয়োজনে আলোচনা কৰি লুইতৰ উত্তৰ পাৰ হৈ ভগা টেঁকীয়া নামৰ লোক এজনৰ বাৰীত ঘৰ কৰি ৰৈছে। তাত পখুৱাৰ পুত্ৰ জৰামলৈ মাধুৰীক বিবাহ দিছে। সেই ঠাইতে টেপাই কাথৰ পুত্ৰ ভাটৌকুছীয়া আতাৰ জন্ম। দহ-বাৰ বছৰ তেওঁলোকে তাতে ৰ'ল। টেপাই কাথে পুত্ৰক লৈ পূৰ্বৰ ৰাজ্য বণ্ডুকালৈ যাব খুজিলে পত্নীক জী-জোঁৱাইৰ তাত থৈ। কোনো কোনোৱে কোৱা মতে দৰঙৰ বৰভাগৰ বেচেকা দ্বাৰ কৰিয়া পাৰৰ বণ্ডুকা বুলি।

২-১৯-৪ আৰু লক্ষ্মীনাৰায়ণ ৰজাই চিৰমাখাঁ, বিৰামখাঁ, গাভৰুখাঁ আৰু গদাইখাঁ — এই চাৰিজনক বৰুৱা পাতি হাজোৰ দৌল বান্ধাৰ ভাৰ দিলে। তেওঁলোকে বনুৱাৰদ্বাৰা ডেৰ বছৰত দৌল বান্ধিলে, হ'ল। চাৰিওজনে আলোচনা কৰি ক'লে, "দৌল প্ৰতিষ্ঠা কৰিবলৈ ৰজাই আমাক পঠাব পুনৰ, এতেকে দৌল প্ৰতিষ্ঠা কৰিয়ে যাওঁ।" এইবুলি তেওঁলোকে দৌল প্ৰতিষ্ঠা কৰিলে। ইয়াতে ৰজাই তেওঁলোকৰ জগৰ ধৰিলে। ৰজাৰ সেই কথা শুনি তাৰপৰা গৈ তেওঁলোকে বেচেকা দ্বাৰ ভোটপাৰত আছিল। টেপাই কাথ পুত্ৰ সৈতে তালৈ গৈ জ্ঞাতি বংশৰ লোক পাই তাতে ৰৈছে। কোনোৱে কয় তেওঁলোক বণ্ডুকালৈ গৈছে। তাতে আঢ়ৈ বছৰ থকাত টেপাই কাথ ঢুকাল। দহা-কাম আহিল। ভাটৌকুছীয়া আতাই কাজলৈ সামগ্ৰী বিচাৰি গৈ ভাগৰ লাগি বালিকুছিৰ চতাই চৌধুৰীৰ নাও কাৰখানাৰ নাও এখনৰ কড়িতে পৰি শুলে। আতাৰ ভৰি কড়িৰপৰা ওলমি আছিল। তাতে আতাৰ গাত ৰ'দ পৰে বুলি এডাল বগা সৰ্পই ডলাৰ মান ফেট তুলি ছাঁ কৰি আছিল। তাকে দেখি হাৰৈ বুঢ়ীয়ে ওচৰ চাপি গ'ল। সৰ্প ঠাইতে অন্তৰ্দ্ধান হ'ল। বুঢ়ীয়ে আতাক জগালে আৰু কথা সুধিলে। আতাই সকলো ক'লে। বুঢ়ীয়ে আতাক ক'লে, "তুমি শুদা শক্তিৰ নোহোৱা, বহলাই কাম হ'ব, যোৱাগৈ। তাৰ পাছত কাজ-ভোজ-সভা হ'ল। তাতে আতাৰ খুৰাক চতুৰ্ভুজ আতৈয়ে আতাক ধৰি কেতাইখাঁৰ বংশৰ সৰুধন কাথৰ কন্যা আতালৈ বিবাহ কৰাইছে। লগৰ

চাৰিওজনে কষ্টকৈ আনিছে, বাকী তিনিজনে নিজৰ ভাগ নেৰো বুলিলত আতাই ক'লে, "মোৰ কাওণ এৰিলো, সিহঁতৰ কাওণ দি যোৱা।" আতা এনেকৈ দি গৈ দধিৰ সত্ৰত আঠ দিন ৰৈছে। দধিৰ সত্ৰৰপৰা পৰম কমাৰ ভকত গৈছিল বিষ্ণু আতাৰ মাতৃৰ তিথিলৈ। পৰম কমাৰৰ লগত আতা কাঠসিলৈ গ'ল। পৰম কমাৰ আতাই ভাটৌকুছীয়া আতাক সোধ-পোছ কৰি পৰম শ্ৰদ্ধাকৈ ৰাখি লৈ আহিল। মাধৱদেৱ গুৰুজনাৰ মাতৃৰ তিথিলৈ আহোতে টুপলীয়া হৰি আতৈয়ে তিথিলৈ জোলোঙাত বস্তু আনিছিল আৰু ভাটৌকুছীয়া আতায়ো আনিছিল। আলমৰা আতৈয়ে ভাটৌকুছীয়া আতাক পাই গুৰুজনাত ভেটি ক'লে, "বাপ, এওঁ চতুৰ্ভুজ আতাৰ ভতিজা হয়, মলশৰপৰা আপোনাৰ গুণশীল মহিমাই জৰী লগাই আনিছে, আপোনাৰ চৰণত বিক্ৰী যাবলৈ, বৰ গম্ভীৰ লোকজন।" গুৰুজনে আলমৰা আতৈক কৈছে, "অ' পেটুৱা, মোৰ বস্তু মোকে ভেটা।" ভাটৌকুছীয়া আতাই ক'লে, "বাপ, ছল-চাতুৰিকৈয়ে দিন-কাল যাওঁক আপোনাৰ চৰণত।" পিছদিনাখন গুৰুজনে ভাটৌকুছীয়া আতাক মহাপুৰুষক গুৰু বোলাই শেষ শয়ন, সহস্ৰ বয়ন, সকলো ক'লে। আতাক কেশৱচৰণ নাম দিছে গুৰুজনে।

২-১৯-৫ লক্ষীকান্ত আতৈৰ ঘৰ ঘোঁৰাঘাটত আছিল। ৰঘুৰজাই তেওঁক সেই গাঁওৰ দেউৰী পাতি গাঁওৰ সীমা হাজোলৈকে দিলে। আতৈৰ সৈতে গোটেই গাঁওৰ মানুহে মহাপুৰুষক গুৰু বুলিছিল। মহাপুৰুষক গুৰু বুলি তেওঁলোক হাজোলৈ উঠি গ'ল। হাজোত তেওঁলোকে আলোচনা কৰি ক'লে, "আমি মহাপুৰুষক গুৰু বুলিছো, তেওঁক সেৱা-শুশ্ৰূষা কৰিব লাগিছিল; কিন্তু আমি যে বহুত দূৰত ৰ'লো।"

২-১৯-৬ গুৰুজনাই লঠৰিয়া অনন্ত আতৈক ক'লে, "খাটনি গোপাল আতাক মাতাচোন।" গোপাল আতাক (বুঢ়া আতাক) মাতি অনা হ'ল। গুৰুজনাই আতাক ক'লে, "মই যে বনখিনি কৰিব দিছিলো, নকৰা কিয়?" আতৈয়ে ক'লে, "বাপ, ভকতে অসূয়া কৰি মোক কয়, এইটোৰ আৰু নাম-গুণ একো নাই, চুৱা পেলাব, ঠাই অঁতাব আৰু খাব। সেইবাবেই বন এৰি নাম লৈছো বাপ।" তেতিয়া গুৰুজনাই ক'লে, "চাৰি সন্যাসীৰ পৰিচৰ্য্যা কৰি নাৰদ মহৰ্ষি হ'ল, কোননো অধমে দাস্য ভাব এৰি উচ্চ পদ পাৰ্থে। অ' মোৰ য'ত সন্তোষ, ভকতৰ তাত

অসন্তোষ। তুমি যোৱা আৰু কামখিনি কৰাগৈ। কৃষ্ণ অৱতাৰত ঈশ্বৰে সম্পূৰ্ণ তিনিখন বৈকুণ্ঠ পৃথিৱীলৈ নমাই আনি অনেক লীলা কৰিলে আৰু মোৰ মহাপুৰুষ গুৰুৱে গোকুল, মথুৰা, বৃন্দাবন – এই তিনিখন স্থানকো আনি এই ৰাজ্যত স্থাপন কৰি কৈৱল্য ধৰ্ম প্ৰচাৰ কৰিলে। তুমি যোৱা কৰাগৈ। সেই কামখিনি ময়ে কৰিব লাগে; কিন্তু বুঢ়া কালত বলে-বুদ্ধিয়ে নোৱাৰো। তুমি মোৰ সলনি কৰাগৈ আৰু মই তোমাৰ সলনি নাম গাম।" তেতিয়া আতাই পৰম অহোপুৰুষাৰ্থকৈ গুৰুজনাক পৰিচৰ্য্যা কৰিব ধৰিলে। গুৰুজনাৰ ওচৰলৈ অহা সকলো ভক্ত, অতিথিয়ে আতাৰ ব্যৱহাৰত সন্তোষ পাই যায়। তাকে দেখি গুৰুজনে আতাৰ ওপৰত পৰম সন্তুষ্ট হৈ ক'লে, "আতৈ, তুমি মথুৰাপুৰ শুদ্ধ কৰিছা, এতেকে তোমাৰ নাম মথুৰাদাস দিছো। মোক যেনেকৈ কৃত্য ·সেৱা কৰি তুমি সন্তোষ লগাইছা, তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা; তোমাৰ যশে জগত জুৰিব।"

**২-১৯-৭** কৰ্ণপুৰ নামেৰে এজন লোকে গুৰুজনাৰ তাত ভাগৱত পঢ়ে। তেওঁ ৰঙা বস্ত্ৰ পিন্ধে, ৰঙা চন্দনৰ অৰ্দ্ধ চন্দ্ৰাকাৰ ফোট লয়। গুৰুজনাই তেওঁৰপৰা ভাগৱত শুনিবলৈ সংকোচ কৰে। এদিনাখন গুৰুজনাই তেওঁক সুধিলে, "বিপ্ৰ, তোমাৰ ভাগৱতত অমল শৰণ আছেনে? সপোনত গুৰুজনাই মোক তোমাক সুধিব দিছে।" বিপ্ৰই ক'লে, "বাপ, আছে, লব নালাগে।" গুৰুজনাই ক'লে, "নহয়, লাগিব। শৰণ লবলৈ তোমাৰ ইচ্ছা আছে নে নাই?" বিপ্ৰই ক'লে, "বাপ, পৰহিলৈ শৰণ ল'ম।" বিপ্ৰই আহি শৰণ ল'লে। ভকতে গুৰুজনাক ক'লে, "বাপ, এতিয়া পৰিচৰ্য্যাৰ ভাৰ বিপ্ৰকে দিয়ক।" ভকতে গুৰুজনক পৰিচৰ্য্যাৰ ভাৰ বিপ্ৰক দিলে। বিপ্ৰই গুৰুজনাৰ এইখিনি সেৱাৰ কৰ্ম নিতৌ কৰিছে – গুৰুজনাৰ ভৰিখন ধুই গামোচাৰে মচি দি তেৰাক বিছনাত তুলি থোৱা, গুৰুজনাক কৰিযোৰা[২] পিন্ধোৱা, গুৰুজনাৰ কঠ তুলি থোৱা আৰু পাট-চলি ধুই থোৱা।

**২-১৯-৮** লক্ষীকান্ত আতৈৰ পিতৃ পুষ্কৰ আতৈ ঘোঁৰাঘাটত আছিল। লক্ষীকান্ত জন্মাৰ এমাহ পাছতে প্ৰসূতাৰ দোষত মাক ঢুকাইছিল। পিতৃয়ে লক্ষীকান্তক কল, গাখীৰ খুৱাই ৰাখিছিল। পুষ্কৰ আতৈয়ে গুৰুজনাৰ ওচৰলৈ আহি ক'লে, "বাপ, লক্ষীকান্তহে মোৰ পিতৃ, মই অন্ধৰ চকু।" তেতিয়া গুৰুজনাই

২। কৰি ঃ কাণত পিন্ধা অলঙ্কাৰ বিশেষ।

ফকৰা মাতিছে –

"আগে উপজিল সৰু ভাই,
পাছত উপজিল কাকা,
কেৰমেৰ কৰি মাক উপজিল,
তেহে উপজিল বাপ।"

পুষ্কৰ আতৈয়ে মহাপুৰুষক গুৰু বুলিলে। তেওঁৰ কিছু ধন আছিল, সেই টকাৰে তেওঁ লোণ কিনি ছয়কুৰি ভকতক ছয়কুৰি সেৰ লোণ দিছে। ভাটৌকুছীয়া আতায়ো প্ৰথমে তাৰে এসেৰ লোণ পাইছে।

২-১৯-৯ গৃহস্থী লোক মেঘ চাৱলিয়াই গৈ গুৰুজনাক সেৱা কৰি ক'লে, "বাপ, দক্ষিণলৈ যাব বিচাৰো, ইয়াত চলিব নোৱাৰা হৈছো দেখোঁ।" গুৰুজনাই ক'লে, "বাৰু যোৱাগৈ; কিন্তু গাৰ ছাঁটি আমাৰ বাটচ'ৰাত এৰি থৈ যাবা।" মেঘ চাৱলিয়াই বাটচ'ৰাত অনেক ৰূপে তুতি-মিনতি কৰি ক'লে ছাঁটোক থাকিবলৈ, গুৰুৰ আজ্ঞা; ছাঁটোৰে নাথাকে। অনেক গালি-শপনি দি ক'লে, তথাপি যায়, অস্ত্ৰেৰে ঘপিয়ায়, তথাপি যায় পিছে পিছে। উপায় নেপাই তেওঁ উভতি গৈ গুৰুজনাক ক'লে, "বাপ, অনেক প্ৰকাৰে কৈ ছাঁটোক থ'ব নোৱাৰিলো আৰু নেৰিলে আপোনাৰ বাক্য লংঘন হয়।" গুৰুজনাই ক'লে, "দুখ-সুখ মানুহৰ গাৰ ছাঁ, পূৰ্বৰ প্ৰাপ্তন, পূৰ্বজন্মৰ আৰ্জিত ফল; ভুঞ্জিব লাগে। দক্ষিণলৈ গ'লে দুখ গুচিব কিয়? ছয় উৰ্মিয়ে আত্মা; সাত ধাতু ছাল, শাখাই আঠ প্ৰকৃতি; দহ বায়ু পাত; ঈশ্বৰ আৰু জীৱাত্মা দুই পক্ষীয়ে সেই বৃক্ষত বাস কৰে। বৃক্ষত সকলো ফল ধৰে, তাকে জীৱাত্মা পক্ষীয়ে খায়। এই সংসাৰ বৃক্ষত ঈশ্বৰ আৰু জীৱাত্মাই বাস কৰি জিৰায়; জীৱাত্মাই সুখ-দুখ যি আৰ্জিত ফল সেই সেই ফল খায়। লোকসকল আৰু সকলো প্ৰাণীয়ে সুখকে বিচাৰে; দুখ পূৰ্ব কৰ্ম উপাৰ্জিত, দৈৱই তাক আনি মিলায়।"

২-১৯-১০ এজন ভকতে মাছ ভগাইছিল। মাছৰ ডাঙৰ ডোখৰবোৰ গাৰ ফাললৈ ৰাখি ফিচা আৰু মূৰবোৰ বাহিৰৰ ফালে থয়। বাহিৰৰ ভাগ তেওঁ ভকতক দিয়ে আৰু গাৰ ফালৰ সৰহভাগ তেওঁ নিয়ে। আয়ুসৰ অন্তত সেই ভকত ঢুকাল। ভকতক কষ্ট দিয়াৰ হেতু তেওঁ চিলনী পক্ষী হ'ল। ভকতে মাছ ভগাওঁতে

সেই পক্ষীয়ে ভকতৰ ধুতীত ধৰি থাপ মাৰি চোৱে, ভকতে বাহিৰ ওলাবই নোৱাৰে। ভকতে গুৰুজনাক ক'লে, "বাপ, দুষ্ট চিলনীটোৰ বাবে ভকতে মাছ ভগাবই নোৱাৰে, বাহিৰ ওলাব নোৱাৰে। তেতিয়া গুৰুজনাই ঘোষা মাতিছে

যতেক অনৰ্থ আছে সংসাৰত
তাতে তিনি বিধ সাৰ,
কাম ক্ৰোধ লোভ আপুন নাশন
জানি কৰা পৰিহাৰ।
আত্মা নাশ হেতু কাম ক্ৰোধ লোভ
নৰকৰ তিনি দ্বাৰ।
জানি তাক ত্যেজি কেৱল কৃষ্ণৰ
ভকতিক কৰা সাৰ।।

তেতিয়া গুৰুজনাই বৰ দুখ কৰি এটি বুদ্ধি দিছে – তোমালোকে খেৰৰ থোপা এটি কৰি এটা মূৰত জুইৰ জ্বলা আঙঠা আৰু আনটো মূৰত মাছ এডোখৰ বান্ধি থবা।" চিলনীটোৱে মাছ ডোখৰ দেখি থোপাটো থাপ মাৰি নিলে। পাখিৰ বা লাগি থোপাটো জ্বলি পাখি পুৰি চিলনীটো অকালতে মৰিল। ভকতে গুৰুজনাক ক'লে, "বাপ, দুষ্ট চিলনীটো পুৰি মৰিল আজি।" গুৰুজনাই ক'লে, "ভঁড়ালৰপৰা গামোচা এখন নি তাক পুতি থোৱা।" ভকতে গামোচা দি চিলনীটো পুতিলে। সেই নিশা জয়হৰি আতৈয়ে সপোনত দেখিলে, এজন ভকতে ভকতৰ বাহাৰ দুৱাৰে দুৱাৰে ধূলা লৈ ফুৰিছে এইবুলি কৈ, "আজিহে গুৰুজনে মোক মুক্ত কৰিলে।"

২-১৯-১১ গুৰুজনে এদিনাখন হৰিহৰ আতাক মিছাকৈ খং কৰি দায় ধৰিছে কীৰ্ত্তন ঘৰত ওলাব সোমোৱাৰ ভু নোপোৱা বাবে। আতৈক গুৰুজনে দায় ধৰা দেখি সকলো ভকতে ভয় খাই নিজৰ নিজৰ আচৰণ বিচাৰ কৰি লৈছে। গুৰুজনাই সেই সময়ত ঘোষা ৰচিছে – "আপুনি মহন্ত নুহি, মহন্তকো নুপসিলা কদাচিত, তাৰ উপদেশ আনো নহয়, আপুনো ভৈল বঞ্চিত।"

২-১৯-১২ বুঢ়ীৰ পো গোবিন্দ আতৈৰ ককাক সুদাম আতৈৰ ঘৰ আছিল বৰ কৰৈবাৰীত। সুদাম আতৈৰ জীয়েকৰ নাম ৰতি। ৰতি আইক বিয়া দিছিল

গোবিন্দপুৰত। ৰতি আইৰ গৰ্ভত গোবিন্দ আতৈৰ জন্মৰ পাছত আতৈৰ পিতৃ ঢুকাল। সুদাম আতৈয়ে আহি নাতি আৰু জীয়েকক নিজ ঘৰলৈ নিলে। কৰৈবাৰীত গোবিন্দক কোনোৱে নুচুৱে, সমাজৰ শাৰীত ভাত নিদিয়ে দেখি মাকে সুদাম আতৈক ক'লে, "পিতা, মোৰ ল'ৰাটোক গুৰুজনাৰ ঠাইতে থোৱানি, তাতে ভকত হৈ গুৰুজনাক পৰিচৰ্য্যা কৰি থাকক।" আতাই নাতিয়েকক নি গুৰুজনাক দিলে। গুৰুজনাই ক'লে, "ল'ৰাটি ক'ৰ?" আতাই ক'লে, "বাপ, মোৰে নাতি হয়, মাকে পঠাইছে আপোনাৰ চৰণলৈকে দি।" গুৰুজনাই ক'লে, "ল'ৰাটিক নিয়া। গৰুৰ পোৱালি মাকৰপৰা আঁতৰত গৃহস্থই বান্ধি থয়, মাকে হেম্বেলিয়াই স্নেহত, কেতিয়ানো পোৱালি মুকলি কৰি দিব এইবুলি আৰু পোৱালিও মনতে ধ্যান কৰি থাকে কেতিয়া মাকৰ ওচৰলৈ যাব পাৰিব বুলি।" আতাই নাতিয়েকক লৈ আহিল। মাকে পুতেকক আতৈৰ তাত লৈ আহি ক'লে, "নহয় পিতা, দুয়ো গৈ কওঁ গুৰুজনাক।" বুঢ়া ভকতে আতৈৰ জীয়েক-নাতিয়েক দুয়োকো গুৰুজনাৰ ওচৰলৈ লৈ আহিল। গুৰুজনাৰ ঠাই পাই তেওঁলোকে উৰ্বশী আইৰ গৃহত ৰৈছে। পিছদিনা মাক-পুত্ৰ দুয়োকো গুৰুজনাই শৰণ কৰাইছে। গোবিন্দৰ আই মাতৃয়ে বৈধব্য ব্ৰতত থাকিক বুঢ়া ভকতৰ সেৱাৰ কাৰ্য্য কৰিছে। তেওঁ আতৈৰ কাঁথি লিপে, চোতাল সাৰে, ধান বান্ধে আৰু কাপোৰ ধোৱে। সুদাম আতৈয়ে পুনৰ গ'ল গুৰুজনাৰ ঠাইলৈ। তেওঁ প্ৰতি মাহতে তেনেকৈ গৈ গুৰুজনাৰ সেৱা কাৰ্য্য কৰে। গোবিন্দই আতৈক ক'লে, "ককা, মোকো গুৰুজনাক কৈ গুৰুজনাৰ এফেৰি সেৱাৰ কাৰ্য্য খুজি দিয়া। ককা আৰু নাতিয়েকে গুৰুজনাৰ ওচৰলৈ গ'ল আৰু ককাকে গুৰুজনাক ক'লে, "বাপ, ল'ৰাটিয়ে এফেৰি সেৱাৰ কাৰ্য্য প্ৰাৰ্থিছে।" গুৰুজনাই ক'লে, "অ' ই দেখোঁ একেবাৰে ল'ৰা, কি বন কৰিব আৰু? বাৰু পুৱা-গধূলি দুমুঠি জোঁৰ আনি দিব।" তেতিয়া ককাকে গোবিন্দক এখন নাও আৰু কাঁচি এখন দিলে। গোবিন্দই নাওত উঠি গৈ পানীত তল যোৱা নল-খাগৰি কাটি আনি শুকাই চাঙত তুলি থয়। তাৰে পুৱা-গধূলি দুমুঠি জোঁৰ বান্ধি গুৰুজনাক দিয়ে। গুৰুজনাই তাৰে চাউল সিজাই ভাল পায়। গোবিন্দ আতৈয়ে গুৰুজনাৰ এইখিনি সেৱা কাৰ্য্য কৰিছে।

২-১৯-১৩ গোবিন্দ আতৈৰ মাতৃ আয়ে নামঘৰৰ চোতাল সাৰোতে

কঁকাল জঠৰ হ'ল। পোন হৈ তেওঁ ক'লে, "ব়াহ্মৱ কৃষ্ণ।" মাধৱদেৱ গুৰুজন চ'ৰাঘৰত আছিল ভকতৰ সৈতে। বুঢ়ীয়ে বাহ্মৱ কৃষ্ণ কোৱা শুনি গুৰুজনে ক'লে, "শ্ৰীৰাম, বুঢ়ীক কোৱা আজিৰেপৰা আমাৰ চোতাল, কাঁথি সাৰিব মচিব নালাগে আৰু। বুঢ়ীয়ে জগতৰ ঈশ্বৰ কৃষ্ণকে বাহ্মৱ পালে, কেনেকৈ আৰু তেওঁক তললৈ নমাম।" শ্ৰীৰাম আতাই বুঢ়ীক কথাটি ক'লে। বুঢ়ীয়ে কান্দি দুখ কৰি গুচি গ'ল। বুঢ়ীয়ে ভাত-পানী খাবলৈ এৰি দুখ কৰিছে, "মই অভাগীয়ে মনতে নাম স্মৰণ নকৰিলো, এতিয়া সেৱাৰ কামখিনি মোৰ গুচিল।" দহ বাৰ দিন চোতাল-কাঁথি সাৰা-মচা হোৱা নাই, তথাপি সেই ঠাই আগতকৈ পৰিষ্কাৰ হৈ থাকে। গুৰুজনাই ক'লে, "শ্ৰীৰাম, ঠাই কোনে পৰিষ্কাৰ কৰিছে?" আতাই ক'লে, "বাপ, নাজানো।" গুৰুজনাই ক'লে, "বুঢ়ীয়ে কৰিছে কিজানি, সোধাচোন।" শ্ৰীৰাম আতাই বুঢ়ীক সুধিলেগৈ। বুঢ়ীয়ে ক'লে, "বাপ, গুৰুৰ আজ্ঞা লংঘন কৰি কিয়নো সাৰিম? মই সাৰা নাই।" গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "আজি নিশা মন কৰি চাব পাৰা কোনে ছদ্মবেশ ধৰি চোতাল সাৰে!" শ্ৰীৰাম আতাই সেই ৰাতি তিনিপৰ নিশালৈ চাই আছিল; কিন্তু একো নেদেখিলে। আতাই গুৰুজনাক ক'লে, "বাপ, তিনিপৰ নিশালৈ চাই আছিলো, একো নেদেখিলো।" গুৰুজনাই আতাক ক'লে, "আজি নিশা খটখটিত পৰি থাকিবা ৰাতি পুৱালৈকে, কিজানি কিবা দেখাই।" আতৈয়ে ৰাতি খটখটিত পৰি আছিল। আতাই দেখিলে শেষ ৰাতি এহাল বুঢ়া-বুঢ়ী আহিছে। বিজুলীৰ পোহৰত আন্ধাৰ যেনেকৈ আলোকিত হয়, বুঢ়া-বুঢ়ীৰ গাৰ জ্যোতি তেনেকৈ প্ৰকাশ পাইছিল। আতাই ভয়তে কম্পমান হৈ সংকোচ ভাৱেৰে বুঢ়া-বুঢ়ীক সুধিছে, "তোমালোক কোন আৰু এনে ছদ্মবেশ কিয় ধৰিছা?" বুঢ়াই ক'লে, "মই কৃষ্ণ আৰু এওঁ ৰাধা। বুঢ়ীৰ খেদ আৰু ভক্তিয়ে মোক বশ্য কৰিলে, সেই কাৰণে বুঢ়ীৰ গা বদলে আহিছো।" এইবুলি কৈ বুঢ়া-বুঢ়ী অন্তৰ্ধান হ'ল। তেওঁলোকৰ গাৰ ৰশ্মি আতাৰ গাত লাগি আতাৰ প্ৰেম নিগৰি গাৰ নোম শিয়ঁৰি উঠিল। আতাই তেনেকৈয়ে আহি গুৰুজনাৰ চৰণত পৰিলগৈ। গুৰুজনাই ক'লে, "শ্ৰীৰাম কেনে দেখিলা?" আতাই ক'লে, "বাপ, অদ্ভুত, আচৰিত কি ক'ম? এনেহেন কথা।" তেতিয়া মাধৱদেৱে ঘোষা মাতিছে –

মাধৱৰ নাম বৎস প্ৰায় ভৈল,

ভক্তে ভজে তাঙ্ক লৈ যান্ত
বেদৰ ঈশ্বৰ হৰি ধেনু
তাৰ পাচে পাচে যান্ত।।

গুৰুজনাই আতাক ক'লে, "বুঢ়ীক কোৱাগৈ পূৰ্ব্বৰ দৰেই বন কৰক।" আতাই বুঢ়ীক ক'লে আৰু বুঢ়ীয়ে আগৰ নিয়মে বন কৰিছে। বুঢ়ীক আগ কৰিহে শ্ৰীৰাম আতাই নাম লয়। বুঢ়ী বৰলোক হ'ল।

২-১৯-১৪ যদুমণি আতৈয়ে উৰালত চিৰা কুটে গুৰুজনালৈ। চিৰাৰ ধান তুঁহ আৰু বেছি ভাজা চিৰা দুটামান বাছি লৈ তেওঁ চিৰাৰ সোৱাদ লয়। তাকে দেখি শ্ৰীৰাম আতাই ক'লে, "যদুমণি কি কৰা? আগতে খাই গুৰুজনাক দিলে সেয়া গুৰুজনাক অৱশেষ দিয়াৰ অপৰাধ হ'ব।" গুৰুজনাই তেওঁলোকৰ কথা-বতৰা শুনি সুধিলে, "কি হ'ল?" যদুমণিয়ে ক'লে, "বাপ, মই আগতে নাখাওঁ, দুটিমান চিৰা আঁতৰাই লৈ সোৱাদ চাওঁ, চিৰা আপোনালৈ ভাল হৈছে কি হোৱা নাই আৰু নহয় যদি পুনৰ ভাজো। তেতিয়া গুৰুজনাই বৈষ্ণৱানন্দৰ শ্লোকৰ ভাঙনি পদ কৰিছে –

ভকতৰ অৱশেষ মোৰ জীৱ প্ৰাণ,
ইয়াক এৰয় যিটো বধৰ সমান
ভকতৰ শেষত পৰে বস্তু শ্ৰেষ্ঠ নাই
তাক ভুঞ্জিবাক সখি মোৰ বাঞ্ছা যায়।

– কৃষ্ণই অৰ্জ্জুনক এইদৰে কৈছিল। গুৰুজনাই পুনৰ ক'লে, "যদুমণি, ভকতৰ অৱশেষ মোৰ কাৰণে ভালহে; কিন্তু সেয়া ভকতকো দিওঁ, সেইবাবে আজিৰেপৰা নকৰিবা।"

২-১৯-১৪ পহৰিৰাম আতৈয়ে পহৰা দিয়ে পত্নীয়ে ভকতক চিৰা, কল, গাখীৰ, ঘী, গুৰ, চেনি, তামোল, পাণ ভগাই দিয়াৰ সময়ত। পত্নীয়ে আনক দিয়াতকৈ ভকতক কিছু কমকৈ দিয়ে। আতৈয়ে কয়, "আনৰ ওপৰত নিৰ্ভৰ কৰা উদাসীন ভকতক কিছু বেছি দিবা ক'ত, কমকৈয়ে দিয়া কিয়?" পত্নীয়ে তথাপি কমকৈ দিয়ে, আতৈৰ কথা নামানে। আতৈয়ে পত্নীক মাৰিবলৈ মনতে ক্ৰোধ কৰি থাকে; কিন্তু পত্নীৰ কথাত বলে নোৱাৰে। সেই ক্ৰোধ ভাব লৈ আতৈ

ঢুকাল। ভকতক ক্ৰোধ কৰা বাবে আতৈৰ ফেটি সাপৰ জন্ম হ'ল; কিন্তু নামৰ বাসনাত জ্ঞান পাই সৰ্প হৈয়ো নিতে কীৰ্ত্তন ঘৰলৈ আহি নাম শুনে। সাপডালে কীৰ্ত্তন ঘৰৰ বাৰাণ্ডাত কুণ্ডলী পকাই থাকে। নাম শেষ হ'লে গুৰুজনে তাক প্ৰসাদ নিৰ্মালি দিয়ে, আৰু তাকে খাই সি যায়।

এদিনাখন চাৰিজন ভকত আহিছে বামুণাৰপৰা। চ'ত মাহৰ শুকান পথাৰ, তেওঁলোকে পথাৰেৰে পোনাই আহিছে। পাছলৈ চাই তেওঁলোকে দেখিলে এটা সাপে তেওঁলোকৰ ফাললৈ বেগাই আহিছে। সাপে খুটিয়ায় বুলি সাপডাল তেওঁলোকে চপৰা মাৰি মাৰিলে। ভকত চাৰিজনে কীৰ্ত্তন ঘৰলৈ আহি নাম গালে। নামৰ সমাপ্তি হ'ল। গুৰুজনে দুবাৰ সুধিলে, "সৰ্প ভকতটি নাহিল দেখোঁ?" ভকত চাৰিজনে এবাৰত কথাটি মন কৰা নাছিল। গুৰুজনে দুবাৰ কোৱাত তেওঁলোকে ক'লে, "বাপ, কি সৰ্প ভকত?" গুৰুজনাই ক'লে, "সাপ এটিয়ে আহি নিতে নাম শ্ৰৱণ কৰেহি, আজি নাহিল দেখোঁ।" তেতিয়া সেই ভকত কেইজনে ক'লে, "বাপ, সেই পথাৰত ডাঙৰ সাপ এটিয়ে আমাৰ পাছে পাছে খেদি আহিছিল আৰু সি আমাক খুটিয়াই বুলি চপৰা মাৰি তাক মাৰি আহিছো।" তেতিয়া গুৰুজনে দুখ কৰি ভকতক ক'লে, "যোৱা ভঁৰালৰপৰা গামোচা আৰু নিৰ্মালি নি তাৰ ওপৰত দি দকৈ পুতি আহা। খৰকৈ যোৱা, চিলনী বা কাউৰীয়ে তাক খাব।" ভকতে গামোচা, নিৰ্মালি দি সাপটো পুতি থ'লে। সেই নিশা এজন ভকতে সপোনত দেখিলে, এজন ভকতে ভকতৰ বাহাৰ দুৱাৰে দুৱাৰে সেৱা কৰি পদ ধূলি লৈ ফুৰিছে আৰু এইবুলি কৈছে, "মই ক্ৰোধৰ বাবে সাপ জন্ম পাইছিলো আৰু গুৰুজনাৰ কৃপাত আজি নিস্তাৰ পালো।" এইবুলি কৈ তেওঁ বিমানত উঠি বৈকুণ্ঠলৈ গ'ল। ভকতে পুৱা গুৰুজনাক সপোনৰ কথা ক'লে। তেতিয়া গুৰুজনাই পদ মাতিছে –

যেন মাথে বোজা লৈ
অথাই পানীত নামে গৈ
উঠে বোজা নাপায় উমান
সেইমতে দান ব্ৰত
আজন্মে কৰিছে যত
ক্ৰোধে কৰে সবাকো নিৰ্জান।

অনেক জন্মৰ অন্তত যিসকলে নৰদেহা পাইছে, তেওঁলোকৰো কোটিৰ মাজৰ এজনেহে, যিজনে অনেক জন্মত পুণ্য কৰিছে, তেওঁহে হৰি ভক্তি কৰিব, হৰিগুণ গাব পাৰে। আৰু দেখিলা এনে নামৰ মূৰ্তি ভকতৰো পুণ্য নাশ কৰি ক্ৰোধে পুনৰ জন্ম লগায়। এতেকে হে আতৈসকল, কাম, ক্ৰোধ, লোভ, মোহৰ চাৰিখন দুৱাৰ মাৰি নাম লৈ ভক্তি কৰা।"

২-১৯-১৫ এদিনাখন বৰগুৰু আতৈয়ে স্নান কৰিবলৈ নৈৰ ঘাটলৈ গৈছিল। বগৰীবাৰীৰপৰা চাৰিজন ভকত আহি নৈৰ সিপাৰত বৈ আছিল। ঘাটৰ নাওখন ইপাৰত আছিল। তেওঁলোকে আতৈক ক'লে, "আতৈ নাওখন ইপাৰলৈ ঠেলা মাৰি দিয়ক।" আতৈয়ে নামাতে। তেওঁলোকে পুনৰ ক'লে, "আতৈ দিয়কচোন নাওখন ঠেলা মাৰি, আমি গুৰুজনাৰ ঠাইলৈ যাওঁ।" আতৈয়ে মুখেৰে নামাতি গা ধুই আহিবলৈ ওলাল। তেওঁলোকে ক'লে, "দিয়কহে আতৈ নাওখন, আপোনাৰ বৈকুণ্ঠত স্থান হ'ব।" আতৈয়ে তেওঁলোকলৈ চাই ক'লে, "কিয় গালি পাৰা? তোমালোকক কেতিয়া মই বৈকুণ্ঠ খুজিছো?" এইবুলি কৈ আতৈ গুচি আহিল। ভকত চাৰিজনে আন প্ৰকাৰে নৈ পাৰ হৈ আহি গুৰুজনাক সেৱা কৰিলে। তেতিয়া বৰগুৰু আতৈ গুৰুজনাৰ লগতে আছিল। আতৈক দেখি তেওঁলোকে গুৰুজনাক ক'লে, "বাপ, নাও খুজোতে আতৈয়ে আমাক এনেকৈ কৈছিল।" গুৰুজনাই আতৈক কথাটো হয়নে সুধিলে। আতৈয়ে ক'লে, "বাপ, হয়, তেওঁলোকক কেতিয়া মই বৈকুণ্ঠ খুজিছো, ঈশ্বৰকো মই বৈকুণ্ঠ খোজা নাই। আৰু খুজিলেই ঈশ্বৰে দিব বা কিয়? ঈশ্বৰক মই কি স্নেহ লগাইছো? আৰু বৈকুণ্ঠ দিলেও, যি ঈশ্বৰত ভৰসা কৰিছো, সেই ঈশ্বৰ যদি বৈকুণ্ঠত নাই, তেনে বৈকুণ্ঠত আমাৰ কি কাম?" গুৰুজনাই ক'লে, "অ' আতৈ, বলি, অম্বৰীষ আৰু সিদ্ধ যোগেন্দ্ৰ সকলেও নবিধ, একাশীবিধ ভক্তি কৰি সন্তৰ সঙ্গ প্ৰাৰ্থনা কৰিছে। পৃথু আৰু ভৰত ৰজাইও সন্তৰ সঙ্গ প্ৰাৰ্থনা কৰিছে। নাগ পত্নীসকলে কৃষ্ণক কৈছে --

মোক্ষৰো অভিলাষ নাই হৰি,
তোমাৰ চৰণ ৰেণুকো এৰি।

সাৰ্বভৌম, স্বৰ্গ, মোক্ষ, ব্ৰহ্মাপদ ভকতে ক'লৈকে ইচ্ছা নকৰে কেৱল

ভকতৰ সঙ্গ আৰু ভকতৰ চৰণ সেৱাৰ ব্যতিৰেকে, এতেকে তেনে ভকতক কিয় কোৱা তেনেকৈ?"

**২-১৯-১৬** দুজন ভকত গৈছিল খৰি কাটিবলৈ। এজোপা শুকান গছ দেখি এজন ভকতে ক'লে, "মোৰ এইজোপা গছ।" আনজন ভকতে ক'লে, "গছজোপা মোৰ, ময়ে আগতে দেখিছো।" সেই কথাষলৈ দুয়োৰে মাজত কাজিয়া লাগিল। প্ৰথম ভকতজনে আনজন ভকতক এটা কিল মাৰিলে। আনজন ভকতেও কিল মাৰিবলৈ হাত দাঙি খেদি আহিল। প্ৰথমজন ভকতে আনজন ভকতক ক'লে, "বাপ, মোক ক্ৰোধ-কলিয়ে ধৰাত বিষ খালো, তুমি বিষ নোখোৱাকৈ জীৱটি ৰাখা।" দ্বিতীয় ভকতজন ৰ'ল। তেওঁলোকে আহি গুৰুজনাক কথাটি ক'লে। গুৰুজনাই ক'লে, "কিল মৰাজন নাশেই হ'ল আৰু আনজনে কিল নামাৰিলেও খেদি আহিছিল মাৰিবলৈ। মোৰ মহাপুৰুষ গুৰুৱে চাৰি সিদ্ধৰ বাক্যত দিছে —

ৰাখে হৰি নামৰ দ্ৰোহীক হেন কক্ষা।
ভকত দ্ৰোহীক নামে নকৰন্ত ৰক্ষা।।

গুৰুজনে দুয়োজন ভকতকে নেৰাখি খেদিছে।

**২-১৯-১৭** এজন অসৎ বুঢ়াই ৰাতিপুৱা গৰু নিছে হাল বাবলৈ। গৰুটিয়ে প্ৰস্ৰাৱ কৰি গৈছে আৰু প্ৰস্ৰাৱ সৰ্পিল ধৰণে মাটিত পৰি গৈছিল। বুঢ়াই মনতে ক'লে, "ইয়াকে যদি বৰপেটাৰ মহন্তই ক'ব পাৰে ময়ো তেওঁতে শৰণ ল'ম।" এই নিশ্চয় কৰি বুঢ়াই গৈ গুৰুজনাৰ আগত মাটিত একা-বেঁকা আঁক টানি ক'লে, "বাপ, এয়া কি?" গুৰুজনাই ক'লে, "অ' বুঢ়া হাল বাবলৈ গৰু নিছিলা হ'ব লাগে আৰু গৰুটিয়ে বাটে বাটে প্ৰস্ৰাৱ কৰি গৈছিল; তাকে আহি মোক কৈছাহি।" তেতিয়া বুঢ়াই গুৰুজনাৰ আগত দণ্ডৱতে পৰি ক'লে, "বাপ, আপুনি মনুষ্য নহয়, ঈশ্বৰহে; ছদ্মবেশেৰে মানুহৰ ৰূপ ধৰি আহিছে।" পিছদিনা ৰাতিপুৱা বুঢ়াই কুঁৱলীৰ মাজেৰে গৰু নিছে। বুঢ়াৰ আয়ুস আছিল; কিন্তু মিছা, বেশ্যা আৰু গুৰু-ভক্তৰ নিন্দাত আয়ুস টুটি অকালতে তেওঁৰ মৃত্যুৰ সময় হ'লহি। বাৰীৰ চুকত তিনিটা যমদূতে বুঢ়াক দেখা দি বুঢ়াক বলেৰে নিব বিচাৰিলে। এটা যমদূতে ক'লে, "এই বুঢ়াই মোক চাৰিকুৰি টকা দিব লাগে।" তেতিয়া আন এটা ভূতে

সাক্ষী দিলে, "হয়, মৰো জানো টকা দিব লাগে।" বাকী দূতটোৱে টেকেলা হৈ ক'লে, "বুঢ়া বল, বল।" তিনিওটা দূতে বুঢ়াক ধৰি টনা-আজোৰা কৰি জোঁটা-পোটাখন লগাইছে। বুঢ়াৰ এজনী জীয়েকক ববপেটাৰ ভকত এজনৰ তাত বিয়া দিছিল আৰু ছোৱালীজনীয়ে মহাপুৰুষত শৰণ লৈছিল। বুঢ়াৰ ছোৱালীজনীয়ে সেই ফালেৰে গৈ আছিল। তাই বাপেকৰ মাত শুনি খেদি গ'ল, "অ' মোৰ পিতাইক কোনে ধৰি নিয়ে?" গুৰুজনে ছোৱালীজনীৰ নাম ৰাখিছিল ৰমতি। ৰমতিক দেখিয়ে যমদূতহঁতে লৰ মাৰিলে। বুঢ়াই তাতে পৰি বুৰবুৰণি কাঢ়ি আছিল অৰ্ধচেতন অৱস্থাত। বহুত সময়ৰ পাছত বুঢ়াই চেতনা পাই ক'লে, "অ' সেয়া যমদূতহে আছিল, মোৰনো ক'ত ধাৰ আছে?" বুঢ়াই জীয়েকক ক'লে, "যমদূতহঁতে যে তোক দেখি লৰ মাৰিলে, আৰু মোকনো কিয় ধৰে? তই নহ'লে মই মৰিলোহেঁতেন।" জীয়েকে বুঢ়াক ক'লে, "মই মহাপুৰুষক গুৰু বুলিছো, সেয়ে মোক দেখি যমদূতে পলায়, আৰু তুমি হৰিবিমুখীয়া অভকত, সেয়ে তোমাক যমদূতে ধৰে।" বুঢ়াই জীয়েকক ক'লে, "ব'লা, কালিয়ে যাওঁ ভকত হ'বলৈ।" পিছদিনা বুঢ়াই জীয়েকক লগত লৈ গৈ মহাপুৰুষক গুৰু বুলিছে।



# বিংশ অধ্যায়

২-২০-১ এদিনাখন শ্ৰীৰাম আতা, হৰিহৰ আতা, বুঢ়া আতা, ঠাকুৰ আতা, গোপাল আতা আৰু আন আন ভকতসকলে নিশা সুখৰ মনত কৃষ্ণ কথা চৰ্চা কৰিছিল। গুৰুজনে অনন্ত ঈশ্বৰৰপৰা অচ্যুত কৃষ্ণলৈ বৈকুণ্ঠত কৃষ্ণৰ প্ৰেমৰ খেলাৰ কীৰ্ত্তন কৰিছিল। আতৈসকলে শৰীৰ মন কৃষ্ণ প্ৰেমৰসত টলবল টগবগ কৰিছিল। বাহাৰ দুৱাৰখন মাৰি থোৱা আছিল। জনাৰ্দন আতৈয়ে পাছ পৰিছিল। বাহাৰ বাহিৰৰপৰা মাতিলে ভকতৰ কাণ লৰি ধ্যান ভঙ্গ হয় বুলি আতৈয়ে দুৱাৰৰ তলেৰে পেট পেলাই চুঁচৰি বাহাৰ ভিতৰত সোমাই কথা শুনিছে। কথা শেষ কৰি গুৰুজনাই ক'লে, "বাহাত চোৰ সোমাইছে।" তেতিয়া জনাৰ্দন আতৈয়ে গুৰুজনাৰ আগত দণ্ডৱতে পৰি ক'লে, "বাপ, বুভুক্ষু প্ৰাণীৰ কোনো পাপ নাই। মোৰ বাবে ভকতৰ মৌনতা ভঙ্গ হ'ল, সেই অপৰাধ মোৰ ক্ষমা কৰক।" গুৰুজনে আতৈক স্নেহ কৰি ক'লে,

মাধৱৰ কথাত অনুক্ষণ প্ৰীতি বাঢ়ে,
যেন কামাতুৰে স্ত্ৰীৰ আলাপ নাচাৰে।

আৰু শুকদেৱে পৰীক্ষিত ৰজাক কৈছে –

ধন্য ধন্য মহাৰাজ, তোমাৰ জন্ম ধন্য; কিয়নো হৰিৰ কথাত তোমাৰ এনে শ্ৰদ্ধা হ'ল।"

২-২০-২ দুজন ভকতৰ এজনে ধনুখন্দা বিলৰ ইপাৰে আৰু আন এজনে সিপাৰত খেতি কৰিছিল। সিপাৰৰ ভকতৰ গৰুৱে ইপাৰৰ ভকতজনৰ ধান খালে। ইপাৰৰ পথাৰৰ গৰাকীয়ে কথাটি শুনি খেদি গৈ শস্যৰ মৰমত মনোকষ্ট পাই সিপাৰৰ ভকতক গঁতিয়াৰ ভাও দেখুৱালে। সিপাৰৰ ভকতজনে ইঙ্গিতেৰে দেখুৱালে যে তেওঁ যদি কাষত পালোহেঁতেন ইপাৰৰ ভকতক কেনেকৈ মাৰিলেহেঁতেন। তেতিয়া ইপাৰৰ ভকতজনে সিপাৰৰ ভকতজনক ক'লে, "হেৰা বান্ধৈ, মইতো খণ্ডৰ ভমকত মৰিলো।

জানি শুনি এতেক তথাপি নাপাওঁ সাখী।
দেখিও নেদেখা, যেন খাইলো দুই আখি।

দুৰ্জনৰ মনৰ সঙ্গত মই সৰ্বনাশ হ'লে; তুমিও নমৰিবা।" এইবুলি তেওঁ আনজন ভকতক সাৰটি ধৰাৰ ভাও দিলে। সিপাৰৰ ভকতজনে বান্ধ খাই নিঠৰ হৈ ৰ'ল। পাছত দুয়োজনে সুস্থ হৈ গৈ গুৰুজনাৰ আগত দণ্ডৱতে পৰি সকলো ক'লে। সেই সময়ত গুৰুজনে ঘোষা মাতিছে —

আপুনি আপুন শত্রু, আপুনি আপুন বন্ধু
আপুনি আপুন ৰাখে, মাৰে।

..........................................

গুৰুজনাই সিপাৰৰ ভকতজনক ক'লে, "হেৰা, এওঁ শস্যৰ মৰমত তোমাক গঁতা মাৰিলে আৰু তুমি পৰিলা, তেনেকৈ থাকিব লাগিছিল, উঠি আকৌ কিল দিয়াৰ ইঙ্গিত কৰা কিয়? যদি মাজত বিলটো নহ'লহেঁতেন, তেতিয়াতো সঁচাকৈয়ে মাৰিলাহেঁতেন।" গুৰুজনে ইপাৰৰ ভকতক প্ৰবোধ দি ৰাখিলে আৰু সিপাৰৰ ভকতজনক দণ্ড বিহি ৰাখিছে। গঁতা মৰা ভাও দিয়াজনক দহ আৰু কিল দিয়া ভাও দিয়াজনক কুৰি টকা দণ্ড বিহি সেই টকা সিধা, সভা আৰু বন্তিৰ তেলৰ খৰচত লগাইছে।

২-২০-৩ আৰু পৰ্বতীয়া কৃষ্ণাই আতৈক গুৰুজনে ৰঙীয়াল গৃহ কৰিবলৈ আনিছিল।[১] তেওঁ ভকতৰ হাটীতে থাকি গুৰুজনাৰ সঙ্গত নাম লৈ আছিল। আতৈয়ে শেষত জোলোঙা বান্ধি লৈ গুৰুজনাৰপৰা বিদায় লৈ ক'লে, "বাপ, জীৱৰ সৰ্বস্ব হৰিনামৰ এক কণিকা প্ৰাৰ্থনা কৰিছো।" তেতিয়া গুৰুজনে ক'লে, "আজি পাঁচ বছৰে সত্ৰত আছা, বিচাৰ নকৰা, এতিয়া বস্তা বান্ধি লৈহে পৰমাৰ্থ বস্তু বিচৰা? তথাপি বাৰু যোৱা, মৰণ কাষ চাপিলে সচেতন হৈ আমাক নাপাহৰিবা।"

২-২০-৪ নাৰায়ণ আৰু নিৰঞ্জন এই দুই ভাই-ককাইৰ বৰ কৰৈবাৰীত ঘৰ। তাৰপৰা আহি তেওঁলোকে পাটবাউসীৰ এঘৰত ধনীয়া দাই ছিল। তেওঁলোকে পাটবাউসীৰ বাউলা ভকতৰ ঘৰত বৈছিল। ভকতৰ লগতে

১। ৰঙীয়াল গৃহ ঃ বৰপেটাৰ কীৰ্ত্তন ঘৰটোক ৰঙীয়াল গৃহ নামেৰেও জনা গৈছিল।

তেওঁলোকে গুৰুজনাৰ ঠাইলৈ অহাযোৰা কৰি থাকে। দুয়ো ভায়ে বাউলা ভকতক ক'লে, "আতৈ, আমাকো নি গুৰুজনাৰ তাত শৰণ কৰাওঁক।" আতৈয়ে দুয়ো ভাইকে গুৰুজনাৰ ওচৰলৈ নি ক'লে, "বাপ, এই লোক দুজন বৰকৈবাৰীত থাকে, আৰু আপোনাৰ দুখনি চৰণত বিক্ৰী যাবলৈ আহিছে। তেওঁলোক দুজনে ব্ৰতত থাকি পিছদিনা গুৰুজনাৰ তাত ধৰ্ম লৈছে।

দুয়ো ভায়ে এদিন গুৰুজনাৰ ওচৰলৈ আহি ক'লে, "বাপ, ইয়ালৈ আহিব বিচাৰো; কিন্তু গাঁৱৰ লোকৰ কাৰণে নোৱাৰো, তেওঁলোকে আমাৰ ওপৰত নজৰ ৰাখে।" গুৰুজনে বুদ্ধি দিছে, "ঘৰলৈ দুটোপোলামান ধান নিবা আৰু পতানো দহ টোপোলামান নিবা। এইবোৰ নি গাঁওৰ লোকক দেখুৱাই চাঙত তুলি থবা। ঘৰ-বাৰী, পদূলি পৰিষ্কাৰ কৰি বাৰীত বাঁহ, কলপুলি ৰুই দিবা।" দুয়ো ভায়ে গুৰুজনাৰ পৰামৰ্শত সকলো কৰিলে। পথাৰত সীমা লৈ গাঁৱৰ লোকে ইহঁতৰ লগত কাজিয়া কৰিছিল। দুয়ো ভায়েকক দেখি গাঁওবুঢ়াই ক'লে, "ইহঁতৰ বাহিৰতে মন বহিল, ধানো আনিছে বহুত।" এইকথা গাঁওবুঢ়াই গাঁওৰ ঠাকুৰীয়াক জনালে। ইফালে দুয়ো ভায়েকে কথাৰ ভাও বুজি ধানখিনি চাউল বনাই নাও এখন আনি তাতে উঠি মাককো লগত লৈ নিশাই উজাই গুচি আহিল। তেওঁলোকে প্ৰথমতে পাটবাউসীতে ৰৈ তাৰপৰা গুৰুজনাৰ ওচৰলৈ আহি গুৰুজনাক ক'লে, "বাপ, আমি আপোনাৰ ওচৰলৈ আহিব বিচাৰো।" গুৰুজনাই ক'লে, "ইয়াত বাহা কৰিবলৈ ঠাই নাই। বাহা বান্ধোতে মাটি তোলোতে হোৱা হাতী-মাউত লুকাব পৰা গাঁত এটি আছে।" তেওঁলোকে ক'লে, "বাপ, সেই গাঁতটিকে দিয়ক।" গুৰুজনাই ক'লে, "গাঁতটো বান্ধিবা কেনেকৈ?" তেওঁলোকে ক'লে, "বাপ, আপোনাৰ চৰণ ধূলাৰ প্ৰসাদত পাৰিম।" গুৰুজনাই বুদ্ধি দিছে, "ধনুখন্দা বিলৰ সিপাৰে বাৰাদিৰ কাষত নল খাগৰি আছে, তাকে কাটি মুঠি কৰি আনি গাঁতৰ এটা সীমাত আলি কৰি মাজত দূৰৰপৰা মাটি দি পুতি ভেটি কৰা। দুয়ো ভায়ে সেইদৰে ভেটি কৰিলে। নল-খাগৰি আনি চাল বনালে। মাৰলীৰ বাবে উত্তৰে বজালী পৰগণালৈ গৈ দুটি বাঁহ আনিলে। বাঁহ দুটি বাহিৰতে থৈছে। কীৰ্ত্তন ঘৰৰ পৰা গুৰুজনাই ওলাই বাঁহ দুডাল দেখি ক'লে, "কাৰ বাঁহ এই দুডাল?" আতৈসকলে ক'লে, "বাপ, নাৰায়ণ আৰু নিৰঞ্জন ভাই দুজনৰ।" গুৰুজনাই

ক'লে, "বাঁহৰ গুৰি দুডোখৰ মোৰ বাহাৰ খুঁটাৰ বাবে ভাল হ'লহেঁতেন।" গুৰুজনাৰ এই কথা দুয়ো ভায়ে শুনি বাঁহৰ খুঁটা কাটি ধুই লৈ গুৰুজনাৰ বাহাত লগাই বান্ধি লগাই আহিলে। তাকে দেখি গুৰুজনাই ক'লে, "মই কৈছিলোহে, কেতিয়া খুজিছো?" দুয়ো ভায়ে গুৰুজনাৰ আগত আঁঠু লৈ ক'লে, "বাপ, বাকী বাঁহেৰে আমাৰ মাৰলী হৈছে। দুয়ো ভায়েকে বাহা সাজিলে আৰু নাম-কীৰ্তন কৰি ঘৰটি ল'লে।

২-২০-৫ আৰু এদিনাখন নাৰায়ণ আতৈয়ে ধান সিজাই ৰ'দত মেলি দিছে। এনেতে বৰ বৰষুণ আনিলে। আতৈয়ে ধানখিনি তুলিবলৈ চাই দেখিলে পাচিটো কোনোবাই নিছে। আতৈয়ে খং কৰি ক'লে, "মোৰ পাচিটো কোনে নিছাইঁক, লৈ আহা বেগেতে।" পাচিটো আনি নিদিয়াত আৰু ধান তিতাত আতৈৰ বৰ খং উঠি আহিছে। তেতিয়া নিৰঞ্জন আতৈয়ে নিজৰ মুখত সোপা দি ইঙ্গিতেৰে নাৰায়ণ আতৈক বুজালে, একো নকবা, যি মেঘে তিয়াইছে সেই মেঘেই শুকাব, খং কৰিলে বৈকুণ্ঠৰ পথত বাধা আহে।" তেতিয়া নাৰায়ণ আতৈয়ে কাপোৰতে ধান তুলি আনিছে। পিছদিনাখন ভকতে নল-খাগৰি আনি এটি ঘুৰি পাচি আৰু এটা মাছ থোৱা কুকি নাৰায়ণ আতৈক সাজি দিছে। তাকে শুনি গুৰুজনে পৰম সন্তোষ পালে।

২-২০-৬ নাৰায়ণ আৰু নিৰঞ্জনে এদিনাখন ভকতৰ লগত বুঢ়ী লুইত পাৰ হৈ খাগৰি আনিবলৈ গৈছিল। তেওঁলোক আটায়ে খাগৰি আনি নদী পাৰ হৈ বালিচৰত অলপ জিৰাইছিল। আন আন ভকতে তাৰে পৰা আহিল; কিন্তু নাৰায়ণ আৰু নিৰঞ্জন দুই ভায়ে কৃষ্ণ-চৰিত্ৰ কথা সুখমতে চৰ্চা কৰি গধূলি চাৰি দণ্ডৰপৰা নিশা পাৰ হৈ পিছদিনাৰ চাৰি দণ্ডও পাৰ কৰিলে। তেওঁলোকে সময়ৰ কথা ভুকে পোৱা নাই; আনন্দ সুখত মজি গোটেই সময় তেওঁলোকৰ এক নিমেষ যেনহে হ'ল। গুৰুজনে তেওঁলোকৰ বিচাৰ কৰিলে। ভকতে ক'লে, "বাপ, হাবিৰপৰা ওলাই আহি আমি একেলগে এঠাইত বহিছিলো; আমি তাৰপৰা আহিলো, তেওঁলোকৰ কি হ'ল ক'ব নোৱাৰো।" তেতিয়া গুৰুজনে তেওঁলোকক বিচাৰিবলৈ দুজন ভকত পঠাই ক'লে, "তোমালোকে সিহঁতক নামাতিবা, মাত্ৰ খাগৰিখিনি লৈ আহিবা।" ভকতে তেওঁলোকক লগ পাই খাগৰিখিনি লৈ আহিলত তেওঁলোকৰ চেতনা আহিল। দুয়ো ভাই-ককায়ে তেতিয়া বাহালৈ

আহি শুদ্ধি-স্নান কৰি গুৰুসেৱা কৰিছে। গুৰুজনাই গাখীৰ, চিৰা, চেনি, কল বাটিত সজাই শ্ৰীৰাম আতাক পঠাই দুয়ো ভায়েককে মতাই অনাই "নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰাময় হৰি হৰি ৰাম" এই ঘোষা ৰচনা কৰি গাই প্ৰেম ৰসৰ সৈতে দুয়ো ভায়েকক ভোগ খুৱাইছে।

২-২০-৭ কিছুদিনৰ পাছত আয়ুসৰ নিয়মত নাৰায়ণ আতৈৰ নৰিয়া হ'ল। নৰিয়া টান হ'লত গুৰুজনে চাৰিজন ভকত পাঁচিলে ৰাতি আতৈক পৰ দিবলৈ। নিৰঞ্জন আতৈয়ে ৰাতি ৰোগীৰ কাষত বহি আছিল, বাকী ভকতকেইজন টোপনিত পৰিল। নাৰায়ণ আতৈয়ে ভক্তি বস্তুত ধৰি ৰাম ৰাম বুলি ৰাতিয়ে ঢুকাল। নিৰঞ্জন আতৈয়ে আন ভকতকেইজনক জগালে দুখ পায় বুলি ভাবি তেওঁলোকক নজগালে। আতৈয়ে মনতে ক'লে, "মোৰ স্বামীৰ মৃত্যু, এই কাম মই ভৃত্যইহে কৰিব লাগে।" এইবুলি তেওঁ দা-কুঠাৰ, ভোঁৰ-জুই নি শৱ নাওত তুলি নদী পাৰ কৰি বাৰাদিৰ ওচৰত খলা কৰি চিতা সাজি তাত শৱ তুলি জুই জলাই ককালত তাপ লগাই ওচৰতে বহি আছে। নিৰঞ্জন আতৈয়ে নাৰায়ণ আতৈক হৃদয়ত ৰাখি তেওঁৰ দেহৰ সজাটি জ্বলালে। মাজনিশাৰ অন্ধকাৰত জুয়ে জ্যোতিময় হৈ টলবলাইছিল। জুইৰ পোহৰ নৈৰ ইপাৰলৈ প্ৰকাশ পাইছিল। বাকী চাৰিজন ভকতে সাৰ পাই কথাটি গুৰুজনাক ক'লে, "বাপ, নাৰায়ণ আতৈ ঢুকাল আৰু নিৰঞ্জন আতৈয়ে আমাক নজগাই শৱ অকলে নি সিপাৰে দাহন কৰিছে দেখোঁ।" গুৰুজনাই বুঢ়া আতাক ক'লে, "মথুৰাদাস, যোৰাচোন, যাবাহে কিন্তু, নামাতিবা। তিনিটি শিল নিয়া, আতৈৰ গাত নামাৰি, আগলৈকেও নামাৰি এটি এটিকৈ আঁতৰে আঁতৰে মাৰিবা।" বুঢ়া আতাই গৈ এটা শিল মাৰিলে। নিৰঞ্জন আতৈয়ে ক'লে, "কোন?" বুঢ়া আতাই আৰু এটি শিল মাৰিলে। এইবাৰ আতৈয়ে ক'লে, "কোনে বিষ খোৱাইঁক।" শেষৰটি শিল মাৰোতে আতৈয়ে ক'লে, "কোনে গৰল বিষ খোৱাইঁক আৰু খালেও অমৃতত ঢালা কিয়?" বুঢ়া আতাই ভয়ত কম্পমান আৰু সঙ্কুচিত হৈ আহি গুৰুজনাক নিৰঞ্জন আতৈয়ে কোৱা কথা এটি এটিকৈ ক'লে। গুৰুজনাই বুঢ়া আতাক ক'লে, "অ' মোৰ আজ্ঞাত মাৰা গুণেহে ৰক্ষা, নহ'লে তুমি নিজ মতত মাৰা হ'লে পাপৰ সীমা নাছিল।" নিৰঞ্জন আতৈয়ে দাহন কাৰ্য্য সমাপ্ত কৰি আহি একে ভাৱেৰে মহা

সুখত শুলে। ভকতে গুৰুজনাক ক'লে, "বাপ, নিৰঞ্জন আতৈৰ এই কাণ্ড।" গুৰুজনে ৰাতিপুৱা নিৰঞ্জন আতৈক মাতি আনি ক'লে, "তুমি এনে কিয় কৰিলা? লোকবাদ, সংস্কাৰ ৰাখিব নালাগেনে?" আতৈয়ে ক'লে, "বাপ, মোৰ আতৈ জৰা-মৃত্যুহীন, শিশু-যুৱা অপৰিবৰ্তনীয়, অনাদি-অনন্ত অযোনি জাত পুৰুষ; তেওঁক মই মোৰ হৃদয়ত পাই আছো। পানী নহ'লে মাছ জীয়েনে? মোৰ আতৈৰ আত্মা নহ'লে মই জীওনে?" গুৰুজনে ক'লে, "অ' তোমাৰ নিষ্ঠাৰ দৃঢ়তাত সেয়া হয়; কিন্তু পাছৰ লোকে কথাতহে কেৰলীয়া হ'ব আৰু এই আৰ্হি ধৰি সংস্কাৰ এৰি গুৰুধৰ্মৰ পৰা বাদ পৰিব, এতেকে পাগ-পাত্ৰ দূৰ কৰি কাপোৰ-কানি ভিজোৱাগৈ।" সেই সময়ত গুৰুজনাই ঘোষা ৰচনা কৰিছে শ্ৰীৰাম বশিষ্ঠ শাস্ত্ৰৰ[১] আলমত সুক্ষ্মদৰ্শী ভকতৰ বাবে

"অন্তৰত এক ঈশ্বৰক দেখিওক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড় প্ৰায়।"

২-২০-৮ ৰামগুৰু আতৈয়ে জগন্নাথ ক্ষেত্ৰৰ সমুদ্ৰ তীৰৰ লোকনাথত গৈ বাস কৰিছিল। জগন্নাথ ক্ষেত্ৰত আতৈয়ে দেখিলে চন্দ্ৰ-জ্যোতিৰ দৰে দুজন সুন্দৰ পুৰুষ। তেওঁলোকে জগন্নাথ ক্ষেত্ৰ দৰ্শন কৰি যাবলৈ ওলাইছে। তেওঁলোকৰ শৰীৰ থুলন্তৰ দিব্য ৰূপৰ। আতৈয়ে তেওঁলোকক সুধিলে, "আপোনালোক ক'ৰ পৰা আহিছে আৰু ক'লৈ যায়?" তেওঁলোকে ক'লে, "আমি বদৰিকাশ্ৰমৰ পৰা আহিছো আৰু এতিয়া তালৈকে যাওঁ।" আতৈয়ে ক'লে, "মোকো লগতে নিয়ক।" তেওঁলোকে আতৈক সুধিলে, "তুমি কেনেকৈ যাবা?" আতৈয়ে ক'লে, "আপোনালোকৰ কৃপা হ'লে আপোনালোকৰ পিছে পিছে যাব পাৰো।" এইবুলি কৈ আতৈয়ে তেওঁলোকৰ পিছে পিছে গৈ আছে। কিছুদিন গৈ তেওঁলোকে নাজিক পালে। তাত দুফালে দুখন পৰ্বত আছে, এখনৰ নাম মানভঙ্গ আৰু আনখনৰ নাম চিত্তশুদ্ধি। তেওঁলোকে আতৈক ক'লে, "যেনেকৈ আহিছা তেনেকৈ আহি থাকা, ইফালে সিফালে নাচাবা। আমাৰ কাপোৰত ধৰি চকু মুদি আহি থাকা। চকু মেলি চালেই পৰ্বত দুখনে পৰ্বত সমান সিংহ, বাঘ, সাপ হৈ খাবলৈ খেদি আহিব।" তেওঁলোকৰ কাপোৰত ধৰি আতৈয়ে ওপৰলৈ উঠি এটা ঘৰৰ সন্মুখ পালে। ৰাতি

---

১। শ্ৰীৰাম বশিষ্ঠ শাস্ত্ৰ ঃ যোগ বশিষ্ঠ ৰামায়ণ।

ডেৰ পৰত এজন লোকে ঘৰটিত নাম গাই উঠি ভাগৱত ক'ব লাগিছে। ঘৰটি কোটি সূৰ্য্যৰ সমান জ্যোতিৰে প্ৰকাশ পাইছে। আতৈক ঘৰটিৰ বাৰাণ্ডাত থৈ পুৰুষ দুজন ঘৰটিৰ ভিতৰলৈ গ'ল। ঘৰৰ ভিতৰত উদ্ধৱে ভাগৱত কৈ আছিল। পুৰুষ দুজনক দেখি উদ্ধৱে ভাগৱত থলে। উদ্ধৱে তেওঁলোকক এমুঠিকৈ প্ৰসাদ দিলে। তেওঁলোকে উদ্ধৱক ক'লে, "প্ৰভু আমাৰ লগতে এজন যাত্ৰী আহিছে।" উদ্ধৱে পুনৰ এমুঠি প্ৰসাদ দিলে। তেওঁলোকে আতৈক প্ৰসাদ দিবলৈ আহিল। আতৈয়ে প্ৰসাদ নলৈ ক'লে, "মই স্নান নকৰাকৈ আছো।" তেওঁলোকে আতৈক ক'লে, "অ' তুমি সেই সৰোবৰত স্নান কৰি আহাগৈ।" আতৈয়ে গৈ কাপোৰ, লাঠি সৰোবৰৰ পাৰত থৈ পানীত ডুব দিলে। পানীৰপৰা উঠি চাই আতৈয়ে দেখিলে তেওঁ জগন্নাথ ক্ষেত্ৰ ওলাইছে আৰু দেখিলে তেওঁৰ ওচৰতে লাঠি আৰু কাপোৰৰ টোপোলাটো আছে; কিন্তু ঘৰটি নাই। আতৈয়ে মহা দুখত বহুসময় কান্দি কান্দি তাতেই নিদ্ৰা গ'ল। সপোনত জগন্নাথে আতৈক ক'লে, "তই মহন্তৰ ওচৰলৈ যা।" আতৈয়ে সপোনতে ক'লে, "প্ৰভু, কোন মহন্ত, মই কেনেকৈ জানিম?" জগন্নাথে ক'লে, "তোৰ লাউলোটাটো ইয়াতে থ' আৰু যাৰ ঘাটত বুৰ দি লাউলোটাটো পাবি সেইজনেই মহন্ত। তই উজাই গৈ থাক।"

আতৈয়ে উজাই আহি আছে। এঠাইত তেওঁ একশমান সন্যাসী গোট খাই থকা দেখিলে। তাৰে এজন বুঢ়া সন্যাসী অলপ আঁতৰত এডাল গছৰ তলত ঘৰ কৰি আছে। আতৈয়ে বুঢ়া সন্যাসীৰ ওচৰলৈ গ'ল। সন্যাসীয়ে আতৈক সুধিলে, "ক'ৰ পৰা আহিছা?" আতৈয়ে ক'লে, "আপোনালোক মহন্তৰ ওচৰলৈ আহিছো।" সন্যাসীয়ে আতৈক মহন্ত কাক বোলে সুধিলে। আতৈয়ে ক'লে, "আপোনালোকেই মহন্ত।" সন্যাসীয়ে এডাল খৰি দেখুৱাই সেইডাল আতৈক আনিব ক'লে। আতৈয়ে খৰিপাট দাঙি ল'লে। এনেতে সন্যাসীৰ দলটোৰ এজনে খন্তাখন আতৈৰ গালৈ দলি মাৰি দিলে। আতৈয়ে কাতি হৈ গা বচালে। আতৈয়ে খৰিডাল পেলাই লৰ মাৰিলে। বুঢ়া সন্যাসীয়ে আতৈক ক'লে, "দেখিলা মহন্তৰ চিন।" আতৈয়ে তাতেই শুই থাকিল। আতৈয়ে দেখিলে সন্যাসীহঁতে ৰাতি ঘৰ লুটি বস্তু আনে। আতৈয়ে মনতে ক'লে, "ইহঁতকো মহন্ত বোলেনে? একেবাৰে ডকাইত।" আতৈয়ে তাৰপৰা উজাই আহিছে। তেওঁ আহি আহি

দামোদৰদেৱৰ ঠাই পালে। দামোদৰদেৱৰ খাপ লৈ থকা ভকতে আতৈক নিলে দামোদৰদেৱৰ ওচৰলৈ এই বুলি কৈ, "ধৰ্মৰ আচাৰ্য্য এওঁহে, শঙ্কৰদেৱে এওঁতে ধৰ্ম থাপি থৈ গৈছে।" আতৈয়ে গৈ ধনুখান্দা ঘাটত পানীত বুৰ দি চাই লাউলোটা নেদেখিলে। আতৈয়ে মনতে ক'লে, "এওঁ মহন্ত নহয়।" আতৈয়ে ভকতক সুধিলে, "আনজন মহন্ত ক'ত থাকে?" ভকতে ক'লে, "সেই জেৰেঙ্গা গছৰ তলতে থাকে।" আতৈয়ে তালৈ আহি দেখিলে গুৰুজনে বাটচ'ৰা ঘৰত আহি বহিছে। আতৈয়ে গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই সুধিলে, "তুমি ক'ৰ?" আতৈয়ে ক'লে, "জগন্নাথ ক্ষেত্ৰৰপৰা আহিছো।" সেই সময়ত ভকতসকলে খৰি লুৰিবলৈ যাবলৈ ওলাইছিল। আতৈয়ে গুৰুজনাক কটাৰী এখন খুজিলে আৰু ভকতসকলৰ লগত তেওঁও গ'ল। আতৈয়ে খৰিৰ বৰ বোজা এটি আনি চোতালত গিৰিসাই পেলালে। গুৰুজনাই আতৈক ক'লে, "তুমি অতিথি ভকত, তোম্মাক এনে বৰ বোজা কিয় লাগিছে?" আতৈয়ে ক'লে, "বাপ, থাকো যদি ময়ে পুৰিম, আৰু যদি আগতে যাও ভকতে তাক পুৰিব।" গুৰুজনে ক'লে, "ভালেহে কৃষ্ণদেৱে নল কুবেৰৰ আগত কৈছে –

মোৰ ভকতক দৰশনে গুচে কৰ্মবন্ধ,

যেন সূৰ্য্য দৰশনে চকুৰ গুচে অন্ধকাৰ।

আতৈসকলৰ দৰ্শনতে তোমাৰ বাসনা গুচিল আৰু তুমি শুদ্ধ হ'লা। গুৰুজনাৰ দয়া লাগি আতৈক ক'লে, "যোৱা স্নান কৰি প্ৰসাদ খোৱাহি।" আতৈয়ে স্নান কৰিবলৈ গ'ল। বৰপেটাৰ ঘাটত পানীত বুৰ দি উঠি আতৈয়ে দেখিলে লাউলোটাটো পাৰত আছে। আতৈয়ে মনতে ক'লে, "জগন্নাথ প্ৰভুৱে এওঁকে নিশ্চিত কৰি কৈছিল, আৰু এওঁৱে মহন্ত।" পিছদিনা হৰিচত থাকি দাঢ়ি-চুলি খুৰাই আতৈয়ে ভকত হ'ল। আতৈয়ে ভকত হৈ হাটীত বাহা লৈ হৰিগুণ গাই গুৰুজনাৰ লগত আছে।

২-২০-৯ চৈধ্যজন ভকত লৈ গুৰুজনে মাগুৰীলৈ গৈছিল। মাগুৰীত কণ্ঠভূষণে মহাশ্ৰদ্ধা কৰি গুৰুজনা আৰু ভকতক তিনি পযেক ৰাখিছিল। তেওঁলোকে ৰাম ৰাম গুৰুৰ দুহিতা ভূৱনেশ্বৰী আয়ে ৰন্ধা অন্ন ভোজন কৰিছে। গুৰুজনে তাতে গীত ৰচনা কৰি গাইছে; গীতৰ ৰাগ মাহুৰ আৰু গীতটি –

"দেখো মাই আয়ত নন্দলাল...।" ভুৱনেশ্বৰী আই বৰ সৎ বুদ্ধিৰ। তেওঁ ভকতক দুই শাৰীত ভাত দিয়ে, শাৰীৰ মাজেৰে গৈ ভাত-আঞ্জা দিওঁতে কাপোৰৰ বা লাগে বুলি আঁঠুৰ সমান দকৈ মাজেৰে গাঁত খান্দি লৈছে। আয়ে এদিন সপোনত দেখিলে গোপ বালকৰ সৈতে কৃষ্ণই ভোজন বিহাৰ খেলা কৰা। আয়ে দৈ, এৰা গাখীৰ, খীৰ, লৱণু, ঘী, মৌ, পৰমান্ন, আখৈ, চিৰা, চেনি, ফেণী, মাণ্ডা, মনোহৰা, পুৰি-লুচি, জিলাপী, মোদক, জবা, পুৰা, কলা, পিঠা আদি অনেক খাদ্য সম্ভাৰ কৰি একাদশীত কৃষ্ণৰ ভোজন বিহাৰ খেলা পাতিলে। তাতে গুৰুজনে কৃষ্ণৰ চৰিত্ৰৰ কথা কৈ গীত গাই, কৃষ্ণৰ চাতুৰি-চোৰৰ কথা কৈ প্ৰেমানন্দত খাদ্য ভোজন কৰিছে। আয়ে নিতে পাঁচখনকৈ আঞ্জা বনায়। তিনিজন ভকতৰ জ্বৰ হোৱাত তেওঁলোকে বেলেগ পাগ কৰি ভোজন কৰিছিল। সুধি সুধি আয়ে তিনি-চাৰি বাৰকৈ আঞ্জা দিয়ে। গুৰুজনে বৃন্দাবনৰ ৰাধাকৃষ্ণৰ চৰিত্ৰ কথা কয় আৰু ভোজনৰ সময়ত নিতে অমৃত বৰষে। এইদৰে গুৰুজনে মাগুৰীত মহাসুখত তিনি পষেক থাকি আহিছে।

২-২০-১০ খৰিকটীয়া ৰাম আতৈয়ে এদিনাখন ভকতৰ সৈতে খৰি লুৰিবলৈ গৈ হাবিত পশুৰ মাত উলিয়ালে। ভকতে গুৰুজনাক ৰাম আতৈৰ পশুৰ মাত উলিওৱা কথাটি ক'লে। গুৰুজনাই ৰাম আতৈক মাতি আনি ক'লে, "আতৈ, মোৰ আগত পশুৰ মাত দিয়াহি, হাবিত দিছিলা হেনো।" আতৈয়ে পশুৰ মাত উলিয়ালে। গুৰুজনাই ক'লে, "অ' জাত-মাত সকলোখিনি ঠিক হৈছে, দেহৰ ৰূপটিহে হ'বলৈ বাকী আছে।" বাক্য দোষত গুৰুৰ বাক্যত আতৈৰ পৰজন্মত পশুৰ জন্ম পালে। উজনি অসমত হামাৰা ভেটিত বদুলা আতাই পৰজন্মত ৰাম আতৈক মুক্তি দিছে। ৰতন চোমদাৰে পশু এটি মাৰি ভকতক দিছে। বদুলা আতাই পশুটি কটাই ভকতক ভগাই দিছে; আতাই সেই মাংস ভোজন নকৰিলে।

২-২০-১১ এবাৰ কণ্ঠভূষণৰ ঠাইলৈ গুৰুজনে গৈছিল। কণ্ঠভূষণৰ ঘৰ পাই গুৰুজনে চ'ৰাঘৰত বহিছে। কণ্ঠভূষণে গোসাঁইঘৰত পূজা কৰিবলৈ বহিছিল। ৰঘুৰজাই কণ্ঠভূষণক চাৰিজন লগুৱা দিছিল। সিহঁতে বাৰীত ফুল-তুলসী ৰুৱে, ফুল তোলে; প্ৰতিদিনে পাঁচ পাচি ফুল লাগে। তিনি পৰত পূজা আৰম্ভ কৰি

কণ্ঠভূষণে চাৰি দণ্ডতহে পূজা সামৰে। কাঠৰ, ধাতুৰ আৰু পাথৰৰ অনেক বিষ্ণুৰ মূৰ্তি তেওঁৰ আছিল। গুৰুজনে অহা বুলি শুনি কণ্ঠভূষণে পাচিৰে সৈতে ফুল-তুলসী আনি গুৰুজনাৰ অভয় চৰণত বাকি দি গুৰুজনাৰ চৰণত পৰি নমো বুলি সেৱা কৰিলে। গুৰুজনে কণ্ঠভূষণক ক'লে, "তোমাৰ পূজা-সেৱা হেনো তিনি পৰতহে ভাগে, কিয় পূজা এৰি আহিলা ?" কণ্ঠভূষণে ক'লে, "বাপ, উবাদিহ নাপায়হে ভুৱাত ভজো। বলি নিগদতি যদুপতি, গৃহত থাকিয়া দেখিলো তযু চৰণ।"

যাহাৰ মূৰ্ত্তিক যত্নত যজো,
হেনয় কৃষ্ণক সাক্ষাৎ দেখো।

কণ্ঠভূষণে গুৰুজনাক শ্ৰদ্ধা, সাদৰ কৰি সাত দিন ৰাখি পঠাইছে।

২-২০-১২ ন-শিকাৰু পোৰাম দাস আতৈয়ে এক আখি কল পকাই প্ৰতি একাদশীত গুৰুজনাক আনি দিয়ে। এবাৰ শুদা হাতে গৈছে। গুৰুজনাই আতৈক দেখি ক'লে, "আজি কল নানিলা ?" আতৈয়ে ক'লে, "বাপ, বাৰীত পকা কল বিচাৰি নাপালো।" গুৰুজনাই ক'লে, "কিয় তোমাৰ বাৰীত এথোক কল লাগি পকি আছে দেখোঁ।" আতৈয়ে ঘৰলৈ গৈ বাৰীত চাই দেখিলে, হয়। কল থোক পাৰি তাৰে একাখি কল আনি আতৈয়ে গুৰুজনাক দিলে। গুৰুজনাই আতৈক ক'লে, "আগতে নাই বুলি কৈছিলা দেখোঁ ?" আতৈয়ে ক'লে, "বাপ, আগতে তিনিবাৰ বাৰীত চাইছিলো, পাছত আপোনাৰ বাক্যতহে কল পকিল।"

২-২০-১৩ পোৰাম দাস আতৈক পনৌয়ানি পোৰাম আতৈ বুলিও মতা হয়। তেওঁকে গুৰুজনে ক'লে, "মোক আজি দুটামান পোনামাছ আনি দিয়া।" আতৈয়ে ক'লে, "বাপ, পুহ মাহত অসময়ত পোনা মাছ ক'ত পাম ?" গুৰুজনাই ক'লে, "সৌ পুখুৰীত আছে যোৱা।" আতৈয়ে দেখিলে, হয় গৰৈ মাছৰ পোনা পুখুৰীৰ পানীত ভাহি আছে। মাছ ধৰি আনি আতৈয়ে গুৰুজনাক দিছে আৰু ক'লে, "বাপ, আপুনি ঈশ্বৰৰ কি অবিদিত আছে?"

২-২০-১৪ বলাই আতৈয়ে গুৰুজনাক মাহে মাহে চেনি পগাই আনি দিয়ে। এবাৰ তেওঁ চেনি পগাই আনিছে। গুৰুজনে ক'লে, "আতৈ, চেনি দোৱা-ভজা হৈছে।" আতৈয়ে ক'লে, "বাপ, হ'ব নালাগে।" গুৰুজনাই ক'লে, "হৈছে -চোৱা।" আতৈয়ে চেনিৰ মখাটো ভাঙি চাই দেখিলে দোৱা-ভজা* হৈছে হয়।

গুৰুজনাই ক'লে, "একুৰা জাল বেছিকৈ দিছিলা।" আতৈয়ে আৰু এবাৰ গুৰুজনাক চেনি আনি দিছে। গুৰুজনাই ক'লে, "আতৈ, চেনিৰ মখাৰ ভিতৰত শূন্য ঠাই আছে।" আতৈয়ে ক'লে, "বাপ, নাই।" গুৰুজনাই ক'লে, "আছে, ভাঙি চোৱা।" আতৈয়ে মখাটো ভাঙি চাই দেখিলে হয়, এটি ঔৰ সমান শূন্য ঠাই আছে। আতৈয়ে তাতে আশ্চৰ্য্য হৈ বিমৰ্ষ মনেৰে তধা লাগি আছিল। গুৰুজনাই ক'লে, "বৰ প্ৰচণ্ড বায়ু বব পায় চেনি ঢালোতে।" আতৈয়ে ক'লে, "বাপ, হ'ব পায়।" গুৰুজনাই ক'লে, "বায়ু চেনিত সোমাই ওলাব নোৱাৰি ঘূৰি ঘূৰি সেই ঠাইতে শূন্য হ'ল।" তেতিয়া আতৈৰ কথাটি মনত পৰি ক'লে, "বাপ হয়, মনত পৰিছে, পছোৱা বলিছিল।"

২-২০-১৫ বিলাইত ক্ষেত্ৰৰ লোকে প্ৰাৰ্থনা কৰি গুৰুজনাক নিছে তেওঁলোকৰ গাঁওলৈ। গুৰুজন তালৈকে গ'ল। গাঁওৰ আগত তেওঁলোকে বাহৰ পাতিছিল। গুৰুজনে সেই বাহৰত বৈছে। গাঁওৰ লোকে গুৰুজনাক ক'লে, "বাপ, আমাৰ ইয়াত এজন সৎ মহন্ত, ভকত আছে। অনেক লোকে তেওঁৰ ওচৰলৈ আহে। তেওঁৰ নাম বিদ্যাধৰ।" গুৰুজনাই তেওঁক মাতি আনিব ক'লে। বিদ্যাধৰক মাতি অনা হ'ল। বিদ্যাধৰে গুৰুজনাৰ আগত বহিল। গুৰুজনাই তেওঁক সুধিলে, "তুমি কি চিন্তা কৰা, কি কি ধামলৈ গৈছা, কি গোৱা, ভক্তি কি?" বিদ্যাধৰে ক'লে, "মই কাক চিন্তা কৰিম? বাৰ গুৰুৰ মন্ত্ৰ চিন্তো, গাওঁ, ভাবো।" তেতিয়া গুৰুজনে ক'লে, "মই বৰপেটাৰ বাৰ মাজীৰ গাঁওৰ নাম শুনিছো, বাৰ মাহ, বাৰ বৈষ্ণৱ, বাৰ স্কন্ধ, বাৰ সূৰ্য্য আৰু বাৰ ৰাশি এইবোৰ শুনিছো; কিন্তু বাৰ গুৰুৰ কথা শুনা নাই। এজনত নিশ্চয় কৰিব নোৱাৰি কলিযুগত বেদ এৰি অৰীতি, বৌদ্ধমতত চলিলে দেশ নষ্ট হ'ব।" সেই সময়ত গুৰুজনে ঘোষা ৰচনা কৰি গাইছে –

১। অন্ন যোনি যিটো নকৰে বিচাৰ,<br>
জাতিকুল ভৈল ভ্ৰষ্ট।<br>
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়,<br>
বেদপথ কৰি নষ্ট।

২। হৰিনাম ধ্বজা কৰি বেদপথ পৰি হৰি .....<br>
...............।

৩। শাস্ত্ৰৰ বিচাৰ নাজানে ভকতি, পৰমাৰ্থ মতি দৃঢ়

.................।

৪। হৰি হৰি হৰি কিনো ভৈল ইটো

কৃষ্ণৰ মায়াৰ বল ......

.......................।

এই চাৰিটি ঘোষা মাতি গুৰুজনে গাঁওৰ লোকসকলক ক'লে, "এওঁৰ নিয়মত চলি ইয়ালৈকে মোক আনিলা?" গুৰুজন আৰু আতৈসকল তাৰপৰা আহিব ওলাল। তেতিয়া বিদ্যাধৰ গণকে ভাৰ-ভেটী লৈ আহি গুৰুজনাৰ আগত দণ্ডৱতে পৰি প্ৰাৰ্থনা কৰিলে আৰু সেৱা-সন্মান কৰি গুৰুজন আৰু ভক্তসকল সাতদিন ৰাখি পঠাইছে।

২-২০-১৬ এদিনাখন গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, সখিৰ খবৰ-লৈ আহাগৈ।" শ্ৰীৰাম আতা গ'ল আৰু ঠাকুৰ আতাৰ ঘৰ পাই আতাক সেৱা কৰিলে। ঠাকুৰ আতাই শ্ৰীৰাম আতাক গুৰুজন, আতৈসকল, বুঢ়া আতাৰ, আৰু গোসাঁনী মাতৃৰ খবৰ লৈ তেওঁলোকলৈ নমস্কাৰ জনালে। পাছত আতাই শ্ৰীৰাম আতাকো ক'লে, "আতৈ, তোমাকো নমস্কাৰ।" শ্ৰীৰাম আতাই ক'লে, "ভাল।" ঠাকুৰ আতাই ক'লে, "শ্ৰীৰাম, গুৰুজন আৰু ভকতৰ খবৰ লওঁতে ভাল বুলিলা, ঠিকেই; কিন্তু তোমাক নমস্কাৰ কৰোঁতে ভাল বুলিলা কিয়?" শ্ৰীৰাম আতাই ক'লে, "অ' আতা, মোকেই নমস্কাৰ কৰিছিলানে?"

যিহেতু চৈতন্য পূৰ্ণ পৰমাত্মা ৰূপে হৰি

হৃদয়ত আছন্ত প্ৰকাশি,

তাতেহে ইন্দ্ৰিয়গণ, ভূত, প্ৰাণ, বুদ্ধি মন

প্ৰৱৰ্ত্তে যতেক জড় ৰাশি।

এই ঘোষা গাই শ্ৰীৰাম আতাই পুনৰ ক'লে, "অ' আতা, মই জড় প্ৰায়, গুৰুৱেই মোৰ আত্মা, গুৰু এৰিলে মই শৱ তুল্য, দেখিলেই স্নান কৰিব লাগে। আৰু আপুনি গুৰুজনাক নমস্কাৰ কৰিছে বুলিহে হয় বুলিলো।" তেতিয়া ঠাকুৰ আতাই ক'লে, "মোৰ শ্ৰীৰাম ধন্য, সাৰ্থক ভকত।"

২-২০-১৭ এদিন দিবৈ নাৰায়ণ আতৈয়ে গুৰুজনাৰ ওচৰলৈ গৈ খেদ

অসন্তোষ কৰি ক'লে, "বাপ, মই অভগীয়াই চাৰিটি বস্তুৰ আগ-গুৰি নিচিনিলো।" গুৰুজনাই ক'লে, "ভকতক অঞ্জনীয়া কৰি নুসুধা কিয় ?" আতৈয়ে ক'লে, "বাপ, কাৰ ওচৰলৈ যাম, কোনে ক'ব ? মই দীনহীন প্ৰাণী; দিব থব পাৰিলেহে ক'ব।" তেতিয়া গুৰুজনে এটি লোকাচাৰ আৰ্হি কৈছে। এজন লোকে পাচলিৰ খেতি কৰিছিল। বাৰীখন হাবি-বনেৰে ভৰি পৰিছে। চ'ত মাহত তেওঁ পাচলি তুলিবলৈ গ'ল। তেওঁ দেখিলে ওচৰৰ খেতিয়কে খেতিৰ বস্তু ভাৰ বান্ধি নিছে। তেওঁ ক'লে, "মোৰ খেতিত হে নালাগে, লোকৰ ফচল অধিককৈ হ'ল।" তাকে শুনি ওচৰৰ খেতিয়কে ক'লে, "তুমি জানো শ্ৰম কৰিছিলা ?" এতেকে খেতিত কোৰ, সাৰ, বেৰ আদিৰ দৰে হৃদয়ত চিত্তৰ বৃত্তি, কৰ্মনিষ্ঠা, নম্ৰতা হ'লেহে সৰ্বসিদ্ধি হয়। শুকদেৱে সাত দিন সাত ৰাতি বাৰ স্কন্ধৰ ভাগৱত জম্বু দ্বীপৰ ৰজা পৰীক্ষিতক ক'লে। ৰজাই শুকদেৱক কি দিছিল আৰু শুকদেৱে বা কি নিলে? এতেকে যাৰ শুদ্ধ চিত্ত, গুৰু-ভক্ত তেওঁত সন্তুষ্ট। আৰু তেনে লোকৰ স্থান বৈকুণ্ঠত।

২-২০-১৮ চাৰিজন ভকতে লগ লাগি আশ্ৰমী হাটীত ধান বান্ধি আনে। তাকে দেখি গুৰুজনে উৰাল আৰু মাৰি বনাই দিছে ভকতক আশ্ৰমী হাটীত নাযাবলৈ কৈ।

২-২০-১৯ বৰপেটাৰ কীৰ্ত্তন ঘৰৰ খটখটিত উদাসীন আৰু আশ্ৰমীয়ে একে ঘাটতে গা ধোৱে, পানী তোলে। শ্ৰীৰাম আতাই শৌচাচাৰ কৰি গা ধুবলৈ গৈ দেখিলে হৰিজীয়ৰীহঁতে কাপোৰ দাণ্ডি পানীত নামি কলহত পানী ভৰাইছে। আতাই গা নোধোৱাকৈ আহি গুৰুজনাক ক'লে, "বাপ, সুন্দৰীদিয়াৰ আৰ্হি কলৈ গ'ল ?" গুৰুজনাই ক'লে, "কি ?" আতাই ক'লে, "বাপ, সুন্দৰীদিয়াত দুটা ঘাট আছিল আশ্ৰমী আৰু উদাসীনৰ বাবে বেলেগে। এতিয়া একে ঘাটত কোনে ৰক্ষা পৰিব ?" গুৰুজনাই ক'লে, "তাৰ মাজতে যিজনে ৰক্ষা পাব সেইজনে মোৰ।" আতাই ক'লে, "বাপ, যদি এটিও ৰক্ষা নপৰে, তেনেহ'লে ? জুইৰ কাষত ঘী ৰয়নে ?" তেতিয়া গুৰুজনাই দুটা ঘাট কৰি দিছে। আৰু গুৰুজনাই শ্ৰীৰাম আতাক মায়া নিবাৰণী ঘোষা ৰচনা কৰি দিছে বিশ্বাসত।

২-২০-২০ এজন আশ্ৰমী আৰু এজন উদাসীনে গুৰুজনাৰ ওচৰলৈ

অহা যোৱা কৰি থাকি এদিন গুৰুজনাক ক'লে, দুয়োকো ইষ্ট মিত্ৰ কৰি দিবলৈ। গুৰুজনাই উদাসীনজনক ক'লে, "আশ্ৰমীজন হাল লৈ পথাৰলৈ যাব আৰু তুমি মাছ, খৰি লৈ তেওঁৰ ঘৰলৈ যাবা। তেওঁৰ পত্নীয়ে তোমাক বহিবলৈ ঢাৰি দিব, তামোল-পাণৰ বটা দিব আৰু তাৰে তামোল কাটি তুমিও খাবা আৰু তেওঁৰ পত্নীকো দিবা। চাৰিটি চকু একে হৈ কেনেকৈ ৰক্ষা পৰিবাহঁক।"

ত্বক, চকু, মন, মুখ, নাসিকা, শ্ৰৱণ,
ছয় গোটা শত্ৰু জানা পৰম দুৰ্জন।

এইবোৰ এনেয়ে শত্ৰু আৰু তাতে বলৱন্ত মায়াৰ আশ্ৰয় পালে কোনে ৰ'ব? এনে কথা নকৰিবা। আশ্ৰমীয়ে আশ্ৰমীয়ে আৰু উদাসীনে উদাসীনে লগ হ'বা।"

২-২০-২১ নিকিনি খোৱা নামেৰে এজন লোক আছিল। তেওঁৰ ঘৰ আছিল ধনশিৰি নৈৰ কাষত। বৰ গহীন চোৰ আছিল তেওঁ। এদিনাখন এঘৰ লোকৰ বাৰীৰ খাৰৈত পৰি তেওঁ চোপ দি আছে গৃহস্থ শোৱালৈ চাই। এনেতে গৃহস্থৰ স্ত্ৰীজনীয়ে তেওঁৰ গাতে শৌচ কৰিলে। তাৰপৰা উঠিলে ধৰা পৰাৰ ভয়ত তেওঁ নিশা তাতে বহুপৰ ৰৈ তাৰপৰা গৈ স্নান কৰি মহা বিৰকতি লাগি ভাৰ্য্যা-পুত্ৰ সকলো এৰি গুৰুজনাৰ তাত ভকত হৈ হাটীৰ বাহাত আছে নাম-গুণ গাই। চৌৰ্য্যবৃত্তি তেওঁ এৰিছিল যদিও স্বভাৱটি তেওঁৰ আছিল। ভকতে নাম গাবলৈ গ'লেই তেওঁ এজনৰ লোটাটি নি আন এজনৰ তাত থয়, আন এজনৰ বাটিটি আনি ইজনৰ তাত থয়। ভকতে বাহালৈ আহি বিচাৰ কৰি মনতে কয়, "কোনে এনে কৰে?" ভকতে গুৰুজনাক কথাটি ক'লে, "বাপ, বস্তুবোৰ হেৰুৱা যেন পাওঁ, নেহেৰায়ো, এনেহে হয়; আমি আহুকাল পাওঁ।" গুৰুজনাই ক'লে, "নিকিনি খোৱাক মাতাচোন।" নিকিনি খোৱাক মতাই অনা হ'ল। তেওঁ আহিল। গুৰুজনাই নিকিনি খোৱাক সুধিলে, "ভকতৰ এইবোৰ কোনে কৰে?" আতৈয়ে গুৰুজনাৰ চৰণত দণ্ডৱতে পৰি ক'লে, "বাপ, এইবোৰ এই পাপীৰহে কাম।" গুৰুজনাই ক'লে, "কিয় কৰা?" আতৈয়ে ক'লে, "বাপ, পূৰ্বতে মই বৰ গহীন চোৰ আছিলো আৰু এতিয়া সেইবোৰ কৰ্ম এৰিলো আপোনাৰ অভয় চৰণত শৰণ লোৱাৰ পৰা, তথাপি এইখিনি স্বভাৱ এৰিব পৰা নাই।" সেই সময়ত গুৰুজনাই ঘোষা মাতিছে

"বৰ অঞ্জনীয়া নাৰায়ণ নামে নৰ সমস্তৰ
প্ৰসিদ্ধ চোৰ বিশেষ।
অনাদি জন্মৰ সঞ্চিত পাতক স্মৰণে হৰে বিশেষ।।

গুৰুজনাই ক'লে, "তুমি নাম গাইছা দুইদিনাৰ চোৰহৈ, বৰ গভাইত চোৰ নাৰায়ণ নামক চিনি আশ্ৰয় কৰি, নাৰায়ণ নাম স্মৰণ কৰি সেৱা সুখ স্বভাৱ শিকা। সেই নাৰায়ণ চোৰে এই জন্মৰ আৰু পৰজন্মৰো দুৰ্বাসনা চুৰ কৰিব। বৰ চোৰ নাৰায়ণে গৃহস্থৰ দুই তিনি পুৰুষৰ বস্তু এক ৰাতিয়ে নিয়ে।" এইবুলি গুৰুজনে আতৈৰ চৌৰ্য্যবৃত্তি গুচক বুলি আশীৰ্বাদ দিছে।

২-২০-২২ ধীৰাই আতৈয়ে কীৰ্ত্তন ঘৰৰপৰা আহি চাৰি হাটী ফুৰি চিএঃৰি চিএঃৰি সোধে, "আতৈসকল আপোনালোকৰ ভাত খোৱা হ'লনে?" আতৈসকলে কয়, "হোৱা নাই, বহাইছোহে।" ধীৰায়ে কয়, "মোৰ হ'ল একা, ময়ো আপোনালোকৰ লগতে আহিছিলো দেখোঁ।" ভকতসকলে গুৰুজনাক এদিন কথাটো ক'লে, "বাপ, ধীৰাই আতৈৰ সৈতে আমি একেলগে যাওঁ নাম গাই আৰু আমি ভাত বহাওতেই তেওঁ ভাত খাই ওলায়।" গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, যোৱাচোন, ধীৰাইৰ বাহাৰ দুৱাৰখন মেলিয়ে 'ৰাম' বুলি দিবা।" শ্ৰীৰাম আতাই ধীৰাই আতৈৰ বাহাৰ জোলোঙাৰে জুমি চাই দেখিলে শাখা-খাৰুৰে সুন্দৰী স্ত্ৰী এজনীয়ে ভাত ৰান্ধি-বাঢ়ি থৈছে। আতাই ঘৰৰ ভিতৰত সোমায়ে 'ৰাম' বুলি দিলে। স্ত্ৰীজনী সেই মুহূৰ্ত্ততে অন্তৰ্ধান হ'ল, ভাতত হাড় পৰিল আৰু তাত কেঁচু, কুমটি লেওলেওকৈ বগাব ধৰিলে। আতাই গুৰুজনাক কথাটি ক'লে। গুৰুজনাই ক'লে, "অ' সি আগৰ জনমত বলীৰজাৰ দৈত্য আছিল আৰু সি অনেক ছায়াবাজীৰ মায়া জানিছিল। সুদৰ্শন চক্ৰৰ ভয়ত কপটে নাম লৈছিল, কিন্তু চিত্তৰে ছায়াবাজীকে ভজিছিল। পাষণ্ড কপটে নামৰ ফল পাইছিল যদিও চিত্তৰ বাসনাই নিজ স্থানৰ ৰীতি এৰা নাছিল।" এইবুলি কৈ গুৰুজনে ধীৰাই আতৈক খেদিলে।

২-২০-২৩ মেঘ চাৱলীয়া আতৈৰ জ্বৰ হৈ দেহাৰ অৱস্থা নাইকিয়া হ'ল। আতৈয়ে গুৰুজনাৰ পৰা বিদায় লৈ ক'লে, "বাপ, মাছ, গাখীৰ, ভজা-পুৰা নহ'লে মুখলৈ ভাত নাযায়। ইয়াত সেইবোৰ কৰি দিওঁতা নাই, গাঁওতে দুদিনমান থাকি

গা টঙাব খুজো। ঘৰত সকলো পাওঁ আৰু বিচাৰি দিওতাও আছে।" তেতিয়া গুৰুজনাই ঘোষা ৰচনা কৰি গাইছে –

"পিউ পিউ অমিয়া মাধুৰী হৰি ৰাম, ৰাম ৰাম,
দূৰতে তেজিয়া থয়ো আন যত মনস্কাম, ৰাম ৰাম।।

গুৰুজনাই ক'লে, "মই দেখোঁ থৈছো দৈ, গাখীৰ, ঘী, মৌ, চেনিতকৈও কোটি অমৃত ৰাম নাম ঐকান্তিক সুখ সেৱকৰ সঙ্গত আৰু শ্ৰীশঙ্কৰদেৱেও প্ৰথম স্কন্ধৰ উপদেশত দিছে –

শুনা যেন গুণ আছে ৰামৰ নামত।
উচ্চাৰন্তে উপজে পৰম পুণ্য যত।।
মৰাকো জীয়ায় এইসে পৰম ঔষধ।
কোটি অমৃত বৈকুণ্ঠৰ সুখকো তেজি শিষ্য।।

উদৰৰ অৰ্থে মায়াময় জিভাৰ সোৱাদ গাখীৰ, গুৰ, মাছ বিচাৰি গাঁওলৈ যাব খোজানে?" গুৰুজনাৰ কথাত আতৈ ৰ'ল আৰু যাৰ যাৰ ঘৰলৈ যাবলৈ মন গৈছিল তেওঁলোকেও মন ডাঠ কৰি ৰ'ল আৰু দুখে-সুখে একেলগে নাম গাব ধৰিলে।

২-২০-২৪ এসময়ত গুৰুজনে আতৈসকলক ক'লে, "তোমালোক দুজন দুজনকৈ সঙ্গী হৈ মৰম-প্ৰীতিৰে পৰমাৰ্থ তত্বৰ চৰ্চা কৰাহঁক।" গুৰুজনে এই কামৰ বাবে ঠাকুৰ আতাক আজ্ঞা কৰিছে। ঠাকুৰ আতাই সেইমতে সঙ্গী যোৰা কৰিছে। কৃষ্ণাই আতৈৰ সঙ্গী হ'বলৈ এজন কম হ'ল। কৃষ্ণাই আতৈয়ে উদাসীনৰ হাটীৰ বাহিৰৰ কৃষ্ণাই আতৈয়েৰে সঙ্গী হ'ল। ঠাকুৰ আতাই গৈ গুৰুজনক সেৱা কৰিলে। গুৰুজনে ক'লে, "সখি, হ'লনে বস্তুৰ প্ৰকাশ।" আতাই ক'লে, "বাপ, সকলোৱে সঙ্গী ল'লে; মাত্ৰ জয়ানন্দ আতৈয়ে কেওকে সঙ্গী নল'লে। সঙ্গী নোজোৰাত, আগতে তেওঁ হাটীৰ বাহিৰৰ কৃষ্ণাই আতৈৰে পৰমাৰ্থ চৰ্চা কৰিছিল, গতিকে তেনেকৈয়ে সঙ্গী কৰা হ'ল।" গুৰুজনাই ক'লে, "যদি কৃষ্ণাই আতৈৰ সঙ্গী পূৰ্ণ নহ'ল মোৰ লগতে তেওঁক নাৰাখিলা কিয়? আশ্ৰমী কৃষ্ণায়ে উদাসীনৰ বাহাত আহিব আৰু উদাসীন কৃষ্ণায়ে তেওঁৰ ঘৰলৈ নোযোৱাকৈ থাকিবনে?"

২-২০-২৫ গুৰুজনে কীৰ্ত্তনঘৰৰ চৌহদৰ দুৱাৰত এজন দ্বাৰী নিয়োগ

কৰি ক'লে, "নাম পাঠ শেষ হ'লেই দুৱাৰখন টানকৈ মাৰিবা। কীৰ্ত্তন ঘৰৰ বাহিৰত বাহৰ কৰা কৃষ্ণাই আতৈ সপ্ৰেম ভকতি সুখৰ ৰসিক। বাহিৰৰপৰা ভলুকা বাঁহ এডালৰ আগ কীৰ্ত্তন ঘৰৰ চৌহদৰ ভিতৰলৈ হালি আছিল। আতৈয়ে ভলুকা বাঁহ বগাই বেৰ পাৰ হৈ কীৰ্ত্তন ঘৰৰ বাহ্যত আতৈসকলৰ লগত কথা সুখত মজি থাকে ৰাতি তিনি পৰলৈকে। আতৈয়ে পুনৰ বাঁহেৰে বগাই যায়। তাকে দেখি সূচক খলুৱাই কথাটি গুৰুজনাক ক'লে। গুৰুজনাই আতৈক মতাই আনি সুধিলে। আতৈয়ে ক'লে, "বাপ, বিষয়ৰ তিনি তাপে দুদিনতে পুৰি জীৱটি দগ্ধ কৰে আৰু তাতে অচেতন হৈ বাঁহেৰে গৈ কৃষ্ণৰ শীতল চৰণ ছায়াত জিৰাও আৰু কথামৃত সাগৰত বুৰ দি মন সুশান্ত কৰো।" আতৈৰ কথাত পৰম সন্তোষ লভি গুৰুজনে ক'লে, "মোৰ গুৰুজন শ্ৰীশঙ্কৰদেৱে নৱসিদ্ধ সংবাদৰ হবিৰ বাক্যত দিছে।

কৃষ্ণপদ পঙ্কজৰ অৰুণ নখ পান্তি।
যাৰ মনে চোঞাৱ সুশীতল কান্তি।।
যেন হিম পৰি জুৰায় তাহাৰ হৃদয়।
আউৰ তিনি তাপে তাক কৰিবে উদয়।।

আৰু আতৈ, তুমি যি অমৃত-ঔষধ পান কৰিলা বিষয়ৰ হলাহল বিষে তোমাক কি কৰিব আৰু।" আতাক এইবুলি কৈ গুৰুজনে পুনৰ দ্বাৰীক কথা শুনাই কৈছে, "মই আনৰ বাবেহে দ্বাৰ মাৰিছো, কৃষ্ণাই যদি ৰাতি দুপৰতো আহে -যায় দুবাৰ খুলি দিবা।"

২-২০-২৬ জয়ানন্দ আতৈৰ টান নৰিয়া হ'ল। আন আতৈসকলে আতৈৰ ঘৰৰ বাহিৰৰ পৰাই কয়, "আতৈ ভাত নেৰিব, ভাতেহে বল শক্তি।" এনেকৈ সকলোৱে কয়; কিন্তু কোনোৱে আতৈৰ ঘৰৰ দুৱাৰমুখতে ভৰি নিদিয়ে। আতৈৰ নৰিয়া টান হ'ল। ভকতসকলে গুৰুজনাক ক'লে, "বাপ, জয়ানন্দ আতৈৰ অৱস্থা কাহিল, ভাত-পানী এৰিলে তেওঁ।" গুৰুজনাই শ্ৰীৰাম আতাক পাঁচিলে এইবুলি কৈ, "যোৱাচোন, জয়ানন্দ আতৈয়ে কাক আশ্ৰয় কৰিছে সোধাগৈ।" শ্ৰীৰাম আতাই জয়ানন্দ আতাক সুধিলত আতাই ক'লে, "দুজন, দুজন ভকতৰ সঙ্গী হ'ল, মোৰ সঙ্গী নাই, মই গুৰুজনাকে আশা কৰিছো।" শ্ৰীৰাম আতাই গৈ গুৰুজনাক সেইমতে ক'লে। গুৰুজনাই শ্ৰীৰাম আতাক আকৌ গৈ সুধিবলৈ

ক'লে, জয়ানন্দ আতৈৰ কাৰোবালৈ দয়া, স্নেহ আছেনে? আতাই পুনৰ গৈ সুধিলত জয়ানন্দ আতাই ক'লে, "মই গুৰুজনাতে আশা কৰিছো।" আতাই আহি গুৰুজনাক সেইমতে ক'লে। গুৰুজনাই শ্ৰীৰাম আতাক পুনৰ পাঁচিলে সুধিবলৈ, "আতৈয়ে পাণ, চূণ, শাক-পাত কাবোৰাৰ লগত দিয়া-নিয়া কৰি খায়নে?" শ্ৰীৰাম আতাই তেনেকৈ সোধাত জয়ানন্দ আতৈয়ে ক'লে, "মই কাকো নিদিও আৰু কাৰো নেখাওঁ, গুৰুজনত বিনে মোৰ বন্ধু নাই নাই।" তেতিয়া গুৰুজনাই হাতত লোটা আৰু মূৰত গামোচা বান্ধি উঠি ক'লে, "মইহে যাব লাগিল।" তেতিয়া শ্ৰীৰাম আতাই গুৰুজনাৰ আগত আঁঠু লৈ ক'লে, "বাপ, সেই জীৱৰ এতিয়াই উদ্ধাৰ নহয়, কষ্টহে হৈছে মাত্ৰ।" আতাই আৰু ক'লে, "বাপ, ৰুক্মবীৰক মাৰিবলৈ কৃষ্ণদেৱে ধনুশৰ লওঁতে বিশ্বকেতুৱে কৃষ্ণদেৱৰ আগত আঁঠু লৈ কৈছিল, "প্ৰভু, ভৃত্যৰ দ্বাৰাই যি কাৰ্য্য হয়, তাত স্বামীৰ প্ৰয়োজন কি? আৰু মই গোলাম থাকোতে আপুনি গৃহস্থৰ কি প্ৰয়োজন?" গুৰুজনে ক'লে, "শ্ৰীৰাম, পাৰিবানে?" আতাই ক'লে, "বাপ, কিয় নোৱাৰিম?" শ্ৰীৰাম আতাই দেখিলে জয়ানন্দ আতৈৰ উদৰ ৰোগ হৈ তেওঁ বিছনাত পৰি আছে। শ্ৰীৰাম আতাই জয়ানন্দ আতৈৰ পাটী, কাপোৰ ধুই শুদ্ধ কৰিলে, পানী তপতাই আতৈক গা ধুৱাই শুচি কৰিলে, আতৈৰ মল-মূত্ৰ আঁজলি ভৰাই পেলালে, মজিয়াখন চাঁচি গোবৰ মাটি দি মচিলে আৰু নিজে স্নান কৰি চাউল সিজাই আতৈক খুৱাই তেল-টেঙাৰে মালিচ কৰি আতৈক শুৱাই থৈ গধূলিলৈ গুৰুজনাৰ কাষলৈ আহিল। আতাই সকলো কথা গুৰুজনাক জনালে। গুৰুজনাই ক'লে, "অ' শ্ৰীৰাম,

ভকতক পাই যাৰ নভৈল হৰিষ।
হৰিক পাইনো সি কৰিব কিস।।
কৃষ্ণৰ ভকত পায় ঠায়ে ঠায়ে।
ভকতৰ ভকত পাবলৈ নাই।।

গুৰুজনাই আতাক পুনৰ ক'লে, "শ্ৰীৰাম, তুমি আজি মোক কিনিহে ল'লা।"

জয়ানন্দ আতৈয়ে গা টঙাই সুস্থ হৈ গৈ গুৰুজনাক সেৱা কৰিলে।

গুৰুজনাই আতৈক ক'লে, "তুমি আৰু মোক বাদে আনক নাপালা?" আতৈয়ে ক'লে, "বাপ, মোৰ পূৰ্বৰেপৰা আপোনাৰ চৰণত বাদে কাৰো প্ৰতি স্নেহ, আশা-ভৰসা নাই। সকলো ভকত দুজনকৈ সঙ্গী হ'ল আৰু মই কাৰ হ'ম বাপ?" গুৰুজনে ক'লে, "তুমি ইচ্ছা কৰা হ'লে তিনিজনীয়া সঙ্গী হ'ব নোৱাৰিলেহেঁতেননে? বতাহ আৰু অগ্নিক কোনে আঁচলত বান্ধিব পাৰে?" এইবুলি গুৰুজনে জয়ানন্দ আতৈক খং কৰিছে।

২-২০-২৯ জয়হৰি আৰু শ্ৰীহৰি আতৈ দুয়ো প্ৰিয় মিত্ৰ আছিল। জয়হৰি আতৈয়ে কেৰেলা চাৰিটা খুজি আনি বাহাত থৈ ভিক্ষা কৰিবলৈ গ'ল। শ্ৰীহৰি আতৈয়ে কেৰেলা চাৰিটি আনি ৰান্ধি ভোজন কৰিলে। জয়হৰি আতৈয়ে গধূলি ভিক্ষাৰপৰা আহি একো পাচলি নথকাত লাউৰ আগ, পচলা আদি খুজি আনি মোজন কৰিলে। ইয়াকে দেখি ওচৰৰ ভকতে শ্ৰীহৰি আতৈৰ তেনে স্বভাৱৰ কথা গুৰুজনাক ক'লে। গুৰুজনাই শ্ৰীহৰি আতাক মতাই নি ক'লে, "এনেহে কথানে? চাৰিওটা কেৰেলা নি যে খালা জয়হৰিলৈ থ'লা কি? দুটি খাই দুটি থ'ব পোৱা অথবা চাৰিটিকে খাই আন বস্তু আনি থ'ব পোৱা; কিন্তু তুমি জয়হৰি আতৈয়ে কি পালে, কি খালে বুলি মুখেৰেই নামাতিলা দেখোঁ? এনে নিৰ্দয় ভকত ক'ত আছে? তোমাক দেখি এনে আৰ্হি লৈ আনেও নষ্ট হ'ব।" গুৰুজনাই ভকতক শ্ৰীহৰি আতৈৰ বাহা বন্ধ কৰি তেওঁক খেদি পঠাবলৈ ক'লে। ভকতে আতৈৰ বাহা বন্ধ কৰি তেওঁক খেদিলে। শ্ৰীহৰি আতৈৰ পাছে পাছে জয়হৰি আতৈয়ো জোলোঙা বান্ধি গ'ল। তাকে দেখি ভকতে গুৰুজনাক ক'লে, "বাপ, শ্ৰীহৰি যে গ'ল, তেওঁৰ পাছে পাছে জয়হৰিও গ'ল।" গুৰুজনাই ভকতক ক'লে, "জয়হৰিক মাতাচোন।" জয়হৰি আতৈক মতা হ'ল আৰু তেওঁ আহিল। গুৰুজনাই আতৈক ক'লে, "মই শ্ৰীহৰিকহে খেদিছো, অনিয়মত চলা বাবে, তুমি যোৱা কিয়?" আতৈয়ে ক'লে, "বাপ, পূৰ্বতে দুয়োৰে এৰৈকশটা সম্বন্ধ ঘটাৰ পাছত আপোনাৰ মুখৰ পৰম তত্ত্ব বস্তু তেৱেঁই মোক দিছে — ভকতিয়ে পিতা, ভকতিয়ে মাতা বুলি চৰ্চা কৰি; সেই গৃহস্থই মই ভৃত্যৰ বস্তু খাওঁতে যদি মই তেওঁক এৰো, আপোনাৰ বাক্যত মই ক'ত ৰ'লো।" তেতিয়া গুৰুজনাই অম্বৰীষ ৰজা আৰু দুৰ্বাসা মুনিৰ আৰ্হি কৈ পদ মাতিছে —

মই হৰি চৰাচৰ, মই বশ্য ভকতৰ,
দুৰ্বাসাৰ আগে দামোদৰ,
একান্ত ভকত পাই মোক বশ্য কৰিলেক,
মই হৰি নহো স্বতন্তৰ।

গুৰুজনাই আতৈক পুনৰ ক'লে, "মই এৰিলো আৰু তুমি ৰাখিলা, এতেকে এৰা বা ৰখাৰ অধিকাৰ মোৰ নাই। দুয়োজনে এখন তামোল ভগাই খাই শ্ৰদ্ধা ভাৱেৰে হৰিগুণ গাই থাকা।"

২-২০-১৮ এদিনাখন গুৰুজনে ক'লে, "মোৰ মহাপুৰুষ গুৰুৱে স্যামন্ত হৰণৰ ঘোষাত দিছে –

ভাই মুখে বোলা ৰাম, হৃদয়ে ধৰা ৰূপ,
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ।

গুৰুজনাই আৰু ক'লে, "ভাইসকল, নাম গাই মুকুতি পাবা; কিন্তু ভকতি দুৰ্লভ।" ইয়াকে শুনি আতৈসকলে নাম গাবলৈ এৰিলে। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "অ' শ্ৰীৰাম, ভকতে দেখোঁ নাম নাগায়?" আতাই ক'লে, "আপুনি যে ক'লে নাম গালে মুকুতি পায়, সেয়ে ভকতে নাম এৰিছে।[১]

২-২০-১৯ গুৰুজনাই যদুমণি আতৈক ক'লে, "যদুমণি, অধিক পৰিমাণে মাছ আনোৱা – ডাঙৰ, সৰু, মাজু সকলো ধৰণৰ।" আতৈয়ে মাছ অনালে আৰু মাছ চোতালত দ'ম খালে। গুৰুজনাই আতৈসকলক ক'লে, "আতৈসকল, আজি মাছ ভগাব নালাগে, যাৰ যি ইচ্ছা সেই মাছ প্ৰতিজনে নিয়া। আৰু মাছ নি তিনিখন আঞ্জা বনাবা।" আতৈসকলৰ যাৰে যি ইচ্ছা তেনে মাছ নিব ধৰিলে। এজন এজনকৈ নিওঁতে ডাঙৰ মাছবোৰ শেষ হ'ল আগতে। বাকী থাকিল কুৰিহা, চেনিপুঠি, মালি, খলিহা এনে মাছবোৰ। সেইবোৰো ভকতে নিব ধৰিলে। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, তুমিও নিব লাগিছিল।" আতাই ক'লে, "হয় বাপ, নিম।" সকলোৱে মাছ নিলে আৰু মাছো শেষ হ'ল। শ্ৰীৰাম আতাই ডাঙৰ মাছৰ গাত লাগি থকা বেচা, চান্দা, দৰিকণা – এনে মাছ এমুঠিমান

১। মুকুতিত নিস্পৃহ ভকতে ভকতিকে বাঞ্ছে, সেই ভাৱত ভকতে নাম গাই মুকুতি বিচৰা নাই।

বিচাৰি নিলে। তেওঁ দুটিমান মাছেৰে টেঙা বনালে, দুটিমানেৰে খাৰ তেল দি বনালে আৰু দুটিমান মাছ কেৱল ভাজি তিনিখন আঞ্জা কৰি ভোজন কৰিলে। সকলো ভকত আহি চ'ৰাঘৰত বহিল। গুৰুজনাই আতৈসকলক সুধিলে, "আতৈসকল, আঞ্জা খাবলৈ কেনেকুৱা হৈছিল? আৰু শ্ৰীৰাম, তোমাৰ একা?" শ্ৰীৰাম আতাই ক'লে, "বাপ, আপোনাৰ আজ্ঞাত খৰখেদাকৈ তিনিখন আঞ্জা কৰি ভোজন কৰিলো।" গুৰুজনাই সুধিলে, "আঞ্জা কেনেকুৱা হৈছিল?" আতাই ক'লে, "বাপ, ভালেই হৈছিল।" গুৰুজনাই ক'লে, "কিহক ভাল বোলা? যি মুখেৰে খাই সেই মুখেৰে বমি কৰিলে যাক চাব নোৱাৰি, তাৰ প্ৰশংসা কিহৰ? মই দেখোঁ ভাল ঘোষা কৰি থৈছো –

ভাল উপায় পাইলো ভাই ভাই এ ..... .....
ৰাম নাম নিগমে ৰহস্য।

আৰু মোৰ শ্ৰীশঙ্কৰদেৱে থৈছে লীলামালাত –

পিউ পিউ ৰাম নাম অমৃত .....।

খোৱা-লোৱাৰ-কথা বৃথা, সংসাৰৰ দুৱাৰ। আৰু ৰাম নাম, ঈশ্বৰৰ সৃষ্টি লীলা গুণ কৰ্ম প্ৰশংসা বৈকুণ্ঠৰ দুৱাৰ। এতেকে জিভাৰ ৰসাস্বাদন নামৰ ৰসাস্বাদনৰ আগত মিছা। কিয়নো ভাল বুলিলা?"

**২-২০-২০** আতৈসকলে ক'লে, "বাপ, মুকুতি কাক কয় আজিহে বুজিলো।" গুৰুজনাই ক'লে, "খটাঙ্গ ৰজাই দুই দণ্ডতে আৰু বঙ্গগণ ৰজাই মুহূৰ্ততে মুক্তি পালে।" তেতিয়া আতৈসকলে ক'লে, "বাপ, এতিয়া জীৱন মুক্ত লোক আছে নে নাই?" গুৰুজনাই ক'লে, "কিয় আমাৰ লগতে আছে। তেওঁৰ হাতত ধৰি মই দেখুৱাব পাৰো।" তেতিয়া শ্ৰীৰাম আতাই গুৰুজনাক ক'লে, "নেলাগে বাপ, প্ৰকাশ কৰি লঘু কৰিব নালাগে। যি ঘাটত মৰণ তাক ক'ব, যি ঘাটলৈ যায় যায় পঠাব। বাপ, কোনে কাক ঠেলি গছত উঠাব পাৰে। পিছলিলে গাৰ ছালহে ছিঙিব।"

**২-২০-২১** আতৈসকলে গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে, "বাপ, কেইজনমানে আমি শ্ৰীশঙ্কৰদেৱৰ দিনেৰপৰা আৰু কেইজনমানে আপোনাৰ সঙ্গতে দহ, বাৰ, একুৰি, দুকুৰি বছৰ ধৰি নাম গাইছো; সংসাৰ তৰাৰ একো

প্ৰমাণ নাপাওঁ; লোভে, মোহে, কামে; ক্ৰোধে, দম্ভে, দৰ্পে, গৰ্ব-অহংকাৰে বেঢ়ি ধৰি আছে আমাক।" তেতিয়া গুৰুজনে ক'লে, "তিনি বিধ ভক্তি – উত্তম, মধ্যম, প্ৰাকৃত। এই তিনিবিধৰ আকৌ তিনি ভাগ – নিৰ্গুণা, কেৱলা, ভাগৱতী। গুৰুৰ বাক্যত ৰৈ তেওঁৰ অধীনত চলি নাম গালে উত্তম। শাস্ত্ৰৰ অধীনত চলি নাম গালে মধ্যম। আৰু মনৰ অধীনত চলি নাম গালে প্ৰাকৃত। সাধু সেৱা কৰি আমাৰ বাক্যত থাকিলে সংসাৰ তৰিবলৈ কি কঠিন প্ৰয়াস? গৰুৰ শিঙত গাঁঠিটো দিয়াৰ সময়কণো নালাগে।

২-২০-২২ খীৰা মৰলৰ পুত্ৰ মাধৱ। তেওঁ মাধৱদেৱ গুৰুজনাক মিতা বোলে। এদিনাখন তেওঁ আহি গুৰুজনাক সেৱা কৰি ক'লে, "বাপ, চলিবলৈ টান হৈছে, অত আৰ্জো তথাপি ভাত-কাপোৰে নাটে। আৰু মোৰ ভাৰ্য্যাই আপোনাৰ চৰণত সেৱা কৰি কান্দে।" গুৰুজনাই ক'লে, "অ' কিবা অন্যায় কৰা হ'ৰলা?" মাধৱে ক'লে, "বাপ, দেখোঁ সৎ পথেৰেই চলো।" গুৰুজনাই ক'লে, "বেলা তিনিপৰলৈ হাল বোৱা, সিও এটা অন্যায়। তোমাৰ গৃহিণীয়ে ৰাতি তিনি পৰতে গা ধুই ভাত ৰান্ধে, তেনে ৰাতিপুৱা বাহী গা নহয়নে? ইও এটা অন্যায়। তিনি পৰতে দুবাৰ গাই দুৱা, ইও এটা অন্যায়। আনসকলে নিয়মত চলিছে, তুমিও এইবাৰ নিয়ম কৰি চলাগৈ। তোমাৰ গৃহিণীয়ে চাৰি দণ্ডতহে গা ধুই চাউল সিজাব, তুমি দুই দণ্ডত হাল নিবা আৰু দুপৰীয়া হ'বলৈ দুই দণ্ড থাকোতে গৰু মেলি দিবা, দামুৰিক পিবলৈ দি এবাৰহে গাই দুবা। আৰু মাটিও দুভাগ কৰি এভাগত খেতি কৰিবা, চাওঁ শস্যই আঁটে নে নাটে?" মাধৱে পাছত সেই ধৰণে খেতি কৰিলত আগতকৈ ধান বাঢ়িলহে।

২-২০-২৩ এজন ভকতে নাম গাই থাকোঁতে মাজতে উঠি উঠি আহে। এদিনাখন মাধৱেদেৱ গুৰুজনে তেওঁক ক'লে, "আতৈ, তুমি ঘনে ঘনে উঠি যোৱা কিয়?" ভকতজনে ক'লে, "বাপ, মোৰ পাঁচটি টকা আছে, টকা কেইটি পাটীৰ তলত থৈছো, মনটো সদায় তালৈকে গৈ থাকে; টকা কেইটা কোনোবাই নিয়ে এনে ভাব হয় আৰু সেয়েহে যাওঁ।" গুৰুজনে ক'লে, 'টকাকেইটা মোক দিব পাৰিবানে?" আতৈয়ে ক'লে, "বাপ, সেই টকা কেইটাই মোক বৰ দুখ দিছে, টকাকেইটা আপোনাক দিব পাৰো।" আতৈয়ে টকাকেইটা আনি গুৰুজনাক

দিলে। টকাকেইটা গুৰুজনাই ভাণ্ডাৰীক দি ক'লে, "যদুমণি, টকাকেইটা খৰছ কৰি আজিয়ে চাউল, মাহ, লোণ, তেল আনা আৰু বন্তিত তেল আঁটে মানে দিবা।" যদুমণিয়ে টকাকেইটা খৰছ কৰিলে। তেতিয়া ভকতজনে একান্তমতে নাম গাব ধৰিলে। গুৰুজনাই ভকতজনক ক'লে, 'টকাকেইটাই তোমাক বৰ দুখ দিছিল; ভালেহে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে দশমৰ উপদেশত দিছে –

"যতেক বাঢ়য় ধন, তাতেক মৃত্যুহে বাঢ়ে
আপদ নাহিকে তাত পৰে।"

২-২০-২৪ আৰু এজন ভকতে শুকাই খীণাই গৈছে। গুৰুজনাই এদিন তেওঁক ক'লে, "আতৈ তোমাৰ কি হৈছে, খীণালা দেখোন?" ভকতজনে ক'লে, "বাপ, চৈধ্যটা টকা আছিল, হেৰাল; কোনোবাই নিলে।" গুৰুজনাই সুধিলে, "ক'তনো থৈছিলা?" আতৈয়ে ক'লে, "বাপ, কাপোৰেৰে টোপোলা বান্ধি শোৱা কোঠাতে থৈছিলো।" গুৰুজনাই সুধিলে, "ইফালৰ আৰু সিফালৰ ভকতক সুধিছানে?" আতৈয়ে ক'লে, "বাপ, সুধিলো, নাই পোৱা বুলি কৈছে।" গুৰুজনাই ক'লে, "ঘাটত কাপোৰ ধোৱা ধোবাক সুধিছিলানে?" আতৈয়ে ধোবাকো সুধি চোৱা বুলি ক'লে। আতৈয়ে পুনৰ ক'লে, "বাপ, শালিকাই লাউৰ ফুলৰ দৰে কিবা বগা বস্তু মুখত লৈ যোৱা নিতে সপোনত দেখো।" গুৰুজনাই ক'লে, "বাৰু তেনেহ'লে যোৱা, বৰপেটাৰ বিলৰ সিপাৰে নল বনৰ মাজত টেঙাৰ গছ এজুপি আছে, তাতে শালিকাৰ বাহ এটি আছে আৰু শালিকাই টকা নি তাতে থৈছে, আনাগৈ। বাহ নাভাঙিবা, পোৱালিৰো অনিষ্ট নকৰিবা।" ভকতজনে বৰ আতুৰ হৈ গৈ দেখিলে গছত থকা বাহটিত শালিকাৰ সাতটি পোৱালি আছে আৰু পোৱালি কেইটিৰ তলত টকাৰ টোপোলাটো আছে। ভকতজনক দেখি মাইকী চৰাই দুজনীয়ে উৰা মাৰিলে। আতৈয়ে টকা কেইটি লৈ আহি ধুই লৈ গুৰুজনাক দিলে। গুৰুজনাই আতৈক টকা কেইটি নিজৰ তাত ৰাখিব ক'লে। পিছদিনা গুৰুজনাই আতৈক ক'লে, "বাৰু আতৈ, আজিও তালৈ গৈ বাহাত চোৱাগৈ।" আতৈয়ে তালৈ গৈ দেখিলে মাইকী চৰাই দুজনী আৰু পোৱালিবোৰ বাহাতে মৰি আছে। আতৈয়ে বৰ আচৰিত মানি লৰি আহি গুৰুজনাক ক'লে, "বাপ, মাক আৰু পোৱালি বাহাতে মৰি পৰি আছে।" গুৰুজনাই আতৈক ক'লে,

“তোমাৰো তেনে নহ’লহেঁতেননে? সিহঁত অজ্ঞান জীৱ, সেই টকা কেইটাৰে সিহঁতে খাব, পিন্ধিব নোৱাৰে, তথাপি সিহঁত মৰিল; ধনৰ মোহত তোমাৰো তেনে নহ’লহেঁতেননে? কেলেইনো মোহ কৰি টকা বান্ধি থৈছিলা? মায়াময় মিছা সংসাৰ, ধন হ’লেই সংসাৰত গৰ্ব হয়, এই সকলো বিনাশী বস্তু।

ৰাম নাম লয়ো মায়াক কৰা দূৰ।
মিছা দিয়া সঁচা লৈয়ো ই বৰ চতুৰ।।

ধন সেৱকৰ কামত লগালে পৰজন্মত মিছা বস্তুৱে সঁচা ফল পায়।” আতৈয়ে ক’লে, “বাপ, শেষ কালত লাগিব বুলি টকা কেইটি থৈছিলো।” গুৰুজনাই ক’লে, “শিশু কালত যিজনে ধন ভাঙি ধৰ্ম-ভক্তি কৰে তাৰ তেওঁ তিনিগুণ ফল পায়, মধ্য কালত দুগুণ ফল পায় আৰু বৃদ্ধ কালত ফল পায় এগুণ। ভকত মৰিলে ভকতৰ ধন ভকতৰ কামত লাগে; কিন্তু তাৰ ফল একো নাই। জীৱন কালত যিজনে ধন ভকতক লগাব নোৱাৰিলে, জীৱটি এৰাত সেই ধন ভকতে পালেও ধনৰ গৰাকীয়ে কি পাব?”

২-২০-২৫ এদিন মাঘমাহত আকাশ মেঘাচ্ছন্ন, ডাৱৰে আৱৰিছিল; বৰ জাৰ পৰিছিল। ভকতসকলে গুৰুজনৰ মুখত হৰিকথা শুনি আছিল। হৰিকথাৰ অন্তত জীৱন আতৈয়ে ক’লে, “আজি কি দুৰ্দিন, সূৰ্য্যৰ পোহৰ নোলাবই।” তেতিয়া গুৰুজনাই ঘোষা ৰচনা কৰিছে —

সেহিহে দিনক ভাই দুৰ্দ্দিন বুলিয়া মানি,
মেঘাচ্ছন্ন নহয় দুৰ্দ্দিন।
হৰি কথা অমৃতৰ সম্যক আলাপ ৰসে
যিটো দিন হোৱয় বিহীন।।

২-২০-২৬ এজন ভকতৰ ঊনৈশ টকা আছিল। সেই টকা মাটিত পুতি থৈ টকাৰ মোহত পৰি তেওঁ কাকো নক’লে। এনেতে বেমাৰত পৰি ভকতজনে মৰণ কালত ঊনৈশ বুলি মৰিলে। যমদূতে ভকতৰ আত্মাক নি যমৰজাক গতালে। যমৰজাই চিত্ৰগুপ্তক ভকতৰ হিচাপ চাবলৈ ক’লে। চিত্ৰগুপ্তই চাই-চিতি ক’লে, “এই আত্মাই ইয়ালৈ আহিব নোৱাৰে; কিয়নো তেওঁ টকাকেইটাৰ মোহ লৈ দেহত্যাগ কৰিছে আৰু তেওঁ টকাৰ কথা ক’তো নোকোৱাত তেওঁৰ মনটোৱে

তাতেই ধৰি আছে। তেওঁ পুনৰ জন্মিব লাগিব, ইয়াত তেওঁৰ যাতনা নাই, এতেকে তেওঁক পুনৰ পৃথিবীত থৈ আহক।" যমদূতে ভকতক লৈ আহিল। ইফালে ভকতৰ দেহা জ্বলাই ছাঁই কৰা হ'ল। দূতে ভকতক পৃথিবীত এৰি গ'ল। ভকতে ভেকুলী হৈ টকাকেইটাৰ ওপৰত পৰি আছে। সেই ভকতৰ বাহাটো গুৰুজনে গোবিন্দ আতৈক দিছিল। এদিন গুৰুজনে গোবিন্দ আতৈক সুধিলে, "তোমাৰ বাহাটোত কিবা গম পোৱানে?" আতৈয়ে ক'লে, "বাপ, বেঙ এটিৰ কান্দোন শুনো।" গুৰুজনে ক'লে, "ক'ত কান্দে মন কৰিবাচোন।" আতৈয়ে মন কৰি পালে, ভাত বাঢ়িলে মজিয়াত কাঁহীৰ তলত বেঙটোৱে মাতে। আতৈয়ে সেই কথা গুৰুজনাক ক'লে। গুৰুজনাই আতৈক ক'লে, "সেই মাটিখিনি খান্দি যি পোৱা মোলৈ লৈ আহিবা।" আতৈয়ে মাটি খান্দি চাই দেখিলে এটা ভুৰুকাৰ মুখত এটি ভেকুলী বহি আছে। আতৈয়ে তেনেকৈয়ে ভুৰুকাটো আনি গুৰুজনাক দিলে। গুৰুজনাই ভকতৰ দ্বাৰা ভেকুলীটো মৰাই গামোচা এখন দি পোতালে আৰু টকাকেইটি ভাণ্ডাৰত দি তাৰে ভকতৰ সেৱাৰ নিমিত্তে খৰছ কৰালে। সেই ৰাতি সপোনত ভকতসকলে দেখিলে এজন লোকে গলত বগা বস্ত্ৰ লৈ ভকতৰ দুৱাৰে দুৱাৰে ধুলি লৈ ফুৰিছে আৰু কৈছে, "মই গুৰুজনাৰ কৃপাত দুখৰপৰা মুক্ত হৈ আজিহে যাওঁ।"

**২-২০-২৭** এদিন গুৰুজনে শ্ৰীৰাম আতাক পঠালে পাটবাউসীলৈ গোসাঁনী মাতৃৰ খবৰ ল'বলৈ। আতাই খবৰ লৈ আহি গুৰুজনাক ক'লে আৰু ক'লে, "বাপ,

যাৱত কৈতৱ নেৰহ মন,
তাৱত নপাইবা হৰিচৰণ।

এই ঘোষাটিৰ অৰ্থ কওঁক।" গুৰুজনে বিশ্বাসৰ ক্ৰিয়া গম্ভীৰ দেখি একো নামাতি থাকিল। কিন্তু শ্ৰীৰাম আতাই কোনোমতে নেৰে। গুৰুজনাই ক'লে, "বাৰু শ্ৰীৰাম, অকালত ফুলিব ক'লে নাহৰ ফুল ফুলেনে?" আতাই কথাৰ বেগতে তপৰাই ক'লে, "বাপ, ফুলে।" আতাই সেই নিশা বিছনাত এই বাগৰে, এই উঠে; আহ উহ কৰি বাহিৰ ওলায়, ভিতৰ সোমায় আৰু বাৰম্বাৰ কয় – মই কিয় এনেকৈ ক'লো গুৰুজনাৰ আগত?" আতাই পূব আকাশত বেলিৰ পোহৰৰ কণিকা দেখা

দিওঁতেই ওলাই গ'ল। আতাই গৈ হাবিত ফুৰি দেখিলে নাহৰ ফুলৰ এটি সৰু ডালত পাঁচটি ফুল ফুলিছে। তাৰে দুটি কলি, দুটি আধা মেলা আৰু এটা প্ৰস্ফুটিত। আতাই ডালটিৰ সৈতে পাঁচোটি ফুল আনি গুৰুজনাক দিলে। গুৰুজনাই ক'লে, "হেৰা শ্ৰীৰাম, পুহ মাহত এই ফুলি কি সুখতনো ফুলিছে?" তেতিয়া গুৰুজনাই ফুল ফুলাৰ ৰহস্য ক'লে আৰু ঘোষাটি আলোচনা কৰি তাৰ অৰ্থ ক'লে।[১]

২-২০-২৮ গোন্দী নামেৰে এজন তাঁতী আছিল। তেওঁলোক স্বামী-স্ত্ৰী দুজনে বানচ লৈ লোকৰ কাপোৰ বয়। এহাত কাপোৰত এটকালৈ লয়, তথাপি তেওঁলোকৰ ভাত-কাপোৰে নাঁটে। তেওঁলোকে চাউল, লোণ, তেল খুজিলে গুৰুজনাই দিয়ে তাৰে বুলি দয়া কৰি। এদিনাখন তেওঁলোকে গুৰুজনাক দ্ৰব্য খুজিলত গুৰুজনাই ক'লে, "অ' তোমালোকে এক আঙুল কাপোৰতো বানচ নোলোৱাকৈ নেৰা, ধনবোৰ কি কৰিছা?" তাঁতীয়ে ক'লে, "বাপ, চাৰিখন হাতেৰে কৰ্ম কৰো, তথাপি দুটা পেট পুহিব নোৱাৰো, লোকত ধাৰহে লাগিছে।" গুৰুজনাই ক'লে, "তেনেহ'লে কিবা অধৰ্ম কৰা?" তাঁতীয়ে ক'লে, "বাপ, অধৰ্ম কৰিবলৈ মনতে নেখেলায়।" গুৰুজনাই ক'লে, "কিয় এহেলেচা সূতা নাৰাখা কাপোৰখনে প্ৰতি?" তাঁতীয়ে ক'লে, "বাপ, চেৰেকীত বাকী থকা দুই এক হালিচা ৰাখো হয়।" গুৰুজনাই ক'লে, "এতিয়াৰপৰা মহুৰাত থকাখিনি সূতাকো নাৰাখিবা, তেনেকৈ চোৰা।" তাঁতীয়ে তেনেকৈ সূতা নাৰাখি কাপোৰ বব ধৰিলে। এতিয়া ধন-বস্তু তেওঁৰ অধিক হ'ল। ধাৰ সুজিও তেওঁ ধাৰ দিব ধৰিলে।



১। প্ৰভু যীচু খৃষ্টৰ শিক্ষাতো বিশ্বাসৰ শক্তিৰ কথাটো পোৱা যায়। তেওঁ যেতিয়া কোনো অলৌকিক কাৰ্য্য কৰিছিল তেতিয়া শিষ্যসকলে সেয়ানো কেনেকৈ সম্ভৱ হ'ল তেওঁক সুধিছিল। তেতিয়া যীচুৱে কৈছিল যে বিশ্বাস কৰা সকলো সম্ভৱ হ'ব। বাইবেলৰ সেই বাক্যাংশ ইয়াত তুলি দিয়া হ'ল — Jesus answered, "Have faith in God, I tell you the truth, you can say to this mountains, 'Go mountain, fall into the sea' and you have no doubts in your mind and believe that the things you say will happen, then God will do it for you."

(Mark : 11, 20-21)

# একবিংশ অধ্যায়

২-২১-১ গুৰুজনাই শ্ৰীৰাম আতাক মাহেকত দুই তিনিবাৰ আই গোসাঁনীৰ ঘৰলৈ পঠায় খবৰ ল'বলৈ। এইবাৰো শ্ৰীৰাম আতাই গৈছে। আতাই গৈ গোসাঁনী আইৰ খবৰ ল'লে। গোসাঁনীয়েও গুৰুজনাৰ খবৰ সুধিলে। গোসাঁনী মাতৃয়ে আতাক ক'লে, "আতৈ, বাপুত ক'বা ঘৰটি উৰুখে।" আতাই আহি গুৰুজনাক কথাটি ক'লে, "বাপ, আয়ে ক'লে ঘৰটি উৰুখে হেনো।" তেতিয়া গধূলিতে গুৰুজনাই ভকতক ক'লে, "কাইলৈ কোন মোৰ লগত যাবাইক, গুৰু-পত্নীৰ ঘৰটি বান্ধিব লাগিব।" ৰাতিপুৱাই গুৰুজনে শৌচ-শুদ্ধি-স্নান কৰি গুৰুসেৱা, নাম-প্ৰসঙ্গ কৰি যাবলৈ ওলাল। গুৰুজনাই বাটঘৰত বহি মথুৰাদাস বুঢ়া আতাক ক'লে, "ভকতক মাতি আনা।" আতাই ক'লে, "বাপ, কি বুলি জনাম?" গুৰুজনে ক'লে, "এইবুলি মাতিবা — 'কানাই - কানাই, বলাই - বলাই, বলাই গোপৰ বালকজাক; নন্দ-যশোদাৰ দোহায় লাগে যি ভাই ঘৰত থাকে। শুদা হাতে নাহিবা কেও।" বুঢ়া আতাই সেইমতে মাতিলে। সকলো ভকত সেইমতে ওলাই আহিল। গোপাল আতৈয়ে একশ খেৰৰ বোজা এটি কঢ়িয়াই নি গোসাঁনী আইৰ আগত গিৰিসাই পেলাই দি হাঁহিব ধৰিলে। আয়ে ক'লে, "ভকতটি কি ৰঙিয়াল? এনে খেৰৰ ভাৰ আনিছে তথাপি ৰঙহে পাইছে।" তেতিয়াৰপৰা গোপাল আতৈৰ নাম ৰঙিয়াল গোপাল হ'ল। গুৰুজন গ'ল আৰু ভকতসকলেও গ'ল হাতে হাতে খেৰ-বাঁহ লৈ। ভৱানীপুৰীয়া গোপাল আতাই শুদা হাতে আহিছিল, তেওঁ মলিয়া নাৰায়ণ আতৈৰ পৰা খেৰৰ বোজা এটি খুজি লৈ আহিছে। পুৰণি ঘৰটি ভকতে ভাঙিলে আৰু ঘৰৰ বস্তুবোৰ কীৰ্ত্তন ঘৰৰ কাঁথিত থ'লে। পুৰণি ঘৰৰ বাঁহ-খেৰ চোতালতে থলে। চোতালতে আয়ে চাউল সিজাইছিল ভকতৰ বাবে। বুঢ়া আতাই গৈ বৰপেটাৰ বিলৰ সিপাৰৰপৰা নল-খাগৰি আনিলে। ভকতে হাতে হাতে ধৰি ঘৰৰ চাল তুলি চাল সিয়ালে। দুপৰীয়া হ'ল, ভকতে গা ধুলে। ভোকৰ সময়ত গুৰুজন আৰু ভকতে বহি ভোজন কৰিছে।

নকুৰি ভকত একেলগে বহিছে আৰু তিনিওজনী আয়ে বিলাইছে। ভকতে ভাত খাই আছে। এনেতে ভাতৰ চৰুত কৰচ লগা শব্দ হ'ল। তেতিয়া গুৰুজনে হাত দাঙি ভোজন বেহাৰৰ চৰিত্ৰ শুনাব ধৰিলে আৰু সকলো ভকতে হাত দাঙি কথা শুনিছে। সেই সময়ত আয়ে বেগতে চাউল ধুই ভাত বহালে। গুৰুজনাৰ চৰিত্ৰ কোৱাৰ অন্ত হ'ল আৰু চাউলো সিজিল। আয়ে ভাত বাকি দিছে আৰু ভাতৰ ধোঁৱা ওলাইছে। ভাত খাই উঠি ভকতে ঘৰৰ বেৰ, আটাল, চাং সজাইছে আৰু ঘৰৰ বস্তুবোৰ ঘৰত সোমাই থৈছে। শেষত গুৰুজনে গোসাঁনী আইক সেৱা কৰি বিদায় মাগিলে। আয়ে ক'লে, "বাপু, বনত চোপ দিয়া দুৰ্বাসা সাগৰৰপৰা কৃষ্ণই দ্ৰৌপদীক যেনেকৈ ৰাখিছিল, তুমিও আজি মোৰ মৰ্য্যদা ৰাখিলা।" এইবুলি গুৰুজনাক আশীৰ্বাদ দি পঠাইছে আয়ে। গুৰুজনে আইক ক'লে, "পাৰে যদি আকৌ চালত লাউ বগাব দিব।" আয়ে বিপৰীতকৈ বুজিলে, কিজানি লাউ গছ ৰুবলৈহে দিছে।[১] আয়ে লাউৰ পুলি এটি ৰুলে আৰু লাউৰ গছ চালত বগাই লাগিছে।

গুৰুজনাই শ্ৰীৰাম আতাক পুনৰ পাঁচিলে গোসাঁনীৰ খবৰ ল'বলৈ। আতাই আহি আইৰ খবৰ সুধিলে আৰু আয়েও গুৰুজনাৰ খবৰ সুধিলে। আয়ে গুৰুজনালৈ কি দিয়ে তাকে ভাবি চালত লাউ লাগিছেনে আতাক চাবলৈ দিলে। আতাই চালত উঠি চাই দেখিলে তিনিটি লাউ লাগিছে। লাউ তিনিটি আতাই আইক দেখুৱালে। আয়ে ক'লে, "ডাঙৰটো আনা।" আইক সেৱা কৰি লাউ লৈ আতা আহিল। আতাই ঘূৰি আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই গোসাঁনীৰ খবৰ সুধি ক'লে, "এই লাউটি ক'ত পালা?" আতাই ক'লে, "আয়ে দিছে।" গুৰুজনাই সুধিলে, "আয়ে পালে ক'ত?" আতাই ক'লে, "লাউ এজুপি আইৰ ঘৰৰ চালত উঠিছে।" গুৰুজনাই ক'লে, "লাউ চালত দিবলৈ হাক দিছিলো; ভকতে নাম-গুণ খটি কৰি দিনটোতে ঘৰটি সাজিলে, এতিয়া ভাঙিলে কোনে সাজিব?" গুৰুজনাই বুঢ়া আতাক ক'লে, "মথুৰাদাস যোৱা, লাউজোপা কাটি

---

১। অসমীয়া ভাষা কওঁতে উচ্চাৰণৰ সুৰৰ লগত একেটা শব্দৰে অৰ্থ বেলেগ হয়। খেৰৰ চালত লাউ গছ বগাব দিলে চাল নষ্ট হয় আৰু মাধৱদেৱে তেনে কথাত আপত্তিহে কৰিছিল; কিন্তু গোসাঁনী আয়ে তাৰ ওলোটাটোহে বুজিছিল।

আহাগৈ।” আজ্ঞা পাই মথুৰাদাস আহিছে ভাবি ভাবি, কাটিলে আয়ে অসন্তোষ পাব আৰু নেকাটিলে গুৰুৰ আজ্ঞা পৰিব। আতাৰ বাবে হাতীৰ মান দ' খাবৈৰ ওপৰত থকা দুই ফালে ধাৰ থকা তৰোৱালৰ ওপৰেৰে বাট বুলাৰ অৱস্থা যেন হ'ল। আতাই গৈ আইক সেৱা কৰিলে। আয়ে ক'লে, “অ' মথুৰাদাস আহিলা?” আতাই ক'লে, “মাতৃ, গুৰুজনে লাউডাল কাটিব পঠাইছে।” আয়ে ক'লে, “হয়, ভকতে অত শ্ৰম কৰি এদিনতে ঘৰটি সাজিলে, চালখন পচিলে আৰু কোনে দিব সাজি? এতেকে কাটাগৈ। লাউ চালত নিদিলোহেঁতেন, পিচে বাপুৱে ক'লে, লাউ তুলি দিয়া, সেয়েহে দিলো। আমি তিনিজনী বিধবা, খাৰ গোটাব নোৱাৰো আৰু শাকখিনি দুজনী বোৱাৰীত লাগে বাবেহে লাউ ৰুলো। বাপুৱে কাটিব দিছে বাবে কটা। মই ভাত সিজাও আৰু তুমি গা ধুই আহা, ভাত খাই যাবা।” আতাই ক'লে, “মাতৃ দাখন দিয়ক।” আয়ে দাখন দিলে। আতাই গৈ বৰপেটাৰ পৰা খাগৰি কাটি আনিলে আৰু কটোহা বাঁহ কাটি আনি হেঁদালি দি তালৈকে লাউৰ আগ বগুৱাই আনি গছডাল পুৰ্বৰ দৰে কৰিলে আৰু আইক মাতি চাবলৈ ক'লে। আয়ে ক'লে, “বাপু, বৰ ভাল কাম হ'ল, মাটিৰ পৰাই পাত লগ পাম, এনেয়ে আমাৰ পাত পাৰোতা কোনো নাই।” আতাই গুৰুৰ বাক্য ৰাখি লাউৰ লেৰেলা ডাল এডাল কাটি থৈ আৰু ভোজন কৰি উঠি আইক সেৱা কৰি আহিছে। ইফালে গুৰুজনে খেদ কৰি আছিল, “মই বেগতে পাঁচিলো হয়, যদিহে মথুৰাই গছডাল কাটে আয়ে অসন্তোষ পাব, আইৰ মনোকষ্টত মোৰ সৰ্বনাশ হ'ব।” এইবুলি খেদ কৰি গুৰুজনে বাটলৈ ওলাই আহিল। গুৰুজনে আতাক বাটত দেখি ক'লে, “মথুৰা লাউ গছ কাটিলানে?” আতাই ক'লে, “বাপ আয়ে অসন্তোষ কৰিব বুলি ভাবি লাউ নাকাটি হেঁদালি দি লাহে লাহে লাউ গছডাল তাত তুলি দিলো। তাকে দেখি আয়ে বৰ সন্তোষ পালে আৰু আপোনাৰ বাক্য ৰাখি সৰু ডাল এটি কাটি আহিছো।” গুৰুজনাই ক'লে, “মথুৰা মোক আজি ভাল ৰাখিলা, নহ'লে সৰ্বনাশ হ'লহেঁতেন, আইৰ ক্ৰোধৰ অগ্নিত দহি ভষ্ম হ'লোহেঁতেন আজি। আৰু মথুৰা মোৰ মনৰ মনক বুজি আজি যেনেকৈ মোক সন্তোষ লগাইছা তুমিও আমাৰ ভক্তি বস্তুৰে পৰম্পদ বৈকুণ্ঠত সন্তোষ লভিবা।” এইবুলি গুৰুজনে আতাক আশীৰ্বাদ দিছে।

২-২১-২ এবাৰ হৰিচৰণ ঠাকুৰে দক্ষিণৰ ভূষণ গুৰুৰ (সৰুগুৰু) ঠাইলৈ গ'ল। ঠাইখনক গৰৈমাৰীও বোলে, পলাশৰ গুৰিও বোলে। ঠাকুৰে তাতে কিছুদিন ৰ'ল। ধান, চাউল, কপাহ, মাহ, সৰিয়হ, কচু, আদা আদি বস্তুৰে তিনিখন নাও ভৰাই দি সৰুগুৰুৱে ঠাকুৰদেৱক বিদায় দিলে। সৰুগুৰুৱে ঠাকুৰদেৱক বৰ আদৰ সাদৰকৈ ৰাখিছিল। আৰু ঠাকুৰেও বৰ সন্তোষ মনেৰে তাত আছিল। আহিবৰ দিনাখন বিদায়ৰ পৰত সৰুগুৰুৱে নাওত বহি ঠাকুৰদেৱক ক'লে, "অ' হৰিচৰণ, শ্ৰীশঙ্কৰদেৱৰ শৰণতকৈ আমাৰ শৰণ বৰ সুলক্ষণৰ।" ঠাকুৰদেৱে মনতে ক'লে, "এই বামুণৰ বেটাই ক'ত সুলক্ষণ শৰণ পালে? গুৰুধৰ্ম নিন্দুকৰ বস্তুত মোৰ কি কাম?" এইবুলি ঠাকুৰে নাওৰ দাঁতিত খোজ দি সকলো বস্তু পানীত বুৰাই গুচি আহিল। ঠাকুৰদেৱে বৰপেটাত সোমাই গুৰুজনাক সেৱা কৰি সকলো ক'লে। গুৰুজনাই পৰম সন্তোষ পাই ক'লে, "তুমি মোৰ শ্ৰীশঙ্কৰদেৱৰ পুত্ৰহে হোৱা। কৃষ্ণদেৱে চাউল চিৰা খাওঁতে বিপ্ৰ দামোদৰক কৈছে আৰু গুৰুজনে কীৰ্ত্তনতো দিছে — 'ভকতসকলে পূজে ফুল আৰু জলেৰে, তাতে মই তুষ্ট হওঁ আৰু অভকতে যদি নানা দ্ৰব্য দি পূজে তাত মোৰ স্পৃহা নাই'। তুমি অভকত, নিন্দুকৰ বস্তু গ্ৰহণ নকৰিলা, তাতে কি দোষ কৰিলা?" এইবুলি গুৰুজনে নাও চাৰিখনত ভঁৰালৰ বস্তু ভৰাই দি ঠাকুৰদেৱক পাটবাউসীলৈ পঠাইছে।

২-২১-৩ এদিন দক্ষিণ ফালৰপৰা বিষ্ণু আতা আহিল। গুৰুজনে আতাক ক'লে, "বিষ্ণু, চিয়াঁহী অলপ বনাই আনিবা।" আতাই পুনৰ গুৰুজনৰ ওচৰলৈ আহোঁতে আলধৰা গোবিন্দ আতৈৰ ভাৰত চিয়াঁহীৰ চুঙাটো দি আনিছে। বৰপেটাৰ কীৰ্ত্তন ঘৰ পাই আতাই গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই ক'লে, "বিষ্ণু চিয়াঁহী আনিছানে?" আতাই ক'লে, "বাপ, অনা হৈছে।" আতাই আলধৰাক চিয়াঁহীৰ চুঙাটো আনিব দিছে। গোবিন্দ আতৈয়ে ভাৰত চাই দেখিলে চিয়াঁহীৰ চুঙাটো নাই। আতৈয়ে ক'লে, "বাপ, চিয়াঁহীৰ চুঙাটো ক'ৰবাত পৰি আহিল।" গুৰুজনাই ক'লে, "সেই বাৰাদিৰ ওচৰত যি বিৰিণাৰ জোপোহাটো আছে, তাতেই চিয়াঁহীৰ চুঙাটো থিয় হৈ আছে, চিয়াঁহী পৰা নাই; আনাগৈ।" গোবিন্দ আতৈয়ে গৈ চিয়াঁহীৰ চুঙাটো তেনে অৱস্থাতে পাই গুৰুজনাক আনি দিছে। সকলো ভকতে এনে আচৰিত কথা দেখি ক'লে, "এয়া ঈশ্বৰৰহে কাৰ্য্য।"

২-২১-৪ বিষ্ণু আতাই ভকতৰ সৈতে এবাৰ গুৰুজনাৰ ওচৰলৈ আহি থাকোতে বাটতে নিশা হ'ল। দল ঘাঁহৰ মাজে মাজে বাট। আৰু কিছুদুৰ গৈ তেওঁলোকে এটা পিটনি পালে। তেওঁলোকে পিটনিটোৰ পাৰতে এঘৰত সোমাল। সেই ঘৰৰ গৃহস্থ গুৰুজনাৰ গৃহস্থী ভকত। আতাই গৃহস্থক সুধিলে, "বান্ধৈ, গুৰুজনাৰ খবৰ কোৱা।" গৃহস্থই ক'লে, "আতা, দুমাহ ধৰি গুৰুজনাৰ ওচৰলৈ যাব পৰা পৰা নাই।" তেতিয়া আতাই লগৰ আতৈসকলক ক'লে, "হেৰা আতৈসকল, এওঁ জীয়া শৱ, এওঁৰ ঘৰত থকাটো আমাৰ ভাল নহ'ব।" এনেকৈ কৈ আতৈয়ে তাৰে পৰা আহি ফটিক হীৰাৰ ঘৰত ৰৈছে।

২-২১-৫ হেৰমদৰ জয়ৰাম বিপ্ৰই পশ্চিমৰ তীৰ্থলৈ যাওঁতে ভাৰ্য্যাক ক'লে, "দুটা বছৰলৈ মোলৈ বাট চাবা আৰু নাহো যদি স্বামী ভাৱে ভজা বা গুৰু ভাৱে ভজা বিশিষ্ট লোককহে ভজিবা।" বিপ্ৰই চাৰি বছৰে অহা নাছিল। তেতিয়া পত্নীয়ে মনতে ক'লে, "এই মায়াময় বীভৎস বিষয় সুখ, যাক পশু শৰীৰতো পায়।" এইবুলি মনতে নিশ্চয় কৰি তেওঁ বিষ্ণু আতাৰ মুখেৰে মহাপুৰুষক গুৰু বুলিলে। পাছত বিপ্ৰই ঘৰ আহি পোৱাত পত্নীয়ে ঘৰ সোমাবকে নিদিয়ে, বাহিৰত ভাত দিয়ে। তাতে বিপ্ৰই মনোকষ্ট পাই বিষ্ণু আতাৰপৰা ধৰ্মবস্তু লৈছে। তেতিয়া বিষ্ণু আতাই ক'লে, "অ' পত্নীৰ পৰাই বিপ্ৰৰ ভক্তি।"

২-২১-৬ এবাৰ বিষ্ণু আতা আহিছিল ৰৌৰৱাৰ কাষলৈ। তাত তেওঁ পৰম কমাৰৰ ঘৰত ৰৈছিল। আতাই তাত সাতজন গৃহস্থি ভকত লগ পাই সুধিলে, "গুৰুজনাৰ খবৰ কোৱাচোন।" তেওঁলোকে ক'লে, "আতা, সকলোৰে কুশল, কালি আমি গৈছিলো।" সেই ৰাতি আতাই ভোজন নকৰিলে। ৰাতিপুৱা আতাই শৌচ-স্নান কৰি উঠি চাউল সিজালে। গৃহস্থই চৰণীয়া গাই খীৰাই আনি অলপমান গাখীৰ আতাক দিলে। আতাই ক'লে, "গাখীৰ সকলোকে দিয়া।" গৃহস্থই ক'লে, "আতা, গাখীৰ আৰু নাই, আপুনিয়ে লওঁক।" তেতিয়া আতাই গাখীৰত পানী অলপ দি তাতে চেনি মিহলাই ভাতৰ লগত সানি খাৰ-তেল দিয়া দি সকলোকে দিলে। খোৱাৰ সময়ত আতাই ক'লে, "মই অকলে খোৱা হ'লে বিষপ্ৰায় হয়; এতিয়া সকলোৱে লৈছে, এয়া অমৃত সমান।"

২-২১-৭ বিষ্ণু আতাৰ পুত্ৰ গোপালে গাঁওৰ চৌধুৰীৰ সৈতে লগ লাগি

মেল বিচাৰ কৰি ভেটী খাই মিছাকো সঁচা কৰে, ন্যায়ক অন্যায় কৰে। তাকে দেখি আতাই উচ্‌পিচ্‌কৈ মৰে, হাক দিলেও নামানে। আতাই গুৰুজনাক ক'লে, "বাপ, ডাঙৰ ল'ৰাৰ গোপালৰ বাবে ঘৰত ৰ'ব নোৱাৰো।" গুৰুজনাই সুধিলে, "কিয় নোৱাৰা?" আতাই ক'লে, "বাপ, গোপালে মোৰ কথা নলয়, চৌধুৰীৰ লগত লগ লাগি ভেটী খাই অন্যায়ক ন্যায় কৰে, সঁচাক মিছা কৰে। অধৰ্ম কত দেখি থাকিম তাত?" গুৰুজনাই ক'লে, "তেন্তে অজামিল উপাখ্যান যাত্ৰা কৰিব লাগে। যোৱা সখিক নিয়া আৰু সখিয়ে যাত্ৰাৰ কাম আৰম্ভ কৰক। সাজু হ'লে মোক নিবাহি।" বিষ্ণু আতাই ঠাকুৰ আতাক লৈ মালচালৈ আহিল। তেওঁলোকে যাত্ৰাত লগা সকলোখিনি সাজিলে, হ'ল। বিষ্ণু আতাই ভক্তৰ সৈতে গুৰুজনাক মালচালৈ নিলে। গুৰুজনাই গৈ যাত্ৰা পাতিলে। তিনিজন যমদূতৰ ভাওৰ গোপালক এজনৰ ভাও দিলে। গুৰুজনে আতাক ক'লে, "তুমি এই ভাওতে গোপালক ভালকৈ ধৰিবা।" আতাই বিষ্ণুদূতৰ ভাওত উঠি যমদূত ৰূপী গোপালক পাৰেমানে গদাৰে মাৰিলে। গোপালে চিঞৰে, "পিতা, মই মৰিলো, মৰিলো!" আতাই কয়. "কিয় মৰিবি, লোকৰ ভেটী খাব লাগিব নহয়?" তেতিয়া গোপালে জানিলে, "অ' এই কথাৰ বাবেহে পিতাই মোক মাৰিলে। তেতিয়াৰে পৰা গোপালে ভেটী খাব এৰিলে।

২-২১-৮ বিষ্ণু আতা চামুৰিয়ালৈ গৈছিল। আতাৰ ল'ৰা হৰিচৰণ তাত থাকে। তাত এডৰা হাবি আছিল। হৰিচৰণে হাবিলৈ শৌচ শুদ্ধিলৈ গৈছিল। হাবিৰ আনটো মূৰেৰে ক'ৰবাৰ তিৰোতা এজনী ওলাই গ'ল। তিৰোতাজনী কেলেইবা সোমাইছিল হৰিচৰণে গমকে নাপায়। তিৰোতাজনীক দেখি পথাৰত হাল বাই থকা লোকে কথাটি আতাক ক'লে। আতাই ক'লে, "এই দক্ষিণত থাকিবই নালাগে।" এইবুলি কৈ তেওঁ তাৰ পৰা যাবলৈ নাও অনালে। আতাই ক'লে, "মোৰ গুৰুজনে মোক কৈছে, শ্ৰীশঙ্কৰদেৱে দি গৈছে হেনো, "উদাসৰ পৰস্ত্ৰী হাতলৰ-কাচলৰ আৰু আশ্ৰমীৰ অন্য দেৱ-দেৱী সেৱা ব্যভিচাৰ, এই দুটিৰ মই গুৰু নহওঁ। পাছলৈ যিসকলে নিজ জীৱটিৰ কুশলৰ হেতু ইচ্ছা কৰিব তেওঁলোকে এই শুদ্ধ ধৰ্মমত লৈ সেইবোৰ নকৰিব আৰু তেনে কৰোতাৰো গুৰু নহ'ব।"

২-২১-৯ এই ঘটনাৰ পাছত হৰিচৰণে গুৱাগাছালৈ আহি দুখ মনেৰে আছে। গুৰুজনে সাঁচিপাত বনাই বলিচলন পুথিখন নকল কৰিবলৈ লেখক বিচাৰিছিল। শ্ৰীৰাম আতাই গুৰুজনাক ক'লে, "বাপ লেখক আছে।" গুৰুজনাই লেখক ক'ত আছে সুধিলে। শ্ৰীৰাম আতাই ক'লে, "বাপ, বিষ্ণু আতাৰ ল'ৰা হৰিচৰণ আহি গুৱাগাছাত আছে।" গুৰুজনাই পয়োনিধি আতৈক পঠাই হৰিচৰণক অনালে। হৰিচৰণে পুথি লিখিলে, পুথি লিখা হ'ল। হৰিচৰণৰ হাতৰ আখৰ বৰ বিচক্ষণ। গুৰুজনে হৰিচৰণক সুধিলে কিয়নো তেওঁ ইপাৰত আহি আছে। হৰিচৰণে ক'লে, "বাপ, পিতাই মোক নুসোধাকৈ বিনা দোষত মোক ত্যাগ কৰিলে, সেই দুখতে ইয়ালৈ আহি আছো। আৰু বাপ, আপুনি সৰ্বসাক্ষী, মই নিৰ্দোষী।" তেতিয়া গুৰুজনে জয় কৃষ্ণাই আৰু হৰি আতৈৰ লগত হৰিচৰণক পঠাইছে বিষ্ণু আতাৰ ওচৰলৈ লগতে দুটি ঘোষা ৰচনা কৰি দি।

ঘোষা –

১। "হৰিত শৰণ লৈয়া যিটো জনে এ
হৰিৰ চৰিত্ৰ শ্ৰৱণ কীৰ্ত্তন কৰে .......।"
২। "অপবিত্ৰ যিটো আছে পায়া ..........।"

আতৈ দুজনে হৰিচৰণক বিষ্ণু আতাৰ ওচৰলৈ নি গুৰুজনাৰ ঘোষা মাতি গুৰুজনাৰ বাক্য কৈছে, "মই সুধি-পুছি চালো, হৰিচৰণৰ একো দোষ নাপালো, বিষ্ণুৱে হৰিচৰণক ৰাখক।" বিষ্ণু আতাই ক'লে, "মহাপুৰুষ গুৰুজনা দপদপাই জ্বলি থকা সৰ্বভক্ষ অগ্নিৰ দৰে, কেঁচা পকা সকলো তেওঁ দহে। শ্ৰীৰামে সীতাক নিৰ্দোষী বুলি জানিছিল, তথাপি লোকনিন্দাৰ বাবে নিৰ্বাসন দিছিল, কৃষ্ণদেৱে সত্ৰাজিতৰ অপযশ মানি গাঁতত সোমাই স্যামন্ত মণি আনি দিছে আৰু মই যদি হৰিচৰণক নিৰ্দোষী বুলি ৰাখো পাছলৈ এই আৰ্হি লৈ লোকে দোষীকো ৰাখিব। তথাপি গুৰুজনে কৈছে যেতিয়া গুৰুবাক্য ৰওঁক আৰু নিয়মো ৰওঁক। এতেকে হৰিচৰণে আশ্ৰমী আৰু উদাসীনৰ মাজত বাহা কৰি ৰওঁক। তোমালোক সকলোৱে তেওঁক ভাগ সিধা দিবা; কিন্তু তেওঁৰ বস্তু নাখাবা।"

২-২১-১০ আৰু এবাৰ বিষ্ণু আতাই তিনিখন নাও লৈ গৈছে বঠা মাৰি ঘোষা গাই –

ৰাম হৰি এ
ৰাম জয় হৰি এহে।

তাকে দেখি ভকতে ক'লে, "আতাৰ যাত্ৰা আৰু গুৰুজনাৰ যাত্ৰা একে হ'ল।" বিষ্ণু আতাই ক'লে, "মোক গুৰুজনাৰ লগত একে কৰিলা, কিন্তু পালক হ'বলৈ হ'লে তেৰাৰ গাতে লুকাম।" সেই কথা কৈ আতাই পাছত বাতুলৰ লক্ষণত গাতি জোকাৰিলে। কুৰুৱানখীয়া কোমোৰাবোৰ ৰ'ল, বগৰিৰ দৰে পকা চিৰামুখীয়া কোমোৰা সৰিল। ভাৰ পাতলাই সিবোৰ একেজাপে সৰিল।

২-২১-১১ গোপাল আতা আৰু ককিলা গুৰুৰ ঘৰ ভৱানীপুৰত। তেওঁলোক দুজনে বৰপেটালৈ গুৰুজনাৰ ওচৰলৈ আহিছে। জাৰণিৰ মাজৰ পৰা এটি সুন্দৰ বগা বৰণৰ বান্দৰ ওলাই বাটতে আতৈ দুজনক লগ ধৰি এটি আম দিছে, পুহ মাহত। বান্দৰটিয়ে ক'লে, "আতৈ, আমটো শ্ৰীৰাম আতাক দিবা।" আতৈ দুজনে আমটো আনি শ্ৰীৰাম আতাক দিলে। আতাই আমটো গুৰুজনাক দিবলৈ চাই দেখিলে আমটোত নখৰ আঁচোৰ লাগিছে। আঁচোৰ দেখি এৰা হোৱা বুলি আতাই আমটি গুৰুজনাক নিদিলে। আতাই আমটোৰ এফাল খাই এফাল শোৱা পাটীৰ ওপৰৰ চাঙৰ কৰণিত থ'লে। পাছত আতাই চাউল সিজাই ভোজন কৰিছে। গুৰুজনাৰ নজনা কথা কি আছে? তেওঁ শ্ৰীৰাম আতাৰ বাহালৈ গৈ আমাৰ বাকী অংশ উলিয়াই ভোজন কৰি ক'লে, "অ' শ্ৰীৰাম, পুহ মাহত আম পকেনে?" শ্ৰীৰাম আতাই গুৰুজনে আম খোৱা দেখি কাওবাও কৰিব ধৰি ক'লে, "বাপ, কিয় এনে কাৰ্য্য কৰে? এতিয়া মৰিলো মই।" গুৰুজনাই ক'লে, "শ্ৰীৰাম, এনে দেৱভোগ্য অমৃত তুমি খাব পোৱা আৰু মোৰ শিষ্যৰ বস্তু মই খাব নেপাওনে?" আতাই ক'লে, "বাপ, মই এৰা বস্তু কিয় খায়? কিয়নো মোক মাৰিছে?" গুৰুজনাই ক'লে, "কৃষ্ণই কৈছে অৰ্জুনক –

ভক্তৰ শেষত পৰে শ্ৰেষ্ঠ বস্তু নাই।
তাক ভুঞ্জিবাক প্ৰতি মোৰ মন যায়।।

আতাই গুৰুজনাৰ ওচৰত কাতৰ প্ৰাৰ্থনা কৰি ৰ'ল। আৰু কিনো কৰিব? শ্ৰীৰাম আতা আৰু গুৰুজনাই আমৰ গুটিটো নি সেই জাৰণিতে ৰোপণ কৰিলে আৰু লগতে এটি কেতেকী ফুলৰ পুলিও ৰুলে। সেই আমজোপা আৰু কেতেকী

ফুল এতিয়াও বৰপেটাত আছে। তেওঁলোকে উভতি আহোঁতে বাটত বামুণী ভেকোলা বেং এটি গৰুৰ খোজত পৰি থকা দেখিলে। গুৰুজনে বেঙটিৰ ওপৰত তিনিবাৰ ভৰি ঘূৰালে। তাকে দেখি শ্ৰীৰাম আতাই ক'লে, "বাপ, এই বেঙটিৰ অতনো ভাগ্য আছে?"

**২-২১-১২** গায়ন কেহো আতৈয়ে নিতে বৰগীতেৰে প্ৰসঙ্গ কৰে। গীতটো আদিৰে পৰা গাই তেওঁ গীতৰ ভণিতাখিনি এৰে। গুৰুজনে শুনি ক'লে, "হেৰা কেহো, গীতৰ ভণিতাখিনি গোৱা নুশুনো দেখোঁ।" আতৈয়ে ক'লে, "বাপ, আপুনি মোৰ কোটি ব্ৰহ্মাণ্ডৰ ঈশ্বৰ, আপোনাক দাস, মূৰুখ বুলি গাবলৈ কেনেবা লাগে, সেয়েহে এৰো।" গুৰুজনাই ক'লে, "যিখিনিয়ে মোক তিনিও ৰাজ্যতে প্ৰকাশ কৰিছে, তাকে তুমি ঢাকা?" তেতিয়াৰে পৰা আতৈয়ে ভণিতা গাব ধৰিলে।

**২-২১-১৩** এদিনাখন টিটিয়া জগন্নাথ আতৈয়ে গুৰুজনাক ক'লে, "বাপ, আপুনি বেদৰ সকলো তত্ত্বক কয় আৰু কয় 'কহয় মূৰুখ মতি' এনে বুলি মিছা মাতে কিয়?" আগম, নিগম, পুৰাণ, ভাৰত, গীতা, শ্ৰুতি, কাব্য কোষ, সংহিতা, ব্যাকৰণ সকলো জানে আৰু গীতত কয় 'কহয় মাধৱ মূৰুখ দাস' বুলি?

**২-২১-১৪** গুৰুজনাৰ সম্বন্ধীয় ভাগিন এজন অগ্ৰগণ্য মহা পণ্ডিত, ব্ৰাহ্মণক তৰ্কত ডলি নিব খোজে; গুৰুজনে হাক দি ৰাখে। গুৰুজনে কয়, "তোমাৰ উত্তৰত কোনে সন্মুখ হ'ব বোপা, কোনেও নোৱাৰিব।"

**২-২১-১৫** এদিনাখন সমূহ বাপুসকলে সভা মাতিছে লাৰু দিয়া নাম পাতি। গুৰুজনাই ঠগি ভাঙি লাৰুৰ টেকেলি উলিয়াই নিছে। কীৰ্ত্তন ঘৰৰ দুৱাৰ মুখত টেকেলিৰ ডোৰ ছিগি টেকেলিটো পৰিল। সকলোৱে লাজ পালে। সেই সময়ত গুৰুজনাই ঘোষা মাতিছে।

"ৰাম কৃষ্ণ বোলো ভাই এ
পৰম যতনে ত্যাজিয়া যত অন্যায়।
তোমাক মই ভাণ্ডো, তুমি মোক ভাণ্ডা
চৈধ্যয় সাক্ষীক ভাণ্ডিবা কোন উপায়।"

**২-২১-১৬** কণিকা গুৰুৱে এদিনাখন গোপাল আতাক ক'লে, "মোৰ

এতোলা সোণা আছে, তাকে গুৰুজনাক দি তুমি সেৱা কৰিবা।” আতাই ক’লে, “বাৰু লৈ আহা।” তেওঁলোক দুজনে গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই ক’লে, “হেৰা কণিকা, মোৰ সোণাতোলা আনিছানে?” গুৰুৱে ক’লে, “বাপ, অনা হৈছে।” গুৰুজনাই সোণাতোলা খুজি ল’লে। উভতি আহোতে গোপাল আতাই কণিকা গুৰুক কৈছে, “আগতেই তুমি গুৰুজনাক সোণাৰ কথা কৈছিলা আৰু কিয়নো মোক ভেটিবলৈ দিছিলা?” কণিকা গুৰুৱে ক’লে, “মই কাহানি কৈছো গুৰুজনাক সোণা দিম বুলি, তেওঁ নিজেই দেখোঁ খুজি ল’লে।” গোপাল আতাই ক’লে, “তুমি আগতে কৈছিলা বুলি মই বুজিছিলো। তেওঁ সৰ্বসাক্ষী ঈশ্বৰ, পোহৰক কোনে আঁৰ কৰিব?”

২-২১-১৭ বৰ বৈকুণ্ঠ আতৈৰ ঘৰ কুৱাপানী গাঁওৰ কাষত আছিল। তেওঁৰ পত্নীয়ে প্ৰথম প্ৰসৱৰ সময়ত প্ৰসৱ বেদনাত ধৰফৰাই আছিল। চ’ত মাহ, আতৈয়ে পথাৰৰ পৰা মহা ভোকাতুৰ হৈ ঘৰলৈ আহি দেখিলে ঘৰখন নৰকপুৰী যেন হৈ আছে, সোমাবই নোৱাৰি। তেওঁ দুখ, বিৰক্তিত দুৱাৰৰ ফালে পিঠি দি বহি আছিল। এনেতে তেওঁৰ আগতে জেঠিৰ কণী এটি পৰি ভাঙি পোৱালীটো ওলাল। পোৱালীটোৱে কিছুসময় শঁতাই গাৰ লালাবীৰ্য্যখিনি খাই কিছুদূৰ গৈ মাখি এটা ধৰি খালে। সি তাতে বল পাই বেৰ বগাই চালত উঠিল। তাকে দেখি আতাই ভাবিলে, “এই জেঠিটোৰ ক’ত মা-বাপ আছে, কোনে ইয়াক তুলিলে আহাৰ পানী দি? ব্ৰহ্ম জীৱ, ঈশ্বৰৰ অংশ; নিজেই জীয়ে। সকলোৰে বাপ-মা ঈশ্বৰ, ইয়াৰ বাবে এই মায়া পাশত মই মৰো কিয়?” এই বুলি কৈ, তেওঁৰ টকা দহটি আছিল, তাৰে পাঁচটি পত্নীৰ কাষত থৈ ওচৰতে থকা শহুৰেকক ক’লে, “পিতা, আপুনি আমাৰ ঘৰলৈ গৈ আহিব।” আৰু এনেকৈ কৈ তেওঁ ঘৰ এৰি গুচি আহি মহাপুৰুষক গুৰু বুলি হাটীত থাকি নাম গাই আছিল। পত্নীয়ে কেঁচুৱাটি তুলি-তালি ডাঙৰ-দীঘল কৰি পাঁচ বছৰ পিছত আতৈক বিচাৰি উলিয়ালে। নাম গাই গুৰুজনা আহিছিল আগে আগে আৰু বৰ বৈকুণ্ঠ আতৈ আহিছিল পাছত। কীৰ্ত্তন ঘৰৰ সন্মুখত পত্নীয়ে ধৰিলে, “এনে স্ত্ৰী বধি, শিশু বধিকো নাম গাব দি গুৰুজনে চপাই লয়? জানেই যদি এৰিব, তেন্তে পূৰ্বতে বিয়া কৰায় কিয়? পত্নী-পুত্ৰক অনাথ কৰি এৰিলে মহাপাপৰ দোষ নহয়নে?” ইয়াকে শুনি গুৰুজনে

তবধ মানি থমকি ৰৈ ক'লে, "হেৰা তুমি কাক কৈছা?" পাছৰ পৰা আতৈয়ে মাত দিলে, "বাপ, মোকেই কৈছে।" গুৰুজনে তেনেকৈ কোবাৰ কাৰণ সুধিলে। আতৈয়ে কান্দি কান্দি সকলো কথা ক'লে। আতৈৰ পত্নীয়ে গুৰুজনাক ক'লে, "প্ৰভু, মৰা অৱস্থাত মোক এনেকৈ মাৰি থৈ আহিছে।" গুৰুজনাই আতৈক ক'লে, "তোমাৰ হাতত টকা-পইচা কি আছে?" আতৈয়ে ক'লে, "বাপ, হাতত দহটি টকা আছিল, তাৰে পাঁচটি দি আহিছিলো। আৰু পাঁচটি লগত আনিছিলো, এতিয়া লগতে আছে।" গুৰুজনাই ক'লে, "তাৰে তিনিটি টকা পত্নীক দিয়া, পত্নীয়ে তোমাক এৰক।" আতৈয়ে তিনিটি টকা পত্নীক দিলে। গুৰুজনে আতৈৰ পত্নীক প্ৰবোধ দি পঠালে আৰু ক'লে, "হৰিগুণ গোৱা ভকতক অসূয়া নকৰিবা।"

**২-২১-১৮** এদিনাখন ককিলা গুৰুৱে একাখি দিগযোৱা কল লৈ গুৰুজনাৰ ঠাইলৈ আহি বৰকলা গাঁওৰ ওচৰ পালে। বিজয়পুৰৰ পৰাও চাৰিজন ভকত আহি সেই ঠাই পালেহি। চাৰিজনীয়া ভকতৰ দলটোৱে ক'লে, "আতা, তিনি সন্ধ্যা আমাৰ উপবাস, ভোকত গা নবয়, হাঁঠিবই নোৱাৰো।" গোপাল আতাই ককিলা গুৰুক ক'লে, "কল আখিৰ বাৰটি কল আতৈসকলক দিয়া, পানীৰ সৈতে খাওঁক।" ককিলা গুৰুৱে ক'লে, "মই গুৰুজনাৰ বাবে আনিছো, আনক দিব নোৱাৰো।" গোপাল আতাই ক'লে, "গুৰুজনাকহে দিবা আৰু গুৰুজনে আকৌ ভকতকে দিব, তুমিয়ে ভকতক দিব পাৰা।" ককিলা গুৰুৱে ভকত কেইজনক বাৰটি কল দি কল আখি এৰা হ'ল বুলি গুৰুজনাক নিদিলে। পিছদিনা ককিলা গুৰুৱে গোপাল আতাৰ সৈতে গুৰুজনাৰ ওচৰলৈ গৈছে। গুৰুজনে ককিলা গুৰুক ক'লে, "আতৈ আজি মহাপুৰুষ গুৰুৱে মোক সপোনত কৈছে, "ককিলা গুৰুৱে কল একাখি আনি বাহাত থলে, তাৰে বাৰটি কলহে মই পালো, বাকী কল মোক নিদিলে।" আতৈয়ে ক'লে, "বাপ, হয়, গোপাল আতাই বাৰটি কল ভকতক দিয়ালে আৰু বাকী কলখিনি আপোনাক নিদিয়া হয়, হাটীতে আছে।" গুৰুজনাই ক'লে, "কৃষ্ণদেৱে কৈছে –

ভকতজনেহে মোৰ হৃদয়।
মই ভকতৰ হিয়া নিশ্চয়।।
মই বিনে ভকতে নিচিনে আন।

ভকত বিনে মোৰ নাহি ধ্যান।।

গুৰুজনাই পুনৰ ক'লে, "বাকী কলখিনি আনাগৈ, ভালহে হৈছে।" আতৈয়ে কলখিনি আনি দিলে আৰু গুৰুজনে সকলোকে কল বাঁটি দিছে আৰু নিজেও খাইছে।

২-২১-১৯ ককিলা গুৰুৱে স্নান কৰি শুদ্ধ হৈ গাখীৰ খীৰাই টেকেলিত ভৰাই মুখ বান্ধি আনি দিয়ে গুৰুজনাক। আতৈয়ে এদিন টেকেলিত গাখীৰ ভৰাই মুখ বান্ধি থ'লে; কিন্তু তেওঁ গুৰুজনাক দিবলৈ আহিব নোৱাৰিলে। সেই গাখীৰ তেওঁ পিছদিনা গুৰুজনাক আনি দিলে। গুৰুজনাই আতৈক ক'লে, "গাখীৰ আনিছাহে, সেয়া এৰা হৈছে।" আতৈয়ে ক'লে, "বাপ, তেনে গাখীৰ আপোনালৈ কিয়নো আনিম?" গুৰুজনাই ক'লে, "বাৰু, ঢাকনিখন খোলা।" আতৈয়ে ঢাকনিখন খুলি চাই দেখিলে সৰু ল'ৰাই খামোচ মৰাৰ আঙুলিৰ চিহ্ন গাখীৰত ৰৈ আছে। আতৈয়ে ভয়-সন্ত্রস্ত হৈ ক'লে, "বাপ, ঘৰত ল'ৰা-ছোৱালী নাই, ক'ৰ বালকে খালে? অদ্ভুত কথা। কালিয়ে মুখ বান্ধি আটালত তুলি থৈছিলো দেখোঁ।" গুৰুজনাই ক'লে, "তোমাৰ মনত পৰিব পাৰে, কালি সপোনত কিবা দেখিছিলানে?" আতৈয়ে ক'লে, "বাপ হয়, এহাতত সোণৰ লাৰু খোৱা ব্রাহ্মণৰ বালক এটিয়ে টেকেলিৰ পৰা খামোচা খামোচে গাখীৰ খোৱা সপোনত দেখিছিলো, এতিয়াহে মনত পৰিছে।" গুৰুজনাই ক'লে, "তেন্তে গাখীৰ আনা, সেয়া আন নহয় নন্দৰ নন্দন কৃষ্ণহে। গাখীৰ এৰা নহয়, ভালহে হৈছে।"

২-২১-২০ ধিলাই ব্রাহ্মণৰ বিদ্যালয়ত পঢ়োতেই জীৱনৰ আধা বছৰ গ'ল। এদিনাখন তেওঁ যেবে-তেবে অৰ্থ অধ্যাপকক সুধিলে। অধ্যাপকে তাৰ অৰ্থ ক'ব নোৱাৰিলে। তেওঁ আৰু অনেক ভট্টাচাৰ্য্য, কন্দলি, অধ্যাপক, ঠাকুৰ আদিক সুধি ফুৰিছে, কোনেও নোৱাৰে ক'ব। ঘূৰি ঘূৰি শেষত তেওঁ গুৰুজনাক পালে। গুৰুজনাক তেওঁ তাৰ অৰ্থ সুধিলে। গুৰুজনে সেই সময়তে ঘোষা ৰচনা কৰি গাই তাৰ অৰ্থ কৈছে।

সত্য যুগে ধ্যান, ত্রেতা যুগে যজ্ঞ,
দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ, কীৰ্ত্তন বিনাই,

আৰৰ নাহিকে দুজা।
মিনতি বচন, বোলো সৰ্বজন,
শুনিও শাস্ত্ৰৰ মৰ্ম।
আপোন কুশল, চোৱা যেবে-তেবে,
নেৰিবা যুগ ধৰ্ম।
হৰি ভজি হৰিনাম নোলোৱা সাক্ষাৎ,
আপোনাক আপুনি কৰিছা আত্মঘাত।

ঘোষা শুনি দ্বিজে যেবে-তেবেৰ অৰ্থ পাই বহাৰ পৰা উঠি ক'লে, "অ' ইয়াৰ অৰ্থ অতদিন বিচাৰি নাপাওঁ, অকাৰ্য্যত শাস্ত্ৰ বিচাৰি জীৱনটো বিফলে নিলো। এৱেঁই দেখোঁ ঈশ্বৰ, জীৱৰ ভজনৰ পথ দেখুৱালে।" এইবুলি বিপ্ৰই মহাপুৰুষক গুৰুত শৰণ ল'লে।



# দ্বাবিংশ অধ্যায়

২-২২-১ গুৰুজনে গোপাল আতাৰ ঠাইলৈ গৈছে তিনিকুৰি ভকতৰ লগত। ভকতসকলৰ তিনিজন নৰিয়াত পৰিল। গুৰুজন আৰু গোপাল আতাই কীৰ্ত্তন ঘৰত বহি কৃষ্ণ কথাৰ আনন্দ ৰসতে মজি গধুলি হ'ল। সামৰণিত আতাই উঠি ভিতৰলৈ গৈ পত্নীক ক'লে, "দামোদৰৰ মাক, ভকতলৈ কি কৰিছা, কি আছে?" আয়ে ক'লে, "তেওঁলোকক গাখীৰ-চিৰা ভোজন কৰালো, তেওঁলোক খাই শুইছে।" পত্নীৰ আচৰণত আতাই পৰম সন্তোষ পালে। আতাই গুৰুজনা আৰু ভকতক খুৱাই-ধুৱাই পৰম শুদ্ধাকৈ ৰাতিটো ৰাখি পিছদিনা পঠাইছে।

২-২২-২ আৰু এবাৰ গুৰুজন গৈছে গোপাল আতাৰ ঘৰলৈ। ঘৰৰ দক্ষিণে বাটৰ কাষতে ওখ ভিঠা এটি আছিল, তাতে এটি কুঁৱা আৰু কাষত এটি নলা আছিল। গুৰুজনাৰ বাবে আতাই তাতে পায়খানা বনাই দিছিল। ভাটীবেলা গুৰুজনাই পায়খানাত বহিছে। এনেতে গৰু চাৰোঁতে দামোদৰে লোকৰ সৰু ল'ৰা এটিক মাৰিলে। সেই ল'ৰাৰ মাকে ল'ৰাটিক হাতত ধৰি লৈ বলকি বলকি আটাহ পাৰি আহিছে। দামোদৰৰ আয়ে দামোদৰক হাতত ধৰি আগবঢ়াই নি কৈছে, "হেৰা আমাৰ অনাথ জীৱৰ নাথ আছে, তহঁতৰ নাই; তল যা বা ওপং, এই ল'ৰাকে দিছো যি লাগে কৰ নি, লাগিলে মাৰিকে পেলা, তথাপি আটাহ পাৰি ৰেকৰেকনি নকৰিবি।" দামোদৰৰ আইৰ কথা শুনি গুৰুজনে পৰম সন্তোষ পালে। স্নান কৰি উঠি গুৰুজনে কীৰ্ত্তন ঘৰত বহিছে। আতা ক'ৰবালৈ গৈছিল। তেওঁ আহি পাই গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই আতাক ক'লে, "গোপাল, দামোদৰৰ মাকে মোক পৰম সন্তোষ লগালে।" আতাই তাৰ কাৰণ সুধিলে। গুৰুজনাই ক'লে, "দামোদৰৰ মাকে আগবাঢ়ি গৈ সেই মাকজনীক মাতি এনে বাক্য ক'লে, "আমাৰ নাথ আছে, তহঁতৰ নাই।" পাছত পত্নী ঢুকোৱাত গোপাল আতাই কান্দিছিল বৰ দুখ কৰি। তেতিয়া ভকতে আতাক ক'লে, "মায়া-মৰমত স্ত্ৰীলৈকে কান্দে জানো?" গোপাল আতাই ক'লে, "মায়াময় বীভৎস বিষয়ৰ

বাবে মই কন্দা নাই, সেয়া সকলো জন্মতে পায়। ভকত, গুৰুজন আহিলে কোনে খুৱাই-বুৱাই পৰিচৰ্য্যা কৰি জঞ্জাল মাৰিব, মই একো ভু নাপাওঁ, তাৰে মনত পৰিহে কান্দিছো। বৰ কামৰ লোক আছিল মোৰ পত্নী।"

২-২২-৩ এবাৰ গোপাল আতাই জন্ম যাত্ৰাৰ পচতিৰ গীত, নাট, সূত্ৰ ৰচনা কৰি ভক্তৰে সৈতে গুৰুজনাক প্ৰাৰ্থনা কৰি নিজ ঠাইলৈ নিছে। আতাই অনেক দ্ৰব্য-বস্তু যোগাৰ কৰি দিনে ৰাতি কৃষ্ণ জন্মাষ্টমীৰ যাত্ৰা কৰাইছে। পিছদিনা বোকা যাত্ৰা পচতিৰ গীত গাইছে। গুৰুজনাৰ প্ৰেম নিগৰি, হিয়া তগবগাই আনন্দ ৰসত দ্ৰবি তেওঁ আছিল হালিজালি। ভকতৰ গালৈ ফুল-পানী, লৱণু ছটিয়াই তেওঁ নিজেই দিছিল। ভকতসকলে ঘোষা কীৰ্ত্তন গালে। একেবাৰে বৈকুণ্ঠলৈ দলদোপ, হেন্দোলদোপ লাগিছিল। যাত্ৰাৰ অন্তত স্নান কৰি গোপাল আতাই ক'লে, "বাপ, আপুনি মোৰ হৃদয়ৰ বস্তু; মোৰ জীৱৰ আত্মাত অনুমতি দি আপুনি এই যি কৃত কৰ্ম কৰালে তাৰ ফলৰ সৈতে মোৰ এই জীৱটি সকলো আপোনাৰ অভয় পদত অৰ্পণ কৰিলো। হাতত, দাঁতত তৃণ ধৰি কাৰুণ্য-কাৰ্পুণ্য কৰি প্ৰাৰ্থনা কৰিছো আপোনাৰ সেৱকৰ সঙ্গ মোৰ ইহ পৰলোকত হওঁক আৰু হওঁক মুখত আপোনাৰ নাম আৰু হৃদয়ত আপোনাৰ ৰূপ।" এইবুলি গুৰুজনাৰ চৰণত মাথা থৈ আতাই প্ৰাৰ্থনা কৰোঁতে আতাৰ চকুৰ লোতকত গুৰুজনাৰ পাদ-পদ্ম তিতি গ'ল। গুৰুজনাই মহাস্নেহত আতাক সাৱটি ধৰি ঘোষা মাতিছে –

গোপাল গোপাল পালয় কৃপাময়,
তুৱা পাৱে মোৰ মতি ৰতি যেন নচাৰয়।
কৰিছো আশা যিটো চিৰকাল,
নকৰিয়ো ভঙ্গ তাক গোপাল।

গুৰুজনাই ক'লে, "গোপাল, আজি মোক অমৃত পান কৰাই যি সন্তোষ লগাইছো আমাৰ ভক্তি বস্তুতো তুমি সন্তোষ লভিবা; তোমাৰ যশে চন্দ্ৰ-সূৰ্য্য প্ৰকাশ কৰাদি প্ৰকাশ কৰিব, নদী বোৱাদি ব'ব।" এইবুলি গুৰুজনে আতাক আশীৰ্বাদ দিলে। তেতিয়া আতাই প্ৰাৰ্থনা কৰিলে, "বাপ, এই নাট-গীত আপোনাৰ চৰণত অৰ্পিলো, আপোনাৰ ৰচনা গীত এটি ইয়াৰ মাজতে সুমুৱাই দিয়ক; আপোনাৰ মুখ পদ্মৰ বাক্য থাকিলে এই নাট-গীত চলিব; সিংহই শিয়ালক

ডিঙিত আঁৰি লওঁক।" গুৰুজনাই ক'লে, "বাৰু গোপাল, মোৰ গীত কি দিম, মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ গীতকে দিওঁ।" গুৰুজনাই গীতটি দিছে –

"হৰিক বয়ন মেৰি মাই।"

আতাই গুৰুজনাক ভক্তেৰে সৈতে সাতদিন ৰাখি দান-দক্ষিণা দি বৰপেটাত থৈ গৈছে।

২-২২-৪ এদিনাখন গোপাল আতাই গুৰুজনাৰ ঠাইলৈ আহিব ওলাইছে। আতাৰ ল'ৰা দামোদৰ ডাঙৰ, সৰু কমললোচন আৰু ছোৱালী পদ্মপ্ৰিয়া সকলোতকৈ সৰু। ছোৱালীজনীয়ে আতাক ক'লে, "পিতা, ময়ো যাওঁ, মোকো নিয়া, ময়ো গুৰুজনাক সেৱা কৰিমগৈ।" আতাই ক'লে, "বাৰু নিম, যদিহে কীৰ্ত্তন ঘৰৰ চোতাল সাৰা, কাঁথি মচা আৰু গুৰুজনাৰ দাসৰ সেৱা কৰি চৰণধূলি ল'ব পাৰা, তেন্তে ব'লা।" ছোৱালীজনীয়ে ক'লে, "হ'ব পিতা, যাওঁ।" এইবুলি ছোৱালীজনীয়ে কীৰ্ত্তন ঘৰলৈ আহি চোতাল সাৰিছে, সেৱকৰ চৰণত পৰি চৰণ-ধূলি লৈছে। চ'ৰাঘৰৰ পৰা গুৰুজনাই দেখি আতাক সুধিলে, "গোপাল, সেইজনী কাৰ ছোৱালী?" আতাই ক'লে, "বাপ, মোৰেই ছোৱালী, আপোনাৰ দাসী।" ছোৱালীজনীক প্ৰশংসা কৰি গুৰুজনাই কৈছে, "ছোৱালীজনীৰ বুদ্ধি ভাল।"

২-২২-৫ আৰু এদিন গুৰুজন গৈছিল গোপাল আতাৰ ঘৰলৈ। আতাই গাঁত খান্দি তাৰ ওপৰত পাত পাৰি তাতে গুৰুজনাৰ স্নানৰ ব্যৱস্থা কৰিলে। পিছত আতাই সেই গাঁত পুতি তাতে বৰ দিগযোৱা কলৰ পুলি এটি ৰুলে। কল পুলিটো ডাঙৰ হৈ কলৰ থোক পৰিল। তাৰে একাখি কল পকাই আতাই গুৰুজনালৈ আনিছে। গুৰুজনাই ক'লে, "গোপাল, কল আনিছা হয়, সেয়া বৰ্জনীয়, ভকতক দিবলৈ ভাল নহয়।" আতাই কল ভাল বুলি ক'লে। গুৰুজনাই ক'লে, "তোমাৰ চোতাল সাৰা জনেহে জানে ভাল - বেয়া।" আতাই গৈ চোতাল সাৰাক সুধিলে। চোতাল সাৰোঁতাজনে ক'লে, "হয়, চোতাল সাৰোঁতে বিষ্ঠা লাগিছিল।" আতাই আশ্চৰ্য্য-অদ্ভুত মানি ক'লে, "তেবেঁই ঈশ্বৰ, কি কথা তেওঁৰ অবিদিত আছে, বাহিৰে-ভিতৰে তেওঁ সকলো জানে।"

২-২২-৬ এবাৰ গুৰুজনা গৈছে গোপাল আতাৰ গৃহলৈ। নাম-প্ৰসঙ্গৰ অন্তত গুৰুজনাই চাউল সিজাইছে। ভাত হ'ল। জয়হৰি আতৈয়ে পাত কাটিবলৈ

গৈ ধতুঁৰা ফুলীয়া পাত বিচাৰি ফুৰিছে। আতৈৰ বেলা হ'ল। জয়হৰি আতৈক দূৰতে দেখি গোপাল আতাই ওলাই আহি আঙুলি দেখুৱাই ইঙ্গিতেৰে খং দেখুৱাই ক'লে, "তোমাক মই আজি।" গুৰুজনে তাকে দেখি ক'লে, "হেৰা গোপাল, অন্য ঠাইত কৰা পাপ পুণ্যৰ ঠাইত নাশ হয়, পুণ্য ঠাইত কৰা পাপ ব্ৰজলেপ হয়। অনেক জন্মত পাপ-পুণ্য কৰি আহি নৰদেহ পাই হৰিগুণ গাইছো, নামৰ প্ৰভাৱত যত পাপ মানে ক্ষয় হ'ল, এতিয়া এই পুণ্যদেহত ভকতক দ্ৰোহ কৰিলে সেই পাপ পৰজন্মতো নুগুচে, ব্ৰহ্মলেপ হ'ল আৰু। বৈকুণ্ঠৰ সপ্তম দুৱাৰত ব্ৰহ্মাৰ সন্তান চাৰিসিদ্ধক খং কৰি ঠেলা মাৰি বৈকুণ্ঠবাসী জয়-বিজয়ৰ পতন হ'ল। আৰু তোমাৰো ভকতক ভাবুকি দিয়াত অঘটন ঘটিল।" আতাই গুৰুজনাক ক'লে, "বাপ, এতিয়া কি গতি হ'ব দাসৰ। নাজানি বেগতে মুখৰ পৰা ওলাল, এতিয়া দণ্ড বিহক।" গুৰুজনাই ক'লে, "ইয়াৰ সমতুল্য আন প্ৰায়শ্চিত্ত নাই, আঙুলিটো ছেদ কৰিলে উচিত দণ্ড হ'ব। আতাই কাঠ এডোখৰ আনিলে আৰু দা এখনো আনিলে। আতাই আঙুলিটো কাঠত থৈ ৰাম বুলি ঘা মাৰিবলৈ দাখন দাঙোতেই গুৰুজনে ক'লে, "হা, হা! নেমাৰিবা, হ'ল আৰু, মনৰ নিশ্চয়ে ছেদ কৰাৰ সমান প্ৰায়শ্চিত্ত।"

২-২২-৭ গোপাল আতাই দশম চৰ্চা কৰাৰ কথা গুৰুজনাই শুনিলে। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "আহাচোন চাওঁ, গোপালে কেনেকৈ দশম চৰ্চা কৰিছে।" এই বুলি গুৰুজন আৰু শ্ৰীৰাম আতাই সন্ধ্যাবেলা গোপাল আতাৰ গৃহলৈ গৈ আতাই যিটো খুঁটাত বন্তি লগায় তাৰ আঁৰ লৈ আছে। আতাই আগত বন্তি লৈ দশম চৰ্চা কৰিব ধৰিলে; নোৱাৰে, পাহৰি যায়; পুনৰ চৰ্চা কৰে, পুনৰ পাহৰে, আকৌ আগৰে পৰা আৰম্ভ কৰে। এনেকৈ নোৱাৰি আতাই পুতেকক ক'লে, "দামোদৰ, কোনোবা ডাঙৰ লোক আহিছে, গা গধুৰ গধুৰ লাগিছে, চোৱাচোন কিজানি গুৰুজন আহিছে।" দামোদৰে চাই ক'লে, "পিতা, নাই অহা।" আতাই ক'লে, "ভালকৈ চোৱা, আহিব পায়, মই গাত গম পাইছো, আহিছে।" পিছত আতাই চাই দেখিলে গুৰুজনে শ্ৰীৰাম আতাৰ সৈতে খুঁটাৰ আঁৰত থিয় দি আছে। আতাই গুৰুজনাৰ চৰণত পৰি অনেক কাতৰ, স্তুতি কৰি ক'লে, "বাপ, এনে ছদ্মভাৱে কিয় আহিল?" গুৰুজনাই ক'লে, "শুনিছো তুমি দশম চৰ্চা কৰিছা,

ভাবিলো কেনেকৈ চৰ্চা কৰে চাওঁ, সেয়েহে আহিলো, বাৰু চৰ্চা কৰাচোন।" আতাই ক'লে, "হে বাপ, সূৰ্য্যৰ আগত বন্তিৰ কি প্ৰকাশ, চন্দ্ৰৰ আগত জোনাকী পৰুৱাৰ প্ৰকাশ কি, আৰু দপদপাই জ্বলি থকা জুইৰ আগত ফিৰিঙতি কি? আপুতি আত্মা অন্তৰ্য্যামীৰ আগত মই পতঙ্গই কি চৰ্চা কৰিম?" গুৰুজনে ক'লে, "হেৰা গোপাল, মই তোমালৈ পৰম স্নেহ কৰি কৃত্য যুগৰ কথা চৰ্চা কৰি দেখুৱালো আৰু তুমি তাক সীমা গুচাই ব্যক্ত কৰিলা। এনেকৈয়ে পাছৰ লোকে বৌদ্ধাচাৰ ধৰিব, নিষ্ঠা পৰকাষ্ঠা এৰি বিপথে যাব আৰু আমাৰ পন্থত জেঙা জোঁট লাগিব। মিছা ভক্তি গাই কোনো লোক যাব আৰু কোনো লোকে সংসাৰত যাতায়ত কৰি দুখ ভুঞ্জিব। প্ৰথমে পাটকুঁৱা আনোতে তিনিবাৰ, ভক্তৰ লগত সভালৈ যোৱাৰ সৈতে মুঠ আঠবাৰ গুৰুজনে গোপাল আতাৰ (ভৱানীপুৰীয়া) ঘৰলৈ গৈছে।

২-২২-৮ গুৰুজনে নাট, সূত্ৰ, গীত ৰচনা কৰি, মুখা সাজি পাঁচটি নিশা ৰাম ভাওনা কৰিলে, ৰামৰ জন্মৰ পৰা বৈকুণ্ঠ প্ৰয়াণলৈ দেখুৱাই। ঠাকুৰ আতা হ'ল দশৰথ; পৰমানন্দ, ৰামাই, ৰামচৰণ আৰু বলাই হ'ল ক্ৰমে ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন। বুঢ়া আতা আৰু গোপাল আতা হ'ল ক্ৰমে হনুমান আৰু জাম্বুৱন্ত। শ্ৰীৰাম আতা হ'ল জনক। হৰিহৰ আতা আৰু হৰিগুৰু আতা হ'ল ক্ৰমে বশিষ্ঠ আৰু বিশ্বামিত্ৰ। হৰিবল্লভ আতা সীতা, পয়োনিধি আতৈ সুগ্ৰীৱ আৰু ঈশ্বৰালি আতৈ হ'ল বলি। সাক্ষাৎ যেন ৰাম অৱতাৰে হৈছিল। লোকে দেখি আশ্চৰ্য্য-অদ্ভুত মানি ক'লে, "এই কৰ্ম মনুষ্যৰ নহয়, ঈশ্বৰেহে কৰাইছে, আৰু কৰা সকলো পূৰ্ব্বৰ বৈকুণ্ঠৰ ৰাম সেনাই।" ভাওনাৰ অৱসানত এনে অদ্ভুত ঐশ্বৰিক কাৰ্য্য দেখি গুৰুজনে মনতে ভাবিলে, "পাছলৈ এই ভাও কোনে কৰিব, গাব?" এইবুলি তেওঁ নাট, গীত, সূত্ৰ পুৰি পেলালে। ভকতৰ মুখত ভাওনাৰ দুটি গীত ৰ'ল –

ৰাগ - সিন্ধুৰা আৰু বলোৱাৰ।

১। জয় জয় ৰাম ৰঘুকুল পঙ্কজ দিনকৰ ৰাম মুৰাৰি।

২। দেখহু নয়ন ভাৰি লোই
পৰম পুৰুষ ৰাম ৰাজা হোই।



# ত্ৰয়োবিংশ অধ্যায়

২-২৩-১ ঠাকুৰ আতাই তিয়ঁহ, চিৰাল ৰুইছিল জনীয়া[১] বিলৰ কাষৰ এঢলীয়া মাটিত। শ্ৰীৰাম আতাৰ সৈতে গুৰুজনে জনীয়ালৈ গৈ খেতিৰ মাজত বহিছে বাম মাটিলৈ পিঠি দি। শ্ৰীৰাম আতাই কুমলীয়া তিয়ঁহ, পকা চিৰাল চাই আনি গুৰুজনাক দিছে। আতাই কমণ্ডলুৰ পানীৰে ধুই বটাৰ ওপৰত সেইবোৰ গুৰুজনাক দিছে। গুৰুজনে সেইবোৰ কাটি শ্ৰীৰাম আতাক দিছে আৰু নিজেও খাইছে। ওখ বাম ঠাইৰ পৰা তেওঁলোকক দেখি ঠাকুৰ আতাই কোন বুলি গেৰিয়াই কৈছে, "কোন চোৰে তিয়ঁহ খাৱ?" আতাই ওচৰলৈ আহি দেখিলে গুৰুজন। আতাই তাতেই গুৰুজনাৰ চৰণত পৰিল। তেতিয়া গুৰুজনে দশমৰ পদ মাতিলে

গুৱালে আনন্দে বেঢ়ি
চোৰ বুলি পাৰে গেৰি
কৈক যাইবা কৃষ্ণ নিবো ধৰি
মাতন্ত ধূৰ্ত্তালি বাক
ভৰুবাস আসি কাক
তই চোৰ, মই সদগিৰি।

ঠাকুৰ আতাই ক'লে, "হয় বাপ, মই চোৰ, আপুনি গৃহস্থ। আপুনি মোৰ আত্মা আৰু দেহৰো অধিকাৰী।" এইবুলি ঠাকুৰ আতাই গুৰুজনাৰ অভয় পদত শিৰ থৈ সেৱা কৰিছে। আৰু গুৰুজনে সন্তোষ মনেৰে ঠাকুৰ আতাৰ তাত থাকি আহিছে।

---

১। জনীয়া : বৰপেটা চহৰৰ পশ্চিমত ৯ কিঃমিঃ দূৰত্বত অৱস্থিত এখন গাঁও। পিছলৈ নাৰায়ণ দাস ঠাকুৰ আতাই এই গাঁওলৈ আহি বাস কৰিছিল। গাঁওখনত বৰ্তমান ঠাকুৰ আতাৰ দ্বাৰা প্ৰতিষ্ঠিতি এখন সত্ৰ আৰু শ্ৰীশঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত আন এখন সত্ৰ আছে।

২-২৩-২ ঠাকুৰ আতাই পৰমানন্দৰ সৈতে আলোচনা কৰিলে, "গুৰুজন আহি কেতিয়াবা মাছ পায় আৰু কেতিয়াবা শুদা ভাত খায়, এতেকে মাছ অলপ আনি জীয়াই থওঁ।" আতাই গৰৈ, মাগুৰ, কাৱৈ মাছ আনি জীয়াই থ'লে। গুৰুজনে ঠাকুৰ আতাৰ ঘৰলৈ গৈ চোতালত বহিছে। ঘৰৰ ভিতৰত খুলুক-খালাক শব্দ শুনি গুৰুজনে ক'লে, "সখি ভিতৰত কিহে খুলুক-খালাক কৰিছে?" আতাই ক'লে, "বাপ, মাছ অলপ আনি নতুন কলহত জীয়াই থৈছো।" গুৰুজনাই মাছখিনি আনিব ক'লে আৰু আতাই আনিলে। গুৰুজনাই চাই দেখিলে মাছৰ মূৰটো ডাঙৰ আৰু ফিচাৰ ফালে সৰু হৈ গৈছে। গুৰুজনাই ক'লে, "এনেকৈ কিয় জীৱ বন্দী কৰিছা? মাছ কলহ জনীয়া বিলত নি পেলোৱা।" এজন লোকে শৌচ-শুদ্ধিৰ বাবে বিললৈ যাবলৈ ওলাইছিল। আতাই তেওঁৰ হাতত কলহটি দি মাছ বিলত মেলিলে। পাছত গুৰুজনে আতাৰ তাত ভোজন কৰি সন্তোষ মনেৰে আহিছে।

২-২৩-৩ আৰু এবাৰ শ্ৰীৰাম আতাৰ সৈতে গুৰুজনে গৈ ঠাকুৰ আতাৰ ঘৰৰ চোতালত বহিছে। ঠাকুৰ আতাই পৰমানন্দক ক'লে, "পৰমানন্দ, নাওখন সিঁচাগৈ।" পৰমানন্দই ক'লে, "নাওখন বামত তুলি থৈছো। আতাই পুনৰ চাবলৈ ক'লে। পৰমানন্দই ক'লে, "নাও বামত থৈছো, কিনো চাম, নাযাওঁ।" ঠাকুৰ আতাই পাঁচবাৰ খং কৰি পাঁচবাৰ এনেকৈ পৰমানন্দক যাবলৈ ক'লে। পৰমানন্দই বেজাৰ মনেৰে কুকিটো লৈ উচাট মাৰি গ'ল। পৰমানন্দই গৈ দেখিলে ব্ৰহ্মাণ্ডৰ পানী কাউৰী, বৰটোকোলা, ভেলা, ৰাম পাৰ, গঙ্গা-চিলনী, গইবেজীয়া, ঘোক-কলোৱা, বটলা বিলত জাক পাতি পৰিছে। সিহঁতৰ খেদাত মাছ বামলৈ ছিটিকি নাওত সোমাইছে। পৰমানন্দই নাওখন সিঁচি একুকি মাছ ভৰাই আনি চোতালত হুৰহুৰাই বাকি দিলে। গুৰুজনে ক'লে, "আগতে দেখোঁ নোযোৱা, নাও পাৰত তুলি থোৱা বুলি।" পৰমানন্দই ক'লে, "বাপ, সেয়া আপোনাৰ বাক্যতহে হৈছে।"

২-২৩-৪ ঠাকুৰ আতাৰ পত্নীয়ে তাঁত বই আছিল। গুৰুজনে ঠাকুৰ আতাৰ গৃহলৈ গৈ বেগতে শালখন কাটি গুচি আহিল, মুখেৰে একো নামাতিলে। আয়ে ৰ'দত তাঁতখন জোৰাই আছিল। আতাই আহি আইক ক'লে, "কি জোৰাইছা?" আয়ে ক'লে, "গুৰুজনে আহি তাঁতখন কাটি গ'ল, তাকে

জোৰাইছো দিনটো।" আতাই ক'লে, "গুৰুজনক কিবা কৈছিলা নেকি?" আয়ে ক'লে, "কি ক'ম? মতাই নাই।" আতাই ক'লে, "তেন্তে জৰোবা।"×

২-২৩-৫ ঠাকুৰ আতাৰ সৰু ল'ৰা জগতানন্দ সেই সময়ত পানী কেঁচুৱা। আয়ে কেঁচুৱাটি চোতালত শুৱাই থৈ পানী আনিবলৈ গ'ল। আয়ে আতাক কৈ গ'ল, "কেঁচুৱাটিয়ে কান্দে নেকি চাবা।" আতাই বাৰীৰ পাছত কোৰ মাৰি লগতে কেঁচুৱাটিলৈ মন কৰি আছে। কেঁচুৱাটিয়ে কান্দিব ধৰিলে। কান্দি কান্দি সি নিজম দিলে। আতাই আয়ে উভতি আহিছে বুলি ভাবি ক'লে, "হেৰা তুমি আহিলা নেকি?" কোনোৱে কথাৰ উত্তৰ দিয়া নাই। আতাই কেঁচুৱাটিৰ ওচৰলৈ আহি দেখিলে, গুৰুজনে কেঁচুৱাটিৰ মূৰ শিতানত বহি কেঁচুৱাৰ মুখত তৰ্জনী আঙুলিটো দিছে আৰু কেঁচুৱাটিয়ে ছুপ ছুপ কৰি চুহিব লাগিছে। আতাই গুৰুজনাৰ চৰণত পৰি সেৱা কৰি ক'লে, "বাপ, আপুনি দেখোঁ ইয়াৰ বাহিৰ? ইয়াৰো তত্ত্বকো জানে আপুনি?" গুৰুজনাই ক'লে, "সখি, কেঁচুৱাই কান্দিলে এই আঙুলিটো মুখত দিব লাগে।" গুৰুজনে সেইদিনা আতাৰ ঘৰত ৰ'ল। আতাই আইক ক'লে, "গুৰুজন আহিল, পাগ-পাতিলা ক'ত জুৰো, আমাৰো হ'ল অশৌচ।" গুৰুজনে ক'লে, "সখি, তোমাৰ যে অশৌচ, মোৰ নহয় জানো? দহ প্ৰচেতাই পানীত তপ কৰোঁতে ওপৰৰ জনে শ্বাস লৈছিল আৰু পানীৰ তলৰ নজনে তাকে পাইছিল। তেতিয়া আতাই পাগ পাতিলা জুৰি গুৰুজনাক ভোজন কৰালে। মাহেকৰ অন্তত আতাই পাগ-পাতিলা পেলাই কাপোৰ কানি ধুই শুদ্ধি হৈছে।

২-২৩-৬ এবাৰ গুৰুজনে ঠাকুৰ আতাৰ ঘৰলৈ গৈ আতাৰ কীৰ্ত্তন ঘৰত বহিছে। আতাই আইক সান্দহ গুৰা কৰিবলৈ ক'লে। আয়ে ঢেঁকীশাল আঁতাই চৌকা খৰিৰ ব্যৱস্থা কৰি আহি কীৰ্ত্তন ঘৰৰ কাঁথিত বহিছে ৰাধা-কৃষ্ণৰ মহা প্ৰেমপূৰ্ণ ৰহস্য খেলা শুনি। গুৰুজনে গীত ৰচনা কৰি কৃষ্ণৰ ৰহস্য প্ৰেমানন্দ খেলা চৰ্চা কৰিছিল। আয়ে শুনি প্ৰেম ৰসত মজি ধাৰাসাৰে চকুলো বোৱাইছে আৰু চিৰা খুন্দিবলৈ পাহৰিলে। গীতকেইটি –

১। ভাটিয়ালী ৰাগৰ – গোপাল পলায়া আছা মাতৃ মাৰিবৰ ডৰে.....।

---

× এই কাৰ্য্যৰে গুৰুজনে আতা-আইৰ ভক্তিৰ পৰীক্ষা কৰিছিল।

২। শ্ৰীৰাগৰ – মাই ভূষণ কৰাব হামাৰি ......।

৩। গৌৰি ৰাগৰ – ৰাধা কু আও গোবিন্দ বোলত চাতুৰি .....।

৪। আসোয়াৰী ৰাগৰ – গোবিন্দ কু ৰাধা বোল ভৱানী .....।

৫। ধনশ্ৰী ৰাগৰ – মাৱক আগু গোবিন্দ কৰত গোহাৰি ....।

গুৰুজনাই এই পাঁচটি গীত ৰচনা কৰিছে সেই সময়ত। কীৰ্ত্তনৰ সামৰণি হ'ল। আতাই আহি আইক ক'লে, "চিৰা খুন্দা হ'লনে?" আয়ে ক'লে, "সকলো যুগুতাই থৈছো, কাণ ল'ৰি কথা সুখত ব্যাঘাত হ'ব বুলি কৰা নাই, নিমিষতে হ'ব।" আতাই আইক ৰাগ কৰি কেতিয়া কৰিব বুলি এছাৰি এডাল লৈ খেদা মাৰিলে। আতাৰ পাছে পাছে গুৰুজনেও খেদি গৈছে এইবুলি কৈ, "নাৰায়ণ দাস, পৰমানন্দৰ মাকক মাৰিলে ময়ো তোমাক সুদাই নেৰো।" আতাই পাছলৈ চাই দেখিলে গুৰুজন। আতাই গুৰুজনাৰ চৰণত সেই ঠাইতে পৰি সেৱা কৰিছে

অপৰাধ বিনাশন তযু নামে নাৰায়ণ,
জানি নামে পশিলো শৰণে,
আৰ গতি মোৰ নাহি ত্ৰিভূৱনে।

আতাই ক'লে, "বাপ, দাস-দাসী-ভৃত্যকহে স্বামীয়ে খেদি যায়। এতেকে মোকো আপোনাৰ ভৃত্য কৰি লোৱা বুলি জানিলো।" গুৰুজনাই ক'লে, "হেৰা, তুমি শুনিব লাগে আৰু পৰমানন্দৰ মাকে শুনিব নালাগেনে?" তাৰ পাছত আতাই ঢেঁকী দিছে আৰু আয়ে ধান ভাজিছে। পৰমানন্দ ঠাকুৰে চোৰ-চাতুৰি কৰি চিৰা ভোজন কৰিছে।

২-২৩-৭ ঠাকুৰ আতাই আইক কৈছে, গুৰুজনা আহিলে শুদ্ধ কৰি ঘৰৰ চাউল দিবা, আনৰ চাউল নিদিবা।" গুৰুজনে শ্ৰীৰাম আতাৰ সৈতে ঠাকুৰ আতাৰ ঘৰলৈ গ'ল। কহে ঠাকুৰীয়াৰ মাকৰে সৈতে ঠাকুৰ আতাৰ আইৰ অহাযোৱা আছে। বুঢ়ীয়ে আইক ধৰিলে, "গুৰুজনাত আমাৰো একঠা চাউল লগাবা।" আয়ে ক'লে, "আমাৰ তেখেতে মানা কৰিছে আনৰ চাউল দিবলৈ।" বুঢ়ীয়ে টানকৈ ধৰিলে, "দুই আঁজলিকে দিয়াহঁক।" বুঢ়ীয়ে দিয়া চাউল আয়ে ডলাত লৈ তিনিবাৰ বাছি দিছে। গুৰুজনাই ৰন্ধন কৰিছে আৰু শ্ৰীৰাম আতাই পাত পাৰি ভাত বাঢ়িছে। গুৰুজনে ক'লে, "শ্ৰীৰাম, ভাতত সেয়া কি?" আতাই চাই

ক'লে, "বাপ, শামুকৰ খোলা।" গুৰুজনাই ক'লে, "ভাত, পাগ সকলো অশুচি হ'ল, পেলোৱা নি।" ঠাকুৰ আতাই কথাটো জানি আইক সুধিলে, "কাৰনো চাউল দিছিলা?" আয়ে ক'লে, "কহে ঠাকুৰীয়াৰ মাকে ধৰাত তেওঁৰ চাউল এক আঁজলি দিছিলো। আৰু চাউলখিনি তিনিবাৰ বাছি দিছিলো দেখোঁ।" আতাই ক'লে, "মই হাক দিছিলো, কিয়নো দিয়া?" আতাই দুখ কৰি পাগ-পাত পেলাই পুনৰ চাউল দিছে আৰু গুৰুজনে চাউল সিজাই ভোজন কৰিছে। গুৰুজনে ঈশ্বৰৰ শক্তি দেখুৱাইছে।

**২-২৩-৮** এবাৰ উত্থান একাদশীৰ দিনা গুৰুজন আৰু শ্ৰীৰাম আতাই ঠাকুৰ আতাৰ ঘৰলৈ গৈ তাতে আছে। গুৰুজন আৰু আতাই ঠাকুৰ আতাৰ কীৰ্ত্তন ঘৰতে শয়ন কৰিলে। ব্ৰহ্মমুহূৰ্ত্ততে গুৰুজনে উঠি গৈ এটি গীত ৰচনা কৰি গাই ঠাকুৰ আতাক মাতা ভাবত গাইছে –

উঠৰে উঠ বাপু গোপাল হে
নিশি পৰভাত ভৈলা নাৰায়ণ ....।

যশোৱাই কৃষ্ণক শোৱাপাটীৰ পৰা মতাদি। ঠাকুৰ আতাই শোৱাৰ পৰা উঠি আহি গুৰুজনাৰ ভৰিত পৰি কান্দি কাতৰ প্ৰাৰ্থনা কৰিছে আৰু এনেকৈ আনন্দ সুখত মজোতে দুই দণ্ড হ'লগৈ।

**২-২৩-৯** আৰু এবাৰ গুৰুজন গৈছে ঠাকুৰ আতাৰ ঘৰলৈ। আতা ঘৰত নাছিল আৰু আয়ে ভাত সিজাইছিল দ্বাদশীৰ দুপৰীয়া। আতাৰ পুত্ৰ শিৱানন্দ ঠাকুৰ চোতালত বহি আছিল। গুৰুজনে চোতালত থকা পাণজোপা কাটিলে, শিৱানন্দ ঠাকুৰক বৰ কোব এটি মাৰিলে আৰু ঘৰত সোমাই ভাতৰ উতলি থকা চৰুটো দলিয়াই পেলাই থৈ শ্ৰীৰাম আতাৰ লগত গুচি আহিল। আয়ে জঠৰ হৈ থাকি পাছত চকুলো টুকি পাগ-পাত্ৰ পেলাই চৌকা লিপিছে। দুপৰীয়া ঠাকুৰ আতাই দাস-দাসীৰ সৈতে পথাৰৰ পৰা আহিছে। আতাই সেইবোৰ দেখি সুধিলে, "কি হ'ল? দেখোঁ পাগ-পাত্ৰ দূৰ কৰিছা?" আয়ে ক'লে, "কি সুধিছা? গুৰুজনে আহি দেখোঁ পাণজোপা কাটিলে, ল'ৰাটিক মাৰিলে আৰু ভাত-পানীৰে সৈতে চৰুটি ভাঙি গ'লহি। তুমিও গ'লা খেতিলৈ, নিতান্তই নোযোৱা; কিবা অপৰাধ পাই গুৰুজনে দোষৰ দণ্ড দি গ'লহি।" আতাই আইক ক'লে, "তুমি কিবা ক'লা

নেকি?" আয়ে ক'লে, "ভয়তে ত্রস্তমান হৈ চুকত সোমাই আছিলো, কিনো ক'ম।" আতাই ক'লে, "মই মহাপাপী, সদা সৰ্বদা তেওঁৰ চৰণ পাহৰিব নাপায়, তেওঁৰ মায়াই সেৱা চোৰত পেলাই তেওঁক পাহৰাই মোক ঘূৰাই লৈ ফুৰিছে।[১]

কৰিছো দোষ মই পাপী চণ্ড,
বিহিলে ইয়াৰ উচিত দণ্ড।

আতাই স্নান কৰি তেনেকৈয়ে ৰ'ল, কিনো কৰিব? আতাই গুৰুজনাৰ তালৈ আহিল। ইফালে গুৰুজনো উপবাসে আছে। গুৰুজনে গাখীৰ, চিৰা, চেনি, কল বাটিত লৈ সজাই চাই আছে বাটলৈ। গুৰুজনে দূৰতে আতাক দেখি আগবঢ়াই নি স্নান কৰালে আৰু শ্ৰীৰাম আতাৰ সৈতে তিনিওজনে আনন্দমনে গাখীৰ চিৰা ভোজন কৰিলে। গুৰুজনে ক'লে, "সখি আজি তিনিপাত কাড় মাৰিলো, কি উমান পালা?" ঠাকুৰ আতাই ক'লে, "বাপ, দুপাতৰ উমান নাপালো, বাকী এপাত কাণৰ কাষেৰে সোঁসোৱাই গ'ল। ল'ৰা, পাথৰুৱা দাস-দাসীৰ দ্বাদশীৰ ভাত কেইটা খোৱা নহ'ল।" গুৰুজনাই ক'লে, "সোঁসোৱাই লাগিল কিয়?" সেই সময়ত গুৰুজনে ঘোষা চাৰিটা মাতি প্ৰাৰ্থনা কৰিছে দোষ মাৰ্জনাৰে –

১। মই দুৰাচাৰ ...........
২। তুমি মোৰ অন্তৰ্য্যামী ............
৩। অপৰাধ বিনাশন ..............
৪। তুমি চিত্ত বৃত্তি মোৰ ............

**২-২৩-১০** শ্ৰীৰাম আতাৰ সৈতে গুৰুজন গৈছে ঠাকুৰ আতাৰ গৃহলৈ। জগতানন্দ ঠাকুৰে দুটা সমান বাটি খাপ খুৱালে। বাটি দুটা কোনোপধ্যে উলিয়াব নোৱাৰি ঠাকুৰ আতাই তাৰে এটা ভাঙিব বিচাৰিলে। তাকে দেখি গুৰুজনে ভাঙিবলৈ মানা কৰিলে। আতাই ক'লে, "বাপ, মই কোনোমতে এৰুৱাব পৰা নাই।" গুৰুজনাই ক'লে, "পানী এচৰু আনি তাতে বাটি দুটা জুবুৰিয়াই দি জোকাৰি দিয়া।" আতাই তেনে কৰিলত বাটি দুটা পৃথক হ'ল। আতাই ক'লে, "বাপ,

---

১। ঠাকুৰ আতাই বহুত সময়ত কৃষি কাৰ্য্যত ব্যস্ত হৈ নাম-প্ৰসঙ্গলৈ নগৈছিল আৰু তাকে সোঁৱৰাই দিবৰ উদ্দেশ্যে মাধৱদেৱে এনে কাৰ্য্য কৰিছিল।

আপোনাৰ বাবেহে বাটিটো ৰ'ল। কৰ্তা পুৰুষে সৃষ্টিৰ মূল্য বুজে আৰু বুদ্ধিও জানে।"

**২-২৩-১১** আৰু এবাৰ শ্ৰীৰাম আতাৰ সৈতে গুৰুজনে ঠাকুৰ আতাৰ কীৰ্ত্তন ঘৰত হৰি কথা আনন্দ মনে চৰ্চাত বহিছে। পুৰুষোত্তম লস্কৰৰ ল'ৰা জিনাৰমে পৰমানন্দ আৰু জগতানন্দৰ সৈতে উমলি আছিল। আয়ে সিহঁতক কল খাবলৈ দিছিল। জিনাৰামে কলটি গোটে গোটে গিলি পেলালে। কল তাৰ বুকুত বাজি সি তাতেই থৰমৰ* খালে। ঠাকুৰ আতাই তাকে দেখি বৰ ভয় খাই আইক কৈছে, "লোকৰ ল'ৰাক কল দি জগৰ লগালা?" গুৰুজনে আতাক ক'লে, "সখি ল'ৰাটিৰ গলধনত বৰ জোৰেৰে ভুকু এটি মাৰা।" আতাই তেনেকৈ বৰ ভুকু এটি মাৰিলত কল ওলাই উফৰি পৰিল। আতাই গুৰুজনাক ক'লে, "বাপ, আপোনাৰ অতনো বুদ্ধি আছে।"

**২-২৩-১২** শ্ৰীৰাম আতাৰ লগত গুৰুজনে গৈ ঠাকুৰ আতাৰ গৃহত আতাৰ সৈতে বৈকুণ্ঠৰ কৃষ্ণৰ প্ৰেমানন্দ খেলা আনন্দতে চৰ্চা কৰি হৰিষ মনেৰে বহিছে। চোতালত ল'ৰাহঁতে কড়ি খেলিছিল। শিৱানন্দ ঠাকুৰৰ নাকত এটি কড়ি সোমাই কোনোমতে নোলোৱা হ'ল। ল'ৰাটিয়ে উশাহ নেপায় বিতত হ'ল। গুৰুজনে গৈ আকণ গছৰ ঠাৰি এডাল আনি ঠাকুৰৰ নাকত সোমাই দিলে। ঠাকুৰে বৰ জোৰেৰে হাঁচি মাৰিলত কড়ি ওলাই উফৰি পৰিল। আতাই গুৰুজনাক ক'লে, "বাপ, আপুনি পৰমাৰ্থৰ সকলো তত্ত্বকে জানে, বিষয়ৰ এইবোৰ কথাৰো যে ভু পায় আজিহে জানিলো।"

**২-২৩-১৩** আৰু এবাৰ গৈছে গুৰুজনে শ্ৰীৰাম আতাৰ সৈতে ঠাকুৰ আতাৰ ঘৰলৈ। ঠাকুৰ আতাই পদুলি মূৰত মাটিৰ ঢিপ কৰি দিগযোৱা, সোন্দা, মালভোগ, বৰতমণি, গোবিন্দ, তুলসী, বগীতৰা, পুৰা এনেবোৰ কল ৰুইছে। কোনো জোপা গছত থোক পৰিছে, কোনো জোপা গছৰ কল পুৰঠ হৈছে আৰু কোনো জোপা কলৰ ডিল ওলাইছে। কলৰ বাৰীত আতাই কোৰ মাৰি আছিল। গুৰুজনাই দেখি ক'লে, "সখি, কি কৰিছানো?" তেতিয়া ঠাকুৰ আতাই আহি গুৰুজনাৰ অভয় পদত সেৱা কৰিলেহি। গুৰুজনাই আতাক ক'লে, "সখি, ল'ৰাহঁতৰ কাষত বহি সিহঁতক নাম সেৱাৰ কথা কৈ দিহা বুদ্ধি শিকাব লাগে

আৰু তুমি এইবোৰতে সদায় ব্যস্ত হৈ থাকা।" আতাই ক'লে, "বাপ, মইনো কাৰ ভৃত্য, আপোনাৰে। আৰু মইনো কালৈ এই কৰ্ম কৰো? ইয়াৰে এটি পাত-পচলা, ফুল, খাৰ, কচু আপোনাত লগাবলৈকেহে এনে পুৰুষাৰ্থ কৰিছো।" গুৰুজনাই ক'লে, "মোৰ বাবেহে কৰিছানে?" আতাই ক'লে, "বাপ, আপুনাৰ বাহিৰ আৰুনো কাৰ বাবে?" গুৰুজনাই ক'লে, "মোৰ পৰম বান্ধৱ উপকাৰী শ্ৰীশঙ্কৰদেৱে ইয়াকে দেখুৱাই গৈছিলনে?" গুৰুজনে শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, দা এখন আনা, মোৰ বাবেহে সখিৰ এনে দুখ হৈছে?" শ্ৰীৰাম আতাই গুৰুজনক দাখন আনি দিলে। গুৰুজনে দাখনেৰে এফালৰ পৰা কল গছবোৰ হুৰাহুৰে কাটি নিছে। ঠাকুৰ আতাই দেখিলে কলৰ বিধান মৰেহে। আতাই গুৰুজনক ক'লে, "বাপ, সেৱকলৈকে গছবোৰ ৰুইছো।" গুৰুজনে ক'লে, "বাৰু ভকতৰ হ'লে মই তাৰ অধিকাৰী নহওঁ।"

যিজনে ফুৰে নাম সুঁমৰি।
তাৰ পাছে পাছে ভ্ৰমন্ত হৰি।।

গুৰুজনে পুনৰ ক'লে, "কল যদি ভকতৰ বাবেহে ৰুইছো, আগতে নোকোৱা কিয়?" পাছত গুৰুজনে আতাৰ গৃহত আনন্দ মনেৰে ভোজন কৰি গধূলি আহিছে।

২-২৩-১৪ এবাৰ গুৰুজনে শ্ৰীৰাম আতাৰ সৈতে ঠাকুৰ আতাৰ ঘৰলৈ গৈছে। আতাই বেঙেনা, জলকীয়া, কেৰেলা, লাই-লফাৰ খেতি কৰিবলৈ কোৰ পাৰিছে। গুৰুজনাই আতাক দেখি ৰত্নাৱলীৰ পদ মাতিছে।

বিষয়ত অতি আসকতি ভৈল যাৰ।
কৃষ্ণক পাইবাৰ আশা নিবৰ্ত্তিল তাৰ।।

সখি আৰু দৃষ্টান্ত দিছো –

যেন বায়ু পুৱক বস্তু লৈ যায়।
পশ্চিমে খেদিলে সি কি বস্তু পায়।।

তেতিয়া আতাই কোৰখন মূৰৰ ওপৰেৰে তিনিপাক ঘূৰাই দলি মাৰি দি আহি গুৰুজনাৰ অভয় পদত সেৱা কৰি ক'লে –

সংসাৰ সাগৰে আমাক উদ্ধাৰ কৰিবেক যিটোজন।

পৰম কৃপালু বান্ধৱ তোমাতে লৈলো শৰণ।।

তাৰ পাছত গুৰুজনাক ঘৰলৈ নি ভোজন কৰাই শান্তিৰ বাহি আতাই গুৰুজনাক সুধিলে, "বাপ, মোৰ কি গতি হ'ব?" বিষয় আৰু ইন্দ্ৰিয়ৰ বৃত্তিয়ে মনক আক্ৰমিলে দেখোন?" তেতিয়া গুৰুজনে ক'লে, "সখি কৃষ্ণই উদ্ধৱক কৈছে –

বিষয়ত অতি আসকতি নাই যাৰ।
সাধু সঙ্গ লৈ কৰে আমাক বিচাৰ।।
সৰ্বধৰ্ম এৰি মোৰ ভক্তিত তৎপৰ।
মোহৰ সন্মত সখি সেহিহে ঈশ্বৰ।।

আৰু সখি, তুমি মোৰ পৰম ঈশ্বৰ, তোমাক কি কৰে বিষয়ে? হাতীক মকৰা জালে বান্ধি ৰাখেনে?"

২-২৩-১৫ আৰু এবাৰ গুৰুজন শ্ৰীৰাম আতাৰ সৈতে ঠাকুৰ আতাৰ ঘৰলৈ গৈছিল। আতাই গুৰুজনাৰ অভয় পদত সেৱা কৰি দেখিলে গুৰুজনাৰ দেহটি জঠৰ হৈছে। তেতিয়া আয়ে বাটিত তেল আনি দিছে আৰু আতাই গুৰুজনৰ শৰীৰ মালিচ কৰিব ধৰিলে। আতাই গুৰুজনাৰ শিৰৰ পৰা উৰুলৈকে মালিচ কৰিছে আৰু আয়ে সেৱা কৰি গুৰুজনাৰ ভৰিত মালিচ কৰিছে। আতা-আয়ে শ্ৰীৰাম আতাকো মালিচ কৰিব বিচাৰিলে, আতাই কোনোৰূপে নিদিয়ে। তেতিয়া গুৰুজনে ঘোষা মাতিছে –

যিহেতু চৈতন্য কৃষ্ণ পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
এতেকে ইন্দ্ৰিয়গণ ভূত, প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্ত্তে যতেক জড়ৰাশি।।

গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম কিয় বাৰণ কৰিছা? তোমাক, মোক তেল দিয়া কাৰণেনে? সখি মই একে চিত্ত আত্মা, এই আত্মা বস্তু এৰিলে ইন্দ্ৰিয় জড়, এতিয়াই শৱ হ'ব, দেখিলে স্নান কৰিব লাগিব। এতেকে সখিয়ে নিজেই নিজক সেৱা কৰিছে, তোমাৰ কিনো হ'ল। এনে ভাৱে মানি দোষ এৰোৱা।"

২-২৩-১৬ এবাৰ গুৰুজন আৰু শ্ৰীৰাম আতাই ঠাকুৰ আতাৰ ঘৰলৈ গৈ চোতালত থিয় দিছে। সেইসময়ত ঠাকুৰ আতাই পাছ চোতালত কোৰ পাৰি আছিল। আয়ে গুৰুজনাৰ আগত আঁঠু লৈ আসন পাৰি দিছে। গুৰুজনাই আইক ক'লে, "মোৰ সখিক মাতাচোন।" আয়ে লাজ আৰু ভয়ত মুৰ তল কৰিলে। গুৰুজনে খং কৰি ক'লে, "মাতাচোন মাতা!" গুৰুবাক্য পৰে দেখি আয়ে উপায় নাপাই লাজ-কাজ মৰ্য্যাদা এৰি এনেকৈ মাতিলে, "বোলো ঘৰলৈ আহঁক, আপোনাক গুৰুজনে মাতে।" আয়ে আতাক মাতাৰ পাছতে গুৰুজনে শ্ৰীৰাম আতাৰ লগত গুচি আহিল। আতাই বাৰীৰ পৰা আহি আইক সুধিলে, "কোনে মাতিছিল মোক?" আয়ে আতাৰ ভৰিত পৰি প্ৰেমত গদগদ কৈ ক'লে, "গুৰুজনে দুইবাৰ খং কৰি 'মাতা, মাতা' বুলি ক'লে আৰু মই গুৰুবাক্য পৰে দেখি উপায় নাপাই লাজ-ভয় এৰি আপোনাক হৃদয়ত লৈ মাতিলো।" আতাই পৰম স্নেহত আইক্‌ আলিঙ্গন কৰি চুম্বন কৰি ক'লে, "মোক আজি তুমি ভাল ৰাখিলা। লাজ আৰু ভয়ত যদি নামাতিলাহেঁতেন, মোৰ গুৰুবাক্য পৰিলহেঁতেন আৰু মই তোমাক নিশ্চয়ে এৰিলোহেঁতেন। ভাল আজি মোক ৰাখিলা আৰু তুমিও তিনিও তত্ত্বত ৰ'লা, তুমি ধন্য। তুমি মোৰ ভাৰ্য্যা নোহোৱা, তুমি মোৰ সঙ্গী।" দুপৰীয়াৰ ভোজন কৰি পিছবেলা আতা গুৰুজনাৰ ওচৰলৈ গ'ল। তেতিয়া গুৰুজনে তামোল-পাণ আগত থৈ ঘোষা ৰচনা কৰি গাই প্ৰাৰ্থনা কৰিছে –

দাস হুয়া তযু সেৱা নকৰিলা হৰি।
তোমাক পৰম ঈশ্বৰ নামানি এ .......।।
মই অজ্ঞানীৰ যতেক অজ্ঞান হৰি এ ...।

২-২৩-১৭ এদিন ঠাকুৰ আতাই পৰমানন্দক সুধিছে, "কোনো ইষ্ট-কুটুম, মিত্ৰত আশা-ভৰসা তুমি কৰিছানে?" পৰমানন্দই ক'লে, "পিতা, মই দহ-বাৰ ঘৰ ইষ্ট-কুটুমত মিত্ৰতা, আশা-ভৰসা কৰিছো।" এদিনাখন ঠাকুৰ আতাই বাৰী চাফ কৰিছিল। বাৰীত তেওঁ এটি গাঁত কৰি জাবৰ-জোথৰ তাত পুটি এডাল বাঢ়নীৰ ক'লা আগকো গৰুৰ নেজৰ দৰে বাহিৰলৈ অলপ উলিয়াই পুতিছে। আতাই পৰমানন্দক মাতিলে, "বোপাই খৰকৈ আহা।" আতাই পৰমানন্দক ক'লে, "বোপা, গৰুটি মাৰিলো, ইয়াতে পুতি থৈছো; এতিয়া জগৰহে লাগিল। দণ্ড

ভৰিব লাগিব। যোৱা লৰ মাৰি। তোমাৰ ইষ্ট-কুটুমক মাতি আনা, কি বুদ্ধি দিয়ে সোধাগৈ।" পৰমানন্দ ঠাকুৰে আতুৰ হৈ দৌৰি গৈ ইষ্ট-কুটুমক কথাটি ক'লে। তেওঁলোকৰ কোনোৱে ক'লে, "আতা জনাবুজা মানুহ। তেওঁ কিয় এনে কৰিলে?" কোনোৱে ক'লে, "ভাতকেইটি খাই যাম যোৱা।" কোনোৱে ক'লে, "তুমি যোৱা, আমি গৈ আছো।" কোনোৱে ক'লে, "যি কৰিলে কৰিলে; এতিয়া বৰসভা পাতি প্ৰায়শ্চিত্ত কৰক।" কোনোৱে ক'লে, "এই কথা ক'তো নক'বা।" কোনোৱে ক'লে, "গৈ নো কি কৰিম?" এনেকৈ তেওঁলোকে ক'লে; কিন্তু কোনোৱে নাহিল। ঠাকুৰে দুখমনেৰে হেলাই-হেঁপাই ঘৰ পালেহি। আতাই ক'লে, "বোপা, তেওঁলোকে কি ক'লে? কোনোৱে নাহিলনে?" পৰমানন্দই ক'লে, "পিতা, সকলোকে ক'লো। তেওঁলোকে এনেকৈহে ক'লে, কোনোৱে নাহিল।" আতাই ক'লে, "এইহে ইষ্ট-কুটুম, মিত্ৰত আশা-ভৰসা কৰিছা? বাৰু মোৰ গুৰুজনক কৈছিলানে?" পৰমানন্দই ক'লে, "কোৱা নাই।" আতাই ক'লে, "যোৱা, লৰ মাৰি কৈ আহাগৈ।" পৰমানন্দই দৌৰ মাৰি গৈ গুৰুজনাৰ দুৱাৰমুখতে আঁঠু ল'লে। গুৰুজনাই চাউল সিজাই বাঢ়ি পাগ-পাত্ৰ সামৰি হাত-ভৰি ধুই গৈ পীৰাত বহি তিনিটি আঙুলিৰে ভাত দুটিমান তোলোতেই পৰমানন্দক দেখি ভাত খাবলৈ এৰি ক'লে, "পৰমানন্দ দেখোঁ, কিয় পঠাইছে সখীয়ে, কিবা হৈছেনে?" পৰমানন্দই ক'লে, "বাপ, ভাত খাওঁক, পিছত ক'ম।" গুৰুজনাই পৰমানন্দক কথাটো ক'বলৈ ক'লে। পৰমানন্দই ক'লে, "বাপ, পিতাই কোব মাৰোতে লোকৰ গৰু এটি মৰিল। তাকে আপোনাক ক'ব দিছে। কি হ'ব এতিয়া?" গুৰুজনাই ক'লে, "মইহে প্ৰায়শ্চিত্ত হ'ব লাগে।" তাৰ পাছতে গুৰুজনে অলপ হাঁহি ক'লে, "অ' বাপেৰাই গৰু মাৰিছে, তাকে কৈছাহি।" এইবুলি কৈ গুৰুজনে শ্ৰীৰাম আতাৰ সৈতে ঠাকুৰ আতাৰ গৃহলৈ আহিল। ঘৰত ঠাকুৰ আতাই গাখীৰ, চিৰা, চেনি যুগুতাই থৈ আগবাঢ়ি বাটলৈ চাই আছিল। গুৰুজনে আতাৰ ঘৰ পাই ক'লে, "দেখোঁ পৰমানন্দই মাতিছে, কেলেইনো?" আতাই ক'লে, "পৰমানন্দৰ হেনো যাঠি ঘৰ ইষ্ট-কুটুম, মিত্ৰত আশা-ভৰসা; তাৰেই প্ৰমাণ কৰা হ'ল।" গুৰুজনে শ্ৰীৰাম আতা আৰু ঠাকুৰ আতা তিনিওজনে স্নান কৰি প্ৰেমানন্দ সুখ-সন্তোষত ভোজন কৰিছে। ঠাকুৰ আতাই প্ৰাৰ্থনা কৰি ঘোষা মাতিছিল –

কতনো অমোঘ .........।

কিনো অপৰাধ ..........।

তাৰ পাছত অনেক আদৰ-সাদৰ কৰি আতাই গুৰুজনাক আগবঢ়াই থৈছে।

**২-২৩-১৮** এবাৰ শ্ৰীৰাম আতাৰ সৈতে গুৰুজনে গৈ মহা প্ৰেম-ৰহস্য নিৰ্গুণ সুখৰ পৰীক্ষা লৈছিল ঠাকুৰ আতাৰ। ঠাকুৰ আতাই পিছবেলা গুৰুজনাৰ ওচৰলৈ গৈ গুৰুজনাৰ ভৰিত পৰি কান্দিব ধৰিলে। আতাই ক'লে, "ভালেহে গোপীসকলে কৈছিল –

পতি-পুত্ৰ এৰি ভৈল চেৰী।
কিনো মতে প্ৰভু গৈলা এৰি।।
কিনো নিদাৰুণ নাৰায়ণ।
কিনো ব্ৰজে বান্ধিলেক মন।।

গুৰুজনাই ইমানতো মই দাসৰ চিত্তক নেপালেনে, আৰু পৰীক্ষা কৰিব লাগে।" তেতিয়া গুৰুজনে পৰম সন্তুষ্ট হৈ কৃপা জন্মি অন্ত কালৰ শেষ পৰম তত্ত্ব ৰহস্য সকলো ঠাকুৰ আতাক ক'লে। এনেকৈ কুৰিবাৰ গুৰুজনে ঠাকুৰ আতাৰ ঘৰলৈ গৈছিল। সেই ঠাইৰ লোকে গুৰুজনাই অনেক বাৰ আতাৰ ঘৰলৈ যোৱা বুলি কয়। এই মহা প্ৰেমলীলা, চৰিত্ৰ খেলা কেৱল ৰসেৰে পূৰ্ণ।

**২-২৩-১৯** ঠাকুৰ আতাই গুৰুজনাৰ ঠাইলৈ আহি শ্ৰীৰাম আতাৰ বাহাত জাপি, লাঠি থয়। আতাই ঠাকুৰ আতাৰ ভৰি ধুৱাই গামোচাৰে মচি আতাৰ কঠত বহিব দি তামোল-পাণৰ বঁটাটো আগবঢ়াই দিয়ে। ঠাকুৰ আতাই তামোল কাটি নিজেও খায় আৰু শ্ৰীৰাম আতাকো দিয়ে। আৰু তাৰ পাছত দুয়োজনে গুৰুজনাৰ ওচৰলৈ যায়। শ্ৰীৰাম আতাই এই নিয়মে নিতৌ ঠাকুৰ আতাৰ সেৱা ধৰে। এদিন শ্ৰীৰাম আতাই ঠাকুৰ আতাৰ ভৰি ধুৱাইছিল। ঠাকুৰ আতাৰ ভৰি বিৰিণা পাতে কাটিছিল। তেজ ৰোৱা নাই। শ্ৰীৰাম আতাই বেৰৰ মাটি আনি কটা ঠাইত দিছে। গুৰুজনাই দেখি ক'লে, "শ্ৰীৰাম, কি হৈছে সখিৰ?" আতাই ক'লে, "বাপ, বাটত আহোঁতে বিৰিণাৰ পাতে কাটিছে, তেজ ৰোৱা নাই, সেয়েহে বেৰৰ মাটি দিছো।" গুৰুজনাই আতাক ক'লে, "মন্ত্ৰ গাই ধৰণী ধৰা, তেজ ৰ'ব।"

শ্ৰীৰাম আতাই ক'লে, "বাপ, মন্ত্ৰ নাজানো যে?" গুৰুজনাই ক'লে, "জানানে শ্ৰীৰাম, নামতে আছে সমস্ত মন্ত্ৰৰ গুণ-বীৰ্য্য। আৰু সখিৰ কটাৰ কাৰণ আছে, মোৰ শংকৰদেৱৰ সেৱাত তেওঁৰ যতি পৰিছিল। সেয়ে এইখিনি চুই গ'ল।"

শ্ৰীৰাম আতাই সেই নিশা উহ্-আহ কৰি আছে। তেওঁ এবাৰ ঘৰৰ বাহিৰ ওলায়, এবাৰ ভিতৰ সোমায়, এনেকৈ। ৰাতিপুৱা সূৰ্য্যৰ কিৰণে ফাঁট মেলোতেই তেওঁ দা-কোৰ লৈ ওলাই গ'ল আৰু বৰপেটাৰ পৰা মনথেলৈ চাৰি হাতেৰে দুফালে দুখন কোৰ চলাই বাট চাঁচি গ'ল। আৰু ঘূৰি আহোঁতে দুয়োফালৰ বিৰিণাও কাটি আহিল নাম গাই গাই। ইফালে গুৰুজনে শ্ৰীৰাম আতাৰ বিচাৰ কৰিলে, "আজি দেখোঁ শ্ৰীৰাম নাই, ক'লৈ গ'ল?" বৈকুণ্ঠ আতাই ক'লে, "বাপ, তেওঁ বৈকুণ্ঠৰ পথ চাঁচি বনৰ গুৰি স্পৰ্শ কৰি সকলোকে ভকত কৰিছে।" তেতিয়া গুৰুজনে সন্তোষ লভি ঘোষা মাতিছে –

অজ্ঞান আন্ধাৰে পৰিয়া জীৱৰ জ্ঞান পথ ভৈল নাশ,
নাম অঞ্জনীয়া বিনে আনমতে নাপায় হৰিৰ পাশ।

শ্ৰীৰাম আতাই আহি স্নান কৰি গুৰুসেৱা কৰিলে। গুৰুজনে আতাক ভাত খাবলৈ দি ক'লে, "এনে অঞ্জনীয়া গুৰুৰ সেৱাতহে হৰিক পায়।"

২-২৩-২০ এবাৰ ভাদ্ৰত গুৰুৰ কীৰ্ত্তনত মাধৱদেৱ গুৰুজনাই নাট, সূত্ৰ, গীত, মুখা কৰি দিনত 'ভোজন-বেহাৰ' আৰু ৰাতি দধি মথন নাটৰ আয়োজন কৰিছিল। ঠাকুৰ আতা আৰু পৰমানন্দই পুৱাতে কীৰ্ত্তন ঘৰলৈ আহিল। শ্ৰীৰাম আতাই ঠাকুৰ আতাক ক'লে, "বাপ, আপুনি বাৰে বাৰে আহে আৰু আয়ে এবাৰো নাট চাবলৈ নাপায়; মই এইবাৰ আপোনাৰ ঘৰ ৰখো আৰু আয়ে নাট চাবলৈ আহঁক।" শ্ৰীৰাম আতা ঠাকুৰ আতাৰ ঘৰলৈ গ'ল। আতাক 'দেখি আয়ে ক'লে, "শ্ৰীৰাম, আহিলা দেখোঁ।" আতাই ক'লে, "আই, মই ঘৰ ৰখো আৰু আপুনি কীৰ্ত্তন-যাত্ৰা চাওঁকগৈ।" আয়ে সন্মতি জনালে। আই কীৰ্ত্তন ঘৰলৈ আহিল, কোলাত কেঁচুৱা আৰু আগে আগে কেউটি ল'ৰাক লৈ। তেওঁলোকে আহি কীৰ্ত্তন ঘৰৰ কাঁথিত বহিছে। আইক দেখি ঠাকুৰ আতাই ক'লে, "আহিলা যে, ঘৰ একা!" আয়ে ক'লে, "শ্ৰীৰামটিয়ে গৈছে, তেওঁকে থৈ আহিছো।" আই যোৱাৰ পাছতে শ্ৰীৰাম আতাই কোৰ লৈ চোতাল, বাট-ঘাট, বাৰীৰ বিললৈকে

পাছ চোতাল, খোলা চাঁচি চ্‌ৰুকি সাৰিলে; চোতাল-ঘৰ ধুই ৰঙা মাটিৰে মচিলে। ঠাকুৰ আতাৰ বাবে পায়খানা, হাত-মুখ ধোৱা ঠাই আৰু আইৰ বাবে বেলেগ পায়খানা, হাত-মুখ ধোৱা ঠাই কৰিলে। আতা আৰু আইৰ বাবে বেলেগে বেলেগে গাঁত কৰি তাৰ ওপৰত পাট পাৰি স্নানাগাৰ কৰিলে আৰু মাটি-পানী ল'বলৈ পাট পাৰি তাৰ ওপৰত মাটি থ'লে। পানী আনি খাৰ পাত্ৰত পানী দি খাৰ জৰালে আৰু চাউল ধুই থ'লে। শ্ৰীৰাম আতাই এই সকলো কৰি অটাইছে, গধূলিও হৈছে আৰু আয়ো আহি পালে। আইক দেখি আতা বাটলৈ আগবাঢ়ি গ'ল। আয়ে আতাক ক'লে, "বাপু, একো বস্তু দিব নোৱাৰিলো, ল'ৰালৰিকৈ আহিলা যে?" আতাই ক'লে, "মাতৃ, আজি নালাগে, আপুনি ঘৰলৈ যাওঁক। মই এতিয়া গ'লেহে দিনৰ ভাগতে যাই পাম, মোক পাছতো দিব আৰু মই নিম।" এই বুলি কৈ আতাই বেগাই আহিল। আয়ে ঘৰ আহি দেখিলে আতাই ঘাট-বাট-চোতাল পৰিষ্কাৰ কৰিছে। বাৰীৰ পাছফালে চাই দেখিলে বাৰী, চোতাল সাৰি হাত ধোৱাৰ ব্যৱস্থা কৰিছে। ৰান্ধনী ঘৰলৈ গৈ দেখিলে সকলো মচি-কাচি থৈছে। কাপোৰ-কানি চাই দেখিলে সকলো ধুই শুকাই সুন্দৰকৈ জাপি থৈছে। আয়ে ঘৰৰ পৰা বাহিৰ ওলাই চোতালত বহি গালে-মুখে হাত দি ভাবিছে, "মই পাপীনীয়ে কিয়নো গ'লো, মোক এনেকৈয়ে ঠগিলে।" এই বুলি আয়ে দুখ কৰি আছিল। এনেতে ঠাকুৰ আতাই আহি আইক দেখি ক'লে, "ইয়াত কি কৰিছা?" আয়ে ক'লে, "কি সুধিছা, আজি আৰু আমাৰ একো ৰক্ষা নপৰিল।" আতাই তাৰ অৰ্থ সুধিলে। আয়ে ক'লে, "শ্ৰীৰামটিয়ে একো কৰিবলৈ বাকী নথ'লে; চুব নলগা, কৰিব নলগা সকলো কামকে কৰি থৈ গৈছে।" আতাই ক'লে, "এতিয়া কি অসন্তোষ কৰা, শ্ৰীৰামে জানো ঘৰহে ৰখিবলৈ আহিছিল? ইয়াকে কৰিবলৈ আহিছিল।" তথাপি আয়ে দুখ মনেৰে উপবাস কৰি ৰ'ল। কিনো কৰিব আৰু। ঠাকুৰ আতাই ৰাতিপুৱাই ভোজন কৰি গুৰুজনাৰ ওচৰলৈ গৈ ক'লে, "বাপ, শ্ৰীৰামে কালি ঘৰ ৰখিবলৈ গৈ একো বাকী নথ'লে আৰু, সৰ্বস্ব লুটি লৈ আহিছে।" গুৰুজনাই সকলো শুনি পৰম সন্তোষ পাই গীত ৰচনা কৰিছে অন্তৰৰ ৰহস্য জ্ঞান কৈ।

গীত – "ৰামক বাণী জপহু মন ভাই.....।"

২-২৩-২১ আতৈসকলৰ ইজনে সিজনে কোৱামেলা কৰিছে আৰু

গুৰুজনাকো ক'লে, "বাপ, ঠাকুৰ আতাৰ ঘৰ-বাৰী, খেতি-বাতি, ভাৰ্য্যা-পুত্ৰ আৰু নিজ দেহলৈ স্নেহ অধিক হ'ল; ইয়ালৈ তেওঁৰ শ্ৰদ্ধা কমিল, অশ্ৰদ্ধা কৰিছে। গুৰুজনে এদিনাখন শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, যোৱাচোন, চাই আহা সখিয়ে কি কৰিছে।" শ্ৰীৰাম আতাই গৈ দেখিলে ঠাকুৰ আতাই তিয়ঁহ চিৰালৰ খেতিত কোৰ চলাইছে। আতাই ওচৰ চাপি শুনিলে ঠাকুৰ আতাই কৃষ্ণৰ যশ, কৰ্ম, গুণ গাব লাগিছে আৰু পূৰ্ণ আনন্দ অৱস্থাত তেওঁ আছে। শ্ৰীৰাম আতাই তাকে শুনি প্ৰেম নিগৰি বিস্মিত হৈ ঠাকুৰ আতাৰ ভৰিত পৰি সেৱা কৰিলে। ঠাকুৰ আতাই শ্ৰীৰাম আতাৰ হাতত পাঁচটি তিয়ঁহ গুৰুজনাক দিছে। শ্ৰীৰাম আতাই ঘূৰি আহি গুৰুজনাক সেৱা কৰি তিয়ঁহ পাঁচটি দিলে। গুৰুজনাই আতাক সুধিলে, "অ' শ্ৰীৰাম সখিয়ে কি কৰা দেখিলা?" আতাই ক'লে, "বাপ, ঠাকুৰ আতাই যি আনন্দত আছে কি ক'ম? মুখত নাম, কৰ্ণেৰে কৃষ্ণ কথা শ্ৰৱণ, মনেৰে কৃষ্ণৰ ৰূপ চিন্তন আৰু চিত্তত কৃষ্ণৰ পাদ-পদ্ম ধৰি হাতেৰে কৰ্ম কৰিছে আৰু আপোনাক হৃদয়ত লৈ ব্ৰহ্ম মুহূৰ্তৰ পৰা নিশা দুপৰলৈকে কৃষ্ণত শৰণ লৈ যেতিয়াৰ যি কাৰ্য্য তাকে কৰিব লাগিছে। ঠাকুৰ আতা আপোনাৰ চৰণতে আছে, তাত যি আছে তেওঁৰ দেহটিহে, জীৱটি ইয়াতে আছে। তেতিয়া গুৰুজনাই হৰমোহনৰ কীৰ্ত্তনৰ গীত গালে আৰু দৃষ্টান্তও দিছে —

যিজন ভকিতহীন সি দেখে হৰিক ভিন
হৰিৰ মায়েয়ে তাক মোহে।

আৰু শ্ৰীৰাম, তোমাৰ গুণ আছে বাবে তুমি সখিৰ গুণক দেখিলা, যাৰ এই মহাগুণ নাই তেওঁ লোকৰ দুৰ্গুণহে দেখে। গুৰুজনাই আৰু ঘোষা গালে —

অধমে কেৱল দোষ লৱয়, মধ্যমে গুণ দোষ লয় কৰিয়া বিচাৰ
উত্তমে কেৱল গুণ লৱয়, উত্তমোত্তমে অল্পগুণ কৰয় বিস্তাৰ।

ৰাজসূয় যজ্ঞত কৃষ্ণই দুৰ্যোধনক ভক্তৰ গুণ চাবলৈ দিয়াত তেওঁ কাৰো গুণ নেদেখিলে আৰু যুধিষ্ঠিৰে সকলো ভক্ত হৰিময় দেখিলে। মহাদেৱে অলপ গুণকে বিস্তাৰ কৰিলে আৰু দক্ষ ৰজাই দোষহে কল্পনা কৰিলে। গাখীৰৰ পাত্ৰত পিপৰা পৰিলে পিপৰা পেলাই খালেই হয়।

"নাৰায়ণ কৈত গুণ জানব কোই

কৰহু কৰুণা নাথ মোই।”

২-২৩-২২ এদিনাখন ঠাকুৰ আতাই গুৰুজনাৰ ওচৰলৈ আহি ৰাতিটো গুৰুজনাৰ তাতে ৰ'ল। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, “শ্ৰীৰাম, সখিৰ পত্নীয়ে কেনে ভকতি সুখত আছে গোপনে চাই আহা। শ্ৰীৰাম আতাই ঠাকুৰ আতাৰ ঘৰ পাই ঘৰৰ বাহিৰৰ পৰাই আইৰ কথা শুনিছে। আয়ে ল'ৰা-ছোৱালীক বিছনাত শুৱাই থৈ ভাত ৰান্ধি দুখ কৰি আছে — মই অভাগীয়ে গৃহ অন্ধকূপত পৰি আছো আৰু আমাৰ ঠাকুৰে গুৰুজনাৰ তাত আছে। গুৰুজনে অমৃতৰ ভাগু মেলিছে, আমাৰ এখেতে দক্ষিণত বহিছে, শ্ৰীৰাম আতা পূৱত, হৰিহৰ আতা পশ্চিমত, বুঢ়া আতা উত্তৰত, ভৱানীপুৰীয়া আতা নৈঋত কোণত, দক্ষিণৰ আতা বাওফালে, বেহাৰৰ আতা অগ্নিকোণত ভাটৌকুছীয়া আতা ঈশান কোণত, এইদৰে তেওঁলোকে ব্ৰহ্মসভাত দহোদিশ পালৰ দৰে আৰু ভক্তি সৰোবৰত ৰাজহংসই বহাৰ দৰে বহিছে। আন আন ভকতসকলেও ভিন ভিন শাৰীত বহি ভোমোৰাৰ দৰে মধুপান কৰিছে আৰু মহাপুৰুষ গুৰুৱে কৃষ্ণৰ কীৰ্ত্তন কৰি পদ্ম মুখেৰে অমৃত বাকি দিছে। মোৰ আতা, আতৈসকলে ঢোকা ঢোকে অমৃত পান কৰাদি কৰ্ণপথেৰে অমৃত পান কৰিছে। আৰু মই অভাগিনীয়ে মোহ পাশ শয্যাত পৰি ৰ'লো। হায়! হায়! বিধিয়ে কি বিৰম্বনা কৰিলে?” শ্ৰীৰাম আতাই আইৰ খেদ, প্ৰেম, ভক্তি শুনি আশ্চৰ্য্য-অদ্ভুত হৈ গাৰ নোম শিয়ঁৰি প্ৰেমত চিত্ত দ্ৰবি পাছলৈ ভৰি দি খোজ পেলাই কোটি বাৰ নমস্কাৰ কৰি গুচি আহিল। আতাই ঘূৰি আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই আতাক সুধিলে, “শ্ৰীৰাম, কেনে দেখিলা, কি শুনিলা?” আতাই ক'লে, “বাপ, আইৰ খেদ, প্ৰেম, ভক্তি এইখন মুখেৰে কৈ অন্ত নাপাওঁ। এনে কাৰ্য্য দেখা-শুনা নাই, কেনে সপ্ৰেম ভক্তি।” কেনে ভাৱে আয়ে খেদ কৰিছে আতাই গুৰুজনাক ক'লে। তেতিয়া গুৰুজনে সন্তোষ পাই ক'লে, “দ্ৰৌপদীৰ ভক্তিত পাণ্ডৱৰ বশ্য হৈ কৃষ্ণই অৰ্জুনৰ ৰথৰ সাৰথি হ'ল আৰু মোকো ডাঙৰ বৌৰ ভক্তিয়ে বশ্য কৰিলে।

২-২৩-২৩ এদিনাখন পৰমানন্দৰ সৈতে ঠাকুৰ আতাই গৈছে গুৰুজনাৰ ওচৰলৈ। আতাক দেখিয়ে গুৰুজনাই ক'লে, “ভকতৰ মুখৰ ভাত কাঢ়ি খাবলৈ বাপেক, পুতেক দুয়োটাই আহিল।” কথাটি শুনি ঠাকুৰ আতাৰ মনত বৰ বেজাৰ

লাগিল। আনদিনা ঠাকুৰ আতাই নাম গায় আৰু পৰমানন্দই চাউল সিজায়। সিদিনা আতাই পৰমানন্দক চাউল সিজাব নিদিলে। নাম গোৱাৰ অন্তত গুৰুজনে বাটচ'ৰাত বহিছিল। ঠাকুৰ আতাই গুৰুজনাক সেৱা কৰি যাবলৈ ওলাল। গুৰুজনে ক'লে, "সখি যোৱা কিয়?" আতাই ক'লে, "বাপ, আমি দুজনে আহি সদায় ভকতৰ মুখৰ ভাত কাঢ়ি খাই থাকো; ইয়াত আমি খালে চাউল টুকাব, এতেকে নাখাওঁ, যাওঁ।" গুৰুজনে ক'লে, "এইখিনি কথায়ে তোমাক বিন্ধিলেনে?" গুৰুজনে ঘোষা মাতিছে –

ৰামকৃষ্ণ নাম অভেদ কৱচ সদায় যিটো পিন্ধয়।
তিনিগুণ বৃত্তি অস্ত্ৰৰ প্ৰহাৰে তাক আৰু নিবিন্ধয়।।

গুৰুজনে আৰু ক'লে, "পৰমানন্দ যোৱা, চাউল সিজোৱা।" পৰমানন্দই চাউল সিজালে আৰু পিতা-পুত্ৰই ভোজন কৰি সন্তোষ মনেৰে ঘৰলৈ গৈছে।

২-২৩-২৪ দেউৰী কৃষ্ণাই আতৈক গুৰুজনে খং কৰিছিল। আতৈয়ে ভয়তে গুৰুজনাৰ আগলৈ নোলায়। আতৈয়ে ঠাকুৰ আতাক লগ ধৰি ক'লে, "বাপ, গুৰুজনাক কওঁক, গুৰুজনে যেন মোৰ প্ৰতি সদয় হয়। আৰু বাপ, আপোনাক মই কি দিম, মোৰ কি আছে, আপুনি য'লৈকে পাঁচে তালৈকে যাম।" ঠাকুৰ আতাই কৃষ্ণ আতৈক নি গুৰুজনাক ক'লে আৰু গুৰুজনা সন্তুষ্ট হ'ল।

শ্ৰীৰাম আতা আৰু কৃষ্ণাই আতৈৰ বাহাৰ মাজতে ঠাকুৰ আতাৰ বাহা। গুৰুজনাৰ ঠাইত ৰাতি হোৱাৰ দিনাখন ঠাকুৰ আতাই তাতে থাকে। পুহ মাহ, ডাৱৰীয়া বতৰ। সিদিনা ঠাকুৰ আতাই ঘৰলৈ যাব নোৱাৰিলে। শ্ৰীৰাম আতাই ঠাকুৰ আতাৰ কাম-বনখিনি কৰি দিছিল। ঠাকুৰ আতাই ভাত ৰান্ধি উঠি ক'লে, "কৃষ্ণাই, ভাত ৰান্ধিলোহে, পাত নাই।" তাকে শুনি শ্ৰীৰাম আতাই ঠাকুৰ আতাক পাত দিছে আৰু আতাই তাতে ভাত বাঢ়িছে। তাৰ পাছত কৃষ্ণাই আতৈয়ে ঠাকুৰ আতাক পাত খুজিলে। শ্ৰীৰাম আতাই ক'লে, "হেৰা, কৃষ্ণাই মই দিনতে দেখিছো তুমি বাৰীত এখন পাত মেলি দিয়া, গামোচা এখন পিন্ধি আনা; গাটি ধুব লাগে বুলি যদি নানা, পানী ময়ে দিম দিয়া।" আতাৰ কথা শুনি কৃষ্ণাই আতৈয়ে নিটাল মাৰিলে, গা ধুবৰ ভয়ত একো নামাতিলে। শ্ৰীৰাম আতাই পাত পেলালে আৰু মুখশুদ্ধি কৰি আহি কৃষ্ণাই আতৈক মাতি ক'লে, "হেৰা বৈচাৰপো, কিয়

মিছা মাতা, তোমাকতো মৰিবলৈ পঠোৱা নাই, জানিবা স্নানহে কৰিলাহৈ কৈছিলো, তাকেই দেখোঁ সহিব নোৱাৰিলা?” কৃষ্ণাই আতৈয়ে ক'লে, “বাপ, এই পুহ মাহৰ আন্ধাৰ নিশা, ডাৱৰীয়া বতৰ, পাত আনি জাৰত গা ধুই ভকতক ভাত খুৱামনে? মোক এৰিলেও মই তেনে কাম নকৰো।” শ্ৰীৰাম আতাই ক'লে, “পাতখন আনিবলৈ গাত ল'ব নোৱাৰিলা, মৰিবলৈও যাবলৈ শপত লোৱাৰ এয়ে চিন নে?” এই ঘটনা শুনি গুৰুজনে ঘোষা মাতিছে --

বচনে কেৱল মাত্ৰ হৰিত শৰণ লৈলা,
চিত্তে আন দেৱক ভজয়।
জানিবাহা কদাদিতো সিটো সিদ্ধি নলভয়,
হৰি তাৰ সন্তোষ নহয়।



# চতুৰ্বিংশ অধ্যায়

২-২৪-১ এজন লোকে আসনত বহি শূন্যতে ৰয়, ছায়াবাজী খেলা কৰে। তাকে চাবলৈ সকলো লোকে দৌৰি যায়, ভকত সকলো যায়। এদিন গুৰুজনে কথাটো শুনি বুঢ়া আতাক পঠালে দা এখন দি আৰু ক'লে – "তাৰ তলেৰে দাখন ঘূৰাবা।" আতাই গৈ তাৰ তলেৰে দাখন ঘূৰালে আৰু সি গিৰিসাই বাগৰি পৰিল। তেতিয়াৰে পৰা আৰু সি শূন্যতে ৰ'ব নোৱাৰিলে। ৰাইজ ভাগিল। গুৰুজনে সেই চোৱা ভকতসকলৰ দোষ ধৰি কীৰ্ত্তন ঘৰত সেৱা কৰাইছে আৰু শৰাই, তেল, বন্তিৰ খৰচ লৈ দণ্ড বিহিছে।

২-২৪-২ গাৰো সম্প্ৰদায়ৰ গোবিন্দ আতৈ আহিছিল গুৰুজনাৰ ওচৰলৈ। গুৰুজনে ক'লে, "অ' গোবিন্দ আহিলা।" আতৈয়ে গুৰুজনক সেৱা কৰি গ'লগৈ। যাওঁতে বাটত ভকতসকলে আতৈক ক'লে, "আতৈ তুমি গুৰুজনাক 'তই' কিয় কোৱা, 'তুমি', 'আপুনি' এনেকৈয়ে ক'ব লাগে।" গোবিন্দ আতৈয়ে চাৰিখন ভাৰ লৈ আকৌ আহিল। গুৰুজনে ক'লে, "গোবিন্দ দেখোঁ আকৌ আহিলা?" আতৈয়ে ক'লে, "বাপ, তোক 'তুমি' বুলিবলৈ আহিছো।" গুৰুজনে ক'লে, "হেৰা গোবিন্দ তুমি মোক 'তই' বুলিলে যিমান সন্তোষ পাওঁ, আনে তুমি বুলিলেও তেনে সন্তোষ নাপাওঁ।" তেতিয়াহে আতৈ গ'ল।

২-২৪-৩ গোমা গাঁওৰ গোবিন্দ আতৈ আৰু লেচাকনীয়া গোবিন্দ আতৈৰ এক আশা, এক প্ৰাণ। দুয়োজনে দুখন নাও মাৰ বান্ধি বয়-বস্তু লৈ গুৰুজনাৰ কীৰ্ত্তনত বছৰি আহে। এবাৰ তেওঁলোক আহিছে। জানত পানী শুকাইছিল, এতেকে তেওঁলোকে মাৰ ভাঙি দুখন নাওত দুটা বেলেগ ঘাটেৰে উঠি গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনে তেওঁলোকক পিঠি দি বহিল। গুৰুজনে মনতে ভাবিছে, দুখন নাওত দুয়োজনে বেলেগে বেলেগে আহিছে, এতেকে এওঁলোকৰ মাজত দন্দ লাগিছে। তেতিয়া দুয়োজন আতৈয়ে চিন্তা কৰি বিষাদ মনেৰে ক'লে, "বাপ, নাও দুখন মাৰ বান্ধি অনা হৈছিল; কিন্তু জানত

নোসোমায় বাবে মাৰ ভাণ্ডি বেলেগকৈ আনিছো।" তেতিয়া গুৰুজনে সন্তোষ পাই সম্মুখ হৈ ক'লে, "হেৰা গোবিন্দ, দুয়োৰে মাজত ক্ষণিক লাগিছিল বুলি বিস্ময় মানিছিলো।" এইবুলি গুৰুজনে ঘোষা মাতিছে –

"দৈৱকী নন্দন ৰাম নাৰায়ণ ভকত ৰঞ্জন ৰাম।
সৰ্বদেৱ শিৰোমণি সমস্ত সুখৰ ধাম।।"

গুৰুজনে আৰু ক'লে, "আন ঠাইত বাদ লাগিলে ৰয়, সৰ্বসুখৰ শিৰোমণি সত্ৰত বাদ লাগিলে হাৰ-মূৰ ভাগিব, ক'ত ৰ'বা? চাই থাকোঁতে যাব।"

২-২৪-৪ আৰু এদিন বংগদেশীয় লোকে বঙলা গীত গাইছিল, কৃষ্ণৰ লীলা-খেলাৰ। কেইজনমান ভকতে তেওঁলোকৰ ওচৰলৈ গ'ল। গুৰুজনাই ক'লে, "কৃষ্ণৰ লীলা শুনিবলৈ ভকতৰ মন যায়নে?" তেতিয়া গুৰুজনে গীত ৰচনা কৰি গাইছে –

"ব্ৰজ জীৱন, দয়াল দীনবন্ধু এ নন্দকুমাৰ মনমোহন....।"

এনেকুৱা পাঁচটা গীত গুৰুজনাই ৰচনা কৰিছিল কৃষ্ণৰ লীলা, পৰমাৰ্থ, বিৰহ, বিৰক্তি, চোৰ-চাতুৰি – এইবোৰ ভাবৰ, ৰসৰ গীত ৰচিছিল।

২-২৪-৫ বাঢ়ে আতৈয়ে কুঢ়ি মাছ তিনিটা খৰিকাৰে ৰান্ধি বাহাত থৈ নামৰ খলাত নাম গাবলৈ আহিল। আতৈয়ে নাম গাই উঠি ভাগৱত পাঠ শুনিছে। তেওঁৰ অলপ টোপনি আহিল। টোপনিতে তেওঁ চুহ চুহ কৰিলে। পাঠৰ অন্তত গুৰুজনে আতৈক সুধিলে, "তুমি কিয় চুহ চুহ কৰিছিলা?" আতৈয়ে গুৰুজনাৰ আগত দণ্ডৱতে পৰি ক'লে, "বাপ, কুঢ়ি মাছ আৰু ভাত ৰান্ধি বাহাত থৈ নাম গাবলৈ আহিছো। মেকুৰীয়ে মাছ খায় বুলি তাতে মনটো ধৰি আছে।" গুৰুজনে ক'লে, "আজিৰে পৰা ভাত ৰান্ধি খাই আহিবা আৰু নোৱাৰিলে নামকে নাগাবা। মোৰ গুৰুজনে একাদশৰ উপদেশত দিছে –

বিষয় বিষম মাংস আছে তোৰ মাজে।
তাক জাম্প দেয় বিৰাল নিলাজে।।

গুৰুজনে আৰু ক'লে, "সেয়া মেকুৰী নহয়, তোমাৰ মনৰ মেকুৰীহে, কৃষ্ণৰ কথামৃত পানত সেই মনে তোমাক নিতে ঠগাব লাগিছে আৰু অন্যমনস্ক হৈ মোহনিদ্ৰাত পৰি তাক তুমি গম পোৱা নাই।

২-২৪-৬ মাঘ মাহত বৃদ্ধ ৰামদাস আতৈয়ে নাম গাই গাই টোপনিয়াইছিল। গুৰুজনে দেখি ক'লে, "সেইজনে টোপনিয়াইছে।" আতৈয়ে ক'লে, "বাপ, মাখিহে মাৰিছো।" গুৰুজনে ক'লে, "মাঘ মাহতো মাখি আছেনে?" সেয়ে গুৰুজনে ঘোষা মাতিছে –

চেতন লভিয়া ভাই ভজিও হৰিক।
আন পৰিহৰি হুয়ো ভকতি ৰসিক।।

২-২৪-৭ পুহ মাহত নাম গাওঁতে ৰমাই গুৰুৱে টোপনিয়াইছিল। গুৰুজনে দেখি ক'লে, "সেইজনে টোপনিয়াইছে।" সেই সময়ত ৰমাই গুৰুৱে হৰিজীক মাতি ক'লে, "হেৰা মোক অলপ পানী দিয়া, খাওঁ।" গুৰুজনে ক'লে, "পুহ মাহতো তৃষ্ণা লাগেনে?" তথাপিও ৰমাই গুৰুৱে টোপনি অহা বুলি গাত নল'লে। গুৰুজনে ক'লে, "নাম জগতৰ পিতৃ, বৈকুণ্ঠৰ সুখ; টোপনি মহাপাপ, দুখ নৰকৰ পথ। তথাপিও যে নামক অহিতকাৰী টোপনিয়ে ঢাকে?" সেই সময়ত গুৰুজনে গীত ৰচনা কৰিছে –

"ৰে মন ৰাম চৰণে ৰতি লাৱত ঝুণ্টা,
দুখ, ইন্ধন মোহ বিষয় অমিয়া ৰস
ওহি ভব গহন অনলা।
তেজি অথিয়ে আশ, কৈছন লালস, অন্ধ মুগুধ বিৰলা।।

২-২৪-৮ গুৰুজনে ক'লে, "ভকত হ'লে অজগৰৰ দৰে স্বভাৱ হ'ব লাগে। তেতিয়া হৰিগতি আতৈয়ে বাঁহৰ বাৰীৰ খাৰৈত পেট পেলাই পৰি আছে। গুৰুজনে বিচাৰ কৰিলে, "হৰিগতি ক'লৈ গ'ল, তিনি দিন হ'ল দেখা নাই দেখোন?" ভকতে ক'লে, "বাপ, তেওঁ বাঁহৰ বাৰীৰ খাৰৈত পৰি আছে।" গুৰুজনে আতৈক মাতিব ক'লে। ভকতে আতৈক মাতিলে। আতৈয়ে উঠিবই নোৱাৰে, দুজনে ধৰিহে তেওঁক আনিছে। গুৰুজনে ক'লে, "তাতে বাঘে, সাপে নাখালেহেঁতেন? কোনে তোমাক তাত থাকিব দিছে? মই কৈছিলো – আনে গালি পাৰিলেও একো নকৈ, নিন্দাকো নুশুনি যি আগত মিলে তাতে সন্তুষ্ট হৈ খাই লৈ মনক, বুদ্ধিক খাৰৈত পেলাই আত্মাক চিন্তি হৰিগুণ গাবা, তাকে নুবুজি লঘোণে-ভোকে খাৰৈত পৰি থাকাগৈনে?"

২-২৪-৯ দুজন মিত্র ভকতে এটা বাহাত থাকে। তেওঁলোকৰ এজন বৃদ্ধ আৰু আনজন ডেকা। ডেকাজনে বুঢ়াজনক বিশ্বাসত নলৈ তেওঁৰ টকা বাৰটি মাটিত পুতি থৈছিল। নামৰ অন্তত বুঢ়াজনে হাত-মুখ ধুবলৈ গ'ল। বুঢ়াজনৰ পাছে পাছে ডেকাজনো গ'ল পাঠ এৰি, বুঢ়াজনে টকা খান্দি উলিয়ায় বুলি। দুয়োজনে ঘূৰি কীৰ্ত্তন ঘৰলৈ অহাত গুৰুজনে ঘোষা মাতিছে --

ৰাম কৃষ্ণ বোলা ভাই, অন্যায় নকৰা মনে।
চৌধ্য সাক্ষী সমে যমৰ দেৱান দেখিওক সৰ্বক্ষণে।।
কপট আচাৰ ত্যাজিও মন, যাৱত কৈতৱ নেৰস মন।

গুৰুজনে ডেকাজনক সুধিলে, "কিয় গৈছিলা?" তেতিয়া ডেকাজনে দণ্ডৱতে পৰি সকলো ক'লে। বুঢ়াজনে ক'লে, "বাপ, মই সেইবোৰৰ ভুকে নাপাওঁ, আজিহে জানিলো।" তেতিয়া গুৰুজনে ঘোষা চৰ্চা কৰি দোষ গুচাইছে।

২-২৪-১০ এদিনাখন গুৰুজনাই ক'লে, "কৰ্মজৰী ছিণ্ডিব লাগে।" ইয়াকে শুনি গহঁৰি আতৈয়ে নৰণী গঢ়াই ধাৰ দিছে। ভকতে গুৰুজনাক ক'লে, "বাপ, গহৰি আতৈয়ে দেখোঁ নৰণী ধৰাইছে।" গুৰুজনে আতৈক মাতিব ক'লে। আতৈক মতাত আতৈ আহিল। গুৰুজনাই আতৈক ক'লে, "কেলেই নৰণী ধৰাইছা?" আতৈয়ে ক'লে, "বাপ, নৰণী কলৰ মাজত সোমাই খাই কৰ্মজাৰী ছেদ কৰিব খুজিছো।" গুৰুজনাই ক'লে, "হেৰা, আজিয়ে নমৰিলাহেঁতেননে? মই ক'লো হৰিগুণ গাই, গুৰু-ভকতৰ পৰিচৰ্য্যা, কৃত্য সেৱা কৰি অনাদি জন্মৰ মোহ, মনৰ দুৰ্বাসনা নাশ কৰিবলৈ। সত্য, ৰজ, ত্বম হ'ল তিনি জৰী, কৃত্য কৰ্ম ধনু; নামৰ জোৰেৰে, গুৰুৰ শিক্ষাৰ অস্ত্ৰেৰে তাকে ছেদ কৰিবলৈকেহে কৈছো। অ' নৰণী খাইহে কৰ্ম জৰী ছেদ কৰা?" গুৰুজনে পুনৰ ক'লে, "ভকত হ'লে বিষ্ঠাকো চন্দ্ৰৰ দৰে দেখিব লাগে। হৰি আতৈয়ে তাকে শুনি বাস্তৱ সত্য মানিছে। আতৈয়ে হৰি গৃহত আহোতে গুৰুজনে সেই বিষয়ে চৰ্চা কৰি আতৈক হোজা বুলি খেদ কৰিছে।

২-২৪-১১ আৰু এদিন গুৰুজনে ক'লে, "ভকত হ'লে মোহ পাশ এৰিব লাগে।" ৰঘু আতৈৰ ভাগিন এজন আছিল। তালৈ আতৈৰ বৰ মোহ। তাক ছেদ কৰিবলৈ আতৈয়ে দাখন ধৰাইছে। ভকতে গুৰুজনাক ক'লে, "বাপ, ৰঘূ আতৈয়ে

দাখন ধৰাইছে দেখোঁ?” গুৰুজনে আতৈক মাতিব ক'লে। আতৈক মতাত আতৈ আহিল। গুৰুজনাই আতৈক ক'লে, “তুমি হেনো দাখন ধৰাইছা, কিয়?” আতৈয়ে ক'লে, “বাপ, আপুনিয়ে কৈছে ভকত হ'লে মোহ পাশ ছেদিব লাগে। মোৰ আনত মোহ নাই, কিন্তু এজন ভাগিন আছে, তালৈ মোৰ মোহ, তাক কাটি মোহ গুচাওঁ।” গুৰুজনাই ক'লে, “ভকতক দ্ৰোহ কৰি আজিয়ে নমৰিলাহেঁতেননে? মই কৈছিলো — মোহেই নিদ্ৰা, আশাই পাশ আৰু অজ্ঞান আন্ধাৰে জৰী; তাতে পৰি জীৱই চেতনা, জ্ঞান হেৰায়। শৰণত চেতনা পাই নতুন বস্তুৰে যত্নেৰে ভক্তি প্ৰদীপ জ্বলাই অজ্ঞান আন্ধাৰ গুচাই সেৱকে পৰম তত্ত্ব বস্তুক দেখি বৈকুণ্ঠলৈ যাব। আৰু আতৈ তুমি ভকতক কাটিহে মোহ পাশ ছেদ কৰা? মই ৰচনা কৰি থৈছো —

হৰি গুৰু পদ সেৱা খাণ্ডা ডাঠি ধৰা,
মনবৈৰী কাটি সুখে ভৱ নদী তৰা।।

মন বৈৰী, শত্ৰুক নেকাট, মিত্ৰ ভক্তক কাটিহে মোহ ছেদ কৰা?” এই বুলি আতৈক খং কৰি গুৰুজনে ক'লে, “কি হোজা লোক ঐ!”

**২-২৪-১২** বৰপেটাৰ উত্তৰ ফালে এজন লোক আছিল, মহাদুষ্ট একেবাৰে গুণ্ডা সি। ভকতে সেইফালে যাবই নোৱাৰে, ভকতক দেখিলেই সি গালি পাৰি নিন্দা কৰি অতিচাৰ আচৰে। বহুত যাতনা ভুঞ্জি মাতিব নোৱাৰা অৱস্থাত সি মৰিল। কথাটো শুনি গুৰুজনে দুখ কৰিছিল। ভকতে ক'লে, “বাপ, তালৈ কি শোক কৰিছে, মহা দুষ্টটিলৈ, ভালেই হ'ল, পৰম ডকাইত, ভকতৰ হুল গ'ল।” তেতিয়া গুৰুজনাই ঘোষা মাতিছে আৰু ক'লে, “বৈষ্ণৱ নিন্দুক সূচক আৰু বিষ্ঠা খোৱা ঘৰচীয়া গাহৰি বিধাতাই পূৰ্বতেই স্ৰজিছে। সেৱকৰ বাবে সি সাত দাঁৰিয়া জৱকা আছিল। তাৰ ভয়তে ভকতে সঙ্কুচি আছিল। গাহৰিৰ দৰে ভকতৰ দোষ সি শোধন কৰি আছিল। সি মৰিলত ভকত একেবাৰে উদণ্ড হ'ব। সি উপকাৰীহে আছিল, এতিয়া সেইফালে উদং হ'ল।”

**২-২৪-১৩** জোনাই ঠাকুৰীয়াই বৰ ডাঙৰ মালভোগ কল একাখি পকাই নামলৈ আগবঢ়ালে। কৃষ্ণাই আতৈয়ে তাৰে আঠটি কল থৈ বাকী কল শৰাই খামি* দিলে।” পিছদিনা গুৰুজনে ক'লে, হেৰা কৃষ্ণাই, মহাপুৰুষ গুৰুৱে আজি

মোক সপোনত ক'লে, "আঠটি কল নাপালো, বাকীখিনি কল পালো।" কৃষ্ণাই আতৈয়ে দণ্ডৱতে পৰি ক'লে, "বাপ, কথাটি হয়।"

২-২৪-১৪ উৰ্বশী আই টান নৰিয়াত পৰিছিল। গুৰুজনে তালৈকে গৈছিল শ্ৰীৰাম আতা, বুঢ়া আতা আৰু যদুমণি আতৈৰ লগত। বাটত এটি বোকাময় পিটনি আছিল। গুৰুজনে যদুমণি আতৈক ক'লে, "যদুমণি কি কৰিব পাৰা?" যদুমণিয়ে ক'লে, "বাপ, লঘিমা গুণক যদি আশ্ৰয় কৰে পাৰিম আৰু যদি গৰিমা গুণ ধৰে কি কৰিম?" বুঢ়া আতাই পিটনিটো পাৰ হৈ গুৰুজনে কি কৰে চাওঁ বুলি জোপোহা এডৰাৰ আঁৰ হৈ চাইছে। বুঢ়া আতাই দেখিলে যদুমণিয়ে গৰুড় হ'ল আৰু গুৰুজনক কান্ধত লৈ পিটনিটো পাৰ কৰিলে। যদুমণি আতৈয়ে গীত গাইছিল, "আএ গৰুড় কেতু কও পৰবেশ।" তেতিয়া গুৰুজনে গৰিমা গুণ ধৰিলে আৰু আতৈয়ে গুৰুজনক নমাই থ'লে থৰ হৈ।

২-২৪-১৫ এবাৰ মহাৰাসৰ কীৰ্ত্তন হৈছিল। দেউৰী কৃষ্ণাই আতৈয়ে তাত টোপনিয়াইছিল। তাতে দেখি গুৰুজনে বেজাৰ কৰিলে। তাৰ পাছত আতৈয়ে গুৰুজনাৰ আগত কেইবাদিনো ওলোৱা নাই। যদুমণি আতৈক এদিন গুৰুজনে ক'লে, "কৃষ্ণাইক বান্ধি আনাগৈ।" যদুমণি আতৈয়ে জৰী বিচাৰিব ধৰিলে। গুৰুজনে ক'লে, "প্ৰেম জৰীৰে বান্ধি আনা।"

২-২৪-১৬ এবাৰ দেশত এবছৰলৈ বৰষুণ হোৱা নাছিল। সকলোৱে গুৰুজনাক ধৰিলে, "বাপ, দেশত আকালহে হ'ব, বৰষুণ নাই, খেতি হ'ব ক'ৰ পৰা?" গুৰুজনে ক'লে, "গোৱৰ্দ্ধনৰ যাত্ৰা, নাট-ভাওনা কৰিলে বৰষুণ হ'ব।" বুঢ়ী লুইত পাৰ হৈ সুন্দৰীদিয়াৰ ওচৰতে ৰভাৰ খলা কৰি কৃত্ৰিম পৰ্বত সজা হ'ল। আখৈ, চিৰা, কল, গাখীৰ, চেনি লোকৰ পৰা অনা হ'ল। ভকতে গুৰুজনাক ক'লে, "বাপ, কৃষ্ণ গোসাঁই কোন হ'ব?" গুৰুজনে ক'লে, "গোসাঁই ব্ৰাহ্মণেহে হ'ব পায়, এতেকে কৃষ্ণ পণ্ডিতক কোৱা।" কৃষ্ণ পণ্ডিত ভকত নিন্দুক, অসূয়াকাৰী, গুৰুজনাক একেবাৰে সহ্য নকৰে; কিন্তু গোসাঁই পতাত তেওঁ বৰ ৰং পালে। যন্ত্ৰপাতিৰ সহায়ত পণ্ডিতক পৰ্বতৰ চাঙত উঠোৱা হ'ল। গুৰুজনে মেঘমল্লাৰ ৰাগ টানোতেই মেঘ দি বৃষ্টি আনিলে। ৰাগৰ চাৰিও ফাঁকি পূৰাই দিয়াত গোটেই পৃথিৱী টলবল কৰি বতাহ-বৰষুণ আনি শিলে-বৰষুণে খুন্দি পেলালে। লৰ মাৰি

সকলোৱে সুন্দৰীদিয়া কীৰ্ত্তন ঘৰত সোমাল। ব্ৰাহ্মণে চাণ্ডতে ৰ'ল। বৰষুণ এৰিলত গুৰুজনে ক'লে, "ব্ৰাহ্মণ ৰ'ল পৰ্বতৰ ওপৰত, যোৱা ব্ৰাহ্মণক আনাগৈ।" ভকতে গৈ দেখিলে – ব্ৰাহ্মণে চাণ্ডতে পৰি আছে, শিলে খুন্দি তেওঁক চেপেটা কৰিলে, জীৱটিহে কোনোমতে আছে। ব্ৰাহ্মণক চাণ্ডৰ পৰা নমাই আনি জুইৰ সেক দিয়াত তেওঁৰ মাত ওলাল। ব্ৰাহ্মণে সুস্থ হৈ গুৰুজনালৈ নিন্দা-অসূয়া এৰি ভাল ভাৱ ধৰিলে।

২-২৪-১৭ দৈৱজ্ঞ বলভদ্ৰ আতৈয়ে দিন-বাৰ গণি কয়, মৃত্যুৰ কথা কয়, আৰু মহাদশা, নিৰ্য্যাণ দশা গণনা কৰি কয়; কাৰোবাক কয় এবছৰহে আছে আয়ুস, আৰু কাৰোবাক কয় ডেৰ বছৰ আয়ুস, কাৰোবাক কয় ছমাহ আয়ুস আৰু কাৰোবাক কয় দুমাহহে আয়ুস। ভকতসকলে দিনে দিনে খীণাই যায়, খেতি-বাতিৰ কৰ্ম এৰে। তেনে এজন ভকতক দেখি গুৰুজনাই ক'লে, "তোমাৰ কি হৈছে, খীণালা দেখোঁ?" ভকতজনে ক'লে, "বাপ, মোৰ আয়ুস আৰু বেছিদিন নাই, বলভদ্ৰ আতৈয়ে গণি কৈছে।" গুৰুজনে বলভদ্ৰ আতৈক মাতি আনি ক'লে, "তুমি কিয় ভকতৰ মন দোদুল্যমান কৰিছা? সেই জ্যোতিষ শাস্ত্ৰখন বৰপেটাৰ বিলত পেলাই দিয়া।" আতৈয়ে শাস্ত্ৰখন বিলত পেলাবলৈ নিছে। তেতিয়া গুৰুজনে ক'লে, "আতৈ, শাস্ত্ৰখন লৈ আহাচোন, আঁউসী, একাদশী, তিথি, বাৰ, নক্ষত্ৰ, সংক্ৰান্তি বঢ়া-টুটা শাস্ত্ৰখনত চাবা, ভকতৰ উপবাসৰ খতি যাতে নহয়।" তেতিয়াৰে পৰা আতৈয়ে কাৰো গণনা নাচায় আৰু নকয়। এদিন গুৰুজনে বলভদ্ৰ আতৈক ক'লে, "আতৈ, তুমি ভকতৰ মৃত্যুৰ কথা কোৱা, বাৰু মোৰ মনটো ক'ত আছে কোৱাচোন।" আতৈয়ে ক'লে, "বাপ, খং নকৰিলে ক'ব পাৰো।" গুৰুজনে ক'লে, "বাৰু নকৰো, কোৱা।" আতৈয়ে ক'লে, "বাপ, আপোনাৰ মন গোপ বালকৰ সৈতে গছৰ তলত পূৰ্ণ কৃষ্ণৰ সৈতে খেলা কৰি আছে।" গুৰুজনে ক'লে, "এতিয়া চোৱা।" আতৈয়ে গণনা কৰি ক'লে, "বাপ, আপোনাৰ মন কৃষ্ণৰ পাদপঙ্কজত ভোমোৰাই পঙ্কজ ভেদি ৰঙ্গেৰে মধু পান কৰাদি ভোমোৰা স্বৰূপে আছে।" গুৰুজনে ক'লে, "হেৰা, তোমাৰ পৰা আঁৰ হ'বলৈ আৰু উপায় নাই।" গুৰুজনে আৰু ক'লে, "মোৰ মৃত্যুৰ দিন চোৱাচোন।" আতৈয়ে ক'লে, "বাপ, আপুনি কামৰূপৰ পৰা গৈ বেহাৰত পাঁচ বছৰ থকাৰ

অন্তত ভাদ্ৰ মাহৰ কৃষ্ণ পঞ্চমীত বৈকুণ্ঠপ্ৰয়াণ কৰিব, এনে হ'ব লাগে।”

২-২৪-১৮ এদিন বলভদ্ৰ আতৈক গুৰুজনে ক'লে, “আতৈ মোৰ মৃত্যুৰ দিন-বাৰ, মাহ-বছৰৰ কথা ক'লা, তোমাৰ একা?” আতৈয়ে ক'লে, “বাপ, দুবছৰৰ পাছত পুহ মাহৰ পূৰ্ণিমা ৰাতি মোক সাপে খুটিয়াব। শৰ বাহি হ'ব লগা আছিল সাদিন, আপোনাৰ সেৱাত চাৰিদিন কটা গ'ল, তথাপি তিনিদিন বাকী আছে।” সেই নিয়মমতে দুবছৰৰ পাছত আতৈক সাপে খুটিলে। শৰ বিছনাতে পৰি তিনি দিন আছিল। গুৰুজনে ভকতক ক'লে, “বলভদ্ৰ আতৈক তিনিদিনে দেখা নাই দেখোন?” ভকতে ক'লে, “বাপ, আতৈৰ বাহাৰ দুৱাৰ বন্ধ, ক'ৰবালৈ গৈছে।” গুৰুজনে ক'লে, “ দুৱাৰ মেলি চোৱাচোন।” ভকতে আতৈৰ বাহাৰ দুৱাৰ মেলি চাই দেখে আতৈ বিছনাত ঢুকাইছে, সাপটিও ওচৰতে আছে; একেবাৰে বিৰ বান্ধি ফেঁটী। ভকতে আতৈক নি দাহ-সংস্কাৰ কৰিলে।

২-২৪-১৯ এদিনাখন গুৰুজনে বুঢ়া আতাক বাৰাদিলৈ গৈ কল আনিব পাঁচিলে তেৰাৰ মাতৃৰ তিথিৰ বাবে। বুঢ়া আতাই স্নান ভোজন কৰি আহিল গুৰুজনাক সেৱা কৰিবলৈ। গুৰুজনে কৃষ্ণ কথা চৰ্চা কৰি আছিল আৰু আতাই গুৰুজনাৰ পাছত বহি ৰৈ আছে। আতাই দেখিলে বেলি পৰি আহিছে। গুৰুজনাই পাছলৈ চাই আতাক দেখি ক'লে, “কিয় যোৱা নাই?” আতাই ক'লে, “বাপ, আপোনাক সেৱা কৰি যাবলৈ ৰৈ আছো।” গুৰুজনে ক'লে, “নামাতা কিয়?” আতাই ক'লে, “কথা সুখৰ ৰস ভাগে বুলি মতা নাই।” তেতিয়া গুৰুজনে আতাক বৰ স্নেহ কৰিছে।

২-২৪-২০ মুৰাৰি আতৈৰ বাহালৈ হৈদাহ চৌধুৰীয়ে অহাযোৱা কৰি আছে আতাৰ পৰা পৰমাৰ্থ জানিবলৈ। এদিন পুহ মাহত বৰ বৰষুণ পৰিছে, চৌধুৰীয়ে তিতি-বুৰি আহিছে। আতৈয়ে বাহাৰ ভিতৰত জুই পুৱাই বহি তামোল খাই আছিল। চৌধুৰীয়ে ক'লে, “আতৈ দুৱাৰ খোলক।” আতৈয়ে ক'লে, “বাৰু।” চৌধুৰীয়ে ক'লে, “আতৈ মই তিতি আহিছো, জাৰত মোৰ দেহা যায়, মেলক।” আতাই 'বাৰু মেলো' বুলি নেমেলেহে নেমেলে। চৌধুৰীয়ে দুৱাৰ মেলিব কয় আৰু আতাই 'বাৰু' বুলি নেমেলেহে। চৌধুৰী বৰষুণত তিতি, জাৰত বতাহত নিঠৰ হৈ কাতৰ কৰি আছিল মেলক মেলক বুলি। আতাই নেমেলে দেখি চৌধুৰীয়ে

আতাক নিন্দা কৰি ক'লে, "বৰপেটাত ভকত তুমিহে আছা হ'বলা, তোমাৰ মনতে? আৰু যাবলৈ মোৰ ঠাই নাইনে?" আতাই ক'লে, "বাৰু মেলিছো।" আতাই দুৱাৰ মেলিলে আৰু চৌধুৰীয়ে গা, কাপোৰ সেকিলে। আতাই চৌধুৰীক দুখন তামোল দি ক'লে, "আজিৰ পৰা মোৰ ইয়ালৈ নাহিবা, মই তোমাক বৰপেটাৰ ভকত বুলিহে একো কোৱা নাছিলো।" এইবুলি আতাই চৌধুৰীক খেদি পঠাইছে।

**২-২৪-২১** গোবিন্দ আতৈক সাপে খুটিলে মাজ নিশা, ফেটিগোম সাপ। আতৈয়ে ঔষধ, বৈদ্য একো নিবিচাৰি নাম লৈ সাপৰ বিষ গুচালে। আতৈ এবাৰ হেৰেমদলৈ গ'ল। লোকে হেৰেমদ ৰজাক ক'লে, "মহাৰাজ, আতৈক সাপে খুটিছিল আৰু তেখেতে নামেৰে সাপৰ বিষ মাৰিলে।" ৰজাই ক'লে, "সাপৰ বিষ অলপ খোৱা আৰু নামেৰে কেনেকৈ তাৰ জাল গুচোৱা চাওঁ।" ৰজাই বিষ বটাই আতৈক খুৱালে। আতৈৰ গোটেই দেহ ক'লা পৰি গ'ল। তেওঁ নাম ল'ব ধৰিলে, দেহ এবাৰ ক'লা পৰি যায়, আকৌ ফটফটীয়া বগা হয়, এনেকৈ নাম লওঁতে লওঁতে বিষৰ জাল গুচিল। ৰজাই দেখি অদ্ভুত আচৰিত মানিলে। ৰজাই প্ৰশংসা কৰি ক'লে, "নাম সত্য, গুৰু সত্য, ভকতো সত্য।" এইবুলি ৰজাই আতৈক সন্মান কৰি পঠালে। দক্ষিণৰ পৰা আতৈ বৰপেটালৈ আহিল। গুৰুজনে আতৈক ক'লে, "নাৰদে পূৰ্বতে কলি যুগত নাম, ভকতৰ মহিমা কলাপ গাঁওলৈ নিছে; তোমাক সাপে খুটিছিল, বৈদ্য লগাই চাব পোৱা; নামেৰে গুচোৱাত এতিয় বৰ বিষ খুৱাই নামাৰিলোহেঁতেননে? তোমাৰ এনে আৰ্হি লৈ অন্য ভকতকো লোকে বিষ খুৱাব আৰু তেনে ভকত নমৰিবনে?" গুৰুজনে আতৈক এইবুলি খং কৰিছে। গুৰুজনাৰ কটাক্ষত আতৈৰ শেষ কালত উৰুত এটি ফোহা হ'ল। আতৈয়ে ফোহাত ঔষধ দিলে, ফোহা পকি জহি ৰাম বুলি আতৈ ঢুকাল।

**২-২৪-২২** এবাৰ দেশৰ বৰ আকাল হ'ল। গুৰুজনে মনতে অসন্তোষ কৰিছে, ভকতক কেনেকৈ ভৰণ-পোষণ দিয়ে, নিজেও কেনেকৈ চলে বুলি। ঠাকুৰ আতাই সেই সময়তে গৈ গুৰুজনাৰ অভয় পদত মাথা থৈ সেৱা কৰিলে। আতাই গুৰুজনাক ক'লে, "বাপ, আপোনাৰ মনত কষ্ট কিয়?" গুৰুজনে ক'লে, "সখি, দুখীয়া ভকত কেইজনক পালিব নোৱাৰিম যেন পাইছো; দেশত বৰ আকাল, খুজিলেও নাপায় আৰু লগত টকাও নাই।" আতাই ক'লে, "বাপ,

মোৰ ঘৰৰ দাস-দাসীৰ ভাত মুঠি ভঁৰালৰ ধানেৰেই কুলাব; গছী ধান কিছু আছে, সেয়ে ভকতলৈ জুৰিব, আনক।” গুৰুজনাই ক'লে, “সখি, তুমিতো কৈছাই, তোমাৰ পুত্ৰ-ভাৰ্য্যা-বোৱাৰীয়ে বা কি কয়, সোধাগৈচোন।” ঠাকুৰ আতাই ঘৰলৈ আহি মৌন হৈ বহি আছে। আয়ে আতাক স্নান কৰিবলৈ ক'লে। আতাই ক'লে, “কিনো গা ধুম, ভকতৰ খাবলৈ নাই, গুৰুজনে খেদ কৰিছে।” আয়ে আতাক সুধিছে, “আপুনি কি ক'লে?” আতাই ক'লে, “মইনো কি ক'ম?” আয়ে ক'লে, “আমাক দেখোঁ গছী ধানেৰেই কুলাব, গুটি ধানখিনি নিদিলে কিয়?” আতাই ক'লে, “তোমালোকে বা কি কোৱা, সেয়ে নক'লো, তেন্তে তোমাৰ সন্মতি আছে।” আতাই পৰমানন্দৰ ভাৰ্য্যাকো সুধিলে, বোৱাৰীয়েও একে উত্তৰ দিলে। তেতিয়া আতাই আনন্দতে হাত ওপৰলৈ তুলি নাচি নাচি ক'লে, “নাৰায়ণ দাসৰ ঘৰৰ সকলোৰে এক বাক্য, এক মুখ।” আতাই গৈ গুৰুজনাক ক'লে, “বাপ, আটায়ে এনেকৈয়ে ক'লে।” ইয়াকে শুনি গুৰুজনে মহা আনন্দত হাঁহি ক'লে, “বৰ বৌ, পৰমানন্দৰ বোৱাৰী সোণ, ৰূপ, ৰত্নৰ পাহাৰ আৰু মোৰ সখি তাতে ৰাম নামৰ আলি; অমৃতৰ নগৰ।” গুৰুজনে তেতিয়া ঘোষা গীত ৰচনা কৰি গাইছে – “হৰি ভক্তি মহা থালি ৰাম নাম অমৃতে আছে ভৰিয়া.....।”

“নাৰায়ণ মই তুৱা দাসকো দাসা .........।”

২-২৪-২৩ কলিয়া পথাৰত সাতজন ভক্তৰে সৈতে গুৰুজনে সাত দিন সাত ৰাতি বহিছিল কৃষ্ণ কথা চৰ্চা কৰি। গুৰুজনে অবিচ্ছেদ্যে বৈকুণ্ঠৰ পূৰ্ণ খেলা সুখ চৰ্চি দেহকো পাহৰি ছদ্ম ভাৱত আছিল। আত্মিকভাৱে তেওঁ গৈ বৈকুণ্ঠত শ্ৰীশঙ্কৰদেৱক পাইছে। তাতে শ্ৰীশঙ্কৰদেৱ গুৰুজনাই কৰুণাময়ী ঘোষা ৰচনা কৰি গাই এজন পুৰুষকো মতাই আনি মাধৱদেৱৰ লগতে পৃথিৱীলৈ পঠাইছে।



# পঞ্চবিংশ অধ্যায়

**২-২৫-১** অসুৰালি ব্ৰাহ্মণে আহি কীৰ্ত্তন ঘৰত বহিল। ভকতে গুৰুজনাক ক'লে, "বাপ, ভট্টাচাৰ্য্য আহিছে।" গুৰুজনে ওলাই আহি আগতে বহি মান কৰি ব্ৰাহ্মণক ফুল-পাত-চন্দন তুলি দিলে। গুৰুজনে ব্ৰাহ্মণক অহাৰ কাৰণ সুধিলে। ব্ৰাহ্মণে ক'লে, "বাপ, মহা পৰিশ্ৰম কৰি ভাগৱত পঢ়িলো, ভাবিলো ইয়াৰ মোল কোনে পাব, জানিব; সেয়েহে আহিলো আপোনাৰ আগত দুই চাৰিটা শ্লোক মাতো।" ব্ৰাহ্মণে ভাগৱতৰ শ্লোক আধা মাতি বৈ আছে, আৰু জুৰিব নোৱাৰে; হামিয়ায় হেকেতিয়ায়, চাল-বেৰ চায়, অৰ্থ কোনোমতে উলিয়াব নোৱাৰে। গুৰুজনে ব্ৰাহ্মণক ক'লে, "জোৰোৱা, জোৰোৱা।" ব্ৰাহ্মণে জোৰাব নোৱাৰে। তেতিয়া গুৰুজনে ঘোষা ৰচনা কৰি গাইছে –

"আপুনি মহন্ত নুহি, মহন্তকো নুপুছিলা কদাচিত,
তাৰ উপদেশে আনো নতৰয়, আপুনি ভৈল বঞ্চিত।"
"সেহিহে চতুৰ অতি পুণ্যৰ নিদান ভূত
নাৰায়ণ নামক উচ্চাৰে।
অচতুৰ সিটো অতি পাপৰ নিদান ভূত,
নামে অৰ্থবাদ যিটো কৰে।

গুৰুজনে আৰু ক'লে, "ভাগৱতৰ চকু স্বৰূপ টীকা বাদ দি গৰ্ব কৰি কৈছিলা, টীকা তোমাক নালাগে, মুখেই টীকা; এতিয়া কিয় নোৱাৰা? কি মূৰ্খ ব্ৰাহ্মণ ঐ এইটো!" ব্ৰাহ্মণে ক'লে, "মোক মূৰ্খ বুলিলানে?" গুৰুজনে ক'লে, "তুমি একেবাৰে জধা মূৰ্খ।" ব্ৰাহ্মণে লঘু হৈ টপৰাই উঠি গ'ল থৰক-বৰক কৰি।

**২-২৫-২** অসুৰালি ব্ৰাহ্মণে গৈ ৰজাক গোচৰ দিলে, "মহাৰাজ, বাউসীত এজন মহন্ত আছে, নাম মাধৱ। তেওঁ ৰূপ আৰু সোণাৰে এটি ঘৰ কৰি তাত যৌৱনপ্ৰাপ্ত স্ত্ৰীক নচায়, সভাৰ মাজত স্ত্ৰীক সাৱটে, ব্ৰাহ্মণক নামানে, ভাগৱত নামানে, তুলসী, শালগ্ৰাম নুপূজে, নামানে, কুল ক্ৰিয়া নাবাছে; আপোনাৰ দেশত

প্ৰজা এনে অধৰ্মী, অনাচাৰী হ'লে ৰজাৰ চত্ৰভঙ্গ যোগ, প্ৰজাক্ষয় আৰু দেশত দুৰ্ভিক্ষ মিলে।" ইয়াকে শুনি ৰজাই খং কৰি সুৰানন্দক মাতি ক'লে, "দুই হাজাৰ টকা জৰিমনা লৈ মহন্তক ধৰি আনা।" সুৰানন্দ আহিছে উত্ৰাবল হৈ। ইফালে গুৰুজনে পুৱাতে ক'লে, "আজি মোৰ বাওঁ অঙ্গ লৰিছে, কিবা বৰ বিষাদৰ বাতৰি পাম।" সুৰানন্দই আহি বৰপেটাৰ ঘাট পালে। ভকতে আহি গুৰুজনাক ক'লে, "বাপ, কোনোবা এজন ডাঙৰীয়া আহিছে আৰু তেওঁৰ লগত কৃপাবৰ লস্কৰো আহিছে।" গুৰুজনে আন এজন ভকতক ক'লে, "তুমিয়ে যোৱা, কোন আহিছে চোৱাগৈ।" ভকতজনে গৈ তেওঁলোকক চিনি পাই সুধিলে, "আপোনালোক কিয় আহিছে?" তেওঁলোকে ক'লে, "ৰজাই পঠাইছে আমাক, হাজো, নীলাচল, অশ্বক্ৰান্ত, শুক্ৰেশ্বৰ, পাৰু, উমানন্দ, দিকেশ্বৰী এইসকল মন্দিৰত পূজা দিবলৈ। সেয়ে ভাবিলো যোৱাৰ বাটত এইজনা মহন্তক সেৱা কৰি যাওঁ।" লস্কৰে কীৰ্ত্তন ঘৰলৈ আহি গুৰুজনাক ক'লে, "বাপ, এইজনা বিষয়া ৰজাৰ প্ৰিয় খাটনীয়াৰ, এওঁক ভাঁলকৈ সন্মান কৰিলেহে ভাল।" গুৰুজনে ৰামচন্দ্ৰক ক'লে, "তুমিয়ে লগত ভকত লৈ গৈ ডাঙৰীয়াক তুলি আনাগৈ।" ৰামচন্দ্ৰই আদৰ-সাদৰ কৰি সুৰানন্দক ঘাটৰ পৰা তুলি আনিলে। সুৰানন্দ আহি কীৰ্ত্তন ঘৰত বহিল। গুৰুজনো ওলাই তেওঁৰ আগত বহিল। সুৰানন্দই ক'লে, "বাপ, গান-নাচ চাব খুজো।" গুৰুজনাই ভকতক ৰাধা নাচ নাচিব দিলে আৰু ভকতে ৰাধা নাচ নাচিলে। সুৰানন্দই তাৰে এজনী গোপীক ধৰি আনি চালে। তেওঁ দেখিলে ল'ৰাই স্ত্ৰী হৈছে, কাঠৰ স্তন, গামোচাৰে খোপা লগাইছে, প্ৰকৃত স্ত্ৰী নহয়। এই দুটা কথা তেওঁ মিছা পালে। মুঠি খাৰু, কুন্দাক্ষাৰ জালা ভাঙি চালে, সেয়া সোণ-ৰূপৰ নহয়, বালিচন্দাৰহে। তাতো মিছা পালে। এনেকৈ গান-নাচ চলি থাকোঁতে সুৰানন্দৰ লগত অহা চিপাহীয়ে ভকতৰ ঘৰ লুটি আনিলে আৰু সকলো বস্তু নি কীৰ্ত্তন ঘৰত দমালে। সিহঁতে শ্ৰীৰাম আতাৰ বাহাত সোমাব নোৱাৰিলে। পেটৰ ৰোগ হোৱা বুলি আতাই গাত জুলীয়া গুৰু সানি বাহাৰ দুৱাৰমুখত বাট ভেটি পৰি আছিল আৰু আতাৰ গাত মাখিয়ে ভেনভেনাই আছিল। চিপাহীয়ে বাহাৰ দুৱাৰে দুৱাৰে গৈ ভকতক ধৰি বান্ধি আনিছে। গুৰুজনাই ক'লে, "হেৰা সুৰানন্দ, ধনৰ আশা কৰিছা নেকি? ধন যদি লাগে এইখিনিতে খান্দা, তথাপি মোৰ ভকতক

নাবান্ধিবা।" সেইখিনিতে মাটি খান্দি তিনিশ টকা পালে আৰু তাৰ বাবে সুৰানন্দ কিছু কুমলিল। সেই ছেগতে উদাসীন ভকতে দিহাদিহি পলাল। চৌধ্যজন ভকত গঙ্গালৈ গ'ল। সুৰানন্দই ক'লে, "বাপ, ৰাজ আজ্ঞা শুনিব লাগে, আপুনি কঠত বহক আৰু ভকতসকলে আঁঠু লওঁক।" গুৰুজনাৰ মুখলৈ চাবই নোৱাৰি, তেওঁ তলমুৰ কৈ আছে। সুৰানন্দই ৰাজ আজ্ঞা শুনালে, "গুৰুজনে বিচাৰৰ বাবে ৰাজ দৰবাৰলৈ যাব লাগে আৰু দুই হাজাৰ টকা জৰিমনা দিব লাগে।" গুৰুজনাই ক'লে, "মই ৰজাৰ হাট-পাত, ঘাট একো বিষয় খোৱা নাই আৰু ৰজায়ো মোক একো দিয়া নাই, তথাপি ৰজাক যদি ধনে আঁটা নাই ডা-ডাঙৰীয়াক খুজি অথবা ধাৰ লৈ টকা দিম, তাকে নিবা।" সুৰানন্দই ক'লে, "তেন্তে ভোজন কৰি লওঁক।" গুৰুজনাই ক'লে, "কিহেৰে ভোজন কৰিম, ৰান্ধনি আছে তোমালোকৰ তাত বন্দী হৈ।" সুৰানন্দই ক'লে, "ৰান্ধনি কোনজন বিচাৰি নিয়ক আৰু ঘটী-লোটাও চিনি নিয়ক।" তেতিয়া ৰামচৰণে আহি মুৰাৰি আতৈৰ গৃহত চাউল সিজালে। ৰামচৰণে ঘৰলৈ যোৱা নাছিল। চাউল সিজাব ধৰোঁতেই ঠাকুৰে থকথককৈ কঁপিব ধৰিলে। গুৰুজনাই ক'লে, "হেৰা ৰামচৰণ, তুমি থাকিব নালাগে, যোৱা।" ৰামচৰণে সেই ৰাতিয়ে ঘৰলৈ গ'ল। আন আন ভকতসকলেও গুৰুজনাক এৰি পলাই ফাট মাৰিলে। সেই ৰাতি গুৰুজনে মহা দুখত শ্ৰীশঙ্কৰদেৱলৈ স্তুতি প্ৰাৰ্থনা কৰি তুৰ ভাটীয়ালী আৰু বসন্ত ৰাগত দুটি গীত ৰচিছে --

১। এ নাথ তাৰিয়ো তাৰিযো যদুমণি ...........।

২। কৈছে নৰহৰি তৰণ উপায় ................।

ৰাতিপুৱা গুৰুজনাক দুটা চিপাহীয়ে নি নাওত তুলিলে। গুৰুজনাৰ লগত গোপাল আৰু জনাৰ্দন আতৈ গৈছে। সিহঁত দুয়োজনে কিশোৰ, ভকত হ'বলৈ বেছি দিন হোৱা নাছিল; দাড়ি-গোঁফ গজিছে মাত্ৰ, একেবাৰে কোমল বয়সৰ। গুৰুজনে ক'লে, "হেৰা গোপাল আৰু জনাৰ্দন, তোমালোকে ইয়াতে থাকা, তোমালোক একেবাৰে ল'ৰা ভকত, তোমালোকক কত বা দুখ দিয়ে? এতেকে ঘৰলৈ যোৱাগৈ।" গুৰুজনাই অনেক কথা কৈ সিহঁতক ঘূৰাই পঠাব খুজিছিল, তিনিবাৰ বাধা দিছিল, তথাপি সিহঁতক নাওৰ পৰা নমাব নোৱাৰিলে। সিহঁতে ক'লে, "বাপ, আপোনাৰ লগতে আমাৰো যি হয় হ'ব, আপোনাৰ গতিয়ে

আমাৰো গতি।" তেতিয়া গুৰুজনে ক'লে, "কোনোৱে দুকুৰি, কোনোৱে তিনিকুৰি, কোনোৱে দহ-বাৰ বছৰ মোৰ লগতে আছিল জীৱনলৈ আশা কৰি, এতিয়া টানৰ সময়ত কোনবা ক'লৈ গ'ল। কওঁতা আছে বওঁতা নাই, নিওঁতা নাই। পাঁচ হাল বায়, গৰু মাত্র এটা। প্ৰেমৰ জৰী হ'লে জীৱনলৈ আশা কোনে ছিঙিব? খোৱা-লোৱা আশাৰ জৰী পচি-ছিঙি গ'ল। কালি আহিছে দুজন কোচৰ ল'ৰা, আজি হ'লহি দুখৰ লগৰী।" সেই সময়ত গুৰুজনে ঘোষা গাইছে –

"ৰাম জয়, হৰি জয়, জয় ৰাম হৰি, জয় ৰাম কৃষ্ণ .....।"

যিজনে সততে নাম স্মৰণ কৰে তেওঁৰ আৰু কিহলৈ ভয়? সিহঁত দুয়োকো নিৰ্ভয় দি গুৰুজনাই ক'লে, "আহা, সিনো আমাক কি কৰিব পাৰে? কাক কোনে কি কৰে, কাক কোনে মাৰে? অৰণ্যতো মৃত্যু নাই ৰাখন্তা ঈশ্বৰ হ'লে, নাৰাখিলে ঈশ্বৰে গৰ্ভতো মৃত্যু মিলে। সকলোৰে কৰ্তা শ্ৰীনাৰায়ণ, যাক যি কৰে তেওঁ সেয়েহে হ'ব।" এইবুলি কৈ গুৰুজনে নাও মেলি দিবলৈ ক'লে। সিহঁতে গুঁৰুজনাক নি ৰজাৰ খাৰ-বাৰুদৰ খালি ভঁৰাল এটাত থাকিব দিলে।

২-২৫-৩ গন্ধৰ্ব মাজীক ৰঘূ ৰজাই দহ হাজাৰ নাওৰীয়াৰ ওপৰত বৰুৱা পাতিছিল। ৰজাৰ তেওঁ বৰ প্ৰিয়পাত্ৰ। মাজীয়ে হৰিকৃষ্ণ আতৈৰ মুখেৰে মহাপুৰুষক গুৰু বুলিছিল। মাজীৰ পত্নীৰ ভায়েকে হৰিকৃষ্ণ আতৈক নজনোৱাকৈ আতৈৰ ঘৰৰ পৰা গাখীৰ খুজি নিছিল, তাকে শুনি আতৈয়ে মাজীক বৰ্জনীয় কৰি থৈছিল। মাজীয়ে বাৰুদৰ ভঁৰাল ঘৰটো ছৈ ঢৰাৰে তিনি কোঠালিৰ কৰিছিল, বাহিৰত ছৈৰে বেঢ়ি পায়খানা বনাই থৈছিল, গুৰুজনে হাত-মুখ ধুবলৈ গাঁত কৰি ছৈৰে বেঢ়ি দিছিল, স্নান কৰিবলৈ গাঁত কৰি তাৰ ওপৰত পাট পাৰি ছৈৰে বেঢ়ি দিছিল আৰু ঘৰটিৰ চাৰিওফালে ছৈৰ বেৰ দিছিল। গুৰুজনে নাওৰ পৰা উঠি সেই ঘৰটিত ৰৈছিল। মাজীয়ে ছয় মাহলৈ গুৰুজনাৰ পায়খানা আৰু মুখ-হাত ধোৱা ঠাই অঁতাইছিল। মাজীৰ ভক্তি, ব্যৱহাৰত গুৰুজনে বৰ সন্তোষ লভিছিল। চাউল, লোণ, তেল, মাছ, খৰি, চৰু, ঘী, মৌ, চেনি, চিৰা, গুৰ, গাখীৰ, শাক-পাত, বস্ত্ৰ সকলো মাজীয়ে নিতৌ গুৰুজনাক যোগান ধৰিছিল। একো বিচাৰ নকৰাকৈ ৰজাই গুৰুজন আৰু ভকতক কেইবামাহো ৰাখিছিল। ব্ৰাহ্মণসকলে আহি ঘৰৰ দুয়োফালে বহি থাকে। গুৰুজনে বাহিৰলৈ নোলায়, ডাবৰত মুখ

ধোৱে। তেতিয়াৰে পৰা ডাবৰত মুখ ধোৱাৰ প্ৰচলন হ'ল। জনাৰ্দন আতৈয়ে কঁকালত গামোচা বান্ধি পেটত মূৰ লগাকৈ চাপৰি ব্ৰাহ্মণৰ বেশেৰে গৈ গদাধৰ নৈত স্নান কৰি আহে। ব্ৰাহ্মণসকল গ'লত গুৰুজনে জনাৰ্দন আতৈক কৈছে, "সাৱধানীৰো তিনিবাৰ কটাৰীৰ ঘাপত এবাৰ পৰে।"

এনেতে ভাটৌকুছীয়া আতা, বেহাৰৰ যদুমণি আৰু বৈকুণ্ঠ আতৈয়ে বিজয়পুৰত নাওখন থৈ গুৰুজনাৰ লগ লৈছে। এতিয়া ভকত পাঁচজন হ'ল। যদুমণিয়ে গুৰুজনাক ক'লে, "বাপ, আপুনি দেখোঁ এখনো শাস্ত্ৰ চোৱা নাই আৰু বামুণে হা-শাস্ত্ৰ হা-শাস্ত্ৰ কৰি ৰাতি দিনে বিচাৰি চাব লাগিছে। আৰু বামুণৰ হুৰাহুৰি দেখি সুধিলো, 'হেৰা, কি শাস্ত্ৰ?' তেওঁলোকে 'হা-শাস্ত্ৰ হা-শাস্ত্ৰ' বুলি ক'লে।" গুৰুজনে ক'লে, "হেৰা যদুমণি, নাম নথকা শাস্ত্ৰ কাউৰীৰ বিষ্ঠাৰ দৰে, তাক চুলে স্নান কৰিব লাগে।" সেই সময়ত গুৰুজনে গীতাৰ শ্লোক আনি ঘোষা ৰচনা কৰি গাইছে --

শবদ ব্ৰহ্মাৰ পাৰ ভৈল যিটো কৃষ্ণত ভকতি নাই,
তাৰ শাস্ত্ৰ শ্ৰম, শ্ৰম মাত্ৰ ফল, যেন ৰাখে বাজী গাই।

গুৰুজনে আৰু ক'লে, "সিহঁতৰ শাস্ত্ৰতে মোৰ সিদ্ধান্ত আছে, সিহঁতৰ পটাগুটিৰে সিহঁতৰ দাঁত ভাঙিম।" সেই সময়ত গুৰুজনে বিশ্বমঙ্গলমৰ কথা আনি গীত ৰচিছে --

"শুনোলো পণ্ডিত ...............।"

**২-২৫-৪** হেন সময়ত বিচাম বাটেৰে ভূটীয়া সেনা নামি আহি দেশ আক্ৰমণ কৰিলে। ৰজাই লগত চিপাহী দি হাজাৰা কেহোক (পিছলৈ আতৈ) ৰণলৈ পঠালে। বেহাৰৰ সেনা আৰু ভূটীয়া সেনাৰ মাজত তয়াময়া ৰণ লাগিল। বেহাৰৰ বহু সেনাক ভূটীয়া সেনাই কাটিলে। কেহোৱে কথমপি সাৰিল। তেওঁ আহি সংসাৰ বৈৰাগ্য হৈ হৰিকৃষ্ণ আতৈক ধৰিলে শৰণ দিবলৈ। আতৈয়ে ক'লে, "হেৰা তুমি মোক নামানিবা আৰু ময়ো তোমাৰ যোগ্যৰ নহওঁ, গুৰুজন আছে ইয়াতে, ব'লা তেওঁৰ ওচৰলৈ যাওঁ।" হৰিকৃষ্ণ আতৈয়ে ভাৰ-ভেটীয়ে হাজাৰা কেহোক গুৰুজনাৰ ওচৰলৈ নি মহাপুৰুষক গুৰু বোলাইছে। পিছদিনা হাজাৰা আতৈৰ পত্নী আৰু পুত্ৰ গোপীনাথে গুৰুজনাৰ পৰা শৰণ বস্তু লৈছে।

২-২৫-৫ বিজয়পুৰত গুৰুজনাৰ সেৱকীয়া যিসকল ডা-ডাঙৰীয়া আছিল তেওঁলোকে গুৰুজনাৰ ৰেহাইৰ বাবে খাটি ফুৰিছে। হাজাৰা আতৈঅে ঘৰত শুই আছিল। আয়ে ক'লে, "হেৰা গোপীনাথৰ পিতা, তুমি দেখো ঘৰঘৰণি মাৰি শুই আছা, তোমাৰ লগৰ হৰিভাই আৰু কৃষ্ণভাইহঁতে খাটি ফুৰিছে গুৰুজনাৰ বাবে আৰু তুমি পেট পেলাই শুইহে আছা?" আতৈয়ে ক'লে, "ময়ো গৈছিলো, ভাগৰ লগাতহে শুইছো।" আয়ে কোচবিহাৰলৈ যোৱাত এই কথাৰ সন্ধান পাইছিল।

২-২৫-৬ সকলো ডা-ডাঙৰীয়াই ৰজাৰ ৰাণীক ধৰিলে গুৰুজনাক ৰেহাই দিবলৈ। মাধুৰী বৰ ৰাণীয়ে ছেগ বুজি ৰজাৰে ৰং-ধেমালি কৰা সময়ত সুধিলে, "প্ৰভু, সংসাৰত ভোগৰ বস্তু কোনটো শ্ৰেষ্ঠ?" ৰজাই ক'লে, "আমি ৰজাৰ ঔৰষজাত, আমাৰ ভোগ নকৰা আছে কি? তথাপি তোমাৰ সৈতে মোৰ এই নিচিনা সুখ ভোগ আৰু নাই।" ৰাণীয়ে ক'লে, "এই সুখক যিজনে বিষ্ঠাতুল্য দেখিছে তেওঁৰ একা?" ৰজাই ক'লে, "ইয়াক বিষ্ঠাতুল্য দেখোঁতো কোনো নাই। আহাৰ, নিদ্ৰা আৰু মৈথুন, এই তিনিটিৰ যিজনে বাহিৰ হ'ব, তেৱেঁই ঈশ্বৰ, মনুষ্য নহয়।" ৰাণীয়ে ক'লে, "বৰপেটাৰ মহন্তই ইয়াক বিষ্ঠাতুল্য দেখি থৈছে আৰু তেনে ঈশ্বৰক কিয় আপুনি আনি ৰাখি থৈছে?" ৰজাই ক'লে, "তেওঁ যোৱা নাইনে?" ৰাণীয়ে ক'লে, "আপুনি পঠাইছেনে?" তেতিয়া ৰজাই সুৰানন্দক মাতি আনি ক'লে, "মহন্তক নি তুমি বৰপেটাৰ পূৰ্ব্বৰ ঠাইত থৈ আহাগৈ।"

২-২৫-৭ গুৰুজনাৰ ৰখীয়া টেকেলাই গুৰুজনাক নিতে কয়, "আমাক মাননি দিয়া।" সেই সময়ত বাসুদেৱ বিপ্ৰই সেই ঠাই পালে শ্ৰীমাধৱদেৱক বিচাৰি, তেওঁ ৰজাৰ বৰ খাটনিয়াৰ। তেওঁ গুৰুজনাক সেৱা কৰি উঠি টেকেলাক ক'লে, "তইঁতৰ মাননি মই ৰজাক কৈ দিম, গুৰুজনাক নধৰিবি, যা গুচ, আৰু এতিয়াৰ পৰা গুৰুজনাক ৰখিবও নালাগে, মই ৰজাক কৈছো।" গুৰুজনাই বিপ্ৰক ক'লে, "জনক নন্দিনী সীতাৰ আপদ কালত জটায়ু যেনেকৈ সখী হ'ল, তুমিও মোৰ দুখৰ কালত আজি মোক দুষ্টৰ হাতৰ পৰা ৰাখিলা।"

২-২৫-৮ সুৰানন্দৰ পিতৃৰ নাম বাগিশ ভট্টাচাৰ্য্য। ভট্টাচাৰ্য্যই গুৰুজন থকা ঘৰটিৰ ওচৰৰ বাটেৰে অহাযোৱা কৰে আৰু বাটত বৈ গুৰুজনে গোৱা

ঘোষা-পদ শুনে। গুৰুজনে পদ্ম পুৰাণৰ পদ আৰু অনাদি পতনৰ পাতালীখণ্ডৰ শ্লোক আনি অধ্যয়ন কৰিবলৈ লৈছিল। গুৰুজনাই সেয়া ব্ৰাহ্মণক ধৰিবলৈ চৰ্চিছে বুলি ভয় খাই ভট্টাচাৰ্য্যই ৰজাক ক'লে, "মহাৰাজ, বৰপেটাৰ মহন্তক কিয় ধৰি ৰাখিছে?" ৰজাই ক'লে, "তোমাৰ পুতেৰাই কৈছে হেনো তেওঁ অনাচাৰ কৰে।" ভট্টাচাৰ্য্যই ক'লে, "প্ৰভু, তেওঁ অনাচাৰী নহয়, পৰম সদাচাৰীহে, সেই খেলৰ মাধৱহে অনাচাৰী।" ৰজাই ক'লে, "তুমি কোৱা সদাচাৰী, পুতেৰাই কয় অনাচাৰী, তোমালোক ব্ৰাহ্মণৰ একো সঞ্জাত পাবলৈ নাই।" ভট্টাচাৰ্য্যই আৰু ক'লে, "আৰু মহাৰাজ, ব্ৰাহ্মণ আৰু শূদ্ৰৰ বাদ ক'ত আছে?" ৰজাই ক'লে, "ইয়াত তোমাৰ পুতেৰা সিংহই কয় ধৰ ধৰ আৰু তুমি সিংহই কোৱা এৰ এৰ।" ৰজাই সুৰানন্দক মাতি ক'লে, "তোমাক মই মহন্তক থৈ আহিবলৈ কোৱা নাছিলানে?" সুৰানন্দই ক'লে, "প্ৰভু, আজিয়ে যাম।" সুৰানন্দই গৈ গুৰুজনাক ক'লে, "বাপ, ৰাজ আজ্ঞা হৈছে, আপুনি যাব লাগে।" গুৰুজনাই মনতে ক'লে, "শ্ৰীশঙ্কৰদেৱৰ কৃপাত তঁহত ব্ৰাহ্মণক তুলা ধুনা দি ধুনিব নাপালো। এতিয়া কৰ ব্ৰাহ্মণ আৰু শূদ্ৰৰ ক'ত বাদ আছে বুলি!" গুৰুজনাই ক'লে, "হেৰা সুৰানন্দ, তুমিনো আমাৰ লগত যাব লাগিছে কিয়, ৰজাই পঠাইছে যেতিয়া আমিয়ে যাম।" সুৰানন্দই ক'লে, "নহয় বাপ, ৰজাই আপোনাক থৈ আহিব কৈছে।" গুৰুজনাই তাত ছয়মাহ থাকি আহিব ওলাইছে। গন্ধৰ্ব মাজীয়ে গুৰুজনাক টকা পাঁচটি, কাপোৰ এযোৰ দি সেৱা কৰি প্ৰাৰ্থনা কৰি ক'লে, "বাপ, হৰিকৃষ্ণ আতৈৰ ৰোষত পৰি আপোনালৈ সেৱাৰ পৰা বঞ্চিত হৈ আছো, আৰু আপুনি আপোনাৰ শ্বেত পদ ছত্ৰৰ তলতে স্থান দিব যেন, এই দাসৰ জীৱটিক।" মাজীৰ ভক্তিত সন্তুষ্ট হৈ গুৰুজনাই ক'লে, — "প্ৰহ্লাদে নৃসিংহক কৈছে —

সৰ্ব কৰ্ম বন্ধে হৈবা হীন।
অন্তকালে মোতে যাইবা লীন।।"

তাৰপাছত গুৰুজনে নাওত উঠিল। নাও মেলি প্ৰথমে তেওঁলোকে বিজয়পুৰ পালে। গদাধৰ নদীৰ ঘাটটিত মাটি খহিছিল। কৃষ্ণভাই আৰু জয় লস্কৰে দুজনে হাতে কান্ধে ধৰি গুৰুজনাক নাওৰ পৰা তুলিছে। নাওৰ পৰা উঠি যাওঁতে গুৰুজনে ঘোষা মাতিছে —

মোক কৃপা কৰা হৰি এ
দান্তে ধৰো তৃণ, মাথে ধৰো তৃণ
তুমি কৃপাময় নাজানো অত দিন.....।

**২-২৫-৯** গুৰুজন গৈ বিজয়পুৰত ৰ'ল। তাত গৃহী ভকত আছিল তিনিশ তিনিকুৰি ঘৰ। তেওঁলোকে হৰিকৃষ্ণ আতৈৰ দ্বাৰাই মহাপুৰুষক গুৰু বুলিছিল। সেই ঠাইৰ স্ত্ৰী-বালক-বৃদ্ধ সকলো আহিছে গুৰুজনাক সেৱা কৰিবলৈ। তিৰোতা সকল বেলেগ ঘৰ এটিত বহিছিল। তিৰোতা সকলৰ মাজলৈ গৈ বৈকুণ্ঠ আতৈয়ে ক'লে, "গুৰুজনে দুখে-ভাগৰে আহিছে, তোমালোকে খাৰু, মণি, কেৰু, জোনবিৰি, আঙুঠি, কৰিয়া যাৰ যি আছে দি গুৰুজনাক সেৱা কৰা।" আতৈয়ে তেনেকৈ কোৱা শুনি গুৰুজনে ঘোষা মাতি এটি দৃষ্টান্ত দিছে –

হৰিৰ নামৰ কীৰ্ত্তন সুখ।
নাজানে যিজনে হৰি বিমুখ।।

গুৰুজনে আৰু ক'লে, "এজনী স্ত্ৰী আৰু পুৰুষে সম্ভোগ কৰি আছিল। স্ত্ৰীজনীৰ গিৰিয়েকে তাকে দেখিলে। গিৰিয়েকে পুৰুষজনক ধৰি নি ঢেঁকীৰ থোৰাৰে পিটিলে। সেই পুৰুষে তেনে সুখকে জানে, আন সুখৰ কথা নাজানে। এতিয়া বৈকুণ্ঠ আতৈয়ে মোকো তেনে কৰিলে।" আৰু নামৰ থলিতে গুৰুজনে হৰিকৃষ্ণ আতৈক ক'লে, "আতৈ, মই মাজীৰ সপক্ষে ক'ব বিচাৰো।" তেতিয়া আতৈয়ে ক'লে, "বাপ, আপুনি সন্তোষ পাইছে যেতিয়া মাজীৰ এনেয়ে কুশল হৈছে, তেওঁ নিজৰ চেষ্টাৰে নিজেই দোষ কাটিলে আগলৈ।" তেতিয়া গুৰুজনে বিমৰ্ষ মনেৰে মৌন হৈ ৰ'ল। হৰিকৃষ্ণ আতৈয়ে বৰ ভয় খালে, এই কথা ভাবি যে মাজীয়ে জানিব, গুৰুজনে ক্ষমা কৰে ভকতেহে ক্ষমা নকৰে। মাজী ৰজাৰ প্ৰিয়, মাজীয়ে বা আতৈক কি কৰে।" ৰজাই তিনিখন নাওৰ লগত তিনিজন মাজী দিছিল। গন্ধৰ্ব মাজীয়ে গুৰুজনাৰ নাওখনৰ গুৰি বঠা ধৰিছিল। তেওঁ নাওৰ টিঙৰ পৰা পৰি পানীত তল গ'ল। ৰজাই দুখ কৰি মোটা ৰছীৰ জাল বনাই পানীত বিচাৰি চালে; তথাপি মাজীৰ দেহ নাপালে। গুৰুজনলৈ কৰা শুদ্ধ সেৱাৰ বাবে ঈশ্বৰে তেওঁক সশৰীৰে নিছিল।

**২-২৫-১০** আৰু সুৰানন্দৰ মাক-বাপেকৰ ঘৰ বিজয়পুৰত। তেওঁলোকে

বিজয়পুৰতে গুৰুজনাৰ তাত শৰণ ল'লে। তেওঁলোকে গুৰুজনাক নিজ গৃহলৈ নিমন্ত্ৰণ কৰিলে। গুৰুজনে একাদশীৰ দিনাখন যাব বুলি কৈ পঠালে। একাদশীৰ দিনাখন গুৰুজনে ভক্তৰ সৈতে গৈ তেওঁলোকৰ ঘৰত বহিছে। অনেক সম্ভাৰ দি তেওঁলোকে গুৰুজনক সেৱা কৰিছিল। গুৰুজনে একো নল'লে। পাছত বৰকৈ কাতৰ কৰাত কেঁচা পুৰাকল কাটি অলপ খালে। গুৰুজনে তেওঁলোকক ক'লে, "সুৰানন্দক সুধিবাচোন ৰজাই আৰু কিবা কৰিব দিছেনে, সি দেখোঁ আকৌ আহিছে ইয়ালৈ।" পাছত বাপেকে সুৰানন্দক সুধোতে ক'লে, "একো কৰিব দিয়া নাই, মাথোঁ থবলৈহে কৈছে।" তেতিয়া গুৰুজনে সুৰানন্দক ক'লে, "মই তোমাৰ মানছৈ নাওত নেযাওঁ, আমি বেলেগ নাওতহে যাম, তুমি আগধৰি যোৱা।" পাছত গুৰুজনে ভাটৌকুছীয়া আতাই নিয়া গামাৰি কাঠৰ নাওত উঠি আহিছে। গুৰুজনৰ লগত ভাটৌকুছীয়া আতা, বৈকুণ্ঠ আতৈ, গোপাল, জনাৰ্দন আৰু যদুমণি পাঁচজনে আহিছে একেলগে। তেওঁলোকে কুমাৰগুৰিত ৰ'ল। গোপাল আৰু জনাৰ্দনক নাওতে থৈ বাকী তেওঁলোক তিনিজনে গুৰুজনাৰ লগতে গৈ নৰসিংহৰ ঘৰত ৰ'ল। সেই ৰাতি বৰ বতাহ, বৰষুণ, ধুমুহা আহিছিল। গোপাল আৰু জনাৰ্দনে নাওখন কান্ধেৰে ধৰি কোনোমতে ৰাখিলে। পুৱালৈ জাৰে-বতাহে তেওঁলোকৰ শৰীৰ জঠৰ হ'ল। গুৰুজনে ভকত পঠাই তেওঁলোকক নিয়ালে আৰু জুইৰ সেক দিয়াতহে তেওঁলোকৰ মাত ওলাল। গুৰুজনে চাউল সিজাই ভোজন কৰি তাৰ পৰা আহিব ওলাল। তেতিয়া সেই গৃহস্থই গুৰুজনাক শৰণ প্ৰাৰ্থিলে। গুৰুজনে ক'লে, "তোমালোক গৃহস্থী, ৰজাৰ বৰ বিষয়া, গুৰু ধৰ্ম ধৰি কেনেকৈ ৰ'বা, তথাপি মই সীমা দিলো, তিনি পৰ বেলা পুত্ৰ-ভাৰ্য্যা-দেহৰ অৰ্থে কৰ্ম কৰিবা, দিনৰ এপৰ আৰু ৰাতিৰ এপৰ আত্মাৰ অৰ্থে নাম গাবা। এই নিয়মত ৰ'ব পাৰা যদি আমাক পাবা আৰু নোৱাৰিলে ক'তো দোষ নাই, চন্দ্ৰ, সূৰ্য্য, পৃথিৱী এই সকলোৱে সাক্ষী ৰ'ব।"

**২-২৫-১১** কুমাৰগুৰিৰ পৰা গুৰুজনে আহি জিগিৰ ঘোপা পালে। সুৰানন্দ আগতে আহি তাত আছিল। গুৰুজনে সুৰানন্দক ক'লে, "হেৰা, তুমি দেখোঁ ইয়াত?" সুৰানন্দই ক'লে, "বাপ, সেই যোগীটোক আনিব পৰা নাই। এখন দুখন নাও হ'লে সি নাহে, একশ-ছয়কুৰি নাও হ'লে তাৰ পৰা তুলি যি

দ্ৰব্য বস্তু হয় তাক দিলে সি পানীত বাঘৰ ছাল পাৰি বহি চাকনৈয়া মাতি নিয়ে আৰু তেতিয়া পানী শান্ত হয়।" গুৰুজনা নাওৰীয়াক ক'লে, "আমাৰ নাও মেলি দিয়া।" ভাটৌকুছীয়া আতাই নাওৰ গুৰিত বহি নাও মেলি দেখিলে যোগীটোৱে নদীত পানীঘোৰা জগাই দিছে। তেতিয়া গুৰুজনে ঘোষা গালে –

ৰাম হৰি জয় ৰাম হৰি

গোপাল গোবিন্দ ৰাম জয় হৰি।

সকলো ভকতে গুৰুজনাৰ লগতে ঘোষা গালে, পানী শান্ত হ'ল, আৰু ঘোষাও সুৰীয়া হ'ল নাও বঠাৰ শব্দৰ লগতে। পাছত সেই যোগীয়ে লাজ পাই তাৰ পৰা গ'ল। তাৰ পাছত একশখন নাও আহিছিল, সকলো জিগিৰ ঘোপা পাৰ হৈ গ'ল। সুৰানন্দই গুৰুজনাক ক'লে, "বাপ, মই আগবাঢ়ি যাওঁগৈ।" গুৰুজনে সুৰানন্দক ক'লে, "সুৰানন্দ, মোৰ দুখীয়া ভকত কেইজনমান আছে, সিহঁতক দুখ নিদিবা।" সুৰানন্দই ক'লে, "বাপ, মই গৈ কৈহে আহো।" সুৰানন্দই বৰপেটালৈ গৈ ভকতক ধৰি বান্ধি প্ৰত্যেকৰে পৰা এটকাকৈ ল'লে। ফিৰাৰ বাটত সুৰানন্দই বৌৰবাৰ ঘাটত গুৰুজনাক লগ পাইছে। গুৰুজনাই সুৰানন্দক সুধিলত সি ক'লে, "আপোনাৰ খবৰ কৈ আহিছো।"

২-২৫-১২ গুৰুজনে বৌৰবাৰ মুখত নাও ৰাখি স্নান কৰিলে। গধুলিলৈ একাদশী হ'ব। এমুঠি ভাত কোনোৱে খোৱা নাছিল; সকলোৰে ভোক লাগিছিল। তেওঁলোকে গুৰুসেৱা কৰি নাম সামৰিছে। এনেতে সৰু নাওত ভটিয়াই আহি দুজন লোকে গাখীৰ, গুৰ, চিৰা, কল, তামোল-পাণ আনি গুৰুজনাৰ নাওত থৈ বেগাই গ'লগৈ, কোনোৱে তৰ্কিবই নোৱাৰিলে। তেওঁলোকে ভটিয়াই যাওঁতে চকামকা দেখা নেদেখাকৈ গৈছে। ভকতে দেখি কোন বোলোতে তাতেই অন্তৰ্ধান হ'ল। কথাটো ভকতে গুৰুজনাক ক'লে, "বাপ, চকামকাকৈ দেখা যেন পাই চালো, নাই।" গুৰুজনাই ক'লে, "ঈশ্বৰে দিছে; গুণ লোভী ভগৱন্ত, তোমালোকৰ হৰিগুণ সেৱা দেখি কৃষ্ণে দিছে; ভকতক ভগাই দিয়া।" সকলোৱে ভোজন কৰিলে। তেওঁলোকে জানেৰে সোমাই বৰপেটাত উঠিল। বৰপেটাৰ ভকতে গুৰুজনাৰ ভৰিত পৰি কান্দিব ধৰি ক'লে, "বাপ, সুৰানন্দই আমাক ধৰি বান্ধি প্ৰত্যেকৰে পৰা এটকাকৈ ল'লে।" গুৰুজনে দুখ কৰি ক'লে, "অত ক'লো,

তথাপি ভকতক দুখ দিলে পাপীষ্ঠই, কি কৰিম?" গুৰুজনে অসন্তোষ মনেৰে ৰ'ল, কিনো কৰিব? তেওঁ বৰপেটাত হৰিগুণ গাই আছিল।

২-২৫-১৩ এনেতে বিজয়পুৰৰ পৰা তিনিজন ভকত আহিল। তেওঁলোক সাতদিনে অনাহাৰে আছিল, দেহা নৰয়হে। বগৰীবাৰীৰ লোকে মাদল বজাই সভা গাইছিল। এজন ভকতৰ দেহা অৱশ হোৱাত তেওঁ সভাৰ প্ৰসাদৰ কল এটি খুজি খালে। বাকী দুজন ভকতে কথাটি গুৰুজনাক ক'লে। গুৰুজনাই ভকতজনক মাতি আনি তাৰ সঁচা-মিছাৰ বিচাৰ ল'লে। ভকতজনে ক'লে, "বাপ হয়।" গুৰুজনাই ক'লে, "অসঙ্গী, অভকতৰ দ্ৰব্য খালে জীৱৰ সৰ্বনাশ, অৰ্দ্ধ নৰক হয়।" ভকতজনে ক'লে, "বাপ, তেওঁলোকে ডেও দি নাচি হৰিগুণ গাইছিল আৰু সেই প্ৰসাদ আপোনাক অৰ্পণ কৰি, আপোনাৰ চৰণৰ প্ৰসাদ বুলি দেহা নৰোৱাত খালো।" গুৰুজনে ক'লে, "দক্ষিণত এটি সৰোবৰ আছে, লোকে সিপাৰৰ পৰা আহে, যায়। এজনে ভয় খাই উভতি গ'ল, এজনে সেই সৰোবৰ গৰুৰ খোজৰ সমান দেখিলে আৰু এজনে সৰোবৰ সমূলি নেদেখিলে।" প্ৰসাদ খোৱাজনে আহি ক'লে, গুৰুজনে এৰা কাম নহ'লেও তেনে কৰ্ম তেওঁ কেতিয়াও নকৰিব। গুৰুজনে ক'লে —

"ৰুদ্ৰক দেখি বিষ খায় আনে
ঈশ্বৰ নুহি যিটো মূঢ় মতি
ই কৰ্ম কৰি যাইবে অধোগতি।।"



# ষড়বিংশ অধ্যায়

২-২৬-১ এদিন গন্ধিয়াৰ ঘৰৰ মতাই পত্নীক বধিলে। বৰ হুলস্থুল লাগিল। সেই সময়ত সুৰানন্দ আহি বৰপেটা পালে। সকলো লোকে বনে, জংঘলে পলাল। গুৰুজনাই ভয় খাই ৰাতিয়ে পলাই সুন্দৰীদিয়াৰ ৰামচৰণৰ ঘৰত ৰ'ল। গুৰুজনৰ মনত পৰি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ গুৰুৰ বাক্য শিৰোধাৰ্য্য কৰি সুন্দৰীদিয়াতে দিনৰ ভাগত পাট গোহালিত তেওঁ নামঘোষা ৰচনা কৰিছে। নিশা উৰ্বশী আয়ে সকলো কৰি থয়। গুৰুজনাই এসন্ধ্যা ভোজন কৰে আৰু চাৰি প্ৰহৰ নিশা নাম সেৱা শেষ কৰে। দুখে কষ্টে গুৰুজনে এমাহ কাল তাতে ৰ'ল।

২-২৬-২ সুন্দৰীদিয়াৰ বাৰীৰ ঢাপৰ কাষতে কুঁৱা আছিল আৰু তাৰে কিছু দূৰত পায়খানা বনোৱা হৈছিল। ৰাতিপুৱাই মুকুন্দ আৰু মাধৱ দুই ভায়ে পায়খানাত বহিছিল। খিৰামৰলৰ পুতেকে গুৰুজনাক হিংসা কৰে, ঈৰ্ষা কৰে। সি পুৱা হাল নিছে বাবলৈ। কোনোবাই শৌচ কৰিছে দেখি সি ক'লে, "এই উদাসীনেই শৌচ কৰিছে; এপাচি খায়, এপাচি হাগে; য'তে থাকে তাতে বিঘিনি হয়। এতিয়া ইয়াত আহি আছেহি, কিবা এটা আপদ হ'বহে লাগে।" কথাটি শুনিলত গুৰুজনাৰ মূৰত যেন বজ্ৰহে পৰিল, বুকুত যেন খাপৰে হানিলে। গুৰুজনে গৈ গুৰুসেৱা কৰি চাউল সিজালে অসন্তোষ মনেৰে। নিশাটো থাকি পুৱা গোপাল আৰু জনাৰ্দন আতৈক মাতি গুৰুজনে ক'লে, "দুষ্ট, খলুৱা লোকৰ বাবে ইয়াত থাকিব নোৱাৰি, সিহঁতৰ বাক্যই হিয়া বিদাৰি গ'ল। তোমালোকে ৰজাৰ ওচৰলৈ যোৱা আৰু কোৱাগৈ, সীমাত খুঁটি মাৰি নিজঞ্জাল মাটি এটুকুৰা ৰজাই আমাক দিয়ক, ৰজাৰ ডা-ডাঙৰীয়া সকলকো ক'বা।" দুয়োজন আতৈ গ'ল। তেওঁলোকে গৈ নগৰৰ কাষৰ ঘৰঘৰি জানত গা ধুইছে আৰু গুৰুসেৱা কৰিছে। এনেতে অসুৰালি ভট্টাচাৰ্য্যই তেওঁলোকক লগ পাই সুধিছে, "তোমালোকে ক'লৈ যোৱা?" তেওঁলোকে সাধু ভাৱত ক'লে, "গুৰুজনাই -বৰা, লস্কৰ সকলক ক'বলৈ কৈছে ৰজাক কৈ এডোখৰ মাটি দিবলৈ।" বামুণে

আগৰে পৰা গুৰুজনাক অসূয়া কৰে, তেওঁ ক'লে, "ময়ে কৈ দিয়াম আহা, তাৰ বাবে কাক কি ক'ব লাগিছে?" বামুণে গৈ ৰজাক ক'লে, "মহাৰাজ, সুন্দৰীদিয়াৰ মহন্তই এডোখৰ পুণ্য ভূমি খুজিছে।" ৰজাই ক'লে, "আমাৰ দেশত পুণ্য ভূমি ক'ত আছে?" বামুণে ক'লে, "মহাৰাজ, গোকুল, বৃন্দাবন, মথুৰা – এই সকলোৱে পুণ্য ভূমি।" ৰজাই ক'লে, "তেন্তে তালৈকে তেওঁক পঠাওঁক।" তেতিয়া বামুণে সেই বাৰ্তা বাহিৰত শুনালে। ইয়াকে শুনি সকলোৱে ক'লে, "ৰজাই গুৰুজনাক কিয় খেদিলে?"

হাজিৰা আতৈ, কলীয়া কাজী, হৰিকৃষ্ণ আতৈ, শুৱালু কাজী, মৰ্দন কাজী, ৰাঙ্গি ৰূপাবৰ লস্কৰ, বলাই, নৰসিংহ, দীঘলা বৰুৱা এই সকলে কথাটি শুনি বেজাৰ কৰি ৰজাৰ চ'ৰালৈ গৈ জনাৰ্দন আৰু গোপাল আতৈক দেখিলে। আতৈক সুধিলত দুয়ো আতৈয়ে আদি অন্ত সকলো ক'লে। তেওঁলোকে ক'লে, "ভাল কৰিলা, সি অসুৰালি গুৰুজনাৰ শত্ৰু, বৃন্দাবনলৈ পঠাইছে, যোৱা এতিয়া।" তেতিয়া তেওঁলোক সকলোৱে ধন ভৰি ৰজাৰ বৰ খাটনিয়াৰ ভোগ ৰান্ধনিক খাটনি ধৰিলে। ৰান্ধনিয়ে গৈ ৰজাক ক'লে, "মহাৰাজ, যি দেশত সন্ত-মহন্ত নাথাকে, শাস্ত্ৰই তেনে দেশক শ্মশান বুলিছে। আনে মহন্তক চপাই লয় আৰু আপুনি খেদিছে দূৰলৈ।" ৰজাই ক'লে, "তেওঁ হেনো পুণ্য ভূমি খুজিছে।" ৰান্ধনিয়ে ক'লে, "মহাৰাজ, দেখোঁ আমাৰ দেশত পুণ্য ভূমি হাজো আছে।" ৰজাই ক'লে, "হয়নে? তেন্তে তাতেই থাকক, কথা কোৱা আৰু নোকোৱা দুই মাধৱে।" ৰান্ধনিয়ে সেই বাৰ্তা বাহিৰত ক'লে। গোপাল আৰু জনাৰ্দনে আহি গুৰুজনাক বাতৰিটো দিছে।



# সপ্তবিংশ অধ্যায়

২-২৭-১ গুৰুজনে ভাটৌকুছীয়া আতাক ক'লে, "কামৰূপত ভকত ৰ'ব পাৰিব, অধৰ্মী আৰু খলুৱাৰ দেশ উজনিত বংশী আৰু যদুমণিৰ বৰ ঐশ্বৰ্য্য হৈছে, নাও মানুহ দি মোক কিজানি নিবই পাৰে, কোৱাগৈ যোৱা।" আতাই গুৰুজনাক সেৱা কৰি উজনিলৈ গ'ল। হাজোৰ নামনি শুৱালকুছি, তালৈ গৈ আতৈয়ে কমাৰৰ ঘৰত জ্বৰ হৈ পৰি আছিল। কোনোৱে তাঁতীৰ ঘৰত থকা বুলিও কয়।

২-২৭-২ ভাটৌকুছীয়া আতা যোৱাৰ পাছত গুৰুজনো বুঢ়ী লুইতেৰে নাওৰে উজাই গৈছে। নদীৰ পাৰত এজন কলা ভকতে মাটি কাটিছিল। নাওত যোৱা ভকতে তেওঁক মাতিলে, "হেৰা, এইফালে আহা, কি মাটি কাটিব লাগিছা?" কলাই তথাপি মাটি কাটেহে। তেতিয়া গুৰুজনে তিনিজন কলাৰ আৰ্হি কৈছে, "এক কলা ঠাকুৰীয়া, এক কলাই পথাৰত কোৰ মাৰিছে আৰু এক কলাৰ ছাগলীজনী হেৰাল। ছাগলী হেৰোৱা কলাই কোৰ মৰা কলাক ছাগলীৰ খবৰ সুধিছে। খেতিয়ক কলাই উত্তৰ দিলে, "মোৰ মাটিৰ সীমা সেই।" ছাগলী হেৰুৱা কলাই ভাবিলে সি ছাগলী থকা ঠাইৰ খবৰহে ক'লে। তেওঁ সেই দিশেৰে গৈ ছাগলী বিচাৰি পালে। ছাগলীটো পাই তেওঁ কোৰ মৰা কলাক দিলে এই বুলি যে তাৰ কথাতে ছাগলীটো পালে। কোৰ মৰা কলাই কয়, "মই তোৰ ছাগলীৰ ঠেং কেতিয়া ভাঙিছো।" ছাগলীৰ গৰাকী কলাই কয়, "ছাগলীটো তোকে দিছো।" এই কথা লৈ দুয়োৰো মাজত দন্দ লাগিল আৰু কিলিয়াকিলি লাগি কলা ঠাকুৰীয়াক গোচৰ দিলে। ঠাকুৰীয়াই আকৌ পত্নীৰ লগত কাজিয়া লাগি লঘোণে আছিল। ঠাকুৰীয়াই ক'লে, "তঁহতে যতই নামাত কিয় মই ভাত নাখাওঁ।" বাকী দুই কলাই নিজৰ নিজৰ কথা দোহাৰিলে। এনেতে এজন অসৎ লোকে কথাটো জানি সিহঁতক ইঙ্গিতেৰে বুজাই ক'লে, "হেৰা এই ছাগলীটো বান্ধি থৈ চাউল, তেল আনাগৈ যোৱা।" এজনক ক'লে, "তই কোৰ পাৰগৈ যা।" পাছত দুষ্টই

ছাগলীটো লৈ গুচি গ'ল। গুৰুজনাই ক'লে, "এতিয়াও তেনেই হৈছে।"

২-২৭-৩ গুৰুজনাৰ নাও বুঢ়ী লুইতেৰে উজাইছে। নাওৰ দুয়ো কাষত নিয়া ভেটীৰ বস্তুৰ বাবে নাওখন চলাবই নোৱাৰি। জোৰ দিওঁতে নাওৰীয়াই পানীত পৰেহি। লক্ষীকান্ত আৰু সনাতন আতৈয়ে নিতে খাদ্যৰ সম্ভাৰ যোগাইছিল। নাওতে তেওঁলোকৰ তিনি পষেক হ'ল। পাছত তেওঁলোকে হাজোৰ নামনিত ৰামদিয়াত ছৈ দিয়া ঘৰ কৰি ৰ'ল। পিছদিনা তেওঁলোকে হয়গ্ৰীৱ মাধৱ মন্দিৰলৈ উঠিছে। গুৰুজনে বামুণক দিবলৈ বুলি চাৰি আখি নপকা কল কানাই আতৈৰ হাতত দি নিছে। গুৰুজনে আতৈক ক'লে, "সূচক বামুণে কিবা পালেহে ভালকৈ শলাগে, এতেকে এয়া বামুণক দিবা।" আতৈয়ে বামুণক দুই আখি কল দি বাকী দুই আখি নিদি লৈ আহিল। আতৈয়ে মনতে ক'লে, "সি হৰিবিমুখীয়া লোক, তাক দিলে কি হ'ব, সেৱকৰ নিমিত্তে লগাব লাগে।" একাদশীৰ দিনাখন আতৈয়ে দৈ, চিৰা, গুৰ আনি সেই কল তাতে ভাঙি দিছিল। তেতিয়া গুৰুজনাই আতৈক ক'লে, "এই কল ক'ৰ?" আতৈয়ে ক'লে, "বাপ, বামুণলৈ নিয়া চাৰি আখি কলৰ দুই আখি ৰাখি থৈছিলো, মিছাতে তাক দিলে কি হ'ব?" তেতিয়া গুৰুজনে ক'লে, "হৰিবিমুখীয়া অভকতৰ এৰা খুৱাই ভকতক আৰু মোক ভক্তি কৰিছে কানাই আতৈয়ে?" গুৰুজনে সকলো আতৈকে ক'লে, "যিজনে গুৰুবাক্যত থাকিব তেওঁ পৰ্বতৰ গুহাত থাকিলেও তথাপি মোৰ কণ্ঠৰ ওচৰতে থাকে আৰু মোৰ বাক্য এৰা সকলে যদিওবা মোৰ পদধূলি লয় তথাপি তেওঁ পৰ, মোৰ পৰা দূৰৈত থাকে।

২-২৭-৪ গুৰুজনে তাতেই নাম-কীৰ্ত্তন কৰি আছিল। ভীমা বায়ন, জগন্নাথ বায়ন আদিয়ে দিনে-নিশাই গাই বাই থাকে, নাট কৰে, নাচ নাচে। গাঁওৰ সকলো লোক তালৈ আহিব ধৰিলে। মানুহবোৰে ভাৰ বস্তু অনা কান্ধৰ মাৰিৰে বাহা সাজে, তাত চাউল সিজায়। খাদ্য বস্তু খাব নোৱাৰাকৈ জমা হ'ল। তাকে দেখি বামুণৰ চকু পোৰে, আৰু কয়, "মাধৱ আহিছে আমাৰ হয়গ্ৰীৱ মাধৱ ঢাকিবলৈকেহে।"

২-২৭-৫ হীৰাৰ সুমালিনী বুঢ়ীয়ে গুৰুজনাৰ ধৰ্ম ধৰি গুৰুসেৱা কৰিছিল। এদিন বুঢ়ীয়ে দিগযোৱা কল একাখি নিছে গুৰুজনাক দিবলৈ। বাটত

বামুণে লগ পাই বুঢ়ীক ক'লে, "বুঢ়ী কল লৈ আহা হয়গ্ৰীৱ মাধৱক দিবলৈ। আৰু মাধৱৰ আগত থৈ নি তহঁতে খাবা।" বুঢ়ীয়ে ক'লে, "আপোনালোকৰ মূৰ্ত্তিয়ো জানো খায়?" বামুণে ক'লে, "কিয় তেনেকৈ ক'লা?" বুঢ়ীয়ে ক'লে, "আপোনালোকে মূৰ্ত্তিৰ আগত যি দিয়ে, মূৰ্ত্তিয়ে সেয়া নাখায়, নলয়; মৃতকক পিণ্ড আগবঢ়োৱাৰ দৰে। আৰু মই যি মূৰ্ত্তিক পূজা-সেৱা কৰো, চিন্তা কৰো, তেওঁ চৈতন্য স্বৰূপ, নিত্য-শুদ্ধ-বুদ্ধ, নিৰ্মল-নিৰ্গুণ; তেওঁক দিলে লয়, বাঞ্ছা মতে ফলো পাওঁ।" পাছত বুঢ়ীয়ে গুৰুজনাক কল আখি দি সেৱা কৰি বামুণক লগ পোৱা কথা ক'লে। তেতিয়া গুৰুজনে বুঢ়ীৰ কথাত সন্তোষ পাই ঘোষা ৰচনা কৰি গাইছে –

মায়া আদি কৰি যত মানে সমস্ত জগৎ জড়,
কৃষ্ণহে চৈতন্য আত্মা শুদ্ধ।
চৈতন্য কৃষ্ণক এৰি জড়ক ভজিয়া মৰে
কিনো লোক অধম মুগুধ।

গুৰুজনে দুখ কৰি ক'লে, "মইনো কাক মাতো? মোৰ গুৰুধৰ্মত কোনোৱে কিবা দ্ৰব্য আনে তাতে দুষ্ট দুৰ্জনে দহি পুৰি মৰে।"

২-২৭-৬ হাজোৰ গায়নে গৈ গুৰুজনাক প্ৰাৰ্থনা কৰি ধৰিলে, "বাপ, আমাক বাজনা শিকাওঁক।" তেতিয়া গুৰুজনে গীত ৰচনা কৰি দিছে, তাত তাল-মান, ঘাট, বাজনা সকলো দিছে। এই সকলো চাই দেখি আশ্চৰ্য্য-অদ্ভুত মানি ক'লে, "এওঁ মনুষ্য নহয়, সাক্ষাৎ ঈশ্বৰ, ছদ্মভাৱেহে মনুষ্য হৈছে।" গীতৰ ৰাগ - গৌৰী, গীত –

"ৰে ৰে বিৰিন্দাবনে মোহন গোবিন্দ বিজয় নন্দুকবালা...।"

২-২৭-৭ চুমাৰিৰ পৰা উদাৰ গোবিন্দ আতৈ আহিল। তেওঁ শ্ৰীমাধৱদেৱে বহা কম্বলৰ টোপোলাটি মাথাত লৈ সেৱা কৰিলে। তেতিয়া গুৰুজনে দুখ কৰি আতৈক ক'লে, "হেৰা উদাৰ, মোৰ এই বৃদ্ধ কালত প্ৰবাস খাটিবলগীয়া হ'ল।" আতৈয়ে ক'লে, "হয় বাপ, এনে হ'ব লগা হৈছে, আপুনি যে ডকাইতৰ লগত থাকে।" গুৰুজনে ক'লে, "কি কৰিম, নহ'লেও নোৱাৰো যে?" গুৰুজন আৰু আতৈৰ মাজত পৰমতত্ত্ব বস্তুৰ কথা-বাৰ্তা হ'ল। পাছত আতৈয়ে গুৰুজনে ভৰিত

পিন্ধা খৰমযোৰ খুজি শিৰত লৈ গ'ল। পাছত গুৰুজনাৰ লগত থকা ভকতে ক'লে, "সন্যাসী সকলোৰে কথা দেখোঁ এনে নহয়, কিবা অন্য ধৰণৰ।" গুৰুজনে ক'লে, "এওঁহে শ্ৰীশঙ্কৰদেৱৰ মহাভক্ত; তেওঁহে পৰীক্ষাত উত্তীৰ্ণ হৈছে।" ভকতে আৰু ক'লে, "তেওঁ যে আমাক অসূয়া কৰি ডকাইত বুলিলে?" গুৰুজনে ক'লে, "নহয়, তোমালোকক কোৱা নাই, মোৰ লোটা, বাটি, কাঁহি, কলহ, বটা, চৰিয়া, ডাবৰ এই সকলো দেখি মোকে কৈছে। তেওঁৰ লাউ আৰু ফটাকানি, একেবাৰে নিৰ্গুণ ভকত।"

**২-২৭-৮** হৰিগুৰু আতৈয়ে কেতুৰিয়নিত গৈ পত্নীৰ চিকিৎসা বিচাৰিছে। তেওঁৰ পত্নী খোৰা হৈছিল। আতৈক দেখি উদাৰ আতৈয়ে ক'লে, "হৰি কি চাইছা?" হৰিগুৰু আতৈয়ে ক'লে, "আতৈ, ঔষধ বিচাৰিছো।" উদাৰ আতৈয়ে ক'লে, "মোৰ গুৰুজনে দেখোঁ 'কীৰ্ত্তন' আৰু 'ঘোষা'ত ঔষধ থৈছে – 'ও হৰি ৰাম নাৰায়ণ যাদৱ, দূৰ কৰা মোৰ মায়া। বিষম ব্যাধিৰ মাগো ভকতি অমিয়া।" হৰিগুৰু আতৈয়ে ক'লে, "বাপ, আপোনাসকলৰ হয়, আমি দেহধাৰী, আমি কেনেকৈ কৰিম?"

**২-২৭-৯** হৰি গুৰুৰ গৃহলৈ তিনিজন ভকত আহিল। ভকত তিনিজন কুলত শালৈ। গুৰুৱে ভকত কেইজনক ভোজন কৰালে। পত্নীক গুৰুৱে চুৱা পাত কেইখন পেলাবলৈ ক'লে। পত্নীয়ে উত্তৰ দিলে, "মই এনে কাম কৰিব নোৱাৰো।" গুৰুৱে পত্নীক ক'লে, "ঐ পাপীষ্ঠী, তই ইয়াৰ যোগ্যই নোহোৱা, এই কাম মোৰহে।" এইবুলি গুৰুৱে পাতবোৰ গোটাই মূৰৰ ওপৰত তুলি পেলাই আহি পত্নীক ক'লে, "তই পাপীষ্ঠী গুচ,

তোৰ কথা নহয় ভালৈ।
হৰিভকতক বুলিলি শালৈ।।
অৰ্জ্জুনত গীতাত কহিলা দেৱ হৰি।
কলিত বৈষ্ণৱে বিষ্ণু জানা নিষ্ঠ কৰি।।"

**২-২৭-১০** উদাৰ গোবিন্দ আতৈৰ নাতিয়েক এজনী আছিল গাঁওত। এদিন বাটত নাতিয়েকজনীক লগ পাই আতৈয়ে ক'লে, "অ' ছোৱালী, টাকুৰী সূতা অলপ দিয়া, কাঁথা চিলাবলৈ।" নাতিনীয়েকজনীয়ে ক'লে, "টাকুৰী সূতা

যে লাগে আইতাক কিয় এৰিলা আলৈ অথানি কৰি।" আতৈয়ে ক'লে, "এৰা আই, টাকুৰী সূতা নালাগে, তই মোক ভাল জ্ঞানহে দিলি।" পাছত নাতিনীয়েকজনীয়ে আতাৰ পাছে পাছে খেদি গ'ল, আতাই ঘূৰিকে নাচালে আৰু। আতাই কলগছৰ আঁহেৰে কাঁথা চিলালে।



# অষ্টাবিংশ অধ্যায়

২-২৮-১ গুৰুজনালৈ লোকে ভাৰ-ভেটী অনা দেখি হাজোৰ বামুণে 'মৰা মাধৱ', 'জীয়া মাধৱ' বুলি গুৰুজনাক অসূয়া কৰিব ধৰিলে। গুৰুজনে তাকে শুনি দুখ কৰি হৰিগুণ গাই হৰি চিন্তা কৰিছে।

২-২৮-২ কোচ বিহাৰত আইধাই প্ৰমুখ্যে সকলোৱে শুনিলে গুৰুজনাৰ দুখ-কষ্টৰ কথা। ৰামৰাম আতৈ, তেলী কৃষ্ণ, মহিতৰা, গোপাল, হাজাৰা, হৰিকৃষ্ণ, বলাই, নৰসিংহ, নাৰায়ণ লস্কৰ, পদ্মনাভ লস্কৰ সকলোৱে একেলগে বহি আলচি কৃষ্ণ মতৰিয়া আতৈক গুৰুজনাৰ ওচৰলৈ পঠাইছে লগতে আইধায়ে চুলি ছিঙি ভৰাই দিয়া টেমাটি দি আৰু কাতৰ-কার্পণ্য কৰি দান্তে তৃণ ধৰি সকলোৰে সন্মতিত গুৰুজনাক মাতি পঠাইছে। কৃষ্ণ মতৰিয়া আতৈয়ে উজাই আহি সকলোৰে প্ৰাৰ্থনা গুৰুজনাক ক'লে। তেতিয়া গুৰুজনে ছয়মাহ হাজোত ৰৈ তাৰ পৰা ভটিয়াই গ'ল। প্ৰথমতে তেওঁ মনদিয়া ঘাটত ৰ'ল। মনদিয়াত পটিয়া আতৈয়ে আহি গুৰুজনাক সেৱা কৰিলে।

২-২৮-৩ পঢ়িয়া আতৈয়ে গুৰুজনাৰ লগতে যাবলৈ অনুমতি বিচাৰিলে। গুৰুজনাই ক'লে, "মোৰ লগত যাব নালাগে, তুমি ইয়াতে থাকা।" আতৈয়ে ক'লে, "বাপ, কাৰ লগত থাকিম?" গুৰুজনাই আতৈক ক'লে, "তোমাৰ লগত তিনিকুৰি পঢ়িয়া ভকতৰ ঘৰ দিছো।" আতাই ক'লে, "বাপ, মই ৰাখিব নোৱাৰিম।" গুৰুজনাই ক'লে, "দুইকুৰি ঘৰকে দিছো।" আতৈয়ে নোৱাৰোঁ বুলি ক'লে। গুৰুজনাই একুৰি ঘৰ দিবলৈ ওলাল। আতৈয়ে এঘৰো ৰাখিব নোৱাৰো বুলি ক'লে। তেতিয়া গুৰুজনে ক'লে, "মোৰ বাক্যকে দিছো।" আতৈ তাৰ অৰ্থ বুজাই ক'বলৈ গুৰুজনাক ক'লে। গুৰুজনে ক'লে, "সদা সৰ্বদা নাম নেৰিবা। মেঘ থাকে একলক্ষ মাইল ওপৰত আৰু ময়ূৰ চৰাই থাকে পৃথিৱীত, মেঘে গৰজিলে ময়ূৰে নাচে, সিহঁত তেনেকৈয়ে মিত্ৰ হৈছে। সূৰ্য্য থাকে এক লক্ষ যোজন ওপৰত আৰু পদুম থাকে এক লক্ষ যোজন তলত, তথাপি দুয়োৰে

সম্বন্ধ ঘটিছে, সূৰ্য্য উদয় হ'লে পদুম ফুলে। চন্দ্ৰ দুই লক্ষ মাইল ওপৰত থাকে আৰু ভেট ফুল দুই লক্ষ মাইল তলত থাকে, তথাপি দুয়োৰো মিত্ৰতা; চন্দ্ৰৰ উদয়ত ভেট ফুলে। এতেকে ইয়াতেই বস্তু চিনাই দিছো, নেৰা যদি মোৰ কাষত থাকিবা আৰু এৰিলে আঁতৰ হ'বা।"

২-২৮-৪ পঢ়িয়া আতৈয়ে সদা সৰ্বদা নাম লৈ থাকে। তেওঁৰ বৃদ্ধ কাল উপস্থিত হ'ল। আতৈৰ চাৰি পুত্ৰৰ গোপাল ডাঙৰ, ভোলা মধ্যম, নিৰঞ্জন ভোলাৰ তলৰ আৰু মুৰাৰি সৰু। মুৰাৰিক ডকাইতে হাবিত মাৰিলে। তাত গাৰো আৰু খমাৰীৰ ৰণ লাগিল। তিনিও পুত্ৰই আতৈক জংঘলৰ শাল গছৰ গুৰিত থৈ আহিল। আতৈয়ে তাত নাম লৈ বহি আছে। সেই ৰাতি বৰ শিলাবৃষ্টি আহিল। গছডাল দুহাত মান ওপৰত ভাঙি মুঢ়াৰ সৈতে এফালে পৰিল। আতৈয়ে নাম লৈ আছিল। পুতেকহঁতে ৰাতিপুৱা গৈ দেখিলে গছডাল ভাগি পৰিছে। তেওঁলোকে ভাবিলে পিতাকৰ মৰা শৰটিহে মাটিত পৰি আছে। পাছত পিতাকক ধৰি তুলিব যাওঁতে জানিলে পিতাক জীৱিত।

২-২৮-৫ পঢ়িয়া আতৈয়ে পুত্ৰ-বোৱাৰী সৈতে মনদিয়া এৰি গৈ কাঠনি ঘাটত ৰ'ল। বিষ্ণু আতাই পুত্ৰ যদুমণিক পাঁচিছিল কলৰ পাত-পচলা আনিবলৈ। যদুমণিয়ে এঘৰৰ বাৰীত সোমাই গোপালৰ ভাৰ্য্যা, বৌৱেকক লগ পালে। বৌৱেকে যদুমণিক গুৰুজনাৰ বাতৰি ক'লে। যদুমণিয়ে কলপাত কাটি বান্ধি থৈ পঢ়িয়া আতৈক সেৱা কৰি পাত লৈ ঘৰলৈ আহি বিষ্ণু আতাক গুৰুজনাৰ খবৰটি দিলে। বিষ্ণু আতাই নাওত দ্ৰব্য বস্তু ভৰাই নাও মেলি দিলে গুৰুজনাক লগ পাবলৈ। বিষ্ণু আতাৰ নাও দেখি গুৰুজনাই ভকতক কৈছে, "বিষ্ণুৰ নাও আহি ইয়াতে লাগিবহি, তোমালোক এৰুৱাই দিবা, আৰু আতাক সেৱা কৰিবা।" বিষ্ণু আতাৰ নাও মনদিয়া ঘাটত লাগিলহি। ভকতসকলে গৈ আতাৰ নাও এৰুৱাই দিলে আৰু আতাক সেৱা কৰিলে। তাৰ পাছত বিষ্ণু আতাই নাওৰ বঠা মাৰি ঘোষা গাই আহিছে। আতাৰ ঘোষা শুনি ভকত সকলে ক'লে, "গুৰুজনাৰ যাত্ৰা আৰু আতাৰ যাত্ৰা একে হ'ল।" বিষ্ণু আতাই ক'লে, "মই বিষ্ণু যদি পালক বিষ্ণুৰ অংশ হওঁ, তথাপি গুৰুজনাৰ গাতে আঁৰ হ'ম।" আৰু শেষত বিষ্ণু আতাই বাতুল ভাব দেখালে। পাছত গুৰুজনে কি খুজিলে জানো আতাক দহটি আঙুলি

দেখুৱালে। আতাই উত্তৰ দিলে, “যদুমণিক দিছো।” পাছত তাৰ পৰা গৈ গুৰুজনে গজিয়া ঘাটত ৰ'ল।

২-২৮-৬ গুৰুজনাৰ নাও গজিয়া ঘাটত ৰ'ল। তাৰ পৰা বৰপেটা, পাটবাউসী, সুন্দৰীদিয়ালৈ বাৰ্তা পঠোৱা হ'ল। বাৰ্তা পাই পুৰুষোত্তম ঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ, হৰিচৰণ ঠাকুৰ, ৰামচৰণ ঠাকুৰ, নাৰায়ণ দাস ঠাকুৰ আতা, বুঢ়া আতা, মনপুৰ ভাণ্ডাৰী সকলোৱে গৈ গুৰুজনাক লগ ধৰিলে। ঠাকুৰ আতাই গুৰুজনাক ক'লে, “বাপ, মোকো লগতে নিয়ক।” গুৰুজনে ক'লে, “সখি, তুমি ইয়াতে থাকা; তুমি গ'লে ই ৰাজ্য, সি ৰাজ্য তিনি ৰাজ্যৰ সেৱকে কথা সুধিব কাক? শ্ৰীৰামচন্দ্ৰই বৈকুণ্ঠলৈ গ'ল আৰু হনুমন্তক থৈ গ'ল ভক্তি ধৰ্ম ৰখিয়াকৈ। কৃষ্ণদেৱে গ'ল পৃথিৱী এৰি পৰম তত্ত্ব উদ্ধৱত থৈ। এতেকে সখি তুমি গুৰুধৰ্ম চলাই থাকা। ওপৰত সূৰ্য্যৰ তাপ, মূৰত জয়চৰু আৰু তলত পেঙ্গুলীয়া সাপ, তথাপি পিতৃয়ে সাহস নেহেৰুৱায়। এতেকে তুমি থাকা। সত্ৰ নাপাতিবা, আৰু উদাসীনক ঠাই নিদিবা।” ৰামচৰণ ঠাকুৰে দুখ মনেৰে ক'লে, “আগতে জনা হ'লে মামাক ৰখাৰ কিবা উপায় কৰিব পৰা হ'লহেঁতেন। তথাপি কামৰূপৰ লোকৰ প্ৰতি বিধি অপ্ৰসন্ন হ'ল। গোকুলৰ মথুৰালৈ যাওঁতে যেনেকৈ গোপীৰ দুৰ্দিন আৰু মথুৰা নগৰীৰ সুদিন হৈছিল, আমি অভাগীয়াৰো তেনেই হৈছে।” গুৰুজনাই ৰামচৰণ ঠাকুৰক দহ তোলাৰ সাতসঁৰীয়া হাৰডাল দিছে। সেই হাৰডাল গুৰুজনাক কলিয়া দলৈয়ে দিছিল। গুহ্যতৰ, ৰাজগুহ্য কথা গুৰুজনে ঠাকুৰ আতাক ক'লে আৰু আতাৰ পৰাও ল'লে। আৰু গুৰুজনে ৰামচৰণক ক'লে, “ৰামচৰণ, মহাপুৰুষ গুৰুজনে মোক কীৰ্ত্তন ঘোষা পুথিখন গোটাব দিছিল, মই গুৰুবাক্য ৰাখিব নোৱাৰিলো, তুমিয়ে গোটাই দিবা।”

২-২৮-৭ মনপুৰ ভাণ্ডাৰীয়ে গুৰুজনাৰ পৰা শিশিৰ পছৰাখন বিচাৰিলে, দিয়ক বুলি। গুৰুজনাই ক'লে, “মই এই বৃদ্ধ কালত প্ৰবাস খাটিবলগীয়া হ'ল, আন পছৰা দুখনকে দিওঁ, তথাপি এইখন নধৰিলা।” মনপুৰে ক'লে, “বাপ, সেইখনেই মোক লাগে।” সেই পছৰাখন এফালে ল'লে জাৰত ঘাম ওলায় আৰু আনফালে ল'লে গৰমত শীত লাগে। গুৰুজনে পুনৰ ক'লে, “আন কানি-কাপোৰ দিওঁ, নিয়া।” মনপুৰে ক'লে, “বাপ, আন কাপোৰ দহখন দিলেও মোক

নালাগে।” গুৰুজনে ক'লে, “গৰম আৰু শীতত এইখনেই মোক লাগে, এইখন নধৰিবা।” মনপুৰে ক'লে, “বাপ, দিলেহে ভাল।” গুৰুজনে ক'লে, “মনপুৰ, মোৰ মনত সন্তোষ লগাই কাম-বন কৰিছিলা, এতিয়ানো কিয় নিৰ্দয় হ'লা?” পাছত গুৰুজনে মনপুৰক পছৰাখন দি ক'লে, “কামৰূপীয়া কি নিদাৰুণ, গাৰ ছালখনকো কাঢ়ি লয়।” পাছত গুৰুজনে ঠাকুৰকেইজনক শিকাই বুজাই বোধ দিলে আৰু ঠাকুৰ আতাকো প্ৰবোধ দিলে। ঠাকুৰ আতাই গুৰুজনাৰ ভৰিত পৰি সেৱা কৰি ক'লে —

“আউৰ কি আহিবা নন্দৰ পুৰ।
কৈ সানি দেখিব মুখ প্ৰভুৰ।।”

তাৰ পাছত গুৰুজনে নাও মেলি গ'ল।

**২-২৮-৮** গুৰুজনাৰ গাঁও খাগৰি কটাৰ ঘাটত ৰ'ল। ভকতসকলে খৰি, পাত বিচাৰি হাবিত সোমাল। তেওঁলোকে মাখি-মৌ এবাহা পাই আনি গুৰুজনাক দিলে। গুৰুজনে হৰিবল্লভ আতৈক অলপ গুৰা খুন্দিব ক'লে। আতৈয়ে গুৰা খুন্দিলে। উৰালত মৌ মিলাই বাটলু গুটিৰ সমান লাৰু কৰি গুৰুজনে সকলোকে ভগাই দিয়ালে। সকলোৱে লাৰু ভোজন কৰিছে। গুৰুজনে ক'লে, “তোমালোকে মৌ ভোজন কৰিলাইঁক, আৰু মই মৌ টুপীয়া ঘোষা ৰচনা কৰো।” এইবুলি গুৰুজনে ঘোষা পটল ৰচনা কৰি গালে —

“ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম হৰি হৰি।
ৰামতে ৰমোহোঁ অবিৰাম ৰাম ৰাম।।”

ভকতে ক'লে, “বাপ, আমি পালো, খালো, গ'ল আৰু আপোনাৰ বিদ্যাৰ ৰচনা চন্দ্ৰ-সূৰ্য্য থকালৈকে থাকিব।

**২-২৮-৯** তাৰ পৰা গৈ গুৰুজনে বঠাপোতা ঘাটত ৰ'ল। ভকতে গা ধুবলৈ গৈ দেখিলে নলেৰে ভৰা তৰাং পিটনি এটাৰ মাছবোৰ অসংখ্য পক্ষীয়ে খাব লাগিছে আৰু ডাঙৰ মাছবোৰ বোকাত পৰি আছে। তাকে দেখি ভকতে বলে পৰা ডাঙৰ মাছবোৰ বোকোচা বান্ধি আনি দ'ম কৰিলেহি। গুৰুজনে ক'লে, “মোৰ গুৰুধৰ্মত পছু, পক্ষী, মাছ হত্যা, জীৱ হিংসা ধৰ্ম বাধা, আৰু ময়ো তোমালোকক কোৱা নাই, তেন্তে কিয় জীৱ বধ কৰিলা?” ভকতে ক'লে, “বাপ,

পিটনিতো শুকালে কালি পৰহিলৈ মাছবোৰ এনেয়ে মৰিলহেঁতেন আৰু মাছবোৰ অনেক পক্ষীয়ে খাই আছিল।" তেতিয়া গুৰুজনে এটি দৃষ্টান্ত দিছে – "এজন ব্ৰাহ্মণৰ টান নৰিয়া হোৱাত তেওঁক ঘৰৰ বাহিৰ উলিওৱা হ'ল। ব্ৰাহ্মণে এটা উশাহতহে আছিল। এনেতে এজন লোকে ব্ৰাহ্মণক টাঙোন মাৰি মাৰিলে, তেতিয়া লোকজনৰ ব্ৰহ্মবধ পাপ নালাগিবনে?" ভকতে ক'লে, "বাপ, সেৱক গুৰুৰ বাবেহে মাছবোৰ অনা হৈছে, দেহৰ তৃপ্তিৰ অৰ্থে অনা নাই।" গুৰুজনে ক'লে, "ভকতৰ পদে ৰামে কৰন্ত অন্যায়, এই ভাবত অৰ্থ কৰিলে গা বৈছে।" তাতে ভোজন কৰি গৈ তেওঁলোকে সাৱধানী ঘাটত ৰ'ল।

২-২৮-১০ সাৱধানী ঘাটত গুৰুজনে ভকতক ক'লে, "সকলোটি ভকতে যোৱাহঁক আৰু নদীত স্নান শুদ্ধি কৰি খৰি-পাত কি পোৱা আনা।" ভকতসকল গ'ল। ভকতে যোৱাৰ পাছতে গুৰুজনে খৰি-পাত যোগাৰ কৰি, চৌকা-খলা শুদ্ধ কৰি, স্নান কৰি, টৌটি ধুই লেও দি চাউল ধুই শাক-পাত কুটি ভাত ৰন্ধাত লাগিল। আতৈসকলে আহি দেখি গুৰুজনাৰ ভৰিত পৰি সেৱা কৰি ক'লে, "বাপ, এনে ছলনা কৰিছে কিয়?" আমি মৰিলো, আমাৰ সৰ্বনাশ হ'ল। তেতিয়া গুৰুজনে গীত ৰচনা কৰি গাইছে –

"ৰাম গোসাঁই চিন্তহু মন মেৰি .............।"
"ৰামক বাণী চিন্তহু মন ভাই ............।"
"মই সেৱহু ৰাম চৰণ দুজা .............।"

গুৰুজনে আৰু ক'লে, "কৃষ্ণদেৱে কৈছে –

"মোৰ গুৰু ভকতেহে স্বৰূপ স্বভাৱ।
যেন বায়ু আকাশৰ নাই ভিন ভাব।।
সৰ্ব তত্ত্ব ভকতক মই গুৰু মানো।
ভকত গুৰুত বাদে আনক নাজানো।।

তাতে ভোজন কৰি তেওঁলোক গ'ল। কিছুদূৰ গৈ গুৰুজনে ভকতক সুধিলে, "ভাত খোৱা ঠাই অঁতালানে?" ভকতে ক'লে, "বাপ, অঁতোৱা নহ'ল, আমিনো তাত গৈ কাহানি ভাত খাম?" গুৰুজনে ক'লে, "নহয়, তালৈ ব'লাহঁক।" ভকতে ক'লে, "বাপ, এটা মেচ পাৰ হৈয়ে আহিলো।" গুৰুজনে ভকতক পুনৰ

তালৈ নাও নিবলৈ ক'লে। তেতিয়া তেওঁলোকে উজাই গৈ আগৰ ভাত খোৱা ঠাই অঁতালে। গুৰুজনে ক'লে, "হেৰা, ইয়াৰ পৰাই কত জীৱ দুখত পৰিলহেঁতেন আৰু লোকে ক'লেহেঁতেন, 'কোনোবা অশৰণীয়া লোকে ইয়াত ৰৈছিল।' আৰু এতিয়া ক'ব 'সন্ত-মহন্তই ৰৈছিল'।" তাৰ পৰা গৈ তেওঁলোকে আৰিকাটি ঘাটত ৰ'ল।

· **২-২৮-১১** আৰাকাটি ঘাটৰ ঠাইখনক লুহিয়াও বোলে আৰু বটাবাৰীও বোলে। তাৰে পৰা গুৰুজনে নাওৰ পৰা উঠি দোলাত উঠি বামেৰে গ'ল। তুলসীৰাম আতৈ, দিনবৈ নাৰায়ণ, গঙ্গাৰাম, ঢঙ্গিয়া গোপাল, এই চাৰিজন দোলাভাৰী। চাৰিজন দোলাভাৰী, গুৰুজন আৰু নিজৰো দ্ৰব্য বস্তু যদুমণি আতৈয়ে ভাৰ বান্ধি নিছিল। বিপৰীত ফালৰ পৰা ৰঘু ৰজাই আহি আছিল। এটি দ খাবৈ আছিল, তাতে গুৰুজনৰ দোলাখন থৈ কাপোৰেৰে আঁৰ দি দোলাভাৰী চাৰিজন বহিল। ৰজাৰ লগত অহা বলাই আৰু নৰসিংহ আতৈয়ে গুৰুজনাক দেখি ঘোঁৰা দূৰতে ৰাখি নামি আহি গুৰুজনাক সেৱা কৰিলে। চ'ত মাহ, বৰ গৰম, তেওঁলোকৰ মুখবোৰ শুকাইছিল। গুৰুজনে দেখি তেওঁলোকক টেঙা বগৰি খাবলৈ দিলে। তেওঁলোক দুজনে বগৰি খালে আৰু তৃষ্ণাৰ পৰা সকাহ পাই গুৰুজনাক ক'লে, "বাপ, আমি দাস ভৃত্যৰ বাহাতে যেন আজি ৰয় আৰু আমি এতিয়া যাওঁ, ৰজাই আমাক বিচাৰিব।" এইবুলি দুয়োজন আতৈ গ'ল। গুৰুজনে গৈ সিদিনা তেওঁলোকৰ ঘৰতে ৰ'ল। সেইদিনা একাদশী হেতু গুৰুজনে ভোজন নকৰিলে। ৰাতিপুৱাই বলাই আৰু নৰসিংহ আতৈয়ে ঘৰলৈ গৈ স্নান কৰি গুৰুজনাক সেৱা কৰিলে আৰু ক'লে, "বাপ, কালি চাউল সিজোৱা নহ'ল একাদশী হেতু, আজি এমুঠি সিজোৱা যাওঁক।" গুৰুজনে তেওঁলোকক ক'লে, "এটা বস্তু খুজিলে দিম বুলি কোৱা।" তেওঁলোকে ক'লে, "বাপ, আপোনাক দিবলৈ আমাৰ কি আছে, আমাৰ দেহাও আপোনাৰ চৰণত অৰ্পণ কৰিছো।" গুৰুজনে ক'লে, "তোমালোকৰ মাজত যি অসূয়া আছে তাকে দিয়া।" এইবুলি গুৰুজনে আঁচল পাতিলে। তেওঁলোকে ক'লে, "বাপ, দিছো আৰু।" গুৰুজনে আঁচলখন তিনিবাৰ চপাই-কোচাই লৈ তাৰ ওপৰত টোকৰ মাৰিলে। তেতিয়া তাৰ পৰা জুই আৰু ধোঁৱা উৰি গ'ল। গুৰুজনে ক'লে, "আজিৰে পৰা

তোমালোকৰ মায়া মই লৈ ছুঁই-মাটি কৰি শুদ্ধ মত ধৰ্ম বস্তু তোমালোকক দিছো।" তেতিয়া দুয়োজন আতৈয়ে গুৰুজনাৰ চৰণত পৰি সেৱা কৰি উঠি আকৌ দুজনে পৰস্পৰে সেৱা কৰিলে। তেতিয়াৰে পৰা দুয়োজনৰে মাজৰ দন্দ গুচি সৎভাৱ হ'ল। দুয়োজনে একেলগে ৰজাৰ ওচৰলৈ যায়, একেখন তামোল দুয়োজনে ভগাই খায় আৰু পাছত সীমাৰ ভলুকা বাঁহো কটাই পেলালে।

২-২৮-১২ এদিনাখন গুৰুজনে কেহো হাজাৰা আতৈৰ ঘৰলৈ গৈছে। আতাই গুৰুজনাক আগবঢ়াই নি আসনত বহুৱাই গুৰুজনাৰ পদ ধুই পাদোদক লৈ গন্ধ, পুষ্প, ধূপ-দীপ লৈ পূজা কৰি সেৱা কৰিলে। আতৈয়ে প্ৰাৰ্থনা কৰি ক'লে, "বাপ, কি কাৰণেনো আহিল?" গুৰুজনাই আতাক ক'লে, "তোমাৰ ধন বস্তু যি আছে সকলো মোক দিয়া।" আতৈয়ে আনন্দ মনেৰে সোণ, ৰূপ, কঁাহ, পিতলৰ বস্তু যি আছিল সকলো গুৰুজনাৰ আগত দমালে। গুৰুজনাই ক'লে, "আৰু আছেনে নাই?" আতৈয়ে ক'লে, "বাপ, দাস-দাসীৰ হাতত-কাণতহে আছে।" গুৰুজনে বস্তুবোৰ তিনিভাগ কৰিব ক'লে। আতৈয়ে ক'লে, "বাপ, কেলৈ, আপুনি সকলো নিয়ক, আপোনাৰ কৃপাতে হ'ব সকলো।" গুৰুজনে ভাগ কৰাৰ কথা পুনৰ ক'লে। আতৈয়ে বস্তুবোৰ তিনিভাগ কৰিলে। গুৰুজনাই আতৈক ক'লে, "ইয়াৰ এভাগেৰে ৰজাৰ জঞ্জাল মাৰিবা, এভাগেৰে পুত্ৰ-ভাৰ্য্যা পালিবা আৰু মোৰ ভাগ তিনিও ৰাজ্যৰ দুখীয়া ভকতক দিবা। আৰু এতিয়া সকলো থোৱা নি। মোৰ ভাগ মই পালো।" আতাই দুখ কৰি ক'লে, "বাপ, এইবোৰ কিয়নো উলিয়ালো, ইয়াৰ কিছু আপুনি নিয়ক।" আতৈয়ে স্তুতি নতি কৰি বৰকৈ ধৰাত তাৰে পৰা পাঁচটি টকা গুৰুজনাই ল'লে। আতৈয়ে সকলো বস্তু ঘৰত সামৰি থ'লে। পাছত আতৈয়ে গুৰুজনালৈ দিয়া ভাগৰ পৰা যিজনে যি বিচাৰে তাকে দিছে।



# ঊনত্ৰিংশ অধ্যায়

২-২৯-১ গুৰুজনে বলাই আৰু নৰসিংহ আতৈক ক'লে, "হেৰা, মই ৰঘুৰজাৰ ৰাজ্যত নাথাকো বুলি আহিছো। বেহাৰৰ লক্ষ্মী ৰজাৰ ৰাজ্যলৈ মোক কেনেবাকৈ পঠোৱা। তেতিয়া বলাই আৰু নৰসিংহই ভৃগু পাগুাক ধৰিলে আৰু ক'লে, "প্ৰভু, গুৰুজন যাব খোজে লক্ষ্মীনাৰায়ণ ৰজাৰ ৰাজ্যলৈ, আপুনি সীমাৰ চকীত গুৰুজনক এৰুৱাই দিব লাগে। সোণকোষ নদী দুয়োখন ৰাজ্যৰ সীমা। সীমাত বৰ চোকা পহৰা। আৰু ভৃগু দুয়োখন ৰাজ্যৰে পুৰোহিত। ভৃগুৱে সুধিলে, "লোক কেইজন?" এওঁলোকে ক'লে, "ছয়জন, চাৰিজন দোলাভাৰী, এজন ভাৰী আৰু গুৰুজন।" পাছত ভৃগু পাগুাই গৈ চকীৰ পহৰাদাৰক ধৰিলে, "মোৰ বৃদ্ধ শহুৰ, তেওঁ মোৰ ঘৰ আৰু ঘৰৰ লোকক চাক খোজে, তেওঁক লৈ আহো, তুমি বা কি কোৱা?" পহৰাদাৰে ক'লে, "বাৰু, পুৱা দোকমোকালিতে আহিব।" শেষ নিশাই আহিছে গুৰুজনে। বলাই আৰু নৰসিংহই নাও যতনাই থৈছিল। পুৱাৰ পোহৰ হোৱাৰ ভয়ত দোলাভাৰী চাৰিজনে বেগাই গৈছিল। যদুমণি আতৈৰ ভাৰ গধুৰ, ছয়জনৰ ভাৰ। গুৰুজনে ক'লে, "শিলৰ পতাখন পেলাই দিয়া।" যদুমণিয়ে ভাৰখন থৈ পতাখন উলিয়াই থ'লে। পিছত ভাবিগুণি চাই মনতে ক'লে, "গুৰুজনাৰ বৃদ্ধ কালত বটন নহ'লে ভোজন নহয়।" এইবুলি তেওঁ পতাখন বোকোচাত বান্ধি আনিছে। তেওঁলোকে পহৰা চকী পাই নাওত উঠিল। সিপাৰলৈ গৈ তেওঁলোকে দেখিলে নদীৰ পাৰ একেবাৰে বোকাময়। তেওঁলোকে উত্তৰ ফালৰ গৰাৰে পাৰত উঠিল। সেই সময়ত সূৰ্য্য উদয় হৈছিল। বাকী সকলো লোকে গুৰুজনাকো সূৰ্য্য যেন দেখিলে। এনে অদ্ভুত দৃশ্য দেখি তেওঁলোকে ক'লে, "দুটা সূৰ্য্যৰ উদয় হ'ল নেকি?" গুৰুজনাৰ বৰ মাহাত্ম্য দেখি নাওৰীয়াই একো বেচ নল'লে। গুৰুজনে গৈ সেইদিনা ভৃগুৰ ঘৰত ৰ'ল। পিছদিনা ৰাতিপুৱা গুৰুজনে ভৃগুৰ পৰা বিদায় মাগিলে। ৰাজগুৰুৱে গুৰুজনাক পাঁচটি টকা আৰু কাপোৰ এযোৰ দি সেৱা কৰিলে। গুৰুজনে ভৃগুক ক'লে, "তুমি মোক ইয়ালৈ

আনি বৰ ডাঙৰ কাম কৰিলা, সেয়েহে মই তোমাক কিবা দিব লাগে; এইবোৰ দিছা কিয়?" ভৃগুৱে ক'লে, "বাপ, স্বভাৱতে আমি পৰৰ খোৱা ব্ৰাহ্মণ, আগলৈও যেন আপোনাক দিবলৈ মোৰ হাত যায়" এইবুলি ভৃগুৱে গুৰুজনাক সেৱা কৰিলে। তাৰ পৰা গৈ গুৰুজনে ভৃগুৰ ভাতৃ সন্তেৰে ঘৰত ৰৈছে। তাতে কপিলকোষ আতৈয়ে আহি গুৰুধৰ্ম ধৰিছে। গুৰুজনে কপিলকোষ আতৈক পাঁচটি ঘোষা ৰচনা কৰি দি ক'লে, "এই ঘোষা পুৱা-গধূলি গাবা।"

শাস্ত্ৰ গুৰু সবে শিষ্যক কৃপায়ে শুদ্ধ উপদেশ দিব
শিষ্য সবে শুদ্ধ ভাৱে নাচাৰিলে তাৰা সবে কি কৰিব?

ইয়াৰ পাছতে গুৰুজনে আৰু চাৰিটি ঘোষা ৰচনা কৰি দিছে।

২-২৯-২ গুৰুজনে চাউল সিজাবলৈ গৈ ক'লে, "বৃদ্ধ কালত বটন নহ'লে ভোজন কৰিব নোৱাৰি আৰু যদুমণিয়ে ভাৰখন বলে নোৱাৰাত পতাখন পেলাই আহিল, আজি ভোজন নকৰো।" তেতিয়া যদুমণিয়ে গুৰুজনাৰ আগত আঁঠু লৈ ক'লে, "বাপ, পতাখন অনা হৈছে।" গুৰুজনে তেওঁ পতাখন পেলাব কোৱা কথাটি দোহাৰিলে। যদুমণিয়ে ক'লে, "বাপ, আপোনাৰ বাক্য ৰাখি পতাখন মাটিত থৈ ভাবিলো, আপুনি কেনেকৈ ভোজন কৰিব, এই ভাবি পতাখন বোকোচাত লৈ আহিছো।" গুৰুজনাই ক'লে, "যদুমণিয়ে মোৰ মনৰ কথা বুজে। গোপীসকলে কৃষ্ণক কৈছে –

ভৈলোহো বশ্য মই তোমাসাৰ।
সূচিৰ কাণে শুজা নাযায় ধাৰ।।"

২-২৯-৩ আৰু তাত ভোজন কৰি গৈ গুৰুজনে তেলী কৃষ্ণ আতৈৰ ঘৰত ৰৈছে। আতৈয়ে মহা ভক্তিভাৱে গুৰুজনাক সেৱা-শুশ্ৰূষা কৰিছে। তাত তিনিদিন ৰৈ তাৰ পৰা গৈ তেওঁ মাইতৰা গোপালৰ তাত ৰৈছে। গোপাল বীৰু কাজীৰ বৰ খাটনিয়াৰ। তেওঁ বীৰু কাজীক ক'লে, "তোমাৰ ঠাইলৈ এজন মহা মহন্ত আহিছে, কামৰূপৰ পৰা।" বীৰুৱে সন্যাসীক মানে। তেওঁ কেনে মহন্ত সুধিলে। গোপালে ক'লে, "তেওঁ মাছ, মাংস, পশু, তেল, খাৰ, আৰৈ চাউল নাখায়; কাঁথা-খন্তা নাৰাখে, দাড়ি নাৰাখে, অতি ভোজন নকৰে, নিৰামিষ খায়, বৰ বিশিষ্ট লোক তেওঁ।" কাজীয়ে ক'লে, "বাৰু, ব্ৰহ্মোত্তৰ ভূমি দি তেওঁক ৰখা

হ'ব।" বীৰুক তেনেকৈ কৈ আহি গোপালে গুৰুজনাক ক'লে, "বাপ, আপোনাৰ কাৰণে বীৰু কাজীত খাটনি ধৰি আহিছো। ৰজা নাথাকিলে ৰাজ্যত তেৱেঁই ৰজা।" গুৰুজনে গোপালে বীৰুক কি কৈছিল সুধিলে। তেওঁ ক'লে, "বাপ, এনেকৈ ক'লো।" গুৰুজনে ক'লে, "হেৰা গোপাল, তুমি দেখোঁ মোৰ গুৰু ধৰ্মৰ সৈতে মোক ঢাকিলা। বৃদ্ধ শৰীৰ, বায়ু ৰোগে ধৰে বাবে উখোৱা চাউল খাওঁ, আমিষ খাদ্য নোহোৱা বাবে তেল খোৱা নাই এই আঠ দিন আৰু দাড়ি নুখুৰোৱাকৈ স্নান নকৰো, সেই বাবেহে।" এইবুলি কৈ গুৰুজনে গোপাললৈ পিঠি দিলে। তাৰ পৰা গৈ গুৰুজনে ৰাম আতৈৰ বাৰীত ৰৈছে। আতৈয়ে পৰম শ্ৰদ্ধা কৰি বাৰীতে গৃহ সজাই দিছিল, আৰু গুৰুজনে তাতে আছে। আতৈয়ে বাৰীত হেঁদালি দি লাউ গছ তুলি দিছিল। তাৰ তল আতৈয়ে সদায় মচে, আৰু গুৰুজনে ভক্তৰে সৈতে তাৰ তলত বহি হৰি কথা চৰ্চা কৰে পিছবেলা। এদিন মইতৰা গোপালে সকলো ভক্তৰ দ্বাৰা গুৰুজনাক ধৰিলে তেওঁৰ তাত যাবলৈ। আৰু গোপালে গুৰুজনাক একাদশ শাস্ত্ৰৰ পদৰ ব্যাখ্যা সুধিছিল। গুৰুজনে ক'লে, "ই গোপালে মোক কি পদৰ ব্যাখ্যাৰ কথা সোধে, মই দেখোঁ ভকতিৰ গুৰি দুইহাতীয়া 'কোৰাণ' লিখি থৈছো।" তেতিয়া ৰাম আতৈয়ে গুৰুজনাক ক'লে, "বাপ, গোপালে নহয়, আমিহে প্ৰাৰ্থনা কৰি সুধিছো।" গুৰুজনে ক'লে, "লাউ গছডাল ৰুইছা গোবৰ-জাৱৰ দি। তাৰ পৰা ভকতে লাউ-পাত ভোজন কৰিছে। লাউ চাৰিটা বুঢ়া কৰিছা লাউলোটাৰ বাবে। সেই লাউজোপা আন ঠাইত নি গোবৰ-জাৱৰ দি ৰুলে হ'বনে, জীৱনে?" তেতিয়া সকলো ভকতে প্ৰাৰ্থনা কৰি গুৰুজনাক ক'লে, "বাপ, তৰ্কিব নোৱাৰি ভাল বুলি ক'লো, পিছে বেয়াত পৰিল, এইবাৰলৈ আমাক ক্ষমা কৰক।" তেনেকৈ ধৰাত গুৰুজনে ক্ষমা কৰিছে।

২-২৯-৪ আৰু বিষ্ণু আতাই চাৰিজন ভকতৰ সৈতে গুৰুজনাৰ লগত চকীত পাৰ হ'ব নোৱাৰিলে। তেওঁলোকে বিজয়পুৰত হাবিৰ মাজেৰে গৈ ভুৰ সাজি সোণকোষ নদী পাৰ হ'ল। নদী পাৰ হৈ তেওঁলোকে এজোপা গছৰ তলত বহিল চাৰিওফালে চাৰিওজনে গছত পিঠি দি। ভোকত আটাইৰে গা নৰয়, উঠিবকে নোৱাৰে। এজনে ক'লে, "হেৰা, কাৰ লগত কি আছে বিচাৰ কৰা।" বিচাৰি চাই দেখিলে বিষ্ণু আতাৰ কঁকালৰ গাঁঠিত একঠা চাউল আছিল।

সেই চাউল এটি দুটিকৈ তেওঁলোকে পানীৰ সৈতে খালে। শৰীৰ জুৰ পৰিল। পিছদিনা পুৱা তিনিপৰ বেলাত গৈ তেওঁলোকে গুৰুজনাক সেৱা কৰিলে। ৰামৰাম আতৈয়ে তেওঁলোকক সিধা পাত্ৰ দি ভোজন কৰালে।



# ত্ৰিংশ অধ্যায়

**২-৩০-১ বদলা আতাৰ চৰিত ঃ** বদলা আতাৰ উপৰিপুৰুষৰ গৃহক মুনিকুণ্ডিলৰ গৃহ বুলিছিল। মুনিকুণ্ডিলৰ পুত্ৰ সুবৰাজ, সুবৰজাৰ পুত্ৰ যুৱৰাজ, যুৱৰাজৰ পুত্ৰ নকুলহৈ, নকুলহৈৰ পুত্ৰ সাম চোমদোৰ, তেওঁৰ পুত্ৰ গোপাল চোমদোৰ, গোপাল চোমদোৰৰ পুত্ৰ তিতা চোমদোৰ; তিতা চোমদোৰৰ ভাতৃ নৰ চোমদোৰ, নৰ চোমদোৰৰ পুত্ৰ চম্পা চোমদোৰ আৰু তেওঁৰ পুত্ৰ বদলা (পদ্ম) আতা। বদলা আতাৰ জ্যেষ্ঠ ভাতৃ শঙ্কৰদাস।

২-৩০-২ বদলা আতাৰ জন্ম ঠাই বৰনাৰায়ণপুৰ। খেল বাৰুৱতি। আতাৰ আঢ়ৈ বছৰ বয়সত পিতৃ ঢুকায়। মাকে পুত্ৰ শঙ্কৰাদাস আৰু আতাক লৈ গ'ল গহপুৰৰ ভায়েকৰ ঘৰলৈ। তাতে ডাঙৰ হ'ল আতা। সৰুতে আতাই মোমায়েকৰ ঘৰৰ গৰু ৰাখিছিল। গৰু চৰাওতে এদিন গৰু মেলি দি আতাই শুলে সুহাইৰ আহত গছৰ তলত। গৰুৱে গৈ হয়বৰ কাথৰ ধান খালে। কাথে খেদি আহি গৰখীয়াসকলক ধৰিলে। সিহঁতে ক'লে, "হৈধনৰ ঘৰৰ গৰুৱে খালে আৰু গৰখীয়াজন তাত শুই আছে।" কাথে খং কৰি গালি পাৰি আতালৈ খেদি গ'ল আৰু দেখিলে বতাহী সাপ এডালে দলাৰ সমান ফেট তুলি আতাক ছায়া দি আছে। তেওঁ আতাক মাৰক ছাৰি ভয় খাই দৌৰি গৈ আতাৰ মাতৃক ক'লে ল'ৰাক সাপে খাই মাৰিলে বুলি। মাক, দদায়েকে হিয়া ঢাকুৰি আহি আতাক চালে আৰু সাপ আঁতৰিল। আতাই সাৰ পাই উঠি সুধিলে, "কি হ'ল?" মাক-দাদাকে চাই চিন্তি আতাক লৈ আহিল।

২-৩০-৩ আৰু এদিন ব্ৰহ্মপুত্ৰৰ চাপৰি লইয়াত আতাই গৰু চাৰিছিল। সেই চাপৰিতে কুমাৰে নাও চপাই চৰু সলাইছে। আতা সেই নাওৰ টিঙৰ ওপৰত উঠি শুলে। চ'ত মাহ, বৰ ৰ'দ। কুমাৰে দেখিলে সৰ্প আহি অনন্ত ফেনাৰে আতাক ছায়া কৰি ধৰিছে। আতাক মাতিলত, আতা উঠিল আৰু সাপো পানীত লুকাল। কুমাৰসকলে ক'লে, "এওঁ শুদা মানুহ নহয়, ঈশ্বৰৰ অংশ হে কোনোবা আহিছে।"

২-৩০-৪ আৰু এদিন আতাই হৰাইৰ আহত গছৰ গুৰিত শুলে। বেলি ঘূৰি আতাৰ গাত ৰ'দ পৰিল। জেঠ মাহ। বিয়াগোম পক্ষী এটাই পাখি মেলি আতাক ছায়া দি আছিল। গৰখীয়াই গৰু চপাবলৈ আহি তাকে দেখি হৈ হাল্লা কৰিলে। পক্ষীটিয়ে উৰা মাৰিলে। ল'ৰাহঁতে আশ্চৰ্য্য-অদ্ভুত মানিলে। সিহঁতে মিলি আতাক দলপতি পাতিলে আৰু আতাৰ আজ্ঞাতে সিহঁতে চলিব ল'লে।

২-৩০-৫ আৰু এদিন শুকানাৰ মাটিত ল'ৰাহঁতে গৰু মেলিছে। আহিন মাহ, বৃষ্টি আহিল। আটায়ে সাউৰা গছৰ তলত সোমাল। আতাই ক'লে, "সাউৰা গছৰ ছাঁ ল'ব নাপায়, নাযাওঁ মই।" সকলো ল'ৰা তিতি কাপোৰেৰে জোল ব'লে। আতাৰ গা নিতিতিল। ল'ৰাহঁতে ক'লে, "নৰনাতি গোসাঁই, ছদ্মকৈহে নৰৰূপ ধৰিছে।"

২-৩০-৬ আৰু এদিন হৰাইদত ল'ৰাহঁতে গৰু চাৰিছে। বৰ দ' ঠাই, গছ-গছনি নাই, মুকলি। ল'ৰাহঁতে ছায়া ছায়া কৰি চিন্তা কৰি আছে। পাছত মেঘে ছাঁ দি ছাতি ধৰাদি ৰৈছে। তাকে দেখি ল'ৰাহঁতে ক'লে, "নৰনাতিয়ে কিবা জানে হ'বলা!"

২-৩০-৭ আৰু আতাই সদা-সৰ্বদা বালি-ধূলিৰে কৃষ্ণৰ মূৰ্ত্তি সাজি ফুল-জলেৰে পূজি যি নাম আহে তাকে গায়। বতৰীয়া ফল আম, কঁঠাল, জৰা টেঙা, প্ৰসাদ ৰূপে দি নাম গাই আটায়ে বাঁটি খায়। পাছত লাঙ্গলীয়া ডফলাই গাঁওত উৎপীড়ণ লগালে। আতাৰ মাতৃৰ নাম সত্যা। সত্যা আইৰ ভনীয়েকৰ নাম মইন্দ্ৰী। মইন্দ্ৰীক কন্নপুৰত বিয়া দিয়া হৈছিল। সত্যা আই দুই পুত্ৰৰে সৈতে কন্নপুৰলৈ গ'ল। তাতে দুই বছৰ থকাৰ অন্তত আই ঢুকাল। আতাই দদায়েকৰ সৈতে ক্ৰিয়া-কৰ্ম কৰিলে। পাছত পূৰ্বৰ গাঁওৰ ওজা-বৰাই আহি দুয়ো ভাতৃকে নি আগৰ গৃহ-বাৰীতে ঘৰ সাজি দি ৰাখিলে আৰু শঙ্কৰদাসকো আধাপোৱাৰ পাইক ধৰিলে। আটায়ে মিলি পাছত শঙ্কৰদাসলৈ এক কন্যা বিবাহ কৰাই আনিলে আৰু আতাক পাইক খাটিব নিলে, দদায়েকে পঠালে। বয়স কম হেতু দয়া কৰি সিহঁতে আতাক বাহাতে থ'লে। আতাই সিহঁতৰ চাউল সিজায় আৰু গাই পতি সিহঁতে হিদল, মুকুতা আনি দিয়ে আৰু আতাই তাক ৰান্ধে উচ্‌পিচ্‌কৈ। সিবোৰ ৰান্ধি আতাই গা ধুই তিনি চাৰি দিনৰ মূৰত টৌত ৰান্ধি এসাঁজ খায়। আতাই কেতিয়াবা খায় আৰু উপবাসে থাকে কেতিয়াবা। পাছত উপায় নাপাই এদিন গা ধুই আহোঁতে

আতাই বাৰীৰ আগত লগাই কুকুৰৰ বিষ্ঠা লৈ আহিছে। তাকে দেখি সকলোৱে খিংখিঙাই উঠি ক'লে, "এইবোৰ কিয় আনিছা?" আতাই ক'লে, "তোমালোকে খোৱাবোৰো ইয়াৰ লগৰে।" সিহঁতে ক'লে, "ই কালিৰ ল'ৰা, কুৰিজন লোককে নিন্দা কৰে, দয়া কৰি খাব দিয়াৰ যহত।" দুপোৱাৰ পাইকে আতাক টানকৈ ধৰি ক'লে, "বাহিৰৰ কৰ্মলৈ ওলোৱা। ও মই সজভাৱে ভাবিলো বাহাত থাকক, চাও মতাৰ চিন তাৰ; বাৰূৰতি কৰি দিলো ইয়াক।" হিংসা কৰি আতাক বাৰূৰতি কৰা হ'ল। আতাই বাৰূৰতি খাটিছে ছয়মাহ। একশ ল'ৰাৰ মাজতে আতাই পাক-চক্ৰ কোৱাই বাৰূ চাট দি ওলাল সকলোতকৈ আগত। পাছত এদিন চাম্তা বৰুৱাই মাতি নি আতাক প্ৰশংসা কৰি শলাগিলে; কিন্তু কিছু মাননি নাই, ৰেহাই নাই।

২-৩০-৮ আৰু এদিন চাম্তা বৰুৱাই বাৰূৰতিৰ লেখ দিলে ফুকনক আৰু লগতে পামৰ চাউলো শোধাইছে। বাৰূৰতি সকলক চাই ফুকনে ৰঙতে ক'লে, "বাৰু ইয়াৰে দুমোনীয়া চাউলৰ টোপোলাটো দাঁতেৰে কামুৰি বাৰূ চাট মাৰি যিজনে নিব পাৰে তাকে মই কাগজত লিখি দি পাইক এৰিম।" তেতিয়া ৰিণায়ে চাট মাৰিলে আৰু টোপোলাটো পানীপাচত পৰিল। তাৰ পাছত হিনায়ে চাট মাৰিলে আৰু টোপোলাটো মাজপাচত পৰিল। তাৰ পাছত আতাই উঠি পাক-চক্ৰ দি বাৰূ চাট মাৰি দাঁতেৰে কামুৰি টোপোলাটো মাৰি পঠালে আৰু টোপোলাটো চ'ৰাঘৰৰ মজিয়াত পৰিল। তাতে ফুকনে প্ৰশংসা কৰি কাগজ লিখি আতাক পাইক এৰি পঠাই দিলে। আতাই আহি ঘৰতে আছে হৰিগুণ গাই। পাছত ৰাজ্যৰ সভাপতিক ওজা-বৰাই ভাঙি-পাতি ক'লে যে পূৰ্বতে আতাৰ বাপেক-খুৰাকহঁতে ৰজাৰ বিষয়বাব খোৱা লোক আছিল। এইবুলি কৈ বৰুৱাৰ আগলৈ নি আতাৰ দদায়েকক বৰা-ওজা পাতিলে তেওঁলোকে।

২-৩০-৯ দুপোৱাৰ লিচকৌ আৰু পাইকসকলে কৃষিকৰ্ম কৰে। আৰু আতাই য'তেই নাম লয়, তেওঁলোকো ফুৰে আতাৰ লগতে নাম-গুণ গাই। এনেতে ডফলাৰ স'তে ৰণ লাগিল। চাৰিওফালেদি ডফলা সেনা সোমাই মানুহ মাৰি ফুৰিছে। উদয়াদিত্য ৰজাই ভেবা ফুকনক ৰণৰ দায়িত্ব দিলে আৰু এহেজাৰ বাৰূৰতি দিলে। তাকে শুনি আতাৰ বৌৱেকে কান্দিব ধৰি ক'লে, "বাপু, তুমি হ'লে পাক-চক্ৰ দি গা সাৰি আহিব পাৰা, দাদাৰা হোজা লোক, কটা-মৰা ঠাইত

কি বা কৰে।” আতাই ক'লে, “বৌ, মোক যাবই কোৱানে?” বৌৱেকে ক'লে, “বাপু, গ'লে ভাল।” তেতিয়া আতাই ৰণলৈ গৈ দাদাকক পঠাই দিলে। দাদায়েক আহিল। ৰণুৱাই গৈ বুৰৈ আগাৰিত ডফলাৰ স'তে ৰণ লাগিল। আহোম সেনাই তৰোৱালেৰে কাটি শৰেৰে বগৰাই বহুত শত্ৰুসেনা মাৰিলে, সিহঁত ভাগিল। ৰিণাই আৰু হিনায়ে দুকুৰিমান শত্ৰুসেনা কাটিলে। শত্ৰুৱে আতাক কাটিবলৈ আহে, আতাই বান্ধ-চাট মাৰি তৰোৱালৰ আগেৰে ঠেলি পঠায়। আতাই হাতত যাঠিপাত আনিবকে নোৱাৰে, কোনোমতে গা ৰাখি আছে তেওঁ। শত্ৰুৱে ৰিণাই আৰু হিনাইক কাটিলে আতাৰ চকুৰ আগতে। পাছত আতাই এফলিয়া হৈ হাবিত সোমাই পলাই আহিল আৰু ৰাতি দিনে খোজকাঢ়ি তিনি দিনত ঘৰ পালে। ইফালে দাদাক বৌৱেকে কান্দি ফুৰিছে। তেওঁলোকে আতাক পাই সন্তোষ পালে। আতা এবছৰ বদুলাভিঠাতে আছিল। আতাই সংযমত থাকে।

২-৩০-১০ এদিন মাছমৰীয়াই মাছলৈ গৈ আতাক দেখি ক'লে, “তিৰোতাৰ মুখ নেদেখাক দেখিলো, আজি মাছ নাপাম।” ইয়াকে শুনি আতাৰ বৌৱেকৰ মনত দুখ লাগি সূৰ্য্য বাঢ়ৈৰ কন্যাক খুজি আতালৈ বিবাহ কৰাই আনিলে। সেই কন্যা ৰূপৱতী, দৃষ্টি পৰিলে চন্দ্ৰ-সূৰ্য্যয়ো ৰথ ৰাখে। আতাই কন্যাক চকুৰেও নাচালে। কন্যা পিছ দুৱাৰেৰে সোমালে আতা ওলায় আগ দুৱাৰেৰে। মহা বিৰক্ত হৈ আতাই নাম লৈ ফুৰে কৃষি কৰ্ম এৰি। দাদায়েকৰ মনত খং। আতাই নিশা ডেৰপৰত আহি ঘৰ সোমায়; তেতিয়া লোকে খাই-বৈ শোৱে। এদিন দাদায়েকে আতাক শাপিলে, “মোৰ খেতি কৰিছে গৈ, খৰি পুৰি ৰাতিলৈ বহি থাকে, আজিৰ পৰা থাকিলে শুদাই নেৰো আৰু।” আতাই আহি ঘৰ পালে। বৌৱেকে আতাক ক'লে, “বাপু, কি কৰানো অত নিশা? ঘৰত খৰি-খেৰো নাইকিয়া।” তেতিয়া আতাই জানিলে দাদাকে শাপিছে বুলি। আতাই ক'লে, “বৌ, আজিৰ পৰা নাথাকো, মই বেলেগকৈ খাম।” পিছদিনা আতাই মজিয়াৰ এচুকত চৰু জুৰি খালে। এমাহ তেওঁ এনেকৈয়ে খাইছে। এদিন মাজনিশা দাদাকে ৰাগ কৰি ক'লে, “ইয়ালৈ লোণ, মাছ, শাক-পাত চাই থবলৈ কোন বন্দী-বেটী আছে, ৰান্ধি-বাঢ়ি এনেকৈ খাইছে যে?” এইবুলি কৈ বেৰৰ মাটি পেলাই তেওঁ চৰুটো চুৱা কৰি থলে। আতাই নিশা আহি দেখিলে কোনোৱে হিংসা কৰি চৰুটো চুৱা কৰি

থৈছে। পিছদিনাৰ পৰা আতাই বাৰীৰ এমূৰে ৰিহা ভিঠাত বাহা এটি কৰি তিনিমাহ তাতে আছিল। এদল গৰু কিনা লোক আহি শঙ্কৰদাসৰ ঘৰত ৰ'ল। তেওঁ সিহঁতক আতাৰ বাহাত ঠাই দিলে। সিহঁতে আতাৰ বস্তু ভাঙি-ছিঙি খাই চৰুটো চুৰা কৰি থ'লে। নিশা আতাই আহি সিহঁতক সুধিলে, "তহঁতক মোৰ বাহাত কোনে ঠাই দিলে?" সিহঁতে ক'লে, "গৃহস্থই দিছে।" তেতিয়া আতাই সেই বাহা এৰি হাতীশাল ভিঠাত বাহা কৰি আছে। চাউল-পাত নি পত্নীয়ে তাত থয় আৰু আতাই ভোজন কৰে। দাদাকে সহ্য নকৰি খং কৰে। এবাৰ আহিন মাহত কিছুমান লোকে দুৰ্গোৎসৱলৈ ছাগলী আনিছে আৰু তেওঁলোকে শঙ্কৰদাসৰ ঘৰত ৰ'ল। শঙ্কৰদাসে তেওঁলোকক আতাৰ বাহাতে ঠাই দিছে। সিহঁতে আতাৰ বাহাৰ বস্তু লণ্ড-ভণ্ড কৰি চুৰা কৰিলে। তাকে দেখি আতাই ক'লে, "দাদাই মোক বাৰীতো থাকিব নিদিয়ে।" এই বুলি কৈ তেওঁ সেই বাহা এৰি মোকালগুৰিত বাহা কৰি ৰ'ল। এদিন দাদাকে ক'লে, "সি তাত থাকি যে খায়, বস্তু ওপৰৰ পৰা পৰেনে?" এইবুলি কৈ আতাৰ বাহাৰ বাঁহ কাটি বাহাটো ভাঙি পেলালে। তাৰ পৰা বস্তু-বাহানি নি আতাই কৰ্দ্দৈগুৰিত বাহা সাজি ল'লে। তাতে তেওঁ হৰিগুণ গাই আছে। তিনিদিনৰ মূৰত এসাঁজ তেওঁ খায়; মনৰ দুখ-কষ্টৰ মাজেৰে তেওঁ আছে। আঘোণ মাহত সেনচোৰা মেললৈ মানুহ আহিছে। দাদাকে আতাৰ ঘৰটো দেখুৱাই ক'লে, "সেইটো মোৰ ঘৰ, তাতে থাকা।" আতাই ৰাতি আহি দেখিলে যৱনে ঘৰত সোমাই সকলো নষ্ট কৰিলে। পাছত আতাই দুখ কৰি তাৰ পৰা নতুন বাঁহ-খেৰ কাটি নি কচৰগুৰিত বাহা বান্ধিলে। তাতে বৌৱেকে আতাক গোপনে চাউল-পাত দিছিল। সেই কথাৰ ভু পাই দাদাকে আতাৰ বাহাৰ এৰাপাতৰ চালখন কাটি বাহাটো ভাঙি পেলালে। আতাই দেখি দুখ কৰি সকলো এৰি ক'লে, "ইয়াত নাথাকো আৰু।" এইবুলি কৈ গৈ তেওঁ হৰি পুখুৰীৰ পাৰত এটি বাহা কৰি ৰৈছে। তাতে মহা বৈৰাগ্য-বিৰক্ত হৈ তেওঁ ঈশ্বৰক চিন্তি হৰিগুণ গাই আছে। তাত লাউ-কচু পাবলৈ একো নাই; কিন্তু মনত এনে সুখ যেন হেজাৰ টকাৰ গৰাকীহে। বিপ্ৰ দামোদৰৰ দৰে ভক্তি যোগত তেওঁ সদায় থাকে। আতাৰ বাহালৈ আহি জগন্নাথচৰণে লগ ললেহি। জগন্নাথচৰণ আতাৰ ভাগিন। তেওঁ আতাৰ পৰিচৰ্য্যা কৰি আছে। পানীৰ কলহত চাউল নি আতাৰ পত্নীয়ে আতাক একঠি চাউল দি

আছে। আঘোণ মাহ, ধান দাবলৈ আতাই দাদাকৰ ঘৰত কাঁচি বিচাৰিলে। এখনো কাঁচি নোলাল। আতাই ক'লে, "দেখোঁ এখনো কাঁচি নাই।" পত্নীয়ে ক'লে, "কাঁচিখন ছিগিল।" আতাই ক'লে, "সেই কাঁচিখনকে আনা, কুটাই আনিম।" দাদাকে এবাৰ কাঁচিখন বিচাৰোতে বৌৱেকে ক'লে, "বাপুৱে কাঁচিখন ধৰাই শাক কুটিবলৈ নিছে।" দাদাকে বেগাই আতাৰ বাহালৈ গৈ ক'লে, "জগন্নাথচৰণ, কাঁচিখন ফিৰাই দে।" জগন্নাথচৰণে ক'লে, "মামা, এইখনেৰেই আমি মাছ কুটা, শাক কুটা, তামোল কাটা কাম কৰো।" মামাকে ক'লে, "কাঁচিখন আনা, সময়ত কাঁচিখনেই মানুহ ৰাখে।" আতাই ক'লে, "বেজ্জীটোৰ পৰা বৰুশীটোলৈ সকলো বস্তুৰ এভাগ মই পাও আৰু এভাগ পায় তেওঁ; সকলো এৰি আহিলো, তথাপি কাঁচিখনকে যে ফিৰাই খোজে!" আতাই পুনৰ ক'লে, "জগন্নাথচৰণ, কাঁচিখন ফিৰাই দিয়া।" জগন্নাথচৰণে কাঁচিখন ফিৰাই দিলে। সেইদিনা তেওঁলোকৰ ভোজন নহ'ল, অসন্তোষ মনেৰে উপবাসেৰে তেওঁলোক ৰ'ল। সুচুলি কমাৰে সেইনিশা সপোন দেখিছে, ঈশ্বৰে গৈ তেওঁক এখন কাঁচি খুজিছে। সাৰ পাই কমাৰে মনতে ক'লে, "আজি পুৱা যাকে পোনতে দেখো তেওঁকে কটাৰী এখন দিম।" এই বুলি তেওঁ পুৱাতে শাল পাতি কটাৰী গঢ়িছে। ৰাতিপুৱা উঠি আতাই ক'লে, "জগন্নাথচৰণ, সুচুলি কমাৰৰ ঘৰলৈ যাব পাৰানে? আমাৰ কাৰণে এখন কটাৰীৰ কথা কোৱাগৈ।" জগন্নাচৰণে কমাৰৰ ওচৰলৈ গৈছে আৰু কমাৰেও কাঁচিখন গঢ়ি উঠি পাগ দিবলৈ ওলাইছে। জগন্নাথচৰণে কমাৰক কটাৰী এখনৰ কথা ক'লে আৰু কমাৰে ক'লে, "তোমালোকৰ বাবেই কটাৰীখন গঢ়িছো।" কমাৰে কটাৰীখন দি ক'লে, "খৰি কাটিবৰ বাবে দা এখন কালি গঢ়ি থ'ম, নিবাহি; আজি যোৱা।" জগন্নাথচৰণে গৈ আতাক সকলো ক'লে। আতাই ক'লে, "জগন্নাথচৰণ, ছিগা কাঁচিৰে আমাৰ কাম নহৈছিল, এতিয়া ঈশ্বৰে দিছে। নতুন দা গঢ়াব নালাগে আৰু; আশা নদীৰ কোনে পাৰ পাব? আৰু মনক হয় মানে নাটে।"

২-৩০-১১ আৰু এবাৰ জেঠ মাহত বৰ আকাল হ'ল দেশত। ধন দিলেও বস্তু পাবলৈ নাই। প্ৰাণীৰ অৱস্থা বিকল হ'ল। তিনিজন লোকে ধান বিচাৰি আহি ধন দিও ধান নাপালে। তেওঁলোকে ক্ষুধা-তৃষ্ণাত পুখুৰীপাৰৰ বকুল তলত পৰি

আছিল লেলাই-ধেন্দাই, অনাহাৰে। তেওঁলোকৰ এজনে লাহে লাহে আহি আতাৰ আগত পৰিল। আতাই লোকজন ক'ৰ সুধিলে। লোকজনে ক'লে, "প্ৰভু, তিনি দিন উপবাসে আছো, দেহা নৰয়, টকা দিবলৈকেও ধান নাপালো, খুদ-কণ কিবা পাম বুলি আহিলো।" আতাই জগন্নাথচৰণক ঘৰত কি আছে সুধিলে। জগন্নাথচৰণে ক'লে, "আতা, একঠি চাউল আছিল, ধুই থৈছো আমি দুজনৰ বাবে।" আতাই ক'লে, "তাৰপৰা এপোহা দিয়া, বাকী দুয়োলৈ দুপোহা থাকক।" জগন্নাথচৰণে এপোহা চাউল লোকজনক দিলে, তেওঁ লৈ গ'ল। লগৰ দুজনৰ এজনে লোকজনক খুজিলে, "দুটামান চাউল মোকো দিয়া।" লোকজনে ক'লে, "নোৱাৰোঁ বোপা, সকলো খালো।" দ্বিতীয় লোকজনে গৈ আতাক চাউল খুজিলে। আতাই ক'লে, "হেৰা জগন্নাথ, এওঁকো এপোহা চাউল দিয়া, আমি আৰু ভাত নবহাও, চোবাই খাম সেই চাউল পোহা।" জগন্নাথে চাউল পোহা দিলে আৰু লোকজনে লৈ গ'ল। তৃতীয়জন লোকে তাকে দেখি তেওঁও আহিল। তেওঁ আতাৰ আগত দণ্ডৱতে পৰি প্ৰাৰ্থনা কৰি চাউল খুজিলে। আতাই ক'লে, "জগন্নাথ, আমি আৰু আজি নামকে ভোজন কৰিম, সেই পোহা চাউল দিয়াহি।" তেতিয়া জগন্নাথচৰণে খং কৰি বেজাৰ মনেৰে সেই পোহা চাউল লোকজনক দিলে পানীৰে সৈতে। লোক তিনিজনে খাবলৈ পাই গাত তত পাই গ'লগৈ। আতাই হৰিগুণ গাই বহি আছিল। এনেতে গোপী ৰাজখোৱাই ঘোঁৰাত উঠি হকৰে গাঁওলৈ গৈছে সেই পথেৰে। ৰাজখোৱাই আতাক দেখি ঠাট্টাৰ ভাৱত ক'লে, "নৰনাতি গোসাঁই, এইবাৰ পকা সৰাব পাৰিবানে? বৰকৈ ধৰিছা দেখোঁ।" আতাই ক'লে, "বোপা, খৰীয়া জীৱ, সংসাৰত বাগৰি ফুৰিছো যোনি চেপা খাই; অনাদি জন্মৰ পাক খাই চেষ্টা কৰোঁতে কৰোঁতে কি বা কৰে প্ৰাণ গোপালে বোপা!" আতাক মাত দি আধা বাট যাওঁতেই ৰাজখোৱা জ্বৰে-বিষে নিঠৰ হৈ উভতি গৈ ঘৰ পাই অচল হৈ পৰিল। ৰাজখোৱাই কিছু তত পাই চুলিয়া ঘৰগিৰিক মাতি আনি ক'লে, "নৰনাতিক এনেকৈ ক'লো, কি বস্তু পোৱা নি তেওঁক দি প্ৰাৰ্থনা কৰাগৈ, মোৰ দেহা পৰিবই এতিয়া, শীঘ্ৰে যোৱা।" ঘৰগিৰিয়ে চাউল এভাৰ, কোমোৰা, লোণ, তেল, এযোৰ কাপোৰ লৈ গৈছে। তেওঁ আতাক পাই বস্তুবোৰ আগত থৈ দণ্ডৱতে পৰি অনেক স্তুতি কৰি ক'লে, "বাপ, আমাৰ

ডাঙৰীয়াৰ অপৰাধ হ'ল, ক্ষোভ এৰি ক্ষমা কৰি তেওঁক আশীৰ্বাদ কৰক।" আতাই ক'লে, "দেখোঁ ৰাজখোৱাই সজ কথাকে ক'লে, এনেকৈহে কৈছিল। যদি তেওঁক ঈশ্বৰে অপৰাধ ধৰিছে, ক্ষমা কৰক ঈশ্বৰে।" ঘৰগিৰি গ'ল আৰু ইফালে ৰাজখোৱাও সুস্থ হ'ল। আতাই ক'লে, "জগন্নাথ, অথনি খং কৰিছিলা; ৰুলে দাবলৈ পায়, আৰু দিলে পায়। খাব নোৱাৰাকৈ দিছে ঈশ্বৰে, খোৱাহি এতিয়া।"

২-৩০-১২ আৰু আতাই শুলে সপোনত দেখে তেওঁৰ মুখত অমৃত পৰি থাকে। আতাই চিন্তি থাকে নিতে ঈশ্বৰে অমৃত দিয়ে কিজানি দিঠকত। আতাৰ নামৰ প্ৰভাৱত চাউল-দ্ৰব্য মিলিব ধৰিলে। এদিনাখন বাসুদেৱ বিপ্ৰ গ'ল আতাৰ ওচৰলৈ ভিক্ষাৰ বাবে। আতাই বিপ্ৰক সুধিলে, "গুৰু, তোমাৰ ল'ৰা কেইটা?" বিপ্ৰই ক'লে, "ভাত দিবলৈহে নাই, ল'ৰা পাঁচটা।" আতাই ক'লে, "এটি ল'ৰা দিব পাৰানে আমাৰ তাত থাকিবলৈ?" বিপ্ৰই ক'লে, "পাৰো, চাৰি পোণ কড়ি লৈ ল'ৰা এটিক বান্ধা কৰি থৈছো আৰু আপুনি কড়ি দিলে আনি দিব পাৰো।" আতাই ক'লে, "হেৰা জগন্নাথ, আমাৰ কড়ি চোৱাচোন।" জগন্নাথে কড়ি গণি আতাক দিলে। বিপ্ৰই ল'ৰাটিক আনি আতাৰ লগত থ'লে। আতাই দেখিলে, ল'ৰা গেৰেলা-মেৰেলা; মূৰত ওকণিৰ লাৰু। আতাই পানী তপতাই খাৰ-টেঙাৰে ল'ৰাটিৰ গা ধুৱাই লৈ তাৰ ওকণি মাৰোঁতে আমনি লাগিল। ওকণি পীৰাত থৈ পটা গুটিৰে পিহি মাৰি মূৰত তেল দি ফণিওৱা হ'ল। তাৰ পিছত ল'ৰাটোৱে নতুনকৈ শ্ৰী ধৰিলে। পূৰ্বৰ হিচাপৰ চিনৰ জীৱ। তেতিয়াৰে পৰা সপোনত আতাৰ মুখত অমৃত নপৰা হ'ল আৰু। আতাই ক'লে, "অ', সপোনৰ অমৃতৰ ফল দিঠকত পালো।"

২-৩০-১৩ আৰু লোগুটিৰ ঘৰৰ পৰা গৈ দামোদৰ আতৈয়ে আতাৰ লগ ললেহি। কহুণি মাধৱচৰণ আতৈ আৰু ৰামচন্দ্ৰ আতৈও আহি আতাৰ লগ ল'লে। তেওঁলোকে হৰিনাম কীৰ্ত্তন কৰে। দ্ৰব্যবস্তু পৰ্য্যাপ্ত হ'ল। যিয়ে যি মানস কৰে তাৰ ফল পাই লোকে আহিব ধৰিলে।

২-৩০-১৪ আৰু জয়শ্ৰী বুঢ়ীয়ে আতাৰ ওচৰলৈ আহি চাউল-পাত, মাছ, শাক যি পায় তাকে দি আতাক সেৱা-শুশ্ৰূষা কৰি যায়। দুই তিনি দিনৰ মূৰত আতায়ো বুঢ়ীৰ গৃহলৈ যায়। এদিন আতাই বুঢ়ীৰ ঘৰত বহি লৈ ক'লে,

"তোমাৰ গৰুটি হেনো বাঘে মাৰিলে, হয়নে?" বুঢ়ীয়ে ক'লে, "আতা হয়, আপুনি দিলেও আৰু বাঘ হৈ মাৰিলেও আপুনি। আপোনাৰ বাদে দিয়ে কোনে, নিয়ে কোনে? আপুনি সৃষ্টি, সৃজন-পালন-সংহাৰ সৰ্বকৰ্তা।" বুঢ়ীৰ বাক্যত কষ্ট পাই আতাই বেজাৰ মনেৰে উঠি আহিল। পিছদিনাখন বুঢ়ীয়ে আতাৰ ওচৰলৈ আহিল দ্ৰব্য-বস্তু লৈ। বুঢ়ীয়ে আতাক সেৱা কৰিলে। আতাই ক'লে, "বুঢ়ী, তোমাৰ বস্তু নিয়া, নালাগে মোক। বাঘ হৈ ময়ে তোমাৰ গৰু মাৰোনে?" তেতিয়া বুঢ়ীয়ে কান্দি-কাটি ক'লে, "হে আতা, মোৰ মনত ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ আপুনিয়ে, আপুনি মোৰ আত্মা, কাকনো ক'ম মই?" তেতিয়া বুঢ়ীৰ কথাত আতাই সন্তোষ পালে।



# একত্রিংশ অধ্যায়

২-৩১-১ **ভাটৌকুছীয়া আতা ঃ** ভাটৌকুছীয়া আতাৰ ঘৰক টেপাই কাথৰ ঘৰ বুলিছিল। (আদিতে চিদানন্দ ভূঞাৰ ওচৰত এই ধৰণে শুনা কথা)। টেপাই কাথৰ পুত্ৰ ৰঘুবৰৰ পুত্ৰ ৰামেশ্বৰ, ৰামেশ্বৰৰ পুত্ৰ হৰিবৰ, হৰিবৰৰ পুত্ৰ কৃষ্ণবৰ আৰু কৃষ্ণবৰৰ ভাতৃ জয়বৰ। জয়বৰৰ পুত্ৰ শিৱবৰ, শিৱবৰৰ পুত্ৰ জয়চন্দ্ৰ আৰু জয়চন্দ্ৰৰ পুত্ৰ কেশৱচৰণ (ভাটৌকুছীয়া আতা)। আতাৰ ঘৰ ভাটৌকুছি গাঁওৰ কাঁচিকটা নদীৰ পাৰত আছিল। গুৰুজনে (শঙ্কৰদেৱে) হাতী ধৰা জগৰত আহোম ৰাজ্যৰ পৰা ভটিয়াই আহোঁতে, আন যিসকল ভূঞা আহোম ৰাজ্যত আছিল স্বৰ্গনাৰায়ণ ৰজাই তেওঁলোকক নি শলখত স্থাপন কৰিছিল। জয়চন্দ্ৰই পত্নী চিত্ৰমালীৰে সৈতে পলাই আহি ভঙ্গাটেঁকী বামুণৰ ঘৰত ৰৈছিল, ব্ৰাহ্মণৰ বুদ্ধিমতে গ্ৰহণী ৰোগ হোৱা ভাও জুৰি। তাতে সাত মাহ যোৱাত কেশৱচৰণ আতাৰ জন্ম। আৰু তাতে আতাৰ সাত বছৰ হোৱাত আয়ুসৰ অন্তত আতাৰ পিতৃ বিয়োগ ঘটে। এই কথা শুনি আতাৰ খুৰাক চতুৰ্ভুজ আতৈয়ে আতাক নি শলখৰ বামুণ এঘৰত থলে গৰু চৰোৱাকৈ। আতাই চতুৰ্ভুজ আতৈৰ মুখত মহাপুৰুষ গুৰুজনাৰ গুণ, শীল, মহিমা শুনি আতৈক ধৰিলে তেওঁক গুৰুজনাৰ ওচৰলৈ নিবলৈ। চতুৰ্ভুজ আতৈৰ পত্নী নৰিয়াত পৰাত যাত্ৰাত পলম হোৱা হেতু আতৈয়ে বনমালী কটকীৰ নাও ধৰি আতাক পঠাই দক্ষিণৰ আতাৰ (বৰবিষ্ণু আতা) জড়িয়তে আতাক বৰপেটাত মাধৱদেৱৰ ওচৰ পোৱালেহি।

২-৩১-২ গুৰুজনে ভাটৌকুছীয়া আতাক বংশীগোপাল আৰু যদুমণিৰ ওচৰলৈ পঠোৱাত আতাই গৈ বাটত শুৱালকুছিত গ্ৰহণী ৰোগ হৈ এঘৰত আশ্ৰয় লৈ আছিল। আতাই গুৰুজনাৰ গুণ, শীল, মহিমা, দেহৰ গঠনৰ কথা গাঁওৰ লোকসকলক কয়। গুৰুজনে লুইতেৰে উজাই হাজোলৈ যাওঁতে বাটত নৈৰ বালিচৰত ৰৈ স্নান কৰাত কুমাৰৰ পত্নীয়ে গুৰুজনাক দেখি গৈ আতাক ক'লে, "আতা, আপুনি যেনে পুৰুষৰ লক্ষণ কৈছিল, তেনে পুৰুষ এজন নদীৰ ঘাটত

দেখি আহিছো।” কথাটো শুনি আতাই লাহে লাহে উঠি গ'ল। আতাই দেখিলে গুৰুজনেই হয়। গুৰুজনাৰ চৰণত সেৱা কৰি আতাই তেওঁ নৰিয়াত পৰাৰ কথা ক'লে। গুৰুজনে ভাত ৰান্ধিলে আৰু আটায়ে ভোজন কৰিলে। ভোজনৰ পাছত গুৰুজনে দোপাটি কাপোৰ, টৌ, ৰত্নাৱলী গ্ৰন্থ আৰু এখন নলীয়া কটাৰী, এই চাৰিটা বস্তু দি আতাক উজনিলৈ যাবলৈ আজ্ঞা কৰিলে। গুৰুজনে আৰু ক'লে, “যোৱা, বাটত তিনিটা ভয় খাবা।”

২-৩১-৩ গুৰুজনাক সেৱা কৰি ভাটৌকুছীয়া আতা উজনিলৈ যাত্ৰা কৰিলে। উজনি পাই নাও ঘাটত থৈ তেওঁ বামেৰে খোজ ল'লে। বাটত তেওঁ ম'হৰ আগত পৰিল আৰু তাৰ পাছতে হাতীয়ে তেওঁক বাট আগচি ধৰিলে। আতাই দুয়োবাৰতে ক'লে, “অনাদি পুৰুষ গুৰুজনাৰ বাক্যত আহিছো, তথাপি বাট ভেটানে? আঁতৰ হোৱা বোপা।” আতাৰ কথাত সিহঁত আঁতৰিছিল। তাৰ পাছত আতাই বাঘৰ আগত পৰিল। আতাই বাঘক ক'লে, “তয়ো সদাশিৱ-পাৰ্বতীৰ বন্ধু আৰু ময়ো ফুৰিছো গুৰুৰ বাক্যত, বাট এৰি দিয়া বোপা।” বাঘ গ'লগৈ ফালৰি কাটি। কেএজা কঁঠাল বামুণ আতাৰ পূৰ্বৰ চিনাকি, আতাই তেওঁৰ তাত ৰত্নাৱলী শাস্ত্ৰখন থৈ গ'ল। আতাই বামুণক ক'লে, “বান্ধৈ, মোৰ গুৰুজন সৰ্বজান পুৰুষ, তেওঁ তিনিটা ভয়ৰ কথা কৈছিল আৰু সেয়া ঘটিল।”

২-৩১-৪ কৰঙ্গৰ কাষত দেৱৰাপাৰাত বংশীগোপালৰ সত্ৰ। ভাটৌকুছীয়া আতা গৈ বংশীগোপালৰ সত্ৰত সোমাল। বংশীগোপালে আতাক আদৰ কৰি গুৰুজনাৰ দুখ-কষ্টৰ কথা ক'লে, গুৰুজনাৰ আবেদন আৰু আতাই তালৈ যোৱাৰ কাৰণো ক'লে। বংশীগোপালে গুৰুজনাৰ কষ্টত দুখ প্ৰকাশ কৰি নাও মাজী পঠাই গুৰুজনাক উজনিলৈ অনাৰ কথা শ্ৰদ্ধাৰে ক'লে। বংশীগোপালে আতাক সিধা পাত্ৰ সকলো দিলে। আতাই স্নান কৰি আহিল। কীৰ্ত্তন ঘৰৰ এমূৰত এটি বাহা আছিল, আতাক তাতে থাকিব দিয়া হ'ল। আতাই ভাত বহালে, ভাত উতলিছিল। বংশীগোপাল গোসাঁইৰ চাৰিজন মুখ্য শিষ্য, এজন ধোৱা, এজন মুখী, এজন কৰি আৰু এজন কুখী। চাৰিওজনে কীৰ্ত্তন ঘৰৰ ভিতৰলৈ গৈ বংশীগোপালক ধৰিলে, “আপুনি যে গুৰুজনাক ইয়ালৈ আনিব খুজিছে, তেখেতৰ আগত আপুনি বাৰুদ নথকা হিলৈ, কুলাৰ আগৰ পতান, সোলোকা ঢেঁকীৰ

থোৰা, দাঁত ভঙা সাপ, তেনেহে হ'ব। সূৰ্য্যৰ আগত চাকি জ্বলালে কি উজ্বলিব?" বংশীগোপালে ক'লে, "আনো বুলিছো যেতিয়া অনাহে ভাল হ'ব।" তেওঁলোকে ক'লে, "আতাক এনেকৈ কৈ পঠোৱা, অসম দেশৰ বিষম কথা, আগতে তেওঁ প্ৰমাণ পাই থৈছে, এতেকে নহাটো কল্যাণ।" বংশীগোপালে তাকে শুনি হা-না একো নক'লে। ভাটৌকুছীয়া আতাই ভকত কেইজন আৰু বংশীগোপালৰ কথোপকথন শুনি মনতে ক'লে, "কৃষ্ণদেৱে যুধিষ্ঠিৰৰ দূত হৈ কৌৰৱৰ ৰাজসভাত গৈছিল, কাৰ্য্য নহ'ল আৰু প্ৰভুৱে কৌৰৱ ৰজাই দিয়া একো বস্তু গ্ৰহণ নকৰি ৰ'লগৈ বিদুৰৰ ভগা পঁজাত। বামুণৰ পুতেকৰ ঐশ্বৰ্য্য হোৱাত গুৰুজনৰ গুণ তেওঁ পাহৰিলে। এওঁৰ ভাত খোৱাটো ভাল নহ'ব।" এই বুলি আতাই ভাতৰ চৰুটো মাজত ফুটাই থৈ কাকো নামতি গুচি আহিল।

২-৩১-৫ হামৰাৰ কাষত আতাৰ এজনী ভনীয়েক আছিল। ভাটৌকুছীয়া আতাই তালৈকে গ'ল ৰাতিপুৱাই। আতাৰ ভাগিনীয়েকে আতাক দেখি 'মামা, মামা' বুলি চিঞৰিলে। তাকে শুনি আতাৰ ভনীয়েকে ক'লে, "আজি ছয়-সাত বছৰে মোমায়েক বা ক'লৈ গৈছে, ভাগিনীয়েকৰ নাম মাণিকী গুচাই সোণমুখী হ'ব লাগে।" ভনীয়েকৰ ঘৰৰ পৰা আতাই গৈ বৌৱেকৰ ঘৰত সোমাল। আতাক দেখি বৌৱেকে কান্দি-কাটি বাউল হ'ল। বৌৱেকে ধান ৰ'দাই আছিল, তেওঁ নোধোৱা হাতেৰে আতাক ধৰিব বিচাৰিলে। আতাই তেওঁক চুবলৈ বাৰণ কৰিলে। আতাই বহিবলৈ খেৰ পাৰি দিবলৈ বৌৱেকক ক'লে। বৌৱেকে খেৰ পাৰি দিয়াত আতা বহিল। বৌৱেকে আতাক খবৰ-বাতৰি সুধি ভোজনৰ বাবে দ্ৰব্য-বস্তু যুগুত কৰি আতাক ক'লে, "বা পু, ক'ত ভোজন কৰিবা? আমাৰ ঢাৰি-পীৰাত নবহা দেখোঁ, খোৱা বা কি?" আতাই ক'লে, "আই, মই ইয়াত ভোজন কৰিব নোৱাৰিম, ইয়াত ল'ৰা-ছোৱালীৰ বিয়োগ ঘটিছে; নাম গোৱা ভকত, বৈষ্ণৱ ইয়াৰ ক'ৰবাত আছেনে?" বৌৱেকে ক'লে, "হৰি পুখুৰীৰ পাৰত বাহা কৰি নৰনাতি গোসাঁয়ে ভকতৰ সৈতে হৰিগুণ গাই তাতে থাকে।" বৌৱেকে বস্তু সম্ভাৰ সকলো দিলে আৰু আতাই সেইবোৰ লৈ আহিল।

২-৩১-৬ পদ্ম আতাই (নৰনাতি) জয় ভৰালীৰ ঘৰৰ পৰা ৰত্নাৱলী গ্ৰন্থখন আনি নকল কৰিছে। পুথিখন পূৱমুখে থৈ আতাই পশ্চিমত বহি চাইছে।

পুথিখন অশুদ্ধ। ভাটৌকুছীয়া আতায়ো গৈ পাছৰ পৰা পুথিখন চাইছে। পদ্ম আতাৰ শৰীৰ গধুৰ লাগিছে আৰু ভাটৌকুছীয়া আতাৰ শৰীৰ, মূৰৰ ছাঁ পুথিত পৰাত পদ্ম আতাই মাতিব বিচাৰোতে ভাটৌকুছীয়া আতাই পাছৰ পৰা মাত দিলে, "আতৈ, পুথি লিখিছা হে, পুথি অশুদ্ধ।" পদ্ম আতাই ঘূৰি চাই ভাটৌকুছীয়া আতাক ক'লে, "আপুনিনো ক'ৰ পৰা আহিছে?" ভাটৌকুছীয়া আতাই ক'লে, "এই শাস্ত্ৰ যিজনা পুৰুষে ৰচিছে তেওঁৰ ওচৰৰ পৰাই আহিছো।" পদ্ম আতাই সুধিলে; "তেওঁনো ক'ত আছে?" ভাটৌকুছীয়া আতাই গুৰুজনাৰ বাতৰি ক'লে। পদ্ম আতাই যেন মনেৰে স্বৰ্গকে ঢুকি পালে, মৰাৰ মুখত অমৃত পৰাদি। তাৰ পাছত ভাটৌকুছীয়া আতাক আথেবেথে আসন দি বহুৱাই প্ৰণাম কৰি গুৰুজনাৰ সকলো কথা পদ্ম আতাই সুধিলে। আতাই সকলোখিনি ক'লে। পদ্ম আতাই সুধিলে, আতাই তেওঁক গুৰুজনাৰ ওচৰলৈ নিব পাৰিবনে। ভাটৌকুছীয়া আতাই তাৰ কাৰণ সুধিলে। পদ্ম আতাই আতাক ভোজন কৰাই বিছনা পাৰি দি শুৱাই তেল-টেঙাৰে ভৰি মালিচ কৰি দিলে। ভাটৌকুছীয়া আতাই পদ্ম আতাক ৰত্নাৱলীৰ শুদ্ধ পুথিৰ আৰ্হি এখন দি ক'লে, 'ইয়াৰ পৰা লিখা, মই শলখৰ পৰা যাই আহো আৰু তুমি নাও, ছৈ, বঠা, চাউল যুগুতাই থবা, আমি যাম।" ভাটৌকুছীয়া আতাই পদ্ম আতাৰ ঠাইত দুদিন থাকি উজাই গ'ল। আতাই শলখ পোৱাত খুৰাকৰ বিধবা উত্তৰা, জৰামৰ বিধবা, দীঘলা কায়স্থ, অৰ্জুন মুদৈ, মৰল নাৰায়ণ, গোপী আতৈ সকলোৱে ওচৰলৈ আহি গুৰুজনাৰ খবৰ বাতৰি ল'লে। তেওঁলোকে যাৰ যি সামৰ্থ সেইমতে টকা-পইচা, গামোচা, পছৰা গুৰুজনালৈ দিলে, আতাই লৈ আহিল। ভাটৌকুছীয়া আতাই এক পষেকৰ অন্তত পদ্ম আতাৰ ঘৰলৈ ঘূৰি আহিল। পদ্ম আতাই নাও বঠা যতনাই থৈছিল। ভাটৌকুছীয়া আতাই তাত সাতদিন থাকি বৰগুৰু কটকীকো লগত লৈ আহিছে। জগন্নাথচৰণ, হৰি আতৈ, লোগুটি দামোদৰ আতৈ, কাণ্ডাৰী মাধৱ চন্দ্ৰ, ৰাম ভদ্ৰ আতৈ আৰু বৰগুৰু কটকী এই সাতজনৰ লগতে পদ্ম আতা আৰু ভাটৌকুছীয়া আতাই ভটিয়াই আহিল। তেওঁলোকে হাজোত উঠি দধিৰ লক্ষ্মী আতৈৰ মুখত গুৰুজন বেহাৰলৈ যোৱাৰ বাতৰি পাই বিমোৰত পৰিল। কটকীক তাতে এৰি বাকী সকলে পুনৰ ভটিয়াই গ'ল। তেওঁলোকে ভটিয়াই গৈ গদাধৰ নৈৰে সোমাই তেৰেচা

নৈৰ শেষত দৈ ঘাটত নাওখন ৰাখিলে। ভাটৌকুছীয়া আতাই জগন্নাথ চৰণক লগত লৈ নাওৰ পৰা উঠি গৈছে। আতাই আগবাঢ়ি গৈ গুৰুজনাক সেৱা কৰিলে। তেওঁলোকে পোনতে ৰামৰাম আতৈক নঙলাতে লগ পাই সুধিছিল, গুৰুজনাৰ কাষলৈ কোন বাটেৰে যাব বুলি। ৰামৰাম আতৈয়ে বাট দেখুৱাই ক'লে, "আতা এই ফালে আহক।" গুৰুজনে শুনি ভাবিলে, "কোনে কাক মাতে?" গুৰুজনে ভাটৌকুছীয়া আতাক দেখি ক'লে, "অ' তুমি উজনিলৈ গৈ 'আতা' নাম ল'লা?" আতাই ক'লে, "বাপ, মই কি আতাৰ যোগ্যৰ, বংশীগোপাল আৰু যদুমণিয়ে যি ৰাজ্য পাতিছে তাত যাকে তাকে আতা বুলি মাতে।" গুৰুজনে ক'লে, "নহয়, তুমিও আতাৰ যোগ্যৰ হোৱাই।" পাছত গুৰুজনে উজনি দেশৰ বংশীগোপাল, যদুমণিৰ আৰু শলখৰ খবৰ সুধিছে। আতাই সকলোখিনি ক'লে, যিজনে যি দিছিল, দিলে। গুৰুজনে জগন্নাথচৰণলৈ আঙুলিয়াই ক'লে, "এওঁনো ক'ৰ পৰা আহিছে, নাম কি?" আতাই ক'লে, "বাপ, আৰু জনচেৰেক লোক আহিছে আপোনাৰ চৰণত ধৰ্মক ধৰিবলৈ আশা কৰি আৰু এওঁৰ নাম জগন্নাথচৰণ।" গুৰুজনাই ক'লে, "উজনি অসমদেশৰ লোকৰ নাম ভগাজকাই, মুঢ়া, খালৈ, হাগু এনেহে, এতিয়া সলনি হ'ল। কিনো তপ কৰিছিল এওঁৰ সাধু পিতৃ আৰু সুলক্ষ্মী আয়ে, 'জগন্নাথ, জগন্নাথ' কৈ সদায় জগন্নাথক স্মৰণ কৰি ব্ৰহ্মহত্যা আদি কৰি মহা মহা পাপ নিতে নাশ কৰে।" আতাই ক'লে, "বাপ, এওঁ ভাগ্যৱন্ত জীৱই, লগৰ সকলোতকৈ আগতে এওঁ আপোনাৰ দৰ্শন পাইছে।"

২-৩১-৬ জগন্নাথচৰণ আতৈয়ে নাম ধৰিলে, সকলো ভকতে গালে। নামৰ অন্তত মন দেউৰীয়ে প্ৰসাদ বিলালে, প্ৰসাদ সকলোৱে খালে। জগন্নাথচৰণ আতৈয়ে প্ৰসাদ খোৱা নাছিল। গুৰুজনাই জগন্নাথচৰণ আতৈলৈ আঙুলিয়াই ক'লে, "তেওঁ প্ৰসাদ খোৱা নাই।" আতৈয়ে ক'লে, "বাপ, যিসকল লোকৰ লগত আহিছো, তেওঁলোকৰ লগত খাম।" গুৰুজনে ক'লে, "লোকজন সৎ বুদ্ধিৰ, দৃঢ় মনৰ।" গুৰুজনাই মন দেউৰীক ক'লে, "বাকী লোকসকলৰ বাবেও তুমি প্ৰসাদ দিয়া।" জগন্নাথচৰণ আতৈয়ে প্ৰসাদ লৈ নাওৰ ঘাটলৈ গ'ল। আতৈক দেখি লগৰ কেইজনে আগবাঢ়ি আহি আতৈক আলিঙ্গন কৰি ক'লে, "বাপ, কৃষ্ণৰ চৰণ চুই আহিছে আপুনি, আপোনাক স্পৰ্শ কৰি আমিও নিষ্পাপ হওঁ।"

এইবুলি বলো আতৈয়ে জগন্নাথচৰণ আতৈৰ পৰা প্ৰসাদৰ টোপোলাৰ পৰা প্ৰসাদ লৈ তামোল-পাণেৰে সৈতে শৰাইত থৈ গুৰুজনাৰ বাৰ্তা সুধি পাছত প্ৰসাদ ভগাই দিছে। জগন্নাথচৰণ আতৈক লগৰ ভকতে ক'লে, "তুমি ভাগ্যৱন্ত জীৱ, একেলগে আহিছিলো, তোমাৰহে গুৰুজন দৰ্শন হ'ল আগে।" তেওঁলোকে শৌচ-শুদ্ধি স্নান কৰি গুৰুজনাৰ ওচৰলৈ গৈ পদূলি সোমাইছে। ভাটৌকুছীয়া আতাই সকলোকে গুৰুজনাক ভেটাই দিলে। গুৰুজনে তেওঁলোকৰ খবৰ-বাতৰি সুধি বাহা, সিধা দিয়ালে। তেওঁলোকে দিনত ভোজন কৰি ৰাতি উপবাসে ৰ'ল। গুৰুজনাই তেওঁলোকক মহাপুৰুষক গুৰু দেখুৱাইছে।

২-৩১-৭ পিছদিনা জগন্নাথচৰণ আতৈয়ে লগৰীয়া পাই বুঢ়ী গঙ্গাত স্নান কৰিবলৈ গ'ল। তাৰ পিছদিনা আতৈয়ে কাপোৰ সকলো ধুই দিছিল। আতৈৰ পছৰাখনত গাঁঠি দেখি গুৰুজনে ক'লে, "সেই গাঁঠিত কি, ভিজা নাই যে?" আতৈয়ে ক'লে, "বাপ, এজনী বুঢ়ীয়ে জালুক দুটিমান দিছিল গঙ্গাত লগাবলৈ।" গুৰুজনাই ক'লে, "বুঢ়ীক গঙ্গাত যাবা বুলি কৈছিলানে?" আতৈয়ে ক'লে, "বাপ, সূৰ্য্য উদয় হোৱাৰ মুহূৰ্ত্তেতে বুঢ়ীয়ে নেৰানেপেৰাকৈ ধৰাত যাম বুলি কৈছিলো হয়, আৰু এতিয়া ইয়ালৈ আহিলো।" গুৰুজনাই ক'লে, "বাক্যই ব্ৰহ্ম, পূৰ্বতে কোৱা হৈছে যেতিয়া যোৱাই সৎ। বাক্যত চন্দ্ৰ, সূৰ্য্য, পৃথিবী গতি কৰিছে, নোযোৱাটো অনুচিত।" আতৈয়ে ক'লে, "বাপ, আপোনাৰ এই পদ পঙ্কজৰ পাছত যত দেৱ-দেৱী, গঙ্গা, গয়া, কাশী, বাৰাণসী আদি যত তীৰ্থই ঘূৰে শুদ্ধ হওঁ বুলি আৰু বাপ, আপোনাৰ এই পদ পঙ্কজৰ অবিহনে গঙ্গাৰ কি কাম? এই পদ পঙ্কজৰ পৰাই উৎপত্তি হৈ গঙ্গাই জগতক পবিত্ৰ কৰিছে আৰু কোটি গঙ্গাই যাৰ চৰণত প্ৰাৰ্থনা কৰে, এতেকে কি আছে গঙ্গাত কাম?" গুৰুজনাই ক'লে, "সত্য, শুদ্ধি, ক্ষমা, দয়া এই চাৰি আৰু ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চাৰিৰ সৈতে উৰ্দ্ধত পুণ্য আৰু অসত্যত অধঃ, পাপ। ক্ষমাই সম্পদ, ৰাগে আপদ। শুদ্ধকৈ দৃঢ়কৈ যিজনে ক'ব, তেওঁ তাকে নেৰিব; নকৰিলে কৰিম নুবুলিব, তেতিয়াহে মহাধৰ্ম সিদ্ধ হয়, ফল পায়, হয়। এতেকে যোৱা, গ'লে ভাল।" আতাই পুনৰ আপত্তি কৰিবলৈ ওলোৱাত শ্ৰীৰাম আতাই ক'লে, "হৰিৰপো, গুৰুৰ বাক্য দুবাৰ নল'লা, এই বাৰ শিৰোধাৰ্য্য কৰা, তিনিবাৰত জীৱৰ সৰ্বনাশ।" তেতিয়া

জগন্নাথচৰণ আতৈয়ে শ্ৰীৰাম আতাৰ চৰণত শ্ৰদ্ধাৰে সেৱা কৰি ক'লে, "ৰাজসূয় যজ্ঞত মোহ সাগৰত পৰি যুধিষ্ঠিৰৰ তত্ত্ব হেৰুৱাইছিল, আৰু মোৰো ভূলোকত পৰি ভু হেৰাল। আপুনি জ্ঞান চাকিৰে গুৰুবাক্যৰ জ্ঞান দি ৰক্ষা কৰিলে।" আতৈয়ে যাবলৈ ওলাল; কিন্তু লগ আৰু ভাৰী নাই।

**২-৩১-৮** গাভৰুখা, ৰামখা, চতুখা, কেতাই খা, হৰিখা, বাৰভূঞাই দুৰ্গোৎসৱত নাও খেলিছিল দহ টকাৰ বাজি মাৰি। গাভৰুখাৰ গুৰিয়াল যদুমণি। নাও পাছ পৰিল। গাভৰুখাই হাৰি লাজ পাই যদুমণিক পানীত পেলাই দিলে মৰক বুলি, কলাকাটা নামৰ ঠাইত। পাছত যদুমণিয়ে সাঁতুৰি পাৰত উঠি দুখ পাই তাৰ পৰা গুচি গ'ল গজলা সূতিৰ গৃহলৈ। পাছত যদুমণিয়ে আহি বাৰাদিত গুৰুজন মাধৱদেৱৰ লগত আছিল তেখেতক পৰিচৰ্য্যা কৰি। ভাটৌকুছীয়া আতাৰ লগত শলখলৈ যাওঁতে যদুমণিক সকলো ভূঞাই চায়। আতাই এজন গৃহস্থীক ক'লে, "আমাক এজন লোক দিয়ক গুৰুজনাক খৰি-পাত যোগান ধৰিবৰ বাবে।" গৃহস্থই ক'লে, "বাপ, নাই, সকলো গৃহস্থী, যিজন পথৰুৱা লোক আছিল তেওঁ নাও খেলত পানীত পৰি মৰিল।" আতাই ক'লে, "তেওঁ জীৱিত থাকিলে দিলাহেঁতেননে?" গৃহস্থই ক'লে, "দিলোহেঁতেন আৰু।" তেতিয়া আতাই যদুমণিক আগলৈ মাতিলে। যদুমণি আহিল। যদুমণিক দেখি সকলোৱে স্বস্তি অনুভৱ কৰিলে। তেওঁলোকে যদুমণিক ক'লে, "তুমি মৰিলা বুলিহে ভাবিছিলো।" তেওঁলোকে আতাক ক'লে, "বাপ, যদুমণিকে দিছো।" পাছত তেওঁলোকে আতাৰ লগতে যদুমণিক বয়-বস্তু দি সেৱা কৰি বিদায় দিলে। আতা আৰু যদুমণি দুয়োজন গ'লগৈ।



# দ্বাত্রিংশ অধ্যায়

২-৩২-১ গুৰুজনে বেহাৰত ৰামৰাম আতাৰ বাৰীত আছে। ভকতে আহি গুৰুজনাৰ তাত শৰণ ল'ব ধৰিলে। ভকত বহাৰ ঠাইৰ অভাৱ হ'ল। সেই ঠাইত খৰিয়া দলৈৰ ঘৰ। গুৰুজনে দলৈক ঠাইৰ অভাৱৰ কথা ক'লে। দলৈয়ে গৈ লক্ষ্মীনাৰায়ণ ৰজাক ক'লে, "মহাৰাজ, আপোনাৰ দেশলৈ মহা মহন্ত এজন আহিছে কামৰূপৰ পৰা, মাটি-বাৰী দি তেওঁক স্থাপন কৰক।" ৰজাই ক'লে, "বাৰু, মোৰ মুখ্য দুৱাৰমুখতে সত্ৰ কৰি দিওঁ, তেওঁ তাতে থাকক।" দলৈয়ে ক'লে, "মহাৰাজ, তেওঁ মহা নিৰ্বিকাৰী, নিৰ্বিষয়, নিৰাশ্য, নিৰঙ্কুশ, নিৰ্মৎসাৰ আৰু তাতে কটা-মৰা, হাই-উৰুমি, তেওঁ তাত কেনেকৈ ৰ'ব? তেওঁক লাগে নিৰ্জন ঠাই, তাতে ঈশ্বৰক চিন্তা কৰি হৰিগুণ গাই থাকিবলৈ।" ৰজাই দলৈক ক'লে, "তেনে নিৰ্জন ঠাই ক'ত আছে?" দলৈয়ে ক'লে, "মহাৰাজ, আপুনি অনুমতি দিলে তেনে নিৰ্জন ঠাই মোৰ বাৰীতে আছে।" ৰজাই ক'লে, "তুমি মাটি দিলে তোমাৰ ধৰ্ম হ'ব, মোৰ হ'ব কি?" দলৈয়ে ক'লে, "মহাৰাজ, তেনেকৈ কিয় কয়, মইনো কাৰ আৰু মাটিনো কাৰ? দেশ, মাটি সকলো আপোনাৰ।" ৰজাই ক'লে, "অৱশ্যে তেনেকৈ ভাবিলে হয়, এতেকে দিয়াগৈ তেৰাক তেনে মাটি।" তেতিয়া ৰজাই দলৈৰ মাটিত ওখকৈ কীৰ্ত্তন ঘৰ সাজি দিলে, দলৈয়ে সাজি দিলে গুৰুজনাৰ গৃহ, আৰু দলৈৰ পুত্ৰ দামোদৰে চাৰি হাটীৰ বাহা সাজি দিলে। চ'ত মাহৰ গজালি ওলোৱা ধানকো মাৰি ঘৰ সজোৱা হৈছিল। বাহাৰ সন্মুখত বিন্ধা আলিত কল ৰোৱা হ'ল। গুৰুজনে সকলো ভকতক বাহা বাঁটি দিলে আৰু গঙ্গালৈ যোৱা চৈধ্যজন ভকতলৈও বাহা ৰাখিলে। গুৰুজনে কাতি মাহৰ পৰা চ'ত মাহলৈ ছয়মাহ ৰামৰাম আতৈৰ বাৰীত থাকি তাৰ পৰা ভক্তৰে সৈতে ভেলা মধুপুৰৰ নতুন কীৰ্ত্তন ঘৰলৈ গৈছে। গঙ্গালৈ যোৱা ভকত কেইজনে গুৰুজনে মধুপুৰলৈ অহাৰ বাতৰি পাই তাৰ পৰা দিনে নিশাই বেগাই আহি বেহাৰৰ বিজয়পুৰ পালে। গুৰুজনে তেওঁলোকক দেখি ক'লে, "দেখোঁ হৰিহৰ

আৰু শ্ৰীৰাম নাই?" তেওঁলোকে ক'লে, "বাপ, হৰিহৰ আৰু শ্ৰীৰাম আতাৰ জ্বৰ আৰু গ্ৰহণী ৰোগ হৈছিল, আমি খবৰ লৈ আহিছো আৰু দুয়োৰো মাজত অলপ দন্দও লাগিছিল।" গুৰুজনে ক'লে, "এইহে তীৰ্থৰ প্ৰভাৱ! হৰিহৰ আৰু শ্ৰীৰামৰ মাজত দন্দ লাগিল, তীৰ্থৰ এনেহে ফল?"

২-৩২-২ হৰিহৰ আৰু শ্ৰীৰাম আতাৰ মাজত অলপ দন্দ লাগিছিল। হৰিহৰ আতাৰ কঁকালত টকা একুৰি আছিল। এজন লোকে আতাক টকা এটি খুজিলত আতাই টকা নিদিলে। লোকজনে আতাৰ পৰা টকা কাঢ়ি নিব খোজে আৰু আতাই তাক খুন্দা মাৰি মাৰে। শ্ৰীৰাম আতাই লোকজনক টকা এটি দিবলৈ আতাক কয়। হৰিহৰ আতাই কয়, "মই চলিব লাগিব, নিদিওঁ।" এই লৈ দুয়োজন আতাৰ মাজত দন্দ লাগিছিল। দুয়োজন আতাৰ শৰীৰ সুস্থ হ'ল আৰু তেওঁলোকে আহি গুৰুজনাক সেৱা কৰিলে। সকলোৱে গঙ্গাজল আৰু মাটি ল'লে। তেওঁলোককো গুৰুজনে বাহা দিলে আৰু তেওঁলোক গুৰুজনৰ লগতে ৰ'ল হৰিগুণ গাই।

২-৩২-৩ দেশত বৰ আকাল হ'ল। ভকতৰ টকা-পইচাও নাই, নতুন ঠাইত ভকতৰ চিনা-জনা লোক নাই, নগৰীয়া লোক বৰ কটকীনা। ভকতে দিনটো ভিক্ষা মাগে, একঠা, দুকঠা চাউল কেতিযাবা পায়। জয়হৰি আৰু শ্ৰীহৰি আতৈয়ে ভিক্ষা কৰিবলৈ গৈছিল, একো নাপালে। আগৰ দিনটোৰ গধূলিতো উপবাসত আছিল। তেওঁলোকে দুখে-ভাগৰে কাতৰ হৈ ঘৰলৈ উভতিছিল। ৰাম ৰাম গুৰুৱে তেওঁলোকক পদূলিতে লগ পাই সুধিলে আতৈসকলে ক'লৈ গৈছিল বুলি। আতৈ দুজনে ক'লে, "ভিক্ষালৈ গৈছিলো, দিনটোত চাউল কণ এটিও নাপালো।" ৰামৰাম আতৈয়ে মাতি নি চাউল একলহ, লোণ আধাপোৱা, চাল কোমোৰা এটি আতৈ দুজনক দি পঠালে। তেওঁলোকে বাহা পাই স্নান কৰি চাউল সিজাই ভোজন কৰিলে আৰু ভাগৰ লাগি বিছনাত পৰাত গভীৰ টোপনি গ'ল। গুৰুজনে নামৰ অন্তত ভকতক ক'লে, "জয়হৰি আৰু শ্ৰীহৰিক দেখা নাই দেখোঁ, ক'লৈ গ'ল মাতাচোন।" ভকতে মাতিলত জয়হৰি আৰু শ্ৰীহৰি আতৈ আহিল। গুৰুজনে তেওঁলোকক সুধিলে, "ক'লৈনো গৈছিলা, দিনত আৰু নিশাও দেখোঁ নামত খতি কৰিলা?" আতৈ দুজনে ক'লে, "বাপ, দিনটো ভিক্ষা কৰি পকা পাণ এগুছি

পাই বাহালৈ আহিছিলো, বাটত ৰামৰাম আতৈয়ে পাই চাউল এদোণ, তেল আৰু শাক-পাত দিলে; তাকে ৰান্ধি খাই বিছনাত পৰাত নিদ্ৰা আহিল।" তাকে শুনি গুৰুজনে দুখ কৰি ক'লে, "হেৰা শ্ৰীৰাম, কালিলৈ ডাঙৰীয়া, বৰবৰুৱা সকলোকে মাতি আনিবা।" শ্ৰীৰাম আতাই ডাঙৰীয়া সকলক খবৰ দিলে। কেহো, হৰিকৃষ্ণ, বলাই, নৰসিংহ, হাখোৱা লস্কৰ, ৰূপাবৰ লস্কৰ, পদ্মনাভ লস্কৰ, নাৰায়ণ লস্কৰ, শুৱালু কাজী, ৰঙ্গই কাজী, বিৰু কাজী, ধনঞ্জয় কাজী, সঞ্জয় কাজী, মদন কাজী, দীঘলা বৰুৱা, আই ধাই, তিনিজন কৃষ্ণাই, বৰে বিলাইতৰ কৃষ্ণাই, খৰিখা দলৈ, দামোদৰ দলৈ, মাইদৰ গোপাল, ফটা গোপাল, ৰামাৰাম গোপাল সকলোৱে গুৰুজনাৰ ওচৰলৈ আহিল। গুৰুজনে তেওঁলোকক ক'লে, "মই তোমালোকক চাই এই ৰাজ্যলৈ আহিলো ভকতৰ সৈতে; এতিয়া এই ৰাজ্যত ভিক্ষা কৰি একো পাবলৈ নাই, কোনো লোকৰ সৈতে আমাৰ জনাশুনাও নাই আৰু নগৰৰ লোকো বৰ কটকীনা, ভকত কেইজনক মই পালন কৰিব নোৱাৰো, এতেকেঁ তোমালোকে কিবা এটা উপায় কৰা।" তেওঁলোক সকলোৱে ক'লে, "দুমাহৰ বাবে সকলো ভকতক আমাৰ ঘৰলৈ নিওঁ।" তেওঁলোকে শক্তিৰে যেনেকৈ পাৰে কোনোৱে চাৰিজন, কোনোৱে ছয়জন, কোনোৱে আঠ, কোনোৱে নজন ভকত নিবলৈ গাত ল'লে। গুৰুজনে ক'লে, "মোকহে কোনোৱে নিওঁতা নাই।" তেওঁলোকে ক'লে, "বাপ, আপোনাক নিবলৈ কাৰ শক্তি আছে?" তেতিয়া গুৰুজনে দুটা দৃষ্টান্ত দিছে। — ১। পক্ষীৰ পাখি কাটিলে কাৰোবালৈ যাব পাৰেনে? মোৰো পাখি ভকতসকল, ভকতক নিলে মই কেনেকৈ থাকিম হৰিগুণ গাই?" ২। আৰু এজন ৰজাই মৃগয়া কৰিবলৈ গৈছিল লগত কিছু প্ৰজা লৈ। জেঠ মাহ, অৰণ্যত প্ৰখৰ ৰ'দ। অৰণ্যত এজোপা আম পাই কটকীৰ দ্বাৰা আম পৰাই ৰজাই সকলোকে ভগাই দিয়ালে। ৰজাই পাত্ৰমন্ত্ৰী, বৰুৱা, ফুকন সকলোকে আম কেনে পাইছে সুধিলে। তেওঁলোকে ক'লে, "মহাৰাজ, ৰাজ-ভোগ্য আম।" তেতিয়া ৰজাই মন্ত্ৰীক আদেশ কৰি ক'লে, "মানুহ লগাই কোৰেৰে খান্দি গছজোপা নি বাটচ'ৰাৰ ওচৰতে ৰুই দিবা।" তেতিয়া বুঢ়া মন্ত্ৰীজনে ক'লে, "মহাৰাজ, বুঢ়া গছডাল উভালি ৰুলে কেনেকৈ জীৱ? আৰু ইয়াতো আম খোৱাৰ মুদা মৰিব। ইয়াত ৰখিয়া, প্ৰহৰী ৰাখি ইয়াৰ পৰাই আপোনালৈ আম যোগান ধৰিম, আমডাল

ইয়াতেই থাওঁক।" মন্ত্ৰীৰ কথা ৰজাই শলাগিলে। গুৰুজনাই পুনৰ ক'লে, "তোমালোকে যিকেইজন ভকত নিব খুজিছা, টকা দিলে ইয়াতো দ্ৰব্যবস্তু কিনি দিব পাৰো। কোন গৃহস্থইনো সিংহ ঘৰত ৰাখে? সিংহ পৰ্বতৰ গহ্বৰতহে থাকে। আমাৰ ভকত হ'ল সিংহ, গৃহৰ অমূলক, কুকথাত ৰ'ব কিয়? মোৰো ভকত হেৰাব আৰু ভকতো নষ্ট হ'ব।" তেওঁলোকে ক'লে, "বাপ, আমি তেনেদৰেই দিব পাৰো।" তেওঁলোকৰ যিজনে যিকেইজন ভকত নিও বুলিছিল সেই হিচাপত প্ৰতিজন ভকতক দুমাহৰ বাবে চাৰি মোনকৈ ধান দিলে। তেতিয়া গুৰুজনে ক'লে, "মোৰ মহাপুৰুষ গুৰুৱে উৰৱি হাতে গ'ল, আৰু মই ভকতৰ নিমিত্তে চিত হাত কৰিলো।" ডা-ডাঙৰীয়াই টকা-পইচা দিব ধৰিলে; টকা-পইচাই শৰাই ভৰি গ'ল।

২-৩২-৪ এনেতে জীৱন আৰু যদুমণি দুয়ো বাপেক পুতেক আহিল পাত-পচলা, ফল-মূল, ওলৰ এখন ভাৰ লৈ। তেওঁলোকে নঙলাৰ মুখতে আঁঠু ল'লে। গুৰুজনে দেখি ক'লে, "সেই দুজন কোন?" ভকতে ক'লে, "বাপ, জীৱন আৰু যদুমণি বাপেক, পুতেক।" গুৰুজনে ক'লে, "ইয়ালৈ মাতা।" ভকতে তেওঁলোকক মাতিলে আৰু তেওঁলোক দুজন কিছুদূৰ আগবাঢ়ি আহিল। ভকতে পুনৰ তেওঁলোকক ওচৰলৈ মাতিলে। এনেকৈ তিনিবাৰ মতাৰ মূৰতহে দুয়োয়ে গুৰুজনাৰ ওচৰ পালে। গুৰুজনে দুয়ো বাপেক-পুতেকক সুধিলে, "ওচৰলৈ নাহা কিয়?" তেওঁলোকে ক'লে, "বাপ, ডাঙৰীয়া সকলে আঁজলি ভৰাই ধন দিছে আৰু আমাৰ একো দিবলৈ নাই, সেইবাবে লাজতে নাহো।" গুৰুজনে ক'লে, "সেয়া কিনো লৈ আনিছা?" তেওঁলোকে ক'লে, "বাপ, খৰি, পাত-পচলা, ফল-মূল, ওল আদি।" গুৰুজনে হৰিবল্লভ আতৈক সেইবোৰ ভকতৰ মাজত ভগাই দিবলৈ ক'লে। আতৈয়ে সেইবোৰ সকলোকে ভগাই দিলে। গুৰুজনে তেওঁলোকক ক'লে, "আনবোৰ বস্তু ভকতৰ কামত লাগিব চাৰিদিন পলমকৈ আৰু তোমালোকৰ বস্তু এতিয়াই কামত লাগিব।" গুৰুজনে আৰু ক'লে, "ৰামে সেতু বান্ধোতে বৰ বৰ বীৰে দুই, তিনি, সাতখন পৰ্য্যন্ত পৰ্বত কান্ধত নিছিলে আৰু কেৰ্কেটুৱাই পত্নীৰ সৈতে বাঁহপাত মুখত লৈ গৈছিল। তাকে দেখি ভলুকা বান্দৰে হাঁহিলে। শ্ৰীৰামে বান্দৰক বাৰণ কৰি ক'লে, "তোমালোকে বল

দেখুৱাব পাৰাৰ বাহিৰে কি কৰিব পাৰা? সিহঁতে শুদ্ধ অন্তৰেৰে যি আনিছে তাতে মোৰ সন্তোষ, চিত্তয়হে চিত্তক চিনে।" এইবুলি জীৱন আৰু যদুমণি আতৈক গুৰুজনে আশীৰ্বাদ কৰি পঠাইছে।

২-৩২-৫ গুৰুজনে ভকত সকলক বাহাৰ সন্মুখত মাটি দিছিল। ভকতসকলে তাকে চহাই কল, তামোল, পাণ, শাক ৰুইছে। ৰামদাসৰ দুজন ভকতৰ সৈতে মিত্ৰতা। দুইজন মিত্ৰৰ সীমাতে ৰামদাসে কল পুলি ৰুইছে। এজন ভকতৰ সীমাৰ এডাল কল গছত আৰু আনজন ভকতৰ সীমাত দুডাল কল গছত থোক মেলিছে।

২-৩২-৬ হৈদাহ আতৈ দুখীয়া, ভিক্ষা মাগি তেওঁ চলে। তেওঁ দুকঠা ভিক্ষা পালে লগৰজনক একঠা দিয়ে আৰু একঠা পালে আধা কঠা দিয়ে। এদিন আতৈয়ে ভিক্ষালৈ ওলাইছে। তেওঁ লগৰজনক ক'লে, "বাপ, মোৰ চাউল একঠা আছে, আপোনাৰ নাই যদি তাকে আনি মাছেৰে ভোজন কৰিব।" লগৰজনে মাছ, পচলা আৰু আতৈৰ চাউল কঠা আনি ভোজন কৰিছে। আতৈয়ে দিনটো ঘূৰি একো নাপালে। তেওঁ ঘূৰি আহি লগৰজনক ক'লে, "মাছ, চাউল আৰু পচলা আঁটিছিলনে?" লগৰজনে সেয়া জুৰিছে বুলি ক'লে। আতৈয়ে পুনৰ ক'লে, "মোলৈ কিবা ৰ'লনে পেলনীয়া?" লগৰজনে ক'লে, "তোমালৈ থবলৈ নহ'ল, মোকহে কুলালে।" তেতিয়া আতৈয়ে স্নান কৰি উপবাসেৰে ৰ'ল। ভকতে তাকে দেখি সেই নিৰ্দয় ব্যৱহাৰৰ কথা গুৰুজনাক ক'লে। তেতিয়া গুৰুজনে হৈদাহ আতৈৰ লগৰ ভকতজন মতাই আনি ক'লে, "তোমাৰ চাউল নাছিলনে?" তেওঁ ক'লে, "দুকঠা মান আছিল।" গুৰুজনে ক'লে, "তেন্তে আতৈৰ চাউল কঠা আনিলা কিয়?" তেওঁ ক'লে, "আতৈয়ে আনিব কৈছিল বাবে আনিলো।" গুৰুজনে ক'লে, "আতৈৰ মাছ, পচলা, চাউল সকলো আনি ৰান্ধি-বাঢ়ি যে সকলো খালা, তেওঁলৈ নথলা কিয়? তেওঁ দেখোঁ একঠা পালে আধা কঠাও তোমাক দিয়ে। এনে নিৰ্দয় কথা হ'লে দেখ দেখকৈ জীৱৰ দুখহে হ'ব। এতেকে আতৈক ৰাখিছো আৰু তোমাক এৰিলো দুৱাৰ মাৰি।" গুৰুজনে দুখ মনেৰে দুৱাৰ মাৰি ভকতজনক খেদালে। লগৰজনৰ লগতে হৈদাহ আতৈও গ'ল জোলোঙা বান্ধি। তাকে দেখি ভকতে গুৰুজনাক কথাটো ক'লে। গুৰুজনে

আতৈক মাতিব কোৰাত আতৈ আহিল। গুৰুজনে আতৈক ক'লে, "তেওঁক নিৰ্দয়ভাৱে চলে কাৰণে খেদিছো, তুমি যোৱা কিয় ?" আতৈয়ে ক'লে, "পূৰ্বতে আপোনাৰ বাক্যই কৈছে – তেওঁৰ দুখত দুখী, সুখত সুখী নহ'লে জীৱৰ তৰণ দুষ্কৰ, এতেকে তেওঁৰ লগত নগ'লে আপোনাৰ বাক্য নৰয়।" গুৰুজনে ক'লে, "মই খেদিলো আৰু তুমি ৰাখিলা। এখনি তামোল কাটি দুয়োজনে খাবাহঁক।"

২-৩২-৭ আৰু দুজন ভকতৰ বৰ মিত্ৰতা। এজনে ভিক্ষা কৰি চলে আৰু আনজনে চলে নিজ ধনেৰে। ভিক্ষা কৰা জনে ভিক্ষাত যি পায় এভাগ মিত্ৰকো দিয়ে। এদিন ভিক্ষা কৰাজনে ভিক্ষা কৰি কণটিও নাপালে, লগৰজনক ক'ৰ পৰা দিয়ে। তেওঁ লঘোণে ৰ'ল। লগৰজনে ৰান্ধি-বাঢ়ি খালে। ভিক্ষা কৰাজনে কি পালে নাপালে বুলি একো নুসুধিলে। তাকে দেখি ভকতে গুৰুজনক ক'লে, "বাপ, এনে নিৰ্দয় কথা দেখা-শুনা নাই।" গুৰুজনে দুয়োকে মাতিব ক'লে। ভকতে মতাত দুয়োজন আহিল। গুৰুজনে নিৰ্দয় ভকতজনক ক'লে, "এওঁ যে ভিক্ষা কৰি দুকঠা পালে একঠা তোমাক দিয়ে আৰু একঠা পালে আধা কঠা দিয়ে, তুমি ৰান্ধি-বাঢ়ি খালা আৰু তেওঁ উপবাসত ৰ'ল, তেওঁকনো কিয় নিদিলা, তেওঁ যে তোমাক দিয়ে। এনে নিৰ্দয় হ'লে দেখদেখকৈ জীৱ দুখতহে পৰিব।" এইবুলি দুখ কৰি গুৰুজনে তেওঁক বাহাত থাকিব মানা কৰিলে। তেওঁ ক'লে, "বাপ, মোৰ চাউল এমুঠি থকাত তাকে ৰান্ধি খালো, চাউল নটা দেখি তেওঁক নক'লো।" গুৰুজনে শ্ৰীৰাম আতাক ভকতজনৰ বাহাটো চাবলৈ ক'লে। শ্ৰীৰাম আতাই চাই দেখিলে বাহাত একলহ চাউল আছে। কথাটি আতাই গুৰুজনাক ক'লে। গুৰুজনে ক'লে, "আগতে এগুণহে পাপ হৈছিল, এতিয়া মিছা মতাত পাপ দুগুণ হ'ল, এতেকে এওঁ যাওঁক।" ভকতে দুৱাৰ বান্ধি তেওঁক খেদিলে। তেওঁ গ'ল। তেওঁৰ পাছে পাছে ভিক্ষা কৰা ভকতজনো গ'ল। ভকতে গুৰুজনাক কথাটি ক'লে। গুৰুজনে তেওঁক মাতিব কোৰাত ভকতে মতাত তেওঁ আহিল। গুৰুজনে ক'লে, "তেওঁকহে খেদিলো, তুমি যোৱা কিয় ?" তেওঁ ক'লে, "বাপ, আপুনি কৈছিলা, সুখে, দুখে, মৰণে, গ্ৰহণে মিত্ৰক এৰিব নাপায়, আৰু মই তেওঁক এৰিলে আপোনাৰ মুখামৃত বাক্যৰ লংঘণ হয়।" তেতিয়া গুৰুজনে দুয়োকে ৰাখিলে। গুৰুজনে নিৰ্দয় ভকতজনক ক'লে, "এনে নিৰ্দয়

স্বভাব এৰি একেখন তামোলে দুজনে ভগাই খাবাহঁক।”

২-৩২-৮ ডাঙৰীয়া সকলে দিয়া ধনেৰে গুৰুজনে বলধি পাৰাত ধানৰ ভঁৰাল এটি কিনিলে। গুৰুজনে যদুমণি আতৈক ক'লে, “যদুমণি, সকলো ভকতক জনাবা, তেওঁলোকে নিজে ধান আনি খালেহে হ'ব, মই ধান কিহেৰে আনিম?” যদুমণিয়ে কথাটো সকলো ভকতক ক'লে। সকলো ভকতে সন্মতি জনালে, কিন্তু বিষ্ণু আতাই ক'লে, “যদুমণি, মই যাব নোৱাৰো, গুৰুজনক ক'বা। গুৰুজনে বালিচাহীটোৰ পৰা হাতীটোক পুহিব পাৰে; কিন্তু মই এটা নিৰুপায় বিষ্ণুকে পুহিব নোৱাৰে? নেযাওঁ মই।” কথাটো ভকতক ক'লে নে নাই গুৰুজনে যদুমণিক সুধিলে। যদুমণিয়ে ক'লে, “বাপ, সকলোকে ক'লো আৰু সকলোৱে যাম বুলিছে, মাথোঁ আমাৰ দাদায়হে নেযায় হেনো।” গুৰুজনে ক'লে, “নেযায় যদি থাওঁক।” সকলো ভকতে ধান আনিবলৈ যাবলৈ ওলাল। গুৰুজনে যদুমণিক দোণ এটা দি ক'লে, “তিনি, চাৰি পুৰা যিজনে যিমান ধান আনিব পাৰে জুখি দিবা আৰু ধানবোৰ আনি চ'ৰাঘৰত দমাব দিবা।” যদুমণিয়ে সেই নিয়মে ধান জুখি দিছিল। ভকতে ধান আনি কীৰ্ত্তন ঘৰৰ চোতালত দমালে। গুৰুজনে ক'লে, “এতিয়া যিজনে যিমান পুৰা ধান আনিছিলা ইয়াৰ পৰা জুখি নিয়া।” যদুমণিয়ে ধান জুখি দিলে। চাৰিপুৰা ধান বাঢ়িল। গুৰুজনে ক'লে, “এই ধান বিষ্ণুক দিবা।” এনে কাৰ্য্যত ভকতসকলে আশ্চৰ্য্য-অদ্ভুত মানিলে।

২-৩২-৯ কাতি মাহত শ্ৰীৰাম আতাই কামৰূপ ৰাজ্যলৈ যোৱাৰ অনুমতি বিচাৰি গুৰুজনাক প্ৰাৰ্থনা কৰিলে। গুৰুজনাই সুধিলে, “কেলেইনো যোৱা?” আতাই ক'লে, “বাপ, গোসাঁনী মাতৃ, ঠাকুৰ আতা, বুঢ়া আতা, দক্ষিণৰ আতা, ভৱানীপুৰীয়া আতা, হৰিচৰণ ঠাকুৰ, পঢ়িয়া আতৈ, লক্ষ্মীকান্ত আতৈ, আন আন সেৱক আৰু নতুন যিসকল প্ৰিয়লোক ওলাইছে সকলোকে দৰ্শন কৰি জীৱন সাৰ্থক কৰো।” গুৰুজনাই ক'লে, “যোৱা, আৰু তিনি মাহত ঘূৰি ফুৰি চাই আহিবা।” গুৰুজনাক সেৱা কৰি শ্ৰীৰাম আতা গ'ল। আতাই তিনি মাহত সকলোকে চাই সেৱা কৰি আহি ভৱানীপুৰত গোপাল আতাৰ লগত হৰি কথা শুনি আছে। শ্ৰীৰাম আতাই খাই-বৈ চৰু সামৰি নিতে আহিব ওলায়, তেতিয়া গোপাল আতাই কৃষ্ণ কথা উলিয়ায়, শুনোতে কাণত যেন অমৃতহে বৰষে।

কথাৰ ৰসত শ্ৰীৰাম আতাৰ নিমিষতে গধূলি হয়, ভুকে নাপায়; ভোল গৈ নিজকো পাহৰে আৰু গুৰুজনাকো পাহৰি থাকে। আতাৰ হাতৰ তামোল হাততে ৰয়। শ্ৰীৰাম আতাই এদিন মন কৰি গোপাল আতাক ক'লে, "আতা, মোৰ গুৰুবাক্য নৰ'ল।" গোপাল আতাই তাৰ কাৰণ সুধিলে। শ্ৰীৰাম আতাই ক'লে, "আতা, তিনি মাহতে মোক গুৰুজনে যাব দিছিল; সকলো ঠাই ঘূৰিলো তিনি মাহত আৰু আপোনাৰ ইয়াতে তিনি মাহ ৰ'লো।" গোপাল আতাই ক'লে, "তেন্তে নোযোৱা কিয় ?" আতাই ক'লে, "নিতে যাবলৈ ওলাই আহো আৰু আপোনাৰ কথাত ভোল যাওঁ, গমকে নাপাওঁ কেতিয়া গধূলি হয়। এনেদৰে চলিছে আজি তিনিমাহে।" গোপাল আতাই ক'লে, "আজিয়ে মই বিদায় দিছো, কাইলৈ খাই-বৈ আপুনি পোনে পোনে গুচি যাব।" তেতিয়া শ্ৰীৰাম আতাই গোপাল আতাক সেৱা কৰি ক'লে, "আতা, সনাতন ধৰ্ম কেৱল একশৰণ যিসকলে আচৰি প্ৰতিষ্ঠা কৰি গ'ল আৰু আহিব লগা সময়তো যিসকল লোকে ইয়াক পালন কৰিব, আৰু যিসকল লোকে আশা কৰিছে আগলৈ পালিবলৈ আৰু এই সকলো লোকৰ বীৰ্য্যত যিসকল সন্তান গৰ্ভস্থ হৈছে এই চাৰিও প্ৰকাৰ লোকলৈ মই নমস্কাৰ কৰিলো আপোনাৰ সমানে।" শ্ৰীৰাম আতাই নিশা বৈ ভোজন কৰি ৰাতিপুৱাই ভৱানীপুৰৰ পৰা বিদায় ল'লে সেইমতে। আতাই গৈ মধুপুৰ পাই গুৰুজনাক সেৱা কৰিলে। গুৰুজনে শ্ৰীৰাম আতাক খং কৰি পিঠি দি বহি ক'লে, "মোৰ লগত তোমাৰ কি কাম? য'ত তোমাৰ ৰাজ্য তাতে তোমাৰ কাম।" তেতিয়া শ্ৰীৰাম আতাই ক'লে, "বাপ, মই মহাপাপীৰ বাবেহে সকলো লোকলৈ পিঠি দিয়া হ'ল; সকলো লোকৰে মাত্ৰ খবৰ হে ল'লো।" তেতিয়া গুৰুজনে আতাৰ সন্মুখ হৈ বহি ক'লে, "শ্ৰীৰাম, সখি, গোসাঁনী, গোপাল, মথুৰা, বিষ্ণু সকলোৰে বাতৰি কোৱা। আৰু তুমি মোক ভাল স্মৰণ কৰালা, তোমাক খং কৰি মই সৰ্বনাশ হ'লোহেঁতেন।" শ্ৰীৰাম আতাই সকলো খবৰ-বাতৰি ক'লে। গুৰুজনে আতাক নমস্কাৰ কৰি ক'লে, "তুমিনো এই ছয়মাহে ক'ত কি কৰিছিলা?" আতাই ক'লে, "সকলো ঠাইতে গ'ল তিনিমাহ আৰু অকল গোপাল আতাৰ লগত গ'ল তিনিমাহ।" গুৰুজনে ক'লে, "অ' ভালেহে কথাৰ সাগৰ গোপালে মোকো পাহৰাই ৰাখে।"

২-৩২-১০ কৃষ্ণবল্লভ আৰু বিষ্ণুবল্লভ, দুজনৰ মাজত মিত্ৰতা। কৃষ্ণবল্লভে পুৰা কল এজোপা ৰুইছিল সাৰ-জাবৰ দি। বিষ্ণুবল্লভে গৈ কৃষ্ণবল্লভক ক'লে, "ইয়াৰ কল হ'লে মোলৈকেও দয়া কৰিবা।" কৃষ্ণবল্লভে ক'লে, "সখি ইয়াৰে তোমাক কি দয়া কৰিম, তুমি মোৰ জীৱন সৰ্বস্ব।" ছয় মাহৰ পাছত বৰ কলৰ থোক এটি মেলি কলবোৰ আধা পুৰঠ হৈছিল। বিষ্ণুবল্লভে গৈ দা এখন খুজি কল থোক কাটি থৈ গ'ল। পাছত কৃষ্ণবল্লভে কথাটো শুনি খঙতে কঁপি ক'লে, "কল পুৰঠ হ'লে গুৰু-ভক্ত আৰু তেওঁকো দিলোহেঁতেন আৰু শেষত চাৰিটা আমিও খালোহেঁতেন, আপঁইতা কল কাটিলে যে নিনিলে কিয় ?" এইবুলি কৃষ্ণবল্লভে খং কৰি কল থোক নি বিষ্ণুবল্লভৰ দুৱাৰমুখত গিৰিসাই পেলাই ক'লে, "হেৰা, খোৱা কলবোৰ, মোক একো অন্যায় কৰিব নোৱাৰি আপঁইতা কলথোকহে কাটি আহিলা।" বিষ্ণুবল্লভে চাউল সিজাই আছিল। তেওঁ কৃষ্ণবল্লভক স্নান কৰি ভাত খোৱাৰ কথা ক'লে। কৃষ্ণবল্লভে তাকে নুশুনি যায়হে। বিষ্ণুবল্লভে কৃষ্ণবল্লভৰ বাট আগচি ধৰি স্নান ভোজন কৰাই বহাই তামোল দি ক'লে, "তেতিয়া কৈছিলা দেহৰ ওজনৰ সমান কলেৰে মোক মান ধৰিবা বুলি আৰু এতিয়া এথোক কলৰ মানো নধৰা দেখোঁ?" তেতিয়া কৃষ্ণবল্লভে জ্ঞান ফিৰাই পাই তলমূৰকৈ মৌন হৈ ৰ'ল।



# ত্ৰয়স্ত্ৰিংশ অধ্যায়

**২-৩৩-১** আই ধায়ে দুই নাতিয়েক বীৰনাৰায়ণ আৰু ব্ৰজনাৰায়ণক লগত লৈ ভাৰ-ভেটী লৈ আহি গুৰুজনাক সেৱা কৰিলে। আয়ে দুই নাতিয়েকক গুৰুজনাক সেৱা কৰিব ক'লে। ব্ৰজনাৰায়ণে সেৱা নকৰিলে। গুৰুজনাই ক'লে, "এই বীৰ নাৰায়ণে ৰজাও হ'ব আৰু ভকতো হ'ব। ব্ৰজনাৰায়ণে ভকত, ৰজা দুয়োটা হ'ব নোৱাৰে।" পাছত লক্ষ্মীনাৰায়ণৰ পুত্ৰ বীৰনাৰায়ণ ৰজাও হ'ল আৰু ভকতো হ'ল।

**২-৩৩-২** আই ধায়ে গোবিন্দ আতৈক দ্ৰোহ কৰিলে। পুতেক প্ৰাণনাৰায়ণ আৰু নৰনাৰায়ণক শনিয়ে পাওঁতে বৰনগৰৰ দিঙ্গা নগৰত তেওঁলোক আছিল। তাত শনিয়ে গোৰাত ধৰাত পণ্ডিতে কোৱাত নৰনাৰায়ণে ভেশছন্ন ধৰি অসম দেশ ফুৰোতে বগা হাতী আৰু মণিক দেখি গৈ পদুমখা, আবুখা, চিলাৰায়, গাভৰুখা এই চাৰিক আৰু লগত চিপাহী দি উত্তৰে দক্ষিণে পঠাই অসম ৰজা উদয়াদিত্য তুঙ্গথুঙ্গক চৰাই খোৰঙ্গক খেদি হাতী আৰু মাণিক লৈ যাওঁতে বাটত দল গাঁওৰ সেইখিনিত জীয়ৰী পাই লক্ষণ ভাল দেখি লৈ আহিছিল।

**২-৩৩-৩** চিলাৰায়ে খহটা সন্যাসীক ৰাজ্যৰ পৰা খেদিলত সি খং খাই ৰজাক মন্ত্ৰ বন্ধন দি আহি হাজোত আছিল। নমাহৰ মূৰত ৰজা নৰনাৰায়ণে দিগ্বিজয় কৰি গৈ ৰাজধানী পাই কথাটি জানি দুখ কৰি কান্দি সন্যাসীক বিচাৰ কৰি অনালে। সন্যাসীয়ে ক'লে, "মন্ত্ৰ বন্ধন দি আহিছো, বন্ধন খুলি দি বিচাৰিলে বহুত দ্ৰব্য পাম।" কথাটি জানি ৰজাই উগ্ৰ মূৰ্তি ধৰি সন্যাসীৰ দুখন ভৰি দুই নাওত বান্ধি নাও চলাই তাক ভৰি ফালি মৰালে।

**২-৩৩-৪** নৰনাৰায়ণ ৰজাই ৰঘুক বৰ আদৰ, স্নেহ কৰিছিল। দুৰ্গা গোসাঁনীৰ পূজাৰ মালা পুৰোহিতে ৰজাক দিলে ৰজাই নিতে পিতৃহীনা ভতিজা ৰঘুক দিয়ে। এবাৰ দুৰ্গোৎসৱৰ মালা ৰজাই পুত্ৰ লক্ষ্মীনাৰায়ণক দিলে। তেতিয়া ৰঘুৱে বাপেকৰ তৰোৱাল, বন্দুক, টুনি আদি লাখ টকাৰ বস্তু বিচাৰিলে। ৰজাই

সেই বস্তু ৰঘুক নিদিয়াত ৰজালৈ ৰঘুৰ পেটে পেটে বেজাৰ। ৰূপাবৰ আতৈয়ে ৰঘুক বুদ্ধি ভৰসা দিয়ে। ৰঘুৱে অসন্তোষ কৰি ৰজাক ফুৰি আহো বুলি কৈ বিজয়পুৰত বাহা কৰি ৰ'ল। পাছত ৰজাই ভতিজাকৰ স্নেহত পাত্ৰ-মন্ত্ৰীক পঠালে ৰঘুক আনিবলৈ। ৰঘুৱে নাহিল। দয়া কৰি ৰজাই নিজেই গ'ল ৰঘুক আনিবলৈ। ৰঘুৱে ভয় খাই ৰূপাবৰ আতৈক বুদ্ধি সুধিলে। আতাই ৰঘুক ক'লে, "বোপা, তোমাৰ মাৰাসকলক ঘোঁৰাত তুলি আগবঢ়াই দিবা।" ৰঘুৰ মাকসকলে নৰনাৰায়ণ ৰজাক ক'লে, "ৰজাই আমাক ৰাজঘৰৰ পৰা অৰণ্যলৈ খেদাই পঠালে আৰু ভাইশহুৰে অৰণ্যলৈও আহিছে আমাক ধৰিবলৈ।" তেতিয়া ৰজাই লাজ পাই দুখ কৰি গ'ল। ৰজাই ৰাজধানীলৈ গৈ নগৰ, গৃহ কৰি সোণকোষ নদী আৰু কলিয়াবৰ সীমা কৰি ৰাজ্যখন ভগাই ৰঘুক ৰাজ্য দিলে কন্দল ভাঙি। পাছত নৰনাৰায়ণ ৰজা ঢুকাল আৰু লক্ষ্মীনাৰায়ণ সেই ৰাজ্যৰ ৰজা হ'ল।

২-৩৩-৫ লক্ষ্মীনাৰায়ণ ৰজা হৈয়ে ৰঘু ৰজাৰ বিৰুদ্ধে যুদ্ধ দিলে চাকৰ আৰু চিপাহী আনি। ৰূপাবৰ আতৈ ৰঘু ৰজাৰ মন্ত্ৰী হৈছিল। ৰঘু ৰজাই আতৈক বুদ্ধি সুধিলে কি কৰিব বুলি। আতৈয়ে ৰজাক ক'লে, "যুদ্ধকে দিওঁ, সেই ৰজাৰ এক পল্টন বঙাল যৱন সেনা, সিনো কি কৰিব?" দুয়ো ৰজাৰ মাজত যুদ্ধ লাগিল। লক্ষ্মীনাৰায়ণ ৰজাৰ সৈন্যই ৰঘু ৰজাক বেঢ়ি ধৰিলে। ৰূপাবৰ আতৈয়ে ঘোঁৰা মোকলাইছিলেই, শত্ৰুৱে তেওঁক পাছে পাছে খেদি নিলে। আতৈয়ে খাৱৈত পৰি প্ৰাণ ৰক্ষা নপৰা অৱস্থা হোৱাত তেওঁ বাৰু চাট জাপ মাৰোতেই লক্ষ্মী ৰজাৰ হাতীয়ে শুৰেৰে তেওঁক ওপৰতে ধৰিলে। ৰজাই আতৈক নামাৰি জীৱিত অৱস্থাতে নি শিকলি লগাই বন্দী কৰি থৈ ক'লে, "অ' এওঁৱে ৰঘু ৰজাক বুদ্ধি শিকায়, ইয়াৰ পৰাই যুদ্ধ হৈছে।" তাৰ পাছত লক্ষ্মীনাৰায়ণ ৰজাই ৰঘুৰজাক ধৰি নিয়াই তেওঁক বেৰী লগাই থবলৈ হুকুম দিলে, চিপাহী মৰা দোষত। বেৰী গঢ়াবলৈ কমাৰ অনাত লক্ষ্মী ৰজাই ক'লে, "মোৰ দেশত বিস্তৰ ৰূপ সোণ আছে, শিৱসিংহৰ নাতি আমি দৰিদ্ৰ নহওঁ যে লোহাৰ বেৰী লগাম।" এইবুলি ৰজাই হাতৰ সোণৰ খাৰু সোলোকাই দিলে আৰু তাৰে বেৰী গঢ়োৱা হ'ল। দুই মাহৰ পাছত মইন্দ্ৰী মাদৈয়ে গৈ টকা নশ ভৰি ৰঘু ৰজাক মোকলাইছে। লক্ষ্মীনাৰায়ণ ৰজাই ৰঘু ৰজাক তেওঁৰ ৰাজ্যৰ ৰজা পাতি বঁটা দি পঠাইছে। ৰঘু ৰজাই এক দুই পৰ বাট

আহোতে বাটত কপিলপুৰৰ কোপাল খোঁচা গণকে চাই ৰজাৰ মৃত্যুৰ দিন-বাৰ তিথিৰ সৈতে ক'লে। ৰজাই তাৰে পৰাই উভতি গৈ গঙ্গাত দান-দক্ষিণা কৰি নন্দীঘাটত এগল পানীত প্ৰাণ এৰিছে। ৰাণীয়ে অনেক টকা খৰচ কৰি ৰজাৰ ক্ৰিয়া-কৰ্ম কৰি আহিছে। পাছত ৰঘু ৰজাৰ পুত্ৰ মুদ নাৰায়ণ ৰজা হৈছে। মুদ নাৰায়ণে ৰাজধৰ্ম পালি কুৰি বছৰ ৰাজ্য ভোগ কৰি ঢুকাইছে। তেওঁৰ দুজন পুত্ৰ ক্ৰমে ধ্বজ নাৰায়ণ আৰু পৰীক্ষিত নাৰায়ণ। আহোমৰে যুদ্ধত অসম ৰাজ্যৰ পৰা মাণিক, ধাই আৰু হাতী অনাৰ সময়ত যুৱৰাজ চিলাৰায়ে দৰঙৰ মঙ্গলদৈৰ কাষৰ হাউলিত ছয়মাহ আছিল। পৰীক্ষিত ৰজা হৈয়ে তালৈ গ'ল। যোগীৰ ঘোপা, মানাহৰ পৰা কলিয়াবৰলৈ কামৰূপত পৰীক্ষিত নাৰায়ণ ৰজা হ'ল। কামাখ্যাত দেৱী নচা সময়ত ৰজা কেন্দুলাইয়ে গোপনে চাওঁতে দেৱীয়ে শাপিছিল। কেন্দুলাইৰ ৰাজ্য অসম ৰাজ্যৰ কৰতলীয়া ৰাজ্য হ'ল আৰু কেন্দুলাইৰো মূৰ কটা গ'ল।

২-৩৩-৬ ৰূপাবৰ আতৈয়ে লক্ষ্মীনাৰায়ণ ৰজাৰ বন্দীশালত ছয়মাহ দুখতে পৰি আছিল। হৰিদ্বাৰৰ পৰা এজন প্ৰকাণ্ড মাল আহি লক্ষ্মীনাৰায়ণ ৰজাক মাল খুজিলে যুঁজিবলৈ। সেই মাল বৰ লম্বা, মোটা, ভব্য-গব্য। মালক দেখি ৰজাৰ মালে ভয় খাই ক'লে, "মহাৰাজ, এনে মাল আগতে দেখা নাই, এই প্ৰকাণ্ড মালে আমাৰ ষাঠিজনকে মাৰি পানী কৰিব পাৰে।" তেতিয়া ৰজাই লস্কৰ কৃপাবৰ আতৈক শিকলি গুচাই আনি স্নান-ভোজন কৰাই ক'লে, "তুমি আমাৰ পিতা, খুৰা আৰু মন্ত্ৰীৰ লাজ ৰাখিব পাৰিবানে?" আতৈয়ে ৰজাক ক'লে, "মহাৰাজ, মই পাৰো নোৱাৰো তাৰ প্ৰমাণ চাব লাগে।" পিছদিনা আতৈয়ে যুদ্ধৰ খেল দেখুৱালে। আতৈক সাতজন লোকে ধৰি থাকোতে আতৈয়ে বান্ধ চাট মাৰি সিহঁতৰ পৰা সৰকিল, কোনোৱে তৰ্কিবই নোৱাৰিলে। এনে অদ্ভুত-আচৰিত কাৰ্য্য দেখি বাহিৰৰ মালে ক'লে, "মই অনেক দেশৰ মালক জয় কৰি আহিছো, এনে মাল দেখাওঁ নাই শুনাওঁ নাই; এনে মালক কোনে পাৰিব।" এই বুলি বাহিৰৰ মালে হাৰ মানি গুচি গ'ল।

২-৩৩-৭ ৰজাই আতৈক ক'লে, "আতৈ, তোমাৰ দৰে বান্ধৰ পৰা পাক-চক্ৰ মাৰি ওলাব পৰা বিদ্যা আমাৰ একশজন ছাত্ৰক শিকাই দিয়া।" আতৈয়ে

একশজন ছাত্ৰক মহা পৰিশ্ৰম কৰি সেই বিদ্যা শিকাই ৰজাক সোধালে খেল দেখুৱাবলৈ। একশজন ছাত্ৰৰ ভিতৰত তিনিজন ছাত্ৰই পাক-চক্ৰ দি উঠিব পাৰিল। তেওঁলোক – জয়হৰি, ৰামহৰি আৰু শ্ৰীহৰি। ৰজাই তেওঁলোকক খাৰু, পছৰা, পাটৰ ধুতী, একুৰি টকা আৰু এডোখৰ মাটিৰ বন্দৱস্তী কৰি বঁটা দি পঠালে। তেওঁলোক তিনিজনে এবেলাৰ বাট আগবাঢ়ি আহি বাকীসকল ছাত্ৰৰ লগ লাগি পুনৰ এদল হ'ল। তেওঁলোক তিনি বেলাৰ বাট যাওঁতে বাকী সকলো ছাত্ৰই তিনিজন উত্তীৰ্ণ ছাত্ৰক পাক-চক্ৰ শিকাবৰ বাবে ধৰিলে। তিনিজনৰ এজনে তেওঁলোকক কৃপাবৰি পাকটো শিকাই সম্বোধন কৰি বিদায় ল'লে। আন দুজন তেওঁলোকৰ লগত গ'ল। তিনিবেলি বাট যোৱাৰ পাছত দুজনৰ এজনে দয়া কৰি তেওঁলোকক সোণবৰি কোবটো দেখুৱাই ক'লে, "আৰু নাই।" এই বুলি কৈ তেওঁ ঘৰলৈ গ'ল। বাকীজনে গৈ আতাৰ লগতে থাকি আতাক পৰিচৰ্য্যা কৰিব ধৰিলে। তেওঁ আতাক সকলো কথা ক'লে। তেতিয়া আতাই পৰম সন্তোষ লভি দয়া কৰি পুৰাণৰ এক দৃষ্টান্ত কৈছে – সূৰ্য্যসেন অধ্যাপকে হৰিদ্বাৰত একশজন ছাত্ৰক পঢ়াই পণ্ডিত কৰি তুলিলে। ছাত্ৰহঁতে চ'ত ফুৰি একশ টকা পাই গুৰুক দক্ষিণা দি সেৱা কৰিলে। গুৰুৱে ক'লে, "মোৰ মনৰ ইচ্ছা পূৰণ কৰি দক্ষিণা দিয়াহঁক।" ছাত্ৰহঁতে ক'লে, "আপুনি আমাক মহাশ্ৰম কৰি পঢ়ুৱালে, এতেকে আপোনাৰ পছন্দৰ দক্ষিণা আমি দিম।" গুৰুৱে ক'লে, "মই জন্মৰে পৰা সকলো জীৱৰ মাংস খাইছো, মানুহৰ মাংস খোৱা নাই আৰু মোৰ মানুহৰ মাংস খাবলৈ মন গৈছে, এতেকে ছাত্ৰসকলে মিলি আলোচি এজন ছাত্ৰ মোক দিবা।" ছাত্ৰসকলে ক'লে, "প্ৰভু, কালিলৈ আলোচনা কৰি দিম।" কথা শুনি সেই নিশাই আঠৈকুৰি ছাত্ৰ পলাল। পিছদিনা গুৰুজৰে ছাত্ৰ খুজিলে। ছাত্ৰহঁতে ক'লে, "প্ৰভু, যোৱাকালি নিয়ম কৰিব নোৱাৰিলো, অহাকালিলৈ দিম।" ছাত্ৰহঁতে ক'লে, "এনে কথা দেখাও নাই, শুনাওঁ নাই, প্ৰাণৰ আশা কোনে এৰিব পাৰে?" এইবুলি ৰাতিতে পঁচিশজন ছাত্ৰ পলাল। ৰাতিপুৱা গুৰুৱে সুধিলে, "কোনোবা ওলালনে?" ছাত্ৰহঁতে ক'লে, "গুৰুদেৱ, কালিলৈহে মিমাংসা কৰিব পাৰিম।" সেই ৰাতি পোন্ধৰজন ছাত্ৰ পলাল। পুৱা গুৰুৱে পুনৰ ছাত্ৰ বিচাৰিলে। ছাত্ৰহঁতে ক'লে, "গুৰুদেৱ, কালিলৈ আমাৰ এক বৈঠক হ'ব।" সেই ৰাতি তেৰজন ছাত্ৰ

পলাল। শেষত তিনিজন ছাত্ৰ ৰ'ল। পিছদিনা গুৰুৱে ক'লে, "দেখোঁ ছাত্ৰ নাইকিয়া হ'ল?" ছাত্ৰহঁতে ক'লে, "গুৰুদেৱ কালিলৈ হ'ব।" সেই ৰাতিও দুজন গ'ল এজনহে ৰ'ল। পিছদিনা গুৰুৱে ছাত্ৰজনক মাতিলে। ছাত্ৰজনে ক'লে, "গুৰুদেৱ, সকলো ছাত্ৰ পলাল প্ৰাণৰ আশাত, এতেকে মোকে খাওঁক।" তেতিয়া গুৰুৱে দা ধৰাই ল'লে আৰু ছাত্ৰজনে স্নান কৰি আহি কাঠৰ ওপৰত গল থলে। গুৰুৱে দাখন দাণ্ডি কাটিব খুজোতেই ছাত্ৰজনৰ চকুৰে লোতক বৈ গ'ল। তেতিয়া গুৰুৱে খং কৰি দাখন পেলাই বহি লৈ ক'লে, "দুখ মনে দিয়া দক্ষিণা মই কেনেকৈ ল'ম, দিয়াৰো অসাৰ্থক আৰু লোৱাৰো অসাৰ্থক।" তেতিয়া ছাত্ৰজনে অনেক কাতৰ কাৰ্পণ্য কৰি ক'লে, "গুৰুদেৱ, এইবাবেই মোৰ দুখ লাগিছে, আমি একশজন ল'ৰা পঢ়িলো, প্ৰাণৰ ভয়ত সকলোটি পলাল, সিহঁত থকা হ'লে মোক কুটি-বাছি দিব পাৰিলেহেঁতেন আৰু আপুনি সুখত ভোজন কৰিলেহেঁতেন। আপুনি কষ্ট কৰিব লাগিল, কি মোৰ দুৰ্ভাগ্য, এই বুলিহে দুখত মোৰ চকুলো ওলাইছে।" তেতিয়া গুৰুৱে ছাত্ৰজনৰ বান্ধ মুকলি কৰি দি ক'লে, "মানুহে জানো মানুহৰ মাংস খায়? ৰাক্ষসেহে মানুহৰ মাংস খায়। মই পৰীক্ষাহে কৰিছো।" তেতিয়া গুৰুৱে ছাত্ৰজনক ৰাখি ছাল, মেদ, তেজ, মাংস, অস্থি, মজ্জা সাত আৱৰণৰ ভিতৰৰ পৰম তত্ত্ব মহাভাৰত দয়া আৰু স্নেহত ছাত্ৰজনক শিকালে। ছাত্ৰজনৰ মনে বিচৰা বাধাহীন গতি হ'ল, যি বিচাৰে সেয়ে হয়। এই দৃষ্টান্ত কৈ আতৈয়ে নিজ ছাত্ৰজনক যিটি একাম্বৰী* কোব আছিল তাকো শিকালে। এতিয়া একশ-ছয়কুৰি লোকে বেঢ়ি ধৰিলেও সি চাট মাৰি সাৰি আহে। তাৰ পাছত আতৈয়ে ৰজাৰ পৰা বিদায় লৈ অনেক বস্তু ভাৰ বান্ধি আনি আহি মাধৱদেৱ গুৰুজনাক সেৱা কৰিলে। আতৈয়ে গুৰুজনাক আদি অন্ত সকলো কথা ক'লে। গুৰুজনে ধৰ্ম তত্ত্ব চৰ্চা কৰি আতৈক ক'লে, "আমাৰ গুৰুধৰ্মৰো এই আৰ্হি -- একাম্বৰী; একাম্বৰী আৰ্হি যাৰ জন্ম নিবাৰণ তাৰ।"

২-৩৩-৮ গোসাঁই ঘৰীয়া সন্তান কৃষ্ণ আতৈৰ সৈতে খৰাই লগা হৰি আতৈৰ মিত্ৰতা। কৃষ্ণ আতৈ টকা-পইচা, অন্ন-বস্ত্ৰৰে চহকী, বৰ আঢ্যৱন্ত; কিন্তু তেওঁ কষ্টেৰে চলে। তেওঁ দ্ৰব্যবস্তু ভকতকো নিদিয়ে, হৰি আতৈকো নিদিয়ে। হৰি আতৈয়ে কূট বুদ্ধি কৰি কৃষ্ণ আতৈক ক'লে, "আজি সপোনতে মই গৈ

বৈকুণ্ঠ পালো। তাত দেখিলো সেৱকৰ সৈতে গুৰুজন বহি আছে। তাৰ মাজতে আপোনাৰ পিতৃ তাৰৈক দেখি ওচৰলৈ গ'লো। তেওঁ সকলোৰে খবৰ সুধি ক'লে, অ' মোৰ ল'ৰাক ক'বা, এই বৈকুণ্ঠত সকলো পায়; কিন্তু বেজী পাবলৈ নাই, এতেকে কৃষ্ণই প্ৰাণ এৰিলে মনত কৰি বেজী এটা আনিব, মোৰ ধুতী কাপোৰ ফালি গ'ল, বৰ কষ্ট হৈছে; দহোকুৰি ক'বা দেই।" কথাটি শুনি কৃষ্ণ আতৈয়ে মূৰ তল কৰি ক'লে, "আতৈ, মৃত্যুকালত মহা মহন্তৰ মুখতহে ৰামনাম আহে; মোৰ মৃত্যু কালত বেজীতো দূৰৰ কথা, দুখ-কষ্টত চেতনা পাওঁ কি নাপাওঁ, ৰাম নাম শুনো কি নুশুনো।" তেতিয়া হৰি আতৈয়ে ক'লে, "তেন্তে অত বস্তু কিয়নো সাচিছা গুৰু-ভকতক নলগাই?" গুৰুজনাই কৈছে –

মিলিব মৰণ হাটে কি বাটে।
যত দেখা ধন ধান,
যায় কেতিক্ষণে প্ৰাণ,
সঙ্গে এক ৰতিও নাযায়।

আৰু উজনিৰ পদ্ম আতাই কৈছে –

ৰুলে দাব পাৰি, দিলে পায়।
যমপুৰী নিদানৰ ঠাই, ইয়াত দিলে তাত পায়।

অসাৰ সংসাৰ – জ্ঞানীজনে কয়। "যিবা দেই, যিবা খায়, সেই মাত্ৰ ৰয়।" এনে কথাই কৃষ্ণ আতৈৰ হিয়াত ব্ৰজ ভেদি যোৱাদি গ'ল। তেওঁ অনেক টকা ভাঙি গুৰু-ভকতত লগালে আৰু নিজে চলিবৰ বাবে কিছু টকা ৰাহি হৰি আতৈকো কিছু টকা দিলে।

২-৩৩-৯ বাউলাৰ নৰহৰি আতৈয়ে প্ৰসঙ্গৰ স্থলতে খোৱা-লোৱাৰ বিষয়ে কথা কয়, কোনোৱে শুনে আৰু কোনোৱে কেটেৰা মাৰি কটাক্ষ কৰে। এদিন গুৰুজনে শুনি ক'লে, "আতৈসকল, মূৰ্ত্তিকাৰসকলে মৌ-সিটাৰে মূৰ্ত্তিটো কৰি তাৰ ওপৰত মাটিৰ প্ৰলেপ দি মাজত এটি বিন্ধা ৰাখে। পাছত ৰূপ, সোণ, তাম, পিতল, ৰাঙ, তপতাই গলাই সেই বিন্ধাৰে বাকি দিয়ে। তপত গলিত ধাতুৱে মৌ-সিটা গলাই পূৰ্ণাংগ মূৰ্তিৰ ৰূপ লয়। মূৰ্তিকাৰে পাছত মাটিৰ খোলাটি ভাঙি মূৰ্তিখন উলিয়ায়। আমাকো আদি নিৰঞ্জনে মহাপ্ৰলয়ৰ পাছত অণ্ডজ,

দেহজ, উদ্ভিদজ আৰু জৰায়ুজ চাৰিবিধ জীৱ দেহৰ অংশৰ পৰা বাহিৰ কৰি মহা প্ৰকৃতিৰ হাতত দিলে সৃষ্টি পাতিবলৈ। পুৰুষৰ কটাক্ষতে মহামায়াৰ জন্ম হ'ল। গৰ্ভ হৈ মহত্ব উৎপন্ন হ'ল। তাৰপৰা সত্ব, ৰজ, তম তিনি গুণত তিনি দেৱতাৰ জন্ম হ'ল। তেওঁলোক ৰাজ সভা, সমসত্ব, গোল সকলো বিষয়ৰ তেৰকুৰি গুণৰ অধিষ্ঠাতা। তাৰ পাছত এঘাৰ ইন্দ্ৰিয়, চৌবিশ তত্ত্ব, সোতৰ বিকাৰ, পঞ্চভূত, সপ্ত আৱৰণ, অষ্ট প্ৰকৃতিৰ সৈতে ব্ৰহ্মাই জীৱন দেহ স্ৰজন কৰিলে পূৰ্বতে। অনন্ত কোটি ব্ৰহ্মাণ্ড, চৌধ্য ভুৱন, স্বৰ্গ, মৰ্ত, পাতাল, সাত দ্বীপত জীৱই গৰু, ম'হ, পশু-পক্ষী, কীট-পতঙ্গ পৰ্য্যন্ত জন্ম লৈ ভ্ৰমিব লাগিছে যোনি চেপা খাই। বীৰ্য্য গৰ্ভত পৰি চকু-কাণ নাকেৰে জীৱই স্বৰূপ আকৃতি পায়। এনেকৈ অনেক জীৱৰ জন্ম লৈ ভ্ৰমি মনুষ্য শৰীৰ পাইছোহঁক। আৰু তিনিবিধ লোক আছে দেশত —নৰাকাৰ, নৰাধম আৰু নৰোত্তম। ধন্য দেৱতাৰ বাঞ্ছনী, ব্ৰহ্মাৰ প্ৰাৰ্থনী নৰদেহা, ভাৰতবৰ্ষ, ৰামনাম আৰু গুৰু। এনেকৈ কলিমল হ'ল মৌ সিটা, অবিদ্যাৰ পঞ্চপৰ্বা। ৰত্নৰ দ্বীপ ভাৰতবৰ্ষ হাটত সাধুৰ দোকানত ব্যৱসায় যিসকলে নকৰে বা ভুকে নাপায় তেনে লোক নৰৰ আকৃতিৰ নৰাকাৰ, গোটে ৰাক্ষস, পিশাচ। আৰু তোমালোকে নৰোত্তম, নৰৰ উত্তম জন্ম পাইছাহঁক। এতেকে কৰ্ণপথেৰে ৰামনাম সোমাই মিছাৰ পাপ পুৰি চিদানন্দ হৈ বৈকুণ্ঠলৈ ব'লাহঁক। কুকথা কৈ তাম-ৰাঙৰ লোভত মৰা কিয় হীৰা ৰত্ন এৰি?" সেই সময়ত গুৰুজনে গীত গাইছে (ৰাগ গৌৰী) আৰু ক'লে, "মোৰ গুৰুজনে কৈছে —

কমল নয়ন চিত্ত চেতন লাই
চোৰি ৰাম নাম অমিয়া উপযোগা
যৈচে পুৰীষ শূকৰে কৰে ভোগা।

**২-৩৩-১০** এদিন শ্ৰীৰাম আতাই ভিক্ষা কৰিবলৈ গৈ দুজন বুঢ়াক লগ পালে। এজন বুঢ়াই আতাক ক'লে, "আতৈ, ক'লৈ অহা হৈছে?" আতাই ক'লে, "ভিক্ষা কৰিবলৈ যাওঁ।" বুঢ়াই পুনৰ ক'লে, "মযো এদিন ধান-চাউল এগাল দিব লাগিছিল, বাৰু আজিলৈ যাওঁক।" বুঢ়াই আৰু এদিন আতাক বাটত লগ পাই সেইদৰে ক'লে। আকৌ এবাৰ বুঢ়াই তেওঁৰ পদূলিমুখত আতাক দেখি ক'লে, "আতাক একঠা চাউল দিব লাগিছিল, বিষয়া লোক, বৰ জঞ্জাল, সময়ে

কৰিব পৰা নাই; এদিন দিব লাগিব।" তেতিয়া আতাই বুঢ়াক ৰাগ কৰি ক'লে, "ঐ বৈচালীৰ পো, চালাৰ বেটা চালা, কেতিয়া মই তোৰ ঘৰলৈ গৈ ধান-চাউল খুজিছো? তই যে তিনিদিনে তেহতেহাইছ্য* ? তই হেন বিষয়া, তোৰ নাম শুনিলে ঘৃণা লাগে। স্রষ্টা আদি পুৰুষে তিনিজন বিষয়া পাতিছে – স্রজন, পালন আৰু সংহাৰৰ ক্ৰমে ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ। আৰু সত্য, ৰজ, তম কৰ্ম অনুসৰি পঠাইছে মূল দেৱতা আৰু মানুহ। আৰু সিহঁতে সেইমতে চলি সৃষ্টিৰ মহাপ্ৰলয়ৰ সীমালৈকে ভ্ৰমিছে। ঐ নৰাধম পাপী তয়োনো বিষয়ানে, কি অদ্ভুত কথা শুনিলো, দূৰ হ দুৰাচাৰ। এই গৃহবাস অন্ধকূপ, নকৰক দ্বাৰ। পুত্ৰ-ভাৰ্য্যা টোপনিত পৰি আছে আৰু তই ল'ৰা-তিৰোতা, গৰু, ম'হ, বান্দী, গোলামৰ ওপৰত বিষয়া, তাৰে জঞ্জাল ভাঙিবই নোৱাৰা তই? ৰজাৰ তিনিবিধ বিষয়া। এজন বিষয়া ৰাজখোৱা কাৰীৰ। তেওঁ ৰাজচ'ৰাৰ ৰাজখোৱা, ছয়কুৰি লিগিৰা-লিকচৌ পায়, দোলাত ফুৰে, তিনি হাজাৰ লোকৰ সোধপোছ কৰি ধন, ভেটী, মান খায়; তেওঁ উত্তম। খাত ৰাজখোৱাই দুই কুৰি লগুৱা পায়, তেওঁৰ মান মধ্যম। আৰু ঘাট ৰাজখোৱাই গঁতা, কিল খায়; সি মধ্যম। সিয়ো কয়, "ময়ো ৰাজখোৱা।" বেপাৰীও তিনিবিধ – উত্তম, হাজনীয়া আৰু দোকানী। হীৰা, ৰত্ন, ৰূপ, সোণ, পোৱাল, মাণিক বেচে, তেওঁ উত্তম। মধ্যম বিধে ছামৰাৰ বস্তু, কিংখাপ, মখমল, পাটৰ কাপোৰ বেচে। অধম বেপাৰীয়ে লোণ, খাৰ বেচে; সিয়ে কয়, "ময়ো বেপাৰী।"

২-৩৩-১১ জীৱনী আৰু যদুমণি আতৈয়ে গুৰুজনাক চৌধ্য প্ৰসঙ্গৰ মূৰ্তি প্ৰাৰ্থনা কৰিলে। আতৈক গুৰুজনে মূলবস্তু মুঠতে ক'লে। পুনৰ এবাৰ আহি যদুমণি আতৈয়ে গুৰুজনাক ক'লে, "বাপ, মূলবস্তু চৰ্চা কৰি কৈ মোক অনুগ্ৰহ কৰক।" তেতিয়া গুৰুজনে ক'লে, "বাৰু, কাপোৰ এযোৰ, টকা পাঁচটি, শৰাই আৰু বন্তিৰ খৰছ আনা।" আতৈয়ে তেনেকৈয়ে দিলে। গুৰুজনে আদি, অনাদি, দেউ, গুৰু, নাম, ভকত, অনন্তজোৰা, অন্তৰঙ্গকৰণ এই সাত প্ৰকাৰ সম্বন্ধৰে মূলবস্তু ক'লে। তেতিয়াও মূৰ খুৱালে টিকনি ৰখাৰ দৰে কিছু কথা গুৰুজনে ৰাখিলে। আতৈয়ে পুনৰ টকা বস্ত্ৰ দিয়াত গুৰুজনে ব্ৰহ্মাণ্ডপুৰাণৰ এটা দৃষ্টান্ত কৈছে, – হৰিদ্বাৰত হৰবিন্দ নামেৰে ৰজা এজনৰ যক্ষ্মা ৰোগ হ'ল। তেওঁ অনেক বৈদ্য লগাই লাখ লাখ টকা ভাঙি ঔষধ আনি খালে; কিন্তু একো ফল নধৰিলে।

পাছত সুৱানন্দ নামেৰে এজন সন্যাসী আহি ৰজাক এটা ঔষধ দি গ'ল। সন্যাসীৰ ঔষধ ৰজাই অৱহেলা কৰি খালে আৰু তাৰ একো ফল নধৰিলে। এবছৰ পিছত সন্যাসীয়ে আহি মনতে ক'লে, "অ' মহাৰাজ, অৱহেলা কৰি ঔষধ খালে, সেয়ে ঔষধে ফল নধৰিলে, এইবাৰ ধৰিব।" এইবাৰ সন্যাসীয়ে ৰজাক এহেজাৰ টকা খুজিলে। ৰজাই টকা এহেজাৰ সন্যাসীক দিলে। সন্যাসীয়ে ঔষধ বনাই ৰজাক ক'লে, "মহাৰাজ, মোৰ ঔষধ তৈয়াৰ কৰা হ'ল, এতিয়া এক লাখ টকা খৰছ কৰি কিনি ঔষধ খাওঁক।" ৰজাই এক লাখ টকা ভাঙি ঔষধ খালে। ৰজাৰ ৰোগ নাশ হৈ বেদনাই ছত্ৰভঙ্গ দিলে। প্ৰথমৰ ঔষধ আৰু শেষৰ ঔষধৰ খুদমানো ভেদ নাছিল। এতেকে নিশ্চয়ে পাৰ আৰু সংহয়ত সংসাৰ। উপকাৰী অঞ্জনীয়াৰ পৰা ধৰ্মবস্তু লৈ এইবাৰ তৰিম বুলি দৃঢ়তাৰে বৈ বিচাৰ কৰি ধৰ্মত আগবঢ়া। লাউ, কোমোৰাই স্পৰ্শকেৰে খোপ দিহে ওপৰলৈ বগায়। হৰিভক্তিৰো সেই নিয়ম নহ'লে সংসাৰ তৰণ দুষ্কৰ।" তেতিয়াৰ পৰা ভকতসকলে যিজনে যি নিয়মত আছিল তাতে দৃঢ় হ'ল। আৰু যদুমণি আতৈয়েও নিশ্চয় হৈ টকা, বস্তু ঘূৰাই লৈ ঘৰলৈ গ'ল।

২-৩৩-১২ ভাদ মাহত মহাপুৰুষ গুৰুৰ কীৰ্ত্তন কৰি মাধৱদেৱ গুৰুজনে কাকতকুটালৈ গৈছিল সেৱা কৰিবলৈ। শুৱালু কাজীয়ে বাটৰ কাষত ধান ৰুইছিল। ধানডৰা ভাল হোৱা দেখি কাণ খোচৰা গোবিন্দ আতৈয়ে ক'লে, "খেতিডৰা ভাল হৈছে।" তেওঁলোকে গৈ কাকতকুটাত বহোতে আৰু আহোতে বাটত গোবিন্দ আতৈয়ে সেইদৰেই ক'লে পুনৰ। তেতিয়া গুৰুজনে ক'লে, "গোবিন্দ, তোমাৰ জন্ম হ'ব, তুমি এই ঠাইত থাকি ধান পকিলে এসাঁজ খাই আহিবা।" আতৈয়ে ক'লে, "বাপ, কলিত দেহেৰে কৰ্ম কৰিলেহে পাপ, মন বা বাক্যৰে ক'লে পাপ নহয় বুলি শুনিছো।" গুৰুজনে ক'লে, "এবাৰহে ভাবিলে সত্য, পাপ নাই; দুবাৰত ৰজ, কিছু দোষ হয় আৰু তিনিবাৰত ত্বমত পৰিলে বন্ধন লাগে, সংসাৰ যাতায়াত হয়। এতেকে তুমি ইয়াতে থাকা আৰু বুঢ়া কালৰ দুখ পুত্ৰৰ লগত থাকি গুচাই আহা।" পাছত আতৈয়ে তাতে বৈ এটি পঁজা ঘৰ কৰি দুমাহ থাকি কাতি মাহৰ সাত দিন থকাত কাজীক কৈ একুৰি টকা দি ধানৰ আগ ছিঙি নি খুন্দি চাউল কৰি নিজেও নিছে আৰু গুৰুজনাকো দিছে পচলাৰ সৈতে। সেই চাউল আতৈয়ে

গুৰুজনাকো ভোজন কৰাইছে আৰু নিজেও কৰিছে। তেতিয়া গুৰুজনে সকলোকে কৈছে, "কথাতে তৰি, কথাতে মৰি। এক বাক্য খাগৰি খৰি, মনে সংসাৰ ভ্ৰমায়, বাক্যই জন্ম লগায়, বাক্যই মোক্ষ দিয়ে। এতেকে আতৈসকল হঠাতে একো নুবুলিবাহঁক। কৃষ্ণদেৱে ধোবাক বধোতে আগ পাছ চাই প্ৰহাৰ কৰিছিল। চাই বাট বুলিবা, কৰ্ম কৰিবা।"

২-৩৩-১৩ নাৰায়ণ লস্কৰে জনাৰ্দন আতৈক গুৰুবাক্যৰ কথা সুধিছিল। এদিন নাৰায়ণ লস্কৰে গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে, "বাপ, জনাৰ্দন আতৈয়ে মোৰ লগত কথাবাৰ্তা নকয়, পেটে পেটে তেওঁ মোক ভাল নাপায় আৰু মোৰো তেওঁলৈ অৰুচি।" গুৰুজনাই মুকুন্দ আতৈক আজ্ঞা কৰিলে লস্কৰক ধৰ্মৰ আগ গুৰি দেখুৱাবলৈ। মুকুন্দ আতৈয়ে এক দৃষ্টান্ত কৈছে — কেঁকোৰীয়ে দ ঠাই চাই ভাদ্ৰ মাহত গাঁত খান্দি গভীৰ পানীত পৰি থাকে। শান্তিত থাকি কেঁকোৰীৰ গা মঙহাল হয়। বাহিৰত ফুৰা কেঁকোৰাই ঠাই ঠাই বগাই ফুৰে, সিহঁতৰ গা খীণ, স্থল-পানীক'তোৱে থিতাপি নাপায় আৰু কুকুৰ, শিয়ালে পালে সিহঁতক ভক্ষণ কৰে। একে ঠাইতে নাদ খান্দিলে ভাল, বহুত ঠাইত খান্দিলে হয় শ্ৰম। আৰু কোনো ঠাইত খান্দিলে যদি বালি ওলায়, পানী শুকায়, তেতিয়া অইন ঠাই বিচাৰিব পূৰ্বৰ গুৰুকে হৃদয়ত লৈ। ঋষভ দেৱৰ বাক্য — নিশ্চয়তাত জীৱ তৰে। মন কৰিবা, হৃদয় ভাণ্ডাৰত যি আছিল তাকে দিলো। তথাপি অন্তিম কালৰ টোপনিৰ কথা আনত বিচাৰি ল'বা। সেয়া মই পূৰ্বতে বিচৰা নহ'ল আৰু যদি পোৱা মোক ক'বাহে। পুত্ৰ ওপজাৰে পৰা পিতৃয়ে শ্ৰমকৈ খুৱাই-বুৱাই ডাঙৰ কৰে আৰু পুত্ৰ সমৰ্থৱান হ'লে পিতৃ-মাতৃক এৰে। সৎ পুত্ৰই পিতৃ-মাতৃক প্ৰতিপাল কৰে পুনৰ। এনে হ'লে জীৱৰ কুশল। এই আজ্ঞা লৈ বিশিষ্ট সন্ত লাভ কৰি শিকি, বুজি সেৱা কৰি দুয়ো সংসাৰ তৰা।"

২-৩৩-১৪ আই ধায়ে নিতে দুজন ভকতক জলপান ভোজন কৰায়। এজন বৃদ্ধ লোকে ভকতক অনা নিয়া কৰা। আই ধায়ে কড়ি চাৰি পোণ আৰু পছৰা দুখনকৈ দক্ষিণা দিয়ে। বৃদ্ধ লোকজনে ভকতক বাহাত থৈ আহেগৈ পুনৰ। এবাৰ শ্ৰীৰাম আতাৰ নিমন্ত্ৰণ আহিল। আতাই গামোচা আৰু কপিঙ্গ পিন্ধি যাবলৈ ওলাইছে। গুৰুজনে আতাক ক'লে, "শ্ৰীৰাম, এনে বেশেৰেই যোৱানে? বাটত

লোকে বাট এৰি দিব কি নিদিয়ে?” গুৰুজনে ধুতী, পছৰা, এমুৰে টানি বন্ধা চোলা এটি আতাক দিলে। শ্ৰীৰাম আতাই তাকে পিন্ধি লৈ গৈ লগৰ ভকতজনৰ লগত বহিল ভোজন গৃহত। বৃদ্ধ লোকজনে আই ধাইক কৈ গাখীৰ, চিৰা, গুৰ, কলেৰে সৈতে ভোজনৰ বাবে দিলে। দুয়োজন আতাই ভোজন কৰিলে। বৃদ্ধলোকজনে আতাক ক'লে, “অলপ ৰ'ব, মই ভিতৰৰ পৰা আহো।” শ্ৰীৰাম আতাই ক'লে, “জলপান কৰিবলৈ মাতিছিলা, জলপান কৰিলা আৰু ৰ'বলৈ কি আছে?” এইবুলি শ্ৰীৰাম আতাই গুচি আহিল। পাছত পছৰা দুখন, টকা দুকুৰি বৃদ্ধ লোকজনে শ্ৰীৰাম আতাক বাহাত দি গ'ল।

**২-৩৩-১৫** কায়ৰা কৃষ্ণ আতৈয়ে তীৰ্থ ভ্ৰমণলৈ গৈ গঙ্গা, গয়া, কাশী, বাৰাণসী, প্ৰয়াগ আদি তীৰ্থ ঘূৰি গৈ বাৰাণসীত বেমাৰত পৰিল। দিনচেৰেক পাছত তেওঁ সুস্থ হ'ল। মাছলৈ তেওঁৰ বৰ হুতাহ। সেই ঠাইৰ লোকে মাছ, কাছ নাখায় আৰু খোৱা লোককো পালে মৰিয়ায়। আতৈয়ে চাউল-চৰু, লোণ, তেল, জুই লৈ গৈ সখ্যা বিলৰ কাষত খলা কৰিলে। তেওঁ বিলত নামিল। বিলত মাছৰ বৰ জাক। তেওঁ দুটা ৰৌ মাছ ধৰিলে। তেওঁ মাছ দুটি আনি বাছি-কুটি বহালে আৰু এপুৰা চাউলৰ সৈতে দুটা ৰৌ সিজাই বাঢ়ি লৈ খাবলৈ ওলাইছে। এনেতে গাঁওত ধোৱা দেখি ছয়জন ৰাজস্থানী লোকে খেদি গৈ আতাক হানি মাৰিব খুজে মাছ খোৱা লোক বুলি। আতাই একো উপায় নাপাই ভাত মুখত ভৰাই থু-থুৱাই সিহঁতৰ গালে মাৰিলে। সিহঁতে ক'লে, “ই পাগল, গাত তত নাইকিয়া।” এইবুলি আতৈক এৰি সিহঁত গ'ল। আতৈয়ে ভাত খাই তাৰে পৰা উজাই গুচি আহিল। আতৈয়ে আহি মধুপুৰত গুৰুজনাক লগ পাই গুৰুধৰ্ম ধৰি ভকতৰ হাটীত আছিল। আতৈৰ পাল পৰিল আই ধাইৰ ঘৰত ভোজন কৰাৰ। আতৈয়ে হৰিবল্লভ আতৈৰ লগত গ'ল। গাখীৰ, চিৰা, গুৰু এটা বৰ পাত্ৰত ভৰাই আৰু লগতে কল এথোক আনি দুজন আতৈৰ বাবে দিয়া হ'ল। কায়ৰা কৃষ্ণ আতৈয়ে গৃহস্থক সুধিলে, “হেৰা, আমাৰ দুজনৰ বাবে দিছা নে অকল মোৰ বাবে দিছা?” আতাৰ ভোজন স্বভাৱৰ বিষয়ে আগতে জনা লোকজনে ক'লে, “আতৈ আপোনাকে দিছো।” একলহ গাখীৰ পুনৰ আতৈক দিয়া হ'ল। আতৈয়ে গাখীৰ বাকি, কলৰ বাকলি গুচাই লৈ কিলাকুটিলৈ হাত সোমাই চিৰা গাখীৰ সানিলে।

আধামান খাই আতৈ থিয় হ'ল। কিছুসময় তেনেকৈ ৰৈ আতৈয়ে পুনৰ বাকীখিনি খালে। মুখ-হাত ধুই আতৈয়ে ক'লে, “এটি পাটী দিয়া।” লিগিৰাই পাটী দিলে। আতৈয়ে পাটী পাৰি শুলে। আৰু পাছত সাৰ পাই টকা, পছৰা দক্ষিণা লৈ বাহালৈ আহিল।



# চতুস্ত্রিংশ অধ্যায়

২-৩৪-১ বীৰু কাজীৰ হাতত নাম মালিকা শ্লোকৰ শাস্ত্ৰখন পৰিল। মোহিনী মায়াত সদাশিৱৰ বীৰ্য্যত গজপতি পুৰোষত্তমৰ জন্ম। গজপতিয়ে ব্ৰাহ্মণক ক'লে, "যিজনে মোক নামৰ খ্যাতি মহিমাৰ শ্লোক সংগ্ৰহ কৰি দিয়ে তেওঁকে মই এটকা সোণৰ মুদ্ৰা দিম"। ব্ৰাহ্মণে ধনৰ লোভত অনেক পুৰাণ, ভাৰত, ভাগৱত, গীতা, সংহিতা, কাব্য, কোষ, শ্ৰুতি, তন্ত্ৰ, বেদ, বেদান্ত বিচাৰি নামৰ মহিমাৰ শ্লোক আনি দিলে। জয়দ্বাৰৰ ৰজাই শাস্ত্ৰখন গোটাই থৈছিল। হৰিপুৰিয়া ৰজাৰ পৰা বিষ্ণুশৰ্মা ভট্টাচাৰ্য্যই শাস্ত্ৰখন আনি বীৰু কাজীক দিলে। অনেক শাস্ত্ৰৰ পৰা সংগ্ৰহ কৰা জটিল শ্লোকৰ পদ ভাঙণি কৰিবলৈ টান। কাজীয়ে সৌৰাষ্টৰ ব্ৰাহ্মণ এজনক দিলে ভাঙণি কৰিবলৈ। শাস্ত্ৰখন ছয়মাহতে ভাঙণি কৰি ব্ৰাহ্মণে বীৰুক দিলে। বীৰুয়ে পুথিখন পঢ়াই শুনি দেখিলে শব্দৰ শৃঙ্খলা নাই আৰু অৰ্থও নোলাল। পাছত তেওঁ ভদ্ৰকালি নামেৰে এজন কায়স্থক দিলে ভাঙণি কৰিবলৈ। ভদ্ৰকালিয়ে তিনি মাহতে ভাঙণি কৰি বীৰুক দিলে। কিন্তু প্ৰতিটো পদ শুৱলা নহ'ল। বীৰুৱে পঢ়াই শুনি দেখিলে আগতকৈও বেয়া হ'ল, ছন্দ চুটি-দীঘল, শৃঙ্খলা নাই। সেইখনো এৰি বীৰুৱে শাস্ত্ৰখন গুৰুজনাক দি সেৱা কৰি ক'লে, "বাপ, এই নাম মালিতাৰ শ্লোক আমাক পদ ভাঙণি কৰি দিয়ক, দুই ঠাইতো ভাঙণি কৰিলো, মনত ভাল নালাগিল, মোৰ মনৰ ৰুচিৰে আপুনিহে পাৰিব।" তেতিয়া গুৰুজনে শাস্ত্ৰখনৰ পদ ভাঙণি তিনি পক্ষতে কৰি বীৰুক দিলে। আৰু বীৰুৰ উৎসাহ বঢ়াই বীৰুৰ মাহাত্ম্যও গুৰুজনে পুথিৰ শেষত দিলে। বীৰুৱে পুথিখন পঢ়াই শুনি ক'লে, "ঈশ্বৰৰহে কৰ্ম, মানুহৰ কাৰ শকতি আছে এনে কৰিবলৈ। জন্মদাত্ৰী মাতৃয়ে পুত্ৰৰ মূল্য বুজে, বাঁজীয়ে পুত্ৰৰ মূল্য বুজিব কি? গুৰুজন ছদ্মভাৱেহে মনুষ্য, এওঁৱে সম্পুৰ্ণ ঈশ্বৰ।" বীৰুৱে ইয়াকে কৈ পাঁচটি টকা, কাপোৰ এযোৰ দি গুৰুজনাক সেৱা কৰি গ'ল।

২-৩৪-২ মুকুন্দ আতৈ কথাৰ বান্ধত পৰি গৃহস্থী হ'ল। তেওঁৰ চাৰিটি ল'ৰা। তেওঁ মইনাগুৰিত আছিল। হৰিহৰ আতাই তেওঁক লগ ধৰিলে বাহিৰ

বন্দৰত থকা ৰামনাৰায়ণ আতৈৰ ওচৰলৈ যাবলৈ। মুকুন্দ আতৈয়ে ক'লে, "আতা, ইয়াত মোৰ ল'ৰা ছোৱালী মৰিব, খাবলৈ নাই; অ'ৰ ত'ৰ পৰা আনিহে খুৱাইছো।" হৰিহৰ আতাই ক'লে, "এই আধুলিকে দিছো লোৱা আৰু সিহঁতক দ্ৰব্য বস্তু কিনি দিয়া।" মুকুন্দ আতৈয়ে যাওঁ নাযাওঁ কৰি আধুলিটো লৈ বস্তু কিনি থৈ গুৰুজনাৰ পৰা বিদায় মাগিলে। গুৰুজনে আতৈক ক'লে, "নাযাবা, হৰিহৰ যায় তেওঁৰ সেৱকৰ ঠাই, তুমি তাত পাবা কি?" মুকুন্দ আতৈয়ে ক'লে, "বাপ, যাম বুলি আধুলি ল'লো।" গুৰুজনে ক'লে, "মই তোমাক এটকা দিছো, তুমি থাকা।" আতৈয়ে হাত নেমেলে। পাছত আতৈয়ে মনতে ভাবিলে অনিত্য বস্তু টকাৰ বাবেহে যোৱা নোযোৱা কথা হয়গৈ। তেওঁ হৰিহৰ আতাৰ লগত গ'ল। আতৈয়ে ঘূৰি আহি গুৰুজনাক সেৱা কৰিলে। গুৰুজনে আতৈক ক'লে,"যদি মোৰ বাক্য ৰাখি ৰ'লাহেঁতেন, তোমাক এৰিলোঁহেঁতেন। যেনিবা মোৰ বাক্য এৰি হৰিহৰৰ বাক্য ৰাখি গ'লা, তুমি মোৰ হৃদয়তে আছা।"

২-৩৪-৩ ঠাকুৰ আতাই পৰমানন্দ ঠাকুৰক পঠালে কামৰূপৰ পৰা গুৰুজনাৰ খবৰ ল'বলৈ। পৰমানন্দই গৈ মধুপুৰ পাই গুৰুজনাক সেৱা কৰিলে কাপোৰ এযোৰ আগবঢ়াই। গুৰুজনে পৰমানন্দক ঠাকুৰ আতা, আই গোসাঁনী, বুঢ়া আতা আদি সকলোৰে খবৰ লৈ হৰিবল্লভ আতৈক ক'লে, "আতৈ পৰমানন্দক আমালৈ ৰন্ধা ভাতেৰে ভোজন কৰোৱা।" আতাই ভাত বাঢ়িলে। গুৰুজনে ক'লে, "পৰমানন্দ, ভাত খাই বাহালৈ গৈ পুনৰ আহিবা সখিৰ খবৰ ভালকৈ সুধিব লাগিব।" পৰমানন্দ ঠাকুৰৰ ভোজন কৰাৰ পাছতে ভাগৰে ধৰিলে, তেওঁ শুলে আৰু পিছদিনাখন পুৱাহে সাৰ পালে। পৰমানন্দই শৌচ শুদ্ধি স্নান কৰি গুৰুজনাৰ ওচৰলৈ গ'ল। গুৰুজনে ক'লে, "অ' পৰমানন্দ, ভোজন কৰিছিলা কালি আৰু আহিছা আজি।" পৰমানন্দই ক'লে, "বাপ কিবা সৰু চাউল খালো, নিচাই লাগিল।" গুৰুজনে হৰিবল্লভ আতৈক কি চাউল দিছিলে সুধিলে। আতৈয়ে ক'লে, "বাপ আমি খোৱা মানিকি মাধুৰি চাউল দিছিলো।" গুৰুজনে ক'লে, "অ' সেয়েহে এনে হ'ল, ঠাকুৰে বৰপেটাত মোটা চাউলৰ ভাত খায়। আজিৰে পৰা উখোৱা চাউল ঠাকুৰক দিবা।" তাৰ পাছত গুৰুজনাই এটি দৃষ্টান্ত দিছে— এজন লোকে বহুত দিন ৰজাৰ ঘৰত খাটনি কৰি ঘৰলৈ আহিল। ঘৰ

পাই তেওঁ খাই লৈ শুলে, তেওঁৰ বৰ ভাগৰুৱা আছিল। তেওঁ ৰাতিপুৱাহে সাৰ পালে। ৰাতিপুৱা পত্নীয়ে পানী অনা ঘাটলৈ গ'ল। ঘাটত চুবুৰীয়া দুই তিনিজন তিৰোতা গোট খাইছিল। সিহঁতে সুধিলে, "কালি তোৰ ঘৰৰ গৃহস্থ আহিছিল হবলা।" তিৰোতাজনীয়ে ক'লে, আহিল বা নাহিল কিনো হ'ল, গধূলি শুই ৰাতিপুৱাহে উঠিল।" গুৰুজনে ক'লে, "মোকো পৰমানন্দই তেনেই কৰিলে। কালি বাট চাই আছিলো সখিৰ খবৰ ল'বলৈ, পিছে গধূলিতে শুই আৰু নাহিল।" পৰমানন্দই ক'লে, "বাপ, ভাগৰ লাগিছিল, শুলো আৰু গমকে নাপালো।"

গুৰুজনে বৰা, বৰুৱা, ডাঙৰীয়া যিসকল আছিল সকলোকে জাননী দি ক'লে, "কামৰূপৰ পৰা সখি আহিছে, টকা পইচা কিছু লৈ আহোক।" খবৰ শুনি সবিশেষ জানি যিসকল বৰা, বৰুৱা লস্কৰ আছিল সকলো আহিল। গুৰুজনাৰ কাষতে পৰমানন্দ ঠাকুৰ বহিছিল। পৰমানন্দ ঠাকুৰক দেখি তেওঁলোকে কাপোৰৰ আঁৰ লৈ কণাকণি কৰিব ধৰিলে। গুৰুজনে দেখি ক'লে, "তোমালোকে কি কৈছাহঁক।" তেওঁলোকে ক'লে, বাপ, আপুনি কৈছিল আপোনাৰ সখি বৃদ্ধ, এতিয়া দেখিলো যুৱক।" গুৰুজনে ক'লে, "অ' সখিৰ দুখৰ সময়ত পৰমানন্দৰ জন্ম, এঘাৰ দিনত মাকে শুদ্ধি কৰি পৰমানন্দক শ্ৰীশঙ্কৰদেৱৰ চৰণত পেলাই দিছিল। গুৰুজনে ভৰিৰ বুঢ়া আঙুলিৰে পৰমানন্দৰ কপালত টিপা এটি মাৰিছিল আৰু সেয়া বিষ্ণুৰ হিয়াত ভৃগুৰ পদচিহ্নৰ দৰে বগা হৈ আজিও পৰমানন্দৰ কপালত আছে। গুৰুজনে নাম দিছে পৰমানন্দ, মাকে নাম দুখীহে ৰাখিছিল আগতে। এওঁৱে সখিৰ প্ৰতিনিধি, সখিৰ ডাঙৰ ল'ৰা, যেনিবা সখিহে আহিছে।" তেতিয়া টকা পইচা দি সকলোৱে পৰমানন্দক সেৱা কৰিলে।

২-৩৪-৪ পিছদিনাখন পৰমানন্দই গুৰুজনাক কৈ হৰিহৰ আতাৰ ঘৰলৈ গ'ল। হৰিহৰ আতাই পৰমানন্দক ঠাকুৰ আতা, গোসাঁনী আই আৰু বুঢ়া আতাৰ খবৰ সুধিলে। হৰিহৰ আতাই পৰমানন্দক সুধিলে, "পৰমানন্দ মোৰ মহাপুৰুষ গুৰুজনলৈ তোমাৰ মনত পৰেনে?" পৰমানন্দই ক'লে, "আতা, মনত পৰে।" আতাই কেইবাৰ মনত পৰে বুলি সুধিলে। পৰমানন্দই ক'লে, "আতা, বিহুত, ভাদ মাহৰ কীৰ্ত্তনত আৰু ভোজনৰ সময়ত ভাত, মাছ, আঞ্জা দি থকাৰ সময়ত, এই তিনিবাৰ মনত পৰে।" আতাই ক'লে, "অ' খাবলৈ পোৱা

তিনিটা সময়ত মনত পৰে। আৰু তথাপিও কোৱা সদাগৰৰ ল'ৰা।"
গোপীসকলে মনৰ দুখতে কৈছিল—

কুণ্ডলৰ লাগি কান্তি গণ্ডস্থলে কৰে পান্তি
জ্বলে মুখ কুঙ্কুমে ৰঞ্জিত।
মহা অনুৰাগ ভাৱে সুমৰি সুমৰি গাৱে
সিটো প্ৰাণ কৃষ্ণৰ চৰিত্ৰ।।

আৰু অ', পৰমানন্দ গুৰুজনাক সদা সৰ্বদা পাহৰিব নেপায়। আৰু যে ক'লা তিনিবাৰ মনত পৰে খাবলৈ পাই, গোপীসকলৰ ভাৱেৰে স্মৰণ নাহেনে? যিটো সংসাৰ তৰণৰ পথ।" তাৰ পাছত পৰমানন্দই হৰিহৰ আতাক সেৱা কৰি আহি মধুপুৰ পাই গুৰুজনাক সেৱা কৰিলে। হৰিহৰ আতাৰ খবৰ গুৰুজনে সুধিলে। পৰমানন্দ মনথেলৈ যাবলৈ ওলাল। গুৰুজনে যদুমণিক ক'লে, "সখিলৈ এযোৰ কাপোৰ আনা আৰু পৰমানন্দলৈকেও আনা এযোৰ। তেতিয়া যদুমণিয়ে এযোৰ মোটা সূতাৰ কাপোৰ আনিলে। গুৰুজনে ক'লে, "এইযোৰ কাপোৰ সখিৰ যোগ্য নহয়, এযোৰ ভাল কাপোৰ আনা।" তেতিয়া যদুমণিয়ে একে যোৰা কাপোৰ ঘূৰাই আনি সলাই আনিছে বুলি ক'লে। তাকে দেখি গুৰুজনে দুখ কৰি ক'লে, "মোৰ এতিয়া বৃদ্ধ কাল, কি কৰিম ভাল কাপোৰ পিন্ধি, দিয়া ভাল কাপোৰ এযোৰ।" তেতিয়া পৰমানন্দই ক'লে, "মোৰ কাপোৰ যোৰকে পিতাক দিম।" গুৰুজনাই যদুমণিক ক'লে, "পৰমানন্দৰ মাকলৈকেও এযোৰ কাপোৰ আনা।" যদুমণিয়ে কাপোৰ এযোৰ আনিলে। কাপোৰযোৰ গুৰুজনে পৰমানন্দক দি ক'লে-

"ৰান্ধিব নালাগে, বাঢ়িব নালাগে,
চৌকাত নিদিয়ে ফু।
মাজত বহি খায় বেটী চান্দ যেন মুখ।।

আৰু পৰমানন্দ এই ফকৰা মাতি মাৰাক কাপোৰ যোৰ দিবা। আৰু শেষ কালত এজন লোকে লগ পাই পঠাম আৰু তেওঁ যাব, আৰু সখিয়ে তেওঁক আমাৰ যত হীৰ, ৰত্ন, মণিক বস্তু ক'ব।"(১) পাছত পৰমানন্দই গুৰুজনাক সেৱা কৰি গৈ ঘৰ পাই ঠাকুৰ আতাক কাপোৰ যোৰ দিলে। ঠাকুৰ আতাই গুৰুজনাৰ খা-খবৰ

সুধি ক'লে, "গুৰুজনে কেনে সুখে দুখে আছে কাপোৰ যোৰতে প্ৰমাণ পাইছো। পৰমানন্দই কাপোৰ যোৰআইক দি সেৱা কৰিলে। আয়ে ক'লে, "মোৰ অন্তিম কালৰ সৰ্বস্ব পালো।" আৰু এনেকৈ দুখ কৰোঁতে দুই ধাৰা লোতক আইৰ চকুৰে বৈ গ'ল।

২-৩৪-৫ পদ্মনাথ লস্কৰে আহি গুৰুজনাক প্ৰাৰ্থনা কৰি ধৰিলে, "বাপ, দশম শাস্ত্ৰখন দিয়ক, নকল কৰিবলৈ আশা কৰি কাগজ বনাই থৈছো। লস্কৰে গুৰুজনাক সোণৰ মুদ্ৰা এটকা দি খুজিলে। গুৰুজনে ক'লে, "বাৰু সাৱধানে নিবা।" পিছদিনা লস্কৰে গায়ন বায়নে আহি শাস্ত্ৰখন শিৰত লৈ গৈছিল। গুৰুজনে আগবাঢ়ি আহি শাস্ত্ৰখন লস্কৰৰ শিৰত দি ক'লে, "আজি তোমাৰ ঘৰলৈ শঙ্কৰদেউ গৈছে, সাৱধানে নিবা, সাৱধানে থবা।" লস্কৰে শাস্ত্ৰখন এপাত, এপাতকৈ নকল কৰিলে। নকল সম্পূৰ্ণ হ'ল। এতোলা সোণৰ শলখা গ্ৰন্থখনত লগাই ভোগ-শৰাই দি সাগৰ ঢৌৰ বস্ত্ৰৰে ঢাকনি দি থলে। দশম শাস্ত্ৰখন পুনৰ তেওঁ গাই বাই গুৰুজনাৰ ওচৰলৈ আনিলে। গুৰুজনে আগবাঢ়ি গৈ শাস্ত্ৰখন শিৰত লৈ আনি থলে।

২-৩৪-৬ পদ্মনাভ লস্কৰ আৰু নাৰায়ণ লস্কৰ দুয়ো ডাঙৰীয়াই একেলগে নিতে আহি গুৰুজনাক সেৱা কৰে। গুৰুজনাই পদ্মনাভক ঢাৰিত বহিব দি তামোল আগবঢ়াই সেৱা কৰি সোধে। নাৰায়ণ লস্কৰে গুৰুজনাৰ আগত আঁঠু লৈ থাকে। গুৰুজনাই তেওঁক নুসোধে; তামোল, নিৰ্মালি আৰু প্ৰসাদো নিদিয়ে। পাছত ভকতে গুৰুজনাক সুধিলে, বাপ, দুজন সমানে ডাঙৰীয়া, এজনক প্ৰসাদ, নিৰ্মালি, তামোল দি মাতে আৰু এজনক মুখেৰেই নামাতে, মাটিতে পৰি থাকে তেওঁ। তেওঁনো আপোনাক কিয় ভাল পাব? "গুৰুজনে ভকতক ক'লে, "তোমালোকে মনৰ কথাৰ ভু নোপোৱা। যিজনে যি মনেৰে আহে মই তাকে জানিহে দিওঁ। পদ্মনাভে আহে সন্মানক আশা কৰি আৰু নাৰায়ণে আহে মোক আশা কৰি জীৱৰ কুশলৰ হেতু। নাৰায়ণক মাতিলেও সন্তোষ আৰু নামাতিলেও সন্তোষ তেওঁৰ।

১। এই বাক্যৰ দ্বাৰা গুৰুজনাই ভৱিষ্যতে পদ্ম আতাক নাৰায়ণদাস ঠাকুৰ আতাৰ ওচৰলৈ পঠোৱাৰ ইঙ্গিত কৰিছে।

২-৩৪-৭ এদিনাখন হৰিহৰ আতা আৰু শ্ৰীৰাম আতাই গুৰুজনাৰ পৰা বিদায় লৈ বাহিৰ বন্দৰলৈ গ'ল। তেওঁলোকে নিশা তাতে ৰ'ল। পুৱা শ্ৰীৰাম আতাই হৰিহৰ আতাক ক'লে, "আমি যাওঁ ব'লা।" হৰিহৰ আতাই ক'লে, "হেৰা, শোচ, শুদ্ধি স্নান গুৰুসেৱা কৰি নাম গাই ভোজন কৰিও গৈ পাম। শ্ৰীৰাম আতাই ক'লে, "মই যাওঁ, কালিৰে পৰা গুৰুজনাক নেদেখাত মোৰ মনত এযুগ যেন লাগিছে।" হৰিহৰ আতাই ক'লে, "গুৰুজন তোমাৰ তাত ক'ত আছে, গোটেই ৰাতি টোপনিত চেতনা নাই তোমাৰ। ঘৰত জুই বাহিৰত বিচাৰিলে ক'ত পায়? হিয়াত হেৰালে হৰি বাহিৰত ক'ত পায়।" শ্ৰীৰাম আতাই ক'লে, "তেনেহ'লে আপুনি চাউল সিজাই আহোক, মই যাও; গুৰুজনক নেদেখি মই ৰ'ব নোৱাৰো।" এই বুলি শ্ৰীৰাম আতাই বায়ু বেগে দৌৰি আহিল। দুই প্ৰহৰৰ বাট আতাই এপ্ৰহৰতে গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই আতাক সুধিলে, "হৰিহৰ একা?" আতাই ক'লে, "তেওঁ ভোজন কৰি আহিব। মই আপোনাক এদিন নেদেখাত এযুগ যোৱা যেন পালো আৰু সেয়ে পুৱাতে আহিলো।" গুৰুজনাই আতাক খং কৰি ক'লে, "গুচ, উঠ, উঠ; অ' সাহ এৰি বাহ আৰু মুকুতা এৰি শোকোতা চাবলৈ খেদি আহা, গুচ ইয়াৰ পৰা।" তেতিয়া আতাই আতুৰ হৈ লৰ ধৰিলে পুনৰ। ইফালে হৰিহৰ আতাই শৌচ শুদ্ধি কৰি নাম পাঠ গাই দুকঠা চাউল বহাই দুখন পাত পাৰি ভাত বাঢ়ি চৰুটি সামৰিছে। এনেতে শ্ৰীৰাম আতাই গৈ পাই হৰিহৰ আতাৰ আগতে দণ্ডৱতে পৰি কান্দিব ধৰিলে। তাৰ পাছত হৰিহৰ আতাই শ্ৰীৰাম আতাক স্নান কৰাই ভোজন কৰাইছে। দুয়োজন আতা পুনৰ উভতিছে। বাটত শ্ৰীৰাম আতাই ক'লে, "গুৰুজনে কোনো দিনে মোক ৰাগ কৰা নাছিল।" হৰিহৰ আতাই ক'লে, "মই তেতিয়াই কৈছিলো।" দুয়োজন আতাই গুৰুজনাৰ ওচৰ পাই সেৱা কৰিলে। গুৰুজনে ক'লে, "লাখ টকাৰ ভাই, মনত যদি নাই, ঘৰতো নাই। এনে ৰূপে হ'লেহে মনত মই সন্তোষ পাওঁ।" গুৰুজনে শ্ৰীৰাম আতাক খং কৰোতে যাৰ যি মনত অনিশ্চয় আছিল তেওঁলোক দৃঢ় হ'ল।

২-৩৪-৮ গেলা মাছ খোৱা ৰাম আতৈয়ে এঘৰত চাৰিকুৰি টকা সুতত লগাইছিল। আতা তালৈকে গ'ল। আতাই গৃহস্থক ক'লে, "মোৰ টকাখিনি

দিয়া।" গৃহস্থই ক'লে, 'টকা নাই দিবলৈ।" আতাই ক'লে, "একুৰি টকাকে দিয়া।" গৃহস্থই ক'লে সেয়াও নাই দিবলৈ, ইবাৰ একোৱে নাই দিবলৈ।" আতাই ক'লে, "নাই যদি আঠ টকাকে দিয়া।" গৃহস্থই আঠ টকাও নাই বুলি ক'লে। আতাই ক'লে, "চাৰি টকাকে দিয়া ধাৰ কৰি। গৃহস্থই চাৰি টকা ধাৰ কৰি আনি আতাক দিলে। আতাই তেওঁলোকক বিছনাৰ কাপোৰ বিচাৰিলে। বিছনাৰ কাপোৰ তেওঁলোকে দিলে। আতাই বিছনা পাৰি লৈ ক'লে, "পদুলিলৈ যোৱা আৰু মধুপুৰ সত্ৰৰ ভকত পোৱা যদি মাতি আনা। গৃহস্থই গৈ দুজন ভকত পাই মাতি আনিলে। আতাই সেই দুজন ভকতক চাই ৰাম বুলি চকু মুদিলে। কথাটো গুৰুজনাই শুনি ক'লে, "মোৰ বাহিৰলৈ যোৱা লগটি গ'ল আজিৰে পৰা।"

**২-৩৪-৯** গুৰুজনে ক'লে, "দশম, কীৰ্ত্তন মহাপুৰুষ গুৰুজনাৰ মূৰ্ত্তিৰ সমান। আৰু নাম-ঘোষা, ৰত্নাৱলী মোৰ থকাৰ ঠাই। বৈকুণ্ঠ আতৈয়ে বাহাৰ পাছফালৰ বাৰাণ্ডাত বহি নাম-ঘোষাখন মেলি পাত-পাতকৈ চাই থাকে। ভকতে কথাটো গুৰুজনাক ক'লে, "বাপ, বৈকুণ্ঠ আতৈয়ে নাম-ঘোষাখন নেফানেফ কৰে, নপঢ়েও।" গুৰুজনাই আতৈক মাতিব ক'লে। ভকতে আতৈক মাতিলত আতৈ আহিল। গুৰুজনে আতৈক ক'লে, "নাম-ঘোষাখন মেলি, নপঢ়ি চাই থাকা কিয়?" আতৈয়ে ক'লে, "বাপ, আপুনিয়ে কৈছিল, নাম-ঘোষাৰ মাজত আপুনি থাকে, সেয়ে নাম-ঘোষাত আপোনাক দেখো নে চাওঁ।" তেতিয়া গুৰুজনে ঘোষা মাতিলে--

অজ্ঞান আন্ধাৰে পৰিয়া জীৱৰ
জ্ঞান পথ ভৈল নাশ।
নাম অঞ্জনীয়া বিনে আন গতি
নেপায় হৰিৰ পাশ।।

গুৰুজনে আৰু ক'লে, "চোৰে গভাইত চোৰৰ আশ্ৰয় নল'লে চুৰ কৰিব নোৱাৰে আৰু গৃহস্থই চোৰাংচোৱাৰ আশ্ৰয় নল'লে চোৰ ধৰিব নোৱাৰে, আৰু নাম-অঞ্জনীয়াত আশ্ৰয় লৈ নুসুধিলে ক'ত পাবা ভকতি তত্ত্ব?"

**২-৩৪-১০** ঠাকুৰীয়াই বৈকুণ্ঠ আতৈক সুধিলে, "তোমাক পছৰাখন কোনে দিছে?" আতৈয়ে ক'লে, "গুৰুজনে দিছে, আৰুনো কোনে দিব?" তাকে

শুনি ভকতসকলে আতৈক ক'লে, "আতৈ তুমি গুৰুজনাৰ ভাগিন ৰামচৰণৰ দৰে কথা কৈছা, গুৰুজন কি বস্তু চিনাই নাই দেখোঁ তুমি?" তেতিয়া বৈকুণ্ঠ আতৈয়ে গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে, "বাপ, আপোনাক কি বস্তু বুলি দেখি, মানি সেৱা কৰিম?" গুৰুজনে আতৈক ক'লে, "এই কথা সুধিবলৈ তোমাক কোনে ক'লে? বাৰু, জনাৰ্দ্দন আতৈৰ বাহালৈ অহা যোৱা কৰি থাকিবা।" বৈকুণ্ঠ আতৈয়ে মাছ, খৰি, পাত, শাক, তামোল যোগান ধৰি পাঁচমাহে জনাৰ্দ্দন আতৈৰ বাহালৈ অহাযোৱা কৰি আছিল। এদিন বৈকুণ্ঠ আতৈয়ে গৈ বাহাৰ বাৰাণ্ডাত আছিল আৰু জনাৰ্দ্দন আতৈয়ে ভোজন কৰি পাছফালৰ বাৰাণ্ডাৰ কাষৰ নলাতে মুখ ধুইছে। বৈকুণ্ঠ আতৈয়ে আগফালেৰে চুৱা পাতখন নি পেলালে। জনাৰ্দ্দন আতৈয়ে ভিতৰলৈ আহি দেখি বৈকুণ্ঠ আতৈক ক'লে, "হেৰা তুমি ব্ৰাহ্মণৰ ল'ৰা, স্নেহতে মাছ, শাক, খৰিপাত দিছা লৈছো, এই কাম কৰা কিয়?" বৈকুণ্ঠ আতৈয়ে ক'লে, "বাপ, মই এদিন এটি কথা সুধিছিলো আৰু গুৰুজনে মোক এনে উপদেশ দিছে।" তেতিয়া জনাৰ্দ্দন আতৈয়ে গুৰুবাক্য শুনি আৰু বৈকুণ্ঠ আতৈলৈ দয়া জন্মি পৰম তত্ত্ব কথা আতৈক ক'লে। পিছদিনাখন দুয়োজন আতৈয়ে গুৰুজনাৰ ওচৰলৈ গ'ল। জনাৰ্দ্দন আতৈয়ে গুৰুজনাৰ সম্মুখত আৰু বৈকুণ্ঠ আতৈয়ে গুৰুজনাৰ পিছফালে আঁঠু ল'লে। তেতিয়া গুৰুজনে ঘূৰি বৈকুণ্ঠ আতৈৰ ফালে মুখ কৰিলে জনাৰ্দ্দন আতৈক পিঠি দি। জনাৰ্দ্দন আতৈয়ে মনতে ভাবিলে পৰমাৰ্থ তত্ত্ব কওঁতে জানোচা ভুল হ'ল। এই ভাবি আতৈয়ে ঘোষা মাতিলে—

কিনো অপৰাধ কৰি আছো আমি,
মাধৱ বান্ধৱ প্ৰাণ।
নাম ধৰি ডাকো হিয়াত থাকিয়া কিয় নেদা সমিধান।
"ক'তনো আমোঘ অপৰাধ ঘোৰ......................।"

ঘোষা শুনি গুৰুজনে জনাৰ্দ্দন আতৈৰ সম্মুখ হৈ ক'লে, "মই তোমাক পিঠি দিছিলো আৰু তোমাৰ ঘোষাই মোক সম্মুখ কৰালে। তোমাৰ হৃদয়ত অ'ত দিন আছিলো আৰু আজি তোমাৰ পৰা বৈকুণ্ঠ আতৈৰ হৃদয়ত গ'লোহেঁতেন।" তেতিয়া জনাৰ্দ্দন আতৈয়ে ধাচকৈ মাটিত বাগৰি কান্দি ব্যাকুল

হে ক'লে, "মই পাপীষ্ঠই কিয়ানা ক'লো তেনেকৈ?" তেতিয়া কৃপালু গুৰুৱে দয়া কৰি ক'লে, "উঠা, উঠা, মই তোমাৰ হৃদয়তো আছো আৰু বৈকুণ্ঠ আতৈৰ হৃদয়তো আছো।"

২-৩৪-১১ বৰ হৰিগুৰু আতৈয়ে স্নান কৰিবলৈ গৈছিল তেৰেচা নৈত। তেলিকৃষ্ণ আৰু তেওঁৰ পত্নী দয়াল আহিছিল গুৰুজনাৰ ওচৰলৈ। তেওঁলোকে আতৈক ক'লে, "আতৈ আমাক নাওখনেৰে পাৰ কৰক।" আতৈয়ে একো নামাতি গা-হে ধুইছে। তেওঁলোকে পুনৰ ক'লে, "আতৈ, আমি গুৰুজনৰ ওচৰলৈ যাওঁ, পাৰ কৰা, "আতৈয়ে নামাতি যাবলৈহে ওলাল। তেওঁলোকে ক'লে, "আতৈ, আপোনাৰ বৈকুণ্ঠত বাস হ'ব, পাৰ কৰকহে।" আতৈয়ে ক'লে, "কিয় গালি পাৰাহে, তোমালোকৰহে বৈকুণ্ঠত বাস হওঁক।" এই বুলি কৈ আতৈ গুচি আহিল। পাছত তেলিকৃষ্ণ আতৈ আৰু আয়ে নৈ পাৰ হৈ আহি গুৰুজনক সেৱা কৰিলে। তেওঁলোকে গুৰুজনাক ক'লে, "বাপ, এজন দীৰ্ঘ দেহী আতৈক আমাক নদী পাৰ কৰিবলৈ কওঁতে এনেকৈহে ক'লে দেখোঁ।" গুৰুজনে যদুমণিক হৰিগুৰুক মাতিব ক'লে। হৰিগুৰু আহিল। গুৰুজনাই ক'লে, "এওঁৰেনে?" তেওঁলোকে ক'লে, "বাপ, হয়।" গুৰুজনে হৰিগুৰু আতৈক ক'লে, "এওঁলোকে তোমাক এনেকৈ কওঁতে তুমি এনেকৈ কৈছিলা, হয়নে?" আতৈয়ে ক'লে, "বাপ, হয়। ঈশ্বৰক কেতিয়া মই বৈকুণ্ঠ খুজিছো। আৰু ঈশ্বৰেই বা দিব কিয়। ঈশ্বৰৰ কি স্নেহৰ কাম আমি কৰিছো? নিজ স্বামীকো পোহাৰীজনীয়ে পইচাটো নিদিলে তামোলখন নিদিয়ে। চাউল কঠা বা তামোলটি নিদিলে জান জুৰিটি পাৰ কৰোঁতা নাই। অপাৰ সংসাৰ, যাৰ পাৰেই নাই, কি গুণত ঈশ্বৰে পাৰ কৰিব আমাক?

লোভে মোহে কামে ক্ৰোধে পাতি আছে জেঙা,
বৰষুণৰ পানীত যেন টানি মৰো হেঙ্গাঁ।

আৰু মোৰ এনেহে হৈছে। চুক ভেকুলীয়ে ক'ত পায় সাগৰ? মোৰ কৰ্ম দোষত য'তেই জন্ম হওঁক এয়ে মোৰ প্ৰাৰ্থনা- মুখত নাম, হৃদয়ত ৰূপ আৰু ভকতৰ সঙ্গ। মোৰ মনত এইহে আহে আৰু এওঁলোকে ইয়াৰ অন্যথা কোৱাত মই তেনেকৈ ক'লো।"

২-৩৪-১২ গুৰুজনে ভকতক মাটি ভগাই দিছিল বাহাৰ সম্মুখৰ পৰা

বাঁহ্ গছৰ গুৰিলৈ। প্ৰতিজন ভকতে নিজৰ ভাগৰ মাটি চহাই খেতি কৰিছিল শাক পাতৰ। জনাৰ্দ্দন আতৈৰ মাটিত হাবি হৈ মাটি পৰি আছিল। ভকতে গুৰুজনাক ক'লে, "বাপ, জানাৰ্দ্দন আতৈৰ মাটিয়ে আমাৰ খেতি নষ্ট কৰিছে।" গুৰুজনে আতৈক মাতি আনি ক'লে, "আতৈ ভকতে আপত্তি কৰিছে, তোমাৰ মাটি চফা নকৰা কিয়?" আতৈয়ে ক'লে, "বাপ, আজৰিয়ে নাপাওঁ দেখোঁ?" গুৰুজনে আতৈক ক'লে, "দিনত কিনো কৰা?" আতাই ৰাতিপুৱাৰে পৰা তেওঁৰ কামৰ বৰ্ণনা আগবঢ়ালে। আতাই ক'লে, "ৰাতিপুৱাই ঠাই চফা কৰি শৌচ শুদ্ধি কৰি স্নান কৰো। তাৰ পাছত গুৰুসেৱা কৰি নাম গুণ গাই চ'ৰাঘৰত এপলক বহি হৰি কথা শুনো। তাৰ পৰা গৈ কীৰ্ত্তন ঘৰত নাম গাওঁ, পাঠ শুনো। তাৰ পাছত চাউল সিজাই ভোজন কৰি অলপ শুওঁ। টোপনিৰ পৰা উঠি শুদ্ধি কৰি নামত বহোঁ, বহি নাম গাই পাঠ শুনি গৈ আপোনাৰ কাষত বহি ঘোষা, গীত গোৱা শুনো, গধূলি হৰিগুণ, লীলামালা শুনি নাম গাই পাঠ শুনি কথা প্ৰসঙ্গ কৰো। বাহলৈ গৈ নিজেও বহি নাম সেৱা কৰো। তাৰ পাছত বিছনাত পৰি ছয়-সাতটি কীৰ্ত্তন গাই আপোনাৰ পদ স্পৰ্শ কৰি নিদ্ৰাত পৰো।" তেতিয়া গুৰুজনে ক'লে, "জনাৰ্দ্দনৰ বাহিৰৰ বাৰীহে হাবি, অন্তৰত বৈকুণ্ঠলৈকে ব্যাপি মুকলি হৈ আছে। তোমালোকৰ বাহিৰহে মুকলি অন্তৰত জঁট।"

**২-৩৪-১৩** বিজয়পুৰৰ পৰা আহি হৰিকৃষ্ণ আতৈয়ে দুখন ভাৰত বস্ত্ৰ আৰু টকা একুৰি গুৰুজনাক আগবঢ়াই সেৱা কৰিলে। আতৈৰ লগত শ্ৰীহৰি আৰু ৰামহৰি ভকতো আহিছে। গুৰুজনে হৰিকৃষ্ণ আতৈক সুধিলে, "এওঁলোক দুজন ক'ৰ?" আতৈয়ে ক'লে, "বাপ, এওঁলোক মোৰ লগতে থাকে। এওঁলোকৰ আশ্ৰয়তে মই আছো। আমি গুণমালা, লীলামালা, গীত ঘোষা, কীৰ্ত্তন গাই চাৰি প্ৰসঙ্গ কৰো। দেউৰী বলো আতৈয়ে মাহ, চাউল ধোৱে; ফুল তুলসী তোলে, আৰু কীৰ্ত্তন ঘৰ সৰা মচা সকলো কৰে।" গুৰুজনে সুধিলে শ্ৰীহৰি আতৈয়ে কি কৰে। হৰিকৃষ্ণ আতৈয়ে ক'লে, "বাপ, এওঁ খৰি পাত দি বুঢ়া ভকতসকলৰ পৰিচৰ্য্যা কৰে আৰু তাৰ পাছত আমি তিনিজনৰ ঠাই সৰা, খৰি, পাত, শাক, মাছ আনি ৰন্ধা বঢ়া কৰা, ঠাই মচা কাম কৰে।" গুৰুজনে ৰামহৰিয়ে কি কৰে সুধিলে। হৰিকৃষ্ণ আতৈয়ে ক'লে, "বাপ, এওঁ একেবাৰে ভোটা, ভকতৰ

ধূলা ফেৰিও নলয়, কীৰ্ত্তন ঘৰ যেনিবা এওঁৰ ৰাবে এবছৰৰ বাট, একেবাৰে জধামুৰ্খ। ৰাতিপুৱাই পথাৰত কোদাল মাৰি দুপৰীয়া আহি গা-ধুই ভাতকেইটা খাই আকৌ যায় বেগাই টঙি ৰখিবলৈ।" গুৰুজনে ক'লে, "যিজনে কেৱল নাম লয় তেওঁৰ ফল এপোৱা, পৰিচৰ্য্যা কৰাজনৰ ফল আধাসেৰ আৰু এওঁৰহে ফল পূৰা তিনিপোৱা। তিনিটি উধানতহে চৰু ৰ'য়, ভকতিৰ গুৰি তেওঁহে; তেওঁত মই সন্তুষ্ট।"

২-৩৪-১৪ যদুমণি আতৈয়ে বাৰ বছৰ গুৰুজনাৰ পৰিচৰ্য্যাৰ কাম কৰিছে। আতৈয়ে নিতে গুৰুজনাই শয়ন কৰাৰ আগতে পুৰাকল তিনি চকল, আদা তিনি চকল আৰু তামোল তিনিখন কাটি শৰাইত থয়। গুৰুজনে দুই প্ৰহৰ চাৰি দণ্ডত নাম সেৱা সামৰি সেয়া ভোজন কৰি শৰাইৰ পুৰাকল, আদা, তামোল খাই খৰিকা লৈ মুখ ধুই শোৱে। যদুমণিৰ এদিন টোপনি আহিলত সেয়া যতনাই থব পাহৰিলে। গুৰুজনে দেখিলে শৰাইত কল, আদা, তামোল নাই। অলপ মনোকষ্ট লৈ তেওঁ বিচনালৈ গ'ল। পিছত গুৰুজনে ভাবিলে যদুমণিৰ সংসাৰ হ'ব। এতেকে নিজে কল, আদা, তামোল কাটি শৰাইত থৈ এয়া যদুমণিয়ে দিছে এনে ভাৱে ভোজন কৰি কৃপালু গুৰুৱে মুখ হাত ধুই শুলে।

২-৩৪-১৫ কামৰূপলৈ আহিবলৈ যদুমণি আতৈয়ে জোলোঙা বান্ধি লৈ গুৰুজনাক সেৱা কৰি বিদায় লৈ ক'লে, "বাপ, তিনিও ৰাজ্যৰ লোক সুখী হ'ল, মই অভাগীয়ায়হে জীৱৰ সৰ্বস্ব কণিকা এটিও নাপালো।" গুৰুজনে আতৈক ক'লে, "আজি বাৰ-তেৰ বছৰে মোক পৰিচৰ্য্যা কৰি আছা, তথাপি সুধিবলৈ মনত নকৰিলা, এতিয়া জোলোঙা বান্ধিহে সোধা; এতিয়া জানো এই বস্তু কোৱাৰ সময়? তথাপি বাৰু কওঁ— পাম, কৰিম, হৰ্ষ, বিষাদ, মান, অপমান, এই ছয়টা বস্তুৰ বাহিৰত থাকিবা। আৰু জানিবা গায়-গেঞ্জি, পেটে ভঁৰাল; মৰণৰ সময় কাষ চাপিলে আমাক নাপাহৰিবা, বাৰু যোৱাগৈ।" আতৈ কামৰূপলৈ গ'ল। তেওঁ গৈ বৰপেটাত বুঢ়া আতাৰ ওচৰ চাপিল। বুঢ়া আতাই আতৈক গুৰুজনাৰ বা বাতৰি সুধিলে আৰু ভোজন পাতি কৰালে। গধূলি হ'ল। গধূলিৰ পাঠত ভকতে ৰামায়ণ পঢ়িছিল। পাঠত হনুমানে লঙ্কা পোৰাৰ কথা ওলাল। তাম, কাঁহ, ৰূপ, সোণ, পাথৰ কেনেকৈ জুয়ে পুৰিলে এই সংশয় ভকতে যদুমণিক

সুধিলে। যদুমণি আতৈয়ে ক'লে, "মই সেইবোৰৰ ভু-নাপাওঁ, শুনাও নাই।" ভকতে ক'লে, "আপুনি বাৰ-তেৰ বছৰ গুৰুসেৱা কৰিছে; গুৰুজনে কোৱা নাইনে?" আতৈয়ে ক'লে, "মই এই কথা গুৰুজনক সোধা নাছিলো।" ভকতে আতৈক ক'লে, "বাপ, আপুনি ক'বলৈ ইচ্ছা কৰা নাই, বাৰু কালিলৈ ক'ব, বাপ, আজি যাওঁক।" যদুমণি আতৈয়ে কীৰ্ত্তন ঘৰৰ বাহাত শুলে। আতৈয়ে ৰাতি চিন্তা কৰিলে, "কালিলৈ ভকতে পুনৰ সুধিব, মই ক'ম কি? লাজহে লাগিব, এতেকে ইয়াৰ পৰা যাবহে লাগে। আতৈয়ে ৰাতি উঠি গৈ বাটচ'ৰা পালে। তেওঁ ভাবিছে, "দেখোঁ গুৰুবাক্য নৰয়, বিবাদ আৰু অপমান পাইহে যাওঁ, আৰু গুৰুজনে ইয়াৰ বাহিৰত থাকিব কৈছে।" এই বুলি আতৈয়ে উভতি আহিল। মন ঠিক কৰিব নোৱাৰি আতৈয়ে পুনৰ ভাবে, 'বৰ লঘু হ'ম, যাবহে লাগে।' এই বুলি উঠি যায় পুনৰ। এনেকৈ আতৈয়ে গোটেই নিশা আহে আৰু যায়। পালাধৰীয়াই আতৈক দেখি ভাবিলে, "আতৈৰ আৰু কি হ'ল আজি, পৰকীয়া প্ৰেমেই ধৰিলে নেকি?" ৰাতিপুৱাই পালাধৰীয়াই ভকতসকলক ক'লে, "আজি ৰাতি যদুমণি আতৈৰ কি হৈছিল, গোটেই ৰাতি আহি-যায়ে পুৱালে দেখোঁ?" যদুমণি আতৈয়ে ভকতসকলক ক'লে, "বাপসকল, আজিলৈ বাৰ বছৰে মই গুৰুজনাৰ সেৱা পৰিচৰ্য্যা কৰিলো; কিন্তু গুৰুজনাক পৰমাৰ্থ তত্ত্ব সুধিবলৈ নহ'ল। জোলোঙা বান্ধি ওলাই আহিবৰ সময়ত গুৰুজনাক সুধিছিলো, তেতিয়া গুৰুজনাই ক'লে, "এতিয়া জানো এইবোৰ কথা কোৱাৰ সময়, আগতে নক'লা কিয়?' তথাপি পাম, কৰিম, হৰ্ষ, বিষাদ, মান, অপমান এইবোৰৰ পৰা আঁতৰত থাকিবা জানিবা গায়ে গেঞ্জি, পেটে ভঁৰাল, আৰু মৰণৰ সময় ওচৰ চাপিলে মোক নাপাহৰিবা।" সেয়ে ৰামায়ণৰ অৰ্থ ক'ব নোৱাৰা অপমান, বিষাদত ৰাতি ওলাই যাওঁ আৰু গুৰু বাক্য মনত পৰিলে উভতি আহো পুনৰ।" কথাটি শুনি বুঢ়া আতাই ব্যাখ্যা কৰি ক'লে, "চাৰিও বেদৰ বাক্য তোমাতে আছে, এনে গুৰু বাক্যত ৰৈছা তুমি; ভকতি, পৰমাৰ্থ নুবুজিবলৈ নকৰিবলৈ একো আৰু তোমাৰ নৰ'ল।" এই বুলি অনেক আদৰ সন্মান কৰি বুঢ়া আতাই যদুমণিক আতৈক পঠাইছে। যদুমণিয়ে দক্ষিণ পাৰলৈ গৈ বিষ্ণু আতাক সেৱা কৰি পুনৰ গুৰুজনৰ ওচৰলৈ গৈছে।

২-৩৪-১৬ হৰি আৰু কৃষ্ণ আতৈয়ে কীৰ্ত্তন ঘৰত জঞ্জাল পাই বকৰা মাটিৰ জঙ্ঘলত গৈ গধূলি নিজঞ্জালত হৰি কথা চৰ্চা কৰে। হাজাৰা আতৈয়ে ৰঘুৰজাৰ ৰাজ্যৰ বিজয়পুৰত আছিল। হাজাৰা আতৈয়ে হৰি-কৃষ্ণৰ কথাটি শুনি নিন্দা কৰি ক'লে, "আমাৰ সেই দুটাই ক'তবা পাই কিবা অৰীতি মত ল'লে। গুৰুধৰ্ম, হৰিকথা চৰ্চা হ'লে হৰিগৃহ বা হাটীত ক'ব, গাব নোৱাৰেনে? হাবিত বৌদ্ধমত কোৱাহে শুনিছো, সেয়া প্ৰবৃত্তি পথ, ধৰ্ম নহয়; পাষণ্ড মতহে কিবা ধৰিলে তেওঁলোকে।" গুৰুজনে হাজাৰা আতৈৰ সেই কথা শুনি দুখ কৰি ক'লে, "মোৰ গুৰুজনে দি গৈছে পাষাণ্ড মৰ্দনত—

বিষ্ণু ভকতক দেখিলে হাসৈ।
আপুনিও নষ্ট আনকো নাশৈ।।
কীৰ্ত্তন শুনিয়া সাম্যকে মৰৈ।
জানিয়া নিতে মহাপাপ কৰৈ।।"

গুৰুজনে এই বুলি কৈ মৌন হৈ ৰ'ল।

হাজাৰা আতৈয়ে দুই-এক মাহৰ অন্তৰত দহ-বাৰ ভাৰ বস্তু লৈ আহি গুৰুজনাক সেৱা কৰে। এইবাৰো তেওঁ আহিল। আতৈক দেখি গুৰুজনে আতৈক পিঠি দি বহি ক'লে, "গুচা, তুমি মোৰ শিষ্য নোহোৱা, মোৰ য'ত সন্তোষ তাকে তুমি নিন্দা কৰা আৰু মোৰ য'ত অসন্তোষ তাতে তোমাৰ সন্তোষ।" ইয়াকে শুনি আতৈয়ে ভয়াৰ্ত্ত হৈ গুৰুজনাৰ চৰণত দণ্ডৱতে পৰি কান্দি অনেক স্তুতি কৰুণা-কাৰ্পণ্য কাকুতি কৰি ক'লে, "বাপ, মই মহা মুৰ্খ বিষয়া, দোষ গুণৰ একো ভু-নাপাওঁ, হোজা; খোৱাৰ খোজে প্ৰতি দোষ।" তেতিয়া গুৰুজনে সন্তুষ্ট হৈ আতৈৰ সম্মুখ হৈ ক'লে, "এটি দৃষ্টান্ত কওঁ, শুনা। পৰমাৰ্থ বিষয়ত ব্ৰহ্মাণ্ডত চাৰিবিধ লোক আছে— উত্তম, উত্তোমোত্তম, মধ্যম আৰু প্ৰাকৃত। ৰজাৰ বিষয়াই পুৱাতে শৌচ শুদ্ধি স্নান কৰি গুৰুসেৱা কৰে, তাৰ পাছত চিৰা, চেনি, পায়স, গাখীৰ খাই প্ৰজাৰ সৌধ বিচাৰ কৰে, ডেৰ পৰত ভোজন কৰি তেওঁ শোৱে। শোৱাৰ পৰা উঠি দুপৰীয়া ৰজাৰ কাৰ্য্য কৰি উঠি মালভোগ কল, কোমল চাউল, দৈ, চেনিৰে ভোজন কৰে। গধূলি নানান দ্ৰব্যৰে ভোজন কৰি আন বিষয়াৰ লগত মন্ত্ৰণা কৰে আৰু ৰাতি চাৰিদণ্ডত মাণ্ডা, মনোহৰা, বাতাচা, ফেনি, লুচি, জিলাপি

খাই শোৱে। আৰু শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম বস্তু এনে ক্ৰমেৰে চাৰিটি প্ৰসঙ্গ যিজনে কৰে তেওঁলোক উত্তম, তিনিটি কৰিলে মধ্যম, দুটা কৰিলে নৰম, এটা কৰিলে প্ৰাকৃত, দুখী। চাৰিটি প্ৰসঙ্গ কৰিও যিজনে কৃষ্ণ কথা সুখত বহে তেওঁ উত্তমোত্তম সন্ত। কৃষ্ণদেৱে কৈছে– "হৰি কথা শ্ৰৱণত মই লুকাই আঁৰ হ'ব নোৱাৰো, সাক্ষী প্ৰমাণ হিচাপে তাতে বেকত হৈ দৃঢ়তাৰে থাকো।" আৰু মেৰু শিখৰত ব্ৰহ্মাৰ সভাত ব্ৰহ্মা, বিষ্ণু, হৰ, ইন্দ্ৰ, চন্দ্ৰ, দশদিকপাল, ব্ৰহ্মঋষি, দেৱঋষি, গান্ধৰ্ব, চানুৰ, কিন্নৰ সকলো বহিছিল। তেতিয়া সেই সভাত নাৰদ দেউ গৈ পালে। নাৰদ জগতৰে উপকাৰী, তেওঁৰ অবাধ গতি; ভূত, ভবিষ্যত, বৰ্ত্তমান, তিনিও লোকত, চৌধ্য ভূৱনত তেওঁৰ অবাধ গতি। নাৰদে চাই দেখিলে কৃষ্ণৰ নিজ শক্তিটো সভাত নাই। তেওঁ মনতে খেদ কৰি ক'লে, এনে সভা এৰি কৃষ্ণ ক'লৈ গ'ল?" তাৰ পাছত তেওঁ ধ্যান কৰি চাই দেখিলে, শ্ৰুতদেৱ, আৰু জনক একে আত্মা; কেৱল ৰাম ৰসত তেওঁলোকৰ প্ৰেম, ভক্তি, আচৰণ। দুয়োজনে কথা সুখত বঁহিছে আৰু দুয়োৰো মাজতে কৃষ্ণদেৱ ব্যক্ত হৈ আছে। সেই শেষ দশমৰ শ্লোক মই নাম-ঘোষাত দিছে–

একান্ত ভকত সবে নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠকো পৰিহৰি যোগীৰ হৃদয় এৰি
থাকা হৰি সাক্ষাত তথাত।।

আৰু ভাগিৰথৰ আগত গঙ্গাৰ বাক্য–

ভকতৰ হিয়া এৰি যাইবাক নপৰা হৰি
লগাই আছে পাৱে প্ৰেম জৰি,
এক মই হৰি চৰাচৰ, মই বশ্য ভকতৰ,
দুৰ্বাসাৰ আগে দামোদৰ।

এতেকে চাৰিটি ধৰ্ম বস্তুৰে মূল; সহস্ৰ নাম শিল; পুৰাণ, ভাৰত, ভাগৱত-ইটা; বেদান্ত, উপনিষদ শিৰোৰত্ন- কৰাল, চূণ, গুৰ, মাহ, মাছ; বাইশ অৱতাৰ গা, দশ অৱতাৰ ছাল, শতনামে গলাবান্ধ; আশীবিধ ভক্তিয়ে চৰিয়া; চাৰিবিধ শ্ৰৱণ, পাঁচবিধ কীৰ্ত্তন- এই ন-বিধে বৰখুঁটা; ন-বিধ ভক্তিয়ে কলচি; ওঠৰ ৰসে

সৰু খুঁটা; আৰু চৌধ্য প্ৰসঙ্গৰে কলচি পূৰ্ণ। নিৰ্গুণা, ভাগৱতী, অন্তৰঙ্গা, বিৰলা, কেৱলা, সপ্ৰেমা এই ছয় ভক্তি। দহ টকা জুইত পুৰি শোধন কৰিলে এটকা পৰিমাণ হ'লে সোণ হয়, সেই সোণ দহ বাৰ শোধন কৰিলে হেম হয়, তেনে হেম দহ বাৰ শোধন কৰিলে হীৰা হয়, তেনে হীৰা দহ বাৰ শোধন কৰিলে বাৰ্থা হয়, তেনে বাৰ্থা দহ বাৰ শোধন কৰিলে মাণিক হয়। তেনে ক্ৰমে ছয় বিধ ভক্তিৰে কলচি পূৰ্ণ হয়। পঞ্চৰসে ৰহণ, পঞ্চতত্ত্বে জ্যোতি, মূলমন্ত্ৰ, কথা প্ৰসঙ্গ শ্ৰৱণত সুদৰ্শন চক্ৰই নিজ নাম ধৰি পাপ নাশি খাষ্টাং কৰে। আৰু এনে পৰম তত্ত্ব হৰিভক্তি সুখত হৰি আৰু কৃষ্ণ আতৈয়ে বহে। তেনে ভকতক তই অসুয়া কৰা? ৰামকৃষ্ণৰ বাণী– শালিধানৰ আগ তল গ'ল, গুৰিত নুচুলে পানী। তই বৰ নোহোৱা, মোৰ হৰি-কৃষ্ণহে জেষ্ঠ; চাৰিতকৈ সৰু জন্ম তোৰ।" তাকে শুনি কেহো হাজাৰা আতৈয়ে ভয়াৰ্ত্ত হৈ দণ্ডৱতে পৰি কাতৰকৈ ক'লে, "বাপ, মই সেইবোৰ নাজানো, গৰু-পশুৰ লগৰ মই ; কি জানো মই মুৰ্খ পাপীয়ে ? অজ্ঞান দাসৰ দোষ ক্ষমা কৰক।" হাজাৰা আতৈয়ে গুৰুজনাৰ ওচৰৰ পৰা আহি হৰি-কৃষ্ণ আতৈলৈ অসূয়া এৰি মান সৎকাৰ কৰিব ধৰিলে জ্ঞান পাই। তাৰ পাছত হৰি-কৃষ্ণ আতৈয়ে গৈ হাজাৰা আতৈৰ বাবে কৈ গুৰুজনাৰ সন্তোষ লগাইছে।

**২-৩৪-১৭** গুৰুজনে সকলো ভকতকে মাতি আনি ক'লে, 'মোৰ এতিয়া বৃদ্ধ কাল, অতিপাত গৰম বা শীততো চাউল মুঠি ৰান্ধিব নোৱাৰো, মোক এজন ভকত ৰান্ধনি দিয়া।" তেতিয়া সকলো ভকতে আলোচনা কৰি বলাই আতৈকে দিলে, উত্তম কায়স্থ দেখি। বলাই আতৈয়ে এসাজ চাউল সিজাই কান্ধত চেলেং হাতত বেতৰ বিচনী লৈ তামোল খাই খাই হাটীৰ চোতালত ফুৰিব ধৰিলে। গুৰুজনে দেখি ক'লে, "ই মোৰ চাউল মুঠি সিজাই আঁঠু কাঢ়ি সেৱা কৰি উঠিবই নালাগিছিল, অপৰাধে, অশুদ্ধে কেনেকৈ চাউল সিজাইছো বুলি। অ' লোকক দেখুৱাই ফুৰিছে "মই কেনে ৰান্ধনি হ'লো" বুলি। ই নালাগে মোৰ চাউল সিজাব।" এসাজ ৰান্ধিয়ে বলাই আতৈ হ'ল ৰান্ধনি বলাই আতৈ।

**২-৩৪-১৮** গুৰুজনে যদুমণি আতৈক পাঁচি ক'লে, "সকলো ভকতক কোৱাগৈ, ঈৰ্ষা এৰি ভকতে পৰস্পৰে প্ৰীতি কৰক।" যদুমণি আতৈয়ে চাৰিও হাটীৰ ভকতক গুৰুজনৰ আজ্ঞা ক'লে। সকলো ভকতে শলাগিলে। বিষ্ণু

আতাই ক'লে, "ঐ যদুমণি, এই গুৰুৰ আজ্ঞা কি শুনাই ফুৰা? তোৰ কথা কোনে ৰাখিব, ধৰিব, কৰিব?" যদুমণি আহিলত গুৰুজনে ক'লে, "বাপ, সকলোৱে শলাগিলে; কিন্তু দাদায়হে এনেকৈ ক'লে।" গুৰুজনে ক'লে, "আনে শলাগতে যাব, ধৰে যদি বিষ্ণুৱে ধৰিব।" তাৰ পাছত দুদিন একেৰাহে নাম ধৰিছিল গুৰুজনে। তেওঁ গাৰ বস্ত্ৰখনকে দি যদুমণিক পাঁচিলে। যদুমণিয়ে মূৰত লৈ বস্ত্ৰখন নি হাটীৰ ভকতক ক'লে, "গুৰুজনৰ বস্ত্ৰ আহিছে।" সকলো ভকতে বস্ত্ৰৰ আগত আঁঠু ল'লে। বিষ্ণু আতাই ক'লে, "হেৰ যদুমণি, কিয় মোক মাৰ? মোলৈ যে গুৰুজনাৰ বস্ত্ৰ লৈ আহা?" যদুমণিয়ে ক'লে, "মই দুইবাৰ প্ৰাৰ্থনা কৰি গুৰুজনাৰ বাক্য বিৰোধ কৰিছিলো, তিনিবাৰত গুৰুবাক্য পৰিলে সৰ্বনাশ হওঁ বুলিহে আনিলো। মই দুফাল ধাৰৰ তৰোৱালতহে পৰিলো, ইফালেওঁ কাটে, সিফালেও কাটে, কি উপায়? ইয়াত আপুনি ৰাগ কৰিছে আৰু সিফালে গুৰুবাক্য পৰে? গুৰুজনে সকলোকে প্ৰীতি ভক্তি কৰিব দিছে।" বিষ্ণু আতাই ক'লে, "অ' মই যে ক্ষণিক গুৰুবাক্যৰ বিৰুদ্ধে ক'লো, দোষত পৰিলো; মোক ৰাখা।"



# পঞ্চত্ৰিংশ অধ্যায়

২-৩৫-১ বুঢ়া আতাই ওঠৰজন ভক্তৰে সৈতে কামৰূপৰ পৰা মধুপুৰলৈ যোৱাৰ বাটত প্ৰথমতে ৰৌমাৰিৰ এঘৰ কামৰূপীয়া লোকৰ ঘৰত ৰ'ল। গৃহস্থই সিধা-পাত্ৰ দিলে আৰু আতৈসকলে ভোজন কৰিলে। ৰাতিপুৱাই গৃহস্থই ভকতসকলক ক'লে, "আপোনালোকে চাউল সিজাওঁক।" বুঢ়া আতাই ক'লে, "আমি কালি ভোজন কৰিলো, অতিথিয়ে এসাজ অবিচাৰে খাব পায়, সেয়া বেদৰো সন্মত, যাৰে হাতেই খাওঁক তাত দোষ নাই। আমি মহাপুৰুষক গুৰু বুলিছো আৰু তুমি হ'লা অশৰণীয়া; তোমাৰ ঘৰত চাউল খাবলৈ নাপায়, খালে তললৈ টানে।" গৃহস্থই ক'লে, "আতা আমিও ভকত হৈছো।" বুঢ়া আতাই ক'লে, "কাহানি, ক'ত, কাৰ দ্বাৰা আৰু তাৰ প্ৰমাণ?" গৃহস্থই ক'লে, "মহাপুৰুষ গুৰুজনে বাৰজন ভকতৰ সৈতে বৃন্দাবনলৈ যাওঁতে আমাৰ ইয়াত ৰৈ আমাক ভকত কৰি গৈছে আৰু লগতে এটি গীত ৰচনা কৰি দি গৈছে। বুঢ়া আতাই গৃহস্থক গীতটো আনিব ক'লে আৰু গৃহস্থই গীতটো আনিলে।

গীত— "ৰাম হৰি হৃদয় পঙ্কজে ৰৈছে,
ভাই চিত্তে নাচিন্তস কৈসে।

বুঢ়া আতাই আতৈসকলক ক'লে, "গীতটো আওঁৰাই লোৱা।" [১]

আতৈসকলে গীতটো মুখস্থ কৰি ল'লে। তাৰ পাচত ভকতসকলে গৃহস্থৰ ঘৰত ভোজন কৰিছে।

---

১। ইয়াত গুৰুজনাই বাৰজন শিষ্যৰে বৃন্দাবনলৈ যোৱা বোলোতে গুৰুজনাই প্ৰথম তীৰ্থ ভ্ৰমণলৈ যোৱা কথাকে সাব্যস্ত কৰিছে। তেতিয়া হ'লে গুৰুজনাই প্ৰথম বৰগীতটো প্ৰথম তীৰ্থ ভ্ৰমণ কালত কামৰূপতে ৰচনা কৰিছিল। আনহাতে বৰদোৱা চৰিতৰ মত ধৰি পণ্ডিতসকলে ক'ব বিচাৰে যে তেৰাই প্ৰথম তীৰ্থ ভ্ৰমণত বদৰিকাশ্ৰমত প্ৰথম বৰগীতটো ৰচনা কৰিছিল। এই বিষয়ে প্ৰকৃত গৱেষণা হোৱা উচিত।

২-৩৫-২ ভকতসকলে তাৰ পৰা গৈ প্ৰথমতে হীকমাত বৈ পিছদিনা ৰঙ্গামাটিৰ বলিচলন বৰুৱাৰ বাৰীত বৈ তাৰ পৰা গৈ গদাধৰ নৈৰ উত্তৰে বাধন ডোবাত বৈ তাৰ পৰা গৈ ৰামৰায় কুঠিত বৈ, তাৰ পৰা পিছদিনা গৈ মধুপুৰ নগৰৰ কাষৰ ঘৰঘৰি জান পালে। বুঢ়া আতাই ভকতসকলক ক'লে, “আমি এতিয়া গ'লে গুৰুজনে চাউল সিজাবলৈ ধৰিব, এতেকে জানতে স্নান কৰি চিৰা ভোজন কৰোহঁক।” তেওঁলোকে তাতে ভোজন কৰি গৈ মধুপুৰত গুৰুজনাক পাই সেৱা কৰিছে। গুৰুজনাই বুঢ়া আতাক আই গোসাঁনী, ঠাকুৰ আতা, আৰু আন আন সেৱকৰ বাতৰি সুধিলে। আতাই সকলো ক'লে আৰু ক'লে বাটত ক'ত ক'ত ৰৈছিল। আতাই ক'লে, “বাপ, আমি প্ৰথমে এঘৰ কামৰূপীয়া লোকৰ ঘৰত ৰ'লো। ৰাতিপুৱা আমি তেওঁৰ তাত ভোজন নকৰাত তেওঁ মহাপুৰুষ গুৰুজনাৰ দ্বাৰা ভকত হোৱা বুলি ক'লে আৰু এই গীতটো দিলে।” এই বুলি আতাই গীতটো গুৰুজনাক গাই শুনালে। গুৰুজনে ক'লে, “হয়, মহাপুৰুষ গুৰুৱে মোক গীতটো লিখিবলৈ কৈছিল, মই পাহৰি আছিলো। গুৰুজনে গীতটো লিখি থ'লে। গুৰুজনে বুঢ়া আতাক ক'লে, “মথুৰাদাস কীৰ্ত্তন কৰা।” আতাই কীৰ্ত্তন গাবলৈ উঠিল আৰু লক্ষণ আতৈয়ে ওজা পদ জুৰিলে। বুঢ়া আতাই ঘোষা গালে—

ৰাম চন্দ্ৰ স্বৰ্গে চলি গৈলা।
অযোধ্যাপুৰী সবে শূন্য ভৈলা।।
কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত।
নাম ধৰ্ম কৰিলা বিদিত।।
মাধৱক দৰশন পায়া।
আনন্দ কৰি হৰি গুণ গাৱা।।
মাধৱ বান্ধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি।।

আতাই এই চাৰিটি ঘোষা গাই গুৰুজনাক সেৱা কৰিলে। তেতিয়া গুৰুজনে ক'লে, “মই দেখোঁ এই ঘোষা ৰচনা কৰা নাই?” আতাই ক'লে, “বাপ, আপুনি ইয়ালৈ আহোঁতে মনৰ দুখত ময়ে এই ঘোষা ৰচনা কৰিছিলো। তেতিয়া গুৰুজনাই

সন্তোষ লভি আশীৰ্বাদ কৰিছে আতাক এই বুলি– "মোক তুমি সন্তোষ লগালা আৰু তুমিও আমাৰ ভক্তি বস্তুৰে সন্তোষ লভিবা।"

২-৩৫-৩ বুঢ়া আতাই মধুপুৰতে চাৰিদিন আছে। জীৱনা নৰোত্তম আতৈয়ে পায়খানালৈ যোৱাৰ বাটত গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই আতৈক ক'লে, "নৰোত্তম, যোৱা নাইনে?" আতৈয়ে ক'লে, "বাপ, যাৰ ওচৰত মোৰ আশা, ভৰসা, তেওঁকে আপুনি ৰাখিছে, কাৰ সৈতে যাওঁ মই?" গুৰুজনাই বুঢ়া আতাক সুধিলে, "বৰপেটাৰ কীৰ্ত্তন ঘৰৰ পোৰা মাটিত বন্তি জ্বলিছেনে?" আতাই ক'লে, "বাপ, কীৰ্ত্তন ঘৰ পোৰাৰ দিনাখনেই বলাইৰ মাকে ছাই গুচাই বন্তি লগাইছে, এদিনো ক্ষতি হ'বলৈ দিয়া নাই। মাথোঁ আপোনাকহে বৰপেটাত দেখিবলৈ নাপাওঁ।" গুৰুজনে তেতিয়া মথুৰাদাস বুঢ়া আতাক ক'লে, "তুমি ইয়াত থাকিব নালাগে, যোৱা থানখনত শলা-বন্তি জ্বলাব লাগিব আৰু ভকতকো চলাব লাগিব।" বুঢ়া আতাই ক'লে, "বাপ, কিহেৰে সত্ৰ চলাম?" গুৰুজনে হৰিবল্লভ আতৈক মাতি ক'লে, "হৰিবল্লভ, দুটি টকা লৈ আহা।" হৰিবল্লভ আতৈয়ে টকা দুটি লৈ আহিল। গুৰুজনে বুঢ়া আতাক টকা দুটি আৰু মালতিৰ ঢোপটি দি ক'লে, "মথুৰা, তোমাক বৰপেটা সত্ৰৰ অধিকাৰ পাতিলো, এই টকা দুটি নিয়া শলা-বন্তিৰ খৰছৰ বাবে আৰু তিনিও ৰাজ্যৰ লোকে সত্ৰখনক সেৱা কৰি কৰ দিব।[২] তেতিয়া ওঠৰজন ভকতে গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে, "বাপ, আমাৰ সকলোৰে সেৱাৰ সৰ্বস্ব ধূলা, মালা কীৰ্ত্তন ঘৰ পুৰাৰ লগতে পুৰিলে, এতিয়া আপুনি অনুগ্ৰহ কৰি দিলেহে হ'ব।" তেতিয়া গুৰুজনে ক'লে, "ৰমানন্দ ঠাকুৰৰ ল'ৰা, গুৰুজনাৰ নাতি, যেনিবা দ্বিতীয় শঙ্কৰ; পুৰুষোত্তম ঠাকুৰৰ পৰা নল'লা কিয়?" আতৈসকলে ক'লে, "বাপ, আপুনি পৃথিবীত থাকোতে কিয় কৰিম তেনে কাম? আৰু কৰিলোৱেবা বগী গাইৰ বাছৰু ক'লী গাইৰে লগ, মাকে বা পোৱালীৰ কি মৰম বুজিব আৰু পোৱালীয়েও বা পিব কিয়?" তেতিয়া গুৰুজনে ক'লে, শ্ৰীশঙ্কৰদেৱে পূৰ্বতে মোত বল, শক্তি, পৰাক্ৰম

---

২। মাধবদেৱ গুৰুজনাই দিয়া টকা দুটি আজিও বৰপেটা সত্ৰত সংৰক্ষিত হৈ আছে। টকা দুটিক নাগেৰী টকা নামে জনা যায়।

থৈ বৈকুণ্ঠলৈ গ'ল আৰু মই গুৰুৰ বাক্য পালি গুৰু ভাৰ সহিলো, ৰলো। গুৰুৰ নাতি সমৰ্থ হোৱাত কলিয়াদলৈৰ সভাত তেওঁলোকক মই কণ্ঠমালা যি আছিল দি শোধালো ভাগে ভাগে। শাহ্ দিলো, এতিয়া খোলাটিত কি পাবা? তেওঁলোকৰ পৰা লোৱাগৈ।" ভকতসকলে ক'লে, "বাপ, আপোনাৰ এই পদ পঙ্কজৰ বাহিৰে আমি কাক জানো! আৰু আপুনি অনুগ্ৰহ্ নকৰিলে লাগিলে আমি এনেয়ে থাকিম, নিশ্চয়কৈ আমাৰ আনত আশা ভৰসা নাই।" তেতিয়া গুৰুজনাই ক'লে, "মই গুৰুসেৱা কৰি যি পালো তাকে নামঘোষাত থৈছো। অনেক শাস্ত্ৰ বিচাৰি যি ৰস, তত্ত্ব পালো তাকো ঘোষাত থৈছো, আৰু পৰমাত্মা ইষ্টই হৃদয়ত থাকি যি বুদ্ধি দিলে তাকো মই নাম-ঘোষাত থৈছো। এতেকে পদাৰ্থত, ভাবাৰ্থত, নিজাৰ্থত, গূঢ়াৰ্থত, পৰমাৰ্থত আৰু অন্ত্যজৰ সৈতে সাধুৰ কৃপা মোক সম্পূৰ্ণকৈ নাম-ঘোষাত দেখিবা, পাবা।" তেতিয়া বুঢ়া আতা আৰু আতৈসকলে ক'লে, "বাপ, কাঠৰ মালা ফুটে ফাটে, মনৰ মালা কাহা ছুটে।"

২-৩৫-৪ গুৰুজনে ভকত এজনক ক'লে, "তেলী কৃষ্ণ ঘৰত আছে নে চোৱা আৰু তেওঁকো আমাৰ লগত লোৱা। ভকতজনে গ'ল আৰু গৈ শুধিলে, "তেলী কৃষ্ণ ক'লৈ গ'ল?" এজনে ক'লে, "তেওঁক লগ নাপায়, তেওঁ বিশ্বাসত আছে। " ভকতজনে ক'লে, " কি বিশ্বাস, ভকত বস্তুকো নামাতেনে? " সিজনে ক'লে, "তেওঁ ল'ৰা শৰণ কৰাই আছে।" ভকতজনে ক'লে, "কি আশ্চৰ্য্য! গুৰুজন সেইখিনিতে আছে আৰু এইখিনিতে ল'ৰা শৰণ কৰাইছে! কেনে আচৰিত বঙ্গদেশীয় লোক!" গুৰুজন আৰু ভকতসকলে গৈ ৰজাৰ পদুলিত হৰিবোল দিলে। ৰজাই সুধিলে তেওঁলোক ক'ৰ? ভকতে ক'লে, "মহাৰাজ, এওঁ বৰপেটা সত্ৰৰ অধিকাৰ।" ৰজাই সুধিলে, "আপোনালোকে কি বিচাৰিছে?" ভকতে ক'লে, "মহাৰাজ, বৰপেটালৈ যাবলৈ আমাক অনুমতি পত্ৰ লাগে। ৰজাই ক'লে, "বাৰু হ'ব।" অনুমতি পত্ৰ দিয়া হ'ল। তেলী কৃষ্ণক চাবলৈ পঠোৱা ভকতজনে ঘূৰি আহি গুৰুজনাক সেৱা কৰি ক'লে, "বাপ, তেলী কৃষ্ণৰ পৰা আহিলোঁ, তেওঁ সেইখিনি দূৰতে নিজে ল'ৰা শৰণ কৰাইছে।" গুৰুজনাই ক'লে, "বেহাৰ ৰাজ্যৰ লোক এনেকুৱাই, এয়া তেওঁলোকৰ দস্তুৰ। ৰামৰামৰ ভকতখিনিহে মই পাইছো।" পাছত বুঢ়া আতাই ভকতৰ সৈতে

গুৰুজনাক সেৱা কৰি আহি বৰপেটা পালে। আতা অহা শুনি ঠাকুৰ আতা আৰু পৰমানন্দই আহি আতাক খবৰ বাতৰি সুধিলে। আতাই সকলোখিনি ক'লে। তাৰ পাছত ঠাকুৰ আতাৰ ওচৰলৈ যিসকলে শৰণ ল'বলৈ যায় তেওঁ সকলোকে বৰপেটালৈ পঠায়। বহু প্ৰজাই আহি বৰপেটা সত্ৰত শৰণ ল'লে।

২-৩৫-৫ ৰামচৰণ ঠাকুৰ গ'ল বেহাৰলৈ। ঠাকুৰে গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনে ঠাকুৰক সকলো বা-বাতৰি সুধি ক'লে, "ৰামচৰণ, কীৰ্ত্তন ঘোষা পুথিখন গোটাই আনিছানে?" ঠাকুৰে ক'লে, "বাপ, অনা হৈছে; কিন্তু বিজয়পুৰতে ৰ'ল, তাৰ পৰা আনিব নোৱাৰি তাতে থৈ আহিছো।" গুৰুজনে যদুমণিক ক'লে, "যদুমণি ঠাকুৰৰ লগত দুজন ভকত দিবা আৰু লগত চাউল, দাইল দিবা; পুৱাতে তেওঁলোকে বিজয়পুৰলৈ যাব।" তেওঁলোক পুৱাতে বিজয়পুৰলৈ গ'ল। বিজয়পুৰৰ পৰা পুথিখন লৈ তেওঁলোক বেগাই আহিলে আৰু সন্ধিয়া পালোহি। তেওঁলোক অহা দেখি গুৰুজনে আগবাঢ়ি গৈ মূৰত পুথিখন লৈ আনি পিছদিনা হৰিগৃহত মেলি চাই দেখিলে, যি অধ্যায় য'ত দিব লাগে সেইমতেই হৈছে, দিছে। অমৃত মথন আৰু প্ৰেমকলহৰ কীৰ্ত্তন জঁইটা কাছাৰীৰ তাত থাকিল, বিচাৰি নাপালে। গুৰুজনে ৰামচৰণ ঠাকুৰক প্ৰশংসা কৰি ক'লে, "মোৰ গুৰুজনে পুথিখন মোক গোটাব দিছিল, মই নোৱাৰিলো, গুৰুবাক্য পৰি আছিল, তুমি মোৰ সাৰ্থক ভাগিন, মোৰ গুৰুৰ বাক্য ৰাখিলা।" ঠাকুৰে গুৰুজনাৰ লগত দহ বাৰ দিন ৰৈ প্ৰাৰ্থনা কৰি ক'লে, "মামা, পিতৃ-মাতৃৰ এতিয়া বৃদ্ধকাল, অইন পুত্ৰও নাই, মোতে আশা ভৰসা তেওঁলোকৰ, এতেকে যাবয়ে খোজো।" গুৰুজনাই ক'লে, "ৰামচৰণ, তোমাৰ পিতৃ মোৰ পৰম উপকাৰী, তেওঁৰ বাবেহে মই শঙ্কৰদেৱক পালো। অ' তোমাৰ পিতৃ-মাতৃৰ অহা দহ বছৰলৈকে একো হ'বলৈ নাই। যাব নালাগে, তিনি মাহ থাকা। আৰু ৰামচৰণ ৰ'ল।

২-৩৫-৬ ঢোপৰ গুৰিৰ পৰা লক্ষ্মীকান্ত আতৈয়ে পুত্ৰ সনাতনৰ সৈতে মধুপুৰলৈ গ'ল। তেওঁলোকে মধুপুৰ পাই নাৰায়ণী টকা এটি আৰু এযোৰ কাপোৰ দি গুৰুজনাক সেৱা কৰিলে। গুৰুজনে তেওঁলোকক ঠাকুৰ আতা, গোসাঁনী, বুঢ়া আতা আৰু বিষ্ণু আতাৰ খবৰ বাতৰি সুধিলে। আতৈয়ে সকলো

খবৰ ক'লে। মনপুৰ আতৈয়ে গুৰুজনাৰ ওচৰলৈ নহাত গুৰুজনে দুখ কৰি এটি দৃষ্টান্ত কৈছে-- এজন লোক বৰ আঢ্যৱন্ত; বেপাৰত তেওঁ হাজাৰ, লাখ, কোটি টকা আৰ্জে। পাছত সেইজন লোকেও হত্যা, চুৰি আদি মোকৰ্দ্দমাত পৰি সকলো হেৰুৱাব পাৰে। দুখৰ সময়ত পুত্ৰ নাতিলৈ আৰ্জা ধন তেওঁৰ জীৱন কালতে শেষ হৈ তেওঁ দুখত পৰে। সেই নিযমে মনপুৰে মোৰ পৰিচৰ্য্যা কৰিছিল তিনি জন্মৰ পুণ্য লৈ পৰজন্মত আহি , ভূলোকত কৰ্ম ভুঞ্জি নৰক সাৰি সদ্যে তৰোতেই মোহ তৃষ্ণাই পুনৰ দুখত পেলালে; কৃষ্ণৰ মায়াৰ কি বল বোপা!" পিছদিনাখন সনাতনে গুৰু ধৰ্ম ল'লে।

২- ৩৫-৭ এদিন সনাতনে প্ৰাৰ্থনা কৰি গুৰুজনাক সুধিলে, "প্ৰভু, একে ব্ৰহ্ম জীৱ, স্ৰষ্টা পুৰুষৰ বাক্যত ব্ৰহ্মাৰ সৃজন বালিচাইাৰ পৰা হাতীটোলৈকে, চাৰিও সৃষ্টিতে চৈতন্য প্ৰভুৱে আত্মাৰূপে সমভাৱে সকলোৰে লগত আছে ৰমণ কৰি, তথাপি লোক উত্তম, মধ্যম আৰু প্ৰাকৃত হয়; কোনোৱে সুখী, কোনোৱে দুখী আৰু কোনোৱে চক্ৰৱৰ্ত্তী ৰজা হয়; কোনোৱে হাল বায়, কোনোৱে বোজা বয়, কোনোৱে হাতী-ঘোঁৰাৰ দোলাত উঠে আৰু কেনোৱে কষ্ট কৰিও ভাত নাপায়। কৃষ্ণৰ এই বিষম সৃষ্টি হ'ল কিয়?" তেতিয়া গুৰুজনে ক'লে,-- হিৰণ্যকশীপুৱে প্ৰহ্লাদক কৈছিল, "সকলোতে যে বিষ্ণু আছে বুলি কোৱা, সকলোৱে একে সমান নহয় কিয়?" সুখী, দুখী, আৰু ভিক্ষাৰী অনেক বিধে বিধে দেখোঁ কিয়?" প্ৰহ্লাদে ক'লে, "পিতৃ, কল্পতৰু বৃক্ষ যেনেকৈ সকলোৰে বাবে সমান হলেওঁ মাগোতাজনেহে ফল পায়, তেনেকৈ কৃষ্ণৰ ভজনা আৰু ভক্তিৰ তাৰতম্যই বিষম কৰায়, কৰ্ম অনুসৰি বাসনা মিলে আৰু লোক সুখী, দুখী, ধনী, মানী হয়, লোকে দৰিদ্ৰ, ৰজা বা ৰায়ত হৈ পূৰ্বজন্মৰ আৰ্জিত ফল ভুঞ্জি সংসাৰ যাতায়ত কৰি ফুৰে আৰু তেনেকৈ গৰ্ভবাস, যোনিচেপা আৰু নৰক ভুঞ্জি ফুৰে। ঈশ্বৰৰ পৰাই ঈশ্বৰৰ অংশী জীৱৰ সৃষ্টি। তেওঁক ভজিলে তৰো আৰু তেওঁক নভজিলে মৰো, সংসাৰত ভ্ৰমো। তেনেকৈ মনৰ সঙ্গ এৰি মোহ নিদ্ৰাৰ পৰা চেতন লভি গুৰুকে ঈশ্বৰ মানি ভক্তি কৰি হৰি ভজিলে তৰি আৰু ভূলোকত পৰি ভু হেৰাই দেহ, গৃহ, পুত্ৰ, ভাৰ্য্যা, ধন, জন, ত্বক, চকু, নাক, শ্ৰৱণ এইবোৰ বস্তুত মজিলে সংসাৰ ভ্ৰমি পৰজন্ম লাগে।"

২-৩৫-৮ ঘোৰাঘাটৰ পৰা আহি অনন্ত আতৈয়ে গুৰু ধৰ্ম ধৰি ভকতৰ হাটীত আছে। আতৈৰ পৰাই শিক্ষা লৈ ঠাকুৰীয়া, মেনা, দলৈয়ে গুৰুধৰ্ম লৈ ক'লে, "আতৈৰ পৰাই আমি গুৰুধৰ্ম লৈছো, এওঁ আমাৰ পৰিচৰ্য্যা কৰিবনে? এওঁক আমি পাইক এৰি দিছো।" অনন্ত আতৈয়ে অহোপুৰুষাৰ্থ কৰি গুৰুজনাৰ সেৱা কাৰ্য্য কৰিছে। নিশা দুপৰলৈ আতৈয়ে গুৰুজনাৰ পদ তেল টেঙাৰে মালিচ কৰে, গুৰুজনাক বিচনীৰে বিচে। এদিন লক্ষ্মীকান্ত আতৈয়ে অনন্ত আতৈক ক'লে, "আজি মই এইখিনি সেৱা কৰো।" আতৈয়ে ক'লে, "তোমাক দিব নোৱাৰিম, গুৰুজনে মোক খং কৰিব।" লক্ষ্মীকান্ত আতৈয়ে ক'লে, "গোপীসকলে কৃষ্ণৰ অধৰামৃত ভোগ কৰিছিল, সেই অমৃত সকলোৰে; তুমি সেই সেৱা সদায় কৰা, এই অমৃতত মোৰো ভাগ আছে।" অনন্ত আতৈয়ে লক্ষ্মী আতৈক গুৰুজনাৰ পদ মালিচ কৰিবলৈ দিছে। অনন্ত আতৈৰ সহজ অভ্যাস আৰু হাত কোমল; লক্ষ্মী আতৈৰ অনভ্যাস আৰু হাত মোটা। গুৰুজনে সাৰ পাই ক'লে, "অনন্ত দুখ পালো।" লক্ষ্মী আতৈয়ে ক'লে, "বাপ, অনন্ত নহয়, মই লক্ষ্মীকান্তহে, ময়ে প্ৰাৰ্থনা কৰি খুজি এই কাম কৰিছো। এই খৰীয়া জীৱ, কোৰে কটা বগৰা জীৱ কিবা বাসনা লাগেই কিজানি? বলিয়ে এই পদ অৰ্চনা কৰি মহা ঐশ্বৰ্য্য পালে আৰু এই পদৰ পৰাই গঙ্গাৰ উৎপত্তি। এই যি দুখন হাত মই বহন কৰিছো সেয়া মৃতপ্ৰায়, এই কামেৰে কিবা অলপ কৰ্ত্তব্য কৰ্ম হয়েই এই বুলি কৰিছো।" তেতিয়া গুৰুজনে এটি হনুমন্তী কাব্যৰ আৰ্হি কৈছে— বিকুংসি দেশৰ বিৰমল ৰজাই চাকৰক দিয়ে এটকা, লিগিৰা, পাঁচনি, তামুলীক দিয়ে পাঁচ পাঁচ টকাকৈ। ৰজাৰ মাদৈ সেৱান্নিকাই ক'লে, "মহাৰাজ, আপোনাৰ বৰ অধৰ্ম হৈছে, এমাহ মাটি কাটি পায় এটকা আৰু বহি চেলবেলাই থকাই পায় পাঁচ টকা। ৰজাই ক'লে, "মই যোগ্যতা অনুসৰিয়ে মজুৰি দিছো। ৰাণীয়ে ক'লে, "দুই-পাঁচ কঠীয়া পেটক দিছে একঠা আৰু একঠীয়া পেটক দিছে পাঁচ কঠা চাউল, এয়া কি ন্যায়?" এনেতে হয়কত দেশৰ হয়বৰ সদাগৰে জাননী পঠালে ৰজাই গৈ কৰ তুলিবলৈ। ৰজাই ৰাজ আজ্ঞা দি দুজন চাকৰক পঠালে। সদাগৰে চাকৰক দেখি কৰ দিয়াতো দূৰ, নামাতিলেই। চাকৰে কথাটি ৰজাক ক'লে। পাছত ৰজাই হৰ আৰু গৌৰী নামে দুজন তামুলীক পঠালে ৰাজ আজ্ঞা দি। তামুলীক দেখিয়েই

সদাগৰে সন্মান কৰি নি দুয়োজন তামুলীক দহ টকাকৈ আৰু ৰজাক চাৰিশ টকা দি পঠালে। ৰজাই ৰাণীক ক'লে, "চোৱা, মই হেনো অন্যায় কৰো, চাকৰক নামাতিলেই, ধন দিয়াটো বাদেই, আৰু তামুলীয়ে নিজৰ বাবেতো আনিলেই মোৰ বাবেও আনিছে। এতেকে মই যোগ্যতা অনুসৰিয়ে দিছো, এই জ্ঞান, শাস্ত্র তত্ত্ব তুমি কি জানিবা?" গুৰুজনে লক্ষ্মীকান্ত আতৈক ক'লে, "তুমিও মোৰ পাঁচ টকীয়া তামুলী।"

২-৩৫-৯ সঞ্জয় কাজীয়ে গুৰুজনাৰ ওচৰলৈ গৈ টকা, কাপোৰ উপহাৰ দি চৌধ্য প্রসঙ্গৰ মূর্ত্তি কামনা কৰিলে। তেতিয়া গুৰুজনাই এটি দৃষ্টান্ত কৈছে— বৰ সদাগৰে হীৰা, ৰত্ন, মণিক, প্রবাল, ৰূপ, সোণ, টকা, অনেক বস্তু, খেতি পথাৰ, পাম, হালগিৰি পুত্র-নাতিলৈ থৈ পৰলোকলৈ যায়। পাছত পুত্র নাতিয়ে হালগিৰিৰ যোগ্যতা চাই বিধান, দ-বাম চাই মাটি দি বৰ, লাহী, ফৰমা, ফাফৰি, বৰা, জহ্না, বাও, মঠঙ্গা, মাইগুটিয়া ধানৰ খেতি কৰে আৰু গুৰুৱেও সেৱক চাই ন-বিধ ভক্তি দি নিজেও পুণ্য আর্জি চলি সেৱকক চলায়। একাদশত কৃষ্ণই উদ্ধৱক কৈছে— দুষ্ট, শঠ, দাম্ভিকক ধর্ম কথা নকবা; ধিতিঙা, সোৰোপা, চোৰ, এই সকলক ধর্ম কথা ক'লে, থ'লে চাৰি বস্তুৰ মূলে হেৰায়। এতেকে সাধুসকলে সেৱকৰ মন বুদ্ধি অনুসৰি ধর্ম কথা কয়, যেনেকৈ পাত্র চাই লৱণু থোৱা হয়।

প্রমাণ নকৰি যিটো হঠাতে কহয়।
গুৰুদ্রোহ, বিশ্বপাপ তাহাতে লাগয়।।
বিশিষ্ট শ্রদ্ধালু পাই নাম নকহয়।
জানিবা জীৱৰ বধ তাহাতে লাগয়।।

গুৰুজনে কাজীক পুনৰ ক'লে, "অ' তোমালোকে ধিতিঙা, সোৰপা বিষয়া, তোমালোকৰ ৰজা তিনি তাপে তাপিত আৰু তুমি ভার্য্য পুত্র পালি তত নাইকিয়া, কেনেকৈ ৰাখিবা, পালিবা এই ধর্ম বস্তু, এই বস্তু যোগেন্দ্র সকলৰহে যোগ্য। আৰু তোমালোকক যি ধর্ম বস্তুকে কৈছো আৰু তাৰ বাবে সংসাৰৰ যি দ্রব্য বস্তু মোক দিছা, সেয়া সেৱকত লাগিব। আৰু যদি তোমাৰ কর্ম গতি সংসাৰ ভ্রমণেই হয়, তথাপি এই সকলো পাবা পৰলোকত। তথাপি বাৰু যোৱা শেষত বয়স ভাটী দিলে বিষয় এৰি সাধুসঙ্গ ল'বা, মহা গুহ্যত্বম বস্তু পাবা।

পূৰ্বতে পুণ্য থাকিলেহে তাক লভিবা।”

২-৩৫-১০ দীঘলা বৰুৱাই চাউল, সিধা, ফলাহাৰ, পাঁচ টকা, পাটৰ ধুতী আৰু পছৰা এখন দি গুৰুজনাক সেৱা কৰি “হংস নাম” প্ৰাৰ্থনা কৰিলে। তেতিয়া গুৰুজনে ৰাগ কৰি ক'লে, “তুমি গৰ্ব পৰ্বত বিষয় চাণ্ডত উঠি আছা, ওখ ঠাইত বৃষ্টিৰ জল জানো ৰয়, দ খালতহে ৰয়। চাৰিটি বস্তুৰ আগ গুৰি মৰাই নাই; জকাই বোৱাই নাই, পল খোজা। বাৰু কোনে ক'লে তোমাক হংস নাম?” বৰুৱাই ক'লে, “বাপ, গুণমালাত শুনিহে সুধিছো– “তুমি মহা হংস, আহি নিজ অংশ, বধিলাহা কংস।” গুৰুজনাই ক'লে, “সত্য যুগত দেৱতাসকলে আগম শাস্ত্ৰ কৰি তপ, জপ, হোম, দান, ব্ৰত, তীৰ্থ, যজ্ঞ আৰু আন তন্ত্ৰ-মন্ত্ৰ কৰি স্বৰ্গ পোৱাৰ লোভ দেখুৱাই এই ধৰ্মবস্তু ঢাকিছিল। মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে দুখীয়া লোকক কৃপা কৰি বেদৰ গোপনীয় তত্ত্ব বিহঙ্গম আৰু পিপিলিয়ন এই দুই ভক্তিৰ শীৰ্ষ যোগ প্ৰচাৰ কৰিলে। বিহঙ্গমে অঙ্কুৰতে ওপৰলৈ উঠে আৰু জাপ মাৰি নামে তললৈ আৰু পিপিলিয়নে পিপৰা বগুৱাদি গৈ ক্ৰমে ক্ৰমে মূল পায়। পশু আৰু পক্ষী এই দুই গতি আৰু সম্প্ৰদায়। পশু গুৰুৱে আহাৰ-আধাৰ দেখুৱাই বুজাই বীৰ্য্যবান কৰি তোলে। দুই পক্ষী পিতৃ-গুৰু আৰু মাতৃ-ভক্তৰ সংযোগত হোৱা পুত্ৰ জীৱক দুয়ো আহাৰ জ্ঞান দি তত্ত্বজ্ঞানী কৰি তোলে।[১] এনে অমূল্য ৰত্নৰ মোলেই নাই। গাৰ জোখেৰে ৰত্ন দিলেও টকা-বস্ত্ৰ আনি কয়, তাৰ মূল্য আনিছো। অনেক কাল কৰ্ত্তব্য-সেৱা কৰি বৃদ্ধ হৈয়ো এই বস্তুৰ ঘ্ৰাণ পোৱা নাই। শুনিছো তেওঁলোকে কয়, “আগলৈকেহে আশা কৰিছো।” ভক্ত আৰু গুৰুৰ চৰণ চিত্ত বৃত্তিৰে সেৱা কৰি থাকিলে ভাগ্য হ'লে ভাগিৰথী পায়, আৰু ভাগ্য হ'লে সিপাৰ পাবগৈ।”

২-৩৫-১১ ফটা গোপাল আতৈ আহি তেলীকৃষ্ণ আতৈৰ ঘৰত ৰ'ল। গোপাল আতৈয়ে ৰাতিপুৱা তেলীকৃষ্ণ আতৈৰ পাছ চোতাল মাটিৰে বান্ধি উঠি স্নান কৰি গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনে নাম ।ই উঠি চ'ৰাত বহিছিল। গুৰুজনে আতৈক ক'লে, “তোমাক নামত নেদেখিলো, ক'লৈনো গৈছিলা?”

১। বেদৰ বিখ্যাত বৃক্ষ আৰু দুই পক্ষীৰ দৃষ্টান্তটোৰ ইঙ্গিত কৰিছে ইয়াত।

আতৈয়ে ক'লে, "বাপ, ৰাতিপুৱা কৃষ্ণ আতৈৰ্ চোতালখন বান্ধিলো।" গুৰুজনাই ক'লে, "নাম গাই পিছত কৰিব লাগে, নাম খতি কৰা কিয়?" আতৈয়ে ক'লে, "বাপ, সকলোৱে মুখত শুনো, নাম-মূৰ্ত্তি ভকতৰ সেৱা-কৃত্য কৰিলেই সকলো হয়।" গুৰুজনে ক'লে, "সেয়াও হয়; কিন্তু ভক্তিযুক্ত প্ৰাণ পাবলৈ টান। নৰৰ ওপৰৰ ৰজা নৰোত্তম। ঈশ্বৰ কৃষ্ণই ভাগদ্‌গীতাত বিভূতি যোগত কৈছে— ৰজাই বহুতক মন্ত্ৰী আৰু পাত্ৰ মন্ত্ৰী পাতে। তেওঁলোকৰ লগত তিনিজন গোসাঁই, লগুৱা-লিকচৌ, গা-ৰখীয়া আৰু চহা থাকে। প্ৰতিজন মন্ত্ৰী-পাত্ৰমন্ত্ৰীয়ে চাৰিশ টকাকৈ পায়। বৰবৰুৱাই পায় সোণৰ মুদ্ৰা ৭৫টা, ফুকনে পায় দুশ টকা, ৰাজখোৱাই পায় সাত কুৰি টকা, মেলদগিয়া বৰুৱাই পায় ৪৫ কুৰি টকা, নেওগ শইকীয়াই পায় ৫৩ টকা, বৰাৰ গা-ৰক্ষকে পায় দুকুৰি টকা আৰু কাৰিকৰে যি পায় খাবলৈহে জোৰে। দোলাভাৰীয়ে কৰ্ত্তব্য কৰ্ম কৰিলে গাটিহে ৰয়, তেনে কৰ্ম কৰি লাভ নাই। আৰু তুমি যাৰেহে কাম কৰিছা বা তোমাক কৰাইছে, তোমাক দিয়া বাদেই তেওঁৰেবা গা ৰৈছে বা নৰৈছে? পেট চাই ভাত, মানুহ চাই মাটি। যিজনে দহ-আঠ পুৰা মাটিত ৰুৱে, তেওঁৰ কাম কৰিলেহে খাই লৈ এহালিচাৰ ধান পায়, আৰু যিজনে এহালিচা ধান ৰুৱে তেওঁৰ কৰ্ম কৰিলে, তেওঁৰে গা-নৰয়, আনক দিব-খুৱাব ক'ৰ পৰা?" এতেকে যিজন সেৱা সুখত নিপুণ, যিজনে ৰাজগুহ্যত চলিছে, তেওঁ নিজেও ৰৈছে আৰু আনকো উদ্ধাৰিব। ভৰসা কৰাজনে উপদেশ দি পুৰুষ উদ্ধাৰিব। এতেকে ভকত চাই সেৱা কৃত্য কৰিব, কৰাব লাগে।

২-৩৫-১২ জনাৰ্দ্দন আতৈয়ে গুৰুজনাক প্ৰাৰ্থনা কৰি সুধিলে, "বাপ, বৈষ্ণৱৰ নিৰ্গুণা, কেৱলাৰ ভাগ কওঁক। গুৰুজনে পৰম সন্তোষ লভি ক'লে, "চাৰিও ভাগ বাৰ বৈষ্ণৱতে আছে। ব্ৰহ্মা, মনু, ভীষ্ম-ভাগৱতী। কপিল, কুমাৰ, শুক-নিৰ্গুণা। যম, জনক, প্ৰহ্লাদ-কেৱলা। হৰ, নাৰদ বলি-সপ্ৰেমা। সকলোৱে চাৰি চাৰি বিধ ধৰ্ম প্ৰৱৰ্ত্তন। শ্ৰীৰামৰ-ৰামাউত, নিমাউত, ঋষি, দিগম্বৰী। সন্যাসীৰ- হংস, মহাহংস, কোটিশ্বৰ, মহাবুদ, এই চাৰি। চৈতন্যৰ- গৌৰাঙ্গ, অদ্বৈত, নিত্যানন্দ, মাধবাচাৰ্য্য এই চাৰি। সদাশিৱৰ- গৃহী, বানপ্ৰস্থ, সন্যাসী, ব্ৰহ্মচাৰি এই চাৰি। আমাৰ গুৰুজনাৰ ধৰ্মও চাৰি ভাগত প্ৰৱৰ্ত্তিব- ব্ৰহ্মঘটি,

পুৰুষঘটি, নিকাঘটি, কালঘটি এই চাৰি।[১] কালঘটিৰ নিৰ্গুণা ভক্তি হ'ব- গুৰুতে নিষ্ঠা। ব্ৰহ্মঘটিৰ ভাগৱত ধৰ্ম- নাম গাব। পুৰুষঘটি কেৱলা- নামত নিষ্ঠা হ'ব। নিকাঘটি সপ্ৰেমা- কৃষ্ণৰ গুণ, যশ, একান্ত ভক্তত নিষ্ঠা হ'ব। শৰণ হ'ব চাৰিবিধ চাৰিভাগত। ব্ৰহ্মাৰ দেৱত নিষ্ঠ, কণিকা শৰণ; কালঘটিৰ মলয়া শৰণ, গুৰুত কাষ্ঠা; পুৰুষঘটিৰ কেৱল শৰণ হ'ব, নাম মালাত ৰত আৰু নিকাঘটিৰ অমল শৰণ হ'ব, কৃষ্ণৰ গুণ, যশ, কথন, শ্ৰৱণ হ'ব, গাব। শ্ৰৱণ চাৰিবিধ- সিঙ্গল, ভুজঙ্গম, দাদুৰি, বৈঠগোবচন। কীৰ্ত্তন ছয়বিধ- ৰাজসিক, তামসিক, সাৰ্থক, কবিৰ, নিবিৰ, কেৱল। বৈৰাগ্য চাৰি- যতমান, বৃত্তিৰেক, একন্দ্ৰিয়, বশীকৃত। নাম চাৰি, জয় চাৰি, বেদ চাৰি। মূল শৰণ- জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য এই চাৰি। ভজন চাৰি- সঙ্গ, সৎসঙ্গ, শৰণ, ভজন। প্ৰসঙ্গ চাৰি- আনন্দ, থাপন, বন্দন, আৰু খেলা। ভক্তি ছয় প্ৰকাৰ- নিৰ্গুনা, কেৱলা, ভাগৱতী, সপ্ৰেমা, অন্তৰঙ্গা আৰু বিৰলা। প্ৰাণীসকলো চাৰিবিধ ভাগে ভাগে- উত্তম, উত্তমোত্তম, মধ্যম, প্ৰাকৃত। মানুহৰো চাৰিভাগ- নৰোত্তম, নৰাধম, নৰাচাৰ, নৰাকাৰ। নৰোত্তমে লোকৰ ধাৰ লগায়, লোকৰ নেখায়; উত্তমে লোকৰো খায় আৰু লোকক দিয়েও; মধ্যমে লোকৰ নেখায় আৰু লোকক নিদিয়েও আৰু প্ৰাকৃতে ধাৰ খায়। নৰোত্তমে হৰি ভজি বৈকুণ্ঠলৈ যায়; নৰাধমে নৰদেহা পাই হৰিক নভজি সংসাৰ যাতায়াত কৰে; নৰাচাৰে হৰিভক্তি ধৰে-এৰে, নিন্দে-বন্দে আৰু নাৰাকাৰৰ আকৃতিহে নৰ, স্বভাৱত ৰাক্ষস।

২-৩৫-১৩ হাজাৰা আতৈৰ পত্নী হৰিপৰ্বা বৰ দয়ালু। এদিন আতৈয়ে ৰজাৰ ঘৰৰ পৰা মণি, বাখৰ, সেন্দুৰ পত্নীক আনি দিছে। হৰিপৰ্বা আয়ে ক'লে, "মোলৈ আনিছা এইবোৰ, গুৰু-ভকতলৈ আনিছা কি? আতৈয়ে ক'লে, "ইয়াৰে যি হয় দিবা।" আয়ে ক'লে, "মই দিলে পুণ্য মোৰ হ'ব, তোমাৰ হ'ব কি? আতৈয়ে ক'লে, "তুমিনো কাৰ?" আয়ে ক'লে, "বিচাৰ কৰি চালে কোনো কাৰো নহয়, ঈশ্বৰৰ অংশী জীৱ, বৃক্ষৰ ছাঁত জিৰোৱাদি জিৰাইছোহে।"

১। মহাপুৰুষীয়া ধৰ্মত চাৰি সংহতিৰ বিভাজন মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ বহু পিছত ঘটে। অৱশ্যে ব্ৰহ্মা সংহতিৰ বিভাজন মাধৱদেৱৰ জীৱন কালতে ঘটিছিল। চৰিতকাৰে মাধৱদেৱৰ মুখেৰে চাৰি সংহতিৰ কথা উল্লেখ কৰাটো কল্পনাপ্ৰসূত যেন লাগে।

২- ৩৫-১৪ হাজাৰা আতৈয়ে এদিন নপকা কঁঠাল এটি ভাঙি কঁঠাল গুটি বাটিত লৈ নিছে খাবলৈ। হৰিপৰ্বা আয়ে ক'লে, "হা! হা!" আতৈয়ে ক'লে, "কি?" আয়ে ক'লে, "নতুন গাছৰ কঁঠাল, গুৰুৰ ঠাইত পোনতে দিয়া হোৱা নাই, মোক নুসুধিলা কিয়?" আতৈয়ে ক'লে, "তুমি নিদি, মোক দিবলৈ কোৱানে?" আয়ে ক'লে, "তাকে মোক সুধিব নালাগিছিলনে? আৰু গুৰুলৈ শ্ৰদ্ধাৰ চিন এয়েনে? অ' অপাৰ সংসাৰ যিজনে তৰাব, তেওঁলৈ স্নেহ-শ্ৰদ্ধা এৰি আনাদি জন্ম বাগৰি যি পাই আহিছা সেই মোক বিশ্বাস কৰা? কেনেকৈ সংসাৰ তৰিবা? এই কথা দুৰ্লভ।"

২- ৩৫-১৫ এদিন হাজাৰা আতৈয়ে পাটৰ ৰিহা আনি দিছে হৰিপৰ্বা আইলৈ। আয়ে ক'লে, "মোলৈ আনিছা হয়, ভকতলৈ আনিছা কি? আয়ে তাৰে ৰিহা এখন বেচি চাউল, পিঠা যতনাই নি ভকতক দিছে।

২- ৩৫-১৬ আৰু এদিন হাজাৰা আতৈয়ে গৃহতে আইৰ সৈতে কথা হৈ বহিছে। আয়ে ক'লে, "মই ক'লে আপুনি দ্ৰোহ-ৰাগ কৰিব; কিন্তু গুৰুজনে কীৰ্ত্তনত গোৱা শুনিছো—

কৃষ্ণ কথা এৰি সাতে পাঞ্চে বেঢ়ি
আন কথা কৈ থাকে।
অমৃতক তেজি যেন বিষ্ঠা ভুঞ্জে
গাড়ি শূকৰৰ জাকে।।

এই কথা চৰ্চা কৰাতকৈ গুৰুজনাৰ তাত গৈ হৰি কথা অমৃত পান কৰিলেহেঁতেন যদি?" আতৈ গুৰুজনাৰ কাষলৈ গ'ল। তেতিয়াৰ পৰা বদ্ধি দৃঢ় হ'ল আতৈৰ।

২- ৩৫-১৭ এদিন হৰিপৰ্বা আয়ে আতৈক ক'লে, "গোপীনাথৰ পিতা, মোক কিছু কপাহ আনি দিয়া। আতৈয়ে ক'লে, "মোৰ হাতত টকা নাই।" তেতিয়া হীৰা খটোৱা এতোলা সোণৰ আঙুঠিটো আতাক দি আয়ে ক'লে, "এই অলঙ্কাৰ পিন্ধিলে মোৰ গা নুজুৰায়।" আঙুঠিটো ভঙাই আতৈয়ে কপাহ আনিলে। আয়ে সূতা কাটি কাপোৰ বুলে, হ'ল। চাৰিকুৰি পাঁচজন ভকতক গাই পতি বস্ত্ৰ এখন দি সেৱা কৰিলে আয়ে।

২- ৩৫-১৮ লক্ষ্মী নাৰায়ণ ৰজাৰ ছয়কুৰি ৰাণী। সকলো ৰাণীয়ে

ভকতনী হ'ল। তেওঁলোকৰ মেধী পাতিলে তেলীকৃষ্ণ আতৈৰ পত্নী দয়ালক। আয়ে গৈ ৰজাৰ হৰিগৃহত বহে আৰু ছয়কুৰি মাদৈক ঘোষা, কীৰ্ত্তন, বৰগীত শিকাই প্ৰসঙ্গ কৰে নিতে। ৰাণীসকলে আইক যাৰ যি হয় কৰ কাতল দিয়ে আৰু আয়ে নি সেয়া গুৰুজনাক দিয়ে।

২- ৩৫-১৯ লক্ষ্মী নাৰায়ণ ৰজাই আই ধাইক সাতখন গাঁও দিছিল খাজনা তুলি চলিবলৈ। এদিন আয়ে ৰজাক ক'লে, "বোপা, খাজনাৰ টকাৰে মোক নুকুলায়, এতেকে মাহিলী মোক চাৰিকুৰি টকা দিবা।" ৰজাই ক'লে, "মই তোমাক সাতখন গাঁও দিয়া নাইনে?" আয়ে ক'লে, "দিছা, হয়; কিন্তু সেই টকাৰে মোক নুজুৰে।" ৰজাই ক'লে, "অ' তোমাক অসংখ্য উদাসীনক পুহিবলৈ টকা লাগে।" আয়ে ৰজাৰ কথা শলাগি ক'লে, "গুৰু-ভকতকো দিব লাগে।" ৰজাই ক'লে, "ৰাজ্যৰ দ'ল, পুখুৰী, আলি, সাঁকো সকলো ভগাছিগা, ধৰ্ম কৰিলে হ'বনে ঠিক? উদাসীনক দিলে খাব, শুব, হাগিব, কি কাম কৰিছে বা কৰাইছে দেশৰ?" আয়ে ৰজাক ক'লে, "তুমি ছয়কুৰি ব্ৰাহ্মণ আনিছা, সিহঁত দেশৰ খাৰ-ছাঁই, হৰিবিমুখীয়া; সেই ব্ৰাহ্মণক দি, খুৱাই বৰ ধৰ্ম, ভক্তি কৰিছা? আৰু মোৰ হৰিগুণ গোৱা ভক্তক দিয়া ফল নেদেখিলা? পাপময়ী শৰীৰ, এনে হ'লে পাপ দুগুণহে হ'ব। "গীতাত কহিলা দেৱহৰি, কলিত বৈষ্ণৱে বিষ্ণু জানা নিষ্ঠ কৰি।" যাৰ গাত যি গুণ থাকে সেই অনুসৰি দেখে পাপ-পুণ্য।"

২- ৩৫-২০ পয়োনিধি আৰু মুৰাৰি আতৈ, দুয়োৰো মাজত মিত্ৰতা। এদিন মুৰাৰি আতৈয়ে গুৰুজনাক ক'লে, "বাপ, সখি পয়োনিধি আতৈৰ ঘৰৰ ফালেহে বৰ মন। ভকতৰ হাটীত আহিলে হয়; কিন্তু তেওঁৰ মন থাকে ঘৰত।" গুৰুজনে ক'লে, " তেওঁৰ ঘৰত কোন আছে?" আতৈয়ে ক'লে, " দুজন ভাতিজা, বৌয়েক আৰু নাতি সকলো আছে।" তেতিয়া গুৰুজনে মনতে দুখ কৰি এটি দৃষ্টান্ত কৈছে— এক চোৰৰ দলত চাৰিজন চোৰ। দুজন চোৰ গ'ল চুৰি কৰিবলৈ। চুৰি কৰিব যোৱা দুজনে দুঠাইত চুৰি কৰিব নোৱাৰি দুখ কৰি ক'লে, "হৰি, হৰি! সিহঁতৰ মহাভাগ্য হ'ল, আমাৰহে একো নহ'ল।" সভালৈ যোৱা চোৰ দুজনে ক'লে; সিহঁতে বহুত গোটালে, আমাৰহে নহ'ল একো, সকলো পানীত পৰিল।" সভালৈ যোৱা দুই চোৰৰ পুণ্য-স্থানত নিশা বঞ্চা হাততে পোৱা পুণ্যধন দ্বক,

চকু আদি ছয় ৰিপুৰে কাঢ়ি ল'লে। বাকী দুই চোৰক লোভ, মোহ, কাম, ক্রোধে যদিও চুৰি কৰিবলৈ নিলে, মন, চিত্ত, বুদ্ধি, খেদ, অনুৰাগে অবিদ্যা, পঞ্চপৰ্বা পেলাই পুণ্য ধন পালে। হে বাপুসকল, মন মাতঙ্গ কাৰ শক্তি আছে ৰুধিবলৈ। চাৰিপৰতে মাউতে হাতীক ৰাখে ঘাঁহ দি শিকলিৰে বান্ধি, তেনেকৈ সৰ্জ্জনে মন বান্ধে গুৰুবাক্য ৰাখি। অসময়ত হস্তিনীৰ কামনাই হস্তীক পুৰিলে কোনে ৰাখে? তেনেতেও তোমালোকে আনৰ দোষ-দুৰ্গুণ দেখা, তোমালোকৰ মন বিচলিত নোহোৱাকৈ আছেনে? নিজৰ গাৰ এপাচি মল কোনেও নেদেখে, কুৰিহতীয়া অন্ধকূপৰ পানীৰ তত্ত্ব কোনে পায় বোপা। অমৃতসম গাখীৰ এচৰুৰ মাখিটো নাবাছি চৰুটিকে পেলাবানে?” তেতিয়া মুৰাৰি আতৈৰ মন ডাঠ হৈ ঈশ্বৰ বুদ্ধি হ'ল।

২-৩৫-২১ খৰাই হৰি আতে গোসাঁইঘৰীয়া কৃষ্ণাই আতৈৰ মিত্ৰতা। খৰাই হৰিয়ে গুৰুজনাৰ ওচৰলৈ গৈ ক'লে, “বাপ, কৃষ্ণাই আতৈয়ে পূৰ্বতে যিটো বিৰকতি ভাবত আহি ধৰ্ম বস্তু লভিলে, এতিয়া তেওঁৰ সেই বিৰকতি গ'ল, এতিয়া তেওঁ প্ৰবৃত্তি পথত ৰত; নাম-গুণ, হৰি কথাত তেওঁৰ শ্ৰদ্ধা গুচিল।” তেতিয়া গুৰুজনে দুখ কৰি বশিষ্ঠ সংহিতাৰ আৰ্হি কৈছে— এজন বৈশ্যই এজন ব্ৰাহ্মণক গুৰু মানি মন্ত্ৰ ল'লে। কিছু বছৰ পাছত ব্ৰাহ্মণ গুৰু দুখী, দৰিদ্ৰ হ'ল। তেওঁ চৌৰ্য্য বৃত্তি ধৰিলে। ইফালে বৈশ্যই গৈ জমিদাৰ হ'ল। মাৰুও দেশত তেওঁ মাটি-বাৰী আৰু ৰায়তেৰে বৰ আঢ্যবন্ত হ'ল। এদিন জমিদাৰে পথত দেখিলে এজন গৃহস্থই এটা চোৰক ধৰি কোৱাই কুন্দা লগাই বান্ধি থৈছে। জমিদাৰে চাই দেখিলে সেইজন চোৰ তেওঁৰ পূৰ্বৰ গুৰু। জমিদাৰে গৃহস্থক ক'লে, “এওঁক কিয় বান্ধি থৈছে?” গৃহস্থই ক'লে, “চুৰ কৰোঁতে ধৰি বান্ধি থৈছো।” জমিদাৰে ক'লে, “কি দিলে এৰি দিবা?” গৃহস্থই ক'লে, “অষ্টম দুখী, দৰিদ্ৰ, কঁথাখনে নাই, কি দিব ই?” জমিদাৰে ক'লে, “এওঁক মোক দিয়া, মই পাঁচ টকা দিম।” গৃহস্থই ক'লে, “মহাজন, এনেই দিছো।” জমিদাৰে ব্ৰহ্মণক ঘৰলৈ নি ৰাজ কাৰ্য্য এৰি বিপ্ৰক মাহ হালধীৰে স্নান কৰাই পুৱাই পঁচিশখন দলিচা পাৰি বহাই টেমা শৰাই আগবঢ়াই তেওঁৰ আগত আঁঠু লৈ ক'লে, “প্ৰভু, বৃন্দাবনত গোপ শিশুৰ লগত গোপীৰ ঘৰত যি চোৰ চাতুৰী লীলা খেলা কৰিছিল,

সেই কাল এতিয়া আৰু নাই। এতিয়া ঘোৰ কলি কাল হ'ল, এতিয়া সেই কাম এৰক। আপোনাৰ দাস মই আছো নহয়, আপোনাৰ কৃপাতে মোৰ বহুত হৈছে।" এই বুলি জমিদাৰে ব্ৰাহ্মণক টকা, কাপোৰ, গৰু, দাস-দাসী দি পঠাইছে। এতেকে যিজনে যাক গুৰু বুলি মানিছে তেওঁৰ এনে ভাব হ'লেহে সংসাৰত সুখ। কৃষ্ণদেৱে যদুবংশত অৱতাৰ লৈ কংস, কেশীক বধিছে, গোপীৰ লগত ৰাস ক্ৰীড়া কৰিছে, কুজী আৰু যোল্ল হাজাৰ পত্নীৰ লগত খেলা কৰিছে; সেই দোষক গুণ বুলি গাই মনুষ্যই উদ্ধাৰ হৈ পৰম্পদ বৈকুণ্ঠ পায়গৈ। যিজনে উপকাৰী, অঞ্জনীয়া আৰু সুহৃদক এই ভাবেৰে মান নকৰিলে আৰু নীচ বুদ্ধিৰে মনুষ্য জ্ঞানেৰে দেখিলে এই দুখৰ সংসাৰ তৰণ দুৰ্লভ, হে বাপুসকল।" ইয়াকে সকলো ভকতৰ মন দৃঢ় হ'ল।

২-৩৫-২২ হাজাৰা আতৈৰ পুত্ৰ গোপীনাথে পিতৃক সুধিলে, "পিতা, তেলীকৃষ্ণ, গোপাল আৰু ৰাম আতৈসকলে ভকত বঢ়াই সত্ৰ পাতিছে, গুৰুজনাৰ আজ্ঞাতে পাতিছেনে?" হাজাৰা আতৈয়ে সৎ কথাকে কয়। আতৈয়ে ক'লে, "তেনে ধৰ্ম ধৰা আৰু কোৱাৰ হ'ব বা কি স্থান স্থিতি।" ইয়াকে শুনি গুৰুজনে এটি লঘু ভাগৱতৰ দৃষ্টান্ত কৈছে— এজন সদাগৰে নৰতনু নৌকা পাই ভাৰতবৰ্ষৰ হাট বজাৰলৈ গ'ল। আশাই হ'ল কাল নদী, ধনেই নদীৰ পানী; লোভ, মোহ, কাম, ক্ৰোধ হ'ল ডকা, চাকনৈয়া, পাক, ঢৌ; খেদ, তৃষ্ণা, আবেগ নৈৰ মাজৰ বালিচৰ; তাতে লাগি স্বৰূপ পাহৰি নাও বুৰিল, সকলো তত্ত্ব গ'ল ভাহি। সাঁতুৰি ভাগৱত কেলঢেপ-কেলঢেপ কৰিছে। বুদ্ধিয়ে চাপৰি আৰু ধৈৰ্য্যই খহনীয়া হৈ গৰা খহাই তেওঁৰ ওচৰ পালে। পঞ্চপৰ্বা পাপে পলস; ক্ষমা, তুষ্টি, বিৰকতি, শিমলু, মদাৰ, পেজাৰ তিনিগছ। সত্ব, ৰজ, তম তিনিও গছৰ মূল, দহ ইন্দ্ৰিয় চাৰুলীয়া শিপা বতাহত ওলমি আছে। চাৰুলিয়া শিপাই মাটি পাই ধৰিলে গছৰ গুৰি ছিঙিলেও সি পুনৰ সেই শিপাৰে জীৱিত হৈ উঠে। তেনেকৈ দশ ইন্দ্ৰিয়ক অধিভূত, অধ্যাত্মা, আধিদেৱ এই তিনি তাপে পালে গুৰু-শিষ্যই কোৱা ধৰা সকলো এৰি সংসাৰত উঠি যাতায়াত কৰি ফুৰিব কল্পৰ সীমালৈকে সৎসঙ্গী সকলোৱে। ৰজাই শাসিত দেশ, গুৰুৰ পৰা লভা ভক্তি আৰু শাহু থকা বোৱাৰী একে। সৎসঙ্গী, আজ্ঞাপৰ, উপদেশী, উপকাৰী গুৰু, বাঞ্ছনীয় সুহৃদ, জ্ঞান,

বিজ্ঞান, তদঙ্গ, ৰহস্য, শ্ৰৱণ, স্মৰণ, বন্দনত নিষ্ঠা হ'লে গুৰুৰ দোষ, মৃত্যু দোষ নহ'লে তিনি পৰ্বত জীৱই তৰিব; যেনেকৈ কল ৰুলে তিনি পিৰিৰ পাছত শুকাই মৰে। হৰি পাদ পদ্ম হিয়াত প্ৰকাশ কৰি গুৰুৱে শিষ্যক ক'ব, শুনাব আৰু শিষ্যই অহোপুৰুষাৰ্থকৈ ধৰি কালনদী পাৰ হ'ব। আৰু আতৈসকল, আজ্ঞাত আজ্ঞা বাঢ়িব, নৰতনু নাওত আগফটা বাঁহ সদৃশ মুখ মেলা শিষ্য জুৰিলে এই গভীৰ সংসাৰ বনত গুৰুৰ বাক্যত নৰোৱা শিষ্যই মূৰলৈ ফটা বাঁহ হৈ দেহকো মাৰে। মুখ জপোৱা শিষ্যক শুদা নাওত বান্ধি দিব গুৰিত উপকাৰী-অঞ্জনীয়া গুৰু থৈ। কৃষ্ণদেৱ অনুকূল বায়ু, শ্ৰৱণ-কীৰ্ত্তন বৈঠা, নিৰ্গুণ পাল, শত-সহস্ৰ নাম জৰী আৰু খেদ-অনুৰাগে সেই পাল টানি একে কোবে বৈকুণ্ঠ তুলি দিবগৈ, তাত আৰু কিহৰ প্ৰয়াস। আৰু যিসকলে গুৰুবাক্য যিসকল শিষ্যত ৰুইছে, সেই শিষ্যসকলেও পুৰুষাৰ্থ কৰি উপকাৰী, অঞ্জনীয়া, সুহৃদ এই তিনিত প্ৰেম জৰী লগাই মন মাতঙ্গক আত্মাৰ সৈতে বান্ধিলে। তেওঁলোকৰ সংসাৰ শুকাই কেৱল বংশপদহে ৰৈছে। যিজনে ইয়াৰ আঢ়ৈটা মুক্তিৰ তত্ত্ব বস্তু বহন কৰিছে তেওঁ পৰ্বতো বহন কৰিব পাৰে, তথাপি তুলাকে নুতুলে। যিজনে তুলাকে বহন কৰিব, ধৰিব নোৱাৰে তেওঁ ফু মাৰিয়ে পৰ্বত উৰাব, বহন কৰিব বিচাৰি ফুৰে। শ্ৰদ্ধালুসকলে কৈছে আৰু লৈছেওঁ। যদি কৰ্মগতি কোনোৱে গুৰুবাক্য ল'বৰ যোগ্য তেওঁলোকেই ল'ব, এতেকে য'তে ত'তে গুৰুবাক্য কোৱাত গুণ, দুৰ্গুণ দুয়োটা আছে। মাটি চাইহে বিধান, নহ'লে মূলো হেৰায়। ভাৰীয়েহে ভাৰ বয়, যিজনে ভাৰ বোৱাৰ ভাও জুৰে তেওঁ কেঁকো-জেঁকো কৰে।"

২- ৩৫-২৩ বাৰে বিলাইত কৃষ্ণ আতৈ আৰু তেলী কৃষ্ণ আতৈৰ মাজত মিত্ৰতা। তেলীকৃষ্ণ ঢুকোৱাত বিলাইতৰ কৃষ্ণ আতৈয়ে গুৰুজনাক প্ৰাৰ্থনা কৰিলে তেলীকৃষ্ণ আতৈৰ পত্নী হৰিগতি আইৰ সৈতে তেওঁক পৰমাৰ্থ সোধা মিত্ৰ কৰি দিবলৈ। গুৰুজনে আতৈক খং কৰি ক'লে, "বিষয়ৰ বুঢ়া, একো নাজানা, একেবাৰে মুৰ্খ। সখিয়ে ঠিকেই কয়— তত্ত্ব কথা নাজানি বাপেকৰ পুখুৰীত পৰি মৰে পুতেক। উপকাৰী পিতৃ, অঞ্জনীয়া মাতৃ, চাৰিটি ধৰ্ম বস্তুৱে চাৰি পাৰ আৰু বিচাৰ, আৰু সন্তোষ তাৰ পানী। বাক্যৰ তত্ত্ব নাপালে পাৰ ভাঙি মৰি মৰি লোকৰ সংসাৰ যাতায়াত হয় কল্পৰ সীমালৈকে। এৰাঁ সূতাৰে খুৰৰ

সাঁকো সাজি থোৱা আছে পূৰ্বতে। তই-মই এই ভাব মনত আহিলে মৃত্যু দোষত সুতা ছিঙি কাটি মাৰি সৰ্ব্বনাশ হয়। ক'তো নলগাকৈ, অলপো নিছিঙাকৈ পাৰ হ'ব পাৰিলে সৎ লোকে নৃত্য কৰে, এইবাৰ গুৰুজনৰ কৃপাত তেওঁৰ ধূলাৰ প্ৰসাদত বৰ্ত্তিলো বুলি। আৰু তোমালোকে ৰক্ষা পাই পুনৰ জঞ্জাল পাতি গলত শিল আৰিবলৈ ধৰা পুনৰ। তেতিয়া গুৰুজনে ঘোৰা মাতি এটি দৃষ্টান্ত কৈছে—

ঘোষা— কলিত হৰিৰ কীৰ্ত্তন এৰিয়া আনমতে চাহে গতি।

যেন কুল বধু, নিজ স্বামী এৰি, ভজে গৈয়া উপপতি।।

কলিত হৰিৰ কীৰ্ত্তন এৰিয়া

অন্যত্ৰ কৰ্ম আচৰে।

মিছাতে কেৱল শ্ৰম মাত্ৰ পাৱে

একোৱে ফল নধৰে।।

আৰু ভৃগু ৰজাৰ দেশত এজন চাকৰে মেঘ মণ্ডলৰ ৰাগ টানিলে। ভৃতাৰ্ত্তি নামেৰে ৰজাৰ কন্যাই মোহ গৈ সেই চাকৰকে বৰিলে স্বামী ৰূপে। পাছত কুঁৱৰীয়ে অনেক পাত্ৰ মন্ত্ৰীৰ কুমাৰ দেখি ৰূপত মোহ গৈ সিহঁতলৈ চিত্ত দিলে আৰু নিজৰ স্বামীক খৰি-ভাৰী, হাঁহ-ছাগল ৰখিয়া কৰি অশ্ৰদ্ধা কৰি আদৰ নকৰে। নৰ্ব্বী নামেৰে এজনী পতিব্ৰতা স্ত্ৰীৰ স্বামী ঢুকাল। মৃত স্বামীক গঙ্গাৰ তীৰলৈ নি পত্নীয়ে স্বামীৰ গুণ বৰ্ণাই কান্দিছে। ৰজাৰ কন্যাই গঙ্গাত স্নান কৰিবলৈ গৈ তিৰোতাজনীক ক'লে, "হেৰা, তুমি ৰূপ যৌৱনৰ সুন্দৰ নাৰী হৈ কুৎসিত, বিকৃত, কুৰূপ মানুহ এজনলৈ কিয় কান্দা দুখ কৰি। ৰূপে, যৌৱনে সুন্দৰ পুৰুষ এজন তোমাক দিম, এৰি পেলোৱা এই দুখ-শোক।" তেতিয়া সতীয়ে ক'লে, "পতিব্ৰতা নাৰীৰ স্বামীয়ে তপ, জপ, গুৰু, বন্ধু, সুহৃদ, সোদৰ, পিতা-মাতা, ধন-জন। তেনে পতিক এৰি যি নাৰীৰ পৰপুৰুষলৈ ইচ্ছা বা পৰপুৰুষৰ লগত ৰতি কৰে সেই নাৰী বেশ্যা। বেশ্যাক স্পৰ্শ কৰা মাত্ৰকে স্নান কৰিব লাগে আৰু বেশ্যাক দৰ্শন মাত্ৰকে স্নান কৰাৰ পাপ লাগে, ৰাজ নন্দিনী হৈ কিয়নো এনে কথা ক'লা মাই? এওঁকে চিন্তা কৰি মোৰ দিন যাব। চাৰিদিনীয়া দেহা এনেকৈয়ে পাৰ হ'ব, মোক আশীৰ্বাদ কৰিবা মাই।" ৰাজকুমাৰীয়ে তাকে শুনি জ্ঞানবোধ হৈ নিজৰ স্বামীক

পুনৰ শ্ৰদ্ধা সেৱা কৰি ৰ'ল। আৰু আতৈসকল, গৰ্ব পৰ্বত, মন মাকঙ্গ; পৰস্ত্ৰী, পৰধন-দ্ৰব্য, অবস্তু, পাপ। চিত্তৰ বৃত্তিয়ে চুৰা পাত লেটি লয়। ৰজা গ'লে পাত্ৰ মন্ত্ৰীয়ে ৰজা, এঘাৰ ইন্দ্ৰিয়, চৌবিশ তত্ত্ব ষোড়ৰ বিকাৰে গৈ পাপ আচৰে আৰু নিকাৰ ভুঞ্জি জীৱই সংসাৰ যাতায়াত কৰে।" গুৰুজনাৰ বাক্য শুনি সকলোৰে মন দৃঢ় হ'ল।

২- ৩৫-২৪ সুবালু কাজীয়ে কথা-প্ৰসঙ্গৰ মাজতে ৰাজঘৰৰ কথা, কাৰ্য্য, প্ৰস্তাৱনাৰ কথা কয়। গুৰুজনে শুনি তেতিয়া ঘোষা ৰচনা কৰি গাইছে-

হৰিৰ কীৰ্ত্তন সময়ে যিজনে,
থাকে আন কথা পাতি।
অন্তকালে নিয়া যমদূতে ধৰি,
কৰে তাক উগ্ৰ শাস্তি।
দেৱৰ ৰহস্য হৰিৰ কীৰ্ত্তন
নুশুনিলে সাৱধানে,
যমদূতে নিয়া তপত শলাক,
বাহয় তাহাৰ কাণে।

হে আতৈসকল, সকলো কথাই বৃথা; পুত্ৰ-ভাৰ্য্যা, ধন-জন অসাৰকে সাৰ কৰি সংসাৰত ভ্ৰমিছা বাৰে বাৰে। এইবাৰ তাকে এৰি হৰি কথাত ৰতি কৰা বাপুসকল। অমৃতৰ মুখত তিতা গুটি লোৱা কিয় পুনৰ?"

২- ৩৫-২৫ বৰনগৰৰ পৰা আহি শ্ৰীহৰি আতৈয়ে প্ৰাৰ্থনা কৰি গুৰুজনাক ক'লে, "বাপ, মোৰ মনটো আশা সমুদ্ৰৰ পৰা সমুলি তুলিব নোৱাৰো, অনেক যত্ন কৰিও ধন-জন-সোণ-কামিনীৰ পৰা নোৱাৰো বলাব। তেতিয়া গুৰুজনে ক'লে, "অনাদি জন্মত বগৰা খৰীয়া জীৱই ভাটীমুখে যাবলৈ সহজ হৈ আছে, উজাবলৈ টান। বিষয় কুঠাৰৰ ঘা বহলি আছে প্ৰবৃত্তি পথত, হৰিভক্তি নিবৃত্তি পথত টানি আজুৰি আনিবলৈ টান। ব্ৰহ্মাৰ সৃষ্ট এঘাৰ ইন্দ্ৰিয়, চৌবিশ তত্ত্ব, ষোড়শ বিকাৰ অভগন, পঞ্চভূতৰ দেহাহে ভগন। হাতীটোৰ পৰা কীট পটঙ্গলৈ, স্থাৱৰ জঙ্গম ক'তোৱে দেহ আৰু আত্মাৰ এই সম্বন্ধৰ এৰা এৰি নাই।

এতেকে সেৱাৰ সময়ত স্বভাৱক গুৰুবাক্য অঙ্কুশেৰে চলাই সন্তৰ সঙ্গত বুজাই ছলে বলে কৌশলেৰে থবা। নৰ নৌকা ভাগি গৈছে, ঘাটে বাটে আয়ুসৰ তিনিপৰ গ'ল, খোৱা লোৱাও হৈছে অপাৰ, নৌকাৰ বঠাও হ'ল ভঙা, এতেকে প্ৰসঙ্গত দুই এবাৰ বহা। আশা নদীত লোভ-মোহ ,ঢৌ, বতাহ ডাকু; কাম, ক্ৰোধ কুম্ভীৰ-মগৰ, কঢ়ালি আৰু গুৰু-ভক্ততো শ্ৰদ্ধা, প্ৰীতি ৰতি নাই; চাৰিটি ধৰ্ম বস্তুৰ চিন্তন ভাবন নাই। নাওৰ বাৰ, কড়ি পচি গৈছে; দাঁত, চুলি, চকু, নাকলৈ বৃদ্ধত্ব আহিছে। জৰা কালৰ দেহা, খেদ অনুৰাগ, ধামখুমীয়া চাকনৈয়া, সঙ্গ, সৎসঙ্গত দুই তৰপীয়া জোৰোৱা কাপোৰত বেজীৰ বিন্ধাৰ দৰে, আৰু অনিশ্চয় নৰনৌকাত পচা শলখা। ঢৌ বতাহত নৰনৌকা বুৰাতো যিসকলে নিশ্চয় হৈ শালৰ শলখা মাৰি শ্ৰৱণ কীৰ্ত্তনৰ বঠাৰ চাব নেৰিব তেওঁলোকে ঈশ্বৰৰ কাষ পাবগৈ। তাক এৰিলে দেৱৰ দুৰ্লভ, ব্ৰহ্মাৰ প্ৰাৰ্থনীয় ভাৰতবৰ্ষত নৰতনু, কলিযুগ যাব হাতত পোৱাতেও।



# ষট্‌ত্ৰিংশ অধ্যায়

২- ৩৬-১  পদ্ম আতাই গঙ্গালৈ যোৱাৰ বাটত মাঞ্চেৰ উত্তৰে কন্যাগুৰিত বৈ পিছদিনা হাইঠা গুৰিত বৈ কুঁৱৰী হাটত যাত্ৰীৰ লগত লগ লাগি গৈছে। তেওঁলোকে তীস্তা নৈ পাৰ হৈ গৈ কালডোৱা গাঁৱত বৈছে। আতাৰ লগত যোৱা যদুমণি আতৈয়ে ৰাতি ভটিমা গাইছে—

"ব্ৰহ্মা মহেশ্বৰ যাহাৰ চাকৰ......................।

যাত্ৰীৰ দলৰ দুধিনা সন্ন্যাসীৰ দলৰ একশ ব্ৰহ্মচাৰীয়ে শুনি খঙতে জ্বলি উঠি ক'লে, "কোন চালাই দুচৰা বাত বুলিছে গুৰু নিন্দা কৰি, বেটা ক'ৰ যাত্ৰী?" এই বুলি গালি পাৰি সন্ন্যাসীয়ে আতৈক মাৰিব আহিলে ত্ৰিশূল দাণ্ডি। পদ্ম আতাই দেখিলে সন্ন্যাসীয়ে যদুমণিক প্ৰাণে মাৰে। আতাই যদুমণিৰ ওপৰত খং কৰি ক'লে, "ঐ বৈচালীৰ পো, দুৰ্জন, ব্ৰহ্মা, সদাশিৱ জগতৰ গুৰু, কাৰ চাকৰ কৰা, বেটা-চাকৰ?" এইবুলি পদ্ম আতাই যদুমণি আতৈৰ পিঠিত হাতেৰে চাৰি ঢকা মাৰিলে মিছাতে। আৰু যদুমণিও ৰাও ধৰিলে মৰিলো মৰিলো বুলি। আতাই সন্ন্যাসীক ক'লে, "চালাৰ বেটাক তোমালোকৰ হৈ ময়ে দণ্ড কৰিলো।" তেতিয়া সকলো সন্ন্যাসীয়ে মৌন হৈ ৰ'ল। ৰাতি আতা আৰু যদুমণিয়ে আলোচনা কৰি ক'লে, "এওঁলোকৰ লগত গ'লে প্ৰাণেই মৰিব, কেনেকৈ সাৰো?" তাৰ পাছত পদ্ম আতাই ছলনা কৰি সন্ন্যাসীক ক'লে, "মোৰ গা বেয়া, হাঠিবই নোৱাৰো।" গুৰুজনাক লগ পাই তিনিদিন থাকি জগন্নাথ চৰণে গৈছিল গঙ্গালৈ। পদ্ম আতাই জেমান ব্ৰহ্মচাৰীক খবৰ দি পঠাই ক'লে, "আমাৰ লগৰে জগন্নাথচৰণ, মোৰ ভাগিন হয়, আমাতকৈ আগধৰি গঙ্গালৈ গৈছে, তেওঁক লগ পালে ক'বা, "মামেৰা বেমাৰত পৰিছে, উভোতাৰ বাটত ইয়াতে বৈ যাব।" তেতিয়া সেই ব্ৰহ্মচাৰীয়ে গোটেই বাট চিঞৰি গৈছে "জগন্নাথ কাইৰে" বুলি। গৌৰাঙ্গ নৈৰ উত্তৰে পূৰ্ণডবা গঙ্গাৰ কাষত নাইগঞ্জত জগন্নাথক লগ পাই ব্ৰহ্মচাৰীয়ে ক'লে মামকৰ ৰোগ হোৱা বুলি। খবৰ পাই জগন্নাথে উভতি দৌৰি আহিছে। পদ্ম আতাই ধিৰে সুস্থিৰে গঙ্গালৈ গৈ আছিল। কৰতীয়াৰ কাষত জগন্নাথক লগ পাই তিনিও

গৈছে গঙ্গালৈ। তেওঁলোকে গৈ জহ্নবী পাৰ হৈ সোমগঙ্গাত বৈ, তাৰ পৰা গৈ কালিন্দ্ৰীৰ উত্তৰে ভক্তিপুৰত বৈ, তাৰ পৰা গৈ পুখুৰীয়া গঞ্জত ৰহিচিলমপুৰ ঘাটত আঠ দিনত গঙ্গা পাই স্নান-পান-দান-দক্ষিণা কৰিলে। গঙ্গাৰ জল, মৃত্তিকাত গাখীৰ ছটিয়াই লৈ আহি বাটত বিনাজপুৰত তেওঁলোকে তেলী একসেৰ, চেনি একসেৰ লৈ আহি সাত দিনত মধুপুৰ পাই গঙ্গাজল, মাটি, চেনি, অম্বল গুৰুজনাক দি সেৱা কৰিলে। ৰজাই আজ্ঞা কৰিছিল, যত যাত্ৰী, বৈৰাগী গঙ্গাৰ পৰা আহে তেওঁলোকে অনা গঙ্গাজল আৰু মাটি গুৰুজনাক দিব লাগিব। সেইবোৰ গুৰুজনাৰ ভঁৰালত পৰি আছিল, গুৰুজনাই লোৱা নাই। গুৰুজনাই পদ্ম আতৈক ক'লে, "বাপু, গঙ্গাজলত পোহ দিছানে?" আতাই ক'লে, "বাপ, ভু নাপাওঁ, কি পোহ।" গুৰুজনে ক'লে, "বাটত গঙ্গাজল শুকায় মানে তাত আন নদীৰ পানী ভৰাই পূৰ্ণ কৰা হয়, তাকে পোহ দিয়া বোলে। তাৰ পাছত গুৰুজনাই পাত্ৰৰ ঢাকনি মেলি চাই ক'লে, "পদ্মই গঙ্গাজল সম্পূৰ্ণকৈ আনিছে, ল'ব লাগে। গুৰুজনে ক'লে, "অ' হৰিবল্লভ, পদ্মক কাটল মাছৰ কলঠি বেছিকৈ দিবা, গভীৰ পানীৰ মাছে বায়ু ৰোগ শান্ত কৰে।" পদ্ম আতাক মাছ বেছিকৈ দিলে হৰিবল্লভ আতৈয়ে। পদ্ম আতা গুৰুজনাৰ লগতে ৰ'ল।

২-৩৬-২ চাৰিদিন গুৰুজনাই পদ্ম আতাক পৰমাৰ্থ তত্ত্ব ক'লে। আতাই গুৰুজনাক নিশাও সুধিছে আৰু গুৰুজনাই গুহ্যৰো সাৰ পদ্ম আতাক ক'লে। পাছত গুৰুজনে আতাক ক'লে, "বাৰ ভূঞাই ধৰাত পাটবাউসীতে গুৰুজনে মোক উজনিলৈ পঠাইছিল, সখিয়ে মোক ৰাখিলে, মই যাব নোৱাৰিলো, গুৰু বাক্য পৰি আছে। এতেকে তুমিয়ে মোৰ গাৰ বদলে যোৱা।" তেতিয়া আতাই প্ৰাৰ্থনা কৰি গুৰুজনাক ক'লে, "বাপ, অসম দেশৰ বিষম কথা, দাদা, খুৰা, পুত্ৰ, ভাৰ্য্যা, ধন, জন, মায়াময় সংসাৰ; সংসাৰ পথত পশু পক্ষী কীট পতঙ্গ আদি কৰি নানা যোনিত যাতায়াত কৰি ভ্ৰমি ফুৰিছো। কনক কামিনীৰ সম্পৰ্কত মতিভ্ৰম হৈ মহামুনি সকলোৰো জন্ম লগায়, বিশ্বমিত্ৰ পৰাশৰ যোগেন্দ্ৰ মুনি সকৰলো মন হৰণ কৰে। এতেকে প্ৰভু কাতৰ কৰিছো মোক তালৈ নাপাঁচিব।" তেতিয়া গুৰুজনাই হৰিবল্লভ আতৈক পদ্ম আতাক ভঁৰাল ঘৰলৈ নিবলৈ ক'লে। হৰিবল্লভ আতৈয়ে আতাক ভঁৰাল ঘৰলৈ নি দেখুৱাইছে। ভঁৰালত

আতাই পশু, মৎস, কচ্ছপ, বস্ত্র, ৰূপ, সোণ দেখি সকলোকে সেৱা কৰিলে। তাৰ পাছত গুৰুজনে আতাক সকলো ব্যাখ্যা কৰি কৈছে। গুৰুজনে আৰু ক'লে, "পদ্ম, তুমি মোক দেখিছানে?" আতাই ক'লে, "বাপ, দেখিছো।" গুৰুজনে ক'লে, "দেখা নাই।" আতাই ক'লে, "দেখিছো।" তেতিয়া গুৰুজনে দেখা নাই বুলি কৈ মুখ মেলি দেখুৱাইছে। মুখৰ ভিতৰত আতাই ভঁৰালত দেখা একে বস্তুকে দেখি বিষ্ময় বিশ্রতি খালে। গুৰুজনাই আতাক পুনৰ ক'লে, "বিষ্ণুৰ ওচৰলৈ যাবা, মোৰ সখি নাৰায়ণ ঠাকুৰৰ ঠাইলৈ যাবা, বুঢ়া আতা মথুৰাদাসৰ ওচৰলৈ যাবা আৰু যদি যোৱা ভৱানীপুৰীয়া গোপাল আতাৰ ওচৰলৈ যাবা। তাতেই মোক সম্পূর্ণকৈ দেখিবা। তেতিয়া পদ্ম আতাই দুখ কৰি কান্দিব ধৰি ক'লে, "বাপ, আপোনাক যেনে দেখিলো, তেনেকৈ হৃদয়ত লৈ চাই চিন্তি যাম? আৰু মই যদি আতা সকলৰ ঠাইলৈ যাওঁ, তেওঁলোকে মোৰ কি চিন, ঠিকনা পাই মোক ক'ব?" গুৰুজনে ক'লে, "বিষ্ণুক ধৰিবা, বেহাৰলৈ আহোতে বৰ নাওৰ ছৈৰ তলত যি সুখৰ কথা কৈছিলো তেওঁ ছৈ দাঙি দেখুৱাব, মথুৰাদাসক ক'বাগৈ নেওৰা তলৰ দেমোজাত গুৱা ভোজন কৰোঁতে যি বস্তু কৈছো, মথুৰাই নাওৰা উলটাই দেখুৱাব। মোৰ সখি নাৰায়ণ ঠাকুৰক ধৰিবা একাদশীত মজিয়াত চিৰা ভোজন কৰোঁতে পৰম আনন্দত মজি ৰহস্যৰ ছাল, হাড়, অস্থি-মজ্জাৰ সৈতে যি বস্তু কৈছিলো তেওঁ চাৰি বেৰ গুচাই মজ্জাৰো সীমা ভাঙি দেখুৱাব। আৰু নক'লে ভৰিত ধৰি নেৰিবা। তাতে মোক সম্পূর্ণ কৈ দেখিবা, যোৱাগৈ। [1] তেতিয়া পদ্ম আতাই অনেক কাতৰ কাকুতি স্তুতি, নিবেদন কৰি গুৰুজনাক প্রার্থনা কৰি ক'লে, "বাপ, সংসাৰৰ তিনি তাপে দিনত হ'লে পোৰে

১। ইয়াকে মহাপুৰুষীয়া ধর্মৰ প্রখ্যাত চাৰি সুখ নামে জনা যায়। পদ্ম আতাই ছৈৰ তলৰ সুখ বৰবিষ্ণু আতাৰ পৰা, নাওৰাৰ তলৰ সুখ মথুৰাদাস বুঢ়া আতাৰ পৰা, মৈজেলি সুখ নাৰায়ণদাস ঠাকুৰ আতাৰ পৰা আৰু ভেৰভেৰি বা কলয়াৰ সুখ ভৱানীপুৰীয়া গোপাল আতাৰ পৰা সুধি লৈছিল। সেই উদ্দেশ্যেৰে আতাই বৰপেটা সত্রলৈ আহি এবছৰ কাল আছিল। পদ্ম আতাই বৰপেটা সত্রলৈ আহি যি ভেটিত থাকিব লৈছিল তাত পদ্ম আতাৰ ভিঠি নামেৰে এটি সুন্দৰ নাম-প্রসঙ্গৰ ঘৰ পিছত সাজি উলিওৱা হৈছে।

আৰু নিশা যায় মোহ নিদ্ৰা মায়া শয্যাত পৰি, দাবাগ্নিৰ জুইত দগ্ধ হৈ জীৱৰ জ্ঞান বুদ্ধি চেতন হেৰাল। আপোনাৰ পাদ পদ্মৰ শ্বেত ছত্ৰ ছায়াই অমৃত বৰষে সৰ্বদায়, তাৰে ছাঁতে জিৰাইছো ক্ষনিক, এতিয়া সংজ্ঞায়ে পোৱা নাই; এই অধম পাপীক ঠেলি পঠাইছে তিনি তাপলৈ আকৌ।" গুৰুজনে ক'লে, "বংশীগোপাল, যদুমণিক পঠালো, ভৱানীপুৰীয়া গোপালকো থৈ আহিলো, অ', কুকুৰীকণাই নাও বাই গ'ল আওবাটে, মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱৰ নামকে নকয়। তুমি যোৱা, তোমাৰ পৰাই মহা শুদ্ধ ভক্তিৰ পথ প্ৰচাৰ হ'ব। তাকে ধৰি অনেক জীৱ উঠিব, গুৰুজনাৰ পক্ষ, পথ বাঢ়ি মুকলি হ'ব, গুৰুজনাৰ ধৰ্ম ক'ব, এতেকে পাঁচিছো, যোৱাগৈ।" পদ্ম আতাই পুনৰ আকৌ নাযাবলৈ প্ৰাৰ্থনা কৰিব খুজোঁতেই শ্ৰীৰাম আতাই মাত লগালে, "আতা পদ্ম, গুৰুৰ বাক্য শিৰ পাতি লোৱা, দুইবাৰ প্ৰত্যাখ্যান কৰিলা, তিনিবাৰত পৰিলে জীৱৰ সৰ্বনাশ।" তেতিয়া পদ্ম আতাই উঠি গৈ শ্ৰীৰাম আতাক প্ৰণাম কৰি ক'লে, "বাপ, অধমে আজিয়ে সৰ্বনাশ হলোহেঁতেন, আপোনাৰ পৰাই গুৰু-বাক্য, ভক্তি জানি ৰক্ষা পালো।" তাৰ পাছত পদ্ম আতাই গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে, "বাপ, প্ৰথমৰ অক্ষৰ মূৰ্ত্তি চিনাই দিয়ক, শেষৰ তিনি মূৰ্ত্তি মনত ৰৈছে। গুৰুজনে ক'লে, "পূৰ্বতে এক বস্তু চিনৰ বাবে কৰিব লাগে, পাছলৈ সেয়ে আৰ্হি হয়।

"যাৰ যেন হিয়া, পৰম প্ৰসাদ দিয়া,
ভৈলা প্ৰভু জগতৰ বাজ।"

২-৩৬-৩ ভাটৌকুছীয়া আতাক গুৰুজনাই ক'লে, "হেৰা কেশৱ, আৰ্জা ফল ভুঞ্জিবলৈ ভাল, তুমিনো কি কোৱা?"(২) আতাই ক'লে, "বাপ, আপোনাৰ কৃপাত হৃদয়ৰ এই বস্তু মনতে ভাবিছিলো, মোৰ মনৰ কথাকে বুজি আপুনি কৈছে, এনে সুপক্ক ফল খাবলৈ পালে আপোনাৰ কৃপাত মোৰনো ভাগ্যত কিনো বাকী থাকিল?" তেতিয়া গুৰুজনাই ভটৌকুছীয়া আতাক পৰম ৰহস্য অমৃত ভাগু বাকী পান কৰালে আৰু ক'লে, "আমি পিতা পুত্ৰই ব্যৱসায় কৰোতে লোক এজনে এটি গীত ৰচি চাৰিটি কথা কৈছিল– পূৰ্বাপৰ চাবা, পূৱ মুখে

---

২। পূৰ্বজন্মত আৰ্জা কৰ্ম বাসনা এই জন্মত ভূঞ্জি ক্ষয় কৰিলেহে জন্ম নিবাৰণ হয়, এনে অৰ্থত কোৱা হৈছে।

যাবা, বাছি খাবা, জাগি শুবা।"

**২-৩৬-৪** সেইদিনা আছিল একাদশী। পদ্ম আতাৰ সৈতে সাতজন ভকতক গুৰুজনে বেজেনি কলেৰে চিৰা, গাখীৰ ভোজন কৰাইছে। গুৰুজনে ক'লে, "মটৰডোবা মুখত দুপৰীয়া চাৰি দণ্ড হ'ব, তাতে স্নান কৰি ভোজন কৰি যাবা। আতাই গুৰুজনাৰ অভয় পদত মাথা থৈ সেৱা কৰিলে। আতাই গুৰুপদ পঙ্কজত শুদ্ধ ব্ৰহ্মাক থৈ অব্যয় ব্ৰহ্মাক হৃদয়ত স্থাপন কৰি গুৰুজনাৰ চৰণ ধূলি লৈ আহিল বিদায় লৈ। গুৰুজনাৰ পঞ্চ প্ৰাণৰ চিত্তৰ পুতুলি আতাৰ লগতে আহিল। গুৰুজনে বাটচ'ৰালৈ গৈ আতা যোৱা চাই আছে এক দৃষ্টিৰে আৰু চিত্তত প্ৰেম নিগৰি শ্ৰীৰাম আতাক ক'লে, "শ্ৰীৰাম, মই গ'লো নে আছো?" গুৰুজনে এনেকৈ তিনিবাৰ সুধিলত শ্ৰীৰাম আতাই গ'লে বুলিয়ে ক'লে। পদ্ম আতা আৰু লগৰীয়াসকলে উভতি উভতি গুৰুজনাক চাই গৈছে। গুৰুজনে ক'লে, "আনে নিব পৰা নাছিল, পদ্ময়হে নিলে মোক।" ভাটোকুছীয়া আতাই আতাঁক আগবঢ়াই থৈ নাওত তুলি দিছে। পদ্ম আতায়ো ভাটোকুছীয়া আতাক সেৱা শুশ্ৰূষা কৰি বিদায় লৈ নাও মেলি দিছে। পদ্ম আতাই বাটত বেলা চাই দেখিলে বেলা চাৰি দণ্ড হ'ল। আতাই লগৰ ভকতক ক'লে, "হেৰা মটৰডোবা ক'ত?" ভকতে ক'লে, "আতা এৰি আহিলো।" আতাই নাওখন তালৈকে ফিৰাব ক'লে। ভকতে ক'লে, "আতা, এটা পাক এৰি আহিলো।" আতাই ক'লে, "হ'বলৈ দিয়া, নহ'লে গুৰুবাক্য পৰে।" তাৰ পৰা ভটিয়াই গৈ তেওঁলোকে মটৰডোবাত চিৰা ভোজন কৰোঁতে অন্য ধৰণৰ সুখ লভিছে।

**২-৩৬-৫** নাওৰ ছৈৰ তলত বহি আতা আৰু আতৈসকল উজাই আহিছিল। তেওঁলোকে দক্ষিণে উজাই শিঙৰা নৈৰে সোমাই চাবুৰিয়া দক্ষিণ কুলীয়া আতাৰ (বৰ বিষ্ণু আতা) ঘাটত নাও ৰাখিছে আৰু যদুমণি আতৈয়ে উঠি গৈ দক্ষিণকুলীয়া আতাক গুৰুজনৰ খবৰ আৰু পদ্ম আতা অহাৰ খবৰ কৈছে। খবৰ পাই দক্ষিণকুলীয়া আতাই নাওলৈকে আগবাঢ়ি গৈছে। পদ্ম আতাই দক্ষিণৰ আতাক দেখি দূৰতে চিনিলে। আতাৰ শ্যাম বৰণৰ শৰীৰ, চক্ৰাকৃতি মাথা, কেঁকোৰা চুলি আৰু সুদীৰ্ঘ দেহ। দক্ষিণৰ আতায়ো পদ্ম আতাক দূৰতে চিনিলে— পদ্ম আতাৰ গৌৰবৰ্ণ শৰীৰ, চক্ৰাকৃত শিৰ, নীলা কেঁকোৰা চুলি দেখি ভাবিলে এওঁৱে

উজনিৰ বাপুঘৰ (পদ্ম) বুলি। দক্ষিণৰ আতাই মাত লগালে, "পদ্ম উঠি আহা।" পদ্ম আতাই শলাগি গৈছো বুলি ক'লে। পদ্ম আতাই উঠি গৈ দক্ষিণৰ আতাক ক'লে, "আপুনি আগবাঢ়ি যাওঁক।" দক্ষিণৰ আতাই ক'লে, "পদ্ম, তুমি আগ হোৱা।" পদ্ম আতাই ক'লে, "বাপ, আপুনি যি সময়ত গুৰুজনাক লগ পাইছে, প্ৰথম পুত্ৰই অমৃত পান কৰাদি পান কৰিছে আৰু মই শেষ কালত গুৰুজনাক লগ পালো, ঘোলা পানীকো খুজি খোৱাৰ যোগ্যৰ নহওঁ মই।" তেতিয়া দক্ষিণৰ আতাই দৃষ্টান্ত দিছে— বুঢ়া সদাগৰৰ চাৰি-পাঁচজন পুত্ৰ। সিহঁতৰ বেপাৰ বাণিজ্য, ৰাজ-কাৰ্য্যত বাহিৰত থাকে। সিহঁতলৈ সদাগৰৰ অধিক স্নেহ নাথাকে, নুমলীয়া পুত্ৰ, শেষ কালত যিজনৰ জন্ম হয় তালৈ অধিক স্নেহ হয়। মাকে ডাঙৰ পুত্ৰসকলক মাছৰ কটা, মূৰাবোৰ দিয়ে আৰু সৰু পুত্ৰক গোপনে কটা মূৰা বাছি স্থূল অংশ ভোজন কৰায়। আৰু পদ্ম, সাঁচতীয়া হীৰা, ৰত্ন পিতৃয়ে সৰু পুত্ৰকহে দি যায়। তেনেকৈ গুৰুজনে তোমাকে সকলো দিছে।" এইদৰে কথোপকথন কৰি দুয়োজন আতা কীৰ্ত্তন ঘৰত সোমাল। কীৰ্ত্তন ঘৰত এখন কঠ পাৰা আছিল। সেৱা কৰি পদ্ম আতাই তাত বহিছে। দক্ষিণৰ আতাই তামোল পানৰ বটাটো আগবঢ়াই দি পুনৰ এটি দৃষ্টান্ত কৈছে— এটা বিলৰ মূৰত এটি জান আছিল। এজন লোকে তাত ভেটা দি সোঁত বোৱাই ডিঙৰা, চেপা, থোকা, পল, জুলুকি, জাল, জকাই লৈ অপেক্ষা কৰি আছিল মাছ উঠে বুলি। বহু সময়ৰ পিছত মাছ নাপাই তেওঁ ঘৰলৈ গ'ল। পাছত জানত পানী উঠি মাছ উঠিছে। পথিক, নাওৰীয়াই দেখি সেই সঁজুলিৰে মাছ ধৰিলে। লোকজনে ঘৰ পোৱাতহে জানত মাছ উঠিছিল। পাছত তেওঁ পথিকৰ পৰা খুজিহে মাছ খালে। আৰু পদ্ম, তুমিও শেষ কালত পথিক হৈ গৃহস্থ হ'লা। এতিয়া তোমাক খুজিহে মই খাব লাগিব।"

এজন সদাগৰৰ নজন পুত্ৰ আৰু নগৰাকী বোৱাৰী। সদাগৰে যত সোণ, হীৰা, ৰত্ন, মাণিক, পোৱাল মণি, বাখৰ ৰাখিবলৈ কোনো পুত্ৰ-বোৱাৰীকে যোগ্য বিচাৰি পোৱা নাই। এদিনাখন সদাগৰে পৰীক্ষা কৰিবলৈ মন কৰি পুত্ৰ-বোৱাৰী সকলক ক'লে, "আটায়ে চাই যোৱাহি সেন চৰাইটীয়ে পটা-গুটিটো উৰুৱাই নিলে।" ইয়াকে শুনি পুত্ৰ-বোৱাৰীসকলে চাবলৈ বাহিৰলৈ ওলাই আহিল; কিন্তু সৰু বোৱাৰীয়ে নাহিল। সদাগৰে ক'লে, "মই কাথাটি ক'লো, সকলো

পুত্র-বোৱাৰীযে আহিল, সৰু বোৱাৰীয়ে নাহিলে কিয় ?" সৰু বোৱাৰীয়ে ক'লে, "*শহুৰ দেউতাই কথাটি ক'লে; কিন্তু মোৰ হ'লে মনত নধৰিলে, সেন চৰাইয়েও পটা-গুটি নিয়েনে? এয়া কথাৰ কথাই নহয়। সেয়েহে লগলো।*" তেতিয়া বুঢ়া সদাগৰে অনেক হীৰা, ৰত্ন দি সৰু বোৱাৰীক গৃহস্থী পাতিলে আৰু আনসকলক ক'লে, "যাক যি লাগে সৰু বোৱাৰীক খুজি ল'বা। ও পদ্ম, মই জেষ্ঠ হয়, মই তোমাতহে খুজি ল'ব লাগে, তুমিয়ে গৃহস্থ।"

এজন সদাগৰে বণিজলৈ ওলাল। তেওঁৰ নজন পুত্ৰৰ বোৱাৰীয়ে, জীয়ৰীয়ে সদাগৰক টকা সিক্য দি মণি, সেন্দুৰ, বাখৰ আনিবলৈ ক'লে। সৰু বোৱাৰীয়ে সদাগৰক এপইচা দিছিল। শহুৰে উপহাস কৰি ক'লে, "এপইচা দিযা আৰু নিয়াৰো লাজ। ইয়াৰে কি পাবা, কি আনি দিম।" সৰু বোৱাৰীয়ে ক'লে, "পিতা মূলৰ দুগুণ দুগুণকৈ দিব।" সদাগৰে বণিজ কৰি ঘূৰি আহিল। যিজন বোৱাৰীয়ে যি আনিব দিছিল সদাগৰে সকলোকে সেইমতে দিলে। তেতিয়া সৰু বোৱাৰীযে ক'লে, "পিতা, মোৰ জেঙা মাৰক।" সদাগৰে গণি চাই দেখিলে এপইচাত দুইপইচা, দুইপইচাত চাৰি পইচা, চাৰি পইচাত আঠ পইচা, আঠ পইচাত যোল্ল পইচা হয়গৈ আৰু এই নিয়মে নাওখনৰ সকলো বস্তু সৰু বোৱাৰীক দিওঁ নাটিলে। [১] তেতিয়া সদাগৰে সৰু বোৱাৰীক ক'লে, "মই সৰু বোৱাৰীৰ তাত বিক্ৰী গ'লো, সৰু বোৱাৰী সকলো লোৱা।" দক্ষিণৰ আতাই পুনৰ ক'লে, "আৰু হে পদ্ম, তোমাক গুৰুজনে যি পৰম ৰহস্য অমৃত দিছে তেৰেঁই তোমাৰ প্ৰেম জৰীত বিক্ৰী গ'ল। তুমি গুৰুজনাক কিনিলা, মইনো কোন হৈ ৰ'লো আৰু।"

আৰু এজন সদাগৰৰ নজন পুত্ৰ। সদাগৰে ৰূপ, সোণ, ৰত্ন, হীৰা, মাণিক আঠজন পুত্ৰক প্ৰথমতে ভাগ বতৰা কৰি দিলে। সদাগৰৰ বৃদ্ধ কালত নুমলীয়া পুত্ৰ এটি জন্মিল। নুমলীয়া পুত্ৰক দিবলৈ একো নাই। সদাগৰৰ এখন বাৰী আছিল, সকলো গছ-গছনি তাত আছিল। সদাগৰে কণিষ্ঠ পুত্ৰক তাকে

---

১। সন্ন্যাসী আৰু ডবা খেলৰ বিখ্যাত কাহিনীটোৰ সাদৃশ থকা কাহিনী এটা বৰ্ণনা কৰা হৈছে। অঙ্ক শাস্ত্ৰত গুণিতক শ্ৰেণীত (Geometrical series) কোনো বস্তু বৃদ্ধি হ'লে ই শেষত বৃহৎ পৰিমাণৰ হয়গৈ।

দিলে। ডাঙৰ পুত্ৰসকলে হীৰা, ৰত্ন ভাণ্ডি বেপাৰত লগাই মূলকো হেৰালে। সৰু পুত্ৰৰ বাৰীত লঙ্কাৰ বাণিজ্য, ঘৰতে ৰ'ল। সৰু পুত্ৰই মূল ৰাখি ধন বেপাৰত লগাই দেশকে কিনিলে। ডাঙৰ ভায়েকসকলে সৰু ভায়েকক খুজি চলিব ধৰিলে। হে পদ্ম, মোৰো তেনেই হ'ল। মোৰ তোমাতে আশা।"

এজন সদাগৰৰ ওঠৰজন পুত্ৰ। তেওঁ তাম, কাঁহ, পিতল, কাপোৰ, কম্বল, মণিক. পোৱাল, মুকুতা, কিংখাপ, ওঠৰ ভাগ কৰি সকলো পুত্ৰকে ভগাই দিলে। সকলোতকৈ শ্ৰেষ্ঠ বস্তু, যাৰ মূল্য কৌটি লাখ টকাৰ, আৰু যাক ধন দিলেও পাবলৈ নাই, তেওঁ তাক কাকো নিদি গোপনে থৈছিল। সদাগৰৰ বৃদ্ধকালত এটি পুত্ৰ জন্মিল আৰু তেওঁ সেই বস্তুটো কণিষ্ঠ পুত্ৰকে দি গ'ল।" দক্ষিণৰ আতাই পুনৰ ক'লে, "আৰু পদ্ম, তুমি আৰু মোৰ পিতৃ গুৰুজন আৰু মাতৃ ঠাকুৰ আতা। আমি ওঠৰজন পুত্ৰ হ'লো— ৰামচৰণ, বৰঠাকুৰদেউ, গোমাৰ গোবিন্দ, লেচাকনিয়া গোবিন্দ, লক্ষীকান্ত, পটিয়াৰ মাধৱ, বংশী, যদুমণি, অচ্যুৎ গুৰু আদি। মাধৱৰ একাশীবিধ ভক্তিৰ মাজত নবিধ শ্ৰেষ্ঠ। তাৰ মাজত সাতবিধ উত্তম— নিৰ্গুণা, বিৰলা, ভাগৱতী আদি। কেৱলা, সপ্ৰেমা এই দুই উত্তমোত্তম। যিজন যাৰ যোগ্য গুৰুজনে পাত্ৰ চাই তাক ভাগ কৰি দি গৈছে। আৰু পৰম ৰহস্য স্নেহৰ অমূল্য, সৰ্বস্ব কেৱলাৰো শ্ৰেষ্ঠ সপ্ৰেমা ভক্তি গুৰুজনে তোমাতে দি পঠাইছে। আমাৰ সকলোৰে তুমিয়ে ঘৰ, ঠিকনা।"

**২-৩৬-৬** দক্ষিণৰ আতাই পুনৰ ক'লে, "পদ্ম, তোমাৰ দেহৰ সম্বন্ধৰ কোন কোন আছে?" পদ্ম আতাই ক'লে, "কোনো কিছু নাই, বৌ মাতৃ এগৰাকী আছে।" লগত যোৱা জগন্নাথচৰণে ক'লে, "বাপ, ডাঙৰ মামাও আছে।" দক্ষিণৰ আতাই ক'লে, "এই দেখোঁ আছে।" পদ্ম আতাই ক'লে, "দাদাই পূৰ্বতে মোক বৰ দুখ-দুৰ্গতি কৰিছিল, সেয়ে নাই বুলি মনতে ত্যাগ কৰি থৈছো। মোৰ মনত যেনিবা নাইহে, সেয়ে তেনেকৈ ক'লো।" তেতিয়া দক্ষিণৰ আতাই এটি দৃষ্টান্ত দিছে— নিৰালম্ব দেশৰ নিৰাকুল ৰজাই মৃগয়া কৰিবলৈ গ'ল লগত তিনিজন পুত্ৰ আৰু পাত্ৰ মন্ত্ৰীক লৈ। ৰজাই তিনিজন পুত্ৰক তিনিখন জাল আৰু পাত্ৰ মন্ত্ৰীকো এখন জাল দি চাৰিওফালৰ দায়িত্ব দিলে। ৰজাই প্ৰতিজ্ঞা কৰি ক'লে, "যাৰ জালেৰে পশু যাব, তাকে অৱশ্যে মই কাটিম।" পশু সৰু কোঁৱৰৰ জাল

ফালি পলাল। পাছত কোঁৱৰে ঘোঁৰাত উঠি গভীৰ অৰণ্যৰ মাজত সোমালগৈ। ৰাতি হ'ল, কোঁৱৰে দুখে-কষ্টে এডাল গছৰ তলত ৰাতিটো কটালে। ৰাতিপুৱা কোঁৱৰে ভাবিলে, "ৰজাই কাটে মাৰে, চাওঁচোন ঘৰলৈ গৈ।" এনেতে কাউৰীয়ে বিষ্ঠা ত্যাগ কৰিলে কোঁৱৰৰ মূৰতে। কোঁৱৰে মনতে নিশ্চয় কৰিলে, গ'লে ৰজাই অৱশ্যে কাটিব, ৰজাই অঙ্গীকাৰ ৰাখিব, সেয়ে এই অমঙ্গল।" এই বুলি কোঁৱৰে অৰণ্যৰ আৰু গভীৰলৈ গৈ দিকঙ্গ ৰজাৰ দেশ পালে। সেই দেশৰ ৰজা বৃদ্ধ আৰু অপুত্ৰক। সেই দেশৰ মন্ত্ৰীয়ে কোঁৱৰক পাই গুৰি গোত্ৰ সুধি ৰজাক ভেটিলে। ৰজাই কোঁৱৰক মানস পুত্ৰ কৰি কোঁৱৰকে ৰাজ্যভাৰ দি স্বৰ্গী হ'ল। কোঁৱৰে ৰজা হৈয়ে আকাশত জাল পাতি নিতে অনেক কাউৰী ধৰায় আৰু নিজ হাতীৰ পিঠিত উঠি গৈ সেই কাউৰী পৰীক্ষা কৰি দেশৰ সীমাত এৰি দিয়ে। এনেকৈ এবছৰ কাউৰী ধৰাত এদিন চিনৰ বিষ্ঠা ত্যাগ কৰা কাউৰীটো পালে। চিনৰ কাউৰীজনী পাই ৰজাই আনি তাৰ ঠোঁট, নখ সোণেৰে বন্ধাই ঘিউ, মৌ, পায়স ভোজন কৰাই তাক পুনৰ মেলি দিছে। ৰজাই মনতে ক'লে, "মোৰ পিতৃ আৰু দুই ভাতৃয়ে ৰাজ্য ভোগ কৰি মৰাৰ পাছত মোৰ আয়ুস থকা হ'লেহে হ'লোহেঁতেন ৰজা। এই কাউৰীয়ে বিৰক্ত লগোৱাতহে বৰ্ত্তমানে ৰাজভোগ পালো, এতেকে এই কাউৰী মোৰ পৰম উপকাৰী।" দক্ষিণৰ আতাই পুনৰ ক'লে পদ্ম আতাক, "আৰু তোমাকো ককায়ে দুখ, বিৰক্তি নিদিয়া হ'লে কৰ্মফল অনুসৰি কত দিন পাছতহে গুৰুজনাক লগ পালাহেঁতেন। সেই বৈৰাগ্যতহে বৰ্ত্তমানে গুৰু-ভক্ত শুদ্ধ ধৰ্মক পাই ধৰিছা। এতেকে দাদাৰা তোমাৰ পৰম উপকাৰী, অপকাৰী নহয়। আৰু সীতাক অগ্নিত পৰীক্ষা কৰি ৰামে দশৰথৰ বাক্য ৰাখিছে। দশৰথ ৰজাই পৰমেশ্বৰক প্ৰাৰ্থিছে," প্ৰভু, তোমাৰ কৃপাত যুদ্ধত ইন্দ্ৰৰ অৰ্ধাসন পাইছো, তথাপি এনেহেন পুত্ৰক মোক বঞ্চিলে; কৈকেয়ীৰ শত্ৰু-শালে মোৰ হৃদয় বিদাৰিছে।" তেতিয়া শ্ৰীৰামে ৰজাক আঁচল পাতি মাগি ক'লে," পিতৃ, মোৰ ইচ্ছাতে দেৱ কাৰ্য্যৰ নিমিত্তে এই হৈছে, মাৱত একো দোষ হোৱা নাই, সেই মাৱৰ শোক শাল মোক দিয়ক।" সেই শোক শাল ৰজাই ৰামক দি মনত শান্তি লভিছে। আৰু পদ্ম, মইও তোমাৰ বৰজনাই দিয়া যত শোকশাল তোমাৰ হিয়াত আজিলৈ আছে, তোমাক মাগিছো, মোক দিয়া।" তেতিয়া

দক্ষিণৰ আতাৰ বাক্যত অমৃত বৰষি শোকাগ্নিত বৃষ্টি পৰি জুই নুমাই জুৰ লগাকৈ পদ্ম আতা শান্ত হ'ল। গুৰুজনে পদ্ম আতাক আহিবৰ সময়ত যি সুখৰ কথা কৈছিল আতাই সেই সুখ দক্ষিণৰ আতাক প্ৰাৰ্থনা কৰিলে। দক্ষিণৰ আতাই সকলো ছৈ দাঙি প্ৰকাশ কৰিলে। দক্ষিণৰ আতাই পদ্ম আতাক "নাম মালিকা" লিখাই পঢ়াই চাই ক'লে, "গুৰুজনে তৰাওঁক বা মাৰক এনে নামৰ মহিমা শুনি কোনে পাপ কৰিবলৈ যাব? আৰু আগতে কৰা পাপহে নামে দহে, ধৰ্ম ধৰি পাপ কৰিলে ক'ত সাৰিব? নামৰে দশ অপৰাধ মাৰি নাম গালেহে নামে পাপ দহিব, আৰু তেতিয়াহে নাম গাব। গুৰুতে নিষ্ঠা, প্ৰীতি, ৰতি নাই, নামতো আস্থা নাই, অন্য দেৱতাৰ পূজাৰ হাতলৰ-বাচলৰ হ'লে নামে পাপ কেনেকৈ দহিব?" দক্ষিণৰ আতাই পুনৰ বহা তুলিখন বগৰালে। এনেকৈ সাতদিন সাত ৰাতি পৰম আনন্দ কথা সুখত বৈ সাতটা দৃষ্টান্ত দি দক্ষিণৰ আতাই পদ্ম আতাক গুৰুজনক সম্পূৰ্ণকৈ দেখুৱাইছে। পদ্ম আতাই বিদায় লৈ আহিল আৰু দক্ষিণৰ আতায়ো আগবাঢ়ি আহি আতাক নাওত তুলি দিছে।

**২-৩৬-৭** পদ্ম আতাই নাও মেলি উজাই আহি মকৰাহি ঘাটত নাও বান্ধি ছৈৰে বাহা সাজিছে। কৰুণাময়ে তাত গৰু চৰিছিল। কৰুণাময়ে দেখি ক'লে, "খুৰা কি কৰা, ঘৰলৈ নোযোৱানে?" আতাই ক'লে, "বাপু, ঘৰলৈ কেনেকৈ যাম, খুৰীয়েৰা নাছেনে?" কৰুণাময়ে ক'লে, "মই এতিয়াই খুৰীক দূৰ কৰোঁগৈ।" কৰুণাময়ে দৌৰি ঘৰলৈ গৈ খুৰীয়েকক ক'লে, "খুৰী, তোমাৰ পিতাৰাক ঘৰৰ বাহিৰ উলিয়াইছে, তুমি এতিয়া যোৱা যদিহে দেখিবা, আৰু নোযোৱা যদি নেদেখা।" খুৰীয়েকে তাঁত বৈ আছিল। তেওঁ পিতৃ গৃহলৈ দৌৰি গৈ দেখিলে পিতাকে বাহিৰতে বহি আছে। আয়ে ফোপাই জোপাই পিতাকৰ ভৰিত পৰিলে। পিতাকে ক'লে, "আই তোমাৰ কি হ'ল?" আয়ে ক'লে, "কৰুণাময়ে ক'লে, "তোমাক বাহিৰ উলিয়াইছে বুলি, সেয়ে দৌৰি আহিলো।" পিতাকে ক'লে, "আজলী ছোৱালী, পদ্ম আহিছে হ'বলা সেয়ে তোক খেদি পঠাইছে।" পাছত কৰুণাময়ে ঘৰ পৰিষ্কাৰ কৰি আতাক ঘাটৰ পৰা তুলি নিছে। কৰুণাময়ে আতাক পৰম সাদৰ কৰি পাত্ৰ পাতিলা যতনাই ভোজন কৰালে। পুৱা আতাই আহিবলৈ ওলাল। আতাৰ ককায়েকে ক'লে, "বাপু,

কেলৈনো যোৱা, ইয়াতে থাকা।" আতাই ক'লে, "দাদা মই আহিছো মহাপুৰুষক গুৰু বুলি আৰু তুমি আছা অভাজনে; অতিথি ৰূপে এসাজ ভাত খালো, এতিয়া ভাত খাব আৰু থাকিব নাপায়।" ককায়েকে ক'লে, "বাপু, আমাকো শৰণ দিয়া, আশা কৰিছো।" তাকে শুনি আতাৰ মনত দয়া উপজিল আৰু ঘৰত বৈ আৰু ঘৰৰ সকলোকে হৱিচে ৰাখি, চাউল, চৰু, বস্তু, মাহ, তামোল আগত থৈ বৌ মাতৃক আৰু করুণাময়ক আতাই মহাপুৰুষক গুৰু বোলাইছে। কেনোৱে কয় ককায়েককো আতাই গুৰু বোলাইছে আৰু কোনেৱে কয় ভাটোকুছীয়া আতাক আনি ককায়েকক গুৰু বোলাইছে। ঘৰত বিশ দিন বৈ গৃহ বাসত জঞ্জাল পাই ককায়েকক ভাল ভাৱে কৈ আতাই কলনি ভিঠাটিলৈ গৈছে। তাতে নন্দ ৰাজখোৱাই মহাপুৰুষক গুৰু বুলিছে।

**২-৩৬-৮** দলৈৰ দুজন ভাতৃ আৰু তেওঁলোকৰ ভাৰ্য্যা-পুত্ৰয়ো আতাৰ মুখেৰে মহাপুৰুষক গুৰু বুলিছে। দলৈয়ে আতাৰ ওচৰলৈ শৰণ লবলৈ যোৱা নাই। বামুণে দলৈক কৈছে, "পদ্মই ভাটীৰ ফালৰ পৰা কিবা দীক্ষা আনিছে, তেওঁক লগ পালে পিতৃ, মাতৃ, ধৰ্ম, কৰ্ম, শ্ৰাদ্ধ বিধি সকলো এৰুৱায়, এতেকে নাযাবা।" আতাই দলৈৰ ভাতৃ দুজনক কৈ দলৈক মাতে, দলৈ কোনোমতে আতাৰ ওচৰলৈ নাহে। এদিন দলৈযে মেললৈ গৈছিল, আতাই লগ পাই দলৈৰ বাট আগচি ক'লে, "আজি কেনেকৈ সাৰিবা, মাতি আছো যে নাহা কিয়?" দলৈয়ে ক'লে, "বাপ, বামুণে বাধা কৰে, ধৰ্ম কৰ্ম গুচে বুলি।" আতাই দলৈক বাহালৈ নি ক'লে, "পুখুৰী খান্দি ধৰ্ম কৰিবা, তাৰ পুণ্যতে স্বৰ্গ সুখ ভুঞ্জিবা আৰু পুণ্য ক্ষয় হ'লে বেঙ হৈ সেই পুখুৰীত পৰিবাহি। আলি বান্ধি তাৰ পুণ্যত স্বৰ্গ ভুঞ্জি পুণ্য ক্ষয় হ'লে স্বৰ্গৰ পৰা পৰি সংসাৰত গৰ্ভবাস, যোনি চেপা, নৰক ভুঞ্জি ভ্ৰমি ফুৰিবা। বৈতৰণীৰ বাবে বৃষ উৎসৰ্গী তাৰ নোমৰ সমান বছৰ স্বৰ্গবাস কৰি উঠি চৌৰাশী নৰক ভুঞ্জিবা পুনৰ। কিন্তু হৰিভক্তিৰ পতন নাই।

স্বৰ্গসুখ কোন বস্তু ভকতৰ আগে।
পুণ্য ক্ষয় ভৈলে পুনু পাৰিবাক লাগে।।
ইন্দ্ৰৰ পতন আছে ভোগৰ কাৰণে।
ভক্তৰ পতন নাই তিনিও ভূৱনে।।

আতাৰ কথা শুনি দলৈৰ মন মজি গৈ পিছদিনা দলৈয়ে গুৰুধৰ্ম লভিছে আতাৰ পৰা। ভাতৃসকলতকৈ দলৈৰ আতাত ভক্তি-আস্থা, ঈশ্বৰ বুদ্ধি অধিক হ'ল। দলৈয়ে মাছ মাৰি পুখুৰীত জীয়াই থয়। এটা পুখুৰীত আতাৰ বাবে আৰু আন এটা পুখুৰীত ঘৰৰ বাবে থয়। আতাৰ পুখুৰীৰ মাছ আতাক দিয়ে। এদিন দলৈৰ পত্নীয়ে আতাৰ পুখুৰীৰ মাছ ধৰি ৰান্ধিছিল। ভোজনৰ সময়ত দলৈয়ে সোধাত পত্নীয়ে ক'লে, "ঘৰৰ পুখুৰীত মাছ খাই বাবে আতাৰ পুখুৰীৰ পৰাই মাছ ধৰি আনিলো।" দলৈয়ে ৰাগ কৰি ভোজনৰ আধাতে মুখ ধুই মেললৈ গ'ল। দলৈৰ পত্নীয়ো গৈ আতাক ক'লে, "বাপ, দাসীক আপুনি নাৰাখিলে ৰক্ষা নাই আজি।" আনদিনা দলৈ য'লৈকে যায় আতাক সেৱা কৰি যায়, সেইদিনা বেজাৰতে বাহিৰে বাহিৰে গৈছিল। আতাই দলৈক মতাই আনি ক'লে, "ভঁৰালৰ ধান গৃহস্থই খালেও গুৰু-ভকতক দিব নোৱাৰি জানো?" গছৰ ফল এটা খালেই গোটেই জোপা গছ এৰা হয় জানো? তেনেকৈ পুখুৰীৰ মাছতো দোষ নাই। পত্নীক একো নুবুলিবা আৰু।"

**২-৩৬-৯** লৱৰঙ্গ দুবাৰৰ নীলম্বৰ দ্বিজ। তেওঁৰ পুত্ৰ নেপাল। নেপালৰ পুত্ৰ গোবিন্দ আতৈ। গোবিন্দ আতৈৰ মাতৃ ঢুকাল। আতৈৰ আৰু মাহিমাকৰ মাজত মনোমালিন্য। আতৈয়ে বৈৰাগ্য ভাৱে বনে জঙ্গলে ফুৰে আৰু পিতৃয়ে ধৰি আনে খং কৰি। এদিন পিতৃয়ে আতৈক খেদা মাৰি নিছে, তেওঁ দেখিলে আতৈৰ চাৰিখন হাত। পিতৃয়ে আতৈক খেদিবলৈ এৰি কাতৰ স্তুতি প্ৰাৰ্থনা কৰি ঘৰলৈ আনি পত্নীক ক'লে, "হেৰা বামুণী, ৰাগ কৰি তাক একো নক'বা, য'তেই ফুৰে সি ফুৰক।" তেতিয়া আতৈয়ে গৈ দৰিয়া মুকুন্দৰ ওচৰত এবছৰ পঢ়িছে। অধ্যাপকে চাৰি গড় ওখকৈ বান্ধিছিল। আতৈয়ে যি কয় সেয়ে সত্য হয়, আতৈ সৰ্বজন। দেশৰ ৰাইজে আতৈলৈ অনা ভাৰ ভেটীয়ে আতৈৰ ঘৰত দ'ম হ'ল, একশ ছাত্ৰয়ো খাই শেষ কৰিব নোৱাৰা হ'ল।

**২-৩৬-১০** খোৰা ৰজাৰ ৰাজ্যৰ বিষয়া শলিকী বৰা। কেকাই নেওগে ৰজাক অভিযোগ দিলে শলিকী বৰাই ৰজা হ'ব খুজিছে বুলি। তেতিয়া ৰজাই নিশাই চাওদাঙক নিৰ্দ্দেশ দিলে বৰাক ধৰিবলৈ। ৰাতিপুৱা প্ৰজাই গুৰি পৰুৱাৰ দৰে বৰাৰ ওচৰত গোট খালে। সকলো ৰাইজক বৰাই ক'লে, "ৰজাই নি তেওঁক

কাটিব। এতেকে সকলোৰে ৰজাক আক্ৰমণ কৰক।" ৰাইজে ৰজাক আক্ৰমণ কৰিবলৈ গ'ল। গোবিন্দ আতৈয়ে মনতে ক'লে, "ময়ো গৈ চাওঁ।" গধূলি ৰজাৰ সৈন্যই বৰাৰ ৰাইজক বেঢ়ি ধৰি খেদিলে। গোবিন্দ আতৈও দৌৰ দিলে। আতাই গাৰ কাপোৰ পেলাইহে সাৰি আহিল। তথাপি সেনাই গাৰ কাপোৰকে নি ছেদন কৰিছে। তাৰ পাছত আতৈয়ে আহি মইন্দ্ৰী বুঢ়ীৰ ঘৰত ৰৈছে। বুঢ়ীয়ে আতাক ভাত দিছে। তাৰ পৰা গৈ আতৈয়ে ধনেশ্বৰ অদ্যাপকৰ ছাত্ৰশাল পাইছে। আতৈয়ে তাত চাৰিদিন ৰৈছে। তাৰ পৰা গৈ আতৈয়ে বাটত লুটা বুঢ়াক সুধিছে, "হৰিগুণ গোৱা মহন্ত-ভক্তৰ ঠাই ক'ত?" বুঢ়াই ক'লে, "সেই বৰগুৰুৰ বাৰীত পদ্ম আতা আছে যা।" গোবিন্দ আতৈয়ে বৰগুৰুৰ বাৰী আহি পাইছে। হৰিগতি আয়ে আতৈক খুৱাই বুৱাই কাপোৰ আদি দি ৰাখি পিছদিনা পুৱা পদ্ম আতাক ভেটিছে। পদ্ম আতাই গোবিন্দ আতৈক পূৰ্বৰ ভাগৰ জীৱ বুলি চিনি ধৰ্মবস্তু প্ৰকাশ কৰি দি ৰাখিছে।

২-৩৬-১১ মাদুৰৰ ভকতদাহ আতৈৰ বাৰীত দুজন আতা আছিল, তেওঁলোক বৰ যদুমণি আতা আৰু তেওঁৰ দাদাক বলভদ্ৰ আতা। ৰজাই ৰাজ্যত ভকতৰ জগৰ বিচাৰ কৰিব আদেশ দিছিল। ভয় খাই দুয়োজন আতাই বৰ কলবাৰী এখনৰ ভিতৰত সোমাল। হৰিগতি আয়ে কথাটি শুনি বৰ ব্যাকুল হ'ল। জয়কৃষ্ণই খবৰ পাই দুয়োজন আতাক বিচাৰি গৈ লগ পাই আহি চাউল পাত লৈ গৈছে। হৰিগতি আয়ে প্ৰাণ দান দিয়া বধ শপত দি দুজনক বাৰ্ত্তা সুধি খবৰ পাইছিল। ভকতদাহ আতৈয়ে গৈ পিছদিনা কাতৰ প্ৰাৰ্থনা কৰি আতা দুজনক মাতি আনিছে। বলভদ্ৰ আতাই আতৈক ক'লে, "ভকতদাহ, আমাক ৰাখিব পাৰিবানে? আতৈয়ে ক'লে, "আতা, আপোনাৰ প্ৰসাদত পৰা যাব।" আতাই ক'লে, "কেনেকৈ ৰাখিবা?" আতৈয়ে ক'লে, "আতা, কৃষ্ণ আৰু জাতিৰামৰ দুই বোৱাৰীৰ হাতৰ কাণৰ সোণা, গৰু, তামা, কাঁহা বেচি টকা কৰি নতুবা নিজকে বিক্ৰী কৰি ৰাখা যাব।" পাছত আতাই সন্তোষ লভি হাঁহি ক'লে, "ভকতদাহ, পৰমাৰ্থ বিচাৰত কোনে কাক ৰাখে-মাৰে আৰু গুৰু পৰমাত্মা বিনে কোন আছে অদ্বৈত জ্ঞানীসকলক সংসাৰত চোৰাচিতা কৰিবলৈ?"

২-৩৬-১২ আৰু সতাই মহৰাই তামোল, পান, টেঙা, জৰা টেঙা

এভাৰ লৈ তিনিচুকীয়াৰ হাটলৈ গৈছিল বেচিবলৈ। বৰ গুৰুৱে বট গছ এডালৰ তলত জিৰাই আছিল। হৰিচৰণ আতৈয়ে বৰ গুৰুক সুধি এটি গীত গাইছে- ব্যাৱসা কৰিও ভাই হৰিৰ চৰণ ধন কৰি সাৰ। বৰ গুৰুৱে গীতটি ব্যাখ্যা কৰিছে। সতাই মহৰাই বাটত তেওঁলোকৰ লগত তাকে শুনি মহা বিৰকতি হৈ ক'লে, "মোক পদ্ম আতাৰ ওচৰলৈ নিয়া।" বৰগুৰুৱে সেই ভাৰে সৈতে সতাই মহৰাক আতাক ভেটাইছে বাটে বাটে আতাৰ মহিমা কৈ। পিছদিনা মহৰাই অনেক উপহাৰ দ্ৰব্য বস্তু লৈ পত্নীৰ সৈতে গৈ শৰণ দিবলৈ পদ্ম আতাক ধৰিলে। আতাই মহৰাৰ বুদ্ধি দৃঢ় দেখি শৰণৰ প্ৰাৰম্ভিক ব্যৱস্থা কৈ পঠাইছে। পিছদিনাখন মহৰাই পুনৰ মাহ, চাউল, টকা, বস্ত্ৰ লৈ আতাৰ ওচৰলৈ গৈছে। আতাই মহৰাক ক'লে, "আহিছা যেতিয়া কওঁ, চাৰিটা পৰীক্ষা আছে, তাতে উত্তীৰ্ণ হ'ব পাৰিলেহে ধৰ্ম পাবা আৰু নোৱাৰিলে তুমিও মৰিবা আৰু আমাৰো মূল নোহোৱা কৰিবা।" মহৰাই কেনে পৰীক্ষা সুধিলে। আতাই ক'লে, "প্ৰথমতে অনেক দেৱতাই পূজা নাপাই গৰু, পুত্ৰ মাৰি ধন, দেহৰ হানি কৰি বহুত দুখ দিব। যদি তাতে উদ্ধাৰ হ'ব পাৰা, তাৰ পাছত গাঁৱৰ লোক আৰু জ্ঞাতি বংশৰ লগত নাখালে তেওঁলোকে নিন্দাবাদ কৰি দুখ দিব। তাতো যদি ৰ'ব পাৰা, ঘৰত ভাৰ্য্যা, পুত্ৰ, বোৱাৰী, ভাই, ভাতিজা, কন্যাই পূৰ্বৰ দৰে মুকলি মুৰিয়াকৈ খাব, ফুৰিব নোৱাৰি তোমাক অনেক বিন্দাবাদ, ঈৰ্ষা, অসূয়া, পৈশুন্য কৰিব। তাতো যদি ৰ'ব পাৰা, দেহৰ দহ ইন্দ্ৰিয়, চোবিশ তত্ত্ব, যোল্ল বিকাৰ; মন, বুদ্ধি, চিত্ত, অহঙ্কাৰ এই চাৰি শত্ৰুৱে পূৰ্বৰ দৰে চলিব, কৰিব নোৱাৰি অনেক ধৰণে প্ৰীড়া কৰিব আৰু তাতে ৰ'ব পাৰিলেহে ধৰ্ম বস্তু পাবা, ৰ'বা।" মহৰাই ক'লে, "আতা, মোৰ কি আছে ৰ'বলৈ, আপোনাৰ ধূলাই ৰাখিলেহে হ'ব।" তেতিয়া পদ্ম আতাই মহৰা আৰু পত্নীক শৰণ কৰাইছে "ৰাম-নাম" দি, আনুসঙ্গিক কথা এৰি। আৰু মহৰাৰ পত্নীৰ নাম দিছে হৰিপুৰী। মহৰা আতৈ আৰু পত্নীয়ে অহা-যোৱা কৰি পদ্ম আতাক সেৱা শুশ্ৰূষা কৰি আছে।

**২-৩৬-১৩** এদিন ফাগুণা বিলত লোকে মাছ মাৰিছিল। মহৰা আতৈও গ'ল পল লৈ। আতৈয়ে মাছ মাৰি উঠি তিয়নীখন মেলি দি বিলৰ পাৰত বহিছে। এজন লোকে বিলৰ পাৰতে মূৰ ঘমাই গালত হাত দি বহি আছিল। আতৈয়ে

*লোকজনক ক'লে, "কিয দুখ কৰা বোপা?"* লোকজনে ক'লে, "আতৈ কি সোধে? কষ্ট কৰিলেও ঈশ্বৰে আমাক বঞ্চনা কৰে, দেশৰ লোকে মাছ্ পালে আৰু মই এটিও নাপালো, চাওঁকহি।" আতৈয়ে ক'লে, "দুখ নকৰিবা বোপা, মোৰ এটাকে নিবা।" লোকজনে ক'লে, "মাছ্ নি কি কৰিম, খাবৰ ল'বৰ ঘৰ-বাৰী নাই, ডণ্ডুৱা মানুহ, জ্ঞাতিৰো কোনো নাই।" আতৈয়ে ক'লে, "তেনেহ'লে আহাহে মোৰ লগত, মোৰো কোনো নাই।" আমি স্বামী-স্ত্রী এহাল মাত্র। লোকজন আতৈৰ লগতে আহি আতৈৰ ঘৰতে থাকিল। আতৈয়ে লোকজনক মাৰল ঘৰত ভাত দিয়ে। লোকজনে এদিন আতৈক তাৰ কাৰণ সুধিলে। আতৈয়ে ক'লে, "আমি শুদ্ধমত গুৰু ধৰ্ম ধৰিছো আৰু তুমি আছা অভাজনে, সেই কাৰণে দিওঁ।" তেতিয়া লোকজনে দুখ কৰি ক'লে, "আতৈ মোকো নিয়ক পদ্ম আতাৰ ওচৰলৈ।" তাৰ পাছত আতৈয়ে লোকজনক ভাৰে ভেটীয়ে নি পদ্ম আতাক দিছে। পদ্ম আতাই লোকজনক পূৰ্বৰ চিনৰ জীৱ দেখি ধৰ্ম বস্তু দি পঠাইছে আৰু নাম দিছে ৰাম। ৰাম আতৈয়ে বৰ ঘাটত ঘৰ কৰিলে। তেওঁ এদিন গৈ পদ্ম আতাক সেৱা কৰিলে। পদ্ম আতাই চাই ৰাম আতৈক ক'লে, "তোমাৰ দেখোঁ মনটো মৰা?" আতৈয়ে ক'লে, "বাপ, ল'ৰা এটি জন্মিছিল, মৰিলে। আগতেও দুই তিনিজন সন্তান হৈ মৰিছে, কিবা বোলে মৰকুঁচীয়া ৰোগ।" তেতিয়া আতাই আতৈক আশীৰ্বাদ কৰি নিৰ্মালি দি ক'লে, "ইবাৰ এটি কন্যা হ'ব, তাইৰ নাম যোগাই থবা। ঘৰৰে ৰামৰ তাত বিয়া দিবা। তাইৰ এটি পুত্ৰ হ'ব আৰু সেই পুত্ৰটি মোক দিবা।" সকলো আতাই কোৱাৰ দৰেই হ'ল। ৰাম আতৈৰ এটি কন্যা সন্তান জন্ম হ'ল। আতৈয়ে পত্নীৰে সেতে গৈ আতাক সেৱা কৰিলে। আতাই কন্যা সন্তানটিক আশীৰ্বাদ কৰি ক'লে, "এইটি ৰ'ব, আৰু এই সন্তান মোৰহে।" কন্যাজনী যৌৱন প্ৰাপ্ত হ'ল আৰু পিতৃয়ে ৰামৰ তাত বিয়া দিলে। কন্যাজনীৰ এটি পুত্ৰ জন্ম পালে। মাহেকৰ দিনা পিতৃ-মাতৃয়ে পুত্ৰক আতাৰ তাত অৰ্পণ কৰিলে। আতাই সন্তানটিক চাই নাম দিছে বৰজনা শতানন্দ। আতাই ক'লে, "পৃথিবীত চাৰিবিধ প্ৰাণী আছে, কোনোৱে নিজেও তৰে আৰু আনকো তৰায়; কোনোৱে নিজে তৰে, আনক তৰাব নোৱাৰে; কোনোৱে নিজেই তৰিব নোৱাৰে, আনক কেনেকৈ তৰাব? কোনোৱে নিজে তৰিও মৰে আৰু আনকো

মাৰে। কোনোৱে মৰা জীয়াৰ ভুকে নাপায়, আনক কেনেকৈ তৰাব? লোকৰ চাৰিভাগ— জ্ঞানী, কৰ্মী, পাপী, পুণ্যৱন্ত। কোনোৱে লোকৰ খায় আৰু দিয়েও, কোনোৱে আনকো নিদিয়ে আৰু আনৰ নাখাওঁ, কোনোৱে আনক দিয়ে; কিন্তু আনৰ নাখায়; কোনোৱে আনৰ খায়হে, আনক নিদিয়ে। আমাৰ শতানন্দই নিজে তৰি আনকো তৰাব আৰু আনক দিবহে।

২-৩৬-১৪ দামোদৰৰ ঘৰ গুভিৰৰ সিত গাঁৱত। ঘৰত পতী-পত্নী দুজনে মাত্ৰ। তেওঁ কামত ৰজাৰ লগত থাকোতে পত্নীয়ে পৰ পুৰুষৰ লগত থাকে। সেই কথা লোকে দামোদৰক ক'লে। তেওঁ এদিন চুপি পত্নীক পৰপতিৰ সৈতে ধৰিলে। লোকজনে দামোদৰৰ ভৰিত পৰি কাতৰ প্ৰাৰ্থনা কৰিব ধৰিলে। দামোদৰে লোকজনক নিৰ্ভয় দি গাঁৱৰ লোক, বংশৰ লোক মাতি লোকজনক সোধালে। লোকজনে অপৰাধ সৈ কাঢ়িলে। তেতিয়া দামোদৰে ঘৰ, বাৰী, গৰু, দ্ৰব্য,-বস্তু, তাম, পিতল সকলো লোকজনক দি আৰু পত্নীকো গটাই ক'লে, "মোৰ পৰিশ্ৰমৰ সকলো দিলো, তোমাৰ সন্মতি আছেনে?" লোকজনে ক'লে, "মই তোমাৰ চোৰ, একশ কিলৰ যোগ্য, তুমি কুলৰ পুৰুষ হৈয়ো দয়া কৰি মোক সকলো দিছা আৰু মই নল'ম কিয়?" দামোদৰে লোটা-বাটিযোৰ লৈ গুচি আহিল। দামোদৰে গালপো ঘাটেৰে নৈ পাৰ হ'ব বিচাৰিলে। এক পোহাৰীয়ে কল এপাচি নি ঘাটত থৈ জিৰাই পুনৰ দাঙি ল'ব নোৱাৰি তাতে আছে। পোহাৰীয়ে দামোদৰক ক'লে, "বোপা, বোজাটি দাঙি দিয়া।" দামোদৰে ক'লে, "মই চুব নোৱাৰো; কিন্তু এটা বুদ্ধি কৰা, আধাখিনি কল নমাই থৈ গৰাত নামি পাচিটো লোৱা আৰু পাছত কলবোৰ ল'বা।" পোহাৰীয়ে সেইমতে কৰিলে। পোহাৰীয়ে আতাক কল একাখি দিলে। দামোদৰে তাৰ পৰা গৈ এটা কুঁহিয়াৰ শাল পালে। তেওঁ কুঁহিয়াৰ শালত কিছু কুঁহিয়াৰ পেৰি দিলে। গৃহস্থই তেওঁক দুডাল কুঁহিয়াৰ দিলে। তেওঁ কুঁহিয়াৰ দুডাল লৈ আহিছে। বাটত গৰখীয়া ল'ৰাই তেওঁৰ পাছত হৰিধ্বনি দিলে। কুঁহিয়াৰ দুডাল তেওঁ সিহঁতলৈ দলিয়াই দিলে। কুঁহিয়াৰৰ বাবে ল'ৰামখাৰ মাজত জোঁটাপোটা লাগিল। দামোদৰে কুঁহিয়াৰ কাটি সিহঁতক ভগাই দি দন্দ ভাঙিছে। তাৰ পৰা গৈ তেওঁ পৰমানন্দৰ ঘৰত ৰৈছে। পৰমানন্দ আতৈৰ নীতি সদাচাৰ দেখি দামোদৰে তাৰ বিষয়ে সুধিছে। আতৈয়ে পদ্ম আতাৰ কথা

ক'লে। দামোদৰে ক'লে, "মোকো নিয়ক পদ্ম আতাৰ ওচৰলৈ। পৰমানন্দ আতৈয়ে দামোদৰক পদ্ম আতাৰ ওচৰলৈ নিছে। পদ্ম আতাই দামোদৰক পূৰ্বৰ চিনৰ জীৱ জানি গুৰু ধৰ্ম, নীতি-সদাচাৰ দেখুৱাই নিজৰ কৰি লৈছে।

২-৩৬-১৫ সৰু গুভিৰ নাওজানত বাঢ়ৈ গুৰুৰ ঘৰ। তেওঁ দাদা-বৌয়েকৰ লগত দন্দ লাগি বিৰকতি লাগি আহি পাটকটা পাৰ হৈ আহি হাটখোৱা পৰমানন্দৰ ঘৰত ৰৈ আছে তিনিমাহে যঁতৰ, মাকো সাজি বেচি খাই লৈ। বাঢ়ৈ গুৰুৱে কিবা দ্ৰব্য বস্তু পালে পৰমানন্দক দিয়ে; কিন্তু পৰমানন্দই সেয়া আদৰ নকৰে, নুচুৱে। এদিনাখন পৰমানন্দই গৈ বাঢ়ৈ গুৰুক ক'লে, "হেৰা বিপ্ৰ, হৰিভক্তি, হৰিনাম নোলোৱা সাক্ষাৎ, আপোনাক আপুনি কৰিলা আত্মাঘাত।" তেতিয়া বাঢ়ৈ গুৰুৱে ক'লে, "আতৈ, মোক পদ্ম আতাৰ ওচৰলৈ নিয়ক।" পিছদিনা আতৈয়ে বাঢ়ৈ গুৰুক পদ্ম আতাৰ ওচৰলৈ নিছে। আতাই বাঢ়ৈ গুৰুক ক'লে, "আহিছা হয়, আমাৰ গুৰ-ধৰ্ম পিতৃ-মাতৃ এৰা ধৰ্ম।" বাঢ়ৈ গুৰুৱে ক'লে, "আতা মই যেনেকৈ তেনেকৈয়ে পাৰিম, মই ৰামহে বুলিম, আপোনাৰ অনুগ্ৰহ হ'লেহে হয়।" তেতিয়া আতাই নীতি সদাচাৰ শিকাই বাঢ়ৈ গুৰুক ধৰ্ম-বস্তু দিছে। আৰু এজন লোকে নিজৰ এজনী গাইৰ গাখীৰ পদ্ম আতাক খাবলৈ দিছে। জয়হৰি আতৈয়ে স্নান কৰি গৈ নিতে গাখীৰ খীৰাই আনে।

২-৩৬-১৬ এদিনাখন জয়ভাৰতী বিপ্ৰই কাপোৰৰ জপা এটি পদ্ম আতাৰ বাহাত থলে। বিপ্ৰই তাৰে পৰা কাপোৰ খোজা লোকক দিব লাগিলে কাপোৰ দিয়ে। বিপ্ৰই ক'লে, "আতাকো এখন কাপোৰ দিব লাগিছিল, পিছে আতাৰ জোখৰ কাপোৰ ইয়াত নাই।" ৰায়তৰ সভালৈ জয়ভাৰতীক মাতে, কেতিয়াবা আতাকো মাতে; আতাই যায়। আতাক লোকে চাৰি হাতীয়া চেলেং দিয়ে, বিপ্ৰকো তেনে মান্য কৰি দক্ষিণা দিয়ে। বিপ্ৰই এবাৰ জাল' যেন পাতল চেলেং এখন আতাক দিলে। সেই চেলেং আতাই নলৈ জগন্নাথ চৰণক দি ক'লে, "বিপ্ৰই এইখনেহে মোৰ জোখৰ কাপোৰ পালে?"

২-৩৬-১৭ আৰু এদিন জয়ভাৰতীয়ে ৰাতিপুৱা কামলৈ যাওঁতে হৰি আতৈক কৈ গ'ল, "মোলৈ ভজা গুৱা এমুঠি কৰি থবা।" হৰি আতৈয়ে কথাটো পদ্ম আতাক ক'লে। আতাই আতৈক ক'লে, "যোৱা, গুৱা কৰাগৈ, সি পৰৰ

খোৱা বামুণে লোকক কৈ নিন্দাহে কৰিব।" হৰি আতৈয়ে গুৱা কৰি থৈছিল। গধূলি গৈ বামুণে গুৱা খাই ক'লে, "মোৰ ঘৰত জানো গুৱা নাই? ইয়াতকৈ ভালহে আছে। এই যে তোমালোকৰ পৰা আধা খুন্দা গুৱাকে খুজি খাইছো; হৰিগুণ গোৱা সকলৰ দ্ৰব্য অমৃত প্ৰায়, ইয়াকে খাই যেনিবা জীৱটিৰ বাসনা লাগেই? সেয়েহে খাইছো।" বিপ্ৰৰ মুখত বাসনাৰ কথা শুনি আতাৰ মনত বিপ্ৰলৈ দয়া উপজিল।

**২-৩৬-১৮** আৰু পদ্ম আতাৰ ঠাইতে বৰ মুকুন্দ, পিঠিকটা মুকুন্দ, বৰ জগন্নাথ, সদুৰি কানু, কেহেৰুৱা কানু, বেহাৰ গোপাল, আলধৰা গোবিন্দ, ভকতদাহ , গুভিৰ দামোদৰ, উজিৰ, কৃষ্ণ, সাদুৰ কৃষ্ণ, কাকতি কৃষ্ণ, বনুৱা ৰাম, চৰাইমৰিয়া বলাই, নগাৰ বলাই, ঘাটোৱাল পৰমানন্দ, ফাটোৱাল পৰমানন্দ, লখৰঙ্গ গুৰু, একাদশ, বাৰীছোৱা গোবিন্দ, চিলা-তলিৰ গোবিন্দ, অৰবিন্দ পদ্ম আতাৰ বলৰ আকৰ্ষণত আৰু গুৰুজনাৰ প্ৰসাদত চণ্ডাৰ ভিঠাত চাৰি টকাৰ চান্দাৰ সেৱক হৈ আতাৰ মুখেৰে মহাপুৰুষক গুৰু বুলিছে আৰু আতাৰ লগতে আছে হৰিগুণ গাই।

**২-৩৬-১৯** মুকুন্দ আতৈৰ পত্নী হৰিগতি আই ভগৱান গুৰুৰ বায়েক। আয়ে প্ৰতি জোপ-একাদশীত শুদ্ধ সদাচাৰেৰে গুৰি কলহত ভৰাই মুখ বান্ধি সেই কলহ পাচিত ভৰাই লৈ নতুন বস্ত্ৰ পিন্ধি নি পদ্ম আতাক দিয়ে। এটি জোপ একাদশীত আয়ে নিছে সেইমতে। বাটত দুটি ঢোঁৰা কাউৰীয়ে ওপৰত যুদ্ধ লাগি পাচিৰ দুহাতমান আঁতৰেৰে গ'ল। কাউৰীৰ পাখিৰ বা পাচিত অলপ লাগিল নে নালাগিল বুলি আইৰ সংশয় লাগিল। আয়ে মনতে আলোচি ক'লে, "বাট ফুৰা অৱস্থাত অশুদ্ধ নহয়।" এই বুলি আয়ে সেয়া নি পদ্ম আতাক দিলে। আয়ে নিশা ঘৰলৈ আহিলত আইৰ স্তন দুটি কট্ কট্ কৰি খাব ধৰিলে। জ্বৰে বিষে আই অস্থিৰ হ'ল। পদ্ম আতাই কিবা দোষৰ আশঙ্কা কৰি প্ৰাৰ্থনা কৰি পঠালে; ভাল নহ'ল। ঘৰত তন্ত্ৰ-মন্ত্ৰ কৰি চালে, অৱস্থা টানহে হ'ল। তেতিয়া পদ্ম আতাই কৈ পঠালে কি দোষ হৈছে ভাঙি ক'ব লাগে। তেতিয়া আয়ে মুকুন্দ আতৈক ক'লে, "আন কিবা দোষ হোৱা মনত লগা নাই; কিন্তু কাউৰীৰ বা লগা দ্ৰব্য আতাক দিলো, সেয়ে দোষ।" সেই কথা মুকুন্দ আতৈয়ে পদ্ম আতাক

ক'লে। আতাই ক'লে, "যদি তেনেই মনৰ সন্দেহ আগতে ক'ব লাগিছিল।" এই বুলি কৈ আতাই আশীৰ্বাদ কৰি এখন তামোল দি পঠাইছে। সেই তামোল খোৱাত আইৰ স্তনৰ পৰা দুটি কাউৰী উৰা মাৰিলে।[৩] তাকে দেখি সকলোৱে আশ্চাৰ্য্য-অদ্ভুদ মানিলে।

২-৩৬-২০ টিপামৰ গোপী, সজুলিৰাম, মলুৱা সনাতন, হইমুখৰ সনাতন, চুকৰিয়াল সনাতন, এই পাঁচজনে পদ্ম আতাৰ মুখেৰে মহাপুৰুষক গুৰু বুলিছে। এদিনাখন তেওঁলোকে নামৰ অন্তত পদ্ম আতাক পৰমাৰ্থ তত্ত্ব সুধিছিল। আতাই আনন্দত মজি পৰম ৰহস্য তত্ত্ব ক'বলৈ ধৰিলে। জয়হৰি আতৈয়ে চাউল সিজাই ৰৈ আছিল। আতৈযে বনমালী আতৈক পঠালে পদ্ম আতাক মাতিবলৈ। আতাক জনোৱা হ'ল। আতাই নিষেধ কৰি ক'লে, "জঞ্জাল নকৰিবি যা।" পাছত জয়হৰি আতৈয়ে আলধৰাক পঠালে। আতাই আগৰ দৰে খং কৰি পঠালে। জয়হৰি আতৈয়ে দামোদৰ আতৈক ক'লে, "চাউল সিজোৱা শুকাব আজি, আতাই খাব নোৱাৰিব, তুমিয়ে গৈ কোৱাগৈ।" দামোদৰ আতৈয়ে গৈ জনালত আতাই গাৰ কাপোৰখন দি আগৰ দৰে কৈ পঠালে। কথাৰ সামৰণি মাৰি আতাই ক'লে, "হেৰা, হইমুখৰ সনাতন, সলুৱাৰ সনাতন, চকৰিয়াল সনাতন, মাজুলি ৰাম, তিপাৰাম গোপী, সকলো দেখিলা, তাতেই খোপনি ধৰিবা।" এই বুলি কৈ আতাই টোপনি মাৰি ৰাতিপুৱা উঠিছে।

২-৩৬-২১ কাকতীৰ কৃষাই, গজপুৰৰ কমললোচন, আৰু হেৰমাই ৰাম আতৈয়ে দশমৰ পদৰ অৰ্থ পদ্ম আতাক সুধিলে। তেওঁলোকে দশমৰ আঢ়েটা চৰণ মাতি অৰ্থ সুধিছে। আতাই তেওঁলোকক ক'লে, "বাকী তিনি ফাকি পদো মাতা। তেওঁলোকে ক'লে, "আতা, সেই আঢ়েটা চৰণ নুবুজিহে আপোনাক সুধিবলৈ আহিছো। আতাই ক'লে, "বোকাময় পথত এটি গৰু পৰি আছিল আৰু এটি-দুটি পথিকে তাক ধৰি তুলিব নোৱাৰে। তিনি চাৰিজন লোক হ'লে গৰুৰ কাণ, শিং, টেং, নেজত ধৰি তোলে। সেইদৰে পদৰো চাৰি চৰণ; সেই চাৰি চৰণ চৰ্চা কৰাইঁক।"

---

৩। কাউৰীক ক'লা শক্তিৰ প্ৰতীক হিচাপে দেখুওৱা হৈছে নিশ্চয়। আন এক চিকিৎসাৰ ধাৰণা মতে শৰীৰত উৎপন্ন হোৱা দুষিত শক্তি বা ক'লা শক্তিৰ বাবেই মানুহৰ বেমাৰ হয়।

২-৩৬-২২ তিপাম মলখৰ জয়হৰি, মেতেৰিৰ হুই ঠাকুৰীয়া, মৰল নাৰায়ণ, গুপী, জয়ৰাম, এই সকলে পদ্ম আতাক প্ৰাৰ্থনা কৰি হৰাম আতৈক নিলে ৰাইজৰ মেল সোধাকৈ। হৰাম আতৈয়ে গৈ তেওঁলোকৰ লগত এবছৰ থাকি আহিল। আতৈ আৰু তেওঁলোকে আহি পদ্ম আতাক সেৱা কৰিলে। তেওঁলোকে পদ্ম আতাক গোচৰ দি ক'লে, "বাপ, হৰাম আতৈয়ে উৎকোচ খাই অন্যায়কে ন্যায় কৰে, ন্যায়কে অন্যায় কৰে।" পদ্ম আতাই হৰাম আতৈক সেয়া হয়নে নহয় সুধিলে। হৰাম আতৈয়ে ক'লে, "বাপ, আপুনি আটায়েৰে হৃদয়ৰ বস্তু, তেওঁলোকে যি কৈছে সেয়ে সত্য, মইনো কি ক'ম? হয়েই।" তেতিয়া পদ্ম আতাই এটা দৃষ্টান্ত দিছে-- এজন সদাগৰৰ বোৱাৰীয়ে অমাতা জীৱৰ মাত বুজে। বোৱাৰীজনীয়ে নদীত গা ধুবলৈ গ'ল। নদীত এটা মৰা মানুহ ভাহি আহিছিল। ওচৰতে থকা শিয়ালে ৰাও জুৰিলে। বোৱাৰীজনীয়ে বুজিলে শিয়লে কৈছে, "শৱটো নদীৰ পাৰত চপাই দিয়া, আমিও ভক্ষণ কৰো আৰু তুমিও সোণ, ৰূপবোৰ লোৱা।" বোৱাৰীজনীয়ে সাঁতুৰি শৱটো পাৰলৈ চপাই আনি শৱৰ গাঁঠি খুলিব নোৱাৰি দাঁতেৰে খুলিলে। সেই দৃশ্য লোকে দেখি ৰজাক গোচৰ দিলে। ৰজাই দূত পঠাই বোৱাৰীজনীক ধৰাই নিলে। দূত আৰু বোৱাৰীজনীয়ে বাটত এজোপা গছৰ তলত জিৰালে। গছৰ ওপৰত এটি কাউৰীয়ে ৰতিলে। তেতিয়া বোৱাৰীজনীয়ে ফকৰা মাতিছে, "এটা শিয়ালে ৰাও ধৰিলে, থাকিব নোৱাৰিলো ঘৰে। কি কা কা কৰা কাউৰী, ধৰি লৈ যায় মোক পৰে।।" দূতে নি বোৱাৰীজনীক ৰজাক গটালে। ৰজাই সোধ বিচাৰ কৰি বোৱাৰীজনীক হাতীৰে গছকাই মাৰিবৰ আদেশ দিলে। তেতিয়া বোৱাৰীজনীয়ে দুখ কৰি এটা ফকৰা মাতিলে, "শাহু লৰচৰ, শহুৰ লৰচৰ যে ছোটকৈ সৰু। যিহে ৰজাই বোলে-বুজে সিও পালৰ গৰু।।" কথাটি শুনি ৰজাই পুনৰ বিচাৰ সুধিল। তিৰোতাজনীয়ে ক'লে, "মোৰ কথা বুজিব কোনে?" ৰজাই তিৰোতাজনীক ক'বলৈ আদেশ দিলে। তিৰোতাজনীয়ে কাউৰী, শিয়াল আৰু অমাতা জীৱৰ মাত বুজাৰ কথা প্ৰমাণ কৰি দেখুৱালে। ৰজাই প্ৰমাণ পাই আৰু তিৰোতাজনী সুলক্ষণৰ দেখি নিজৰ ৰাণী কৰি ৰাখিলে। পদ্ম আতাই ক'লে, "মই বুজিছো, এতিয়া তেওঁলোকে কওঁক। আৰু হৰাম, তুমি আমাৰ লগতে আৰু মোৰ হৃদয়ত আছা।"

২-৩৬-২৩ পদ্ম আতাই ব্ৰহ্ম মুহূৰ্ত্ততে নিতে ভকতক জগাই কয়,"হৰিচৰণ, জয়হৰি, বনমালী, গোবিন্দ উঠা; ৰাতিপুৱা বিষয়ীৰ খেতি-খলা আৰু ভকতৰ নাম গাই গুৰু-সেৱা।" জয়হৰি আতৈয়ে উঠি আতাক পীৰা দিয়ে আৰু আতাই তাতে বহি গাত তেল লয়, পাছত পায়খানালৈ যায়, মাটি-পানী লয় আৰু গা শুদ্ধি কৰি স্নান কৰে। বনমালী আতৈয়ে জুই ধৰি কাষত কঠ পাৰি দিয়ে আৰু আতাই তাতে বহি গুৰুসৱা কৰে। হৰি আতৈ, লখৰঙ্গ আতৈ, আলধৰা আতৈ, ভকতদাহ আতৈ, জগন্নাথ আতৈ, বৰজনা আতৈ জয়হৰি আতৈ এইসকলে আতৈৰ লগতে অৰ্দ্ধচন্দ্ৰকাৰে বহি নাম গাই হালি জালি থাকে। আতৈসকল তৰা আৰু আতাই শৰতৰ পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে প্ৰকাশ পায়। গুৰুসেৱা সামৰি আতাই এদিন জয়হৰি আতৈক ক'লে, "জয়হৰি, মোৰ গুৰুজনৰ এটি চৰিত্ৰ কথা কোৱা।" জয়হৰি আতৈয়ে ক'লে, "আতা আপোনাৰ মুখ পদ্মেৰে ক'লে অমৃতৰ দৰে হয, আৰু সকলোৱে শুনি সন্তোষ পায়; মই কি কম, আপুনিয়ে কওঁক।" পদ্ম আতাই গুৰু চৰিত কয় আৰু সকলো ভকত শুনে। চৰিত্ৰ কীৰ্ত্তন সামৰি ভজা গুৱা, লোণ, জলকীয়া সকলো আতৈকে অলপ অলপকৈ দি আতাই নিজেও লয়। এনেতে কেহো আতৈয়ে কীৰ্ত্তন ঘৰত গীত গাই কৃষ্ণ নাম উচ্চাৰিলে। আতাই ক'লে, "কৃষ্ণ-সূৰ্য্যৰ উদয় হ'ল, উঠাহঁক।" আতাই আৰু ভকতসকলে কীৰ্ত্তন ঘৰলৈ উঠি গৈ হৰি কীৰ্ত্তন কৰি জয়হৰি ধ্বনি দি উঠি ভাগৱত পাঠ সামৰি নিৰ্মালি প্ৰসাদ লৈ উঠে। আতাই গৈ চ'ৰাঘৰত বহে। হৰিচৰণ প্ৰমুখ্যে ভকতসকলো আতাৰ লগতে বহে। আতাই ৰামৰ, কৃষ্ণৰ, শ্ৰীশঙ্কৰদেৱৰ, মাধৱদেৱৰ, আতাসকলৰ চৰিত্ৰ কথা কয় আৰু আতৈসকলে পৰম শ্ৰদ্ধাৰে শুনে। জয়হৰি আতৈয়ে চাউল সিজাই যুগুত কৰি থয় আৰু আলধৰা আতৈয়ে আতাক খবৰ দিয়ে। আতাই গৈ ভাতৰ পাতত বহি লগতে বহা গোবিন্দ আতৈক অন্ন স্পৰ্শ কৰিবলৈ কয়। আতৈয়ে আতাক প্ৰথমে অন্ন স্পৰ্শ কৰিবলৈ কয়। আতাই পুনৰ আতৈক স্পৰ্শ কৰিবলৈ কয়। আতৈয়ে পুনৰ আতাক কয়। এইদৰে তিনিবাৰ কোৱা মেলা চলে। আতাই প্ৰতি গৰাহতে হাত ধোৱে। আৰু জয়হৰি আতৈয়ে পানী বাকি দিয়ে। আতাই "হ'ল" বুলি মুখ ধোৱে। তাৰ পাছত আতাই মুখশুদ্ধি লৈ কিছু সময় শোৱে। বেলা তিনিপৰ

হ'লে আতাই শোৱাৰ পৰা উঠি মুখ হাত ধুই গধূলিৰ প্ৰসঙ্গলৈ যায়। প্ৰসঙ্গ গাই, ভাগৱত পাঠ শুনি, গুৰু-চৰিত কৈ সামৰি আতাই পুনৰ বাহাত বহে। বাহাত আতাই গীত, ঘোষা, ৰত্নাৱলী, ভটিমা ব্যাখ্যা কৰে। কেতিয়াবা চৰিত-কথা, পৰমাৰ্থ তত্ত্ব কথা কয়। সন্ধ্যা হ'লে আতাই কীৰ্ত্তন ঘৰলৈ গৈ কৃষ্ণৰ গুণলীলা শ্ৰৱণ কৰি, গীত শুনি, নাম-পাঠ শুনি, গাই, চৰিত-কথা কৈ সামৰি পুনৰ বাহাত বহে। মুখ্য ৰসিক ভকত সকলেও আতাৰ লগত বহে। আতাই চৰিত-কথা, পৰমাৰ্থ ৰহস্য কয়, যেন অমৃতহে, আৰু সকলো ভকতে শ্ৰদ্ধাৰে শ্ৰৱণ কৰে। হৰি কথাতে ৰাতি দুপৰ চাৰি দণ্ড হয়গৈ নিতে। কেতিয়াবা ৰাতি তিনি প্ৰহৰে হয়। তাৰ পাছত আতাই কথা সামৰি কেঁচা পুৰা কল তিনিচকল, আদা তিনি চকল আৰু তামোল খাই, হাত মুখ ধুই শয়ন কৰে। ভক্তি শয্যাত শয়ন কৰি আতাই ৰাতি পুৱাবলৈ চাৰি দণ্ড থাকোতেই উঠি শয্যাত বহি হৰিগুণ, লীলা, টোটয়, ভটিমা, চপয়, থান, বন, গুপী, গোপাল, শত গোপী, কেৱল নাম গাই ব্ৰহ্মা মুহূৰ্ত্ততে উঠি শুদ্ধি স্নান কৰে। এই নিয়মে হৰি ভক্তি ৰসত আতাৰ দিন ৰাতি যায়।

**২-৩৬-২৪** মুদৈৰ জীয়েক আৰু পৰমানন্দৰ কথাত খেদ কৰি পদ্ম আতাই এক দৃষ্টান্ত কৈছে। বিষয় প্ৰমত্তৰ যজ্ঞ আৰু গৃহস্থৰ খোৱা লোৱা। এজন গৃহস্থৰ গোলাম, গৰখীয়াৰ লগতে আৰু পাঁচজনী ঘৈণী। সাধু আৰু ভাল ৰান্ধনী ঘৈণীৰ ৰন্ধনৰ পালা পৰিলে সকলোৰে মুখত হাঁহি, আনন্দৰ মন। আৰু কঠিন কঠুৱা ৰান্ধনীৰ পালা পৰিলে মনত কষ্ট। খোৱা লোৱাত প্ৰেমীসকলৰ মাছ, পছু, গাখীৰ, মৌ হ'লে ভোজনত মনত আনন্দ, তেনেকৈ সেৱক আৰু হৰি কথাত মন নলগাসকলৰ হৰি কথা শ্ৰৱণত মন লৰে; মনত দুখ, কষ্ট হয়।

**২-৩৬-২৫** পদ্ম আতাৰ সঙ্গত চাৰিজন চণ্ডা সেৱক আছিল। আতাৰ বাহাত পছু, মাছ আৰু অনেক দ্ৰব্য মিলাত অনেক লোকে আতাৰ লগ ল'লে। একোটা বাহাতে চাৰি-পাঁচজন লোক থাকিব ল'লে, নতুনকৈ বাহা বান্ধিবৰো ঠাই নাই। এদিন হৰি আতৈয়ে আতাক সুধি ক'লে, "অনেক লোকে অনেক আশাৰে সোমাইছে আৰু নাম গাইছে জীৱ তৰিবলৈ।" তেতিয়া পদ্ম আতাই চিন্তামণিৰ এটা দৃষ্টান্ত কৈছে— সজুল দেশৰ সুবুদ্ধ ৰজাই সত্যব্ৰতী দুজন লোকক

নিতে ঘী-ভাত খোৱাই দক্ষিণা দিয়ে। তাকে দেখি অনেক লোকে ৰজাৰ ওচৰলৈ যায় আৰু ঘী-ভাত খাই দক্ষিণা লয়। তেতিয়া ভাণ্ডাৰীয়ে সেই কথা ৰজাক ক'লে। ৰজাই দুৱাৰৰ দুৱৰীক ক'লে, "মুখত ঘীৰ গোন্ধ পালেহে লোকক ভিতৰলৈ পঠাবি।" তাৰ পাছত সকলো লোকে মুখত ঘী সানি যায় আৰু খাই লৈ আহে। ভাণ্ডাৰীয়ে দ্ৰব্য নুজোৰাত চতুৰ মন্ত্ৰীক কথাটি ক'লে। মন্ত্ৰীয়ে হুকুম দিলে, "উগাৰত ঘীৰ গোন্ধ পালেহে ভিতৰলৈ পঠাবি।" উগাৰত ঘীৰ গোন্ধ চালে যে কাৰোৱে নাই। বাকী সকলো লোক পলাল আৰু আগৰ দুজন লোকেহে ৰ'ল। সেই দুজনেই খাই লৈ ভাৰত হাটত বণিজ কৰি অপাৰ সংসাৰ সাৰি গ'ল।

২-৩৬-২৬ নাহৰ নৰোত্তম আতৈয়ে পদ্ম আতাক পৰমাৰ্থ কথা সুধি নিশ্চয় হৈ পুনৰ সোধে যেন কিছু ৰৈছে, তেওঁ আতাৰ কাষৰ পৰা আঁতৰ নহয়। তেতিয়া আতাই বেয়ান কাব্যৰ এটি দৃষ্টান্ত কৈছে— নৈষধ দেশৰ চৈতন্য ভট্টাচাৰ্য্যক সত্তসুমনে গুৰু মানি মন্ত্ৰ লৈ কাক ধ্যান কৰিব সুধিলে। ভট্টাচাৰ্য্যই সত্তসুমন কিৰাট দেখি উপলুঙা কৰি ম'হৰ ৰূপ ধ্যান কৰিব দিলে। সত্তসুমনে ম'হৰ ৰূপ চিন্তা কৰি ম'হৰ ৰূপ পালে। পাছত সত্তসুমনে হৰি গৃহৰ পৰা ওলাওতে ওলাব নোৱাৰি ক'লে, "গুৰু মই ওলাব নোৱাৰো শিঙেস গায় দুৱাৰত লাগে। পাছত ভট্টাচাৰ্য্যই দুখ কৰি নিজকে গৰিহণা দি সুত্তসমনক ঈশ্বৰৰ ধ্যান দেখুৱাইছে। আৰু সুত্তসমনে নিশ্চয় হৈ তৰি গৈছে। এতেকে নিশ্চয়ে পাৰ, অনিশ্চয়ে সংসাৰ।"

২-৩৬-২৭ ছেকেতলিয়া হৰি আতৈয়ে পদ্ম আতাক প্ৰসঙ্গৰ তাৎপৰ কথা সুধিছে। আতাই কাত্যায়ণ কাব্যৰ আৰ্হি কৈছে— হেমন্ত ৰাজ্যৰ হেমকূট সদাগৰে সৰোবৰত চাৰিটি ৰাজহাঁহ পুহিছে। সেই হাঁহৰ লগ লাগি অনেক বহবুদ, ধৃতৰাষ্ট্ৰ, মেহৰাজ চৰাই আহিল। তেতিয়া এটা দুষ্টই তাকে দেখি ক'লে, "এইবোৰ পোহাৰ কি সকাম, ৰাজহাঁহৰ চিন ক'ত?" সদাগৰে ক'লে, "চিন প্ৰমাণ আছে।" তেতিয়া চৰিয়াত গাখীৰৰ সৈতে পানী মিহলাই চৰাইক খাবলৈ দিছে। আৰু সকলো চৰাই আৰু ৰাজহাঁহে খাইছে। ৰাজহাঁহৰ জিভা টেঙা, গাখীৰ ফাটি গোট মাৰে আৰু সেয়া সিহঁতে খায়, পানী দুই কোৱাৰিদি বাহিৰ ওলায়। আৰু তিনিবিধ পানী ভাগৱতী, নিৰ্গুণা আৰু অন্তৰঙ্গা ভকতে পান কৰে আৰু কেৱলা

মিঠা জিভাত পৰি বাহিৰ হয়। তাক তত্ত্ব জনাই নি খায় আৰু তত্ত্ব নজনাই চাই থাকে।"

২-৩৬-২৮ মৌখাবৰ্ত্তৰ পৰা ভকত আহি পদ্ম আতাক প্ৰাৰ্থনা কৰি গোপাল আতৈক নিছে তেওঁলোকৰ প্ৰসঙ্গৰ আৰ্হি দেখুৱাই দিবলৈ। গোপাল আতাই মৌখবাৰ্ত্তাত আছে আৰু এহালিচা সৰিয়হৰ খেতি কৰিবলৈ লৈছে। কলাবাৰীৰ পৰা জয়ৰামে মৌখবাৰ্ত্তাৰ সৰিয়হৰ তলিলৈ গৈ গোপাল আতৈৰ খেতিৰ কাষতে বান্ধা আৰু গৰু দুহাল থৈছে। গোপাল আতৈয়ে কোৰ পাৰি পাৰি জৰামৰ আতিগুৰি খবৰ সুধিছে। জৰামে হালোৱা সকলক ক'লে, "হেৰা আতৈৰ মাটি ডৰা চহাই দিয়া, সমগ্ৰ মাটি এটি এটি আঁচ দি চহাবা আৰু চহোৱা হ'লে মৈ দিবা।" জৰামে আতৈক ঘৰলৈ যাবলৈ ক'লে। সন্তৰ সম্পৰ্কত জৰামৰ অন্তৰ শুদ্ধ হ'ল, আৰু ধৰ্ম ধৰিবলৈ ইচ্ছা হ'ল তেওঁৰ। সেই সময়ত সৰিয়হ অধিক হ'ল। পদ্ম আতাই ভক্তৰে সৈতে নাহৰ গুটি বিচাৰি দলগাওঁলৈ যোৱাৰ বাটত কলবাৰীত ৰৈছিল। জৰামে গোপাল আতৈৰ পৰা ধৰ্ম লৈ পদ্ম আতাক লগ পাই সৰিয়হ, তেল আৰু বস্তিৰ খৰছ দি পঠাইছে। পাছত জৰাম আতৈয়ে গঞাৰ লগত নেখায়, গঞাক নোচোৱে দেখি গাওঁৰ লোকে নিন্দা, হিংসা কৰে। দামোদৰী ভট্ট আৰু মানস বনমালীৰ সত্ৰই গুৰুজনাৰ ধৰ্মক সহ্য নকৰে। তাতে ৰ'ব নোৱাৰি জৰাম আতৈয়ে পদ্ম আতাক কথাটি ক'লে। পদ্ম আতাই বৰগুৰুক কথাটি ক'লে, "জৰামে আহিব খোজে; কিন্তু গাওঁৰ ৰাইজে নেৰে।" বৰগুৰুৱে ক'লে, "আতা, উপায় আছে, আনিব পাৰিম।" বৰগুৰুৱে জৰাম আতৈক কূটবুদ্ধি দি পঠালে। তাৰ পাছত কুৰিজন লোক লৈ বৰগুৰু গৈছে জৰামৰ গাওঁলৈ। বাটৰ কাষত জয়ৰামক দেখি বৰগুৰুৱে ক'লে, "সেইটো জৰাম নোহোৱানে?" জৰামে ক'লে, "ক'ৰ জৰাম।" বৰগুৰুৱে ক'লে, "হয় জৰাম, তাক ধৰি আন।" বৰগুৰুৰ লগত যোৱা ভকতে জৰামক ধৰি আনিলে। তাকে দেখি গাওঁৰ লোকে মানুহ মাতি মেল বহুৱালে। মেলত বৰগুৰুৱে ক'লে, "জৰামক সোধাচন বেপাৰত মোৰ পৰা ছয়কুৰি টকাৰ লোণ, পোৱাল, বাখৰ, তাও, সেন্দুৰ আৰু অন্যান্য বস্তু দিছিলো, হয়নে নহয়?" জৰামে ক'লে, "হয়, বেপাৰত সুতে মূলে সকলো হেৰালো, সেয়ে পলাই ফুৰিছো।" সাত বছৰৰ সুতে মূলে

হিচাপ কৰোতে পাঁচশ টকা হ'ল। বৰগুৰুৱে জৰামক অনেক তৰ্জন-গৰ্জন কৰিলে লোকক দেখুৱাই। বৰগুৰুৱে জৰামৰ ঘৰৰ সকলো বস্তু গোটাই কুৰি ভাৰ কৰি সকলো তুলি আনিলে। সকলো ৰাইজে চাই থাকিল। পদ্ম আতাই বৰগুৰুক প্ৰশংসা কৰি ক'লে, "তোমাৰ অতনো বুদ্ধিনে?"

২-৩৬-২৯ সাধকোমাৰ সভালৈ পদ্ম আতাই নিমন্ত্ৰণ পালে। আতাই ভাটোকুছীয়া আতাক ক'লে, "বাপ, মোৰ লগতে সভালৈ যাওঁ।" ভাটোকুছীয়া আতাই ক'লে, "হৰিপো, তুমিয়ে যোৱা, মই গ'লে লোকে মোৰ বিষয়ে সুধিলে কি ক'বা?" তেতিয়া পদ্ম আতাই ভক্তৰ সৈতে সভালৈ গৈছে। ৰাইজে আতাক আদৰি নি সভা কৰিলে। আতাই দক্ষিণা দহ টকা, সোণ এটকা, কাপোৰ এযোৰ পালে। আতাই মনতে ক'লে, "এই বস্তু ভাটোকুছীয়া আতাৰহে। সেয়া আতাই ভটোকুছীয়া আতাক দিলে আৰু ভটোকুছীয়া আতাই আদৰ কৰি নি থৈছে। পিছদিনাখন পদ্ম আতাই ভকতক ক'লে, "ভকতসকল ওলাইঁক, ভাটোকুছীয়া আতাৰ ওচৰলৈ যাওঁ।" হৰি আতৈয়ে মাত দি ক'লে, "বাপ, আজিলৈ থাকক, ভকতসকলৰ বৰ কষ্ট হৈছে, কালিলৈ যাম।" পদ্ম আতাই ক'লে, "বা বৰ কষ্ট হৈছে, লোকৰ ঘৰত থাকি প্ৰাণ বস্তুৱে নাছিল। মূৰত ওকণিৰ লাৰু, সেই ওকণি পীৰত থৈ চুঙাৰেহে মাৰিছিলো?" হৰি আতৈয়ে পদ্ম আতাক ক'লে, "আপোনাৰো ঘৰ নাছিল, বৌয়েকে লুকাই কলহত ভৰাই বস্তু নিদিলে প্ৰাণে গ'লহেঁতেন।" আতা, আতৈসকলে ভাবিলে দুজনৰ দন্দ লাগিলহে। পাছত হৰি আতৈয়ে পদ্ম আতাক সেৱা জনাইছে। পদ্ম আতাই দুকঠি মানৰ চৰু এটিত এটি তামোল হৰি আতৈক দি ক'লে, "লোৱা, স্নান কৰি উঠি আমি খাম।" হৰি আতৈয়ে মনতে ভাবিলে, "এটি তামোল কাকনো দিম।" তথাপি আতৈয়ে লৈ গ'ল বালি পুখুৰীৰ পাৰলৈ। সকলো ভকতে স্নান কৰাৰ পাছত সেই তামোল পদ্ম আতাই ভগাই দিছে। সেইটি তামোল বাঢ়ি গৈ সকলোৱে খাই ৰ'লহে। পুখুৰীৰ মাজতে এটি পদুম ফুল ফুলিছিল। পদ্ম আতাই ভকতক ক'লে, "কোনে পাৰা ফুলটি আনা।" কলাবৰণীয়া জৰাম আতৈয়ে সাঁতুৰি গৈ ফুলটি আনিলে। পদ্ম আতাই ফুলটিৰ পাহি সকলোকে ভগাই দি পদ্ম চকাটিৰ কোন যোগ্য সুধিলে। ভকতে আতাক ক'লে, "বাপ, আপোনাৰ ইচ্ছা, যাকে যোগ্য দেখে

দিওঁক।" আতাই ক'লে, "এই ফুলৰ যোগ্য হৰি আতৈয়ে।" এই বুলি আতাই হৰি আতৈক চকাটি দিছে। ভকতে আচৰিত হৈ ক'লে, "আমি দন্দ লগা বুলিহে ভাবিছিলে, মনত এনে দয়া, স্নেহ।"

**২-৩৬-৩০** ক'লা কৃষ্ণ আতৈয়ে বাৰীৰ চাৰি সীমাত কলগছ ৰুই কল, পাত, পচলা, কল, তিল, খাৰ, কঠ আতৈসকলক নিতে যোগান ধৰে। আতৈসকলেও দয়া কৰি মাহ, প্ৰসাদ, কল, লাৰু, গুৰা, লোণ, তেল কৃষ্ণ আতৈক দিয়ে। আতৈয়ে বছৰত এবাৰ ভকতক মাতি তিনি-চাৰি দিন ভোজন কৰাই ধুতী, পছৰা দক্ষিণা দিয়ে। এবাৰ মাঘৰ একাদশীত আতৈয়ে পাত, পচলা, কল এভাৰ নি চাৰিও হাটীত দি ভকতৰ ধুলা লৈ ফুৰিছে আৰু পদ্ম আতাৰ পৰা বিদায় ললে। আতৈৰ এনে কাৰ্য্যত কিছুমান ভকতে ঠাট্টা, নিন্দা কৰিলে। পাছত কৃষ্ণ আতৈয়ে দুই পুখুৰীৰ মাজৰ ঠাইত কঠ পাৰি বহি ৰাম ৰাম বুলি চকু মুদিলে। তাকে দেখি সকলো ভকতে আশ্চৰ্য্য হৈ ঘোষা গাই আতৈৰ শৱ যাত্ৰা উলিয়াই দাহ সংস্কাৰ কৰিলে। মাহৰ অন্তত ভকতে সভা পাতি সিধা দিলে।

**২-৩৬-৩১** প্ৰহ্লাদ মুদৈৰ পত্নী মৰাৰ সময়ত তেওঁৰ পুত্ৰ নিবাৰণৰ পৰা দখাইৰ কৰুণাময় ভূঞাই টকা একুৰি ধাৰে নিছিল। ভূঞাই টকাৰ চাৰিভাগৰ দুভাগ ঋণ সুজি দুভাগ দিবলৈ বাকী আছিল এবছৰ। প্ৰহ্লাদ মুদৈৰ ভায়েকে কৰুণাময়ক মাৰধৰ কৰি গৰুহাল নিলে কাঢ়ি। পদ্ম আতাই মুদৈৰ ভাতৃক গৰুহাল কৰুণাময়ক দিব কয়। মুদৈৰ ভাতৃয়ে আতাক ক'লে, "অ' পাণ্ডৱৰ চাউল খাই কৌৰৱৰ গুণ গোৱা।" আতাই তাতে মনোকষ্ট পাই কৰুণাময়ৰ ঘৰলৈ গুচি গ'ল। হৰি আতৈয়ে আতাক জলকীয়া, বেঙেণা, আদা দিবলৈ যায়; কিন্তু আতাই বাধা দিয়াত হৰি আতৈয়ে আতাক ক'লে, "তেন্তে মুদৈৰ ঘৰলৈ যাবলৈ আপোনাৰ মন আছে হবলা?" পদ্ম আতাই ক'লে, "মই প্ৰহ্লাদৰ বাবেহে ইয়াতে আছোঁ।" মুদৈয়ে সেই কথা শুনি প্ৰাৰ্থনা কাতৰ কাৰুণ্য কৰি আতাক মাতি আনিছে।

**২-৩৬-৩২** মৌকোৱাৰ নিৰঞ্জন আতৈ, কসাবৰিয়া সৰ্বানন্দ আতৈ, দলৰ গাওঁৰ গোপাল আতৈ, শিলপতাৰ ৰামানন্দ আতৈ, আলধৰা মুকুন্দ, সৰ্বানন্দ, আতৈৰ বৃদ্ধকাল হ'ল। তেওঁলোকে সমূহ ভকতক ৰান্ধনিৰ কথা সুধিলে। সমূহে

গোপাল আতৈক ঠিক কৰি মুকুন্দ আতৈক সেই কথা ক'বলৈ পঠাইছে। মুকুন্দ আতৈয়ে মৌখোৱাৰ নিৰঞ্জণ আতৈকে কথাটি ক'লে। নিৰঞ্জণ আতৈয়ে ক'লে, "তেনে চাউল, লোণ, তেল আনাইঁক।" তাৰ পাছত আতৈয়ে চাউল সিধা নি ভোজন কৰিলে। শিলপতাতো ৰামানন্দ আতৈয়ে তেনে নিয়মে ৰান্ধনি লৈছে। দলৰ গাওঁতো গোপাল আতৈয়ে ৰান্ধনি লৈছে। তেনেকৈ আতৈসকলে সিধা দি ৰান্ধনি লৈছে।

২-৩৬-৩২ বৰদলৈয়ে ভকতলৈ এটি পহু দি পঠালে। পহুটি লৈ ভকতে সন্ধ্যা আহি পালে। পদ্ম আতাই ক'লে, "ৰাতিটো যাওঁক, ৰাতিপুৱা কাটি ভগাই দিয়া যাব।" বেহাৰৰ গোপাল আতৈয়ে ক'লে, "আতা, এতিয়াই কাটি দিয়ক। গুৰুজনে বেহাৰত আই ধায়ে দিয়া পহু ৰাতিয়ে কাটি ভগাই দিয়াইছিল এই বুলি, "কোনজনৰ বা গোবিন্দৰ চমন ৰাতিয়ে আহে, এতেকে এয়িাই লওঁক, অন্যথা তাতে লাগি পুনৰ জন্ম হ'ব।" মই গুৰুজনাৰ আৰ্হিকে কৈছো, আতাৰ বাক্য উলঙঘা কৰা নাই।" পাছত পদ্ম আতাই গোপাল আতাৰ কথাত পহুটি কাটি বিলাইছে।

২-৩৬-৩৩ নিদুৰিৰ বিষ্ণু আতৈয়ে পদ্ম আতাক লগ পাই ধৰ্ম ধৰিছে। আতৈয়ে আতাৰ লগত বৈৰাগ্য ভাবত আছে। গাওঁৰ হৰাইৰ ঘৰত ভোজ পতা হৈছিল আৰু তালৈ বিষ্ণুক মতা হৈছিল। বিষ্ণুৱে গৈ দেখিলে চাউল ডলাৰ ওপৰত থোৱা হৈছে। ভাতৰ নিসনি ডলাৰ তলেৰে বৈ গৈছে আৰু লোকে সেই নিসনি গছকি গোটেই ঠাইতে নিসনি বিয়পাইছে। তেওঁ বিৰক্ত হৈ ক'লে, "এইবোৰকে খাবলৈ মোক মাতে।" এই বুলি কৈ তেওঁ গুচি আহিল। বিষ্ণুৱে ঘৰতে বিৰক্তি ভাব লৈ আছিল। পদ্ম আতাই বিষ্ণুৰ সেই কথা শুনি ভকতক ক'লে, "মোক বিষ্ণুক লাগে, আনি দিয়া।" তেতিয়া ভকতে গৈ বিষ্ণুক পদ্ম আতাৰ গুণ, শীল, মহিমা কোৱাত তেওঁ এখন ভাৰ লৈ আহি আতাক সেৱা কৰিলে। আতাই বিষ্ণুক ক'লে, "তুমি এই শুদ্ধ ধৰ্ম ধৰা, ৰ'ব পাৰিবা।" বিষ্ণুৱে আতাক ক'লে, "এটা এৰাটো টান, ঢিলাটো ধৰিছা।" আতাই সুধিলে,"কি টান, কি ঢিলা?" বিষ্ণুৱে ক'লে, "নাম টান আৰু ঢিলা হল– মই সকলো বস্তু ভক্ষণ কৰো।" আতাই ক'লে, "তুমি ৰ'ব পাৰিবা, পূৰ্বতেই পঠোৱা জীৱ তুমি।"

তাৰ পাছত আতাই বিষ্ণুক গৃহৰ প্ৰাৰম্ভিক নিয়ম শিকাই পঠাইছে। পিছদিনাখন বিষ্ণুৱে পুত্ৰ-ভাৰ্য্যা লৈ আহি ধৰ্ম বস্তু লভিছে। বিষ্ণুৱে মহা বিৰকতি হৈ আনকো বিৰকতি লগাই ধৰ্ম ধৰাইছে।

**২-৩৬-৩৪** গোপী ৰাজখোৱাই ভকতক মাছ দিছিল। সকলো ভকতে মাছ ভগাই নিলে। ডাঙৰ মাছৰ গাত লাগি থকা ডৰিকণা, মোৱা মাছ এমুঠিমান ৰ'ল। ভকতে তেনে মাছ জাৱৰ পেলোৱা ঠাইত পেলালে। পদ্ম আতাই গধূলি হাটী ফুৰিবলৈ গৈ পেলোৱা মাছবোৰ দেখি ক'লে, "বগৰা, খৰীয়া, ব্ৰহ্মঅংশী জীৱ, সংসাৰ ভ্ৰমি ফুৰিছে; হৰিগুণ গোৱা সেৱকত লাগি কিজানি সংসাৰ তৰেই, পেলোৱা কিয়?" পাছত আতাই সেই মাছবোৰ অনাই ভগাই দিয়াইছে।

**২-৩৬-৩৫** এটা বগা বৰণৰ কুকুৰ আতাৰ চ'ৰাঘৰৰ কাঁথিতে থাকে সৰ্বথা। আতাই কীৰ্ত্তন ঘৰলৈ গ'লে কুকুৰটিয়ে পাছে পাছে যায় আৰু নাম শুনে কাঁথিত বহি। আতাই কুকুৰটিকো প্ৰসাদ নিৰ্মালি দিয়াই। আতা আৰু আতৈসকলে তাক খাবলৈ দিয়ে। তাৰ নাম ৰঙাচৰণ দিয়া হৈছে। ভকতদাহ আতৈয়ে কুকুৰটিক খাবলৈ নিদিয়ে আৰু চুৱা পাততো ভাত নেপেলায়। কুকুৰটিয়ে ভকতদাহ আতৈক কামুৰিলে। তেতিয়া কুকুৰটিক চাই আতাই ক'লে, "সেৱকৰ অপৰাধ লগাই তাৰ ভ্ৰম হৈছে, এইবাৰ উদ্ধাৰিব লগা আছিল, কিন্তু পুনৰ্জন্ম লগলে।" পাছত সেই ৰাতিয়ে কুকুৰটিয়ে কীৰ্ত্তন ঘৰৰ দুৱাৰ মুখৰ শিলত মূৰ থৈ মৰিল। ৰাতিপুৱা পদ্ম আতাই দেখি দুখ কৰি তাক গামোচা দি নি পোতালে।

**২-৩৬-৩৬** আৰু এটা বগা বৰণৰ মেকুৰী আতৈসকলৰ হাটীত থাকে। সকলো আতৈৰ বাহাৰ মাছ, ভাত চৰু ভাঙি খায়। মেকুৰীজনী বৰ ডাকু। পদ্ম আতাই বেজাৰ পাই মেকুৰীটোক ধৰি বান্ধি থৈছে মাৰিবলৈ। মেকুৰীটোৱে মানুহৰ দৰে মাতি ক'লে, "আতা মোক কিয় মাৰে?" আতাই তাকে শুনি আশ্চাৰ্য্য-অদ্ভুত মানিলে। আতাই কোনে মাতে বুলি চাই দেখিলে মেকুৰীটো। মেকুৰীটোৱে পুনৰ মাতি ক'লে, "আতা, ভকত গুৰুৰ দোষত মেকুৰী জন্ম পাইছোহি, এবাৰ দোষ লগালে ক'ত জন্ম ভ্ৰমিব লাগিব আৰু, এতেকে দোষ নকৰিবা।" মেকুৰীটোৱে আঁঠু পাৰি শিলত মাথা থৈ সেই ৰাতিয়ে মাৰা গ'ল। আতাই

পুৱা দেখি দুখ কৰি মেকুৰীটোৰ গাত গামোচা দি পোতাই থোৱালে। ৰাতি ভকতসকলে সপোনত দেখিলে বগা কাপোৰ পিন্ধি এজন লোকে বাহাৰ দুৱাৰে দুৱাৰে ধূলা লৈ ফুৰিছে এই বুলি, "আতাৰ কৃপাত জন্ম সাৰি আজি যাওঁ।"

**২-৩৬-৩৭** পদ্ম আতাৰ ওচৰলৈ বংশীগোপাল গৈছে। আতাই খোজ কাঢ়ি আগবাঢ়ি গৈ পথতে বংশীগোপালৰ লগত কথা বতৰা হৈছে। হেৰমাই গাওঁৰ পৰা এজন লোক আহি আছিল। সি হাত বাউলি দি কাৰোবাক ৰাম ৰাম কৈ মাতি আতাৰ ওচৰেৰে গ'ল। বংশীগোপালে আতাক ক'লে, "আতা, এই জীৱই শুদ্ধ ভক্ত হ'ব, আপোনাৰ ভাগৰ জীৱ।" পাছত সেই লোকজনে গুৰু ধৰ্ম ধৰি ভকতৰ হাটীত থাকিল। আতাই তেওঁৰ নাম দিছে ৰাম।

**২-৩৬-৩৮** পচতীয়া ভিঠাত জৰাম আতৈৰ ল'ৰা মুকুন্দ আতৈ দেউৰী। আতৈয়ে মাহ চাউল তিনি খৰাহি ধুই দুই খৰাহি লৈ গ'ল হৰিগৃহলৈ, বাকী এখৰাহি তাতে ৰ'ল। আতৈয়ে পুনৰ আহি চাই দেখিলে খৰাহিটো নাই। তেওঁ বৰ ভয় পাই চাৰওঁফাল চাই দেখিলে বৰ মলুৱা বান্দৰ এটাই খৰাহিটো নি গছৰ ফেৰেঙনিত থৈছে। আতৈয়ে পদ্ম আতাক কথাটি ক'লে। পদ্ম আতাই গৈ বান্দৰক ক'লে, "হেৰা, ভকতৰ অপৰাধত এই জন্ম পাইছা, আৰু জন্ম লগোৱানে? থোৱাহি খৰাহিটো।" বান্দৰটোৱে অলপো মাহ-চাউল নপৰাকৈ খৰাহিটো আনি মাটিত থলে। আতাই চাই ক'লে, "বৰ্জিত হোৱা নাই, ধুই আনা।" তেতিয়া মুকুন্দ আতৈয়ে মাহ-চাউল ধুই আনি দিছে।

**২-৩৬-৩৯** মুদৈৰ ডাঙৰ ল'ৰাজন ঢুকাল। লোকে ৰাতিয়ে কান্দিছিল। ৰাতিপুৱা পদ্ম আতাই মুকুন্দ আতৈক ক'লে, "হেৰাম ঢুকাল, খৰমযোৰ আনা, চাবলৈ যাওঁ।" আতৈয়ে ক'লে, "আতা, এতিয়ালৈ শৱ ফিকি এভাগু হ'ল, কি চাব?" আতাই ক'লে, "নহয় আনা খৰমযোৰ।" আতৈয়ে খৰমযোৰ আনিলে। আতাই খোজ কাঢ়ি গৈ চোতালত শৱটি চাইছে। তেতিয়া মৰা লোকজনে চকু মেলি চাৰিওফালে চাই পদ্ম আতাক প্ৰণাম কৰি ৰাম বুলি পুনৰ চকু মুদিলে। আতাৰ নামৰ মহিমা দেখি ৰাইজে আশ্চৰ্য্য-অদ্ভুত মানিলে।

**২-৩৬-৪০** পৰিতীয়া গাওঁৰ পেৰা পাত্ৰৰ ঘৰৰ নিত্যানন্দই পদ্ম আতাৰ গুণ, শীল, মহিমা শুনি গৈ চ'ৰাঘৰত বহিছে। হৰিগতি আয়ে নিত্যানন্দক সোধ

পোছ কৰি তামোল দিলে। নিত্যানন্দই আইক ক'লে, "মোৰ তামোল পাণত সকাম নাই। জীৱৰ সৰ্বস্ব পৰলোকৰ ধনহে বিচাৰি আহিছোঁ।" পদ্ম আতাই নিত্যানন্দক ক'লে, "তোমালোক ব্ৰাহ্মণ, বৰ লোক, আৰু মহা গৰ্বী; পুণ্যব্ৰহ্ম কৃষ্ণদেৱক বৃন্দাবনত গোৱালৰ ল'ৰা বুলি মানিব নোৱাৰিলা, এই ধৰ্ম কেনেকৈ ৰাখিবা? এতেকে উভতি যোৱা।" নিত্যানন্দই অসন্তুষ্টি মনেৰে গৈ হৰি আতৈক ধৰিলে। হৰি আতৈয়ে গৈ আতাক ক'লে, "বাপ, ইজনক এৰিলে ব্ৰাহ্মণ বুলি, সিজনক এৰিব শূদ্ৰ বলি, এনেকৈ হ'লে গুৰু-ধৰ্ম লোপ নহ'বনে? যেই সেই মতে গুৰু-ধৰ্ম বাঢ়ক আৰু জীৱৰো কুশল হওঁক।" তেতিয়া আতাই সন্মতি দিলে। নিত্যানন্দই হৰি আতৈৰ কথাৰে প্ৰাৰম্ভিক ব্ৰত আচৰি গৈ আতাৰ পৰা গুৰু-ধৰ্ম লৈছে। নিত্যানন্দ আতৈৰ ভাতৃ সতানন্দইও গুৰু-ধৰ্ম লৈছে।

**২-৩৬-৪১** শ্ৰীৰামৰ ঘৰ গুভিৰত। ঘৰৰ সকলো মৰাত তেওঁ অকলশৰীয়া হ'ল। পাতকতিয়াই গৈ হাটৰ নাৱশালী ওজাৰ বৰ পুত্ৰৰ ঘৰত খাটিব ধৰিছিল। তেওঁ তাতে বিৰকতি পাই গুচি আহি শিৰছাঁ গাওঁৰ বিয়ৈ শৰীয়াৰ ঘৰত আছিল। তাত ছয়মাহ থকাৰ পাছত জঞ্জাল পাই বাঢ়ৈ মুকুন্দ আতৈৰ আশ্ৰমত ঘৰ বান্ধি আছে। ৰামভদ্ৰ আতাক পাই পাতকতিয়াই ভাটৌকুছীয়া আতাৰ পৰা গুৰু-ধৰ্ম ধৰিছে। তেওঁ পত্নীৰে সৈতে গৈ আতাক মাজে সময়ে সেৱা কৰি আহে। আতাৰ গাওঁতে পত্নীৰ মাক-বাপেকৰ ঘৰ। পাত কতিয়াই শহুৰৰ ঘৰত সোমাইছে আৰু পত্নীয়ে বাটত থিয় হৈ আছে। শ্ৰীৰামে গৈ পাতকতিয়াৰ পত্নীক সুধিছে আৰু পত্নীয়ে ক'লে, "মই ঘৰলৈ গ'লে খাবলৈ ধৰে আৰু তেওঁক সাহ নাপায়, নধৰে।"শ্ৰীৰামে ক'লে, "ঘৰত নোখোৱানো কিয়?" পত্নীয়ে ক'লে, "ভাটৌকুছীয়া আতাক পাই আমি শুদ্ধ ধৰ্ম মত ধৰিছো, তেওঁলোক অভজনীয়া কাৰণে নাখাওঁ।" শ্ৰীৰামে সুধিলে, "আজি ঘূৰি গৈ ঘৰ পাবানে? বেলা চুটি হোৱাত ঘৰ নাপাব বুলি পত্নীয়ে ক'লে। শ্ৰীৰামে ক'লে, "তেন্তে সেই বস্তিৰ মুৰত নকৈ ঘৰ এটি বান্ধিছো, তালৈ যাই ৰ'বা, মই আগধৰি যাওঁ।" শ্ৰীৰামে বৰ আদৰ কৈ পাতকতিয়া আৰু পত্নীক বস্তু সামগ্ৰী দি ভোজন কৰাৰ বাবে ধৰিলে। তেওঁলোকে ক'লে, "ভোজন কৰিম, পিছে আমাৰ গুৰুসেৱা আৰু প্ৰসঙ্গ কৰিবলৈ আছে।" তেওঁলোকে নাম কীৰ্ত্তন কৰাৰ অন্তত ভোজন

কৰিলে। নাম শুনি মুকুন্দয়ো আহি ক'লে, "মোকো আতাৰ ওচৰলৈ নিয়া যাওঁক।" তেওঁলোকে ক'লে, "আমি তোমাক বদলা আতাৰ ওচৰলৈ নিব নোৱাৰো।" মুকুন্দই সুধিছে, "তেওঁনো কি ধৰ্ম, ক'ৰ পৰা ধৰিছে?" পাতকতিয়াই ক'লে, "একে ধৰ্মই পদ্ম আতাই ধৰিছে, তাকো মহাপুৰুষ গুৰুজনাৰ পৰা ধৰ্মবস্তু লভিছে।" মুকুন্দই ক'লে, "তেন্তে ভাটোকুছীয়া আতাৰ ওচৰলৈকেই নিয়ক।" পাতকুতীয়াই ক'লে, "বাৰু দহ-বাৰ দিন পিছত আহিম, তোমালোকে সাজু হৈ থাকিবা।" তাৰ পাছত শ্ৰীৰাম আৰু মুকুন্দক পাতকতিয়াই নি ভাটোকুছীয়া আতাক ভেটাইছে। আতাই তেওঁলোকক চিনৰ বস্তু, শুদ্ধ জীৱ বুলি জানিলে। আতাই ক'লে, "আজিলৈ যোৱাহঁক, মই তালৈকে যাম আৰু বুঢ়া সাধুৰ ঘৰত ৰ'ম। তাতে এই ধৰ্ম বস্তু পাবা। শ্ৰীৰাম আৰু মুকুন্দই ঘূৰি আহিছে। পাছত ভাটোকুছীয়া আতাই ভক্তৰে সৈতে গৈ বুঢ়া সাধুৰ ঘৰত ৰৈছে। তালৈকে শ্ৰীৰাম আৰু মুকুন্দই সাৱধানে গৈ শ্ৰীৰামে প্ৰথমে ধৰ্মবস্তু লভিছে। মুকুন্দৰ তামোল পাণ কম হোৱাত বিচাৰি যাওঁতে কিছু পলম হ'ল। আতাই ক'লে, "হওঁক, আগৰজনেও পাছ পাৰে, পাছৰজনেও আগ হয়, একেই বস্তু। দুয়োজনৰ মনৰ নিশ্চয়তা আছে আৰু সেয়ে ধৰ্ম ধৰিব আহিছে।" পাছত মুকুন্দকো আতাই ধৰ্ম বস্তু দিছে আৰু দুয়োজনকে একভাৱে অনুগ্ৰহ কৰিছে। আতাই তেওঁলোক দুজনক গাওঁৰ শইকীয়াৰ বাৰীৰ বাঢ়ৈ কৰি দিছে। দুয়োজনে যি বস্তু পায়, আতাক নি দিয়ে আৰু দুয়োজনে ভগাই খায়। মুকুন্দ গৃহস্থী আৰু শ্ৰীৰাম উদাসীন। তেওঁলোকে এখন তামোলকে ভগাই খায়। চ'ত মাহ, বস্তুৰি (?) গুটি তিয়াই লৈ আগত থৈ এজনে খেদ কৰি আছে আনজনক বিচাৰি। তেতিয়াই আনজন আহি পালে আৰু দুয়োজনে আনন্দতে ভোজন কৰিছে।

**২-৩৬-৪২** উদয়াদিত্য ৰজাৰ দিনত ৰজাই ভকতৰ ওপৰত ঘৰ জগৰ ধৰিছিল। ভকতসকল পলাল সত্ৰ, সভা, নাম-গুণ এৰি। ৰজাই কটকী পঠাই ভকত পালে ধৰি নি কটোৱালৰ দ্বাৰা কোৱাই বেজবেজীয়া কৰিছিল। পদ্ম আতাই সেৱাৰ বস্তু, লাউলোটা তৰুৱা বুঢ়াৰ ঘৰত জপাত বান্ধি থৈ চুকাভাটাত গৈ পালাই আছে। লৱৰঙ্গ গুৰু বাৰজন ভকতৰ সৈতে বৰকলালৈ গ'ল। চৰাই মৰাৰ বলাই আতৈয়ে আগৰ ঠাইলৈ আহি দেখিলে ৰজাৰ ৰোষ কিছু ঢিলা হৈছে।

আতৈ আহি পদ্ম আতাক ক'লে, "আতা, সেৰাৰ বস্তু আনোযাই।" "আতাই ক'লে, হেৰা বলাই, ক'তবা কটকীয়ে লগ পায়, ভয়ে লাগে।" আতৈয়ে ক'লে, "ক'ৰবাত কটকীয়ে লগ পালে নিজকে বৰ চলিহাৰ পাইক বুলি তাক চৰ সোধাই আহিম।" আতাই ক'লে, "বাক্যত কথা ৰ'য়, সাৱধানে যাবা।" বলাই আতৈয়ে নিশা সেৰাৰ বস্তু লৈ আহিছে। তেওঁ আহোঁতে হাহিচকীত ম'হৰ খোজত ভৰি পৰি তালত খটংকৈ শব্দ হ'ল। প্ৰহৰীয়ে ভকত বুলি জানি আতৈক বেৰি ধৰি মাৰ-ধৰ কৰি বস্তুবোৰ কাঢ়ি লৈ সেনাৰ শিবিৰত দিলে। শিবিৰত আতৈক লোহা লগাই থৈছে। পদ্ম আতাই পুৰতুম বৰুৱাক ধৰিলে। ৰজাৰ আজ্ঞা, বৰুৱাই আতৈক এৰুৱাব নোৱাৰে। গোবিন্দ আতৈয়ে বৰা, ৰথীয়াৰ অধিকাৰিক ধৰে, তেওঁলোকে কাণ নকৰে। বৰুৱাৰ গুৰু গোমখাৰ ঘৰ মাহৰাত, কেনোৱে শিলিখা তলত বুলিও কয়। পাছত সেই গুৰু আৰু গাওঁৰ মহন্ত বৰুৱাৰ মাজত কাজিয়া লাগি গুৰুৱে পলাই গৈ ৰাতি নগৰৰ বৰুৱাৰ কলনি বাৰীত সোমাই আছে। ৰাতিপুৱা বৰুৱাই দেখি গুৰুক নি আদৰ যতন কৰি ৰাখিলে। গুৰুৱে বৰুৱাক ক'লে, "মোৰ যি হয় হ'ব, ভকতকহে এৰিব লাগে। সেই ভকতৰ গুৰুজনক মই লাগ পাই আহিছো আৰু কোৰাম আতৈয়ে মোক কৈছে, "বৰুৱাক কৈ ভকতৰ অৰ্থে পুৰুষাৰ্থ কৰক, লাগিলে মই বৰুৱাৰ ঘৰত এদিন কামকে কৰি দিম।" বৰুৱাই ক'লে, "গুৰু ভকতক এবাৰ দিহা কৰা হৈছে, ৰাজঘৰৰ নিয়মৰ বাবেহে কামটো পৰি আছে।" পাছত বৰুৱাই আতৈ সকলক ক'লে, "চাৰি পাঁচ দিনৰ মূৰত আমি বন্দীক নদীত গা ধুবলৈ নিও, দিখৌ নদীৰ দক্ষিণত আপোনালোকে নাও থব আৰু ভকতে বুৰ মাৰি পলাব। পাছত ভকতক নাওত তুলি বেৰী কাটি ল'ব।" বন্দী ভকতক নদীত গা ধুবলৈ নিয়া হ'ল। আৰু ভকতসকলে সেই নিয়মে পলালে। হাতত লোহাৰ বেৰী লগোৱা ভকতসকলে ক'লে, "আমি পানীৰে কিয় বামেৰেও যাব নোৱাৰো। তেতিয়া এজন লোকে গোপনে গৈ কমাৰ আনি বেৰী কটাই দুটি এটিকৈ ভকত মুকলি কৰিছে। মুঠ তিনি পষেকতহে সকলো বন্দী ভকত মুকলি হ'ল। সাত বছৰ পাছতহে ভকতসকলে মুক্তি পাইছিল। পাছত পদ্ম আতাই লৰৰঙ্গ আতৈক ক'লে, "গুৰু গোমখাকে ক'বা, আগতে বলাই আতৈৰ দ্বাৰা তেওঁ যি কাম কৰিছিল, এতিয়াও কৰাব। মই চিন্তা কৰিছো,

ৰাজবন্দীত একো দোষ নাই।"

২-৩৬-৪৩ ভাটোকুছীয়া আতাই পদ্ম আতাৰ বাহলৈ আহি কৈ গ'ল, "মুকুন্দ আৰু শ্ৰীৰাম আতৈৰ সপক্ষে মই মাতিছো, মোলৈ চাই সিহঁতৰ শত অপৰাধ ক্ষমা কৰক।" পাছত মুকুন্দ আৰু শ্ৰীৰাম আতৈয়ে পুঠিখোৱাৰ পৰা গৈছে পদ্ম আতাৰ ওচৰলৈ। হৰি আতৈয়ে দুয়োজন আতৈক আতাক ভেটাইছে। আতাই ক'লে, "দেখোঁ এই দুজন আতৈক মই নিচিনোৱেই।" দুয়োজন আতৈয়ে দুখ কৰি আহিল এই বুলি, "আমি খাৰে খোৱা বগৰা জীৱ, যোনি চেপা খাই সংসাৰত ভ্ৰমিছো আৰু আতা বৈকুণ্ঠৰ বস্তু, আমাক ক'ত দেখিছে?" দুয়োজন আতৈয়ে দুখন ভাৰ লৈ পুনৰ গ'ল আতাৰ ওচৰলৈ। হৰি আতৈয়ে আতাক তেওঁলোক অহাৰ খবৰ জনালে। আতাই মুখ ঘূৰাই পিঠি দি ক'লে, "অ' মই দেখাই নাই, ক'ৰনো?" দুয়োজন আতৈয়ে মহাখেদ কৰি উভতি আহি ক'লে, এই বুলি, "আমি মহাপাপী, পাপ যুক্ত জীৱ, চৌৰাশী নৰক ভ্ৰমি ফুৰিছো অনাদি জন্মত আৰু আতা শুদ্ধ ব্ৰহ্ম, বৈকুণ্ঠৰ বস্তুক ক'ত ল'গ পাইছো, আতাই দেখিবলৈ?" পাছত দুয়োজন আতৈয়ে এযোৰ ধুতী চুৰিয়া লৈ গৈছে। তেতিয়া আতাই দুয়োজন আতৈক সুধিছে আৰু আতাৰ চকুৰে দুধাৰ চকুলো বৈ গ'ল। আতাই ক'লে, "মই অধমে ভাটোকুছীয়া আতাৰ বাক্য পেলাই দেহ আৰু অহংভাবহীন এনে ভকতকো পৰীক্ষা কৰো? মোৰ অপৰাধ হ'ল, মোক ক্ষমা কৰা আতৈসকল।"

২-৩৬-৪৪ আৰু তিনিমাহ পাছত পদ্ম আতাই শৰণ দিয়া ভক্তৰে সৈতে গৈছে বৰুৱাৰ পামলৈ। পামত হৈধন হালগিৰিয়ে দাস দাসীৰ দ্বাৰা ধান ৰুৱাইছে। আতাই সিহঁতক কাঁচি এখন খুজিছে। কাঁচি লৈ আতাই ধান এমুঠি দালে। পাছত হালগিৰিয়ে আতাৰ ভৰিত দণ্ডৱতে পৰি কাতৰ কৰিলে। আতাই ধান দাবলৈ এৰিলে। হালগিৰিয়ে গৈ কথাটো বৰুৱাক ক'লে। বৰুৱাই ক'লে, "আতাই কটা ধান মুঠি মাজত ৰাখি চাৰিওফালৰ দুই হালিচা মাটিৰ ধান আতাৰ ভঁৰালত থোৱানি দায় দোষ মাৰি।" হালগিৰিয়ে সেইমতে কৰিছে।

২-৩৬-৪৫ এবাৰ মুকুন্দ আৰু শ্ৰীৰাম আতৈয়ে গৈ পদ্ম আতাক সেৱা কৰিলে। আতাই তেওঁলোকক ক'লে, "নাওৰ কোন্ধ এডোখৰ আছে,

তোমালোকে নাও এখন সাজি দিয়া।" তেওঁলোকে সম্মতি জনালে। কোদ্ধৰ বাহিৰখন চাঁচা হ'ল। তেওঁলোকে আতাক ক'লে কোদ্ধ ডোখৰ চিত কৰি দিবলৈ। আতাই কেইজনমান ভকত পাঁচি ক'লে, "নাও দাণ্ডি তোমালোকে শ্ৰীৰামক সেৱা কৰি আহিবা।" ভকতসকলে শ্ৰীৰাম আতৈক সেৱা কৰিলে সেইমতে। আতৈয়ে আহি পদ্ম আতাক ক'লে, "আতা আজি ভকতে মোক ডকা দিলে, মোৰ একো নৰ'ল আৰু।" আতাই ক'লে, "গা এৰাই সেৱা ল'ব লাগে, কাক কোনে সেৱা কৰে? পৰমাত্মা গুৰুৱে এঘাৰ ইন্দ্ৰিয়, চোবিশ তত্ত্ব, পঞ্চভূত, দশ বায়ু, এই সকলো জড়কে সচেতন কৰা বাবেহে জীৱ, তেওঁ এৰিলে এই দেহ দৰ্শনতে চুৱা। ভকতে সেই পৰমানন্দকহে সেৱা কৰিছে, জড় দেহক কোনে সেৱা কৰে? আৰু তুমি তাতে কি দুখ কৰিছা?"

২-৩৬-৪৬ আৰু এবাৰ গুৰুজনে ক'লে, "অ' শ্ৰীৰাম, উৰ্বশী, ৰামচৰণৰ খবৰ লৈ আহা যাই।" শ্ৰীৰাম আতা আহিল সুন্দৰীদিয়ালৈ। বাটৰ কাষৰ খেতি পথাৰত বুঢ়া গোপাল আতৈয়ে দলি কোবাই আছিল। আতৈয়ে আতাক সুধিলে, "শ্ৰীৰাম ক'লৈ যোৱা?" আতাই ক'লে, "উৰ্বশী আই আৰু ৰামচৰণৰ খবৰ ল'বলৈ পঠাইছে গুৰুজনে।" আতৈ সুধিলে, "আজি কালি কি চৰিত পাঠ ওলাইছে?" শ্ৰীৰাম আতাই ক'লে, "মহা বিৰকতি হ'লে পুনৰ ভ্ৰষ্ট হয়, এই চৰিত পাঠ ওলাইছিল।" আতৈয়ে শ্ৰীৰাম আতাক সেইদিনা সুন্দৰীদিয়ালৈ নগৈ তেওঁৰ ঘৰতে থকাৰ বাবে অনুৰোধ কৰিলে। আৰু আতৈ সুধিছে, "সুন্দৰীদিয়াত গুৰুজনে দেখোঁ কৈছিল— মহা বিৰকতি হৈ হৰি ভজিলে সংসাৰ তৰি; বেহাৰ পোৱাত কথাটি ল'ৰিলনে?" আতৈয়ে আহি শ্ৰীৰাম আতাৰ লগ ল'লে আৰু সুধিছে, "আৰু এতিয়া কৈছে হেনো বিৰকতি হ'লে নতৰেহে।" শ্ৰীৰাম আতাই ক'লে, "হয়, উত্তমসকলৰ বিহঙ্গম যোগ, দেহধাৰী মধ্যমসকলৰ পিপ্পলায়ন ভক্তি যোগ, ক্ৰমে ক্ৰমে প্ৰকাশিত হৈ তৰে। খৰ হ'লে ফাটে, টুকুৰা খৰিৰ জুইত পাত্ৰ ফুটে; নিন্দিলে বন্দিব লাগে। অতি বিৰকতি হ'লে গোসাঁয়ে নসহে, আধা বাটৰ পৰা পুনৰ পৰে। পিপ্পলায়ন ভক্তি যোগত পিপৰাৰ দৰে শিপান পৰা উঠি গৈ শীৰ্ষ পায়।"

২-৩৬-৪৭ ভীমা চৰণ আতৈয়ে গৈ জগন্নাথ ক্ষেত্ৰত ছয়মাহ আছিল।

জগন্নাথ মন্দিৰৰ দ'লৰ কৰাল খহিছিল আৰু আতৈয়ে দ'লত উঠি দ'লৰ খাৰুপাত ঠিক কৰি দিলে। পাণ্ডাসকলে আতৈক প্ৰশংসা কৰি আটিকা ভোগ দিছিল। পাছত আতৈয়ে উজাই আহি বাটত সকলো থান ক্ষেত্ৰত সেৱা কৰি আহি হেৰামদত আছিল। আতৈয়ে পানী খাৰ পুৰি তাৰে চাকলি বনাই সকলো ভকতক দিছিলে। কীৰ্ত্তন ঘৰৰ দুৱাৰ মুখৰ শিলচতাত ভকতৰ ধূলা পৰি জমি খাৰ হৈছিল, আতৈয়ে চিনি পাই সেই খাৰ সকলো ভকতক দিলে। তাকে দেখি সকলো ভকতে আশ্চৰ্য্য-অদ্ভুত মানিলে।

**২-৩৬-৪৮** পাৰলিৰ পৰা হৰি চৰদাৰে এটা পহু দি পঠালে ভকতলৈ। পদ্ম আতাই ভকতক ক'লে, "পহুটো কাটি ভগাই দিয়া।" জৰাম ভাণ্ডাৰী আতৈয়ে ক'লে, "এতিয়া গধূলি হ'ল, কালিলৈ দিম।" আতাই ৰাগ কৰি ক'লে, "মানুহৰ জীৱন ক্ষণিকৰ, কিজানি কোনো ভকতৰ ৰাতিয়ে দেহা পৰে আৰু তাতে আশা লাগি পুনৰ জনম হ'ব, এতিয়াই দিয়া।" তেতিয়া জৰাম আতৈয়ে পহুটি কাটি ভগাই দিছে আৰু সকলো ভকতে লৈছে।

**২-৩৬-৪৯** মৰিচাৰ পৰা লুটুৰা বুঢ়াই ভাৰ দুখন লৈ পদ্ম আতাক পৰমাৰ্থ সুধিবলৈ আহিল। তেওঁ আতাক সেৱা কৰিলে। আতাই সুধিলে, "কিয় আহিলা?" বুঢ়াই ক'লে, "বাপ, আপোনাক দৰ্শন পাবলৈ।" মায়া মোহত পৰি বুঢ়াই আচল কথাটি ক'ব নোৱাৰিলে। আতাই তিনিবাৰ সোধতেও বুঢ়াই ক'লে, "বাপ, আপোনাক চাবলৈ আহিছো।" তেতিয়া আতাই ৰাগ কৰি ক'লে, "ঐ বৈচালীৰ পো, ভূ লোকত পৰি ভূ হেৰালি।" এই বুলি আতাই বুঢ়াক খেদি পঠালে। পিছৰবাৰ আহি বুঢ়াই গুৰুধৰ্ম ধৰিছে।

**২-৩৬-৫০** চৰাই মৰাৰ বলাইক এযোৰ কপৌ দি পদ্ম আতাই ক'লে, "কপৌযোৰ লুকাই গোপনে মাৰি আনা।" বলাইয়ে কপৌযোৰ গোপনে মাৰিবলৈ চাই দেখে চন্দ্ৰ, সূৰ্য্য, পৃথিবী, দিশ, আকাশ সকলোৰে দেখে। পাছত বন জঙ্ঘললৈ নি মাৰিবলৈ চাই দেখে তৰু, তৃণ, কীট, পতঙ্গ, পশু, পক্ষী, নাগ, যক্ষ, ভূত, প্ৰেত সকলোৰে দেখে। কাপোৰৰ তলত মাৰিবলৈ চাই দেখে পঞ্চভূত, এঘাৰ ইন্দ্ৰিয়, দশ বায়ু, চৌবিশ তত্ত্ব, ষোল্ল বিকাৰ, অষ্ট প্ৰকৃতি সকলোৰে দেখে। উপাই নাপাই তেওঁ কপৌযোৰ আতাক দিলে নি। আতাই কপৌযোৰ উৰুৱাই

দি ক'লে, "পঞ্চাচ কোটি ব্ৰহ্ম দিম্ব, তলত-ওপৰত চৌধ্য ভুৱন, এক লক্ষ জম্বু দ্বীপ; তাতে ন ভাগ মাটি, আঠ সাগৰ, সাত মূৰ্ত্তি আৰু ভূমি, ক্ষুদ্ৰ ব্ৰহ্মাণ্ডতে তুমি সকলো পালা। তুমি ধৰ্ম ধৰিব, ৰ'ব পাৰিবা আৰু তুমি ধৰ্মৰ পাত্ৰ হ'লা।" বলাইক প্ৰাৰম্ভিক ব্ৰতৰ কথা কৈ পিছদিনা আতাই তেওঁক ধৰ্মবস্তু দিছে।

**২-৩৬-৫১** বৰুৱাক ৰজাই সোধ বিচাৰ কৰা শুনি গহপুৰত চাৰি বছৰ থাকি চিৰামখাঁ, বিৰামখাঁ, গদাইখাঁ আৰু গাভৰুখাঁই উজাই গৈ তৰিকাল পথাৰত ৰৈছে। তাতে আঢ়ৈ বছৰ ৰৈ দুটা খেতি কৰি পৰদেশত মাটি বাৰীৰ ঠেক পাই ক'লে, "ৰজাইনো কি কৰিব? নিজৰ ঠাইলৈকে যাওঁ।" এই বুলি চিৰামখাঁ, বিৰামখাঁ আৰু গদাইখাঁই ভটিয়াই গ'ল। গাভৰুখাঁই ক'লে, "ৰজাই বা কৰে কি?" এই বুলি তেওঁ নগ'ল। গাভৰুখাঁই ঢেকীয়াল বৰুৱাক কৈ সেই ৰাজ্যৰ ৰজাক মাটি-বাৰী খুজিলে। সেই ৰাজ্যৰ ৰজাই বাকী তিনিজন লোকে ভটিয়াই যোৱাত খেদ কৰিলে আৰু সলাল গোসাঁইক আজ্ঞা কৰিলে তেওঁলোকক মাটি-বাৰী দিবলৈ। তেতিয়া গোসাঁয়ে তেওঁলোকক উজাই আনি আগৰ বাৰভূঞাৰ লগতে মাটি-বাৰী দি থাপিলে। আতৈও (চতুৰ্ভুজ) তেওঁলোকৰ লগত গ'ল। আতৈয়ে আইক পাছ বিয়া তাতেই কৰিছে।

**২-৩৬-৫২** <u>ভাটোকুছীয়া আতা ঃ</u> আৰু চতুৰ্ভুজ আতৈয়ে এটি হৰিগৃহ কৰি নাম গাই গুৰু চৰিতৰ কথা কয়। ভাটোকুছীয়া আতাই শুনি ক'লে, "খুৰা, সেইজনা পুৰুষে ক'ত থাকে?" আতৈয়ে সেইজনা পুৰুষ বৰপেটাত থাকে বুলি ক'লে। আতাই ক'লে, "খুৰা, মোক তেওঁৰ ওচৰলৈ নিয়া।" আতৈয়ে ক'লে, "মাৰাৰ নৰিয়া ভাল হোৱালৈ চোৱা, মাহচেৰেক অপেক্ষা কৰা।" কাতি মাহ, দেশত আকাল পৰিল। মলশৰ বৰঘাটত নজন লোকে নাও বান্ধি ৰৈ আছে। ভাটোকুছীয়া আতাই নদীক স্নানলৈ যাওঁতে দেখি সুধিলে তেওঁলোকক। তেওঁলোকে ক'লে, "ধান আনিব যাওঁ উত্তৰ পাৰলৈ, গুৰিয়াল নাই। গুৰিয়াল পালে ভাৰা নোহোৱাকৈ নিম আৰু ধানো আনি দিম।" ভাটোকুছীয়া আতাই খুৰাকক ক'লে, "খুৰা, লগ পাইছো, বাইদেউ আৰু ভূঞাসকল পৰা ধান কিছু খুজি আনো।" খুৰাকে ক'লে, "বাপু, তেনেহ'লে যোৱাই ভাল।" আতা তেওঁলোকৰ লগত গৈ কুৰি মোন ধান লৈ উজাই আহিছে দিহিঙেৰে। কোটোহা

সাতে গাওঁৰ মানুহে আতাক দেখিলত তেওঁলোকৰ মাজৰ নিনিয়ে আতাক কথাটো ক'ব খুজোতে তেওঁলোকে বাধা দি ক'লে, "নক'বা, বৰ শোক পাব।" পাছত তেওঁলোকৰ এজনে আতাক সুধিলে, "তুমি দীঘলা কাথৰ জোঁৱাই নোহোৱানে?" আতাই হয় বুলি ক'লে। লোকজনে ক'লে, "তোমাৰ ভাৰ্য্যা ঢুকাল।" তেতিয়া আতাই মহা আনন্দত বঠাখন তিনি পাক ঘূৰাই দলিয়াই জাপ মাৰি নদীত পৰি ডুব মাৰি উঠি ক'লে, "ভাল হ'ল, গুচিল বিষয় মহাবিষ। সন্তান নাছিল, তাতেও পৰম আনন্দ।" তেওঁলোকে ক'বলৈ ধৰিলে, "হেৰা, ক'বলৈ হাক দিছিলো, মহা শোকতে পানীত পৰিলে।" আতাৰ শাহুৱেকে ছোৱালীৰ মাহেকীয়া তিথিত কান্দিছে, "অ' ছোৱালীজনী থকা হ'লে জোঁৱায়ে ইয়াতে সোমালেহেঁতেন।" খুৰাকে আতাক ক'লে, "কিছু ধান শহুৰৰ ঘৰকো দিয়া।" আতাই ক'লে, "তাত আৰু একো পুণ্য নাই।" পাছত আতাই চাৰি পুৰা ধান শহুৰৰ ঘৰত দি আহিছে। ছয়মাহ হ'ল, আতাৰ খুৰীমাক আৰোগ্য হোৱা নাই। দুখ কৰি আতাই ক'লে, "খুৰা, আজি কালি কৰি আলোচনাতে দিনবোৰ গৈছে। এই সময়তে যদি মোৰ মৃত্যু ঘটে, তৰিম কোন উপায়ে? ধন্য কলিযুগ, ধন্য ভাৰতবৰ্ষ, ধন্য নৰতনু, ধন্য ৰামনাম; হাতৰ চাপৰিৰ ক্ষণত জীৱন যায়। কাৰোবাক লগ ধৰাই মোক পঠাই দিয়ক আপুনি পাছতো যাব। আপুনি ধৰ্মবস্তু পাই-খাই আছে, আপোনাৰ পেট জুৰ।" খাবনাই চণ্ডীবৰ কটকীৰ সৈতে গঙ্গালৈ যাব ওলাইছিল আৰু আতৈয়ে আতাক তেওঁলোকৰ লগতে নাওত তুলি দিলে কড়ি চাৰি কাওণ দি। আতাই নাওৰ আগত উঠি বঠা বোৱা হৈ গৈছে। নাও আহুম ঘাটত ৰ'ল। আতাই পাৰত উঠি গৈ ঠাইখন ভালকৈ অঁতাই খৰি দুমুঠি বান্ধি আনি স্নান কৰি চাউল-শাক ধুই লৈ ধুতী সলাই খুঁটি মাৰি বেৰ দি ঢাকি চাউল সিজাই নাম-গুণ, লীলা-গীত, ঘোষা গাই ভোজন কৰি শুলে। ৰাতিপুৱা কটকীয়ে আতাক মাতি ক'লে, "বাপু, মোৰ ইফালে আহা, নাও বাব নালাগে, গীত-পদ মোক শুনাই অমৃত পান কৰাই মোৰ কাষতে বহি যাবা আৰু তোমাৰ দৰে ঠাই অঁতাই কিছু খৰি আনি দিবা মোক।" আতাই সেই নিয়মে কৰি গীত গাই গৈছে। অন্য লোকৰ মুখত শুনা কথা— আতাই দধিৰ লক্ষ্মীকান্ত আতৈৰ ঘৰত উঠি তাত সাদিন বৈ বৰবিষ্ণু আতাৰ মাতৃৰ তিথিলৈ গৈছে আৰু ভক্তৰ দলৰে সৈতে

গুৰুজনাৰ তালৈ গৈছে। কোনোৱে কয়— আতাক কাঠানি ঘাটত তুলি থৈ কটকীয়ে কৈছে, “মোৰ দুই কাওণ কড়ি এৰিলো, চাকৰৰ দুই কাওণ কড়ি দিয়া।” কড়ি দি আতাই ঘাটত আছে। তুলসী আতৈয়ে তালৈকে যোৱাত আতাক লগ পাই সুধি লৈ গৈ বৰবিষ্ণু আতাক ভেটাইছে। ভাটোকুছীয়া আতা বহাগত আহিছিল। ছয়মাহ পাছত গুৰুজনাৰ মাতৃৰ তিথিলৈ বৰবিষ্ণু আতা যাওঁতে আতাকো নিছে আৰু মানুহে-নাৱে খটখটিত উঠিছে। বৰবিষ্ণু আতাই আতাক কাপোৰ এখন ল'বলৈ দি আতাক গুৰুজনাক ভেটাইছে। গুৰুজনাই সুধিছে, “এও ক'ৰ?” বৰবিষ্ণু আতাই ক'লে, “বাপ, এও চতুৰ্ভুজ আতৈৰ ভাতিজা।” গুৰুজনাই এইবাৰ ভাটোকুছীয়া আতাক সুধিছে, “তুমি কাক কাক চিনা?” আতাই ক'লে, “জয়হৰি, মেতেৰি, ৰহাই ঠাকুৰীয়া, জহাই দলৈ, গাভৰুখা, দীঘলা কাথ, উত্তৰা বাৰি, জৰাম বাৰী, অৰ্জুন মুদৈ; এই সকল লোকক জানো।” পিছদিনাখন গুৰুজনে আতাক শুদ্ধকৈ ধৰ্মবস্তু দি নৰিয়াত পৰা দৈৰুনত্ত নাৰায়ণ আতৈৰ তাত বাহা দিছে। আতাই দিনে নিশা হৰিগুণ গাই থাকে। তাতে নাৰায়ণ আতৈৰ ৰোগ কিছু আৰোগ্য হ'ল। এদিন নাৰায়ণ আতৈয়ে ভাত সিজাই খাবলৈ লৈছে। ভাত আধা খাই তেওঁ ৰ'ল। আতৈয়ে ক'লে, “বাপু, বলোভদ্ৰ আতৈক কৈ দৈ অলপ আনা।” আতাই বলোভদ্ৰ আতৈক নিচিনা বুলি ক'লে। আতৈয়ে ক'লে দুটা বাহা এৰি গৈ তেওঁৰ বাহা পাবা।” আতাই দৈ আনি দিছে আৰু আতৈয়ে ভোজন কৰিছে। ভাটোকুছীয়া আতাই গুৰুজনাৰ ওচৰলৈ গৈ সৰ্বদা হৰি কথা শুনিছে।

**২-৩৬-৫১** বুঢ়া দামোদৰ আতৈ মৰিঙ্গত থাকে। মাজে মাজে গৈ তেওঁ ভাটোকুছীয়া আতাক সেৱা কৰে। এবাৰ আতাক দিবলৈ একো নাই। আতৈয়ে চাৰি পইচাকে লৈ গৈছে। মহুৰা ঘাটত বেপাৰীয়ে মাছ বেচিছিল। আতৈয়ে মাছ দৰালে। বেপাৰীয়ে আৰি মাছ এটিৰ দাম চাৰি পইচা ক'লে, সি চিনি পইচাত নিদিয়ে। আতৈয়ে চাৰি পইচা দি মাল্টো কিনি পাতেৰে বান্ধি আনিছে। আতৈয়ে মৰনৈৰ পাৰত ঢেঁকীয়া শাক পাই ল'লে আৰু বাটৰ কাষত এডাল ঔগছ পাই তাৰ পৰা ঔ পাৰি ল'লে। এই সকলোবোৰ নি আতৈয়ে ভাটোকুছীয়া আতাক দি সেৱা কৰিলে। তেতিয়া আতাই আতৈক সুধিছে,

"এইবোৰ বস্তু মোৰ বৰ প্ৰিয় বুলি জানি আনিছানে?" আতৈয়ে ক'লে, "আতা, মই সেইবোৰৰ ভু নাপাওঁ, বাটত পাইহে আনিছো।" আতাই ক'লে, "মোৰ গ্ৰহণী ৰোগ হোৱাত ভেলাত গুৰুজনে আৰি মাছ, ঢেঁকীয়া শাক আৰু ঔ ৰান্ধি খুওৱাত ভাল পাইছিলো। তাৰে পৰাই এইবোৰ বস্তুলৈ মোৰ বৰ প্ৰীতি। এইবোৰ বস্তু পাই ভাল কৰিলা।". আতাই সেইবোৰ ৰান্ধি আতৈকো দিছে আৰু নিজেও ভোজন .কৰিছে।

২-৩৬-৫২ বলাই আৰু হৰিচৰণ আতৈৰ মাজত মিত্ৰতা। দুয়োৰো ওখনা ওখনি লগাত কোৰ আতৈয়ে শুনি এটি দৃষ্টান্ত কৈছে— নাও দেশৰ ৰজাই ভেশছন্ন ধৰি দেশখন চাই ফুৰোঁতে এক উতনুৱা ল'ৰাক পাই পথৰ বাৰ্ত্তা সোধাত সি গেঙেৰা মাৰি কৈ পঠালে। পাছত তিনিমূৰিয়া বুঢ়াই ৰজাক চিনিব পাৰিলে। বুঢ়াই তাকে দেখি ভয় খাই ক'লে, "সৰ্বনাশ হ'ল।" বুঢ়াই গৈ ৰজাক সঞ্চমনি নগৰেদি যোৱাৰ বাটৰ কথা ক'লে। জিভাৰ দ্বাৰাই মহা অথন্তৰ হয়। খং কৰিব লাগিছিল নৃপতিয়ে, খং কৰিলে ডেকা ল'ৰাই।

২-৩৬-৫৩ পাচনৈৰ নিৰাময় আতৈয়ে চুৰঙ্গৰ হৰি আতৈক পৰমাৰ্থ সোধে দ্ৰব্য বস্তু লৈ আহি আতৈৰ ওচৰলৈ অহা যোৱা কৰি। হৰি আতৈৰ উপকাৰী, শুদ্ধ গুৰু, সুহৃদত ক'তো আস্থা নাই, তাৰ তত্ত্বকে নাপায়, বৰ মতা বুদ্ধিৰ, হুটা স্বাভাৱৰ তেওঁ। জয় আতৈয়ে দেখি কথাটি পদ্ম আতাক ক'লে, "আতা, হৰি আতৈয়ে নিজে তিনিডালত উঠিবলৈ দৃঢ় নহয়, তত্ত্বকে নাপায়, নিৰাময় আতৈক তেওঁ টানি তোলে কেনেকৈ? নিৰাময় আতৈয়ে হৰি আতৈৰ সহায়ত ফল খাবলৈ চেষ্টা কৰিছে দেখোঁ?" তেতিয়া আতাই এটা দৃষ্টান্ত কৈছে-- জঙঘলৰ পুখুৰীৰ কাষত আম, কঁঠালৰ গছ থাকে আৰু তাৰ কাষতে থাকে উলুবন। গছত ফল লাগে। বনপোৰা জুইত উলুবন পুৰোতে আম গছৰ বাঁওফাললৈ পুৰিলে। সেইফালৰ কেঁচা পকা আমো পুৰিলে। গছৰ পোৰা ফালটোত উয়ে ধৰে আৰু আনফালত ছাল আৰু পলস থাকে আৰু সেই ফালটোত পাত-ফল ধৰে। সেইবোৰ ফলতো পোকে ধৰে। তিনি চাৰিদিন উপবাসে থকা ক্ষুধাতুৰ পথিকে সেই পথেৰে গ'লে সেই আম দেখি খায়; কিন্তু ভোক্ৰ নপলায়, সোৱাদ নাই আৰু তৃপ্তি নালাগে। সেই আমৰ গুটি পচালে

নগজে, সাৰুৱা মাটিত পৰি কেতিয়াবা গজিলেও তাত ফল নধৰে আৰু যি দুই এটা ধৰে সিয়ো নৰয়।" আতাই পুনৰ ক'লে, "এই কথাও তেনেই হৈছে। শৰণ, ভোজন, সঙ্গ, সৎসঙ্গ; আৰু গুৰু, দেৱ, নাম, ভকত, যেন চাৰি খুঁটাত আসন গহীন, সম্পূর্ণ। উপকাৰী, অঞ্জনীয়া, সুহৃদ এই তিনি উধানত পাত্ৰ থৈ ঘী নিসন্দেহে পগাব পাৰি আৰু তেনেকৈ দৈ, গাখীৰ, মাখন, অমৃত খাই লোকে অজৰ অমৰ হৈ অক্ষয় বৈকুণ্ঠৰ ভোগ সম্পত্তি পায়।"

২-৩৬-৫৪ বলাই আৰু হৰি আতৈক পদ্ম আতাই পঠালে ৰজাক মাটি খুজিবলৈ। দুয়োজন আতৈয়ে গৈছে। ৰতন চোমদাৰে পশু মাৰি ঘোঁৰাত উঠি আহি আছিল জাল খাপৰ লগত লৈ। চোমদাৰক দেখি আতৈ দুজনে আঁতৰ হ'ল বাট এৰি দি। চোমদাৰে আগতে বাটত বুঢ়ীপো আতৈক লগ পাই আহিছিল। তেওঁ সেই কথা মনত পৰি ঘোঁৰা ৰাখি আতৈ দুজনক মাতি আনি খবৰ সুধিলে। আতৈ দুজনে পদ্ম আতাই তেওঁলোকক ৰজাক মাটি খুজিবলৈ কোৱাৰ কথা আৰু ৰাজখোৱাক লগ ধৰাৰ কথা ক'লে। তেতিয়া চোমদৰে এটি দৃষ্টান্ত দিছে- এটি গোবৰুৱা আৰু এটি ভোমোৰাৰ মাজত মিত্ৰতা হ'ল। গোবৰুৱাই ভোমোৰাক ক'লে, "মই বিষ্ঠা, মল-মূত্ৰ খাওঁ, তোমাৰ বা আহাৰ কি?" ভোমোৰাই ক'লে, "মই মধু পান কৰো।" গোবৰুৱাই ভোমোৰাৰ লগত যাবলৈ মন কৰিলে আৰু ভোমোৰায়ো শলাগিলে। ভোমোৰাই গোবৰুৱাক লৈ গ'ল আৰু দুয়ো গৈ পদুম ফুলত পৰিল। ভোমোৰাই ইটো সিটো ফুলত পৰি মৌ পান কৰি উৰি গুচি গ'ল। গোবৰুৱাই এটি ফুলতে ৰ'ল। সন্ধ্যা হ'ল পদুমটো জাপ খালে। পুৱা ফুলটো নি মালিয়ে পূজাৰীক দিলে। পূজাৰীয়ে পূজা কৰিলে। পিছদিনা পুৱা পাৰিচাৰকে ফুলটো শৰাইত নি ৰজাক দিলে। দিনটো ৰজাই ফুলটো শিৰত ল'লে। সন্ধ্যা বেলা লিগিৰাই নি ফুলটো গঙ্গাত পেলালে। গোবৰুৱাই ওৰে নিশা পদুম ফুলতে ৰৈ পুৱা ফুলটো মেল খোৱাত সি উৰি গৈ পূৰ্বৰ স্বভাৱ অনুসৰি বালিৰ বিষ্ঠাত পৰিলে পুনৰ।" চোমদৰে পুনৰ ক'লে, "মোৰো তেনেই হৈছে। সৎ সঙ্গত ফুৰি মধু পান কৰিলো আৰু গোসাঁইৰ পূজাত লাগি ৰজাৰ শিৰত উঠিলো, গঙ্গা স্নান কৰিলো আৰু পুনৰ অনাদি অবিদ্যাই বাসনাই নৰকত পেলালে। তোমালোকে যাব নালাগে, গোপী ৰাজখোৱাই কি মাটি দিব? মোৰ

ফালে যোৱাগৈ, আতাৰ মনৰ ইচ্ছা পূৰি মাটি দিম। মোৰ সেৱা তেওঁৰ দুখনি চৰণত জনোৱা বুলি ক'বা; দুৰ্বাসনা, পাপ, নৰকৰ পৰা মোক দাস-ভৃত্য কিঙ্কৰ বুলি মোৰ জীৱটি উদ্ধাৰ কৰিব আৰু মোৰ মাটি সেৱকৰ কামত লাগিব।"

**২-৩৬-৫৫** এদিনাখন এজন লোকে পদ্ম আতাক ৰাজসভালৈ নিমন্ত্ৰণ কৰিলে। তেওঁ জয়ভাৰতীকো নিমন্ত্ৰণ কৰিলে। পাছত এজন ব্ৰাহ্মণে আতাক নিমন্ত্ৰণ কৰিলে। আতাই ক'লে, "পূৰ্বতে এঠাইলৈ যাম বুলিছো, আপোনাৰ তালৈ যাব নোৱাৰো।" ব্ৰাহ্মণে জয়ভাৰতীকো নিমন্ত্ৰণ কৰাত তেওঁ যাম বুলি ক'লে। আতাই জয়ভাৰতীক ক'লে, "আগতে লোকক আশা দি এনে কৰা কিয়?" জয়ভাৰতীয়ে আতাক ক'লে, "নৰনাতি, তুমি হোজা লোক, এই বোৰ কথাৰ ভু নোপোৱা। আগৰ ঠাইত চাৰিপোণ কড়িহে আৰু পছৰা এখনহে পাম আৰু ইঠাইত পুখুৰী উচৰ্গা কৰোতেও পাম আৰু সভাৰ পৰাও পাম চাৰি পাঁচ টকা।" তেতিয়া আতাই মনতে ক'লে, "এই ঠাইত থকাটো ভাল নহয়, লোভৰ বস্তুৰ আশাত ব্ৰহ্মবাক্য এৰে ব্ৰাহ্মণে।" এই বুলি আতাই জয়ভাৰতীৰ বাৰীত আঠ বছৰ ৰৈ তাৰ পৰা গৈ পচতিয়া ভিঠাত ৰৈছে। তাত আতাই সেৱকৰ সৈতে সুখ সন্তোষত আছে।



# সপ্তত্ৰিংশ অধ্যায়

২-৩৭-১ মইনাগুৰিৰ পৰা ৰামধন আৰু জয়ধন নামেৰে দুজন ভক্তই আহি গুৰুধৰ্ম ধৰি ভকতৰ হাটীত বাহা লৈ গুৰুজনাৰ লগত হৰিগুণ গাই কিছুদিন আছিল। দুয়োজন আতৈয়ে মিত্ৰ হ'বলৈ আশা কৰি গুৰুজনাক জনালে। গুৰুজনে দুয়োজনৰে বুদ্ধি জোৰা, আগপিছ চাইছে কিছুদিন। দুয়োজন আতৈয়ে জোৰকৈ ধৰাত গুৰুজনে মনোকষ্ট পাই ক'লে, "বাৰু, পৰহিলৈ একাদশী হ'ব, আহিবা।" তেতিয়া দুয়োজন আতৈয়ে সাৱধানে তামোল পাণ শৰাইত লৈ গৈ গুৰুজনাৰ আগত আঁঠু ল'লে। তেওঁলোকে গুৰুজনাৰ পদধূলি ল'লে। যদুমণি আতৈয়ে কৰচ পাতি ধুই বেৰত খুঁচি থৈছিল। আতৈৰ দুজনৰ এজনে ক'লে, "চোৱা কৰচ দুখন কেনে সুন্দৰ?" আনজন আতৈয়ে শলাগিলে। আতৈ দুজনৰ কথোপকথন শুনি গুৰুজনে চিন্তা কৰিলে, "কোটি প্ৰান্তৰে বালিচাহীটিৰ পৰা হাতীটিলৈ খৰীয়া জীৱই যোনি চেপা খাই বাগৰি ব্ৰহ্মাৰ প্ৰাৰ্থনীয়, দেৱৰ দুৰ্লভ নৰদেহা পাইছে, তাতে বিশেষকৈ ভাৰতবৰ্ষত; ধন্য কলি কাল, ধন্য ৰাম নাম, ধন্য গুৰু গুৰিয়াল আৰু কৃষ্ণ-বতাহ। অনেক পুণ্যৰ ফলতহে হৰিগুণ গাইছে। আতৈ দুজনৰ ভৱবন্ধুৰ অন্ত হৈছিলেই, জন্ম-মৃত্যু সংসাৰ যাতায়তৰ নিবাৰণৰ অপবৰ্গৰ সীমা সিহঁতে পাইছিলেই। বালিৰ সভাত সুদৰ্শন চক্ৰৰ ভয়তে থাকি পাষগুই মনতে পাষগু বুদ্ধি লেৰাৰ দৰে আৰু পাৰলৈ ভৰি দাঙোতেই নাওঁ ডুবাৰ অৱস্থা হ'ল আতৈ দুজনৰ, হৰি, হৰি!" গুৰুজনে এনেকৈ বহুত সময় ভাবি গুণি নিশ্বাস ত্যাগ কৰি ক'লে, "আতৈসকল, আজিলৈ যাওঁক।" দুয়োজন আতৈয়ে গ'ল। তেতিয়া গুৰুজনে দুখ কৰি জীৱক কৃপা কৰি গীত ৰচিলে ভাটিয়ালী ৰাগৰ–

মই পাপী কমনে তৰিবো হৰি এ,
তুমি কৰুণা কৰা মোৰে।
পাপ মতি মন বাসনা নছাৰে,

*মজিলো সংসাৰ ঘোৰে।*

নয়না কামিনী ৰূপ নছাৰয়,

ৰসনা এ ষড় ৰস।

গীত মধুৰ ধ্বনি, শ্ৰৱণে নছাৰে,

চৰমে সুখ পৰশ।

পাছত গুৰুমন কৰচ পাতি নিজ হাতেৰে লৈ খোজ কাঢ়ি গৈ ভেলাডোবা নৈৰ মাজলৈ দলিয়াই ক'লে, "ইয়াতে লাগি জীৱা দুটা ৰ'ল।"

২-৩৭-২ এদিনাখন শ্ৰীৰাম আতাই ব্ৰহ্ম মুহূৰ্ত্ততে কৃষ্ণৰ গুণ লীলা গাই উঠি বাহা পৰিষ্কাৰ কৰি গৈ গুৰুজনাক সেৱা কৰিলে। গুৰুজনাই শোৱাৰ পৰা উঠি কৃষ্ণৰ গুণ লীলা, বৃন্দাবন-গোপী-গোৱালকে স্মৰি বহি আছিল। তেওঁ শৌচ শুদ্ধিলৈ যাবৰ বাবে গাত তেল মাজিছে। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "হৰি ভক্তিত ৰ'ব পৰা সকলেহে ৰ'ব।" শ্ৰীৰাম আতাই শলাগিলে। গুৰুজনাই আতাক ক'লে, "বাৰু, মই তোমাক পানীত কোবাৱ দিছো, কোবোৱাগৈ, কি ভক্তি হয়?" তেতিয়া শ্ৰীৰাম আতাই কলা ঠহুৰাৰ* ঠাৰি এডাল লৈ ভেলাডোবা নৈত এবুকু পানীত নামি পানীত কোবাৱ ধৰিলে। পুহ মাহ, ডেৰ পৰ হ'ল; জাৰত, শীতত, বতাহত আতাৰ শৰীৰ নিঠৰ হ'ল। এনেতে বুঢ়া আতাই নদীৰ ঘাটলৈ স্নান কৰিবলৈ গৈ শ্ৰীৰাম আতাক দেখি বিচুৰ্ত্তি খালে। বুঢ়া আতাই ক'লে, "শ্ৰীৰাম, গুৰুজনে ধেমালিতে কৈছে আৰু তুমি তাকে মানি পানীত আছাহি, উঠি আহা।" শ্ৰীৰাম আতাই ক'লে, "আতা তেনেকৈ কিয় কয়, প্ৰাণ গ'লেও কিয় যাম গুৰু বাক্য এৰি।" তেতিয়া বুঢ়া আতাই গুৰুজনাক কথাটি নিবেদন কৰি দুখ ভাৱে প্ৰাৰ্থনা কৰিলে। গুৰুজনে ক'লে, "মই ধেমালিহে কৰিছিলো, যোৱা শ্ৰীৰামক তুলি আনা।" তেতিয়া বুঢ়া আতাই গৈ গুৰুজনাৰ বাক্য কৈ শ্ৰীৰাম আতাক তুলি আনিছে। পাছত দুয়োজন আতাই গৈ গুৰুজনাক সেৱা কৰিলে। শ্ৰীৰাম আতাই গুৰুজনাক ক'লে, "বাপ, পূৰ্বতে আদি পুৰুষে দেহৰ পৰা মহা প্ৰকৃতি বাহিৰ কৰি সৃষ্টি কৰি দহ দিশক পালক-ৰক্ষক কৰি দহ দিশত থাপিলে। সিহঁতে সেইমতে গুৰুবাক্য শিৰোধাৰ্য্য কৰি পালন কৰি আছে। আজিও আপোনাৰ বাক্যত চন্দ্ৰ-সূৰ্য্যই দিনে নিশাই অবিচ্ছেদ্যে গতি কৰিছে,

সাগৰে সীমাৰ মৰ্য্যদা লঙঘা নাই, অনন্তই সাত দ্বীপ, মেৰু-মন্দৰ পৰ্বত বহন কৰিছে আৰু পৃথিবীয়ে মানুহৰ ভাৰ সহিছে। এতিয়াও যাৰ যি দৃঢ়তা হ'ব, সেই বাক্যত ৰ'ব পাৰিলেহে ভক্তি হ'ব।" গুৰুজনে ক'লে, "এ শ্ৰীৰাম, ভাৰীয়েহে ভাৰ বয়, অভাৰীৰ একোৱে নাই, ঘৰত শুদা ভাত খায়।" এই চৰিত্ৰ কথা কোনো কোনো লোকে সুন্দৰীদিয়াৰ বুঢ়ী লুইতত ঘটা বুলিও কয়।

২- ৩৭-৩ জীৱনা আৰু হৰি আতৈয়ে মিত্ৰ হ'বলৈ আশা কৰি গুৰুজনাক জনালে। গুৰুজনাই বাৰু বুলি কৈছে। এদিনাখন জীৱনা আতৈয়ে হৰি আতৈৰ ঘৰলৈ গৈছে। হৰি আতৈয়ে খেতিত কোৰ পাৰি আছিল। জীৱনা আতৈয়ে হৰি আতৈক ক'লে, "আতৈ, অধিক সময় কোৰ মাৰিব নালাগে, এবাৰ মাৰিয়ে আহা, হৰি নাম ল'ব লাগে।" হৰি আতৈয়ে ক'লে, "আতৈ, এয়াও হৰি নামৰে অংশ, আপোনাত একঠা লগাবলৈহে এয়া শ্ৰম কৰিছো। আপুনি নাম গালে আৰু মই আপোনাক সেৱা কৰিলে মোৰো নাম গোৱা হ'ব; তাকে কৰিবলৈ নোৱাৰাৰ গুণেহে মই পাপীৰ এই দুৰ্বাসনা।" আহিন মাহত ধানে থোক মেলিছে। জীৱনা আতৈয়ে সেই ধান কাটি আনি গৰুক ঘাঁহ দিলে। হৰি আতৈয়ে পত্নীক সুধিলে, "ধান কোনে কাটি নিলে?" পত্নীয়ে ক'লে, "জীৱনা আতৈয়ে আহি কাঁচি এখন খুজি ধান কাটি নিলে দেখোঁ।" আতৈয়ে পত্নীক ক'লে, "তুমি কিবা ক'লানে?" পত্নীয়ে ক'লে, "কিনো ক'ম?" তেতিয়া হৰি আতৈয়ে আৰু এবোজা ধান কাটি নি জীৱনা আতৈক দিলে। জীৱনা আতৈয়ে হৰি আতৈক ক'লে, "আতৈ মই আনিছো, আপুনিও ধান কাটিলে কিয়?" হৰি আতৈয়ে ক'লে, "এতিয়াও আপোনাৰ কামতে লাগিছে আৰু পকিলেও আপোনাৰ কামতে লাগিব আৰু ভাবিলো, বান্দৰ, নিগনিয়ে খালে কিজানি এৰায়ে হয়। সম্প্ৰতি গছে পাতে নিজ হাতেৰে ভৃত্যৰ বস্তু আনিলো, মোৰ হাতৰ কামৰ সাফল হ'ল।" তাৰ পাছত জীৱনা আতৈয়ে হৰি আতৈক ভোজন কৰাই পঠাইছে। পাছত গুৰুজনে এই কথা শুনি পৰম সন্তোষ লভি পৰম তত্ত্ব বস্তু দুয়োজন আতৈৰ আগত ব্যক্ত কৰিছে।

২- ৩৭-৪ চিলাৰায় খাটৰ ৰাজখোৱা গোবিন্দ আতৈয়ে আহি মহাপুৰুষক গুৰু বুলি ভকতৰ হাটীত আছিল গুৰুজনাক পৰিচৰ্য্য কৰি। গুৰুজনে

হাটীৰ পাছফালে বা-বতাহ লগা সুন্দৰ ঘৰ এটি সাজি দিছিল আতৈৰ বাবে। আতৈয়ে তিনি মাহ সেই ঘৰত ৰৈ গুৰুজনাৰ পৰা বিদায় লৈ ঘৰলৈ গ'ল। ঘৰ পাই তেওঁ সাৰুৱা মাটিত ধিমণি কলৰ এটি পুলি পুতিলে মনেৰে এই ভাবি ইয়াৰে একাখি কল গুৰুজনাক লগাব আৰু বাকী অৱশেষ পাত পচলা তেওঁলোকে খাব। কলৰ থোক মেলিলে। ওপৰ আৰু তলৰ কলৰ আখি সৰু আকাৰৰ আৰু মাজৰ আখি দহ আঙুলিৰে সাবটিব নোৱাৰা ডাঙৰ হৈ পকিল। ডাঙৰ কল আখি কাটি আতৈয়ে পাচিত ভৰাই নি গুৰুজনাক দিছে। গুৰুজনে কল আখি দেখি ক'লে, "এনে কল দেখা নাই বোপা, এক আখিয়ে এথোক কলৰ সমান, কেনেকৈ বঢ়ালা?" আতৈয়ে ক'লে, "বাপ, এনে ভাবি ৰুৱা গ'ল আৰু হ'লো এনে, মই পাপীয়ে যদি ইয়াক এথোক বুলি কওঁ তথাপি খাটে।" গুৰুজনে কল আখি কটাই সকলোকে ভগাই দিছে আৰু আতৈৰ ঘৰলৈকেও কল দি পঠাইছে। আতৈয়ে সেইদিনা সপোনত দেখিলে— সপোনতে তেওঁ বৈকুণ্ঠ পাইছে। তাত তেওঁ এটি বৰ বৃহৎ ঘৰ দেখিলে আৰু ঘৰৰ চাল, মাৰলি, বেৰত, চতিত অজস্ৰ কল আঁৰি থোৱা আছে। আতৈয়ে সপোনতে সুধিলে, "এইটো কাৰ ঘৰ অতবোৰ কলৰ সৈতে?" দূতে ক'লে, "খাট খোৱা গোবিন্দ আতৈয়ে কল একাখি গুৰু-ভকতত লগালে আৰু চাওঁক তাৰ পৰাই অনেক কল হৈছে। সেয়ে ঈশ্বৰে ঘৰ কৰি দিছে আৰু খেৰ বাঁহৰ এই ৰত্নময় মন্দিৰ হ'ল।" আতৈয়ে সাৰ পাই উঠি ৰাতিপুৱা গুৰুজনাক এই বাতৰিটো দিছে। গুৰুজনাই ক'লে, "হেৰা, সপোনৰ ফল ক'ব নালাগে, সপোনৰ ফল তুমি নিজেই দেখিছা।" তাকে দেখি, শুনি আন আন ভকতে অহোপুৰুষাৰ্থ কৰি গুৰু-ভকতত বস্তু লগাইছে।

২- ৩৭-৫ যদুমণি আতৈয়ে গুৰুজনাক ক'লে, "বাপ, অথাওনি তৃষ্ণা সাগৰত পৰি ওৰ নাপাওঁ; দল ঘাঁহে গলত মেৰাই ধৰিছে। আপোনাৰ শীতল পদ-পঙ্কজৰ ছায়াত জিৰাব বিচাৰো, আপুনি এখন তৰোৱাল দিয়ক আৰু মই মোহ-মায়াৰ দল ছেদন কৰো।" গুৰুজনে ক'লে, "হেৰা, কথাৰ ফাকত ৰ'ব নোৱাৰিবা, দল কাটোতে গলো কটা যাব।" আতৈয়ে ক'লে, "বাপ, আপোনাৰ জ্ঞান-খাৰুৱা লতা ফাকত দি গল ৰাখিম।" তেতিয়া গুৰুজনে যদুমণি আতৈক

বিষ্ণু আতাৰ পুত্ৰ যদুমণিৰ সৈতে মিত্ৰ কৰি দিছে। গুৰুজনাই ক'লে, "এই তৰোৱালত মামৰ নলগাবা, ভকতৰ মাজত পুৰি শনাই মামৰ গুচাই থাকিবা। আৰু এই তৰোৱালত মাখি পৰিলেও দুছেও হ'ব।"

২-৩৭-৬ কৃষ্ণ বল্লভ আৰু হৰি বল্লভ আতৈ দুয়োৰো মাজত মিত্ৰতা। দুয়োজনৰ মাজত ক্ষণিক লাগিছিল। গুৰুজনে শুনি মনোকষ্ট পাই মৌন হৈ আছিল, হৰি কথা কোৱা নাই। এনেতে শ্ৰীৰাম আতাই ক'লে, "বাপ, আজি মেঘে ওন্দোলাইছে, বৰ বৰষুণ হ'ব; আমি তিনিজনে স্নান-পান ক'ত কৰিমহঁক।" গুৰুজনে ক'লে, "অ' শ্ৰীৰাম, খাল, জান, পুখুৰী, নদ, নদীৰ পানী লোহিতৰে বৈ সাগৰত পৰে; ওখ শৃঙ্গত কিয় ৰ'ব?" শ্ৰীৰাম আতাই ক'লে, "বাপ, ইয়াৰ ব্যাখ্যা কৰক।" গুৰুজনে ক'লে, "শ্ৰীৰাম, মহাপুৰুষে গুৰুজনাৰ ভক্তি ছয়বিধ- - নিৰ্গুণা, ভাগৱতী, অন্তৰঙ্গা, কেৱলা, বিৰলা আৰু সপ্ৰেমা আৰু লোক ছয়বিধ- - উত্তমোত্তম, উত্তম, মধ্যম, প্ৰাকৃত, খলুৱা, তলুৱা। উত্তমে দোষ এৰি গুণ লয়, উত্তমোত্তমে অলপ গুণকে বিস্তাৰ কৰে, মধ্যমে দোষ গুণ বিচাৰ কৰি লয়, প্ৰাকৃতে গুণ এৰি দোষকহে লয়; খলুৱাই ইয়াৰ কথা ত'ত কয়, ত'ৰ কথা ইয়াত কয়, আৰু তলুৱাই ইয়াতো সোধে আৰু তাতো সুধে; কিছু লয়, কিছু এৰে, ক'তো মান্যতা-বিশ্বাস নাই, কেৱলে দোষ খুঁচুৰি নিন্দা কৰি ফুৰে। খাল খলুৱা, জান তলুৱা, পুখুৰী নিৰ্গুণা, নদী ভাগৱতী, নদ অন্তৰঙ্গা, বিৰলা; লুইত কেৱলা, সাগৰ সপ্ৰেমা, পৰ্বতৰ টিং পণ্ডিত আৰু ওখৰা মাটি কেৱল নৰাকাৰ।"



# অষ্টাত্ৰিংশ অধ্যায়

২-৩৮-১ বীৰু কাজীৰ ভনীয়েকক হাঁহ খোৱা লস্কৰলৈ বিয়া দিছিল। লস্কৰ আৰু তেওঁৰ পত্নীয়ে গুৰুজনাক লগ পাই মহাপুৰুষক গুৰু বুলিছিল। চ'ত মাহৰ চতুৰ্থীত বীৰুৱে পিতৃৰ বছৰেকীয়া শ্ৰাদ্ধ পাতিছে। পিতৃৰ শুদ্ধলৈ ভনীয়েকে আগদিনাই দ্ৰব্যবস্তু লৈ বীৰুৰ ঘৰলৈ গৈছে। গধূলি বৌয়েকে আগৰ নিয়মেৰে ভনীয়েকক ভাত খাবলৈ মাতিলে। ভনীয়েকে বৌয়েকক ক'লে, "তোমালোকৰ লগত ভাত খাব নোৱাৰিম।" বৌয়েকে তাৰ কাৰণ সুধি ক'লে, "আগতে দেখোঁ খাইছিলা, এতিয়ানো কি দেখিলা? ক'তনো গৈ বামুণ হ'লা?" ভনীয়েকে ক'লে, "আমি মহাপুৰুষক গুৰু মানি শুদ্ধ ধৰ্ম ধৰিছো আৰু তোমালোকে আছা অভাজনে, তোমালোকৰ তাত খাবলৈ হাক দিছে গুৰুজনে।" বৌয়েকে তাতে মনোকষ্ট পাই চাউল চৰু দিছে আৰু ভনীয়েক-জোঁৱায়েকে নিজে চাউল পাগ কৰি খাইছে। ৰাতি শোৱাৰ সময়ত বৌয়েকে বীৰুক সকলো কথা ক'লে। কথাটি শুনি বীৰুৱে ৰূদ্ৰ ৰূপ ধৰি খণ্ডত জ্বলি উঠিল আৰু অঙ্গিকাৰ কৰি ক'লে, "মধুপুৰৰ মহন্তক দেশৰ পৰা নেখেদো যদিহে মোৰ জিভা কাটি গুহৰ খলিত পেলাম। অ' ভালহে অসম আৰু কামৰূপত থাকিব নোৱাৰিলে আৰু ইয়াতো আহি পিতা, পুত্ৰ, ভাই-ভাতিজাক একেলগে খাব, ল'ব নিদিয়ে। আৰু মোৰ ঘৰতো সি মানা কৰে? ঈশ্বৰ বুদ্ধি কৰি মই ওজাক মানো, জাপতাল লোৱা পালিত মোৰ কি কথা?" এনেকৈ বীৰুৱে গৰ্জ্জি আছে। বীৰুৰ কথা শুনি সূচক বামুণসকল উল্লাসি উঠিল। আগতে বীৰুৱে গুৰুজনাক মানি থাকোঁতে তেওঁলোকে সাহস পোৱা নাছিল। আৰু এতিয়া বীৰু মন্ত্ৰীয়ে গুৰুজনাৰ শত্ৰু হ'ল। প্ৰতি একাদশীত বীৰুৱে গুৰুজনাক চিৰা-গাখীৰৰ বাবে পাঁচ টকাকৈ দিছিল। এতিয়া বামুণে সাহস পাই ৰজা-মন্ত্ৰীক গুৰুজনাৰ বিপক্ষে খল দিব ধৰিলে। বামুণে ৰজাক ক'লে, "মহাৰাজ, মাধৱে বামুণ নামানে, সদাশিৱক নামানে; দেৱী, দূৰ্গা, মহামায়া গোসাঁনীক নামানে, নুপূজে; গঙ্গা, গীতা, তুলসী,

চণ্ডী, শালগ্রাম, শ্রাদ্ধ-বিধি, বেদ নামানে; পিতা-পুত্রক একেলগে খাবলৈ নিদিয়ে; সন্ধ্যা-তর্পণ, অহ্নিক, শিখা, গায়ত্ৰী সকলো গুচাই গোটেই দেশ অনাচাৰ কৰিলে; মালাৰ মেৰু গুচালে আৰু মহেশক জড়, ঈশ্বৰৰ অংশ বোলে, তাকেহে সহিব নোৱাৰো। এনে অধৰ্মৰে বেদ লোপ কৰি দেশত প্ৰমত্ত ইচ্ছা চলাইছে। ন্যায়, আগম, তৰ্ক শাস্ত্ৰই কয়, তেনে দেশৰ ৰজাৰ ছত্ৰভঙ্গ যোগ হয়, আৰু পাত্ৰ মন্ত্ৰীৰ প্ৰাণ নাশ হয়।"

২-৩৮-২ বীৰুৱে গুৰুজনাক মতাই পঠালে। গুৰুজনাই ৰামচৰণ আৰু ভক্তসকলৰ লগত গৈছে। তেৰেচা নৈৰ ঘাটত গুৰুজনে এপদ নাওত থৈ আনপদ বামলৈ দাঙিছে। তেতিয়া যদুমণি আতৈয়ে গুৰুজনাৰ চৰণামৃত পদজল আঁজলি ভৰাই পান কৰিলে। তাকে দেখি শ্ৰীৰাম আতাই ঘোষা ৰচনা কৰি গাইছে—

"মাধৱৰ ৰঙা দুই চৰণে ধৰিয়া,
ৰাম নাম ৰস পিওঁ অঞ্জলি ভৰিয়া।

তেওঁলোকে নাওৰ পৰা উঠি গৈ ৰজাৰ ৰাজচ'ৰা পালে। চ'ৰাঘৰত আগৰে পৰা মাধৱ ভট্টাচাৰ্য্য বহি আছিল। গুৰুজনাক দেখি বীৰুৱে ক'লে, "বাপ, ভট্টাচাৰ্য্যৰ লগতে বহক।" গুৰুজনাই ক'লে, "হেৰা, তেওঁ নিৰ্বিষয়, নিমাৎসাৰ, উদাস বিপ্ৰ, তেওঁৰ লগত মই কেনেকৈ বহিম?" বীৰুৱে ক'লে, "বাপ, দেখোঁ আপুনিহে উদাস, আৰু তেওঁহে আশ্ৰমী, বিষয়ী।" তেতিয়া গুৰুজনে পুৰঞ্জন পুৰঞ্জনী আখ্যান ব্যাখ্যা কৰি নিজ দেহতে ভাৰ্য্যা, পুত্ৰ, বন্ধু দেখুৱালে। তেতিয়া বেলেগ কমলি আনি দিয়াত গুৰুজন তাতে বহিল। ভট্টাচাৰ্য্যই গুৰুজনাক সুধিলে,"তোমালোকে হেনো শৰৎ কালত কালীক নুপূজা?" গুৰুজনাই ক'লে,"হয়, আমি কালীক পূজীব নাপায়। আমি একশৰণ ধৰ্ম লৈ ঈশ্বৰ কৃষ্ণত আশা কৰিছো, কালীক আমি কিয় পূজিম? আৰু গৃহস্থৰ পুৰুষে ভিক্ষাৰীক যি ইচ্ছা দিব পাৰে, আৰু ঘৈণীয়েকে কোনো বস্তু পুৰুষজনক সুধিহে দিয়ে, নিজাকৈ একো দিব নোৱাৰে, এতেকে কি ভৰসা কৰি কালীক পূজিম? যিসকল লোকৰ পুনৰ সংসাৰ ভোগৰ ইচ্ছা আছে তেওঁলোকেহে কালীক ভৰসা কৰি পূজে।" ভট্টাচাৰ্য্যই পুনৰ সুধিলে, "বাৰু মহেশক জড় বোলানে, চৈতন্য নে, ঈশ্বৰৰ অংশ

নে, পূৰ্ণ বোলা?" গুৰুজনে ক'লে, "মহেশ জড়, ঈশ্বৰৰ অংশহে। আত্মা নাৰায়ণে মহেশকো চলাই চৈতন্য কৰিছে। মহেশ্বৰৰো মোহ, ভ্ৰম আছে। মহেশে মোহিনীৰ মোহত আৰু ভস্মাসুৰৰ ভয়ত দৌৰিছিল।" গুৰুজনে ভাৰত, পুৰাণ, কাব্য, কোষ, ব্যাকৰণৰ অনেক দৃষ্টান্ত আনি মহেশক চৈতন্যৰ জড় অংশ কৰি দেখুৱালে। ভট্টাচাৰ্য্যই ক'লে, "বাৰু ইয়াত হাৰিলো। তোমালোকে মালাত মেৰু দিয়ানে নিদিয়া?" গুৰুজনে ক'লে, "মোৰ গুৰুজনে মালাত মেৰু দিয়া নাছিল, আমি কিয় দিম? ষোল্ল নামীয়া চৈতন্য পন্থীহে দিয়ে। আমাৰ চাৰি নাম, চাৰি বস্তু, চাৰি বেদ, চাৰি শ্লোক, চাৰি পোৱাৰে পূৰ্ণ এসেৰ।" মেৰু দিলে কি দোষ হয়, গুৰুজনে ভাগৱত, শ্ৰুতিৰে দেখুৱালে।" ৰাজচ'ৰাত উপস্থিত থকা বামুণসকলে অনেক মুখেৰে হৈ হাল্লা কৰিব ধৰিলে। তেতিয়া গুৰুজনে ক'লে, "হেৰা, তহঁতকৈ বিবেকী পণ্ডিতসকলে শাস্ত্ৰ বিচাৰ কৰি পাই মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক গুৰু মানি ভজি তৰি গ'ল। তেনে চন্দ্ৰবংশীয় আৰু সূৰ্য্যবংশীয় বিপ্ৰৰ কথা কওঁ শুনা। চন্দ্ৰবংশীয় বিপ্ৰ— ক্ৰমে তৰ্ক বিদ্যাপতি, ভানু ভট্টাচাৰ্য্য, বৰ, ৰাঘ ভট্টাচাৰ্য্য, সৰস্বতী, শ্ৰীকান্ত, গজেন্দ্ৰ, মহাদেৱ, ৰামচন্দ্ৰ, কামদত্ত, কৃষ্ণদত্ত, বিষ্ণুদত্ত, নাৰায়ণ, গোপাল, জৈমুনি, বাসুদেৱ আৰু জনাৰ্দ্দন। সূৰ্য্যবংশীয় বিপ্ৰ— কালিদাস, ভানু, হৰিহৰ, চন্দ্ৰচুৰা, চুৰামণি, ৰত্নমণি, সৰোবৰ, জ্যোতিচন্দ্ৰ, তিলকচন্দ্ৰ, শিৱকাম, নৰোত্তম, চন্দ্ৰখৰি, সূৰ্য্যখৰি, সূৰ্য্যশৰ্মা, বিজয়খৰি, উদিত, উদয়খৰি, দিবাকৰ আৰু কামখৰি।

সৰ্বকাল গৃহ উপাসক সৰ্বক্ষণ,
শঙ্কৰক গুৰু মানি পশিল শৰণ।
তাৰা সবে আপোনাৰ কুল তুচ্ছ কৰি,
শঙ্কৰক গুৰু মানি ভজিলন্ত হৰি।

তহঁতে কুৰি বছৰে যদি বেদ পঢ়িব বিচৰা, তথাপি তেওঁলোকে পঢ়াব পাৰে। অনেক মুখেৰে কিয় কথা কৈছাহঁক। বলিয়ে ইন্দ্ৰক এনেকৈ কৈছিল, "হেৰা ইন্দ্ৰ, আহ যুদ্ধলৈ। কিয়নো মাধৱ বলিৰ সহায় আছিল।" তাৰ পাছতে গুৰুজনে মাথা তললৈ কৰিলে। তেতিয়া ৰামচৰণে বামুণসকলক ক'লে, "ৰ'বা, ৰ'বাহঁক, মামাৰ মূৰ ঘুৰাইছে।" গুৰুজনে ক'লে, "হেৰা ৰামচৰণ, কি মোৰ মূৰ ঘুৰাইছে?

তই কটা যাবি বুলি ভয় কৰা হ'বলা? আজি মোক টিহটিহা* জগন্নাথে নাপালে, তোক আৰু বামুণক তুলাধুনাদি ধুনিলোহেঁতেন।" তেতিয়া বীৰু কাজীয়ে গুৰুজনাক ক'লে, "বাপ, আজিলৈ যাওঁক।" গুৰুজনে ৰামচৰণৰ সৈতে ওলাই আহিল। ৰামচৰণে গুৰুজনাক ক'লে, "অসমৰ পৰাও বামুণেৰে বাদ লাগি আহিলো কামৰূপলৈ আৰু কামৰূপতো দুষ্ট বামুণৰ সৈতে বাদ লাগি আহিলো বেহাৰলৈ। ইয়াতো বামুণৰ বাদে নেৰিলে। আপুনি বৃদ্ধ, জীৱনৰ শেষ কালত এতিয়া ক'লৈ যাব? আমাৰ বিশ্বাসত কৃষ্ণই পূৰ্ণব্ৰহ্ম, বাহিৰত বামুণৰ আগত শিৱকে পূৰ্ণব্ৰহ্ম বুলিলে আমালৈ বামুণৰ অসূয়া একো নাই। দুষ্ট বামুণৰ লগত কোনে বাদ কৰি থাকে। তাতে আৰু বীৰু হ'ল আমাৰ বিপক্ষ, শত্ৰু।" তেতিয়া গুৰুজনে ক'লে, "ঐ ৰামচৰণ, তোক ইয়াৰ বাবেই মই পঢ়ালো, লিখালো। ৰজাই খেদে বুলি তোৰ ভয় লাগিল হ'বলা? এতেকে দুষ্ট, শঠ, সূচকৰ ভয়ত মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম বস্তু তয়ো এৰি দিবি হ'বলা?" গুৰুজনে মধুপুৰ পাই দুখ-মনোকষ্টেৰে আছে। সেই ৰাতি তেওঁ স্নান ভোজন কৰা নাই। সকলো ভকতে তেওঁক জোৰকৈ ধৰি ভাত খাবলৈ মাতিছে। সেই সময়ত গুৰুজনে দুখে ভাবত গীত ৰচনা কৰিছে– "যশোদাকু আগু বোলাহে হৰি ভাৱ............ আৰু ঘোষা ৰচনা কৰিছে-- "ভকত সবে ৰাম নাম গাৱে........................।"

২-৩৮-৩ এবাৰলৈ তৰ্কত নোৱাৰি বীৰুৱে গুৰুজনাৰ অহিত চিন্তা কৰিব ধৰিলে। বীৰুৱে পোহাৰী, লিগিৰি, বান্দীক ফুচুলাই ভকতক দোষত পেলাবলৈ ছল চাতুৰী কৰিব দিছে। গুৰুজনে ভকতক কঢ়া নিৰ্দ্দেশ দিছে,– "তোমালোকে অকলে বা দুজনে গাঁওত, হাটত খৰিপাত আনিবলৈ অথবা শৌচ কৰিবলৈ নাযাবা; চাৰিজন, ছয়জনকৈ দল বান্ধি ফুৰিবা। কোনো বস্তু দিয়া-লোৱাত কেৰজেৰ নকৰিবা। দোকানিয়ে বস্তুৰ যি দাম কয় দিবা, দিনৰ পোহৰতে ঘৰত সোমাবা, ৰাতি বাহিৰলৈ নোলাবা আৰু নাম নেৰিবা।" সেই সময়ত গুৰুজনে মায়া নিবাৰণি ঘোষা ৰচনা কৰি কৃপা কৰি ভকতক দিছে।

২-৩৮-৪ বীৰুৱে নানা কৌশলেৰে ভকতক কোনোপধ্যে দোষত পেলাব নোৱাৰি ৰজাক লগাব ধৰিলে, "মহাৰাজ, পাটবাউসীৰ মহন্তই দেশ

অনাচাৰ কৰিলে। ব্ৰাহ্মণ পণ্ডিতে কৈছে— যি দেশত লোকে বেদ ধৰ্ম এৰি অনাচাৰত চলে সেই দেশৰ ৰজাৰ হেনো ছত্ৰভঙ্গ হয়, পাত্ৰ-মন্ত্ৰীৰ মৃত্যু হয়, দেশত দুৰ্ভিক্ষ, প্ৰাণী ক্ষয় আৰু শস্য হানি হয়। মহন্তেই শ্ৰাদ্ধ, বেদ, বিধি নামানি, পিতা-পুত্ৰৰ মাজত এৰা এৰি কৰি গোটেই দেশ অনাচাৰ কৰিলে।" ৰজাই মনতে ভাবিলে, "বীৰুৱে দেখোঁ আগতে মহন্তৰ বৰ গুণ গাইছিল, মহন্তৰ লগত কিবা লগাতহে এতিয়া দুৰ্গুণ কৈছে আকৌ।" এদিনাখন বীৰুৱে ৰজাক ক'লে, "মহাৰাজ, মহন্তৰ ভকত এজনক পৰীক্ষা কৰি চাওঁহঁক, ধৰ্মত আছে, ধৰ্মক প্ৰবৰ্ত্তাইছে নে অধৰ্মকে কৰিছে নে ভেশ ধৰি ফুৰিছে?" এই বুলি বীৰুৱে বুঢ়ীপো গোবিন্দ আতৈ আৰু কেৱলীয়া কৃষ্ণই আতৈক নাম সামৰণিত দূতৰ দ্বাৰা ধৰাই নিয়ালে হৰি কথা সুধিবলৈ ৰজাই মাতা বুলি। দুয়োজন ভকতে গুৰুজনাক সেৱা কৰি গুৰুজনাৰ পৰা বিদায় লওঁতে গুৰুজনে ক'লে, "হেৰা বাসুদেৱে কৈছে—

নামৰ সঞ্জাত ক্ৰূৰ বীৰুৰ বচনে,
আন বুলি আনে অসতী দুৰ্জনে।

গুৰুজনে পুনৰ ক'লে, "হৰিক হৃদয়ত লৈ সাৱধানে যাবা, মোৰ গুৰুজনে তোমালোকক বিপদত ৰাখিব।" সকলো ভকতে চাউল সিজাবলৈ এৰিলে। গুৰুজনে ক'লে, "ৰজাই নহয়, দুষ্ট বীৰুৱেহে নিয়াইছে কিবা তৰ্ক বা পৰীক্ষা কৰিবলৈ।" সকলো ভকতে চাউল সিজাওঁক যাৰ যি মনত আহে নাম গাই ঈশ্বৰক চিন্তা কৰক যাতে বীৰু সাগৰত ধৰ্ম বস্তু বৈ আহে।" সেই সময়ত গুৰুজনে ঘোষা ৰচনা কৰি গাইছে—

যিটোজনে শুদ্ধভাৱে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।
হৰিৰ প্ৰসাদে সিটো বিঘ্নিৰ মুণ্ডত ভৰি
দিয়া হৰি গুণ গায়া নাচে।।

সকলো ভকতে নাম গাই হৰিক চিন্তা কৰিছে। ইফালে ভকতক নি বীৰুৱে পাগুৰি এটি কলহত ভৰাই কলহৰ মুখ সাত তৰপ তুলাপাতেৰে বান্ধি তাত লাৰ মোহঁৰ মাৰি ভকতৰ আগত থলে। বীৰুৱে ভকতক ক'লে, "বাৰু ভকত, ৰজাই

সুধিছে, ইয়াৰ ভিতৰত কি আছে?” ভকত দুজনে ভয়ত বৰ সন্ত্ৰস্ত হৈ ক'লে, “মহাৰাজ, ইয়াত কি আছে আমি কেনেকৈ জানিম? ব্যাস, বশিষ্ঠ, নাৰদ মুনি তেওঁলোকেহে ভূত ভবিষ্যতৰ কথা জানিছিল। আমি জানিম কেনেকৈ?” তেতিয়া বীৰুৱে ক্ৰোধ কৰি ক'লে, “ক'ব নোৱাৰিলে ৰজাই দণ্ড দিব আৰু ক'ব পাৰিলে বঁটা দিব। গোটেই দেশখন অনাচাৰ কৰিলি সাধুৰ ভেশ ধৰি, ক' এতিয়া!” তাকে শুনি ভকতে বিচুৰ্ত্তি খালে, মনতে ভাবিলে, “আজি আমাৰ জিভা হেৰাল, গুৰুজনে বা কি কৰে, ধৰ্মৰ সৈতে আজি সৰ্বনাশ হ'লো।” বীৰুৱে পুনৰ ক'লে, “ক', ক'হঁক!” ভকতে ক'লে, “আমাৰ জ্ঞান বুদ্ধিৰে ধৰিব নোৱাৰো, মনত ভাব হয় কাল, আমাৰ নিমিত্তে, আমাৰ সম্বন্ধী।” বীৰুৱে ক'লে, “কৈছানে কাল বুলি?” ভকতে ক'লে, “হয়।” ৰজাই ক'লে, “বাৰু, কলহৰ মুখ খোলা।” কলহৰ মুখ মেলিলত দেখিলে দুহাতমান দীঘল ফেঁটী সাপ এডাল ওলাই ফেট তুলি বোন্দা মেকুৰীয়ে গোজৰাদি ফোচ ফোচ কৰিব ধৰিলে। ৰজাই ভয়তে উচাপ খাই সিংহাসনতে বাগৰি পৰিল। বীৰু আৰু বামুণসকল চ'ৰাঘৰৰ পৰা কৰ্ফাল খাই চোতালত পৰিল। সভা ভাগিল। পাছত বীৰুৱে ক'লে, “আতৈ সাপডাল কলহত সোমাই ভালকৈ বান্ধা।” আতৈয়ে সাপডালক ক'লে, “বোপা, ৰাজ আজ্ঞা, গুৰুধৰ্ম ৰ'ব লাগে কলহত সোমোৱা।” সাপডালে ক্ৰমে ক্ৰমে কলহৰ ভিতৰত সোমাল। কলহৰ মুখ বন্ধ কৰা হ'ল। পাছত ৰজাই আতৈ দুজনক সন্মান কৰি দুজনকে দুটি টকা, দুখন পছৰা, দুচৰু শুদ্ধ আৰৈ চাউল, দালি দি পঠাই ক'লে, “তোমালোক সত্য, নাম সত্য, ধৰ্ম সত্য, গুৰু সত্য। তোমালোকে শুদ্ধভাৱে আছাইঁক, আজিলৈ যোৱাগৈ।” পাছত লিগিৰাই কলহটো বাৰীত নি পচা বেঙেনা চাৰিওফালে ৰাখি মুখ খুলি চাই দেখিলে সেই পণ্ডৰীটোৱেই। দেখি সকলোৱে আশ্চাৰ্য্য-অদ্ভুত হ'ল। দুয়োজন আতৈয়ে গুৰজনাৰ ওচৰলৈ গৈ গুৰুজনক সেৱা কৰি সকলো ক'লে। গুৰুজনে ক'লে, “মোৰ মহাপুৰুষ গুৰুৱে নিজ ধৰ্ম বস্তু কিয় নাৰাখিব? সেৱকৰ বাক্যত কৃষ্ণদেৱে অৰ্জ্জুন গছ ভাঙিছিল, প্ৰহ্লাদৰ বাক্যত স্তম্ভতে ব্যক্ত হৈছিল আৰু ভীষ্মৰ বাক্যত ধনুসৰ ধৰিছিল।” সেই সময়ত গুৰুজনে ঘোষা ৰচনা কৰি গাইছে—

জ্ঞানে বা অজ্ঞানে মাধৱৰ নাম

যিজনে ফুৰে সুঁমৰি,
তাক মোৰ বুলি হাতে অস্ত্র তুলি
ৰাখিয়া ফুৰন্ত হৰি।

২- ৩৮-৫ ৰজা আৰু বীৰুৱে নতুন ঘৰ সাজি সভা পাতি এদিনাখন ভকতক নিমন্ত্রণ দিলে সভাত নাম গাই ভোজভাত খাবলৈ। তেতিয়া গুৰুজনে ভকতক ক'লে, "আতৈসকল, আজি সাৱধানে থাকিবা, যাব, খাবা। আৰু মই আঁচল পাতিছো, ইয়াতে লোভ, মোহ, কাম, ক্রোধ নমাই থৈ যোৱাহঁক। আৰু বীৰুৰ পাপ সাগৰৰ পৰা যেন গুৰুজনৰ শুদ্ধ মত, ধৰ্ম বস্তু ৰক্ষা পৰি আছে।" সকলো আতৈয়ে একঠা চাউল, অলপ লোণ আৰু এটাকৈ টকা ককালত টোপলা বান্ধি লৈ গুৰুজনাৰ আঁচলত চাৰি ৰিপু দিলো বুলি কৈ ৰজাৰ তালৈ গ'ল। ইফালে ৰজাই মাছ, কাছ, গুৰ, গাখীৰ, তেল, লোণ অনেক সম্ভাৰ যোগাৰ কৰিছে। ভকতেঁ নাম গুণ গাই সামৰণিত আহিব বিচাৰিলে, কিন্তু ৰজাই ভকতক ৰখালে। ৰজাই ভকতক ৰাতিৰ ভোজন সম্ভাৰ ভগাই দিছে, ভোজন কৰিবলৈ। আতৈসকলে সেই ভোজন সম্ভাৰ লৈ গাঁত খান্দি সেইবোৰ পুতি লগত নিয়া চাউল সিজাই খাই গুৰুজনাক চিন্তা কৰি শুইছে। তাৰ পাছত ৰজা আৰু বীৰুৰ যত লিগিৰীয়ে সাজি কাছি আহি বাটিত সুগন্ধি তেল, টেঙা লৈ প্রতিজন ভকতৰ ভৰি মালিছ কৰিব ধৰিলে, ভকতৰ ধৰ্মত দোষ লগাবলৈ। আতৈসকলে তিনি পৰ নিশালৈ ঈশ্বৰক চিন্তা কৰি আছে। লিগিৰীহঁতে অনেক প্রকাৰ চেষ্টা কৰি ভকতৰ ধৰ্মত কুটা পেলাবলৈ নোৱাৰিলে। লিগিৰীহঁত গুচি গ'ল আৰু ৰজাক ক'লৈগে, "ভকতসকল মৰা, তালৈকে আমাক কিয় পঠাইছিল? পূৰ্বতে শুনিছো বিভাস্তৰ সূতক লোমপাদে অনাত ৰিচশৃঙ্গেহে স্ত্রী পুৰুষৰ গুণ পায়। নিৰামায়া ভকতো মায়াৰ বাহিৰ, নামৰ যোগেৰে ৰিপু দহি থৈছে ভকতে।" তেতিয়া ৰজাই অদ্ভুত-আশ্চৰ্য্য মানি আতৈসকলক দক্ষিণা দি পুৱা পঠাইছে। ভকতসকলে আহি গুৰুজনাক সেৱা কৰিছে।

২- ৩৮-৬ ৰজাৰ ঘৰৰ কাষতে ফুলনীবাৰী, তাতে চাংপাতি সজা ৰঙ্গগৃহত ৰজা আৰু পাত্রমন্ত্রী বহিছে। ৰজাই তালৈকে গুৰুজনাক নিয়াইছে বীৰুৰ দ্বাৰা মাতি। আইধাইয়ে কথাটি জানি দুৱৰীক কৈছে বামুণ সৰহকৈ ভিতৰলৈ

নপঠাবলৈ; কিয়নো সিহঁতে বৰ হৈ হাল্লা কৰে। তেতিয়া তাৰ ভিতৰত বামুণ দুজন আৰু ভকত দুজন সোমাল। সকলকে বহুৱাই ৰজাই গুৰুজনাক সুধিব ধৰিলে। শেষা আৰু গলা নামে দুজন ভট্টাচাৰ্য্যই গুৰুজনাক সুধিলে, "মহাশয়, কোন যুগৰ কি নাম, বেদ আৰু লোকে কি পূজা কৰে?" তেতিয়া গুৰুজনাই ফকৰা মাতিছে—

সত্য, ত্ৰেতা, দ্বাপৰ, কলি।
এই চাৰি যুগ গাৰ মলি।
আৰু কথা থৈছো বোকণ্ডী ভৰি।
সবে যুগ পূজা মন্ত্ৰ বৈছে সম্বঙ্গত ঋৰি
এই চাৰি যুগৰ কথা নোসোধা তাত
উপৰি চাৰি যুগৰ কথা কৈ দে মোত।

তেতিয়া দুই ভট্টাচাৰ্য্যই হাৰ মানি অবাক হ'ল। ৰজাই গুৰুজনাক সুধিলে, "শৰৎ কালত কালী পূজা কৰা যায় নে নাযায়?" গুৰুজনে ক'লে, "মহাৰাজ, আমি চণ্ডী পূজিব নাপায়; মোৰ গুৰু শ্ৰীশঙ্কৰদেৱে কৈছে—

হংস, ছাগ কাটি দেৱক পূজয়,
ৰুধিৰে কৰ্ম কৰে।
সি যে যায় স্বৰ্গ, নৰকত কোনে পৰে।

ৰজাই ব্ৰাহ্মণক সুধিলে সেয়া হয়নে নহয় বুলি। ব্ৰাহ্মণে ক'লে, "মহাৰাজ হয়।" ব্ৰাহ্মণে ভাল মতেৰে ৰজাক বুজাইছিল। ৰজাই যি যি গুৰুজনাক সুধিলে আৰু গুৰুজনে উত্তৰ যি যি দিলে, ৰজাই সেয়া ব্ৰাহ্মণক সোধে হয়নে নহয় বুলি। ব্ৰাহ্মণে কয়, "হয়।" ৰজাই বীৰু কাজীক ক'লে, "হেৰা বীৰু, মহাজনে যিবোৰ ক'লে, আমাৰ পণ্ডিতেও হয় বুলিলে দেখোঁ একা?" বীৰুৱে ক'লে, "মই কোচ মোচ মানুহ, কি জানো? বামুণে যি কয় তাকেহে কওঁ।" আইধায়ে ৰজাৰ বিষয়াসকলক ক'লে, "মই আগেয়ে কৈছিলো, আচল কথাটো ৰজাক কৈ থোৱা আগতে, তোমালোকেহে ক'লা নালাগে বুলি। ৰজাই এতিয়া বীৰুৰ প্ৰমাণ পাইছে।" পাছত ৰজাই শ্ৰদ্ধাৰে গুৰুজনাক সুধিব ধৰিলে, "বাপ, আপোনাৰ গুৰু কোন? গুৰুজনাই তেওঁৰ গুৰু শ্ৰীশঙ্কৰদেৱ বুলি ক'লে। ৰজাই ক'লে,

"অ' তাহানি বৰদেউতাৰ সৈতে তেওঁ শাস্ত্ৰ আলাপ কৰি থাকোতে আমি উমলাৰ সময়ত দেখিছিলো, মনত পৰিছে। সকলতকৈ তেওঁ এহাতমান ওখ হৈ থাকে, সিংহ সদৃশ। আহ! আপোনাৰ গুৰু মহা বিশিষ্ট! বাৰু আপোনাৰ যৌৱন কাল কেনেকৈ গ'ল?" গুৰুজনাই ক'লে, "মোৰ সৰু কালত বৰ কষ্ট হ'ল; কৃষি কৰি ভিক্ষা কৰি পিতৃ-মাতৃক পুহিলো, কিশোৰ কালত গুৰু সেৱা কৰি শাস্ত্ৰ পঢ়িলো, যৌৱন কালত মহাপুৰুষ গুৰুজনাক লগ পাই তেঁৱাৰ সেৱা কৰ্ম কৰিলো, আধ বয়সতে কষ্ট কৰি অনেক শাস্ত্ৰ পৰিলো আৰু তাৰ ৰসতত্ত্ব বিচাৰিলো, গুৰুজন বৈকুণ্ঠলৈ যোৱাত মহাগুৰুতৰ গুৰুভাৰ দি গ'ল মোক আৰু সেই ভাৰৰ বোজাত ৰ'বই নোৱাৰো, কেনেকৈ ব'ম; ডাঙো বুলি ভাবোতে গুণতেই বয়স গ'ল।" শেষত সেই ভাৰ ভগাই দি অৱসৰ ল'লো। এতিয়া বৃদ্ধ কাল হ'লহি, মোৰ পৰম গুৰুৱে যি এক কণিকা ধৰ্ম বস্তু দেখুৱাই গৈছে তাকে চিন্তি ভাবি গাই বাই থাকোঁতেই শৰীৰ পৰিব।" ৰজাই গুৰুজনাক প্ৰশংসা কৰি ক'লে, "বাপ, হয়, শাস্ত্ৰ পঢ়িলে কৈলৈকো মন নাযায়, গুৰু সেৱাতো তেনেই। শাস্ত্ৰৰ অৰ্থ বুজিলেও ক'লৈকে মন নচলে। সকলোবোৰ একে শাৰীত পৰিলে। ধন্য, ধন্য সন্তৰ জন্ম আপুনি সফল ধৰিছে।" ৰজাই পুনৰ ক'লে, 'আপোনাৰ দিন কাল এনেকৈ গ'ল, বাৰু আপোনাৰ ভক্তসকলৰ একা? চাৰিও বিধ জীৱৰ আহাৰ, নিদ্ৰা, মৈথুন এৰিবলৈ টান।" গুৰুজনাই ক'লে, "তেওঁলোকৰ কোনোৱে একান্ত চিত্তেৰে উদাসীন ধৰ্ম ধৰিছে, কোনোৱে বিষয় এৰি উদাসীন ধৰ্ম ধৰিছে আৰু কোনোৱে ল'ৰালি কালৰ পৰাই আহি উদাসীন হৈছে।" ৰজাই ক'লে, "একান্ত মনেৰে ধৰাসকল ভাল, বিৰক্ত হৈ বিষয় এৰি ধৰা সকল ভাল; কিন্তু যৌৱন প্ৰাপ্ত ল'ৰাসকলৰ মন নচলাকৈ থকাতোঁ টান। মোৰ বোধেৰে বিবাহ কৰাই হৰি ভক্তি কৰিলে ভক্তিত ঘাটি নপৰে।" গুৰুজনাই ক'লে, "মহাৰাজ, সিংহই পাঁচটা হাতী ভোজন কৰে এবাৰ, ছাগলী, ঘৰচিৰিকাই তুঁহ, তৃণ, বন খায়, তথাপি শৃঙ্গাৰ কৰে দিনে ৰাতি। এতেকে আমাৰ ভকত সিংহ। প্ৰহ্লাদৰ বাক্যত ভকতে বালক কালৰ পৰাই আহি উদাসীন হৈছেহি আৰু ভক্তিৰে কাম, ক্ৰোধ জয় কৰিছে, কি কৰিবনো সেইবোৰে?" ৰজাই গুৰুজনাক ক'লে, "মোৰ ৰাজ্যত যিমান সত্ৰ, মহন্ত আছে সকলোৰে ওপৰত আপোনাক অধিকাৰ পাতিলো, এতিয়া আপুনি যাওঁক।" গুৰুজনাই তাৰ পৰা

আহি মধুপুৰ পাই ক'লে, "লুইতৰ ওঠৰটা সোঁত, ধন যায় বা তাৰে তোন সোঁতত? অনেকে এনেক পথেৰে, মতেৰে লোকে হৰি ভক্তি কৰিছে; সকলোৰে ওপৰত অধিকাৰ পাতে মোক; মহৰ কামোৰত বেৰকে লথিয়ায়।" ৰাতিৰ প্ৰসঙ্গৰ অন্তত সকলো ভকতকে গুৰুজনাই ক'লে, "আতৈসকল তোমালোকৰ যাৰ যাৰ মন যায় বিবাহ কৰোৱা; অলঙ্কাৰ পাটি মই দিম; তথাপি বিবাহ কৰোৱা।" গুৰুজনাই তিনিজন আতৈৰ নাম ধৰিয়ে ক'লে। তেওঁলোক হৰিহৰ, জনাৰ্দ্দন আৰু মুকুন্দ আতৈ। হৰিহৰ আৰু জনাৰ্দ্দন আতৈয়ে গুৰুবাক্য বিৰোধ নকৰিলে। মুকুন্দ আতৈয়ে গুৰুজনাক ক'লে, "বাপ, আপোনাৰ লগতে আধা বছৰ গ'লহি, নাম ধৰ্মতে মোক ৰাখিব এৰি বিষয় বিষত পেলাই মাৰেনে?" পাছত গুৰুৰ বাক্য ৰাখি হৰিহৰ আতৈয়ে বিবাহ কৰাইছে; মায়াই তেওঁক মোহিব নোৱাৰিলে, মায়াকহে তেওঁ নচালে। বাহিৰ বন্দৰত জনাৰ্দ্দন আতৈয়ে বিবাহ কৰাইছে, কথাত বন্দী হৈ। মুকুন্দ আতৈয়ে বিবাহ নকৰাও বুলি গৈছিল; কিন্তু হাটলৈ যাওঁতে কায়স্থৰ যৌৱন প্ৰাপ্ত যুৱতীয়ে আতৈক গলত ধৰিলে স্বামী বৰিছো বুলি। আতৈয়ে বিনা বিবাহে যুৱতীৰ লগত ৰ'ল।

২-৩৮-৮ আৰু এদিন সকলো আতৈয়ে চাউল সিজাইছে। গুৰুজনাৰ চাউল সিজাইছিল ৰামচৰণ ঠাকুৰে। গুৰুজনাই যদুমণি আতৈক ক'লে, "যদুমণি, কোন ভকতে কেনেকৈ চাউল সিজাইছে, কোনে কি গাইছে, তুমি হাটী ফুৰি চাই আহা।" যদুমণিয়ে চাৰিও হাটী ফুৰি চালে। আতৈয়ে আহি গুৰুজনাৰ আগত আঁঠু ল'লে। গুৰুজনাই সুধিলে, "যদুমণি, কাৰ কেনে দেখিলা?" যদুমণিয়ে ক'লে, "বাপ, কোনোৱে ভাত বাঢ়িছে, কোনোৱে ভাত নমাইছে, কোনোৱে ভাত খাইছে, কোনোৱে আঞ্জা বহাইছে, আৰু কৃষ্ণৰ গুণ, লীলা, ভটিমা, চপয়, টোটয়, গীত, পদ, যাৰ যি আছে গাইছে। আমাৰ দাদায়হে দেখোঁ চাউল বহাই মূৰ ঘূমাই বহি আছে, মুখেৰে একো গোৱা নাই।" গুৰুজনাই যদুমণিক ক'লে, "যোৱা, সোধাগৈ; সকলোৱে গাইছে তেওঁনো নাগায় কিয়?" যদুমণিয়ে গৈ বিষ্ণু আতাক সুধিলে গুৰুজনাৰ আজ্ঞা বুলি। বিষ্ণু আতাই ক'লে, "যদুমণি গুৰুজনাক ক'বাগৈ, তেৰাই সুন্দৰীদিয়াত চৌধ্যটা প্ৰসঙ্গৰ মূৰ্ত্তিমন্তকৈ যি চৰ্চা কৰিছিল তাকে ভাবি চিন্তি চৰ্চা কৰি চাই সেৱা কৰি ধূলা লৈ অহৰহ হাবিয়াসে

নপলাই মোৰ; গীত, পদ, ঘোষা ক'ত গাম আৰু?" যদুমণিয়ে আহি গুৰুজনাক সেইমতে ক'লে। গুৰুজনাই শুনি পৰম সন্তোষ পাই ক'লে, "আন সকলে গাই যি স্থান পাবগৈ, মোৰ বিষ্ণুৱে নাগাইয়ো তাতকৈ শ্ৰেষ্ঠ স্থান, ফল পাব। মোৰ পৰম গুৰুৱে দি থৈ গৈছে প্ৰথম স্কন্ধত—

শুনা যেন গুণ আছে ৰামৰ নামত।
উচ্চাৰন্তে উপজে পৰম পুণ্য যত।।
মৰাকো জীয়ায়ে হেন পৰম ঔষধ।
হেন নাম নধৰি আপুনি যায় বদ্ধ।।



# উনচত্বাৰিংশ অধ্যায়

২-৩৯-১ আইধায়ে ফুচুলাই লিগিৰীহঁতৰ দ্বাৰ বীৰুক তিৰস্কাৰ কৰায়, চ'ৰাঘৰত বীৰুলৈ ভাত সাজ নি আঁৰ কৰি থয়, বীৰুৱে ভাত নাপায়। উপায় নাপাই তেওঁ ৰজাক ক'লে। ৰজাই ক'লে, "আইতাই দণ্ড কৰিছে, মই কি কৰিম? মোক ক'বলৈ নাহিবি, গুচ, যা।" এই বুলি ৰজাইয়ো বীৰুক খং কৰিলে। লোকৰ গালিত ৰ'ব নোৱাৰি বীৰুৱে ঘৰতে সোমাই থাকে। লোকে বীৰুক কয়, "তোমাৰ অঙ্গীকাৰ ক'ত গ'ল, দেখোঁ গুৰুজনাক খেদিব নোৱাৰিলি একা?" তেতিয়া বীৰুৱে উপায় নাপাই বুদ্ধি হেৰাই দাৰি মুৰ খুৰাই জিভাত কঁকিলাদাৰ মাৰি তেজ উলিয়াই পায়খনাত পেলালে। গুৰুজনাক লাজ লঘু কৰিবলৈ গৈ বিপৰীত ফল হ'ল বীৰুৰ।

২-৩৯-২ লক্ষ্মী নাৰায়ণ ৰজাৰ ছয়কুৰি ৰাণী। সকলো ৰাণীয়ে গুৰুজনাৰ তাত ভকত হ'ল। ৰাণীসকলে তেওঁলোকৰ মেধি পাতিলে তেলীকৃষ্ণ আতৈৰ পত্নী আই দয়ালক। আয়ে হৰি গৃহ সাজি তাত ৰাণীসকলক ছয়কুৰি ঘোষা কীৰ্ত্তন শিকাই প্ৰসঙ্গ কৰাইছে। ৰাণীসকলৰ পৰা কৰ, টকা, বস্ত্ৰ তুলি আয়ে গুৰুজনাক দিয়ে। আই গুৰুজনাৰ বৰ ভকত আৰু গুৰুজনাৰ স্নেহৰ।

২-৩৯-৩ ৰজাই আইধাইক সাতখন গাওঁ দিছিল কৰ কাতল তুলি ল'বলৈ। আয়ে এদিনাখন ৰজাক ক'লে, "বাপু, মোক আৰু দুখন গাওঁ দিয়া।" ৰজাই ক'লে, "আই, আপোনাক সাতখন গাওঁ নিদিছো? চাৰিশ, ছয়শ টকা কি কৰা?" আয়ে ক'লে, "সেই টকাৰে দাস-দাসী, গুৰু ভকতক সুধিবলৈ নোজোৰে।" ৰজাই ক'লে, "অ', আপোনাক উদাসীনক পুহিবলৈকেহে টকা লাগে।" আয়ে ৰজাৰ কথাত হয় বুলি ক'লে। ৰজাই ক'লে, "বাৰু পোহা; কিন্তু পূৰ্ব্বৰ দৰে চাৰিসিদ্ধ, নসিদ্ধ, দশ প্ৰচেতা, নাৰদ, প্ৰহ্লাদ, শুক, উদ্ধৱ, মৈত্ৰেয়, বিদুৰ, হনুমন্ত, যাম্বুৱন্ত এইসকলৰ দৰে হ'লে পোহাত সহ্য হয়।" আয়ে ক'লে, "বাৰু, আগৰ ৰজাৰ দৰে ৰজা ক'ত আছে? বলি, পৃথু, প্ৰিয়ব্ৰত, হৰিশ্চন্দ্ৰ এইসকল

ৰজাই নিজ দেহ, দেশ অৰ্পণ কৰিছিল ঈশ্বৰক। তেওঁলোক সাতখন দ্বীপৰ ঈশ্বৰ আছিল, অৱতাৰী পুৰুষ; তুমিও তেনেনে?" ৰজাই নিজৰ দহখন গাওঁ আইক দিছে।

২-৩৯-৪ চ'তৰ বিহুত আইধায়ে বৰ কাপোৰ, মধ্যম আকাৰৰ চেলেং, পছৰা, গামোচা দি পঠালে গুৰুজনাক। আয়ে বুঢ়া লগুৱাক কৈ পঠালে, "গুৰুজনাই ভগাই দিব, উত্তমোত্তম, উত্তম, মধ্যম, সামান্য, প্ৰাকৃত ভকতৰ মান অনুযায়ী সৰু, বৰ কাপোৰ।" গুৰুজনে ক'লে, "অ' বুঢ়াভাগীয়া, যোৱা; কোচৰ জীয়ৰীয়ে সৰু, বৰ, প্ৰাকৃত ভকতক চিনে, মই তাৰ ভু নাপাওঁ। সকলো ভকতে হৰি ভক্তি কৰিছে ফলৰ ইচ্ছাৰে; যাৰ যি ফল ঈশ্বৰে দিব, যেনেকৈ গছৰ আকৃতি চাইহে তাৰ ছায়া।" লগুৱাই সেইমতে আইক কৈছে। আৰু পাছত আয়ে সকলোকে সমান কাপোৰ দিছে পুনৰ। গুৰুজনে সেয়া সকলোকে ভগাই দিছে।

২-৩৯-৫ হৰিবল্লভ আতৈয়ে গুৰুজনাৰ পৰিচৰ্য্য কৰে। লোকে মুগ, মচুৰ দাইল, কলদিল আদি অনেক বস্তু দিয়ে গুৰুজনাৰ বাবে আৰু প্ৰত্যেকে কয় আতৈক, "মোৰ বস্তুটো গুৰুজনাক খাবলৈ দিব।" সেইবোৰৰ বৰা ভাজি আতৈয়ে গুৰুজনাক খাবলৈ দিয়ে। খোৱাৰ সময়ত আতৈয়ে গুৰুজনাক কয়, "বাপ, ইয়াৰে অলপ ল'ব, তাৰ অলপ ল'ব, আৰু নহ'লে ইয়াৰ পৰাই দুগাৰাহ খাব।" গুৰুজনে আতৈক কয়, "হৰিবল্লভ, মোৰ বায়ুৰ ৰোগ, এনেখন জঞ্জাল নকৰিবা।" আতৈয়ে গুৰুজনাক ক'লে, "বাপ, অনেক লোকে কয়, "মোৰ এইটো, সেইটো গুৰুজনাক দিবা।" বুলি। আৰু সেইমতে মই ভোজন ৰান্ধো।" গুৰুজনে সেয়া ভোজন কৰি বুকুত হাত ফুৰাই ক'লে, "যশোৱা মাৱে কৃষ্ণক খুওঁৱা দি খালো আজি।" কথাটি শুনি আইধায়ে গুৰুজনাক ক'লে, "বাপ, হৰিবল্লভ আতৈৰ দ্বাৰা পৰিচৰ্য্যাৰ বন নকৰাব, তেওঁ ব্ৰাহ্মণ আৰু সেই বাবে আন বামুণে অসূয়া কৰিব আপোনাক।" তেতিয়া গুৰুজনে মনোকষ্ট পাই তিনিদিন হৰিবল্লভ আতৈক ৰান্ধিব দিয়া নাই আৰু নিজেও ভোজন কৰা নাই। তেতিয়া সকলো ভকতে গুৰুজনাক ধৰিলে, "বাপ, এইজন ৰজাই ৰজানে আৰু এজন ভকতহে আছেনে?" গুৰুজনে ক'লে, "মোৰ বন কৰোঁতেহে বাধা কৰে, হৰিবল্লভে চাউল সিজাই নিদিয়ে মানে ময়ো ভোজন নকৰো।" হৰিবল্লভ আতৈয়ে গুৰুবাক্য শিৰোধাৰ্য্য

কৰি পুৰণি পাগ পাত্ৰ খৰি দলিয়াই পেলাই নতুন পাগত চাউল সিজাই গুৰুজনাক দিছে আৰু গুৰুজনাই তিনিদিন উপবাসৰ মূৰত ভোজন কৰিছে। গুৰুজনাৰ কষ্টৰ নিমিত্তে আইধাইৰ তিনি জন্ম লাগিল। আনে পৰিচৰ্য্যা কৰিলে ব্যৱস্থা নাজানে আৰু গুৰুজনাৰো সন্তোষ নালাগে। গুৰুজনাই ভোজন কৰি ক'লে, "কোচৰ জীয়ৰীয়ে মোৰ এনে সুখকো গুচায়, হৰিবল্লভে মোৰ মনৰ মন বুজি দিয়ে, খুওঁৱায়।"

২- ৩৯-৬ এদিন গুৰুজনে বলভদ্ৰ আতৈক ক'লে, "আতৈ, তুমি হাটী ফুৰি আহা।" আতৈয়ে গৈ চাৰিও হাটী চাই আহিল। গুৰুজনে আতৈক ক'লে, "আতৈ কেনে দেখিলা?" তেতিয়া আতৈয়ে ঘোষা মাতিছে— বস্তু প্ৰকাশ-

"হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে,
প্ৰেম অমৃতৰ নদী।
গোবিন্দৰ প্ৰেম অমৃতৰ নদী,
বহে বৈকুণ্ঠৰ পৰা।"

"ভক্তি সৰোবৰে কৃষ্ণ-পদ পঙ্কজত পৰি নিৰন্তৰে।"

ঘোষা মাতি আতৈয়ে ক'লে, "বাপ, বৈকুণ্ঠতে শুনিছিলো এই ভকতি প্ৰেম ৰস, আৰু আপুনাৰ দ্বাৰ এতিয়া পৃথিবীতো ব্যক্ত হৈছে।" তেতিয়া গুৰুজনে মাগুৰ সংহিতাৰ দুটা দৃষ্টান্ত দিছে— ১। হৰিৰপাৰা ৰজাই যজ্ঞ কৰিবলৈ ওলাল। দূতে বগা বৰণৰ শুৱনি খুৰা, তপিনা, শিং, নেজ থকা ষাড় এটি পাই আনিলে। পাছত ষাড়টো নোৱাই ধোৱাই ৰজাই দেখিলে সি কৰলা,* বীৰ্য্যৱান নহয়। ২। আৰু বাদুলীয়ে দিনটো আলোচি থাকে, আজি ৰাতি সোন্দা, মালভোগ কল খাম।" গৃহস্থই ঘৰৰ পিছফালে মাটি তুলি সিজু গছ আৰু বাঁহেৰে জেওৰা দি তাৰ ভিতৰত কল ৰোৱে। জেওৰাৰ কাষত প্ৰথম শাৰীত ভীম, আঠীয়া, বজৰীয়া কল ৰোৱে, তাৰ ভিতৰত মনোহৰ কলৰ শাৰী, আৰু তাৰ ভিতৰত পুৱা, বৰতমণি কলৰ শাৰী আৰু তাৰ ভিতৰতহে মালভোগ, সোন্দা কল ৰোৱে। বাদুলীয়ে ভোকতে গৈ আঠীয়া কলতে পৰে, আলোচি থকা কথা পাহৰে। আৰু আঠীয়া কলতে ভোক গুচি মালভোগ, সোন্দা কল এৰি যায়। আৰু আমাৰ ভকতবে তেনে হৈছে এতিয়া।"

পাছত গুৰুজনৰ সেই কথা শুনি ভকতে নাম গুণ গাব এৰিলে। গুৰুজনে ক'লে, "শ্ৰীৰাম, দেখোঁ ভকতে নাম গুণ গাব এৰিলে, কিয়বা?" শ্ৰীৰাম আতাই ক'লে, "বাপ, আপুনি যে ষাড় আৰু বাদুলীৰ দৃষ্টান্ত ক'লে, তাকে শুনি ভকতে নাম গাব এৰিলে।" তেতিয়া গুৰুজনাই আৰু দুটা দৃষ্টান্ত কৈছে স্কন্ধ পুৰাণৰ–

১। বৃষদুট ৰজাৰ লিগিৰা মনধ্বজ তামুলী ৰজাৰ বৰ প্ৰিয়। ৰজাই তেওঁক খাটিৰ কৰে। তামুলীৰ পিতৃ বৃদ্ধ। বৃদ্ধ বাপেকে দেখিলে, ল'ৰা বৰ উদ্ধত। বাপেকে মনতে ভাৱে, "ইতো মৰিবই, জগৰ লগাই আমাকো মাৰিব।" এই বুলি তেওঁ পুতেকক নাচায়, নামাতে; পুতেক আগত আহিলে পিঠি দিয়ে, ওচৰৰ পৰা আঁতৰে। পুতেক ইফাল হ'লে বাপেক সিফাল হয়। বাপেকে নামাতে দেখি পুতেকে নিশ্চয় কৰিলে মৰিবলৈ। পুতেকে ক'ৰবালৈ যাওঁ বুলি কৈ ঘূৰি আহি কোঁঠালিৰ কাষতে কলবাৰীত চোপ লৈ বহি আছিল। বাপেকে ৰাতি ভাত খাই উঠি বাহিৰত জুৰ লৈ বহিছে। বাপেকে মাকক সুধিছে, "সি আজি গ'ল হ'বলা?" মাকে ক'লে, "মোৰ ল'ৰাৰ কি খবৰ সোধা? আগতে আছিলা কি আৰু এতিয়া তাৰ যহতে গৰু, ম'হ, ধান, ধন, বেটী, বান্দী, তাম, কাহ, লোটা কি নহৈছে? তথাপি নামাতা, নোচোৱা; কি সোধা ল'ৰাৰ কথা?" তেতিয়া বাপেকে ক'লে, "হেৰা, বুঢ়ী, তোমাৰ ল'ৰা জানো মোৰো ল'ৰা নহয়? তোমাৰ তালৈ স্নেহ, মোৰো স্নেহ নাইনে? সি দেখোঁ ৰজাৰ আশয় পাই মূৰে ভৰি কাঢ়িছে, কাকো নামানে; খৰ হ'লে ভাগে, অ'দা* হ'লে ফুটে। ভয় নহ'লে তেনে লোকৰ অল্পায়ুতে মৃত্যু। এতেকে তাক নাচাও নামতো, সি খুৰ, তৰোৱালৰ লগতে থাকে, কিজানি মোত ভয় খাই কিবা হয়েই ধীৰ, শান্ত আৰু গা ৰাখি ফুৰে। তাৰ হিতহে চিন্তিছো মই।" তেতিয়া ল'ৰাই কলবাৰীৰ আঁৰত সকলো শুনি ভাবিলে, "পিতাই মোৰ উপকাৰীহে।" তাৰ পাছত সি কলবাৰীৰ পৰা ওলাই হাতৰ দা খন পেলাই পিতাকৰ আগত দণ্ডৱতে পৰি কান্দিব ধৰিলে। এন্ধাৰত বুঢ়াই পুতেকক নিচিনি ক'লে, "তই কোন?" পুতেকে ক'লে, "পিতৃ, মই গুৰুদ্ৰোহী, পিতৃদ্ৰোহী। আপুনি নেমাতে দেখি আজি মৰিব ওলাইছিলো। আজি আপোনাৰ কথা শুনি বুজিলো আপুনি মোৰ উপকাৰহে চিন্তিছে। মহাপাপী মই, মোক ৰক্ষা কৰক।"

২। আৰু এজন ব্ৰাহ্মণৰ ল'ৰাই বাৰ বছৰ পঢ়ি অগাধ পণ্ডিত হৈ ঘৰলৈ আহিল। বাপেকে দেখিলে ল'ৰাই উগ্ৰ পণ্ডিত হৈ গুৰু, ভকত, নাম, বেদ, শাস্ত্ৰ একোকে মান্য নকৰে। তেওঁ ভাবিলে, "এনেকৈ হ'লে জীৱ দুখতহে পৰিব।" এই বুলি তেওঁ ল'ৰাক নামাতে, নাচায়। পুতেকে মনতে ক'লে, "মই এনে পণ্ডিত, দেশৰ লোকে মান কৰে, বুঢ়াইহে নামাতে, নামানে।" এই বুলি সি ক'ৰবালৈ যাওঁ বুলি গৈ বাৰীত চোপ লৈ আছে মৰিবলৈ। বাপেকে মাকক নিশা সুধিছে, "সি আজি ক'লৈ গ'ল?" বুঢ়ীয়ে ক'লে, "তুমি ল'ৰাৰ খবৰ কি সোধা? বংশৰ পদুম, দেশৰ ৰজা-প্ৰজা সকলোৱে তাক মানে আৰু তুমিহে মুখেৰে নামাতা।" পিতাকে ক'লে, "বুঢ়ী, তোমাতকৈ মোৰ স্নেহ চৰাহে? মই নামাতো কিয় শুনা– লোক এনে অগাধ পণ্ডিত হ'লে কাকো মানিব নোৱাৰে আৰু তেনেলোক নৰকগামী হয়। এতেকে ভাবিলো, মোকে ভয় কৰি কিবা হয়য়ে বা আৰু গুৰু মানি জীৱটি ৰ'য়।" ল'ৰাই কথাটি শুনি ভাবিলে, "পিতৃয়ে দেখোঁ মোৰ হিতহে চিন্তিছে।" সি কলবাৰীৰ পৰা ওলাই আহি পিতাকৰ আগলৈ আহি হাতৰ দা পেলাই দণ্ডৱতে পৰি কাতৰ হৈ ৰ'ল। সেই সময়ত গুৰুজনাই চাৰিটা ঘোষা ৰচনা কৰিছে– কণা, খোৰা, শিং-ভঙা আৰু হাভিনী। কণা– বেদাগম আদি কৰি যত বিস্তৰ শাস্ত্ৰত নাহি কাৰ্য্য..........। খোৰা– "সমস্ত তপকে আচোৰক পৰোক পৰ্বতে উঠি যত...........। শিং-ভঙা– সেহিহে চতুৰ যিটো পুণ্যৰ নিদান ভূত, নাৰায়ণ নামক উচ্চাৰে। অচতুৰ যিটো অতি.........। গাভিনী-- নামে পুৰুষক শুদ্ধি কৰি ৰৈল, নাম তাতে ভৰ পুৰি.........। তাৰ পাছতে গুৰুজনে ক'লে, "আৰু মইয়ো চাইছো এই ভকতসকলৰ দেখোঁ ক'তো ভয় নাই– যম, কাল, মায়া, মৃত্যু, গুৰু, নাম, দেউ, ভকতত। সেয়ে মই এওঁলোকৰ হিত চিন্তা কৰিছো। পাছত গুৰুজনে আৰু দুটা ঘোষা মাতিছে–

"যম কাল মায়া মৃত্যুৱে বেঢ়িয়া, আছে বাঘজালি কৰি..........।" মিনতি বচন বোলো সৰ্বজন, শুনিও শাস্ত্ৰৰ মৰ্ম...............।" "....... ইটো ৰাম নামে আপুনাৰ গুণে ঈশ্বৰকো কৰে বশ্য............। গুৰুজনে পুনৰ ক'লে, "বাপুসকল নাম নেৰিবাহ'ক।" তেতিয়া আকৌ ভকতে নাম ল'ব ধৰিলে।



# চত্বাৰিংশ অধ্যায়

২- ৪০-১ এদিনাখন শ্ৰীৰাম আতা, বিষ্ণু আতা, হৰিকৃষ্ণ আতৈ, বলাই আতৈ, নৰসিংহ আতৈ, নাৰায়ণ আতৈ, পদ্মনাথ আতৈ, এই সকলকে মুখ্য কৰি সমূহ ভকতে ৰাতিৰ নাম পাঠৰ অন্তত গুৰুজনাক প্ৰাৰ্থনা কৰি সুধিলে, "বাপ, আপুনি পুৰ্ণ বৈকুণ্ঠৰ পূৰ্ণ ঈশ্বৰ, জন্ম-মৃত্যু-জৰা-যুৱা নাই আপোনাৰ, চিৰন্তন পুৰুষ আপুনি; তথাপি কাৰণৰ হেতু বহুকাল যেন আপুনি পৃথিবীত থাকিব আমাক কৃপা কৰি, এয়ে আমাৰ আশা ভৰসা। আমি আমাৰ নৰদেহাৰ চৰ্ম চকুৰে দেখিছো নৰদেহাত কাল আছে, পূৰ্বৰে পৰা এনে আৰ্হি আছে। শ্ৰীৰামচন্দ্ৰ বৈকুণ্ঠলৈ গ'ল হনুমন্তক ধৰ্ম দি পৃথিবীত থৈ গ'ল। কংসক সংহৰি কৃষ্ণদেৱে বৈকুণ্ঠলৈ গ'ল উদ্ধৱত ধৰ্ম থৈ। শ্ৰীশঙ্কৰদেৱ বৈকুণ্ঠলৈ গ'ল পৃথিবী এৰি নিজ পুত্ৰ, ভাতৃত ধৰ্ম নথৈ বৈকুণ্ঠৰ সৰ্বস্ব বস্তু আপোনাতে থৈ। এতিয়া আপোনাৰ পিছত কাক আগত লৈ, কাৰ আজ্ঞাৰে আমি চলিম, কৰিমহঁক আপোনাৰ নৰতনু মুখেৰে শুনিলে সকলোৰে দোদুল্যমান মন গুচি এক মন হ'ব।" তেতিয়া গুৰুজনে ভাবি গুণি সমিধান একো নিদিলে। তাৰ পিছদিনাও সেই নিয়মে ভকতে আকৌ প্ৰাৰ্থনা কৰি গুৰুজনাক সুধিলে। তেতিয়া গুৰুজনে ভাবি চিন্তি চাই কিছু সময় পাছত নিশ্বাস ত্যাগ কৰি ক'লে, "হে মোৰ বন্ধুসকল, সকলোৱে আছাহঁক আৰু আজি দুই দিনে তোমালোকে মোক একেটা প্ৰশ্নকে কৰিছা, কিন্তু মই ভাবি গুনি ক'বলৈ ঠাই পোৱা নাই। মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে কৈ গৈছে,--পাঁচ কোটি পৃথিবীৰ ব্ৰহ্ম দিম্ব যিজনে বুঢ়া আঙুলিৰে দাঙিব পাৰিব তেওঁহে এটি জীৱ উদ্ধাৰিব। ঋষভ দেৱৰ বাক্য বিষ্ণুপুৰী সন্যাসীয়ে দিছে ৰত্নাৱলীত--

ভকতিৰ উপদেশ দিয়া মাধৱৰ।।
নপাৰে মেলাইবে ঘোৰ সংসাৰ সঙ্গটে।
গুৰু আদি একো তাত সম্বন্ধ নঘটে।।

..............................................

..............................................

সিও গুৰু আদি কৰি নাম নধৰক। (১)

যিজনে খেদিব হাতী, সিয়ো পলাল ৰাতি। যিজনে লাৰ ভাৰ ব'বকে নোৱাৰে, সি বিচাৰে পৰ্বত ব'বলৈ; যিজনে পৰ্বত ব'ব পাৰে, তেওঁ তুলাৰ ভাৰকে নব'য়। কাক ক'ম মই, ক'বলৈ ঠাই নাপাওঁ। তোমালোকে অতিথি-অভ্যাগতক সুধি লৈ যাক উপযুক্ত ভাবা তেওঁকে ল'বা। (২)

"গুৰু সেৱা কৰিলে মাৰ্কেণ্ড ঋষি,
লক্ষ্মণেও গুৰু সেৱা কৰিলে হৰিষি।
প্ৰহ্লাদে গুৰু সেৱা কৰিলে বিদ্যমান,
আমিও গুৰু সেৱা কৰিছো কিছুমান।

এতিয়া আচল গুৰু-ভক্তৰ সেৱা, ঈশ্বৰ সেৱা নাই।"

২-৪০-২ আৰু এটা একাদশীত আইধায়ে দুই দিনৰ বাবে সভা পাতি ভক্তৰে সৈতে গুৰুজনাক নিমন্ত্ৰণ কৰিলে। গুৰুজনে দূতক কৈ পঠালে, "একাদশীত ভকতে ৰাতি বঞ্চাত কষ্ট পাব।" পাছত গধূলি গুৰুজনে আইধাইৰ

---

(১) গুৰু আদিৰে একো সম্বন্ধ নঘটিলে মৃত্যুৰ হাত এৰাব নোৱাৰি। যিজনে নিজে মৃত্যুৰ হাত এৰাব পৰা নাই তেনে গুৰুত আশ্ৰয় ফলৱতী নহয়। যিজনে নিজে মৃত্যুৰ হাত এৰিছে তেনে গুৰুৰ ভকতি পন্থ ল'ব। মাধৱদেৱে ভক্তি-ৰত্নাৱলী লিখিছে—

মৃত্যুৰ মুখত পৰি আছে যিটো নৰ।
ভকতিৰ উপদেশ দিয়া মাধৱৰ।।
নপাৰে মেলাইবে ঘোৰ সংসাৰ সংকটে।
গুৰু আদি একো তাত সম্বন্ধ নঘটে।। ৩৬১

........................................................ ...

সিও গুৰু আদি কৰি নাম নধৰোক।
মৃত্যু এৰাইবে নপাৰয় যিটো লোক।। ৩৬৩

(২) এই বাক্যৰ দ্বাৰা গুৰুজনে সৰ্বসম্মতি ক্ৰমে ধৰ্মাধিকাৰী নিৰ্বাচনৰ কথা ব্যক্ত কৰিছে। মাধৱদেৱ গুৰুজনাৰ আদৰ্শকে সাৰোগত কৰি মথুৰাদাস বুঢ়া আতাই তেওঁৰ পিছত বৰপেটা সত্ৰৰ সত্ৰীয়া সমূহ ভকতক নিৰ্বাচন কৰিবলৈ কৈছিল। বৰপেটা সত্ৰৰ সত্ৰীয়া নিৰ্বাচনৰ এই গণতান্ত্ৰিক প্ৰক্ৰিয়া আজিও চলি আছে।

কথা ৰাখিলে। গুৰুজনে ভক্তৰে সৈতে গ'ল সভালৈ। ভকতে দিনটো নাম গাই বাই কীৰ্ত্তন কৰিলে আৰু ৰাতিও তেতিয়া দুই প্ৰহৰমান হ'ল। গুৰুজনে বুঢ়াভাগীয়াৰ দ্বাৰা আইধাইক কৈ পঠালে, "দিনটো মই গাই বাই আছো, এতিয়া ভকতে সভা গাওঁক, মই যাওঁ।" কথাটো আইধাইক কোৱা হ'ল। আইধায়ে ক'লে, "গুৰুজন গ'লে সভাখন ভাগিব, দাসীয়ে প্ৰাৰ্থনা কৰিছো, গুৰুজন ৰওঁক!" গুৰুজনে পুনৰ কৈ পঠালে, "মোৰ বায়ু ৰোগ হৈছে, যাবহে খোজো।" কথাটো লিগিৰাই আইধাইক কোৱাত তেওঁ ক'লে, "গুৰুজন গ'লে থাকিব কোন? বন্দীয়ে প্ৰাৰ্থনা কৰিছো, গুৰুজনে থাকক!" লিগিৰীয়ে গুৰুজনাক বাতৰিটো দিলে। গুৰুজনে পুনৰ কোৱাত আইধায়ে কাতৰহে কৰিলে পুনৰ। তেতিয়া গুৰুজনে লিগিৰীক আইধাইক ক'বলৈ ক'লে, "কোচৰ জীয়ৰীয়ে খৰি কাঠ যুগুতাওঁক মোৰ বাবে।" লিগিৰীয়ে আইধাইক তেনেকৈ কোৱাত তেওঁ ক'লে, " সভাখন নভঙাকৈ গুৰুজন যাওঁক।" ৰামচৰণ আৰু অচ্যুত গুৰুক সভাত থৈ হাত মুখ ধোও বুলি কৈ গুৰুজন উঠি আহিল। বাটৰ পৰা গুৰুজনে দোলাত উঠি গৈছে। তেওঁলোকে আহি ৰজাৰ অঙ্গনবাৰীৰ কাষ পালে। তাৰ পাছতহে মধুপুৰ। ৰজাৰ অঙ্গনবাৰীৰ কাষতে ভিতৰৰ ভিঠাত বৈদ্যপো বলোৰামৰ সত্ৰ। তাতে বৰকৈ নামৰ ধ্বনি উঠিছিল। গুৰুজনে ক'লে, "শ্ৰীৰাম মধুপুৰ পালোহিনে?" শ্ৰীৰাম আতাই ক'লে, "বাপ, নহয়।" গুৰুজনে ক'লে, "ক'তনো ভকতে নাম গাইছে?" আতাই ক'লে, "বাপ, বলোৰামৰ সত্ৰত ভকতে দামোদৰী মতেৰে নাম গাইছে। গুৰুজনে ক'লে, "জানিছা শ্ৰীৰাম, অনেক প্ৰকাৰে বত্ৰিশ অলঙ্কাৰেৰে দেহা সজাই শিৰ নহ'লে যেনে অশোভন দেখি, এই নামো তেনে; শিৰ, ঠিকনা নাইকিয়া, উলামূলা, অমূলক। তোমালোকে যেনেকৈ স্থিতি লভি মূলেৰে সৈতে নাম লৈছা, ইয়াৰ তেনে শিপা নাইকিয়া।" শ্ৰীৰাম আতাই সুধিলে, "বাপ, এই নামৰো ফল আছেনে নাই?" গুৰুজনে ক'লে, "হেৰা, জুশালৰ কাষত হাত সাৱটি থকাতকৈ ভাল; নাম মহাবলৱন্ত, ক'ৰবাত নি থ'বহি। নিৰ্দ্দোষে, অপৰাধ মুক্ত হৈ, পৰস্ত্ৰী ব্যভিচাৰ নকৰি, ভকত দ্ৰোহ মাৰি নাম গালে মোক্ষ পায়, জন্ম মৃত্যু যাতায়ত নাপায়। আৰু তোমালোক একশৰণীয়াৰ বাবে বিষ্ণুপুৰীয়ে থৈছে-

কৃষ্ণৰ দুই অভয় চৰণত ধৰি।

স্বৰ্গ সুখ, নৰক মনে তুচ্ছ কৰি।

দোলাভাৰি চাৰিজনক গুৰুজনাই ক'লে, "তোমালোকে কি ভাগ্য কৰিছা একা, মই বুঢ়াটোক ক'বলৈ পাইছা। আৰু তোমালোকে মোৰ অপৰাধ ক্ষমিবা।" সেই সময়ত তেওঁলোকে মধুপুৰৰ ওচৰ পালে। সত্ৰত নামৰ গুঞ্জ গুঞ্জ ধ্বনি উঠিছিল। গুৰুজনে ক'লে, "শ্ৰীৰাম, আমাৰ ভেলাডোঙ্গা, মধুপুৰ পালোহিনে?" আতাই ক'লে, "হয় বাপ।" গুৰুজনাই ক'লে, "যেন মধুহে নিগৰিব লাগিছে ৰাম নাম ৰসেৰে।" গুৰুজনে মধুপুৰ থান পাই বৈছে।

২-৪০-৩ গুৰুজনাৰ গুণ, শীল, মহিমা দেখি গুৰুজনাৰ ওচৰত শৰণ ল'বলৈ ইচ্ছা কৰি ৰজাই সভাৰ ৰাতিয়ে আইধাইক জোৰকৈ ধৰিলে। ৰজাই আইধাইক ক'লে, "আজি মই একাদশীৰ ব্ৰতেৰে আছো, এতেকে তুমি গুৰুজনাক অনাই মোক কৃষ্ণত ভকত কৰা। আইধায়ে ৰজাক ক'লে, "তুমি ৰাজ কাৰ্য্য চলোৱা; তুমি অনেক দেৱ-দেৱীক পূজিব লাগে, এতেকে কেনেকৈ হৰি ভজি গুৰু ধৰ্ম ধৰিবা, ৰাখিবা?" ৰজাই ক'লে, "মই সকলোকে এৰিম, তথাপি গুৰু ভজিম, কালিলৈ গুৰুজনাক আনি দিয়া মোক।" আইধায়ে তেতিয়া ৰজাক বাৰু বুলি থ'লে। ৰজাই ক'লে, "মই গুৰুজনাক আনি খাটনি ধৰিম আৰু তেৰাই শৰণ নিদিলেও বলেৰে মই ভকত হ'ম।" তেতিয়া আয়ে আজি কালি কৰি, বাৰু আনো, বাৰু আনো বুলি ন দিন কথাটি এৰাই চলিছে। এদিন গধূলি ৰজাই আইক বৰ কঠিন শপত দি ধৰিলে। তেতিয়া আয়ে বুঢ়া ভগীয়াক পঠাই গুৰুজনাক প্ৰাৰ্থনা কৰি জনালে, "গুৰুজনে ভক্তৰ সৈতে আহক। তেৰাক সভাৰ দক্ষিণা কৰো, সেৱা সন্মান কৰো।" বুঢ়াভগীয়াই সেইমতে গুৰুজনাক ক'লে। গুৰুজনাই বুঢ়াভগীয়াক ক'লে, "ভকতে দ্বাদশীৰ ভোজন কৰিছে, মোৰো বায়ু ৰোগ, বৃদ্ধ শৰীৰ, এতেকে যাব নোৱাৰো; আইধাইক তেনেকৈ ক'বাগৈ।" বুঢ়াভগীয়াই আহি গুৰুজনাই আহিব নোৱাৰাৰ কথা ক'লে। আয়ে ক'লে, "খোজ কাঢ়ি যদি গুৰুজনে আহিব নোৱাৰে, বন্দীৰ দোলাখনকে ধুই দিওঁ, দায় দোষ এৰি গুৰুজনে তাতে উঠি আহোক।" গুৰুজনাক সেই কথা কোৱাত গুৰুজনাই খং কৰি ক'লে, "কোচৰ জীয়ৰীয়ে মোক বৰ বস্তুটো দিলে, নিজে গচকা দোলাত উঠিবলৈ? বাৰু আৰু ছয়দিন পাছত একাদশীৰ আগতে যাম।" তেতিয়া আয়ে

ছয়দিন বৈ আকৌ পঠালে বুঢ়াভগীয়াক গুৰুজনাক নিবলৈ। গুৰুজনাই শ্ৰীৰাম আতাক ক'লে, "যাব লাগে যদি ভালকৈয়ে যাওঁ, কাপোৰ কানি দিয়া।" গুৰুজনাই ধুতী, মাথাত বান্ধা কাপোৰ, কঠ, ঢাৰি, লোটা, গাৰু, লাঠি আৰু জাপী ল'লে। ৰামচৰণ ঠাকুৰে ক'লে, "মামা, ৰাজঘৰৰ অভ্যন্তৰত যাবলৈ ওলাইছে, হাত মুখ ধুবলৈ তাত ঠাই নাই; ইয়াতে ধুই লওঁক।" গুৰুজনে ক'লে, "অ' হয়, লোটাটো দিয়া। ৰামচৰণে লোটাটো দিয়াত গুৰুজনে হাত মুখ ধুই বিছনাত বহিল। তেৰাই মৌন হৈ দৃঢ়-নিশ্চয়েৰে ঈশ্বৰক চিন্তা কৰিব ধৰিলে। ভকতসকলে দেখিলে গুৰুজনাই অন্যভাব দেখুৱাইছে। তেৰাই বহাৰ পৰা হালি হালি যায়, কথাবোৰ থোকাথুকি হৈছে। তেনে দৃশ্য দেখি ৰামচৰণে দুজন ভকতক পঠালে হৰিহৰ আতাক আনিবলৈ। ভকত দুজনে আতাৰ তালৈ গৈ ক'লে গুৰুজনাৰ প্ৰয়াণৰ সময়ৰ কথা আৰু ৰামচৰণে তেওঁক মাতিছে বুলি। হৰিহৰ আতাই ভকত দুজনক ৰাগ কৰি ক'লে, "গুচ, যা, মই মৰা মাধৱৰ ভকত নহওঁ; মোৰ গুৰুৰ জন্ম-মৃত্যু, যুৱা-জৰা, আদি-অন্ত নাই; তেওঁ অনাদি পুৰুষ।" সকলো ভকতে গুৰুজনাক প্ৰাৰ্থনা কৰি ক'লে, "বাপ, ঈশবৰৰো আবিৰ্ভাব, তিৰোভাব আছে, আপোনাৰ আজি দেখোঁ অন্য ভাব যেন দেখিছো? আপোনাৰ পাছত কাক কি কৈ যাব?" তেতিয়া গুৰুজনে ক'লে, "মই কাক কি কৈ যাম, শ্ৰীশঙ্কৰ গুৰুৱে কৈ যোৱা নাই নাতি-পুতিত। গুৰুভাৰ ব'বৰ পাত্ৰতো নাইয়ে, গুৰুসেৱা, ভকতসেৱা কৰোঁতাওঁ নাই। সমূহে অতিথি শুশ্ৰূষা কৰিবলৈ যাকে বাছি লোৱা ল'বাহঁক। আৰু বানপানীত যেনেকৈ গুৰি পৰুৱাই জাক বান্ধি ল'লে মৃত্যু নাই, তোমালোক সকলেও লগ নেৰি প্ৰীতি ভাবেৰে গুৰু বাক্যত বৈ হৰিগুণ গাবা; সংসাৰ তৰিবলৈ প্ৰয়াস আৰু কি লাগিছে? মথা ভাঙিলে গুৰি পৰুৱাক যেনেকৈ সাপে, বেঙে খায়, পানীত মৰে, সেৱককো তেনেকৈ লোভ, মোহ, কাম, ক্ৰোধ, কাল, কলি, মায়াই আবৃত কৰি জীৱক সংসাৰত ৰাখে, জন্ম লগাই।" গুৰুজনে তেনেকৈ ভকতক সম্বোধন কৰি ধৰ্ম বস্তু স্মৰণ কৰি উঠি মূৰৰ ওপৰলৈ কাপোৰ ঢাকি শয়ন কৰিলে। ভকতে ক'লে, "ৰামচৰণ, কাপোৰ দাঙি চোৱাচোন।" ৰামচৰণে কাপোৰখন দাঙি চাই দেখিলে গুৰুজনাৰ শ্বাস, নিশ্বাস নাই। তেতিয়া সেইখিনি ঠাইত এটা বৰ শব্দ হ'ল, "মহাগুৰুৰ পাত হ'ল, মহাগুৰুৰ পাত হ'ল।"

সেই শব্দ ৰজাৰ ঠাইতো শুনা গৈছিল। ৰামচৰণ ঠাকুৰ, ৰান্ধনি বলাই আতৈ, নৰহৰি আৰু মুকুন্দ দুই ভাই, এই চাৰিজনে খাটখনেৰে সৈতে গুৰুজনাক তুলি তেৰেচা নৈৰ কাষলৈ নিলে। তেওঁলোকৰ আগত আৰু পাছত ভকতসকলে জয়হৰি, প্ৰাণহৰি ঘোষা কীৰ্ত্তন গাই কান্দি কান্দি গৈছে। তেৰেচাৰ কাষতে খাটখন থৈ চিতা নিৰ্মাণ কৰি চিতাৰ ওপৰত গুৰুজনাক তুলি সকলোৱে দণ্ডৱতে পৰি সেৱা কৰিলে। ৰামচৰণে আঁঠু লৈ সেৱা কৰি চিতাত অগ্নি সংযোগ কৰিলে। ভকতসকলে পুনৰ সেৱা কৰি আকুল বিহ্বল হৈ গুৰুজনাৰ অনেক গুণ বৰ্ণাই কান্দিব ধৰিলে। অৰ্জুন, উদ্ধৱ, দাৰুকে কৃষ্ণৰ বাবে যেনেকৈ কান্দিছিল, আতৈসকলেও গুৰুজনাৰ বাবে তেৰেচাৰ তীৰত মাটিত লুটি বাগৰি ইনাই বিনাই কান্দিব ধৰিলে তেনেকৈ। ৰজাই কথাটো শুনি মাথা চাপৰাই দুখ কৰি ক'লে, "মই মহাপাপী ৰজা, মোৰ কি শৰণ ভজন আছে, মই অধমে কি ধৰ্ম ৰাখিব পাৰো? গুৰুজনাৰ প্ৰয়াণৰ ময়ে কাৰণ হ'লো, গুৰুজনে পৃথিবীত আকৌ বা কতদিন থাকিলহেঁতেন।" আইধায়ে কথাটি শুনি ব্যাকুল বিহ্বল হৈ বিচ্যুৰ্ত্তি খাই মাটিত পৰি মূৰ্চ্ছা গ'ল। পাছত চেতনা পাই মাটিত মূৰ আফলি, হিয়া ধাকুৰি গুৰুজনাৰ গুণ স্মৰণ কৰি কুন্তী, দ্ৰোপদী আৰু পাণ্ডৱে কৃষ্ণদেৱ পৃথিবী এৰি বৈকুণ্ঠলৈ যাওঁতে যেনেকৈ কান্দিছিল তেনেকৈ কান্দি ধাৰাসায়ী হ'ল। পাছত আয়ে সুস্থ হৈ বুঢ়াভাগীয়াত কৈ জাতি আগৰ আৰু ঘী দি পঠাইছে। ডা-ডাঙৰীয়াসকলে খবৰ পাই তেল, ঘী খৰি লৈ আহিল। ৰজাইয়ো জাতি পদ্ম, তেল, ঘী দি পঠালে মদন কাজীক নিৰ্দ্দেশ দি। সেই সময়ত বৰ বৰষুণ আহিছিল। তেতিয়া সেই ডা-ডাঙৰীয়াসকলৰ নাওৰ ছৈ আনি ঘনকৈ খুঁটা দি চিতাৰ ওপৰত ঘৰ কৰা হ'ল। ভকতে তাতে গুৰুজনাৰ নশ্বৰ শৰীৰ দাহন কৰিলে।

এনেতে বৰষুণ এৰিলে। ৰাম আতৈ আৰু নাৰায়ণ আতৈৰ কৰতোৱা গঙ্গাৰ কাষত ঘৰ। দুয়োজনৰ একে প্ৰাণ, এক বস্তু। তেওঁলোক আহিছে গুৰুজনাৰ ওচৰলৈ দুখন ভাৰত বস্তু লৈ। আতৈ দুজনৰ যশ গুৰুজনাই সদায় কয়। গুৰুজনাই কয়, "ৰাম আৰু নাৰায়ণ মোৰ হৃদয়ৰ বস্তু; তেওঁলোকে মোক দিহে খায় আৰু তোমালোকে হাটীত থাকিও আগতে খাইহে মোক এৰা বস্তু দিয়া।" ভকতে সোধে, "বাপ, কেনেকৈ?" গুৰুজনাই কয়, "হেৰা, লোকে মোলৈ বস্তু দ্ৰব্য

আনিলে তোমালোকে মনতে নোকোৱানে, “গুৰুজনে আমাক দিব, আমি খাম, পাম।” এতেকে তোমালোকৰ এৰাহে মই পাওঁ, খাওঁ। ৰাম আৰু নাৰায়ণ মোৰ পৰা দুই তিনি দিনৰ বাটৰ আঁতৰত থাকে, তেওঁলোকে শস্য ৰুৱতেই দৃঢ় মনেৰে মোক দিয়ে, আৰু মই পাওঁ।” তেওঁলোক গুৰুজনাৰ এনে প্ৰপন্ন। দুয়োজন আতৈয়ে অক্ৰূৰৰ যাত্ৰাৰ দৰে আহিছে এনেকৈ কোৱা-কুই কৰি, “আমি গৈ গুৰুজনাক সেৱা কৰিম, গুৰুজনে ক'ব, “কি আনিছা? ভোজন কৰিছানে নাই?” এনে কথা বতৰাত তেওঁলোকে সময়ৰ কথা গমকে পোৱা নাই। তেওঁলোকে আহি বাহিৰ বন্দৰ পাইছে। তেওঁলোকে দেখিলে গুৰুজনে আহি আছে, গুৰুজনৰ পাছত শ্ৰীৰাম আতাও আহিছে, হাতত কম্বলি, কমণ্ডলু, লাঠি আৰু মূৰত জাপী লৈ। দুয়োজন আতৈয়ে গুৰুজনাক লগ পাই ভাৰ দুখন থৈ গুৰুজনাৰ অভয় পদত মাথা থৈ সেৱা কৰিলে। তেওঁলোকে বাটত যেনে বাঞ্ছা কৰি আহিছিল সেয়া সিদ্ধ হ'ল। গুৰুজনে তেওঁলোকক সুধিলে সেইমতে। অক্ৰূৰৰ বাঞ্ছা পূৰণ হোৱাদি হ'ল। সেই সময়ত গুৰুজনে ঘোষা মাতিছে—

“মাধৱৰ নাম বৎস প্ৰায় ভৈল
ভক্তে তাঙ্ক লৈয়া যায়...........।”

গুৰুজনাই সুধিলে, “ভাৰত কি কি আনিছা? তেওঁলোকে ক'লে, “বাপ, দুটোপোলা অৰৈ চাউল, দুটোপোলা উখোৱা চাউল আৰু দুঠোক কল।” গুৰুজনাই ক'লে, “নিয়া; চাউল, কল ৰামচৰণৰ হাতত দিবা, ভকতক ভগাই দিব, যোৱাগৈ।” তেওঁলোকে ক'লে, “বাপ, আপুনি ঘূৰি আহোকগৈ, আমি ইয়াতে ৰ'লো।” গুৰুজনে ক'লে, “ৰ'ব নালাগে, যোৱাগৈ, আমি সেইখিনি ঠাইলৈ যাম।” দুয়োজন আতৈয়ে আহিছে তেৰচা নৈৰ পাৰে পাৰে। তেওঁলোকে নদীৰ এটা মেচ ঘূৰি দেখিলে ভকতে হৰিধ্বনি কৰিছে, নাম গাইছে আৰু তাত জুই ধোঁৱা ওলাইছে। তেওঁলোকে বাটত লগ পোৱা লোকক সুধিছে, “কোনে ৰাম বুলিছে, সাধু মহন্তই নে ডা-ডাঙৰীয়াই।” লোকে ক'লে, “জগত গুৰুৰ প্ৰয়াণ হ'ল।” এজন আতৈয়ে আনজন আতৈক ক'লে, “হেৰা, চাবৰহে ইচ্ছা, কোনে ঢুকাল আনক সুধিব নালাগে। তেওঁলোকে আৰু এটা মেচ ঘূৰি দেখিলে জুই আৰু ধোঁৱা। লোকক সুধিলত ক'লে, “জগত গুৰু বৈকুণ্ঠলৈ গ'ল।” আতৈ

দুজনে সুধিলে, "কোন জগত গুৰু?" লোকে ক'লে, "সেই যে শ্ৰীমাধৱ, মধুপুৰৰ।" এওঁলোক দুজনে ক'লে, "কি কোৱাহে, এতিয়াই দেখি আহিছো, এয়া মিছা কথা।" তেওঁলোকে কিছু ওচৰ পাই দেখিলে শ্ৰীৰাম আতা, ৰামচৰণ আদি সকলো ভকতে গুৰুজনাক কাঠ সংস্কাৰ কৰি আঁঠুত মূৰ সোমাই কান্দিব লাগিছে। আতৈ দুজনে এইবোৰ দেখি গুৰুজনাৰ চিতাৰ আগত দণ্ডৱতে পৰি মূৰ্চ্ছা গ'ল। কিছু সময়ৰ পাছত আতৈ দুজনে চেতনা পাই ক'বলৈ ধৰিলে, "আমি সেইখিনিতে লগ পাই আহিছো গুৰুজনাক আৰু গুৰুজনাৰ পাছত শ্ৰীৰাম আতাই গৈছে কম্বলি কমণ্ডলু লৈ। আমি ভাৰ থৈ সেৱা কৰিছিলো আৰু গুৰুজনে আমি ভাৰত কি আনিছো বুলি সোধাত আমি কৈছিলো। গুৰুজনে ক'লে, "নিয়া, আৰৈ চাউল আৰু মালভোগ কল ৰামচৰণৰ হাতত দিবা, মোক দিব আৰু উখোৱা চাউল, বৰতমণি কল যদুমণিৰ হাতত দিবা, ভকতক ভগাই দিব। আমি সেইখিনিৰ পৰা আহো বুলি গুৰুজন গ'ল।" এইবোৰ কথা শুনি ভকতে আৰু বৰ উচ্চকৈ কান্দোনৰ ৰোল তুলিলে। কোনো কোনো ভকত মূৰ্চ্ছা গৈ অচেতন হৈ পৰি আছে, কোনোৱে কান্দি কান্দি মাটিত বাগৰিছে, কোনোৱে বুকুত ভুকুৱাইছে আৰু কোনোৱে মাথা আফলিয়াইছে। অৰ্জ্জুন আৰু দাৰুকে গৈ কৃষ্ণই বৈকুণ্ঠলৈ যোৱাৰ কথা কোৱাঁত যদুবংশত যেনেকৈ কান্দোনৰ ৰোল উঠিছিল, আতৈসকলে গুৰুজনাৰ গুণ বৰ্ণাই তেনেকৈ কান্দিলে। আহত গছৰ তলত উদ্ধৱে কৃষ্ণৰ বাবে যেনে শোক কৰিছিল, আৰু যমুনাৰ তীৰত উদ্ধৱে বিদুৰক কৃষ্ণ প্ৰয়াণৰ বাৰ্ত্তা কওঁতে বিদুৰে কৃষ্ণক সুঁৱৰি যেনে শোক কৰিছিলে ৰামচৰণ, যদুমণি আৰু শ্ৰীৰাম আতায়ো খেদ কৰি গুৰুজনাৰ গুণ বৰ্ণাই কান্দিলে। সেই আৰৈ চাউল আৰু কলৰে পিণ্ড (?) দিলে ৰামচৰণে। [৩] লাখুৱা ভাৰী আৰু যদুমণি আতৈয়ে এক আঁজলিকৈ চাউল আৰু কল ভকতসকলক ভগাই দিছে। সমূহ ভকতে আলোচনা কৰি অচ্যুৎ গুৰুক সত্ৰীয়া পাতিলে। অচ্যুৎ গুৰুৱে ডা-ডাঙৰীয়াসকলক জাননী দিলে। বেহাৰ আৰু বিজয়পুৰৰ পৰা সকলো

---

৩। কৰ্মকাণ্ডমূলক শ্ৰাদ্ধাদি নকৰাৰ বাবেই গুৰুজন আৰু ভকতসকল ব্ৰাহ্মণ আৰু ৰজাৰ ৰোষত পৰিছিল। এতেকে মহাপুৰুষীয়া ধৰ্মৰ বহিৰ্ভুত কৰ্মকাণ্ডমূলক পিণ্ড দিয়া অনুষ্ঠানৰ কথাটো ইয়াত পিছত সংযোগ হোৱা।

ডা-ডাঙৰীয়া আহি গোট খালে। দহা, শ্ৰাদ্ধ কৰা হ'ল। তাৰ পাছত মাহেকীয়া কাজ আহিল। ডা-ডাঙৰীয়া সকলোৱে আহি দহ, পাঁচ, চাৰি, ছয়, বাৰ, ষোল্ল, কুৰি টকাকৈ তুলিলে আৰু কাপোৰো সেই নিয়মে তুলিলে। আইধায়ে টকা একশ দিলে। সেই টকাৰে কাজৰ বাবে সামগ্ৰী তুলি, লেপ, গাৰু, পাটী, ঢাৰি, লোটা, বাটি, বেৰ, টৌ, জাতি, কৰচ, পীৰা, চৰিয়া, খৰম, জাপী, লাঠি, বস্ত্ৰ সকলো ৰামচৰণক দিলে। অনেক সহস্ৰ ব্ৰাহ্মণ আহিছিল। ৰামচৰণে ব্ৰাহ্মণক দান-দক্ষিণা কৰিলে। ভকতে নাম গাই বাই কীৰ্ত্তন কৰিলে। মহা মহোৎসৱ হ'ল। গুৰ, গাখীৰ, দৈ, অনেক দ্ৰব্য খাই অন্ত নপৰাকৈ জমা হ'ল। ৰাইজৰো অসংখ্য লোক। সকলোৱে তিনিদিন খাই লৈ গ'ল, কোনো কোনোৱে ৰ'ল। এইমতে মহা মহোৎসৱেৰে মাহেকীয়া গ'ল। তাৰ পাছদিনা ভকতক চাউল সিজাই ভাত দিলে ৰামচৰণ ঠাকুৰে। বৰ সভা হৈছিল।

তাৰ পাছত সকলোৰে পৰা বিদায় লৈ ৰামচৰণ ঠাকুৰে নাৰায়ণ দাস ঠাকুৰ আতাৰ তালৈ আহিল। ঠাকুৰ আতাই কথাটি শুনি ব্যাকুল বিহ্বল হৈ আইৰ সৈতে খেদ কৰি কান্দিলে গুৰুজনাৰ গুণ বৰ্ণাই। আয়ে দৈ, চিৰা, কল থৈছিল পুছা পৰ্বলৈ। সেৰা জনাই আয়ে সেয়া ৰামচৰণক সিধা দিলে। বুঢ়া আতা, ভৱানীপুৰীয়া আতা, দক্ষিণ কুলৰ আতা, আই গোসাঁনী, ৰামচৰণ ঠাকুৰ, পঢ়িয়া মাধৱ, লক্ষীকান্ত আতৈ, চকেনিয়া গোবিন্দ, গোমাৰ গোবিন্দ, দক্ষিণে-উত্তৰে সকলোৱে মিলি বৰপেটাত সাত দিন সাত ৰাতি বৰ মহোৎসৱ কৰিলে। অসম ৰাজ্যতো বদুলা আতা, ভাটোকুছীয়া আতাই শুনি খেদ কৰি ভকত গোটাই ছয় দিন কীৰ্ত্তন কৰিলে। কৃষ্ণদেৱ বৈকুণ্ঠলৈ যোৱাত যেনেকৈ তিনিখন নগৰে উচ্ছন্ন হ'ল, গুৰুজনে পৃথিবী এৰাতো তিনিও ৰাজ্যৰ সেৱক বাপুসকলে খেদ, শোক পালে। জন্ম-মৃত্যু, মধ্য-জৰা-যুৱা নাই গুৰুজনাৰ, সনাতন পুৰুষৰ, তথাপি নৰ-দেহা ধৰে কাৰণৰ হেতু।

২- ৪০-৪ গুৰুজনে হৰিসিংহ বৰাৰ ঘৰত চাৰি বছৰ, বৰাৰ বাৰীত চাৰি বছৰ, লেটেকু পুখুৰীৰ পাৰত ছয় বছৰ, পলাই ফুৰা সময়ত তিনিমাহ, বণ্ডুকাত পিতৃ বিয়োগ আৰু কৃষি কৰোঁৱা জমিদাৰ নৰিয়াত পৰালৈ পাঁচ বছৰ, শ্ৰীশঙ্কৰদেৱৰ তিনিকুৰি পোন্ধৰ বছৰ যোৱাত শ্ৰীমাধৱদেৱ একুৰি বাৰ বছৰত তেওঁ গুৰুজনক

লগ পাইছে ধুৰাঁহাট বেলগুৰিত। ধুৰাঁহাটত অহা যোৰাকৈ গুৰুসেৱা কৰিছে এঘাৰ বছৰ, হাতী ধৰাত, পোৰা নগৰ, বৰদুৱাৰ মুখত, আহুত গুৰিত ছয়মাহ, কাপলাত তিনিমাহ, তাতে মাতৃ ঢুকাইছে। বাৰাদিত তিনি বছৰ, কলানীকুছিত তিনিমাহ, গণককুছিত ওঠৰ বছৰ, আই গোসাঁনীৰ গৃহত পাটবাউসীত এবছৰ, খিৰামৰলৰ বাৰী সোন্দৰাত তিনিমাহ, সুন্দৰীদিয়াত বাৰ বছৰ, গোমুৰাত তিনিমাহ, হেৰেমদত তিনিমাহ, বৰপেটাত আঠ বছৰ, বেহাৰৰ বাৰুদ ভাণ্ডাৰত ছয়মাহ, হৰিবল্লভ আতৈৰ ঠাইত আৰু ভূষণ গুৰুৰ ঠাইত তিনি পষেক, ক্ষেত্ৰচ'ৰা বাৰীত সাতদিন, ৰামচৰণ ঠাকুৰৰ পাট গোহালিত পুনৰ তিনিমাহ, হাজোৰ ৰামদিয়াৰ বালিত তিনিমাহ, বিজয়পুৰৰ বলাই আৰু নৰসিংহৰ ঠাইত কুৰিদিন। বেহাৰৰ ৰাম আতৈৰ বাৰীত তিনিমাহ, খৰিমা দলৈৰ বাৰী আৰু ভেলাডোঙা মধুপুৰত দুই বছৰ বৈ গুৰুজনে বৈকুণ্ঠলৈ গৈছে। মুঠ ছয়মাহ পাঁচ বছৰ কম একশ বছৰ। শ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত একুৰি আঠ বছৰ পৃথিবীত বৈ জীৱক কৃপা কৰি সকলো থান ঘূৰি শুদ্ধ ধৰ্ম প্ৰৱৰ্ত্তাই ভাদ্ৰ মাহৰ সাতাইশ দিন যোৱাত পূৰ্ব-ভাদ্ৰ নক্ষত্ৰত মঙ্গলবাৰে ১৫১৮ শকত মধুপুৰত মাধৱদেৱ গুৰুজনাই নৰনাট সামৰিছে পৃথিবী এৰি। [৪]



---

৪। এইখন গ্ৰন্থতে মাধৱদেৱে গুৰুজনাৰ জন্ম তিথি দিয়া হৈছে— ২ জেঠ, ১৪১১ শক আৰু বৈকুণ্ঠ প্ৰয়াণৰ তিথি দিয়া হৈছে— ২৭ ভাদ্ৰ, ১৫১৮ শক। সেই হিচাপত গুৰুজনাৰ আয়ুস কাল হয় ১০৭ বছৰ, ৪ মাহ, পঁচিশ দিন। আন আন চৰিত পুথিতো গুৰুজনাৰ পৰমায়ু একশ সাত বছৰ হিচাপে উল্লেখ আছে। কিন্তু ইয়াত গুৰুজনাৰ পৰমায়ুস ভাঙি দেখুওৱাতে বছৰৰ কিছু তাৰতম্য ঘটিছে।

# একচত্বাৰিংশ অধ্যায়

২-৪১-১ **হৰিহৰ আতাৰ চৰিত ঃ** মধুপুৰৰ বিৰকত ভেঠাত ৰামৰাম গোসাঁই পাঠক আছিল। ৰামৰাম গোসাঁয়ে গুৰুজনাৰ পৰা বিদায় প্ৰাৰ্থনা কৰি আই গোসাঁনী, ঠাকুৰ আতা, বুঢ়া আতা, বিষ্ণু আতা আৰু কামৰূপৰ সেৱকক চাবলৈ উজাই আহিল। পাছত গুৰুজনে ভাটীৰ ফালৰ কেশৱ আতৈক পাঠ পঢ়িবলৈ দিলে। আতৈয়ে পাঠ পঢ়িছে; ইকাৰ, একাৰ এৰি অশুদ্ধকৈ পাঠ পঢ়ে তেওঁ। হৰিহৰ আতাই তাকে ধৰে। সেয়ে কেশৱ আতৈ আৰু হৰিহৰ আতাৰ মাজত অসূয়া হ'ল। আতৈয়ে হৰিহৰ আতাক বাক্য-বচনে হিংসা কৰে আৰু কয়, "এওঁৰ কাৰণেহে পঢ়িব নোৱাৰো।" কেশৱ আতৈয়ে এদিন গুৰুজনাক ক'লে, "বাপ, হৰিহৰ আতাৰ নিমিত্তে পঢ়িব নোৱাৰো। শুদ্ধকৈ পঢ়িলেও অসূয়া কৰি ধৰে এৰিছো বুলি।" গুৰুজনে একো নামাতিলে। আতৈয়ে পুনৰ পাঠ পঢ়িছে আৰু হৰিহৰ আতাই ধৰে আকৌ। পাছত দুয়োজনৰ মাজত বৰ দন্দ লাগিল। কেশৱ আতৈৰ ফলীয়া কেইজনমানেও হৰিহৰ আতাক ধৰিলে। তাৰ পাছত কেশৱ আতৈয়ে গুৰুজনাক ক'লে, "বাপ, হৰিহৰ আতাৰ বাবে পঢ়িবও নোৱাৰো আৰু ইয়াত থাকিবও নোৱাৰো। আমি পাঁচজনক আপোনাক লাগে, নে তেওঁক অকলে লাগে? হয় তেওঁক উলিয়াওক, নহয় আমাক খেদক।" তেতিয়া গুৰুজনে হৰিহৰ আতাক মাতি আনি ক'লে, "তুমি মোৰ হৃদয়ৰ বস্তু; কিন্তু দোকানখন যে ভাঙে। এতেকে তুমি কাঁথিতে বহিবা, নহ'লে সিহঁত পাঁচজনেই যায়।" আতাই সন্মতি জনালে। গুৰুজনাই প্ৰসঙ্গৰ সময়ত সকলোৰে আগত হৰিহৰ আতাক ক'লে, "হৰিহৰ, তুমি কাঁথিতে বহিবা, এওঁলোকে তোমাক ভাল নাপায়।" আতাই গুৰুজনাৰ বাক্য শিৰোধাৰ্য্য কৰি কঠ লৈ কীৰ্ত্তন ঘৰৰ কাঁথিত বহিল। কেশৱ আতৈয়ে পাঠ পঢ়িছে আৰু হৰিহৰ আতাই পাঠ অশুদ্ধ হ'লে কাঁথিৰ পৰাই ধৰে। কেশৱ আতৈয়ে পুনৰ গুৰুজনাক ক'লে, "বাপ,

হৰিহৰে কাঁথিত থাকিলেও পঢ়িব নোৱাৰো, শুদ্ধকৈ পঢ়িলেও হিংসা কৰি ধৰে।” গুৰুজনাই আতাক ক'লে, “হেৰা হৰিহৰ, তুমি চোতালতে বহিবা।” হৰিহৰ আতাই চোতালত বহিছিল। চোতালৰ পৰাও আতাই ধৰে পঢ়োতে একাৰটি এৰিলেও। কেশৱ আতৈয়ে পুনৰ গুৰুজনাক ক'লে, “বাপ, তেওঁ চোতালৰ পৰাও অসূয়া কৰেহে।” গুৰুজনাই হৰিহৰ আতাক ক'লে, “তুমি হাটীৰ কাঁথিত বহি শুনিবা।” আতা হাটীৰ কাঁথিতে বহিছে। কেশৱ আতাই পাঠ পঢ়ে আৰু অশুদ্ধ হ'লে হৰিহৰ আতাই হাটীৰ কাঁথিৰ পৰাই ধৰে। পাছত কেশৱ আতৈ আৰু কেইজনমানে লগ হৈ গৈ গুৰুজনাক ক'লে, “বাপ, হৰিহৰে পাঠ শুনিলেই ধৰে, পঢ়িবকে নোৱাৰো; ইয়াতো ৰ'ব নোৱাৰো, আনফালে যাঁমহে।” তেতিয়া গুৰুজনে হৰিহৰ আতাক সম্বোধন কৰি ভৰসা দি ক'লে, “আপুনি নিমিলা শাস্ত্ৰ, তাকো পঢ়া হুয়া ছাত্ৰ। নাগাই-নুশুনি হৃদয়ত দেখোঁ ঈশ্বৰক পাই আছা তুমি। সিহঁতে যি ভাগেই পঢ়ক, তুমি নুশুনিবাচোন। হাটীতে বহি থাকিবা, আৰু নামাতিবা।” হৰিহৰ আতাই হাটীতে বহি গীত-পদ-ঘোষা গায়, চৰিত তোলে আৰু ভকতসকল তালৈ গৈ সাবটা-সাবটিকৈ বহে। নাম-পাঠ শুনোতা ভকত নোহোৱা হ'ল, প্ৰসঙ্গ সেৰেঙা হ'ল। কেশৱ আতৈ আৰু লগৰবোৰে গুৰুজনাক লগালে, “বাপ, হৰিহৰে আপোনাক ভাঙি অধিকাৰ হ'ব খুজিছে। ৰাতিয়ে দিনে মেল-আলোচনা কৰিছে বাহাত। মানুহ লগহৈ চাওঁক, মিছা কওঁনে আমি। আৰু তেওঁ কিবা এটা ধৰ্ম মতো উলিয়াইছে।” গুৰুজনে ধেমালিৰ সুৰত হৰিহৰ আতাক ক'লে, “হয়নে হৰিহৰ, তুমি হেনো মোৰ ওপৰত অধিকাৰ হ'ব ওলাইছা? দেখোঁ আগৰে পৰা মোৰ ওপৰত তোমাৰ অধিকাৰ অধিক। এতিয়ানো নতুনকৈ কিয় হ'ব লাগিছে। তাকে দেখোঁ খলুৱাহঁতে কয়।” তেতিয়া হৰিহৰ আতাই দুখ কৰি এটি দৃষ্টান্ত দিছে— বাপ, এটি মঙ্গলবৰীয়া শিয়ালৰ ৰজাৰ শ্ৰীমুখ চাবলৈ ইচ্ছা হ'ল। সি ৰজাক দেখা নাই। এদিনাখন সি ৰজা বাহিৰলৈ ওলোৱাৰ সময়ত মুখ্য দুৱাৰ মুখৰ সন্মুখত মৰাৰ ভাও জুৰি পৰি আছিলগৈ। তেতিয়া ৰজাৰ আলধৰা এজনে দেখা পাই ক'লে, “মঙ্গলবৰীয়া শিয়ালৰ নেজ লাগে ঔষধলৈ।” এই বুলি কৈ সি শিয়ালৰ নেজডাল কাটি নিলে। এনেকৈ আন এজনে নিলে কাণ কাটি, কোনোৱে নিলে নাক কাটি, কোনোৱে নিলে দাঁত কাটি আৰু কোনোৱে

নিলে নখ কাটি। ৰজাই ওলাই আহিল। এনেতে এজনে ক'লে, "শিয়ালৰ আগ মণ্ডহে লাগে।" তেতিয়া শিয়ালে মনতে ক'লে, "ৰজাৰ শ্ৰীমুখ চাবলৈকেহে শুইছিলো, নাক, কাণ, দাঁত, নেজ সকলো কাটি নিলে আৰু এতিয়া আগ মণ্ডহত হাত দিছে, এতিয়া মোৰ বধহে।" এই বুলি শিয়ালে প্ৰাণৰ মায়াত ভিৰাই ল'ৰ মাৰিলে। আতাই পুনৰ ক'লে, "আৰু ময়ো গুৰুজনাৰ শ্ৰীমুখ চাই শৰীৰ পেলাবলৈ মন কৰিছিলো সেৱকৰ শেষত; নোৱাৰিলো, আগ মণ্ডহত হাত দিলেহি, মোৰ যাবহে লাগে। কৃষ্ণদেৱে কৈছে গোপী আই সকলক—

বিদূৰত থাকি কৰা শ্ৰৱণ কীৰ্ত্তন।
বাঢ়ে মোৰ ভকতি, নিৰ্মল হোৱে মন।।

দেখি-শুনি থকা বস্তুৰ প্ৰতি অৱহেলা হয়।" এই বুলি কৈ হৰিহৰ আতাই উৰাল, উৰালমাৰি, এখনীয়া দুৱাৰ আৰু মেকুৰীটো, এই চাৰি বস্তু লৈ গ'ল গুৰুজনাক সেৱা কৰি বিদায় লৈ। তেতিয়া গুৰুজনে দুই ধাৰীয়া তৰোৱালৰ মাজত পৰাদি পৰি দুখ কৰি দুটি গীত ৰচনা কৰি গাই আতাৰ পাছে পাছে গৈছে। গীত দুটাৰ ৰাগ ভাটীয়ালী। গুৰুজনে আতাক ৰাখিলে কেশৱ আতৈৰ সৈতে সাতজন ভকত এক গোট হৈ ভাঙে আৰু নাৰাখিলে কৃষ্ণৰ লগত বসুদেৱ দৈৱকীৰ পঞ্চপ্ৰাণ যোৱাদি যায়। প্ৰেমত বিহ্বল হৈ গুৰুজনে গীত ৰচিছে— হৰিহৰৰে বাপ পশিলো শৰণে............। আৰু মোৰ পতিত পাবন প্ৰভু, হৰিহৰৰে বাপ, কিনা গতি হৈলো হামাৰে..........।

২- ৪১-২ হৰিহৰ আতা গ'ল আৰু তেওঁ পেটিমৰা বিল পাৰ হৈ সৰিয়হতলিৰ চালিৰ তলত ৰাতিটো ৰৈছে। ৰাতিপুৱা গৰখীয়া ল'ৰাই আতাক বাহা সজাই দি খৰি, শাক-পাত আনি দিছে। আতাই ভিক্ষা কৰি এসন্ধা খায়। কামৰূপৰ পৰা গৈ ভাটোকুছীয়া আতাই সন্ধিয়া মধুপুৰ পাই দেখিলে হৰিহৰ আতা তাত নাই। আতাই গুৰুজনাক হৰিহৰ আতাৰ বিষয়ে সুধিলে। গুৰুজনাই ক'লে, "হৰিহৰে মোক এৰিলে।" ভাটোকুছীয়া আতাই ক'লে, "বাপ, সাগৰৰ পানী এৰি জানো ৰাঘ বৰালী জীয়ে? মই হৰিহৰ আতাক চাব বিচাৰো।" গুৰুজনাই ক'লে, "যোৱা আৰু পাৰা যদি ঘূৰাই আনিবা।" ভাটোকুছীয়া আতাই গৈ বিলৰ ইপাৰত ৰৈ সিপাৰৰ ল'ৰাহঁতক মাতি হৰিহৰ আতাক ক'বলৈ ক'লে

কেশৱ আতা আহিছে বুলি। ল'ৰাহঁতে সেইমতে হৰিহৰ আতাক ক'লে। হৰিহৰ আতাই মনতে ক'লে, "কেশৱ কাল ইয়াতো আহি পালেহি, সকলো বান্ধি ইয়াৰ পৰা ওলায়ে যাওঁ।" হৰিহৰ আতাই ল'ৰাহঁতক মাতি ক'লে, "বাপুহঁত, সোধাচোন সেই কেশৱ ভাটীৰ নে উজনীৰ।" ভাটোকুছীয়া আতাই তেওঁ উজনীৰ কেশৱচৰণ বলি ক'বলৈ ক'লে। ল'ৰাহঁতে সেইমতে ক'লে। তেতিয়া হৰিহৰ আতাই বস্তুবোৰ থৈ বঠা, ধনু-শৰ লৈ ওলাই আহিল, ফুকনৰ হাট পৰ্বত ঘৰৰ ওচৰে-পাজৰে ফুৰা অভ্যাসত। আতাই নাও লৈ কেশৱচৰণ আতাক আনিব গ'ল। বিলত কাতল মাছে উশাহ লৈছিল আৰু আতাই ধনু-শৰ ধৰি "ভকতৰ বাবে ৰামে কৰিছে অন্যায়" বুলি কৈ মাছটিলৈ শৰ মাৰি শৰৰ ৰচী টানি মাছটি ধৰিলে। হৰিহৰ আতাই নাওখন পাৰলৈ নি কেশৱচৰণ আতাক নাওত উঠিব ক'লে। কেশৱচৰণ আতাই নাওত উঠি ক'লে, "মই বঠা বাম, বঠাখন দিয়ক।" হৰিহৰ আতাই ক'লে যে তেওঁহে আতাক নিবলৈ আহিছে। হৰিহৰ আতাই নাও বাই আহিছে। কেশৱচৰণ আতাই ক'লে, "বাপ, আপোনাৰ নিচিনা পুৰুষক নাওৰ কাণ্ডাৰী পালো, যেন ভৱ সাগৰ পাৰ হ'বলৈ নৌকা যান পালো; মোৰনো কি বাকী ৰ'ল আৰু!" এনে কথোপকথনেৰে আনন্দ মনেৰে দুয়োজন আতাই গৈছে। হৰিহৰ আতাই মাছটি কাটি তাৰ মাজৰ আঠ আঙুল পৰিমাণৰ মাছ গুৰুজনালৈ ৰাখি ভাত ৰান্ধিছে। হৰিহৰ আতাই প্ৰসঙ্গ কৰি গৈছিল। তেওঁ কেশৱ আতাক শাস্ত্ৰ পাঠ কৰিবলৈ ক'লে। কেশৱ আতাই শাস্ত্ৰ পঢ়িছে– "অচিৰে কালতে পায় হৰি ভকতক মিত্ৰ।" হৰিহৰ আতাই ক'লে, "শত্ৰু বুলি পঢ়ক।" কেশৱ আতাই লিখা আখৰত "মিত্ৰ" থকা বুলি ক'লে। হৰিহৰ আতাই ক'লে, "শত্ৰু বুলিয়ে পঢ়ক, পিছলৈ শত্ৰু হ'ব।" তাৰ পাছত মহা আনন্দ সুখত দুয়োজন আতাই ভোজন কৰি উঠি মুখশুদ্ধি কৰিছে। হৰিহৰ আতাই সুধিলে কেশৱ আতাই কেতিয়া মধুপুৰ আহি পালে আৰু তেওঁৰ ওচৰলৈ কিয়নো আহিছে। কেশৱ আতাই ক'লে, "আতা, আপোনাক সেৱা কৰি যাবলৈ আহিছো।" তেওঁ আৰু সুধিলে, "আতা, আপুনি কিয় গুৰুজনাক এৰি আহিলে?" হৰিহৰ আতাই দৃষ্টান্ত দি ক'লে, "হৰিৰপো, সদাগৰে নাও লৈ গৈ বণিজত লাখ টকা ঘটে; কিন্তু সেই নাও ডোবাত থয় আৰু তাতে ৰ'দ-বৰষুণত, হিমত নাওখন ফাটে, পচে গৃহস্থৰ

অৱহেলাত। আৰু চহকী, আঢ্যৱন্ত লোকে গৰু-ম'হেৰে হাল বাই ধান, মাহ, সৰিয়হ, কুঁহিয়াৰৰ খেতি কৰি বেচি লাখ টকা আৰ্জে। সেই গৰু-ম'হ বুঢ়া হ'লে খাল-ডোবাত পৰি মৰে; গৃহস্থই কি হৈছে বুলিয়ে নাচায়, ঘাঁহ-পানী দিয়াটো বাদেই। আগতে আছিলো লাগি, ভাল খালো-ল'লো জাগি। এতিয়া হ'লো চেৰেলা গাই, "জাকতো নিদিয়ে ঠাই।" কেশৱ আতাই ক'লে, "নহয় আতা, গুৰুজনে মোক আপোনাক নিবহে কৈছে।" হৰিহৰ আতাই ক'লে, "হেৰা কেশৱ, কিয় মিছা কোৱা, কিছু সময় আগতে এই কঠতে বহি গুৰুজনে নাম গাই কথা সুখত আছিল তামোল চোবাই।" কেশৱ আতাই গুৰুজনে তাঁলৈ যোৱাৰ চিন দেখি আচৰিত হ'ল। [১] কেশৱ আতাই হৰিহৰ আতাক সেৱা কৰি বিদায় লৈ আহিব ওলাল। হৰিহৰ আতাই কেশৱ আতাক মাছ এডোখৰ দি ক'লে, "গুৰুজনাক ক'বা, তেওঁ মোৰ চৰণ নাপাহৰে যেন।" কেশৱ আতাই বিদায় লৈ আহিছে দুখ মনেৰে বাটত চিন্তা কৰি, "এনে বাক্য হৰিহৰ আতাই কিয় ক'লে?" কেশৱ আতাই গুৰুজনাৰ ওচৰ পাই মাছডোখৰ তেৰাক দি সেৱা কৰিলে। গুৰুজনে হৰিহৰ আতাৰ খবৰ-বাৰ্ত্তা সুধি ক'লে, "হেৰা কেশৱ, হৰিহৰে মোক কি বুলি ক'লে।" কেশৱ আতাই সেহাই সেহাই ক'লে, "নাই বাপ, একো কোৱা নাই।" গুৰুজনাই ক'লে, "কিবা কৈছে হ'বলা?" আতাই ক'লে, "বাপ, নালাগে সুধিব।" গুৰুজনাই ক'লে, "কোৱা, তেওঁ কৈছে আৰু তুমি নক'বলৈ কোন?" কেশৱ আতাই হৰিহৰ আতাই কোৱা কাথাষাৰ কৈ ক'লে, "বাপ, এনেকৈ ক'লে দেখোঁ, ভুলতেই ক'লে নেকি; ইমান জনা লোক তেওঁ।" তেতিয়া গুৰুজনাই দুখ কৰি এটি দৃষ্টান্ত কৈছে— এটি আত্মাই শ্ৰুতনদীৰ তীৰত ধৰ্য্য বৃক্ষ হৈ আছিল। পাছত সেই বৃক্ষক মোহ পাকে খহাই পেলালে অনেক বিকাৰ-লতাৰে সৈতে। কাল নদীত পৰি বৃক্ষক খেদ কৰিছে, "নাও জিৰাব ক'ত?" পক্ষী জিৰাব ক'ত? আৰু লতাইবা বগাব ক'ত?" মৰা বৃক্ষৰ দৰে হৰিহৰে পৰোক্ষভাৱে মোৰ হিতহে চিন্তিছে।"

---

১। তন্ত্ৰ শাস্ত্ৰ মতে প্ৰত্যেক মানুহৰ এক ছায়া শৰীৰ আছে। তেনে ছায়া শৰীৰে গতি কৰিবও পাৰে। উক্ত ঘটনাই তাৰেই ইঙ্গিত বহন কৰিছে।

২- ৪১-৩ হৰিহৰ আতাই গুৰুজনাৰ সেই কথা শুনি দুখ-বিৰকতি লাগি সেই ঠাইত ছয়মাহ থকাৰ অন্তত চাৰিটি বস্তু লৈ তাৰ পৰা গুচি গ'ল। তেওঁ গৈ কৃষ্ণ সত্ৰীয়াৰ বাৰীত আছিল। ভিঠাটিৰে নাম জিকা পুলিৰ ভিঠা। তাতে আতাৰ মাছলৈ বিৰকতি লাগিল। আতাই এটি ঘৰ সাজি আছিল। সত্ৰীয়াই আতাক গুৰুজ্ঞান কৰি সেৱা পৰিচৰ্য্যা কৰিছিল চাউল-পাত, তেল, লোণ, মাছ, খৰি আদি দি। এদিন হৰিপ্ৰভাৰ মাকে মাছ এটি পাই বাছিছে। নাতিয়েকে কান্দিছিল পঁইতা ভাত আগত লৈ, শুদা ভাত খাই গৰু চাৰিবলৈ নাযাওঁ বুলি। বুঢ়ীয়ে সেই মাছৰে ফিছাৰ এডোখৰ কাটি নাতিয়েকক দিছে পুৰি খাবলৈ। আতাই আজ্ঞা সিজাই তাত মাছ দিবলৈ যোৱাত মাছটি জোৰা লগাই চাই দেখিলে এটুকুৰ মাছ নাই। আতাই বুঢ়ীক মাতি সুধিলে। বুঢ়ীয়ে প্ৰাৰ্থনা কৰি মাছ এডোখৰ নাতিয়েকক দিয়াৰ কথা ক'লে। আতাই বুঢ়ীক খং কৰি ক'লে, "অ' পাপিষ্ঠী, দিয়া যদি মোক দেখুৱাই, মোক কৈ দিব পোৱা; অত দিন এৱাকে খুৱাইছা মোক।" এই বুলি বিৰকতি লাগি উৰাল, উৰাল মাৰি, দুৱাৰ আৰু মেকুৰীটো লৈ আতা তাৰ পৰা গুচি গ'ল তাত এবছৰ থকাৰ অন্তত। তেওঁ গৈ ৰঘুপতি সত্ৰীয়াৰ বাৰীত ৰ'লগৈ। ভিঠাৰ নাম মৰিচ বাৰী ভিঠা। সত্ৰীযাই আতাক এটি বাহা সজাই দি মহাশ্ৰদ্ধাৰে আতাক সেৱা ধৰিছিল বস্তু সামগ্ৰী দি। এবাৰ সত্ৰীয়াই আতাৰ সৈতে পাচলি হাটলৈ গ'ল। সত্ৰীয়াই দুটা আৰু আতাই তিনিটা লাউ আনিছে। আতাই আউসীত এটা আৰু একাদশীত আন এটা লাউ ভোজন কৰিছে আৰু এটা থৈছে। মহা প্ৰচণ্ড দুষ্ট চিদাই ঠাকুৰীয়াই আহি সত্ৰীয়াক ধৰিলে লাউ এটা ধাৰলৈ দিবলৈ। দিলে হেৰাব বুলি সত্ৰীয়াই ঠাকুৰীয়াক লাউ নিদি আতাৰ লাউৰ কথা ক'লে। ঠাকুৰীয়াই আতাক জোৰকৈ ধৰিলে "দিয়ক, ঘূৰাই দিম" বুলি। আতাই ঠাকুৰীয়াক লাউ দি পঠাই ক'লে, "সত্ৰীয়াৰ গাওঁৰ লোক, তেওঁ দিব লাগে; তেওঁ নিদি দুষ্ট শঠক মোক লগাই দিয়ে। আৰু নিদিলেও অনেক নিন্দাবাদ কৰিলেহেঁতেন। এতেকে ইয়াত থকাটো ভাল নহয়।" এই বুলি কৈ আতাই তাত আঢ়ৈ বছৰ থকাৰ অন্তত তাৰ পৰা গুচি গ'ল। তেওঁ গৈ লক্ষ্মীপতি সত্ৰীয়াৰ ঘৰত ৰ'লহি। ভিঠাৰ নাম জালুকবাৰী ভিঠা। তাত আতাৰ বিৰকতি লাগিল ধানকলৈ। সত্ৰীয়াই আতালৈ এটি বাহা সজাই দি আতাক

সেৱা-শুশ্ৰূষা কৰিছিল তিনি বছৰ। সত্ৰীয়াই এদিন আতাক ক'লে, "আতা আমাৰ হালোৱাই খেদি কৰিছে, চহোৱা মাটি এডৰাত আমাৰ পৰাই বিধান গুটি নি সিচি থ'ব আপোনাৰ নামত। সেই ধান মই চাউল কৰাই দিম।" তেতিয়া আতাই ধানৰ বিধান নি এডৰা মাটিত সিচি থ'লে। জেঠ মাহত আতাই ধান নিৰাবলৈ গ'ল। হালোৱাই ক'লে, "আতা, আপুনি কি ধান নিৰাব, আপুনি যাওঁকগৈ, আমিয়ে নিৰাম।" ধান পকিল। ধান দাবলৈ কাঁচি লৈ গ'ল আতাই। হালোৱাই ক'লে, "আতা যাওঁকগৈ, আমিয়ে ধান দাই ভঁৰাল সাজি ধান ভৰাই থম আপোনাৰ বাবে।" তাৰ পাছত হালোৱাই ধান আনি গৃহস্থৰ ভঁৰালত ভৰাই থ'লে। আতাই ধানৰ কথা সুধিলত সিহঁতে ক'লে, "আতা আপুনি কি মৰণা মাৰিব, জৰা-শুকোৱাৰ কি শ্ৰম কৰিব? আগৰ দৰে ধান বনাই চাউল কৰি দিম আপোনাক।" আতাই ক'লে, "তহঁতক কেতিয়া মই ধান খুজিছিলো? দিম বুলি কৈ এতিয়া না, না কৰি লঘু কৰিছা মোক। ইয়াত আৰু থকা ভাল নহ'ব।" এই বুলি কৈ বিৰকতি লাগি চাৰি বছৰ তাত থকাৰ অন্তত চাৰিটি বস্ত্ৰ লৈ আতা গুচি গ'ল তাৰ পৰা। তেওঁ গৈ পদ্মপাণিৰ বাৰীত ৰৈছে। সেই ঠাইত আতাৰ বিৰকতি হ'ল কাপোৰত। পদ্মপাণিয়ে এটি ঘৰ সজাই দি আতাক গুৰু জ্ঞান কৰি সেৱা-শুশ্ৰূষা কৰিছিল। চ'ত মাহৰ এদিনাখন আতাৰ ঘৰত চোৰ সোমাল। চোৰে আতাৰ সকলো বস্ত্ৰ লৈ আতাৰ গাৰ কাপোৰখনকো নিব খুজিলে। আতাই ক'লে, "মোক নুচবি, সকলো লৈ গুচি যা।" চোৰে কিছু দূৰ গৈ পুনৰ ঘূৰি আহিল। আতাই চোৰক গাৰ এখন কাপোৰ দলিয়াই দি ক'লে, "তাকে লৈ গুচি যা, গৃহস্থই লগ পালে তোৰ দেহাকে মাৰিব। চোৰে ঘৰৰ বাহিৰ ওলাই পুনৰ ঘূৰি আহিল আতাক চুবলৈ। আতাই পুনৰ গাৰ এখন কাপোৰ দলিয়াই দি ক'লে, "যা পাপী, গুচ।" চোৰে কাপোৰ লৈ সিন্ধিৰে সৰকিব বিচাৰি সিন্ধি নেদেখা হ'ল। সি অন্ধ হ'ল। চোৰে এখন কাপোৰ এৰাত সি সিন্ধিটো দেখিলত বাহিৰ ওলাই আনখন কাপোৰ লৈ যোৱাত তাৰ জ্ঞান বুদ্ধি হেৰাই বাৰীত ঘূৰি ফুৰিব ধৰিলে। পাছত আনখন বস্ত্ৰও এৰি সি সীমাৰ বাহিৰ হ'ল। পাছত সি ঘূৰি আহি কাপোৰখন লৈ যায় আৰু পুনৰ নেদেখা হৈ কাপোৰখন থৈ যায়। এনেকৈ অহা-যোৱা কৰোঁতে তাৰ ৰাতি পুৱাল। তেতিয়া চোৰে আতাৰ আগলৈ গৈ

দণ্ডৱতে পৰি আতাক স্তুতি কৰি ক'লে, "আপুনি ঈশ্বৰ।" আতাই ক'লে, "কাপোৰবোৰ লৈ যা, মই শুদ্ধ মনেৰে দিছো; তয়ো বহুত কষ্ট পাইছা।" সি কাপোৰবোৰ থৈ আতাক কাতৰ কাকুতি কৰি গুচি গ'ল। পাছত আতাই পদ্মপাণিৰ মাক জৰাথীৰ বুঢ়ীক মাতি আনি সকলো বস্তু দি ক'লে, "বুঢ়ী, এই সকলোবোৰ নিয়া।" আতাই খং মনে দিয়া দেখি বুঢ়ীয়ে ক'লে, "বাপ, ল'ৰাই গালি পাৰিব, কিয় নিম আপোনাৰ গাৰ কাপোৰ?" আতাই ক'লে, "বুঢ়ী নিয়া, মই শুদ্ধ মনেৰেই দিছো।" বুঢ়ীয়ে আতাৰ কথা ধৰিব নোৱাৰি ক'লে, "বাপ, দাসীয়ে সেইবোৰ চুবকে নোৱাৰো।" আতাই বুঢ়ীক জুই আনিব ক'লে আৰু জুই আনি জ্বলাই সকলো কাপোৰ আতাই জুইত জাপি দিলে। বুঢ়ীয়ে দেখিলে কাপোৰবোৰ পুৰেহে। বুঢ়ীয়ে আধা পোৰা দুডোখৰমান কাপোৰ আনিলে থাপ মাৰি। আতাই বুঢ়ীক খং কৰি ক'লে, "ঐ পিশাচী বুঢ়ী, আগতে মই দিয়াত নিনিয়া আৰু এতিয়া নিছা মোৰ বাক্য পেলাই।" এই বুলি কৈ বিৰকতি লাগি আতাই উৰাল, উৰাল মাৰি, দুৱাৰ আৰু মেকুৰীটো লৈ গুচি গ'ল তাৰ পৰা। আতাই গৈ সুখবৰ দলৈৰ বাৰীত ৰ'ল। ভিঠাৰ নাম নাগৰ খলা। আতাৰ তাতে বিৰকতি লাগিল নবাৰীৰ। আতাই চাৰিটি ঢাপ বান্ধি তাত তামোল, পান, তেঙা, জৰা ৰুইছিল। পাঁচ বছৰত সেইবোৰত ফল ধৰিছে। দলৈৰ ছোৱালী এজনী আছিল। আতাই তাইক জাপৰী বুলি মাতে। জাপৰীয়ে আতাৰ পৰিচৰ্য্যাৰ কাম কৰে। তাই নিতে আতাৰ জুই পানীৰ ব্যৱস্থা কৰে, শাক-মাছ কুটে, ঠাই সাৰে। জেঠ মাহ। এদিন জাপৰীয়ে জকাই বাই সৰু মাছ পাই আনি বাছি ধুই আতাক দিছে। আতাই দেখিলে তাৰ মাজতে শামুক এটি আছে। আতাই ক'লে, "অ' এইজনীয়ে এনেকৈ অনাচাৰ কৰি মোক খুওৱাই মোৰ জাত মাৰিছে।" এই বুলি কৈ আতাই ঘৰ বাৰী এৰি গুচি গ'ল। তাৰ পৰা গৈ তেওঁ বেতনাৰ হৈনাথ চৌধুৰীৰ ঘৰত ৰ'ল। ভিঠাৰ নাম মধুপুৰ। আতাই তাত এটি ঘৰ কৰি আছিল। তেওঁ ভিক্ষা কৰি খাই হৰি গুণ গাই আছিল। চৌধুৰীয়ে মাছ, পছু, পক্ষী মাৰি ভাজি-পুৰি খায়। তেওঁ নিতে আতাৰ ওচৰলৈ গৈ নিজৰ যশষ্যা কয়, আজি এই খালো-ল'লো বুলি কয়। আতা তাকে নিতে শুনি অসহ্য হৈ যোগ বলেৰে তালৈ এজাক গাহৰি আনিলে। সেই গাহৰিয়ে চুৰা পাতনি, বিষ্ঠাৰ খালত গু-মূত্ৰ

ভক্ষণ কৰি ফুৰিছে। আতাই চৌধুৰীক তাকে দেখুৱাই ক'লে, "চোৱা, গাহৰিয়ে বিষ্ঠা ভক্ষণ কৰি ফুৰিছে। আৰু মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে কীৰ্ত্তনত দি গৈছে—

কৃষ্ণ কথা এৰি সাতে পাঞ্চে বেঢ়ি
আন কথা কৈ থাকে।
অমৃতক তেজি যেন বিষ্ঠা ভুঞ্জে
গাড়ি শূকবৰ জাকে।।

আৰু গুৰু-ভক্তক, বৈষ্ণৱ-ব্ৰাহ্মণক, অতিথি-অভ্যাগতক খাবলৈ দিলাহেঁতেন, তেতিয়াহে কথাৰ কথা। কিন্তু শিশ্ন আৰু উদৰৰ অৰ্থে ভাৰ্য্যা-পুত্ৰৰে ভোজন কৰি আহি নিজৰ যশষ্যা কোৱাহি মোক। সৌ চোৱা তোমাৰ খাদ্যবোৰ বিষ্ঠা হৈছে আৰু কোনে তাক প্ৰশংসা কৰিব? আৰু তোমাৰো তেনেই, নিজে খাই যশ গোৱাহি মোৰ ওচৰত।" এই বুলি কৈ বিৰকতি লাগি আতাই চাৰিটি বস্তু লৈ গুচি আহিল। তাৰ পাছত আতাই গৈ ৰামৰাম আতৈৰ ঘৰত ৰ'ল। আতৈয়ে এটি গৃহ সাজি দি গুৰু জ্ঞান কৰি আতাক সেৱা-শুশ্ৰূষা কৰি আছে। সেই ঠাইত আতাৰ বিৰকতি লাগিল গাখীৰত। ভিঠাৰ নাম মইনাবাৰী। আতৈৰ পত্নী সুচৰিতাৰ এবাৰ মাহেকীয়া লঘোণ। আয়ে গাই এটি দুৱে আৰু গাখীৰ নি আতাক দিয়ে নিতে। আইৰ ভায়েকে সেইদিনা আইক গাখীৰ খুজিবলৈ আহিছিল কিবা কাজৰ বাবে। ৰামৰাম আতৈয়ে গাখীৰ দুই দুটি পাত্ৰত থৈ গৈছিল পথাৰলৈ। সেই সময়তে আইৰ ভাতৃয়ে আহিছিল। আয়ে চাৰিদিনীয়া গা ধুই আছিল। আয়ে গাখীৰৰ পাত্ৰ চাই সৰ থকা গাখীৰৰ পাত্ৰটো আতাৰ বাবে আতৈয়ে থৈছে বুলি ভাবি আন গাখীৰৰ পাত্ৰটি ভায়েকক দি পঠালে। ৰামৰাম আতৈয়ে পথাৰৰ পৰা আহি স্নান, গুৰুসেৱা কৰিলে আৰু সৰ থকা গাখীৰৰ পাত্ৰটো নি আতাক দিলে। হৰিহৰ আতাই ক'লে, "গাখীৰ সেয়া নিয়া, সেয়া বৰ্জনীয়।" তেতিয়া আতৈয়ে ক'লে, "আতা, গাখীৰ ময়ে দুই আনিছো, সেয়া শুদ্ধ হৈ আছে।" আতাই ক'লে, "হেৰা, সেই গাখীৰ নি পত্নীক সোধাগৈ।" আতৈয়ে গাখীৰ সেই নি পত্নীক সুধিলে। পত্নীয়ে ক'লে, "ভাইটিক গাখীৰ দিওঁতে আতাৰ গাখীৰৰ পাত্ৰটো মই চোৱা হয়।" পাছত আতাৰ গাখীৰৰ পাত্ৰটোৰ ঢাকনী

মেলি চোৱাত দেখা গ'ল গাখীৰ সেয়া তেজ হৈ আছে। হৰিহৰ আতাই কথাটো শুনি বিৰকতি হৈ ক'লে, "আজি মহাপুৰুষ গুৰুৱে নাৰাখা হ'লে সৰ্বনাশ হ'লোহেঁতেন।" এই বুলি কৈ ন মাহ তাত থকাৰ অন্তত চাৰিটি বস্তু লৈ আতা গ'ল গুচি।" আতাই গৈ মানুহৰ বস্তিৰ দূৰৈত হাইঠাবাৰীত এটি ঘৰ সাজি ৰ'ল।

২- ৪১-৪ হৰিহৰ আতাই এবাৰ মাধৱদেৱ গুৰুজনাৰ লগত আছিল। লক্ষ্মীনাৰায়ণ ৰজাই গুৰুজনাক কৈছিল, "বাপ, আহাৰ-মৈথুন্য-নিদ্ৰা-ভয় এই চাৰি প্ৰকাৰ জীৱৰ প্ৰকৃতি, মায়া; ই ব্ৰহ্মাৰ সৃষ্টি, তাৰ পৰা সাৰিবৰ উপায় নাই। মহা সিদ্ধ যোগেশ্বৰ– নাৰদ, প্ৰহ্লাদ, সনক, সমন্ত, বৃহস্পতি এই সকলৰ বাদে আন বিষয় কৰা সকল ভাল; অন্যথা বিষয় নকৰা সকলৰ মন বান্ধাটো টান হয়।" তেতিয়া গুৰুজনে সত্ৰলৈ আহি সকলোকে ক'লে, "আতৈসকল, যাৰ মন যায় বিবাহ কৰোৱা; যাৰ অলঙ্কাৰ পাতি নাই ময়ে দিম। বিষয়ত ধন আৰ্জোতে দেহাৰে দুখ, কিন্তু ভক্তি হানি নহয়। পৰস্ত্ৰীত হাতলৰ-কাচ লৰতহে জীৱনৰ দুখ।" হৰিহৰ আতা, জনাৰ্দ্দন আৰু মুকুন্দ আতৈক গুৰুজনে নাম ধৰিয়ে কৈছিল। মুকুন্দ আতৈয়ে গুৰুজনাক ক'লে, "বাপ, আপোনাৰ ওচৰত দহ, যোল্ল, কুৰি কতই উদাসীন হ'ল আৰু ধৰ্ম ধৰি বৈকুণ্ঠলৈ গ'লগৈ; আপুনি মোক মন বান্ধিবলৈ দিয়ক ছাৰি মন বঢ়াই বিষয় কৰিবলৈ দিয়েনে?" হৰিহৰ আতা আৰু জনাৰ্দ্দন আতৈয়ে বিবাহ কৰালে গুৰু বাক্য ৰাখি। মুকুন্দ আতৈয়ে পোনতে অবিবাহিত আছিল, পিছত তেওঁৰো বিবাহ হ'ল।

২- ৪১-৫ হৰিহৰ আতাই গুৰুজনাৰ বাক্য ৰাখি মাতৃৰ ঘৰলৈ গৈ বুঢ়াভগীয়াক কৈ মাতৃক কোৱালে, "চন্দ্ৰ বংশীয় বিপ্ৰৰ কন্যা এজনী চাই দিয়ক, তেওঁ বিবাহ কৰাব।" বুঢ়াভগীয়াই কথাটি আইক ক'লে। আইৰ বিশ্বাস নহৈ বুঢ়াপো আতৈ, বুঢ়া জয়ানন্দ, চাৰিনন্দীয়া শ্ৰীৰাম, এইলোকৰ দ্বাৰা হৰিহৰ আতাক কথাটি সুধিলে। তেওঁলোকে আতাক কথাটো সুধি আহি আইক ক'লে, "আতাই গুৰু বাক্যহে ৰাখিব, মায়ায় তেওঁক কি কৰিব? আমাক মায়ায় নচায়, তেওঁ মায়াক নচাব।" আয়ে ছোৱালী এজনী চাই আতাক ক'লে, "তোমালৈ সৰ্বসুলক্ষণী সুন্দৰী কন্যা এজনী পাইছো।" আতাই ক'লে, "সেইজনী ভাল নহ'ব, আন এজনী চাওঁক।" আয়ে পুনৰ এজনী ছোৱালী চাই আতাক ক'লে,

“ভাল, বগী সুন্দৰী ছোৱালী এজনী পাইছো।” আতাই ক'লে, “নহয়, আন এজনী চাওঁক, সেয়া ভাল নহয়।” আয়ে উপায় নাপাই বয়সীয়াল লোকক কথাটি ক'লে, আতাই ছোৱালী বাছে বুলি। তেওঁলোকে আইক ক'লে, “আতাক ছোৱালী গেঙ্খেলী বুলি ক'ব।” পাছত আয়ে সত্য বৰদলৈৰ সত্যা নামেৰে কন্যা এজনী পাই আতাক ক'লে। আতাই সুধিলে ছোৱালী কেনে বুলি। আয়ে ক'লে, “ভাল ছোৱালীহঁত বছা হ'ল, এইজনীৰ গঢ়পিট নাই, ফেদেলী।” আতাই ক'লে, “অ' সেয়াই ভাল, আনাগৈ।” তেতিয়া আয়ে ছয়কুৰি টকাৰ অলঙ্কাৰ গঢ়াই কন্যা বিবাহ কৰি আনিছে। আতাই মাতৃক ক'লে, “বিবাহ কৰাইছো হয়; কিন্তু মোৰ বাক্য নাৰাখিলে এৰিম।” আতাই কন্যাজনীক ক'লে, “অ' কাণী, পৰপুৰুষৰ মুখ নাচাবি, পৰৰ দ্ৰব্য গ্ৰহণ নকৰিবি আৰু বেদ বস্ত্ৰ নাদাঙিবি। মোৰ বাক্য ৰাখা যদি উৰ্দ্ধগতি হ'ব আৰু মই ৰাখিম; মোৰ বাক্য এৰিলে তোমাকো এৰিম।” পাছত দহ বাৰ দিনে কন্যাক মণি, খাৰু, টাৰহাৰ, আঙুঠি, উঝন্টি, কুণ্ডল, হোড়ৰ, শাংস, সিন্দুৰ, পাটনি, পাটৰিহা পিন্ধাই চাই দেখিলে কন্যাৰ ৰূপত দৃষ্টি পৰিলে চন্দ্ৰ-সূৰ্য্যই ৰথ স্তম্ভায়, ৰূপত সতী পাৰ্বতী সমান। আতাই নিজকে কয়, “ঐ দুৰ্জন পাপী মেকুৰীৰ মন, বিষয় ভোগৰ ইচ্ছা কৰা যদি কৰ।” এই বুলি আতাই উৰাল মাৰিৰে তিনিটি খুন্দা মাটিত মাৰে। তেতিয়া কন্যাই আঠ আঙুল সঙ্কুচি ভয়ত কম্পমান হয়। আতাই পত্নীক ক'লে, “অ'ৰে কাণী, পশু-পক্ষীৰ অনেক জন্মত অনাদি কালৰে পৰা ইয়াকে ভোগ কৰি আহিছা। ধন্য ভাৰতবৰ্ষ, কলিত ৰামনাম লৈ তৰিবলৈ ইচ্ছা কৰা, এই উপায় আন জন্মত নাই। ইয়াক পাই ক্ষুদ্ৰ বিভৎস বিষয়লৈ আশা নকৰিবি।”

২- ৪১-৬ আৰু এদিন আইধায়ে (আতাৰ শাহু আইতা) বুঢ়াভগীয়াক কৈ পঠালে, “আমাৰ ছোৱালী সৰ্বসুলক্ষণী সুন্দৰী, জোঁৱায়ে কাণী বোলে; শুনিবলৈ বেয়া লাগে।” আতাই কৈ পঠালে, “আমাৰ গণকৰ গণকালি চাই কাণী বোলাত দোষ নাই; যোৱা, তাকে ক'বাগৈ।”

২- ৪১-৭ আৰু এদিন হঙ্গাৰ গাওঁৰ পৰা এখন বিয়াৰ যাত্ৰী যায়। আতাৰ পত্নী কমবয়সীয়া ডেকা বয়সৰ, আয়ে বেৰৰ জোলোঙাৰে জুপি চালে বিয়াৰ যাত্ৰীক। আতা অন্তৰ্য্যামী, দূৰদৃষ্টিৰ পুৰুষ। তেওঁ বাহিৰৰ পৰাই ক'লে,

"কাণী, মোৰ কথাটি নাৰাখিলি।"

২-৪১-৮ আৰু এদিন আয়ে চুমা সুতিৰ উঁত্তৰে পেহিয়েকৰ ঘৰলৈ গৈছিল। আতাই পত্নীক সুধিলে, "কাণী, পানী কিমান হ'ল?" আয়ে ক'লে পানী আঁঠুৰ সমান হ'ল বুলি। আতাই ক'লে, "কাণী, মোৰ বাক্য এৰিলি, মেখেলা (ঘুৰি) দেখোঁ ভিজা নাই, দাঙিছিল নিশ্চয়। দুইবাৰ দোষত এৰিলো, তিনিবাৰ দোষত এৰিম।"

২-৪১-৯ চ'তৰ বিহুৰ তিনি দিন পিছুত সত্যধৰ খুৰাকে আইক নিমন্ত্ৰণ কৰিছে। আতাই আইক ক'লে, "সান্দহ, পিঠা নাখাবি, যোৱাগৈ।" আয়ে গধূলি খুৰাকৰ ঘৰ পালে। খুৰীয়েকে আইক চৰু খুঁটি দিছে। আয়ে গা ধুই আহি ভাত ৰান্ধিব বহিছে। খুৰীয়েকে চিৰা, পিঠা, গাখীৰ, চেনি আনি আইৰ আগত থৈ ক'লে, "এইখিনি খাই চাউল সিজোৱা।" আয়ে ক'লে, "আতাই বাধা কৰিছে খাবলৈ।" খুৰীয়েকে ক'লে, "ভকতে বাধা কৰে যে আমিনো অস্পৃশ্যনে, বছৰৰ সংক্ৰান্তিতো খাব নোৱাৰিনে? মোৰে শপত তুমি খোৱা।" আয়ে পিঠা এখন হাতত লৈ কামোৰ মাৰিছিলেহে। আতাই গৈ চোপ লৈ আছিল। আতাই মাত লগাই ক'লে, "বাৰু কাণী খোৱা। তই মোৰ বাক্য এৰিলি; এইবাৰে তিনিবাৰ হ'ল, তই ইয়াতে থাক, তোক এৰিলো।" কথাটি শুনি ভয়াৰ্ত্ত হৈ আইৰ হাতৰ পৰা পিঠা সৰি পৰিল। আয়ে তাতেই কান্দি কাতি ভাত পানী এৰিলে। ৰাতিপুৱা খুৰাক আৰু খুৰীয়েকে আইক আতাৰ তালৈ লৈ গ'ল। আতাই ক'লে, "মই কালিয়ে এৰি আহিলো, এতিয়া লৈ যোৱা।" খুৰাক-খুৰীয়েকে ক'লে, "বাপ, আইজনীক নি আমি এই অসন্তোষ পালো। আগেয়ে তোমাৰ পদতলত মৰিবলৈ আইজনীক তোমাক দিছিলো, এতিয়া কিয় নিম?" আয়ে ক'লে, "বাৰু খুৰা, আপোনালোক যাওঁক, তেওঁ এৰিলেও মই এৰিম কিয়? মই এই জন্মতে কেৱল তেওঁৰ দাসীনে?" খুৰাক-খুৰীয়েক গ'ল। আতাই আইক ঘৰত সোমাব নিদিলে। আয়ে বাহিৰৰ চালিৰ তলত তিনি পক্ষ আছিল। এদিন এজন কামদেৱ সদৃশ দিব্য পুৰুষ আহিল। আতাই ক'লে, "অ,' কাণী, তোক সেই পুৰুষজনলৈ দিছো, যোৱাগৈ।" সেই পুৰুষজনে আইক নিলে। আই পাছে পাছে গ'ল। তেওঁলোকে এটি দিব্য ঘৰ-বাৰী পাই তাতে ৰ'ল। নিশা আয়ে ভোজন নকৰি শুলে। পুৰুষজনে

নিশা কামবাণত পিড়ীত হৈ আইৰ কাষলৈ যায়; কিন্তু তাৰ গাত অগ্নি লগাদি লাগে, সি পিছ হুহকি আহে। এনেকৈ অহা-যোৱা কৰোঁতে ৰাতি পুৱাল। পাছত সি ঘৰতো থাকিব নোৱাৰা হ'ল, তাপত শৰীৰ দহে। সি আইক আনি আতাৰ তাত শোধাই গ'ল। তেতিয়া আতাই ৰামৰাম আতৈক ক'লে, “ৰামৰাম, মাতৃক এটি ঘৰ কৰি থোৱাগৈ, আজিৰে পৰা তেওঁ মোৰ ভাবনা এৰক।” তেতিয়া আয়ে আতাক ক'লে, “জনমে জনমে মই আপোনাৰ চৰণৰ দাসী, কিঙ্কৰী আৰু আপুনি মোৰ টীকৰ স্বামী। সীতাই কৈছিল দশৰথ ৰজা মোৰ শহুৰ আৰু কৌশল্যা মোৰ শাহু হ'ব।” তেতিয়া আতাই আইৰ দৃঢ় ভক্তি দেখি ক'লে, “বাৰু, তই মোক স্বামী ভাব এৰি গুৰু ভাবেৰে চিন্তিবি আৰু ৰামৰামক কৈ দিনৰ ভাগতে যি অলপ খাবি, পৰজন্মত মোক পাবিগৈ।” ৰামৰাম আতৈয়ে এটি গৃহ কৰি আইক নি থ'লে। আই সেইদৰে খাই লৈ হৰিগুণ গাই অলপ আয়ুসতে বৈকুণ্ঠ প্ৰয়াণ কৰিলে। আতাই বিৰকতি লাগি তিনি বছৰ তাত থকাৰ অন্তত গুচি গ'ল। আতাই তাৰ পৰা গৈ থুৰুহাবাৰীত এটি বাহা কৰি ৰৈছে। লোকে পৰ্য্যাপ্ত পৰিমাণৰ চাউল-পাত দিয়ে আতাক।

২- ৪১-৯ এদিনাখন আতাই ওলাই গ'ল হৰিপুৰ গাওঁলৈ। তাত তিৰোতা এজনীয়ে আহি আতাক সেৱা কৰিলে। আতাই সুধিলে, “তুমি কোন? ক'ৰ?” তিৰোতাজনীয়ে ক'লে, “আতা, মই সেই জাপৰী, আমাৰ বাৰীত যে আপুনি আছিল।” আতাই ক'লে, “অ', ইমানজনী হ'লা, মোৰ চিন হেৰাল; চিনিবকে পৰা নাছিলো। তুমিতো মোক বৰ শুশ্ৰূষা কৰিছিলো।” তিৰোতাজনী গৰ্ভৱতী আছিল। আতাই তেনেকৈ কৈ তিৰোতাজনীৰ কপালত বুঢ়া আঙুলিৰে টিপা মাৰি দি ক'লে, “তোমাৰ এটি পুত্ৰ সন্তান হ'ব আৰু সন্তাটিৰ নাম ভকত-ধূলি থ'বা।” এই বুলি কৈ আতা গ'ল। তেতিয়াৰে পৰা জাপৰীয়ে চাউল-পাত, মাছ, শাক, খৰি, লোণ, তেল আতাক দি সেৱা কৰেগৈ। জাপৰীৰ পুত্ৰ সন্তান জন্ম পালে। সন্তানটিৰ কপালত আতাই টিপা মাৰা ঠাইত নোম বগা হ'ল, বিষ্ণুৰ হৃদয়ত ভৃগুৰ পদ চিহ্নৰ দৰে। পুত্ৰটিৰ নাম থ'লে ভকত-ধূলি। সেই দাৱনীয়া গাওঁৰ মুখ্য সাউদ হৰি চৰদাৰ। সাউদ নৰিয়াত পৰি তেওঁৰ ৰোগ টান হোৱাত তেওঁক ঘৰৰ বাহিৰ ওলোৱা হ'ল। গাওঁৰ জীয়ৰী-বোৱাৰীয়ে তেওঁক

চাবলৈ আহিছে। জাপৰীও গ'ল ল'ৰাটিক কোলাত লৈ। যমদূতে সাউদক নি যাতনাৰ সজাত ভৰাব খোজোতেই পাপ গ্ৰহৰ অনিষ্টকাৰী ভকতধূলিক দেখি সিহঁতে সাউদৰ বান্ধ খুলি ভিৰাই লৰ মাৰিলে। অকাল মৃত্যুৰ হাত সাৰি সাউদে উঠি বহিল ভকতধূলি, ভকতধূলি বুলি। তেতিয়া বিচাৰ লাগিল কোন ভকতধূলি। জাপৰীয়ে পুত্ৰক দেখুৱাই ক'লে, "আতাই ইয়াক গৰ্ভতে ধূলা দি ভকতধূলি নাম দিছিল।" তেতিয়া সাউদে ল'ৰাটিক ঘৰলৈ নি টকা এটা আৰু বস্ত্ৰ এখন দি সেৱা কৰিলে। সাউদে সুস্থ হোৱাত আতাৰ ধূলিৰ মাহাত্ম্য দেখি সমস্ত গাওঁখনেই ভাৰ ভেটী লৈ আতাক বিচাৰি গৈ আতাক পাই অনেক স্তুতি, কাতৰ প্ৰাৰ্থনা কৰি শৰণ প্ৰাৰ্থিলে। আতাই ক'লে, "এই গুৰুভাৰ মহন্তয়হে বব পাৰে। হাট, চকীত দলৈয়ে কৰ তোলে, মই সদায় বেপাৰ কৰাৰহে গৰাকী। গুৰুৰ বাদে আনে দান ল'লে দোষ দুয়োৰো। গুৰুৱে অনন্ত ব্ৰহ্মাণ্ডৰ ভাৰ বৈছে, সহিছেও। ভকতে তুলাৰ ভাৰকে নলয়, মূল হেৰালে লাভ কৰিব ক'ত? মাধৱদেৱ গুৰুজন মধুপুৰত আছে, তেৰাৰ ওচৰলৈ যোৱাহক।" তাৰ পাছত তেওঁলোকে মাধৱদেৱৰ ওচৰলৈ গৈ শৰণ লৈছে। আতাই বিৰকতি হৈ ক'লে, "অ,' পচা নাওত শিলৰ বোজা দি ডুবাব খোজে। আতাই চাৰিটি বস্তু লৈ সাত মাহ তাত থকাৰ অন্তত গ'ল গুচি।

২-৪১-১০ তাৰ পৰা গৈ আতা ধুৰিয়ণি বাৰীত থাকিল। তাত তেওঁ এটি ঘৰ কৰি আছিল। হৰমণ্ডলৰ পুত্ৰ হৰাই জেমাদাৰ। তেওঁ আতাক গুৰু জ্ঞান কৰি পৰিচৰ্য্য-শুশ্ৰষা কৰিছিল। আতাই চিন্তা কৰি চাইছে— হৰায়ে ধৰ্মত ৰ'ব পাৰিবনে নোৱাৰে বুলি। আতাই হৰাইক লৈ ওলাই গ'ল এদিন গধূলি সময়ত। তেওঁলোকে গৈ দেখিলে কল গছেৰে সজা ছো এটা তাত আছে হাতত লাঠি আৰু মূৰত জাপী লৈ। আতাই ছৌটিক লাঠিৰে দুবাৰ আঘাত কৰি হৰাইক ক'লে, "ইয়াৰ দৰে হ'ব পাৰিবানে?" হৰায়ে ক'লে, "ই জড় ছো, ৰ'দত বৰষুণত শুকায়, তিতে; শীত-উষ্ণ-হিমত পচে, অচেতন প্ৰায়; ইয়াৰ দৰে কেনেকৈ হ'ম?" তাৰ পৰা গৈ তেওঁলোকে সোনকো নদী পালে। আতাই হৰাইক ক'লে, "নৈখন সাঁতুৰি পাৰ হোৱা।" হৰায়ে ক'লে, "আতা, নদীত শিহু, ঘঁৰিয়াল আছে; মোৰ বৰ ভয় লাগে, সিবোৰে মোক খাব। তাৰ পৰা গৈ তেওঁলোকে ধুৰিয়া বিল

পালে। বিলৰ পাৰত থিয় হৈ আতাই মাতিলে আৰু এডোখৰ বাৰ হাত লম্বা শিল পানীৰ ওপৰলৈ উঠি আহিল। আতাই সেই শিলৰ ওপৰত উঠি হাত ভৰি ধুই উঠি তাক যাবলৈ কোৱাত সি গ'ল। আতাই হৰাইক ক'লে, "ইয়াৰ দৰে হ'ব পাৰিবানে?" হৰায়ে ক'লে, "বাপ, ই জড়, অচেতন শিল, মাত্র কথা শুনিব লৈছে। ইয়াৰ দৰে কেনেকৈ হ'ম।" তেতিয়া আতাই ক'লে, "ও, এইবোৰ এৰি পোনেই পৰমাৰ্থ সোধা? তিনিটা কথা ক'লো, এটাতো পাৰো বুলি ক'ব নোৱাৰিলা। চালাৰ বেটা, গুচ। শুদা নৰনৌকা মোৰ, তাতে ধৰি একে চাবে বৈকুণ্ঠ পোৱাৰ দৃষ্টি। মোৰ নৌকাত শাল-শলখা, বাঁহ বান্ধি জোঁটপোট লগাই আজৰ-পাজৰ কৰি মাৰিব খোজা মোক।" এই বুলি কৈ ন মাহ তাত থকাৰ অন্তত চাৰিটি বস্তু লৈ আতা গ'লগৈ। তাৰ পৰা গৈ আতাই বেলাই থানাদাৰৰ ঘৰৰ ওচৰত ৰৈছে। বেলায়ে পৰম শ্ৰদ্ধাৰে আতাক গুৰু জ্ঞান কৰি সেৱা কৰিছে। বৰঠাকুৰদেৱে (পুৰুষোত্তম ঠাকুৰ) ভটীয়াওতে ঠাকুৰ আতাক পৰমাৰ্থ সোধোতে আতাই বিলবৰিয়াৰ যুৱৰাজ ঠাকুৰৰ আৰ্হি কৈ ক'লে, "এতিয়া সুধিলা, ক'ত পাবা? যোৱা, হৰিহৰ আতাৰ ওচৰলৈ।" বৰঠাকুৰে সেই কথা মনত কৰি হৰিহৰ আতাৰ ঠাইলৈ গ'ল। আতাই ঠাকুৰক আদৰ সন্মান কৰি আগবঢ়াই নি পৰমতত্ত্ব শেষ কথা অনুগ্ৰহ কৰি কৈ পঠালে শ্ৰীকৃষ্ণৰ সৈতে।

২-৪১-১১ আৰু মাধৱদেৱ গুৰুজন বৈকুণ্ঠলৈ উঠাৰ সময়ত বলাই আৰু হৰিচৰণ আতৈয়ে হৰিহৰ আতাক খবৰ দিলে গুৰুজনে মাতিছে বুলি। আতাই ক'লে, "যোৱাগৈ, মই তুলাৰ ভাৰ বব নোৱাৰি পলাই ফুৰিছো আৰু মোক পৰ্বতৰ ভাৰ ল'বলৈ মাতাহি। মই গ'লে দুই ধাৰীয়া তৰোৱালৰ ওপৰত পৰিম, সকলোৱে মোক ধৰিব, ক'ব আৰু মই গুৰুভাৰ বব নোৱাৰি, গুৰুবাক্য নধৰি মৰিমনে? আৰু মোৰ গুৰুজন যি বৈকুণ্ঠলৈ উঠাৰ কথা কৈছা, মই মৰা মাধৱৰ শিষ্য নহওঁ যা। মোৰ গুৰুজন অযোনিজাত পুৰুষ; তেওঁৰ আদি-অন্ত, শিশু-যুৱ-জৰা-মৃত্যু অৱস্থা নাই। তেওঁ সনাতন নিৰ্গুণ ব্ৰহ্ম, মোৰ হিয়াত তেওঁক মই পাই আছো, একতিলমানো এৰা এৰি আমাৰ নাই।" এই বুলি কৈ পাঠাই সেই ঠাইত পাঁচ মাহ থকাৰ অন্তত তাৰ পৰা তেওঁ গ'লগৈ।

২-৪১-১২ তাৰ পৰা গৈ আতাই মৰণাবাৰীত ৰ'ল এটি পঁজা সাজি।

তাতে হৰাম পাটগিৰি আৰু হৈৰাম পাটগিৰিয়ে দুই-চাৰি দিন পিছে পিছে আতাৰ ওচৰলৈ অহা-যোৱা কৰি আছে পৰমাৰ্থ জ্ঞানৰ আশা কৰি। মাছ, খৰি, চাউল, লোণ, তেল, তামোল-পাণ, শাক, সমস্ত বস্তু আতাক দি তেওঁলোকে সেৱা কৰি আছিল এঘাৰ মাহে। তেওঁলোকে পৰমাৰ্থ সুধিলে "বাৰু পাবাহঁক" বুলি কৈ আতাই নিৰীক্ষণ কৰি আছিল তেওঁলোকক। দুয়োজন পাটগিৰিয়ে এদিন আহি আছিল আতাৰ ওচৰলৈ। তেওঁলোক আতাৰ দৃষ্টিৰ দুৰত্বত আছিল। চ'ত মাহ। এনেতে বতাহ-বৃষ্টি-শিল হিলদল ভাঙি আহি সকলো খুন্দি পেলালে। গাওঁলৈ উভতি যোৱাৰ দূৰত্ব বেছি হোৱাত তেওঁলোকে আতাৰ বাহালৈ লৰ মাৰিলে প্ৰাণৰ কাতৰত। তেওঁলোকক দেখি দুৱাৰ বন্ধ কৰি আতা ভিতৰ সোমাল। তেওঁলোকে বাটৰ পৰাই চিঞৰি আহিছে "আতা দুৱাৰ মেলক, মেলক" বুলি কাতৰ হৈ। আতাই ঘৰৰ ভিতৰত চুপ হৈ ৰ'ল, নামাতে। বতাহ-বৃষ্টি-শিল-জাৰত তেওঁলোক অচেতন প্ৰায় হ'ল। আতাই নামাতে আৰু দুৱাৰো নেমেলে। তেতিয়া হৈৰাম পাটগিৰিয়ে ৰাগ কৰি ক'লে, "মৰিব ওলাও তেও নামাত, মগনীয়া ভকতৰ এনেহে গৰ্ব। আমিও মানুহ, টেৰকে নকৰে, নুসোধে দেখোঁ এওঁৰ পৰা ভকতি ক'ত পাম?" এই বুলি কৈ হৈৰাম পাটগিৰি গ'ল গুচি। তাৰ পাছত আতাই দুৱাৰ মেলি হৰাম পাটগিৰিক ঘৰৰ ভিতৰলৈ সোমাই নি ধুতী, পছৰা দি সলাই জুইত সেক দিওঁতে তেওঁ চেতনা পালে, সুস্থ হ'ল। পাছত আতাই হৰামক ভোজন কৰাই তামোল খাবলৈ দি অনুগ্ৰহ কৰি পৰমাৰ্থ তত্ত্ব ক'লে। আতাই ক'লে, "আজি সৰ্বনাশ হ'লোহেঁতেন পৰীক্ষা নকৰি পৰমাৰ্থ কোৱা হ'লে। ভাল ৰাখিলে মহাপুৰুষ গুৰুৱে মোক আজি।" এই বুলি তাত চাৰি মাহ থকাৰ অন্তত তেওঁ গুচি গ'লগৈ।

২-৪১-১৩ তাৰ পৰা গৈ আতাই হিৰাবাৰীত এটি বাহা সাজি ৰৈছে। গোপাল আতাই যদুমণি, ৰামচন্দ্ৰ আৰু বুঢ়া গুৰু আতৈক হৰিগুৰু আতাৰ ওচৰলৈ পঠাইছে আতাক চাৰিটি প্ৰশ্ন সুধি। ১। আতাই ভকতক সণ্ঢ বোলে কিয়? ২। আতাই মাধৱদেৱৰ গুৰুজনাক "গলা" বুলিছে কিয়? ৩। মাধৱদেৱ গুৰুজনা বৈকুণ্ঠ প্ৰয়াণৰ সময়ত আতা নগ'ল কিয়? ৪। ছয়কুৰি টকাৰ অলঙ্কাৰ সেৱকত নলগাই নদীত পেলালে কিয়? তেতিয়া হৰিহৰ আতাই প্ৰশ্নৰ সিদ্ধান্ত দিছে।

গুৰুজন বৈকুণ্ঠ প্ৰয়াণৰ সময়ত নোযোৱাৰ কাৰণ— গুৰুজনে যি সময়ত মোক অনুগ্ৰহ কৰিলে, সেই সময়ৰ গুৰুজনাৰ ৰূপ, নাম চিন্তা কৰি আছো সেয়া শেষ কালৰ বীভৎস শৰীৰ দেখি মন লৰিবহে। আৰু মোক্ষ পালে সাধনাত প্ৰয়োজন নাই, জীৱ আৰু ব্ৰহ্ম এক হৈ থাকে। আৰু কিজানি বলে নোৱাৰা গুৰুভাৰ মোকেই দিয়ে, ডাঙৰসকলে এৰিব আৰু ময়ো ধৰিব নোৱাৰিম। দূৰৰ পৰা কৰা চিন্তন ভাল, ওচৰৰ চিন্তন জড়; এতেকে নগ'লো। আৰু ছয়কুৰি টকাৰ অলঙ্কাৰ কিয় পানীত পেলালে— মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱে দি গৈছে উপদেশত—

একে কাক মাংস, সিও এৰা কুকুৰৰ।
তাকো অল্প দেখা, নুহিকে বিস্তৰ।।

এতেকে স্ত্ৰীৰ এৰা; স্ত্ৰীয়ো মায়া, ধনো মায়া; সেই বস্তু ভকতত লগাই কি ভক্তি কৰিম? উত্তম লোকত শ্ৰেষ্ঠ বস্তু লগায়, এতেকে আনে এৰা বস্তু লগামনে? সেয়ে নলগ্নালো। আৰু গুৰুজনাক "গলা" যে বুলিলো—' গ ' শব্দে গুৰু। গুৰুৱে গূঢ় পৰম তত্ত্ব, যিজনে অভয় দান দিয়ে। 'গু' শব্দে তুচ্ছ অবিদ্যাৰ বিনাশী পঞ্চপৰ্ব আৰু ৰুই, ৰিপু আৰু সংসাৰ গুচাই-শুকাই পৰম্পদ বৈকুণ্ঠক নিয়ে। 'ল'ত আকাৰ 'লা'ই জন্ম-মৃত্যু নিবাৰণ কৰি লয় আৰু শৰীৰৰ ছয় শত্ৰু নাশ কৰি পৰমাত্মা অভয় ব্ৰহ্ম, শুদ্ধ ব্ৰহ্মত লয় কৰে। আৰু ভক্তক সণ্ঢ যে বুলিলো— ৰজা, প্ৰজা, গঞা, ভাৰ্য্যা, পুত্ৰ, যম, কাল, মায়া, মৃত্যু, পাপ, পুণ্য- এইবোৰৰ বাহিৰত থাকিব নোৱাৰি হৰি ভক্তিৰ বল নহ'লে। আৰু কুলৰ গৰ্ব, বিদ্যাৰ গৰ্ব, যৌৱনৰ গৰ্ব, ধনৰ গৰ্ব, এই চাৰি গড় ভাঙি ভক্ত-সণ্ঢে ভক্তিৰ সৈতে সেইবোৰ খায়। সিহঁতে ভক্তক বাধা দিব নোৱাৰে। 'স'ই অম্বয় তত্ত্ব, সত্য গুণ; 'ঢ'ই ধৰ্ম, অকাৰে আচৰণ। আলি ভাঙা, পুখুৰী ভাঙা; ভক্তই য'ত বুৰ দিয়ে সেয়ে গঙ্গা।" আতাই তেওঁলোকক তেনেকৈ ক'বলৈ কৈ পঠালে।

২- ৪১-১৪ সেই ঠাইত তিনি মাহ বৈ আতা গ'ল গুচি। তেওঁ গৈ খলামৰা বাৰীত এটি বাহা বান্ধি লৈছে। আতাৰ গুণ, শীল, মহিমা দেখি খৰতিয়া গাওঁখনেই আতাক সেৱা-শুশ্ৰূষা কৰিছে গুৰু জ্ঞান কৰি। সৰু ঠাকুৰ দেউৱে (চতুৰ্ভুজ ঠাকুৰ) গঙ্গা, জগন্নাথ ক্ষেত্ৰৰ পৰা আহি মধুপুৰত বৈ পৰমাৰ্থৰ আশা কৰি হৰিহৰ আতাৰ ওচৰলৈ গৈছে। আতাই ঢাৰি, কঠ, জাপী, লাঠি, তাও,

তুলি, পছৰা সামৰিছে আৰু পাগ জুৰিছে বাৰ-যোল্লজন লোকৰ বাবে। আতাই অনাদৰ কৰিয়ে ঠাকুৰক সুধিছে— "কিয় আহা হ'ল?" তেতিয়া ঠাকুৰে পৰম তত্ত্ব বস্তু প্ৰাৰ্থনা কৰিছে। আতাই ক'লে, "হেৰা, তুমি মোৰ পৰম গুৰু শ্ৰীশঙ্কৰদেৱৰ নাতি, দ্বিতীয় শঙ্কৰ; থোকা কল, থোকা তামোল, মুঠি পাণ খোৱা লোক। তোমালোকে দোণৰ জোখেৰে চাউল খোৱা, টেমিৰ মুখত কি মুখ ধৰিব? এইবোৰ এৰা এতিয়া। একাখি কলত কি তৃপ্তি-সন্তোষ পাবা? মই ক্ষুদ্ৰ ভিকহু। মগনিয়াক কি ধনকুবেৰে ভিক্ষা কৰে? সাগৰক কি জান-জুৰিয়ে পূৰ্ণ কৰে? দধি সাগৰক কি চৰুৰ গাখীৰেৰে ভৰাব পাৰি? চন্দ্ৰ-সূৰ্য্যক কি চাকিয়ে পোহৰায়? দাওদাওকৈ জ্বলি থকা অগ্নিক কি ফিৰিঙতিয়ে পোহৰায়? তোমালোকে অনন্ত ফণাত জন্মিছা, ভুইকোমোৰাক পাতে কি ঢাকে?" এই বুলি সম্বোধন কৰি কথাৰে মুহি সন্তোষ লগাই আতাই ঠাকুৰক পঠালে। ঠাকুৰ গ'ল বিতুষ্ট মনেৰে। ৰাতি সপোনত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ঠাকুৰদেৱক দেখা দি ক'লে, "হৰিহৰ অনন্ত শক্তি, ৰজ গুণৰ গৰ্ব এৰি তেওঁতে ভজি বিচৰাগৈ।" গুৰুজনে হৰিহৰ আতাকো সপোনত কলে, "মোৰ চতুৰ্ভুজ ঠাকুৰত যে পৰমাৰ্থ নকোৱা, কাকনো ক'বা? যাৰ ধান তাকে ছেই-ছেই কৰা? ৰাম অৱতাৰত চাৰি পূৰ্ণ, কৃষ্ণ অৱতাৰত-কৃষ্ণ, বলভদ্ৰ, প্ৰসুদ্ম আৰু অনিৰুদ্ধ আৰু ইয়াত মই, বৰাৰপো, চতুৰ্ভুজ আৰু পুৰুষোত্তম, এই চাৰি। তোমালোক থানৰ ৰাজ দোকানী।" এই বুলি কৈ গুৰুজন অন্তৰ্দ্ধান হ'ল। ঠাকুৰদেৱে পুৱাতে উঠি শৌচ-শুদ্ধি-স্নান কৰি গুৰুসেৱা কৰি গৈছে গাখীৰ খিৰোৱা নাৰায়ণ আতৈক লগত লৈ। হৰিহৰ আতাই ঠাকুৰক দৃষ্টিৰ দূৰত্বত দেখি আগবাঢ়ি আহি আদৰ কৰি নি বহাই সপোনত গুৰুজনাই কোৱা আজ্ঞা ক'লে। ঠাকুৰদেৱেও নম্ৰ হৈ সপোনৰ কথা ক'লে। ঠাকুৰে ক'লে, "আতা মোৰ অপৰাধ হৈছে। মোক ক্ষমা কৰক।" পাছত আতাই ঠাকুৰক পৰম তত্ত্ব বস্তু ক'লে ভাণ্ডাৰৰ মুখ খুলি অমৃত বাকি। ঠাকুৰে নাৰায়ণ হলায়ুদৰ সৈতে বীৰ্য্যোত্তম ঔষধ পান কৰি আহিল। আতায়ো তাত চাৰি মাহ বৈ চাৰিটি বস্তু লৈ গুচি আহিল।

**২-৪১-১৫** উত্তৰে হৰা, দক্ষিণে জৰা, পুৱে হকমিয়া, পশ্চিমে বিহবৰি, এই চাৰি গাওঁৰ মাজৰ ঠাইখন দৃষ্টিৰ দূৰত্বলৈ মুকলি। চাৰিও গাওঁৰ ল'ৰাই সেই

ঠাইত গৰু চৰাই আৰু তাৰ বৃহৎ আহত গছ এডালৰ তলত জিৰায়। আতাক সেই আহতৰ তলত দেখি সকলো ল'ৰাই খেৰ, বাঁহ আনি পিছদিনাই এটা ঘৰ কৰি দিলে। ল'ৰাহঁতে বতৰৰ বস্তু আম, কঁঠাল, টেঙা, জৰা, লেতেকু, পনিয়াল, কল, কুঁহিয়াৰ, চাউল, মাহ যি পায় আনি আতাক দিয়ে। আতাই সেইবোৰ ধুই কাটি গোসাঁইৰ আগত দি নাম গায়। সকলো ল'ৰাই আতাৰ লগতে নাম গায় দিনটো। পাছত চাৰি দণ্ডমানত আতাই সকলোৱে শুনাকৈ কয়, "ল'ৰাহঁত, যাৰ নাম তালৈ যাওঁক।" ল'ৰাহঁতে কয়, "আতা, যাওঁক, যাওঁক।" আতাই প্ৰসাদ বিলাই দিয়ে আৰু ল'ৰাহঁতে খাই ঘৰলৈ যায়। ল'ৰাহঁতে গাই দুই গাখীৰ আনি আতাক দিয়ে আৰু গাখীৰ, মাহ-প্ৰসাদ সিহঁতেও খায়। এনেকৈ ল'ৰাহঁতৰ ছয়মাহ ৰন্ধা ভাত খোৱা নহ'ল। কেতিয়াবা আতাই হৰি কথা কয়, ল'ৰাহঁতে শুনে। পিছলৈ কেইজনমান ল'ৰাই ঘৰলৈ বিৰকতি হৈ ৰাতিও থাকে আতাৰ লগতে হৰিগুণ গাই। জেঠ মাহ পাৰ হৈ আহাৰৰ কিছুদিন যোৱাত আতাই ক'লে, "ল'ৰাহঁত কালিলৈ কোদাল চাৰিখনমান আনিবা।" ল'ৰাহঁতে কোদাল আনিলে। আতাই ল'ৰাহঁতক ক'লে, "তোমালোকে এটা কুৱা খান্দা বাৰ হাতমান দকৈ। ল'ৰাহঁতে এদিনতে দহ-বাৰ হাত দ এটি গাঁত খান্দিলে। আতাই সিহঁতক বিদায় দি ক'লে, "কালিলৈ যাৰ যি আছে মাহ, চাউল, উপকৰণ সৰহকৈ আনিবা। ল'ৰাহঁতে সেইমতে আনিলে। আতাই সেইবোৰ ধুই গোসাঁইক দি দিনটো নাম গাই হৰিধ্বনি কৰি ক'লে, "য'ৰ নাম তালৈ যাওঁক।" ল'ৰাহঁতে ক'লে, "যাওঁক বাৰু।" তাৰ পাছত আতাই প্ৰসাদ বিলাই দিলে। সকলো ল'ৰাই খালে। তাৰ পাছত চাৰিটি বস্তু লৈ কুৱাৰ পাৰত বহি আতাই যোগ সাধনত বহিল। আতাই নিজ আত্মা পৰমাত্মাত থাপিলে। পাছত আতাই ল'ৰাহঁতক ক'লে, "ল'ৰাহঁত, আজি মই গাঁতত থাকিম আৰু তহঁতে পথাৰৰ সমানকৈ গাঁতটোত মাটি দি যাবাহঁক। আতাই গাঁতত সোমাল। ল'ৰাহঁতে গাঁতটো পথাৰৰ সমানকৈ পুতি গ'ল ঘৰাঘৰি। সিহঁতে গোহালিত গৰু বান্ধি ৰাতি খাই লৈ জুইশালৰ গুৰিত বহি মাক-বাপেকক ক'লে সকলো কথা। মাক-বাপেকহঁতে শুনি ভয়ার্ত্ত হৈ গাওঁৰ লোক গোটাই ক'লে, "আতা মৰিল, ভকত বধ হ'ল। ৰজায়ো দণ্ড বিহিব। দুষ্ট ল'ৰাহঁতে আতাক মাৰিলে।" এই বুলি কৈ তেওঁলোকে গাঁতটো খান্দি চাই

দেখিলে আতা তাত নাই। তেওঁলোকে আশ্চাৰ্য্য-অদ্ভুত মানি ক'লে, "এওঁ মনুষ্য নহয়, সাক্ষাৎ ঈশ্বৰ; ছদ্মভাবেহে নৰভাব দেখুৱাই আছিল। আমি দুৰ্ভগীয়া পাপীয়ে নাজানি নভজিলো। ল'ৰাইঁত মহা ভাগ্যৱন্ত, সিহঁত ধন্য; সিহঁতে আতাক সেৱা-শুশ্ৰূষা কৰিলে, সিহঁতৰ জন্ম সফল।" এই বুলি কৈ দুখ কৰি গঞাইঁত গ'ল ঘৰাঘৰি।



# দ্বিচত্বাৰিংশ অধ্যায়

২- ৪২-১ **বৰঠাকুৰ দেউৰ চৰিত ঃ** পিতামহ শ্ৰীশঙ্কৰদেৱ বৈকুণ্ঠ প্ৰয়াণৰ সময়ত পুৰুষোত্তম ঠাকুৰৰ বয়স সাত বছৰ। ঠাকুৰৰ জন্ম ফাগুণৰ সদিন যোৱাত বুধবাৰে কৃষ্ণা একাদশীৰ ধনিষ্ঠা নক্ষত্ৰত। গুৰুজন বৈকুণ্ঠ প্ৰয়াণৰ সময়ত হৰিচৰণ ঠাকুৰৰ বয়স বাৰ বছৰ। হৰিচৰণ পুৰুষোত্তমতকৈ পাঁচ বছৰত ডাঙৰ। ন মাহত পুৰুষোত্তম ঠাকুৰে চুঁচৰি ফুৰে। এদিনাখন গৈ ঠাকুৰে বোকা লগা হাতেৰে গুৰুজনৰ উৰুত হাত দিলে। তাকে দেখি গোসাঁনী মাৱে থাপ মাৰি আনিলে খং কৰি। গুৰুজনে ঠাকুৰৰ গাৰ ধূলা গুচাই কোলাত লৈ ক'লে, "তোমাৰ-আমাৰ পিণ্ডজলৰ (?) বাবে নাতিহে আশা। [১] তেতিয়াৰে পৰা পুৰুষোত্তম ঠাকুৰক বৰ দয়া কৰে গোসাঁনী আয়ে।

২- ৪২-২ আৰু এদিন গুৰুজনে দশমৰ ৰাসৰ পাত লিখি শুকাবলৈ থৈছিল। ঠাকুৰে চুঁচৰি গৈ কৰণিৰ পৰা পাত আনি তিনিফাল কৰিলে। গুৰুজনে মাধৱদেৱক ক'লে, "বৰাৰপো, পৰম ব্ৰহ্ম কিয় ফালিলে?" মাধৱদেৱে ক'লে, "বাপ, তৰ্কিবই নোৱাৰিলো, কেনেকৈ ফালিলে জানো!" গুৰুজনে ক'লে, "আমাৰ পাছত তিনিটা পন্থত ধৰ্মটি চলিব— নিৰ্গুণা, কেৱলা, ভাগৱতী।" আৰু তাকে দেখুৱালে- ব্ৰহ্মঘটি, নিকাঘটি, কালঘটিয়ে।

---

১। এই ধৰণৰ কাহিনী "বৰদোৱা চৰিত"তো পোৱা যায়। বৰদোৱা চৰিতত থকা বিৱৰণ এনে ধৰণৰ— বৰঠাকুৰৰ ল'ৰা এটি জন্ম হ'ল, জাত কৰ্ম কৰি নাম পুৰুষোত্তম দিছে। নাতি গোসাঁই আঁঠু কাঢ়ি ফুৰিছে। এদিন আই গোসাঁনীৰ কোলাত উঠিবলৈ যোৱাত বোকা দেখি নল'লে। গুৰুজনে দেখি খং কৰিছে, "বোকা গুচাই লোৱা, আমাৰ নাতিতহে আশা হ'ব।"

মন কৰিবলগীয়া ইয়াত পিণ্ডজলৰ কথাটো নাই।

২- ৪২-৩ হৰিচৰণ, পুৰুষোত্তম, ৰামচৰণ, পৰমানন্দ, অচ্যুত গুৰু, লক্ষণ ওজা এই সকলক পঢ়াইছে মাধৱদেৱে। এদিন গুৰুজনে হৰিচৰণক পাটৰ ধুতী পিন্ধাই উৰুত বহুৱাই চাই আছিল আগ-পিছ। শ্ৰীৰাম আতাই ক'লে, "বাপ, খাৰু আৰু নেপুৰ যোৰ হ'লে ভাল দেখি।" গুৰুজনে ধেমালি কৰি ক'লে, "তোমাৰ উদাসীনক উচটাই দিবৰ মন।" পাছত গুৰুজনে সেয়া গঢ়াই হৰিচৰণক পিন্ধাই শ্ৰীৰাম আতাক দেখুৱাই ক'লে, "শ্ৰীৰাম চোৱাচোন।" আতাই ক'লে, "এতিয়াহে শুৱাইছে।"

২- ৪২-৪ আৰু এদিন (হৰিচৰণ আৰু পুৰুষোত্তমে) খৰি মাটি নিয়াত মনপুৰ ভাণ্ডাৰীয়ে গুৰুজনাক লগাইছে। গুৰুজনে ক'লে, "হৰিচৰণ গুৰুপুত্ৰ আৰু পুৰুষোত্তম গুৰু নাতি; তেওঁলোকৰ তাত নগলে, তেওঁলোকে নিদিলে আমি থাকিব পাৰোনে? বহুত খৰি মাটি নিলে, বৰ কথাটি কোৱাহি মোক?"

২- ৪২-৫ আৰু দাস, দাসী, বান্ধা, গোলাম, ভকত কিছুমান মৰিল আৰু কিছুমান পলাল। বাৰী ঘৰত বন গজি হাবি হ'ল। ঠাকুৰসকলো সৰু, আই গোসাঁনীৰ দুখ হ'ল। শ্ৰীৰামে কেতিয়াবা আহি খৰি পাত কাটি থৈ যায়। এদিন পুৰুষোত্তমে কলপাত কাটোতে কাঁচি পৰি তালু ফুটি তেজ ওলাল। গোসাঁনী আয়ে পুৰুষোত্তমক ধৰি গুৰুজনালৈ মনত পৰি দুখ কৰি বহুত কান্দিলে।

২- ৪২-৬ আৰু এদিন হাথীয়াই গৈ আই গোসাঁনীক ক'লে, "বৌ, কমললোচনৰ বোৱাৰীক বগৰীবাৰীয়া জয়বৰ চৌধুৰীয়ে ধৰে; দিবয়ে খুজো, তুমিনো কি কোৱা?" আয়ে ক'লে, "বাৰু, মই বাপুক সুধি চাওঁ।" তাৰ পাছত আয়ে মাধৱদেৱক সুধিলে, "বাপু, আমাৰ কমললোচনৰ বোৱাৰীক জয়বৰ চৌধুৰীলৈ দিব খোজে, তুমি কেনে দেখা?" গুৰুজনে ক'লে, "বাৰু, বোৱাৰীকে সোধা যাওঁক।" আয়ে বোৱাৰীক সুধিলে। বোৱাৰীয়ে ক'লে, "এই হাত আৰু মাথাৰে গুৰুজনাক সেৱা পৰিচৰ্য্যা কৰিলো,এতিয়া কুৎসিত বিষয় ভোগৰ ইচ্ছাৰে সামান্য ঘৰলৈ যামনে? আয়ে নেদেখিলে দাসীয়ে সেৱাৰ কাম কৰি থাকিম।" আয়ে হাথীয়াক ক'লে বোৱাৰীয়ে তেনেকৈ কৈছে বুলি। হাথীয়াই ক'লে, "তেনে সেই কথা, তেন্তে নাযায় বুলি ক'লে।" পাছত উদাসীন মাধৱদেৱে বুদ্ধি দিলে বুলি জানি গুৰুজনাক ভাল-মন্দ অনেক কথা কৈ খেদি গৈ ৰঘূৰজাক ক'লেগৈ,

“মহাৰাজ, আমাৰ ঘৰত তিনিজনী বোৱাৰী আছে, বৰ সুন্দৰী, তিনি হাত দীঘল চুলি; আপুনি আনক।” ৰজাই তেতিয়াই দূত পঠালে। দূতে আহি ধৰিলেহি। কমলোচনৰ বোৱাৰীয়ে পটাগুটিৰে আঘাত কৰি দাঁত সৰালে। দূতে কমলোচনৰ বোৱাৰীক এৰি বৰবোৱাৰী সুমতি আইক লৈ গ’ল। আয়ে পুৰুষোত্তম ঠাকুৰকো কোলাত লৈ গ’ল। লগত খেদি যাওঁতা কোনো নাই। সুমতি আইৰ ভায়েক, ককায়েকে আঢ়ৈ কুৰি টকা ভৰি ৰজাৰ পৰা আইক মোকলাই আনিলে। সুমতি আই পুত্ৰৰ সৈতে ছয়মাহ মাকৰ ঘৰত আছে। তেতিয়া গোসাঁনী আয়ে হৰিচৰণক পঠালে আনিবলৈ। হৰিচৰণে গৈ কথাটি ক’লে। তেওঁলোকে ক’লে, “আগতে নিবিচাৰিলি, এতিয়া ছয়মাহ হ’ল, আঢ়ৈ কুৰি টকা দিয়া আৰু নিয়া।” পাছত সুমতি আয়ে ক’লে, “দাদা গোসাঁনী মাতৃ আছে, বাপু আহোতেই মোক পঠোৱা, মই যাওঁগৈ।” দদায়েকে পাছত ভাৰ-ভেটী দি আইক থৈছে।

২-৪২-৭ আৰু মাধৱদেৱ গুৰুজনে পদ, পয়াৰ, ঘোষা, কীৰ্ত্তন, গীত, পদ, ভটিমা পঢ়ালে।[১] ভাগৱত পুৰাণৰো কিছু পঢ়ালে। ব্যাকৰণ, অমৰ কোষ, কাব্য, তন্ত্ৰ, ন্যায়, নীতি, সংহিতা, বেদ, বেদান্ত, উপনিষদ, শিৰোৰত্ন এইবোৰ পঢ়াই বুজাবলৈ বাকী থাকিল। তেতিয়া তেওঁ[১] গৈ পাটকৰীৰ জয়বৰ অধ্যাপকৰ তাত পঢ়িলেগৈ। জয়বৰ বিপ্ৰই পৰম শ্ৰদ্ধাৰে পঢ়ালে এবছৰ। এবাৰ শিকালেই মাত, জাত সকলো আহে, উচ্চাৰণত একো কষ্ট নাই। তেওঁ যি পঢ়িছে আন ছাত্ৰই দহ, বাৰ, যোল্ল বছৰ পঢ়িও সমান হ’ব নোৱাৰে। অধ্যাপকে ক’লে, “এওঁ মনুষ্য নহয়, কৃষ্ণই পঢ়াৰ ক্ৰমতে পঢ়িলে। প্ৰথমেই আৰম্ভ কৰিলে বেদ।”



---

১। ইয়াত কোনে পঢ়িলে সেয়া মূল পুথিতে উহ্য আছে। অনুমানৰ ভিত্তিত ছাত্ৰজন পুৰুষোত্তম ঠাকুৰ হ’ব পাৰে।

# ত্ৰিচত্বাৰিংশ অধ্যায়

**চৰিতকাৰৰ ক্ষমা প্ৰাৰ্থনা ঃ** মোৰ বুদ্ধিৰ বঢ়া-টুটা যি দোষ, সাধুসকলে গাখীৰৰ মাখি গুচাই পান কৰাদি সেই দোষ এৰি কৰ্ণভৰি এই কথা পান কৰিব। আৰু ৰাজহংসই মানস সৰোবৰত চৰে। সিহঁতে গাখীৰৰ পানী ত্যাগ কৰি খীৰ ভক্ষণ কৰি তৃপ্ত হয়। আৰু মাইকী ৰাজহাঁহে খীৰ এৰি পানীহে পান কৰে। উত্তমোত্তম-সাধু-সন্ত ৰাজহংসই কুকথা, নিন্দাবাদ, এইবোৰ পানী এৰি গুৰুজন সেৱকৰ চৰিত্ৰ-অমৃত খীৰ পান কৰি সংসাৰ এৰি পৰম্পদ বৈকুণ্ঠ পায়গৈ। তেওঁলোকে সৎসঙ্গ-সৎমাৰ্গ সৰোবৰত চৰে। ঠাকুৰদেৱে ঘোষাত দি গৈছে—

মলয়া চন্দনৰ বাও যিটো বৃক্ষ সবে পাৱে
তেখনে হবয় তদাকাৰ।
তাতো যেবে বাৱ পালে নুহি যেন একো কালে
চন্দন কেৱল তথি সাৰ।।
ভক্তৰ লগত থাকে যিটো দুষ্ট দুৰাশয়
কেৱলে দেখয় দোষ তাৰ।
একেলগে বসে খায়, তথাপি বিশ্বাস নাই
জানা সেই পটন্তৰ তাৰ।।

দুষ্ট, শঠ, খলুৱা লোকে দোষকেই চাই তাকে আৰু দোষকে দেখে। মাইকী ৰাজহাঁহে পানী পান কৰি খীৰ এৰাৰ দৰে সিহঁতে খীৰ হৰিগুণ এৰি দোষকে দেখে। মোৰ বঢ়া-টুটা, আগ-পিছ, পানী এৰি ৰাজহংস সাধু-মহন্তই গুৰু-ভক্তৰ যশৰস, লীলা চৰিত্ৰ অমৃত খীৰ পান কৰিব। আতা পুৰুষৰ প্ৰাৰ্থনা— মৌ মাখিৰ ৰূপ, গুণ, কুল, শীল একোৱে নাই; সিহঁতে অনেক অবস্তুৰ পৰা ৰস নি মৌ সাঁচে। সেই মৌ নানা ৰূপত হৰিৰ পূজাত, যজ্ঞত লাগে আৰু সাধু-মহন্তসকলে

লয়। বঢ়া-টুটা, আগ-পিছ, হ্রস্ব-দীৰ্ঘ অনেক অস্পৃশ্য ৰস মই পাপী মৌ মাখিৰ যত দোষ এৰি গুৰু-সেৱকৰ লীলা, চৰিত্ৰ,যশ, ৰস শুনিব। পশ্চিমৰ দেশত ইংৰাজ লোকসকলে মদ খাই তাৰ বটল দলিয়াই পেলায়। যাত্ৰীয়ে সেই বটল কিনি গঙ্গাজল আনে। আৰু সেই গঙ্গাজল অনেক সাধু-সন্তই লয়। যদিও বোকা আৰু বৰষুণৰ পানী গঙ্গাজলত মিহলি হয়, তথাপি গঙ্গাজলত দোষ কোনে ধৰে। গঙ্গা জগত পবিত্ৰকাৰী বিষ্ণুৰ পাদোদক। মোৰ আগ-পিছ, বঢ়া-টুটা বুদ্ধিৰ যত দোষ ইংৰাজৰ মদৰ বটল আৰু বোকা আৰু বৰষুণৰ পানীৰ দোষৰ দৰে মোক ক্ষমা কৰি অমৃত সদৃশ গুৰুৰ চৰিত্ৰ, লীলা খেলা শুনিব।

শুনা যেন গুণ আছে ৰামৰ নামত
উচ্চাৰন্তে উপজে পৰম পুণ্য যত
ৰামৰ নামেহে অমিয়া ঝৰে।

দুজনা গুৰু, দুজনা ঠাকুৰ, নজন আতা আৰু অনেক মহাভাগৱতৰ চৰিত্ৰ অমৃত সংসাৰ-ব্যাধিৰ মাৰক, মৰাকো জীওৱা ঔষধ। ঔষধ প্ৰস্তুত কৰ্ত্তাৰ দোষৰ নিন্দা এৰি ঔষধ পান কৰি সুখেৰে সংসাৰ বৈকুণ্ঠলৈ যাওঁ। সন্ত-সাধু-পণ্ডিতে মুৰ্খ-অধমক নিন্দিলে স্বভাৱতে তেওঁলোকেহে লাজ পায়। আৰু মহাপুৰুষ গুৰুৱে লিখিছে—

যিটোজনে অজিজ্ঞাসি, হঠাৎ নিন্দয় আসি
তাত মোৰ অঞ্জলি সপুট।
কহো মই সাঞ্চে পাঞ্চে,তাতো মহা লাভ আছে
নিন্দি মাত্ৰ হৌক মোত তুষ্ট।।
নিজ পুণ্য কৰে ক্ষয়, পাপমানে উপৰ্জয়
দেখা কেনে সিটো উপকাৰী।
তাকো নোক্ষমিলে যেবে,মোত পৰে নাহি তেবে
মহা অহংকাৰী।।
অন্যকে যিবা কৰি আছে গীত,
বিষ্ণুৰ নামে অলঙ্কৃত।

সকলো সাধু-সন্তৰ চৰণত কাৰুণ্য, কাতৰ নিবেদন এই— কোটি নাম, শত-সহস্ৰ

সংসাৰত, চৌধ্য ভূবনত, সাত দ্বীপত মোৰ সমান অধম, নৰাধম, পাপী, পামৰ নাই নাই। হৃদীশ্বৰ আত্মা ইষ্টই মোৰ হৃদয়ত থাকি মোক যি অনুমতি দিলে, বাজীকৰে কাঠ-পুতলা নচোৱাৰ দৰে, সেই অনুসৰি এই চৰিত্ৰ কথা একত্ৰ কৰা হ'ল। এই মোৰ কৃতকৰ্ম, তাৰ ফলৰ সৈতে গুৰুজনাৰ শীতল চৰণত সমৰ্পিলো। হাতত, দাঁতত, শিৰত, তৃণ ধৰি কাতৰ, কাৰুণ্য প্ৰাৰ্থনা নিবেদন কৰো এই— ইহ-পৰজন্মত সুসেৱকৰ সঙ্গ, মুখত হৰিনাম, হৃদয়ত ৰূপ আৰু অন্তকালত নাৰায়ণৰ নাম শ্ৰৱণ; দাসৰো দাস, কিঙ্কৰো কিঙ্কৰ, ভৃত্যৰো ভৃত্য মোৰ এই প্ৰাৰ্থনা। শ্ৰীকৃষ্ণায় নমো নমঃ, শ্ৰীশঙ্কৰায় নমো নমঃ, শ্ৰীমাধৱায় নমো নমঃ, শ্ৰীঅনন্ত নমঃ, শ্ৰীচন্দ্ৰ চাৰু, শ্ৰীলক্ষ্মীকান্ত নমো নমঃ।

— সমাপ্ত —

# পৰিশিষ্ট - ১

## গুৰু ভটিমা

জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণ ৰেণু শতকোটি
বাৰেক কৰহু প্ৰণাম।। ১
দৰশিত সুন্দৰ গৌৰ কলেবৰ
যৈচন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ।। ২
বিনা অঙ্গ ভূষণ পেখিতে সুভোশন
গহীন গম্ভীৰ ধীৰ মতি।
আয়ত কমল নয়ন বৰ সুন্দৰ
বয়ন চান্দকহো জ্যোতি।। ৩
লীলা গজগতি গমন বিলোকন
বাণী মেঘ গম্ভীৰ।
পাষণ্ড মৰ্দ্দন কলিকো কালে
যাকু সম নাহি ধীৰ।। ৪
যোহি নাৰায়ণ মায়া বিস্তাৰি
কৰু ত্ৰিজগত নিৰমাণ।
সনকো সনাতন যোগী যাকেৰি
মহিমা কৰহু নজান।। ৫
সকলো চৰাচৰ পালনকাৰী
যোহৰি দেৱকো দেৱা।।

চতুৰ বয়ন শিৱ সুৰপতি যাকেৰি
কৰু নিত্য চৰণহি সেৱা।। ৬
চাৰি বেদ শিৰমণি মাজে
যাকেৰি চৰণ বিকাশ।
সেহি দেৱক কলি কলিকো
শঙ্কৰদেৱ পৰকাশ।। ৭
ত্রিভূৱন বন্দন দৈৱকী নন্দন
যোহৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ।। ৮
মায়া নৰতনু ধৰি হৰি ভকতি
কয়লি বহু পৰচাৰ।
সব নৰ পাপ পয়োধি মজ্জল
তাহে কয়লি উদ্ধাৰ।। ৯
অহনিশি চাৰি বেদ বিচাৰি
বেকত কৰু হৰিনাম।
যাকেৰি বয়নে মিলাই গাই
পাই মনোৰথ কাম।। ১০
পণ্ডিত মানি বেদ বখানি
গৰৱ কয়লি সব চুৰ।
গীত কবিত্ব গুণ শঙ্কৰ দেৱৰ
কীৰিতি গৈয়ো বহুদূৰ।। ১১
শ্রীযশ দান মান ভূত দয়া
সব গুণ সম্পূর্ণ ঠিক।
ভকতক ভকতি দানে কৰু গুৰু
দায়া তনয় অধিক।। ১২

হৰিকেহো মূৰুতি স্মুৰুতি মগন মন
মজ্জল আনন্দ সিন্ধু।
ঐছন নিৰমল হৃদয়ত বিকশিত
ভকত কুমুদ কুল ইন্দু।। ১৩
নিজ কুল তাৰি ভকতি বিস্তাৰি
বান্ধল হৰিগুণ সেতু।
কলিকালে পাপ পয়োধি মজ্জল
তাৰণ কাৰণ হেতু।। ১৪
ভকতি ভাণ্ডাৰ দ্বাৰ সব ছোড়ি
মুকুতি কয়লি উদাস।
এক শৰণ হৰি নাম ধৰম কহো
ৰাজা কৰু পৰকাশ।। ১৫*
কি কহব শঙ্কৰ দেৱৰ মহিমা
জানি অন্ত নাপাই।। ১৬
মাধৱ দীন মুৰুখ মতি কহয়
বাণী শুনা সব লোই।
বিনে গুৰু চৰণে ভকতি ৰতি
মুকুতি কবহু নাহোই।। ১৭
ওহি পৰম তত্ত্ব বেদক বাণী
জানি নৰ নকৰা বিৰাম।
ধৰমক কৰমক গৰৱক ছোড়ি
ডাকি বোলহু ৰাম ৰাম।। ১৮

---

* ইয়াত আমি পালো যে মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্মটোক 'একশৰণ হৰিনাম ধৰ্ম' ৰূপে অভিহিত কৰিছিল। কিন্তু পৰৱৰ্তী কালত লোকে ইয়াক বিভিন্ন নামেৰে অভিহিত কৰিবলৈ ধৰে।

## তোটয়

মধু দানৱ দাৰুণ দেব বৰং।
বৰ বাৰিজ লোচন চক্ৰ ধৰম।। ১
ধৰণীধৰ ধাৰণ ধ্যেয়পৰং।
পৰমাৰ্থ বিদ্যশুভ নাশ কৰম।। ২
কৰ চূৰ্ণিত চেদিপ ভূৰিভগং।
ভগভূষণ কোৰ্চ্চিত পদযুগং।। ৩
যুগ নায়ক নাগৰ ৱেশ ৰুচিং।
ৰুচিৰাংশ পিধান শৰীৰ শুচিং।। ৪
শুচি চামৰ বায়ু নিসেব্য তনুং।
তনু মধ্যগ দেহ সুবেশ হনুং।। ৫
হনুমন্ত হৰীশ সহায় ৰতং।
ৰতৰাঙ্গ পৰায়ণ শক্ৰ নতং।। ৬
নাত বৰ্ত্তুল স্থুল সুদীৰ্ঘ ভুজং।
ভুজগাধিপ তল্প শয়ান মজং।। ৭
অজৰামৰ বিগ্ৰহ বিশ্ব গুৰুং।
গুৰু গোধন কামদ কল্পতৰুম্।। ৮
তৰুণী মনমোহন সৰ্ব শুভং।
শুভ মঙ্গল দায়ক নীল নিভম।। ৯
ইভ কুম্ভজ মৌক্তিক মাল্যবহং।
ৱহলোৰস মিষ্টদ সৰ্ব্বসহং।। ১০
সহজায়তি পদ্ম দলাক্ষ চিদং।
চিদানন্দ বিনোদন বেদ বিদম্।। ১১
বিদুযান্নন মণ্ডন কম্বুগলং।
গলশোভিত কৌস্তুভ ভীম বলং।। ১২

